# এহেজাৰ বছৰৰ

# এশগৰাকী অসমীয়া

(প্ৰথম খণ্ড)

হেমন্ত কুমাৰ ভৰালী

চিত্ৰলেখা পাব্লিকেশ্বনচ্

পল্টন বজাৰ, গুৱাহাটী - ১

AHEZAR BASARAR EKSHAGARAKI ASSAMIYA-- (VOL-1) a collection of biographical article of welknown Assamese, wntten by Hemanta Kumar Bharali and published by Mrs. Chitralekha Kalita, Chitralekha Publications, A.T. Road, Paltan Bazar, Guwahati - 1, Ph. No. 633886.

---

প্ৰকাশক ঃ
শ্ৰীমতী চিত্ৰলেখা কলিতা
চিত্ৰলেখা পাব্লিকেশ্বনচ্
গুৱাহাটী - ১
ফোন ঃ ৬৩৩৮৮৬

প্ৰথম প্ৰকাশ ঃ
ডিচেম্বৰ, ২০০০

দ্বিতীয় প্ৰকাশ ঃ
আগষ্ট, ২০০১

৩য় প্ৰকাশ অক্টোবৰ, ২০০৩

প্ৰচ্ছদ ঃ পদ্ম সিংহ

ডি.টি.পি.ঃ পৰিমল ডেকা

মূল্য ঃ ১১০ ০০ টকা

মুদ্ৰক ঃ
অমৰ - জ্যোতি প্ৰিণ্টাৰ্ছ
আৰ. জি বৰুৱা ৰোড
গুৱাহাটী - ২৮

## ঃ উৎসৰ্গ ঃ

আমি যাৰ স্নেহধন্য,

অসমৰ প্ৰখ্যাত সাংবাদিক আৰু সাহিত্যিক

শ্ৰীযুত কনকসেন ডেকাৰ

কৰকমলত।

যিসকল ব্যক্তিয়ে এই গ্ৰন্থখন সম্পূৰ্ণ কৰাত সহাযৰ হাত আগবঢালে, সেইসকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো ঃ

ড° যোগেন্দ্ৰনাৰাযণ ভূঞা, মুনীন্দ্ৰনাথ বৰুৱা, কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক ড° নিশিপদ দেৱচৌধুৰী উচ্চশিক্ষা বিভাগৰ সহকাৰী সঞ্চালক গুণ হাজৰিকা, সাহিত্যিক-সমালোচক ইছমাইল হোছেইন, ড° জগদীশ পাটগিৰী, গুৱাহাটী জিলা পুথিভঁৰালৰ গ্ৰন্থাগাৰিক বিপুল কুমাৰ বৰুৱা, কথাছবি পৰিচালক হেমেন দাস, শৰৎ ৰাজখোৱা, সোমনাথ ভৰালী, সৌন্দৰ্য বিশেষজ্ঞা আৰু লেখিকা ৰুণু হাজৰিকা, ভৱানন্দ বৰঠাকুৰ, ৰহস্য সাহিত্যিক মহেন্দ্ৰ গগৈ, দিছপুৰ পুথিভঁৰালৰ জিতেন পাঠক, বহৰি (বৰপেটা)ৰ ব্ৰজেন মণ্ডল আৰু অনুপম অনিৰুদ্ধ, অগ্ৰদূত ভৱনৰ ৰূপম বৰুৱা, পাৰুল ডেকা, চন্দ্ৰ বৰুৱা, প্ৰুফৰিডাৰ দ্বয় আদিত্য বৰ্মন আৰু নৃপেন দাস, পৰিমল ডেকা আৰু মোৰ মা-দেউতা লম্বোদৰ শৰ্মা ভৰালী আৰু বসুন্ধৰা দেৱী।

---

**এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া**

প্ৰথম খণ্ড ঃ চাওলুং চুকাফাৰ পৰা ছাৰ চৈযদ ছাদুল্লালৈ।

দ্বিতীয় খণ্ড ঃ অম্বিকাগিৰি ৰাযচৌধুৰীৰ পৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যলৈ।

# -ঃ সূচীপত্ৰ ঃ-

## পৰিশিষ্ট

# ভূমিকা

## ড° যোগেন্দ্রনাৰায়ণ ভূঞা

'বাঁহী' কাকতৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত (আঘোণ ১৮৩১শক,১৯০৯খ্ৰীষ্টাব্দ) লক্ষ্মীনাথ বেজবৰুৱাই প্ৰশ্ন কৰিছিল এই বুলি, "আমি যাক অসমীয়া বোলোঁ, তেওঁলোক কোন? তেওঁলোক সদায় অসমতে আছিল নে?" উত্তৰো দিছিল বেজবৰুৱাই। এতিয়াৰ 'অসম' নামৰ ভূখণ্ডকেই কেৱল নহয়, সমগ্ৰ 'ভাৰত' নামৰ ভূখণ্ডক ইতিহাসৰ বিভিন্ন সময়ত কেনেকৈ আহি ক'ৰ মানুহে আপোন ভাবেৰে সাৱটি ললেহি, তাৰো আভাস বেজবৰুৱাৰ উত্তৰত আছে। অসমীয়াৰ প্ৰসংগত তেওঁ কৈছিল, "অসমৰ মাটি সাৰুৱা। অলপ আয়াসতে তাত শস্য উৎপাদিত হয়। সেই দেখি ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা আৰু ভাৰতৰ বাহিৰৰ পৰাও অসমলৈ মানুহ আহি সুচল পাই তাত বসতি কৰি থাকিছিল। ঘাইকৈ অসমত কামাখ্যা,পৰশুৰামকুণ্ড আদি অনেক তীৰ্থস্থান থকাৰ নিমিত্তে অসমলৈ তীৰ্থ কৰিবলৈ অহা বিদেশী মানুহেও উৰ্বৰা অসম এৰি নিজৰ কটুৰ দেশলৈ উভতি নগৈছিল। তাৰ উপৰিও আৰু এটা মস্কিল এই আছিল যে সেই কালত অহা-যোৱা কৰা বাট বৰ দুৰ্গম আছিল। সেইবাবেও কোনো বিদেশী মানুহ এবাৰ অসমলৈ আহিলে পৰপক্ষত তেওঁ অসম এৰি উভতি নিজৰ দেশলৈ যাবলৈ মন নেমেলিছিল। আগৰ কালত অসমৰ ৰজাসকলেও বিদেশী গুণাকৰ মানুহ পালে তেওঁলোকক মাটি-বাৰী, বিষয়-বাসনা দি অসমতে পাতি অসম দেশ চহকী কৰিছিল" (বেজবৰুৱা গ্ৰন্থাবলী, ২য় খণ্ড, পৃষ্ঠা ১৭৫২-১৭৫৩)। ভাৰতৰ অন্য প্ৰান্তৰ পৰা অহাই হওক বা ভাৰতৰ বাহিৰৰ পৰা অহাই হওক, সেই লোকসকলৰ পুৰুষানুক্ৰমিক ধ্যান-ধাৰণাই সমৃদ্ধ কৰি আহিছে অসমৰ ভাষা,সাহিত্য,সমাজ,সংস্কৃতি আৰু ৰাজনীতিক। সেইসকল লোকৰ শ্ৰমৰ বিনিময়তে গঢ় লৈ উঠিছে অসমৰ অৰ্থনীতিও।

'অসমীয়া ডেকাৰ উক্তি' নামৰ কবিতাত জ্যোতিপ্ৰসাদ আগৰৱালাই উদাত্ত কণ্ঠেৰে কৈছিল,"ময়েই খাছীয়া/মই জয়ন্তীয়া/ডফলা-আবৰ-অকা; ময়ে চিংফৌ/ভৈয়ামৰ মিৰি/সোৱণশিৰীয়া ডেকা; বিজয়ী আহোম/কছাৰী-কোচৰ/ মেছৰ কুমাৰ মই /ৰাজবংশী-ৰাভা/কপালত জ্বলে শত গৌৰৱ-আভা।

মই লালুং-চুটিয়া- লুচাই-মিকিৰ-গাৰো/মিছিমি-খামতি-নগা-আঙ্গামী বীৰ; পৰ্বতে-পাহাৰে জ্বলিছে উচ্চ শিৰ। সাম্য-মৈত্ৰীৰ ময়েই ব[illegible]/ [illegible] ৰাগিছাৰ ময়েই বনুৱা/ ন-অসমীয়া মৈমনছিঙীয়া/থলুৱা নেপালী/নৃত্য কুশলী মণিপুৰীয়া মই।" জ্যোতিপ্ৰসাদৰ এই অসমীয়া 'মই'টোৰ কিমান শতাংশ অসম নামৰ ভূখণ্ডৰ ভিতৰৰ আৰু কিমান শতাংশ অসমৰ আৰু ভাৰতৰো বাহিৰৰ, সেই প্ৰশ্নৰ সঠিক উত্তৰ এতিয়া কোনেও দিব নোৱাৰে। স্বয়ং লক্ষ্মীনাথ আৰু জ্যোতিপ্ৰসাদৰেই বংশ-লতাৰ গুৰি আছিল যথাক্ৰমে কনৌজত আৰু ৰাজপুতনাত। লক্ষ্মীনাথৰ উপৰি-পুৰুষ কলিবৰ অসম নামৰ ভূখণ্ডলৈ আহিছিল তীৰ্থ পৰ্যটনৰ অভিলাষত, আৰু জ্যোতিপ্ৰসাদৰ উপৰি-পুৰুষ নৱৰঙ্গৰাম আহিছিল ভাগ্যৰ অন্বেষণত। মহাপুৰুষ শংকৰদেৱৰ পূৰ্বপুৰুষো কনৌজৰহে। তেৰাৰ চতুৰ্থ উপৰি-পুৰুষ চণ্ডীবৰ আহিবলগীয়া হৈছিল কামেশ্বৰ দুৰ্লভ নাৰায়ণৰ প্ৰয়োজনত। 'কথা-গুৰুচৰিত' মতে, কামেশ্বৰে গৌড়েশ্বৰক কলে, "বোলে আমাৰ দেশত পণ্ডিত ব্ৰাহ্মণ কায়স্থ নাই। তোমাৰ আমাৰ সুখ-দুখৰ বাৰ্তাও বুজিব লাগে। চাই আমাক ঘৰি চাৰেক মানুহ দিয়া যক" (উক্ত গ্ৰন্থ, সম্পাদক, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, ১৯৫২, পৃ:১১-১২)। সেই মৰ্মে "গৌড়েশ্বৰে দেশৰ বয়-বাৰ্তা লই থাকিবলৈ সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ শূদ্ৰ দিলে" (গুণাভিৰাম বৰুৱা,'আসাম বুৰঞ্জী', পুনৰ্মুদ্ৰণ ১৯৭২, পৃ: ৩৬০)। সেই সাতঘৰ শূদ্ৰৰে এঘৰৰ অধস্তন পুৰুষ শংকৰদেৱ মহাপুৰুষ।

আহোমসকলৰ উপৰি-পুৰুষ শ্যান দেশৰ চুকাফা পাছৰ কালৰ অসম নামৰ ভূখণ্ডলৈ আহিছিল দেশ জয় কৰাৰ উদ্দেশ্যে। দেশ জয় কৰি চুকাফাই কেৱলযে মাটিখিনিকে আঁকোৱালি ল'লে, এনে নহয়, আঁকোৱালি ল'লে ইয়াৰ মাতষাৰিকো। প্ৰবল প্ৰতাপী আহোম ৰজাই ইচ্ছা কৰা হলে নিজৰ ভাবা, লিপি, ধৰ্ম আৰু কৃষ্টিক বিজিতসকলৰ ওপৰত জাপি দিব পাৰিলেহেঁতেন অনায়াসে। কিন্তু তাৰ বিপৰীতে নিজৰ পূৰ্বপুৰুষৰ লগত সকলো ধৰণৰ আবেগিক সম্পৰ্ক ছিন্ন কৰি বিজিতসকলৰ ৰীতি-নীতিকে আহোমসকলে গ্ৰহণ কৰিলে, গ্ৰহণ কৰিলে বৰাহী ৰজা মহামাণিক্যৰ অনুৰোধত মাধৱ কন্দলীয়ে পদবন্ধে নিবন্ধ কৰা ৰামায়ণৰ মাত-কথাকে। তাকে কৰিয়েই, আনৰ মাজত নিজকে বিলাই দিয়েই চুকাফাৰ বংশধৰ সকলে নিজকে বিচাৰি পালে। একেদৰেই মুছলমানসকলো এই ভূখণ্ডলৈ আহিছিল দেশ জয় কৰিবলৈকে. চৈয়দ আব্দুল মালিকৰ কবিতাৰ কথাৰে ক'বলৈ গ'লে, *অসমৰ মজিয়াত বিশ্বজয়ী মোগলৰ মুকুতৰাজ স্থাপন কৰিবলৈকে। পিছে. অসমৰ শৌৰ্য আৰু সৌন্দৰ্যৰ ওচৰত মোগলে মূৰ দোঁৱালে. আৰু "অসমত বন্দী হ'ল, অসমৰ ৰূপমুগ্ধ [illegible] মোগল আহি/হ'ল অসমীয়া।"* ইতিহাসৰ সুদীৰ্ঘ পৰিক্ৰমাত এই [illegible] অহা

মানুহখিনি অসমীয়া হৈছিল "অসমত বসতি কৰি, অসমীয়া মানুহৰে সৈতে বিয়া-বাৰুৰ সম্বন্ধ কৰি অসমতে থাকি" (বেজবৰুৱা, পূৰ্বোক্ত প্ৰসংগ)। পঞ্জাবৰ পৰা আহি অসমীয়া হোৱা শিখসকল সেই কথাৰ অন্য এক উদাহৰণ।

এসময়ত অসমত মানুহ হৈ পৰিছিল সম্পদ স্বৰূপ। কোনো কোনো সময়ত তেনে সম্পদৰ অভাবো ঘটিছিল অসমত। গুণাভিৰাম বৰুৱাই কোৱা মতে, মোৱামৰীয়া বা মৰাণৰ উপদ্ৰৱৰ ফলত আৰু মানৰ আক্ৰমণত এই ভূখণ্ডৰ জনসংখ্যা বহু পৰিমাণে হ্ৰাস হ'ল। এটা সময়ত "সমুদায় দেশৰ জনসংখ্যা বাৰ লক্ষ মানহে আছিল।" এই মানুহখিনিয়েকেৱল কৃষি-কৰ্মতে আত্মনিয়োগ কৰা বাবে,আৰু পূৰ্বৰ ধোবা, নাপিত, চমাৰ, কমাৰ, কুমাৰ আদিয়েও নিজ নিজ বৃত্তি পৰিহাৰ কৰি কৃষিকৰ্মকে কৰা বাবে সেই সেই বৃত্তিৰ মানুহ ভাৰতৰ আন প্ৰান্তৰ পৰা আহিবলগীয়া হৈছিল। ব্ৰিটিছৰ ঔপনিবেশিক অৰ্থনীতিৰ প্ৰয়োজনত উৰিষ্যা, মধ্যপ্ৰদেশ আদিৰ পৰা অনা লোকসকল, আৰু পাছলৈ কৃষি-ক্ষেত্ৰত অধিক শস্য উৎপাদন কৰাৰ স্বাৰ্থত মৈমনসিংহ আদি জিলাৰ পৰা আনি বহুৱা লোকসকলো অসমীয়া হৈ পৰিল জাতি গঠনৰ স্বাভাৱিক প্ৰক্ৰিয়াতে। এইসকলে এতিয়া দৃপ্ত কণ্ঠেৰে ক'ব পাৰে " জীৱনে-মৰণে মই চিৰদিন অসমীয়া/ অসমীয়া দেহ-প্ৰাণ-মনে" বুলি।

ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে তেওঁৰ 'ভাৰত-সংস্কৃতি' নামৰ গ্ৰন্থৰ এঠাইত কৈছে, "বাঙ্গালী জাতি' বলিলে যে জনসমষ্টি বাঙ্গালা ভাষাকে মাতৃভাষা ৰূপে বা ঘৰোয়া ভাষাৰূপে ব্যৱহাৰ কৰে, সেই জনসমষ্টিকে বুঝি" (উক্ত গ্ৰন্থ,১৩৬৪ বঙ্গাব্দ, পৃঃ৯৯)। অসমীয়া জাতিৰ বেলিকাও সেই কথা প্ৰযোজ্য। যি জনসমষ্টিয়ে অসমীয়া ভাষাক মাতৃভাষা ৰূপে বা ঘৰুৱা ভাষাৰূপে ব্যৱহাৰ কৰে, সেই জনসমষ্টিয়েই অসমীয়া। ইতিহাসৰ কোনটো মুহূৰ্ত্তত সেই মানুহখিনি সেই পৰিচয়ৰ আৱৰ্তত সোমাই পৰিল, চন-তাৰিখৰ সেই অনাৱশ্যক তৰ্ক-জাল পণ্ডিতৰ মাজতে আবদ্ধ থাকক। তেনে বিতৰ্কই সামগ্ৰিক ভাৱে জাতিটোৰ নাইবা বিশেষভাৱে কোনোটো জনসমষ্টিৰে কোনো ধৰণৰ কল্যাণ সাধন নকৰে।

'অসম-সঙ্গীত' নামৰ কবিতাত লক্ষ্মীনাথ বেজবৰুৱাই *"আমি অসমীয়া/ নহওঁ দুখীয়া/কিহৰ দুখীয়া হ'ম"* বুলি গৌৰৱ কৰিছিল। সেই গৌৰৱৰ গুৰি হ'ল তেওঁৰ 'বীণ-বৰাগী' নামৰ কবিতাত কোৱা "অসমৰ যশৰাশি"। অসমীয়া জাতিক আঢ্যৱন্ত কৰিছিল যিসকলে, আৰু যিসকলৰ কৃতি আৰু কীৰ্ত্তিয়ে কৰিলে অসমমাতৃক যশস্বিনী, সেইসকল কৃতী ব্যক্তিৰ নাম বেজবৰুৱাই উক্ত দুয়োটা কবিতাত উল্লেখ কৰি গৈছে। সেইসকল আৰু তেওঁলোকৰ পৰৱৰ্তী কালৰ যিসকলৰ বাবে অসমীয়া জাতি গৌৰৱান্বিত, সেইসকলৰ জীৱন আৰু

কৰ্মৰ অধ্যয়ন আৰু আলোচনাই উত্তৰ পুৰুষক সদায়েই উদ্বুদ্ধ কৰি ৰাখিব পাৰে। সেইসকলৰ চিন্তা আৰু কৰ্মৰাজিক সৰ্বভাৰতীয় প্ৰেক্ষাপটত থৈ বিচাৰ কৰিলে উত্তৰ পুৰুষৰ মনোবল বৃদ্ধি পোৱাৰো সম্ভাৱনা সৰহ। ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে তেওঁৰ 'The Place of Assam in the History and Civilisation of India (University of Gauhati, 1970)' নামৰ গ্ৰন্থত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ বিষয়ে প্ৰকাশ কৰা মন্তব্যটো এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। তেওঁ কৈছে, " .. if providence had permitted a co-operation between a Sivaji in the Deccan and a Rudrasimha in Assam and Bengal, the history of india would have been quite different. The personality of Rudrasimha has an all-India significance (P.51)"

তেনে ধৰণৰ ব্যক্তিসকলৰ একো একোটা আঁজোৰত আমাৰ জাতিটোৱে যিখিনি অগ্ৰগতি লাভ কৰিলে, তাৰ বাবে উত্তৰ পুৰুষ সেইসকলৰ ওচৰত ঋণী। সেই সকলৰ বিষয়ে প্ৰকাশ পোৱা গ্ৰন্থৰ সংখ্যা আমাৰ ভাষাত যিমানেই বৃদ্ধি পায়, সিমানেই বেছিকৈ ঘটে ঋণ-পৰিশোধৰ আৰু কৃতজ্ঞতাৰ প্ৰকাশ। প্ৰকাশ পায় জাতিটোৰ ইতিহাস অনুধাৱন কৰিব পৰা উপাদানো। ' On Heroes and Hero Worship ' শীৰ্যক বক্তৃতাত বিশ্ব-ইতিহাস সম্পৰ্কত মনীষী কাৰ্লাইলে কোৱা কথা এষাৰ সংকুচিত কৰি কব পাৰি, অসম বা অসমীয়া জাতিৰ ইতিহাস অসমীয়া মানুহে কৰা কাৰ্যৰেই ইতিহাস,"The history of the Great Men who have worked here ." আনহাতে তেনেবোৰ গ্ৰন্থৰ প্ৰকাশন জাতিটোৰ বাবে এক প্ৰকাৰৰ মানসিক ৰসায়নো। শ্ৰীমান হেমন্ত কুমাৰ ভট্টালীয়ে তেনে লক্ষ্য আৰু উদ্দেশ্য সম্মুখত ৰাখিয়েই 'এহেজোৰ [illegible] অসমীয়া' নামৰ এই গ্ৰন্থখন (দুটা খণ্ডত সমাপ্য) মুগুত কৰিছে। [illegible] বৰণীয় আৰু স্মৰণীয় ব্যক্তিৰ জীৱন আৰু কৰ্মৰ পৰিচয় তেওঁ [illegible] ধৰিছে, সেইসকল ব্যক্তিৰ বাছনি লেখক হিচাপে শ্ৰীমান ভট্টালীৰ [illegible] 'এই কামখিনি কাৰোবাৰ মনঃপূত নহ'ব পাৰে, কোনোবাগৰাকী ব্যক্তিৰ [illegible] সূচনা কৰিব পাৰে; কিন্তু তেনে পৰিস্থিতিয়েও লেখক [illegible] হেমন্ত কুমাৰ ভট্টালীৰ থাকিবলগীয়া আন্তৰিকতাৰ ওপৰত আচোৰ [illegible] আমাৰ জাতীয় জীৱনৰ বিভিন্ন দিশ পোহৰলৈ মনাত [illegible] হওক, এয়ে আশা আৰু আশংসা।

# মুখবন্ধ

এইখন গ্ৰন্থৰ বাবে মুখবন্ধৰ কোনো প্ৰয়োজন হয়তো নাই। গ্ৰন্থখনত সন্নিবিষ্ট মুঠ পঞ্চাছটা অধ্যায়ত পঞ্চাছ গৰাকী বিখ্যাত-কুখ্যাত (!) অসমীয়াৰ জীৱন আৰু কৰ্মৰাজিৰ আভাস দিয়া হৈছে। তদুপৰি পৰিশিষ্টত আছে অন্য পঞ্চাছ গৰাকীৰ জীৱনৰ সামান্য আভাস। জীৱনীসমূহ জন্মৰ কাল অনুসৰি এক নিৰ্দ্দিষ্ট ক্ৰমত সজোৱা হৈছে, বয়সত জ্যেষ্ঠজনক আগস্থান দিয়া হৈছে। যোৱা এহেজাৰ বছৰৰ এশগৰাকী বিশিষ্ট অসমীয়াক নিৰ্বাচন কৰাটো সহজসাধ্য নহয়। তদুপৰি ইয়াত যথেষ্ট বিতৰ্কৰো স্থান আছে, সেই কথা মই অস্বীকাৰ নকৰো। সেইবাবেই এই গ্ৰন্থখন কি পৰিস্থিতিত লিখা হৈছে সেই কথা কোৱাৰ প্ৰয়োজনবোধেৰেহে এই মুখবন্ধৰ অৱতাৰণা।

১৯৯৯ চনৰ জানুৱাৰী মাহত অগ্ৰদূতৰ সম্পাদক শ্ৰীযুত কনকসেন ডেকাৰ চেম্বাৰত কাকতখনৰ বিষয়ে আলোচনা কৰিবলৈ আমি বহিছিলো। আমি মানে ডেকা ছাৰ, ভবেশচন্দ্ৰ ভৰালী, ত্ৰিদিব শৰ্মা, জিতুমনি বৰা, ৰতন সাউদ, প্ৰাঞ্জলসেন ডেকা আৰু মই। 'অগ্ৰদূত'ত প্ৰকাশিত বাতৰি-নিবন্ধ, বিভিন্ন শিতানত কেনেকৈ নতুনত্ব আনিব পৰা যায়, সেই সম্পৰ্কীয় আলোচনা কৰিবলৈ আমি প্ৰায়েই ডেকা ছাৰৰ চেম্বাৰত মিলিত হওঁ। আমি যিসময়ত আলোচনাত বহিছিলো, সেই সময়খিনিত আগন্তুক শতিকাক কেনেদৰে আদৰণি জনাব, বিশ্বৰ বিভিন্ন দেশ তথা জাতি এইক্ষেত্ৰত কেনেদৰে অগ্ৰসৰ হৈছে, একবিংশ শতিকা দুহেজাৰ চনৰ পৰা নে দুহেজাৰ একৰ পৰা-- এনে ধৰণৰ বিভিন্ন বাতৰি-বিতৰ্কৰে কাকত-আলোচনীবোৰ ঠাহ খাই আছিল। বিশ্বৰ বিভিন্ন দেশ, জাতি আৰু কাকত-আলোচনীসমূহে নিজৰ ঐতিহ্যৰ বিষয়ে সোঁৱৰিছিল, যোৱা এহেজাৰ বছৰৰ বুৰঞ্জী লিখিছিল আৰু শ্ৰেষ্ঠ লোকসকলক নিৰ্বাচন কৰিছিল। আমেৰিকাৰ 'টাইম' পত্ৰিকাই এহেজাৰ বছৰৰ শ্ৰেষ্ঠ ব্যক্তিসকলৰ তালিকা এখন প্ৰস্তুত কৰিছিল আৰু তাত পৃথিবীৰ সবাতোকৈ উল্লেখযোগ্য ব্যক্তি হিচাপে চিহ্নিত কৰিছিল মঙ্গোলিয়ান বীৰ চেঙ্গিজ খানক। ঠিক তেনেদৰে আমেৰিকাৰ দুহাল বিশিষ্ট সাংবাদিক দম্পতীয়ে '1000 Years : 1000 People' নামৰ এখন বিশাল গ্ৰন্থ প্ৰণয়ন কৰি শ্ৰেষ্ঠ ব্যক্তি হিচাপে স্থান দিছিল ছপাশালৰ আৱিষ্কাৰক জন গুটেনবাৰ্গক। বি.বি.চি. টেলিভিশ্বন আৰু ৰেডিঅ'ৰ জগতত যাৰ আধিপত্য বিশ্বজোৰা, সেই বি.বি.চিয়ে বিশ্বৰ এহেজাৰ বছৰৰ

ব্যক্তিৰ তালিকা প্ৰকাশ কৰি তাত সৰ্বশ্ৰেষ্ঠ ব্যক্তি হিচাপে চিহ্নিত কৰিছিল বিশ্বশ্ৰেষ্ঠ সাহিত্যিক উইলিয়াম শ্বেক্সপীয়েৰক।....... এইবোৰ দেখি- শুনি আমি সেইদিনা এক সিদ্ধান্ত লৈছিলো যে যোৱা এহেজাৰ বছৰৰ এশগৰাকী শ্ৰেষ্ঠ অসমীয়াৰ তালিকা প্ৰস্তুত কৰি, সেই অনুসাৰে তেওঁলোকৰ জীৱনী অগ্ৰদূতত ধাৰাবাহিকভাৱে লিখা যাওক। 'শ্ৰেষ্ঠ' বুলি ক'লে যিহেতু বিতৰ্ক আহিব পাৰে, বহুতৰ মাজত মতৰ অমিল হ'ব পাৰে, সেইবাবেই তেনে বিতৰ্ক সযতনে এৰাই চলিবলৈকে 'শ্ৰেষ্ঠ' টো উঠাই দি ধাৰাবাহিকৰ নাম দিয়া হওক 'এহেজাৰ বছৰৰ এশগৰাকী বিশিষ্ট অসমীয়া'। পাছলৈ ইয়াকে সংক্ষেপত লিখি 'এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া' হিচাপে নামকৰণ কৰা হ'ল। আৰু এই বিশাল সময়ছোৱাৰ এই খ্যাতিমান অসমীয়া ব্যক্তিসকলকহে কিয় নিৰ্বাচিত কৰা হ'ল,সেয়া প্ৰতিটো নিবন্ধতে ব্যাখ্যা কৰা হৈছে। অৱশ্যে এই কথাও মই মানি লওঁ যে এই বাখ্যা সকলোৰে বাবে গ্ৰহণযোগ্য নহ'বও পাৰে।

এনে এক বিশাল কাম কৰো বুলিলেই কৰাটো সহজসাধ্য নহয়। কঠিন,অতি কঠিন কাম। বিশেষকৈ অসমীয়াৰ দৰে পুৰণি বস্তু সংৰক্ষণৰ ক্ষেত্ৰত অনীহা দেখুওৱা জাতি এটাৰ এশগৰাকী শ্ৰেষ্ঠ( !) ব্যক্তিৰ জীৱনী সংগ্ৰহ কৰাটো সঁচাই আকাশৰ তৰা ঢুকি পোৱাৰ দৰে কথা। গতিকে এজন লোকেই এই দায়িত্ব লোৱাটো সম্ভৱ নহয়। সেইবাবে আমাৰ মাজৰে তিনিজনক এই দায়িত্ব দিয়া হৈছিল আৰু আহ্বায়কৰ ভূমিকা লৈছিলো মই। কিন্তু বাকী দুজনে হয়তো বিশেষ কোনো ধৰণৰ তথ্য গোটাব নোৱাৰি লাহে লাহে গা এৰা দিলে। কিন্তু মই এই কাৰ্যটোক প্ৰত্যাহ্বান হিচাপে লোৱাৰ লগতে অন্তৰৰ গভীৰৰ পৰা এক ধৰণৰ দায়িত্বও অনুভৱ কৰিলো। এই যে যোৱা এহেজাৰ বছৰৰ ব্যক্তি, যিসকলে আমাৰ সামাজিক-সাংস্কৃতিক-ৰাজনৈতিক-অৰ্থনৈতিক আদি বিভিন্ন ক্ষেত্ৰত নিজস্ব বৰঙণি যোগাই অসমীয়া জাতিক তিল-তিলকৈ গঢ়ি তুলিছে, অথবা সলাই পেলাইছে দেশৰ ইতিহাস, সেইসকলৰ কেইজনক আজিৰ অসমীয়াই চিনি পায়? কেইজনে জানে তেওঁলোকৰ জীৱন,সাধনা আৰু পৰিশ্ৰমৰ কাহিনী?... সেইসকলক গুৰুত্ব নিদিয়া মানে চূড়ান্ত অকৃতজ্ঞতা আৰু অশ্ৰদ্ধা প্ৰদৰ্শন নহয়নে? সেইসকলক পাহৰি যোৱা মানেই আমি নিজকে পাহৰি যোৱাটোৱেই নহয়নে? অসম দেশ, অসমীয়া জাতিক গঢ়ি তুলিবলৈ যিসকলে অহোপুৰুষাৰ্থ কৰিছিল, তেওঁলোকৰ সেই অতুলনীয় পৰিশ্ৰম, বুদ্ধিমত্তা, সাহস. আৰু ত্যাগক আমি কোনো মূল্যই নিদিমনে? তদুপৰি তেওঁলোকৰ সেই জীৱন-কাহিনীয়েইতো আমাৰ বাবে প্ৰেৰণাৰ উৎস হ'ব পাৰে।... এনে বিভিন্ন ধৰণৰ কথা চিন্তা কৰি মই এই জীৱনীলানি লিখাৰ কামত আগবাঢ়িছিলো আৰু সম্পূৰ্ণ দুটা বছৰৰ পৰিশ্ৰমৰ অন্তত মই এই 'আকাশৰ তৰা হাতেৰে ঢুকি পোৱা' কামটো কৰি

সম্পূৰ্ণ কৰিলো। অৱশ্যে এতিয়া দেখিছো মই তৰা ঢুকি পোৱা নাই, আকাশত উৰি থকা বিমানৰ চাকিকে তৰা বুলি ভুল কৰিছো। ইয়াৰ বাবে অৱশ্যে মই দায়ী নহয়— মাথো দায়ী আমাৰ মানসিকতা, দায়ী আমাৰ পুৰণি বস্তুৰ প্ৰতি এলাগী মনোভাৱ, দায়ী আমাৰ 'চলি যাব' ধৰণৰ ভাব। আমাৰ এখন নিৰ্ভুল বুৰঞ্জী পাবলৈ নাই, যিকেইখন আছে তাতে বিভিন্ন চন,তাৰিখ, আনকি ব্যক্তিৰ চৰিত্ৰৰ বৈপৰীত্যও দেখা গৈছে। এই সকলোবোৰ কথাই গভীৰভাবে চালিজাৰি চাই গ্ৰন্থখনত মই নিজে এটা সিদ্ধান্তলৈ আহিবলৈ যত্ন কৰিছো। সেইবাবে এই গ্ৰন্থক (দুটা খণ্ডত প্ৰকাশিতব্য) এনে ধৰণৰ জীৱনী সাহিত্যৰ বাটকটীয়া বুলিহে গণ্য কৰিছো আৰু আন কোনোবা গৱেষকৰ পৰা ভৱিষ্যতে এনে ধৰণৰ 'সম্পূৰ্ণ গ্ৰন্থ' পাম বুলি আশা ৰাখিছো।

'এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া'ৰ বিষয়ে লিখিবলৈ লওতে যোৱা এহেজাৰ বছৰৰ অসমৰ বুৰঞ্জীৰ কথাও আহি পৰে। আহি পৰে সামাজিক সাংস্কৃতিক-ৰাজনৈতিক-অৰ্থনৈতিক আদি বিভিন্ন ক্ষেত্ৰৰ পৰিবৰ্তন আৰু উত্থান পতনৰ কাহিনীও। কিন্তু এশগৰাকী অসমীয়াৰ বিষয়ে লিখিবলৈ লৈ এহেজাৰ বছৰৰ বুৰঞ্জী লিখা মানে 'কেৰেলাতকৈ গুটি দীঘল' হোৱাৰ দৰে কথা। তদুপৰি এই ব্যক্তিসকলৰ জীৱন কাহিনীতে সেই সময়ছোৱাৰ বুৰঞ্জী কিছু হ'লেও সোমাই আছে, সোমাই আছে তেওঁলোকৰ সমসাময়িক পৰিবেশ, পৰিস্থিতি আৰু মানুহখিনিৰ কথাও।

এইখিনিতে 'কেথাৰিণ ডিংকাৰ ব্ৰাৱেন'ৰ এষাৰ বক্তব্য প্ৰণিধানযোগ্য। তেওঁ লিখিছে- 'মই এই কথা লক্ষ্য কৰিছো যে যিসকল লেখক আৰু শিল্পীয়ে (অথবা অন্যক্ষেত্ৰত কাম কৰা ব্যক্তিয়ে) অশেষ দুখ-কষ্ট অগ্ৰাহ্য কৰি প্ৰতিকূল পৰিস্থিতিৰ মাজতো কাম কৰাৰ অভ্যাস আয়ত্ত কৰিছে, তেওঁলোকৰ সৃষ্টি প্ৰতিভাই আটাইতকৈ দীৰ্ঘস্থায়ী হয়। তেওঁলোকে যি ধৰণৰ কঠোৰ অনুশীলন মানি চলে, সি সঁচাকৈয়ে বিস্ময়কৰ। মই ইয়াত নৈতিক অনুশাসনৰ বিষয়ে ক'ব বিচৰা নাই। মই কৈছো শৈল্পীক অনুশাসনৰ কথাহে যিটো অনুশাসনে তেওঁলোকক নিৰ্দিষ্ট সময়ত কাম কৰিবলৈ আৰু শিল্প সৃষ্টিৰ কাৰণে প্ৰয়োজনীয় দেহ-মনৰ শক্তি-বিন্দু মাত্ৰ অপচয় নকৰি তাক সঞ্চয় কৰিবলৈ বাধ্য কৰে। মহান ব্যক্তিসকলে তেওঁলোকৰ প্ৰতিটো সময়ৰ মুহূৰ্ত যক্ষৰ ধনৰ দৰে আবৰি ৰাখে। এবাৰ যোহান ছেবাষ্টিয়ান বাথক সোধা হৈছিল 'আপোনাৰ বিস্ময়কৰ সৃষ্টি প্ৰতিভাৰ প্ৰকৃত ৰহস্যটো কি?' তেওঁ উত্তৰ দিছিল "ৰহস্য একো নাই। মই মাথো কঠোৰ পৰিশ্ৰম কৰো।" একেটা প্ৰশ্নৰ উত্তৰ হিচাপে আইজাক নিউটন আৰু চাৰ্লছ ডাৰউইনেও সেইষাৰ কথাকে কৈছিল।"

অসমৰ ইতিহাসো তেনে ধৰণৰ ব্যক্তিৰ পৰিশ্ৰম আৰু কৰ্তব্যনিষ্ঠাৰ কাহিনীৰে

ঠাহ খাই আছে। উত্তৰ পুৰুষে তেওঁলোকৰ জীৱনৰ পৰা শিক্ষা লৈ নিজৰ লগতে জাতি তথা দেশ গঠনৰ কামত আত্মনিয়োগ কৰিব পাৰে। প্ৰতিজন মানুহেই কষ্টসহিষ্ণু মন লৈ আত্মবিশ্বাস আৰু একাগ্ৰতাৰে যদি সৎ কামত আগবাঢ়ে তেন্তে তেওঁ ভাল ফলাফল লাভ কৰিব পাৰে। ফলাফল ফলদাতা 'বিভুয়ে নিদিয়ে, মানুহে নিজৰ কৰ্মৰ দ্বাৰাহে ভাল ফলাফল লাভ কৰিব পাৰে। ভাল ফলাফলৰ চাবিকাঠিও নিজৰ হাততে আছে। এই গ্ৰন্থখনত সন্নিবিষ্ট জীৱনীসমূহ পঢ়িলেই সেয়া উপলব্ধি কৰাটো সহজ হয়।

আজিকালি বেছিভাগ সচেতন মানুহৰ মুখত একেটাই মাথো প্ৰশ্ন - অসমীয়া জাতি আত্মধ্বংসৰ অভিমুখে আগুৱাই গৈ আছে নেকি?' এই প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ হ'লে আমি বুৰঞ্জীৰ পাতকেই লুটিয়াব লাগিব। 'দি ডিক্লেইন এণ্ড ফল অৱ দি ৰোমান এম্পায়াৰ' নামৰ তিনিটা খণ্ডত প্ৰকাশিত বিশাল গ্ৰন্থখনত ইতিহাসবিদ এডোৱাৰ্ড গিবনে ৰোমান সম্ৰাজ্য তথা জাতি ধ্বংসৰ কাৰক হিচাপে পাঁচটা কাৰণ চিহ্নিত কৰিছিল--- (১) কাল আৰু প্ৰকৃতিৰ নিৰ্মম আঘাত (২) সংস্কৃতিহীন বৰ্বৰৰ আক্ৰমণ (৩) সম্পত্তিৰ প্ৰয়োগ আৰু অপব্যৱহাৰ (৪) ৰোমানসকলৰ বিলাসী জীৱন আৰু (৫) ৰোমানসকলৰ আত্মকলহ।

আমাৰ সমাজতো বৰ্তমানে উপৰোক্ত পাঁচটা উপসৰ্গই কম-বেছি পৰিমাণে দেখা দিছে। এইবোৰ ৰোধ কৰাৰ শক্তি গোটাব লাগিব আমি অসমীয়াই নিজে। তদুপৰি আমি আমাৰ ইতিহাস মেলি ল'ব লাগিব, পূৰ্বৰ যিসকল মহান অসমীয়াই দেশ আৰু জাতিৰ বাবে কাম কৰিছিল, তেওঁলোকৰ আদৰ্শ আৰু ত্যাগৰ কথা সুঁৱৰি কামত আগবাঢ়িব লাগিব।

এনে ধৰণৰ বহু কথা চিন্তা কৰিয়েই 'অগ্ৰদূত'ত প্ৰকাশিত জীৱনীখিনি একগোট কৰি দুটা খণ্ডত প্ৰকাশৰ বাবে আমি আগবাঢ়িছো। অৱশ্যে অগ্ৰদূতত প্ৰকাশিত নিবন্ধবোৰৰ বহুতৰে সাল-সলনি, শুধৰণি আনকি পুনৰ্লিখনো কৰা হৈছে। পঢ়ুৱৈসকলে এই গ্ৰন্থ আদৰি ল'লেহে আমাৰ শ্ৰম সাৰ্থক হ'ব। যোৱা দুটা বছৰে এই জীৱনীসমূহ ধাৰাবাহিকভাৱে প্ৰকাশ হৈ থকাৰ সময়ত যিসকল ব্যক্তিয়ে মৌখিক ব্যক্তিগতভাৱে আৰু কাকতলৈ চিঠি লিখি অনুপ্ৰেৰণা যোগালে আৰু সমালোচনাৰে থকা-সৰকা কৰিলে, এই ছেগতে তেওঁলোকলৈ ধন্যবাদ জ্ঞাপন কৰিলো।

এক ডিচেম্বৰ<br>২০০০চন

হেমন্ত কুমাৰ ভৰালী<br>অগ্ৰদূত ভৱন<br>গুৱাহাটী - ৬

(১)

# চাওলুং চুকাফা

এহেজাৰ বছৰীয়া অসমৰ ইতিহাসত চুকাফাই হ'ল সৰ্বশ্ৰেষ্ঠ ৰাজনীতিক আৰু প্ৰশাসক। আহোম ৰাজবংশৰ প্ৰাণ প্ৰতিষ্ঠাৰে 'অসম' নিৰ্মাণ কৰা ব্যক্তিও তেৱেঁই। চুকাফাৰ জন্ম নোহোৱা হ'লে কিজানি আহোম ইতিহাস বা অসমৰ ইতিহাস বুলি একো কথাই নাথাকিলহেঁতেন! চুকাফা স্বৰ্গদেৱৰ বিষয়ে পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে—"মহাৰাজ চুকাফা এজন বিচক্ষণীয় ৰাজনীতিজ্ঞ ৰজা আছিল। দেশ জয় কৰাত তেওঁ যেনে পাৰ্গত, শাসনকাৰ্যতো তেওঁ এজন তেনে পৈণত ৰজা আছিল। প্ৰজা শাসনৰ সুচলাৰ্থে তেওঁ অসাধাৰণভাৱে স্বাৰ্থত্যাগ কৰিব পাৰিছিল। আনকি ৰাজকাৰ্যৰ সুচলাৰ্থে তেওঁ নিজৰ ভাষাকো এৰিবলৈ কাতৰ নহৈছিল।" চুকাফা আছিল এগৰাকী সম্পূৰ্ণ গণতান্ত্ৰিক ভাৱধাৰাত বিশ্বাসী আধুনিক মনৰ মানুহ। ৰজাই প্ৰজাৰ বাবে কৰিবলগীয়া স্বাৰ্থত্যাগ কৰাৰ বাবেই বহু লোক তেওঁৰ বশলৈ আহিছিল আৰু তেতিয়াৰ অসমৰ দৰে অপৰিচিত ঠাইত আহোম ৰাজবংশৰ সুচল প্ৰতিষ্ঠা সম্ভৱ হৈছিল। বিশিষ্ট সাহিত্যিক পদ্ম বৰকটকীয়ে চুকাফাৰ বিষয়ে লিখিছে—"কোনো অস্ত্ৰ ব্যৱহাৰ নকৰাকৈ, কোনো ৰক্তপাত নকৰাকৈ, কেৱল বুজাই-বঢ়াই সকলোৰে সন্মতি লৈ, ৰজা নিৰ্বাচনতো ডা-ডাঙৰীয়াক সামূহিক গণতান্ত্ৰিক অধিকাৰ দি, সকলো ধৰ্মৰ মানুহকে ৰাজ-মন্দিৰৰ কাৰণে মাটি, ধন আৰু সুবিধা দি এক সুন্দৰ সমাজ গঢ়াৰ পৰিকল্পনা লোৱা চুকাফা সমন্বয়ৰ প্ৰতীক, বিভাজনৰ বিৰুদ্ধবাদী আৰু পৃথিৱীৰ সফল ৰাজনৈতিক বীৰসকলৰ ভিতৰত আগশাৰীৰ। প্ৰথম অসমীয়া চুকাফাৰ গৰ্বেৰেই আমি আজিও গৰ্বিত, তেওঁৰ অৱদানেৰেই আমি আজিও চহকী। ...আমাক জাতি হিচাপে, এক স্বাধীন দেশ হিচাপে, ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ হিচাপে, গণতান্ত্ৰিক পদ্ধতিৰ প্ৰতি আমাক অনুৰক্ত কৰোতা হিচাপে, প্ৰথম আৰু একমাত্ৰ অসমীয়া, পৃথিৱীৰ প্ৰথম শাৰীৰ শ্ৰেষ্ঠ আৰু সফল ৰাজনৈতিক মহান পুৰুষ।"

চুকাফাৰ বিষয়ে ক'বলৈ হ'লে আহোম ৰাজবংশৰ সৃষ্টিৰ বিষয়ে ক'বই লাগিব। আহোম ৰাজবংশৰ জন্মৰ বিষয়ে দুটা আখ্যান বৰ্তমানো প্ৰচলিত। দেওধাইসকলৰ মতে, লেংডনে (স্বৰ্গৰ ৰজা) তেওঁৰ পুত্ৰ খেনখামক মৰ্ত্যলৈ নামি আহি এখন ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ আদেশ দিয়ে। কিন্তু ১০০ পুত্ৰৰ পিতৃ খেনখামে স্বৰ্গ এৰি আহিবলৈ অনিচ্ছা প্ৰকাশ কৰিলে আৰু তেওঁৰ প্ৰথম

দুজন পুত্ৰ খুনলুঙ (ডাঙৰ ৰাজকোঁৱৰ) আৰু খুনলাই (সৰু ৰাজকোঁৱৰ)ক পৃথিৱীলৈ আহিবলৈ নিৰ্দেশ দিয়ে। তাৰ পাছত খুনলুঙ আৰু খুনলাইক চোমদেও দেৱতাৰ মূৰ্তি, হেঙ্গডান (যাদুৰ তৰোৱাল), দুটা ঢোল আৰু চাৰিটা কুকুৰা লৈ পৃথিৱীলৈ সোণৰ জখলাৰে নামি আহিবলৈ ক'লে। ঢোল আনিবলৈ কোৱা হ'ল— আৱশ্যক হ'লে ঢোল বায় স্বৰ্গৰ পৰা সহায় বিচাৰিবলৈ আৰু কুকুৰাকেইটা দিছিল মন্ত্ৰ মতাত সহায় কৰিবলৈ। খুনলুঙ যিহেতু ডাঙৰ গতিকে তেওঁ ৰজা আৰু সৰু ভাই খুনলায়ে ৰজাৰ প্ৰধান পৰামৰ্শদাতা হিচাপে কাৰ্যনিৰ্বাহ কৰিব লাগিব, এইবুলি লেংডনে নিৰ্দেশ দিছিল।

৫৬৮ খ্ৰীষ্টাব্দত সোণৰ শিকলি (জখলা)ৰে দুয়ো ভাই স্বৰ্গৰ পৰা 'মুঙৰি মুঙৰাম' (জনবসতি নথকা এৰাবাৰীৰ দৰে ৰাজ্য)লৈ নামি আহিল। মৰ্ত্যলৈ নামি আহি দুই ভায়ে দেখিলে যে, লৰালৰিকৈ আহোঁতে ককাদেউতাক লেংডনে দিয়া বস্তুকেইপদ তেওঁলোকে আনিবলৈ পাহৰিলে। পাছত লেঙ্গো নামৰ এজন লোকৰ হাতত লেংডনে সেইবোৰ পঠিয়াই দিয়াত যাদুৰ হেঙ্গডানখনৰ লগতে চীন দেশখনো 'লেঙ্গো'ক উপহাৰ স্বৰূপে দিলে দুই ভায়ে। দুই ভায়ে আহি মুঙৰি মুঙৰামত ৰাজ্য-নগৰ আদি গঢ়াৰ পাছত সৰু ভাই খুনলায়ে বিদ্ৰোহ কৰি ককায়েকক ৰাজ্যৰ পৰা খেদি পঠিয়ালে। খুনলুঙে সেই ৰাজ্য এৰি 'মুঙ-খু-মঙ-জাও'ত (এখন আহল-বহল ৰাজ্য) ৰাজ্য পাতিলে আৰু ৪০ বছৰ ৰাজত্ব কৰি সাতজন পুতেকক ৰাজ্য ভাগ কৰি দি পুনৰ স্বৰ্গলৈ উভতি গ'ল। ...আনফালে খুনলায়ে ৭০ বছৰ ৰাজত্ব কৰে। তাৰ পাছত তেওঁৰ পুত্ৰ ত্যাঅই-জেপত্যাতফাই ৪০ বছৰ ৰাজত্ব কৰে। এইজনা ৰজা নিঃসন্তান আছিল বাবেই তেওঁৰ মৃত্যুৰ পাছত খুনলঙ আৰু খুনচুৰ পৰিয়ালৰ এজন পুত্ৰক আনি ৰজা পতা হয় আৰু তেওঁৰ দুজন পুত্ৰ থকাত ৰাজ্যখন দুভাগত বিভক্ত কৰা হয়। এজন পুত্ৰ হয় মুঙৰি মুঙৰামৰ ৰজা আৰু আনজন শেউলি নৈৰ পাৰৰ মাওলুঙৰ ৰজা হয়। এই পাছৰজন আৰু তেওঁৰ বংশ পৰিয়ালে ৩৩৩ বছৰ শাসনকাৰ্য পৰিচালনা কৰে। এই বংশৰ শেষজন ৰজা আকৌ নিঃসন্তান হোৱাত খুনচু বংশৰ এজন কোঁৱৰক আনি ৰজা পতা হয়। এইজন ৰজাৰে নাতি আছিল চুকাফা।

আকৌ যিসকল আহোম ৰজাই হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল, তেওঁলোকৰ উৎপত্তি সম্পৰ্কে ব্ৰাহ্মণসকলে লিখিছিল এইদৰে, সৌমাৰপীঠৰ পুবে বশিষ্ঠ মুনিৰ আশ্ৰম আছিল। এই আশ্ৰমৰ ফুলনিত দেৱৰাজ ইন্দ্ৰই পত্নী শচীদেৱীৰ স'তে প্ৰেমলীলা চলাই থকা দেখি বশিষ্ঠ মুনিৰ খং উঠিল আৰু ইন্দ্ৰক অভিশাপ দিলে যে তেওঁ নীচকুলীয়া স্ত্ৰীৰ সৈতে সহবাস কৰিব লাগিব। সেই মৰ্মে ইন্দ্ৰই যাৰ সৈতে সহবাস কৰিবলৈ বাধ্য হ'ল তেওঁ প্ৰকৃততে ছদ্মবেশী বিদ্যাধৰীহে আছিল। স্ত্ৰীগৰাকীৰ পৰা ইন্দ্ৰৰ এজন পুত্ৰৰ (অৰিন্দম) জন্ম হ'ল। এওঁক

ইন্দ্ৰই বৰ মৰম কৰিছিল। ইন্দ্ৰৰ এই পুত্ৰজনৰে বহু সন্তান-সন্ততি হ'ল। এই সন্তান-সন্ততিৰ প্ৰথম দুজনেই হৈছে খুনলুং আৰু খুনলাই। মাথো এয়াই নহয়, খুনলুঙ আৰু খুনলাই সম্পৰ্কে আৰু বহু কাহিনী প্ৰচলিত আছে। যিবোৰৰ বিষয়ে এই চুটি নিবন্ধত বৰ্ণনা কৰাটো সহজসাধ্য নহয়।.....

চুকাফাৰ দেউতাক খুত্যাংখাঙ্গ। এইজনা ৰজাৰ মাজু কুঁৱৰী ন্যাঙ্গ আৰু সৰু কুঁৱৰী চ্যাঙ্গ আছিল নৰা (আন এটা বংশ) ৰজাৰ ভনীয়েক। হঠাৎ এদিন খুত্যাংখাঙ্গৰ মৃত্যু হ'ল আৰু এই দুগৰাকী গৰ্ভৱতী কুঁৱৰীয়ে স্বামীৰ ৰাজ্য এৰি ককায়েক নৰা ৰজাৰ লগত থাকিবলৈ ল'লে। যাওঁতে তেওঁলোকে চোমদেও (দেৱতাৰ মূৰ্তি)টোও লৈ গ'ল। কালক্ৰমত নৰা ৰজাৰ দেশত ন্যাঙ্গ কুঁৱৰীৰ গৰ্ভত চুকাফা আৰু চ্যাঙ্গ কুঁৱৰীৰ গৰ্ভত চুখ্ৰাংফাই জন্ম ল'লে। কৈ থোৱা উচিত হ'ব যে চুখ্ৰাংফাতকৈ চুকাফা সৰু আছিল।

নৰা ৰজাৰ কোনো সতি-সন্ততি নাছিল, ফলত তেওঁৰ মৃত্যুৰ পাছত চুকাফাৰ ককায়েক চুখ্ৰাংফা সেই দেশৰ ৰজা হ'ল। সৰুৰে পৰা অতি বিচক্ষণ বুদ্ধিৰ আত্মসন্মানবোধ থকা যুৱক আছিল চুকাফা। সেইবাবে ককায়েক ৰজা আৰু নিজে যুৱৰাজ হৈ থকাটো তেওঁৰ পছন্দ নহ'ল। চুকাফাৰ মনোভাব বুজি পালে এনায়েকে (মাকৰ মাক)। তেওঁ ক'লে—"একে চোঙত দুটা বাঘ নাথাকে; একে শালত দুটা হাতী নাথাকে, একে পাটত দুটা ৰজা নাথাকে।" ফলত ৰাজকাৰ্যত পৰিপক্ক অভিজ্ঞতাৰে সমৃদ্ধ বিচক্ষণ যুৱক চুকাফাই সেই দেশ এৰি অহাৰ প্ৰস্তুতি চলালে। তেওঁৰ এই কাৰ্যত চুখ্ৰাংফায়ো সহায় কৰিলে।

'বুৰঞ্জীয়ে কথা কয়' গ্ৰন্থত ড° লীলা গগৈয়ে লিখিছে যে, মাও-লুং ৰাজ্যত ১৯বছৰ কটাই চফল ডেকা হোৱা চুকাফাই মুংমিত্-কুপক্লিং-ডাউ ৰাজ্যত ১৮ বছৰ ৰাজত্ব কৰিছিল। কিন্তু মোমায়েকৰ মৃত্যুৰ পাছত ককায়েক চুখ্ৰাংফা মুং-মাও ৰাজ্যৰ ৰাজপাটত উঠাৰ লগে লগে চুকাফাই বিস্তৃত ৰাজ্য মুং-মাওৰ সাৰ্বভৌমত্ব মানি ল'বলগীয়া হ'ল অৰ্থাৎ মাও-লুং, মুংমিত্-কুপক্লিং-ডাউ আদি ৰাজ্যবোৰ বৃহত্তৰ মুং-মাও ৰাজ্যৰ অন্তৰ্গত হ'ল। অৰ্থাৎ ১৯ বছৰীয়া চফল ডেকা হোৱাৰ পাছত এখন ৰাজ্যত ১৮ বছৰ প্ৰশাসন চলোৱা চুকাফাই সেই ৰাজ্য ককায়েকৰ হাতত এৰি নতুন ৰাজ্য জয় কৰাৰ মানসেৰে ওলাওঁতে তেওঁৰ বয়স কমেও ৩৭ বছৰ হ'ব লাগিব।

১২১৫ চনত আঠজন ডা-ডাঙৰীয়া, দুটা হাতী (দঁতাল আৰু মাখুন্দী), তিনিশ ঘোঁৰা আৰু বহু লোকৰ সৈতে (পদ্মনাথ গোহাঞিবৰুৱাৰ মতে চুকাফাৰ সৈতে ১০৮০ জন ৰণুৱা আৰু তিনিশ ঘোঁৰা ৰণুৱা আহিছিল, লগত তিৰোতা সমূলি অনা নাছিল। কিন্তু ছাৰ এডোৱাৰ্ড গেইট চাহাবৰ বুৰঞ্জী মতে চুকাফাই ৯০০০ মুনিহ-তিৰোতা আৰু ল'ৰা-ছোৱালীৰে সৈতে মাও-লুং এৰি আহিছিল।

গেইট চাহাবে কৈছে ক'তো উল্লেখ কৰা নাথাকিলেও চুকাফাৰ লগত অহা মানুহখিনিৰ অধিক সংখ্যক প্ৰাপ্তবয়স্ক মুনিহ অহা যেন লাগে। ...প্ৰায় ১৩ বছৰ ধৰি পাটকাই পাহাৰ অঞ্চলত ঘূৰি-ফুৰি চুকাফাৰ দলটোৱে প্ৰায়ে নগা গাওঁসমূহত লুটপাত চলাইছিল। আনফালে আকৌ গুণাভিৰাম বৰুৱা আৰু হিতেশ্বৰ বৰবৰুৱাই লিখা মতে চুকাফাৰ সৈতে অহা মানুহৰ মুঠ সংখ্যা আছিল ১০৮০ জন। তেওঁলোকে ভাত ৰন্ধা তামৰ টেকেলি আনিছিল ৩৬০ টা, অৰ্থাৎ একোটা পাত্ৰত তিনিটাৰ জোখাৰে ভাত সিজিছিল। চুকাফাই নিজ ৰাজ্য এৰিলে। বুৰঞ্জীসমূহত উল্লেখ আছে যে এনায়েকে চুকাফাক বেছিকৈ মৰম কৰিছিল আৰু স্বৰ্গৰ পূৰ্ব-পুৰুষসকলৰ পৰা লাভ কৰা চোমদেওৰ মূৰ্তিটো লুকুৱাই চুকাফাৰ হাতত দিছিল অৰ্থাৎ মূৰ্তিটো পাই চুকাফা স্বৰ্গৰ লেংডনৰ প্ৰকৃত উত্তৰাধিকাৰী ৰূপেহে যেন চিহ্নিত হৈছিল।

চুকাফাই মৰম আৰু স্নেহেৰে বহু মানুহৰ অন্তৰ জয় কৰি তেওঁলোকৰ ৰজা স্বৰূপে সন্মান আৰু শ্ৰদ্ধা লাভ কৰিছিল বুলি অসমৰ প্ৰতিখন বুৰঞ্জীয়েই কয়, যদিও বহু ৰাজ্য জয় কৰা আৰু লাহে লাহে একছত্ৰী সম্ৰাটৰূপে প্ৰসিদ্ধি লাভ কৰা চুকাফা যে বিনা ৰক্তপাতেৰে এনে এজন ৰজাৰ শাৰীলৈ উত্তীৰ্ণ হৈছিল সেয়া নহয। প্ৰয়োজনততেওঁ অতি দৰদী, স্নেহশীল, স্বাধীনতাৰ ধ্বজাবাহী হৈছিল অথবা প্ৰয়োজনত হৈছিল অতি নিষ্ঠুৰ নৃপতি। অৰ্থাৎ তেওঁৰ চৰিত্ৰত সন্ন্যাসী-সাধু পুৰুষ আৰু নীতিনিষ্ঠ কঠোৰ শাসক, এই দুয়ো ধৰণৰ তেজেই আছিল যাৰ বাবে তেওঁৰ প্ৰসিদ্ধিয়ে আকাশ চুইছিল।

ছাৰ এডোৱাৰ্ড গেইটৰ বুৰঞ্জী মতে, ১২১৫ চনত নিজ ৰাজ্য এৰি অহা চুকাফাই সহযোগীৰে সৈতে খামজাঙত উপনীত হৈছিল ১২১৮ চনত। ...চুকাফাৰ দলটোৱে ভুৰেদি 'খামনাম-জাঙ' নামৰ নৈ এখন পাৰ হৈ নঙ ন্যাঙ পুখুৰীৰ পাৰ পাইছিল। সেই সময়তে তেওঁলোকক বাধা দিয়াৰ চেষ্টা কৰা নগা লোকক পৰাজিত কৰি অকথ্য শাস্তি বিহিছিল। তেওঁ বহুতো নগা লোকক মাৰি জুইত পুৰি মৃতকৰ আত্মীয়-স্বজনক সেই মাংস খাবলৈ বাধ্য কৰিছিল। এই কাৰ্যৰ ফলত নগাসকলৰ মাজত তীব্ৰ সন্ত্ৰাসৰ সৃষ্টি হৈছিল বাবেই তেওঁলোকে পলম নকৰাকৈ চুকাফাৰ বশ্যতা স্বীকাৰ কৰিছিল। তাৰ পাছতে এই অঞ্চলসমূহৰ শাসনৰ দায়িত্ব এগৰাকী ডাঙৰীয়াৰ হাতত অৰ্পণ কৰি চুকাফাই দঙকাত্তৰঙ, খামহাপুঙ আৰু নামৰূপৰ ফালে আগবাঢ়িল। তাৰ পাছতে তেওঁ দিহিঙ অঞ্চল পালেগৈ যদিও সেই ঠাই বসবাসৰ বাবে উপযুক্ত নোহোৱাত তেওঁ নামনিলৈ গৈ তিপাম ওলালগৈ। তাৰ পাছত ১২৩৬ চনত এই ঠাইৰ পৰা মুংক্ৰাংচেখ্ৰুলৈ যায় আৰু তাত বহু বছৰ বসবাস কৰে। ১২৪০ চনৰ বাৰিষাকালত এই ঠাই বানপানীয়ে বুৰাই পেলোৱাত তেওঁ

ব্ৰহ্মপুত্ৰইদি গৈ হাবুঙ্গ পালেগৈ আৰু তাত দুবছৰ কটালে। ইতিমধ্যে আহোমসকলে ভালদৰেই খেতিৰ কাম কৰিবলৈ লৈছিল। হাবুঙ্গতো বানপানী হোৱাত সেই ঠাই এৰি চুকাফাই এইবাৰ দিখৌ নৈৰ মোহনা পালেহি। ১২৪৬ চনত চুকাফা শিমলুগুৰিত সোমাল। ১২৫৩ চনত তেওঁ শিলমুগুৰি এৰি চৰাইদেওলৈ গ'ল আৰু এখন উন্নত নগৰ স্থাপন কৰিলে।

চুকাফাৰ তেজত আছিল প্ৰচণ্ড সাহস আৰু বুদ্ধিমত্তা। মাথো সেয়াই নহয়, তেওঁৰ প্ৰজ্ঞা আছিল ইতিহাসবোধ। চুকাফাৰ লগত অহা বহু মানুহ ইতিমধ্যে মৰিছিল, বহু হেৰাইছিল। চুকাফাৰ সন্মুখত আছিল নিত্য-নতুন অভিযানৰ প্ৰত্যাহ্বান। তেওঁৰ চৰিত্ৰ আছিল স্থিতপ্ৰজ্ঞৰ। তেওঁ কেতিয়াও আনন্দত বৰ বেছি বিহ্বল হোৱা নাছিল অথবা কোনো ধৰণৰ দুখে তেওঁক কাতৰ কৰিব পৰাও নাছিল। তেওঁ মানুহৰ কষ্টসহিষ্ণু গুণ আৰু সাহসৰ ওপৰত বিশ্বাস ৰাখি সকলো নিয়তিৰ ওপৰত এৰি দিছিল। সেইবাবে মানুহৰ জন্ম-মৃত্যু, ৰাজবংশৰ উত্থান-পতন আদিৰ বিষয়ে ইতিহাস লিখাৰ প্ৰতি আগ্ৰহী হৈছিল আৰু সেই বিষয়ত জ্ঞান থকা মানুহক ইতিহাস লিখিবলৈ দিছিল। ইতিমধ্যে চুকাফাই এখন শক্তিশালী আহোম সাম্ৰাজ্য গঢ়ি তুলিছিল।

লাহে লাহে চুকাফাই মৰাণ আৰু বৰাহীসকলক পদানত কৰিছিল। এই জাতি দুটাৰ লগতে আনকি কছাৰী আৰু নগাৰ সৈতেও তেওঁ প্ৰয়োজনত ভাল ব্যৱহাৰ কৰিছিল। যিকোনো প্ৰকাৰে কোনো ৰাজ্য বা জাতিক পদানত কৰাৰ পাছত সেই বিজিতসকলৰ প্ৰতি চুকাফা অহৰহ সহানুভূতিশীল আছিল। তেওঁলোকক আহোমৰ সমমৰ্যাদা দিয়াৰ উপৰি আহোমৰ সৈতে বৈবাহিক সম্পৰ্ক গঢ়ি তোলাত উৎসাহ দিছিল। এনে পদ্ধতিৰে সকলো জাতিৰ বিজিত লোকক এক কৰি এটা বৃহৎ জাতি গঠনৰ ক্ষেত্ৰত চুকাফা সফল হৈছিল।

গুণীৰ মোল বুজা মানুহ চুকাফা। যাৰ যিহত বুদ্ধিমত্তা আছে, সেই কামত নিয়োগ কৰাত তেওঁ আছিল পাকৈত। চুকাফাৰ সৈতে নৰা ৰজাৰ দেশৰ পৰা একেলগে অহা সতীৰ্থ টাইপুঙ্গক 'থাওমুংক্লিঙ্গমাংৰায়' নাম দি ৰাজমন্ত্ৰী অৰ্থাৎ বুঢ়াগোহাঁই পাতিলে। আন এজন সতীৰ্থ চেক্কঙ্গক 'থাওমুংকানঙ্গ' নাম দি বৰগোহাঁই পাতিলে। চুকাফাৰ সৈতে অহা 'টংচুং চক্লু' আৰু 'মূলাটুবান' নামে দুঘৰ আহোমক তেওঁ 'হাতী ঘাঁহী' পাতিছিল। খংথিমা নামেৰে চুকাফাৰ এজন গা-চোৱা লিগিৰা আছিল। এওঁৰ সাতজন পুতেক আছিল। এইসকল আছিল ৰজাৰ বিশ্বাসী মানুহ। এওঁলোকক তেওঁ দুৱৰা বুলিছিল।...

আহোম বা অসমৰ উৎপত্তি চুকাফাৰ দিনৰে পৰাই। বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই 'আহোমৰ দিন'ত লিখিছে—" ন-ভাত খাই 'নাকুচি-দেও'ৰ ওচৰৰ সৰু পৰ্বতখনিতে (চৰাইদেও) চুকাফাই নগৰ কৰি থাকিল। আত পাছে

বৰাহীবোৰে আলচি শাক-পাত-খৰি যোগান দিবলৈ ধৰিলে আৰু বোলে, ই সকল আনৰ বাবে নহয়, দেও মানুহ বুলি যি কয়, সেয়ে হয়। ই সকল 'অসম' আৰু আন ই সকলৰ 'সম' নহয়, বুলি অহা-যোৱাকৈ থাকে। তাৰ পৰাহে 'অসম' পাছলৈ অহম আৰু আজিকালি 'আহোম' নাম হ'ল। আহোমসকলে নিজৰ দেশক 'মুং-ডুন্-চুন্-খাম' (মুং=দেশ, ডুন্=পূৰ্ণ, চুন্=বাগিচা, খাম=সোণ) অৰ্থাৎ মূল্যবান সুন্দৰ বাগিচাৰে পৰিপূৰ্ণ দেশ বুলিলে।"

চুকাফাই বৰাহী আৰু মৰাণৰ যুৱতী চাৰিজনীক কুঁৱৰী কৰি আনিছিল অৱশ্যে তেওঁৰ আন কোনো জাতিৰ কুঁৱৰী আছিল যদিও জনা নাযায়। এওঁলোকৰ গৰ্ভৰ পৰা চুকাফাৰ দুজন পুত্ৰ আৰু এগৰাকী জীয়েকৰ জন্ম হৈছিল। জীয়েকক তেওঁ আবা অৰ্থাৎ মান দেশৰ ৰজা খুন্তাৰ বংশৰ কোঁৱৰ খুন্‌ক্যেওতলৈ বিয়া দিছিল।

গেইটৰ বুৰঞ্জী মতে, চুকাফাই ১২১৫ খ্ৰীষ্টাব্দত নৰা ৰজাৰ দেশ এৰিছিল যদিও বহু বছৰ ইফালে-সিফালে ঘূৰি ফুৰাৰ পাছত অসমত তেওঁ ১২২৮ চনৰ পৰাহে ৰাজ্য স্থাপন কৰা বুলি বুৰঞ্জীসমূহে কয়। গতিকে সেই বছৰতে আহোম ভেটি প্ৰতিষ্ঠা হোৱা বুলি কোৱা হয়। পদ্ম বৰকটকীয়ে তেওঁৰ দ্বাৰাই সম্পাদিত আলোচনী 'আজিৰ সময়'ৰ পাতত লিখিছিল—"আহোম যুগৰ ৬০০ বছৰীয়া ৰাজত্বৰ আৰম্ভণিটো অসমৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক জীৱনৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ ঐতিহাসিক দিন। সেইদিনাৰ পৰাই এই ভূখণ্ডৰ নাম 'অসম' হ'ল, ইয়াত প্ৰচলিত ভাষাটোৰ নাম 'অসমীয়া' হ'ল। জাতি-ধৰ্ম নিৰ্বিশেষে সকলো মানুহ অসমীয়া প্ৰজা হ'ল। ...অসমীয়া মানুহে নিজেই নিজৰ ৰজা বুলি কোৱাৰ গৌৰৱ, অসমীয়া ভাষাই তেতিয়াৰ ৰাজভাষাবোৰৰ অন্যতম স্বাধীন দেশৰ ভাষা বুলি গৰ্ব কৰাৰ সুযোগ, তাৰ আগতে পোৱা নাই।"

চুকাফাৰ মৃত্যু হৈছিল ১২৬৮ চনত। অনুমান কৰিব পাৰি যে তেওঁ প্ৰায় ৮৯ বছৰ জীয়াই আছিল। এনে দীৰ্ঘজীৱন লাভ কৰা চুকাফা মৃত্যুৰ সময়লৈ আছিল সম্পূৰ্ণ কৰ্মক্ষম ব্যক্তি। যিসময়ত চুকাফাই বহল মন লৈ বৃহত্তৰ অসম গঢ়াৰ পৰিকল্পনা কৰিছিল, সেই সময়ত দিল্লীৰ দৰবাৰত ৰাজত্ব চলাইছিল দাস বংশই। কুতুবমিনাৰ সজাৰ বাহিৰে আন বিশেষ একো কৃতিত্ব নথকা দাস বংশৰ বিষয়ে সমগ্ৰ ভাৰতবৰ্ষৰ বুৰঞ্জীবোৰত যিমান চৰ্চা হৈছে, তেনে হোৱা দেখা নাযায় অসমত ছশ বছৰ ধৰি ৰাজত্ব কৰা শ্ৰেষ্ঠ শাসক বংশ আহোমসকলৰ বিষয়ে। ... আহোমৰ দৰে শ্ৰেষ্ঠ ৰাজবংশ প্ৰতিষ্ঠা কৰি বিশ্বৰ অন্যতম সৰ্বশ্ৰেষ্ঠ প্ৰশাসক চুকাফাই যি কাম কৰিছিল, সেয়া সম্ৰাট বাবৰ, কুতুবুদ্দিন আনকি আলেকজেণ্ডাৰ বা মঙ্গোলিয়ান বীৰ চেঙ্গিজ খানৰ সৈতেও তুলনা কৰিব পাৰি।.. এই কথা সততে মনত ৰখাটো প্ৰয়োজন যে চুকাফাক বুজিব নোৱাৰিলে, চুকাফাক শ্ৰেষ্ঠ প্ৰশাসক হিচাপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে অসমীয়া জাতিয়েও বিশ্ব দৰবাৰত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিব।



(২)

# মাধৱ কন্দলি

শঙ্কৰদেৱৰ পূৰ্বসূৰী কবিসকলৰ ভিতৰত মাধৱ কন্দলিয়েই শ্ৰেষ্ঠ। মাধৱ কন্দলিক শঙ্কৰদেৱে 'পূৰ্ব কবি অপ্ৰমাদী' বুলি সন্মান জনোৱাৰ লগতে কন্দলিক 'হস্তী' বুলি নিজকে 'শহা' আখ্যা দিছে। মাধৱ কন্দলিৰ বহু পাছৰ কবি অনন্ত কন্দলিৰ আচল নাম আছিল হৰিচৰণ পাঠক। সেই সময়ত কন্দলি উপাধি আছিল তাৰ্কিক পণ্ডিতসকলৰ। গতিকে মাধৱ কন্দলিয়ে 'উপাধি'টো যদি পাণ্ডিত হিচাপেই পাইছিল, তেন্তে মাধৱ কন্দলিৰ নাম আৰু উপাধি প্ৰকৃততে কি আছিল, সেই সম্পৰ্কত বিশেষ জনা নাযায়। বহু ঠাইত নিজৰ পৰিচয় দিওঁতে তেওঁ মাধৱ কন্দলি বিপ্ৰ, দ্বিজবৰ মাধৱ কন্দলি বা কবিৰাজ মাধৱ কন্দলি বুলি লিখিছে। গতিকে এইবোৰ বিভিন্ন উপাধি তেওঁৰ পৃষ্ঠপোষক ৰজা বা পণ্ডিত সমাজৰ পৰা লাভ কৰিছিল বুলি অনুমান কৰিব পাৰি।

স্বৰ্গীয় কনকলাল বৰুৱাই চতুৰ্দশ শতিকাৰ শেষৰ ফালে নগাঁও জিলাৰ কপিলী উপত্যকাৰ বৰাহী ৰজাৰ আমোলতে মাধৱ কন্দলিয়ে ৰামায়ণৰ ভাঙনি কৰিছিল বুলি অভিহিত কৰিব খোজে, কিন্তু কালিৰাম মেধিয়ে ক'ব খোজে যে কন্দলিয়ে চতুৰ্দশ শতিকাৰ মাজভাগত ত্ৰিপুৰাৰ ৰজা মহামাণিক্যৰ অনুপ্ৰেৰণা লাভ কৰি ৰামায়ণ ৰচনা কৰে। আনফালে ড° বাণীকান্ত কাকতিয়ে অৱশ্যে মহামাণিক্যক চতুৰ্দশ শতিকাৰ আগভাগত ৰাজত্ব কৰা জয়ন্তাপুৰৰ কছাৰী ৰজা বুলিহে কৈছে। গতিকে মাধৱ কন্দলিয়ে কোন ঠাইত, কোনজন মহামাণিক্যৰ আশ্ৰয়ত থাকি ৰামায়ণ ভাঙনি কৰিছিল সেই সম্পৰ্কত মত পাৰ্থক্য আছে। মত পাৰ্থক্য আছে সময়ছোৱাক লৈয়ো, তেওঁ চতুৰ্দশ শতিকাৰ আগভাগৰ নে পাছৰছোৱাৰ কবি? মাধৱ কন্দলিয়ে নিজৰ বিষয়ে লিখিছে—

"কবিৰাজ কন্দলি যে আমাসেকে বুলিবয়/কৰিলোহো সৰ্বজন বোধে/ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে/বৰাহ ৰাজাৰ অনুৰোধে।"

কন্দলিৰ ৰামায়ণৰ প্ৰথম মুদ্ৰিত সংস্কৰণ প্ৰকাশ কৰোতে মাধৱ চন্দ্ৰ বৰদলৈয়ে তেওঁৰ পাতনিত অনুমান কৰিছিল যে মহামাণিক্য জয়ন্তাপুৰৰ জয়ন্তা-কছাৰী ৰজা বিজয়মাণিক, ধনমাণিক আৰু যশমাণিক— এই তিনিজনৰ এজন হ'ব লাগিব। জয়ন্তাপুৰৰ কছাৰী ৰজাসকলক বৰাহী ৰজা বুলি জনা গৈছিল আৰু তেওঁলোকে নিজকে জয়ন্তাপুৰেশ্বৰ বুলিছিল। এওঁলোকে দ্বাদশ শতিকাৰ পৰা চতুৰ্দশ শতিকালৈ নগাঁও জিলাৰ বিস্তৃত ভূমিত ৰাজত্ব কৰিছিল।

বৰদলৈয়ে পুথিৰ 'বৰাহ' শব্দটোৰ লগত বড়ো বা বৰো শব্দৰ সম্পৰ্ক আছে বুলি জ্ঞান কৰিছে। সেইবাবেই তেওঁ মাধৱ কন্দলিক আধুনিক নগাঁও জিলাৰ লোক বুলি অভিহিত কৰিছে।

ড° বাণীকান্ত কাকতিয়ে মহামাণিক্যক জয়ন্তাপুৰৰ কছাৰী ৰজা বুলি অভিহিত কৰাৰ লগতে ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা কন্দলিৰ সাহিত্যৰাজিৰ ৰচনাকাল চতুৰ্দশ শতিকাৰ পাছলৈ যাব নোৱাৰে বুলি কৈছে। কাৰণ কন্দলিৰ ভাষাৰ পাছৰ যুগত অপ্ৰচলিত ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক বিশেষত্ব দেখা পোৱা যায়।

মাধৱ কন্দলিৰ জীৱিত সময় বা তেওঁৰ পৃষ্ঠপোষক ৰজাজনক লৈ যথেষ্ট মতান্তৰ থাকিলেও এটা কথা ঠিক যে মাধৱ কন্দলি যথেষ্ট অধ্যয়নশীল পণ্ডিত আছিল। কাৰণ উত্তৰ ভাৰতৰ বিভিন্ন ভাষাত ৰচিত ৰামায়ণৰ ভিতৰত মাধৱ কন্দলিৰ ৰামায়ণেই সবাতোকৈ আগত ৰচিত। কন্দলিৰ ৰামায়ণ ৰচনাৰ প্ৰায় এশ-ডেৰশ বছৰৰ পাছতহে হিন্দী, বঙালী, উড়ীয়া আদি ভাষালৈ ৰামায়ণ অনুদিত হয়। মাধৱ কন্দলিৰ কৃতিত্বৰ বিষয়ে ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"ইমান প্ৰাচীন হ'লেও মাধৱ কন্দলিৰ ভাষা আৰু ৰচনাশৈলীত ভাব প্ৰকাশৰ অক্ষমতা বা দুৰ্বলতা দেখা নাপাওঁ, বৰং তেওঁৰ সবল আৰু সতেজ ভাষাত আৰু ৰচনাভঙ্গীত পূৰ্ণ বিকশিত সাহিত্যিক ঠাঁচ এটাৰ নিদৰ্শন পাওঁ। তেওঁৰ নিটোল সাহিত্যিক ঠাঁচে এটি ধাৰাবাহিক সাহিত্য পৰম্পৰাৰ স্পষ্ট আভাস দিয়ে। মাধৱ কন্দলিয়ে তুলসী দাস (হিন্দী) বা কৃত্তিবাস (বঙালী)ৰ দৰে বাল্মিকীৰ ৰামায়ণত নথকা কথা, অন্য পুৰণি বা উপ-ৰামায়ণৰ পৰা সংগ্ৰহ কৰি আনি তেওঁৰ ৰামায়ণত অন্তৰ্ভুক্ত কৰা নাই। কন্দলিয়ে বাল্মিকীৰ বৰ্ণনাকে চমুকৈ অসমীয়াত ৰূপ দিছে। আখ্যান, ঘটনা পৰম্পৰা, পৰিবেশৰ সৌন্দৰ্য আৰু প্ৰভাৱশীলতা অব্যাহত ৰাখিবৰ কাৰণে যিখিনি বৰ্ণনা অপৰিহাৰ্য, সেইখিনি কন্দলিযে অনুবাদত ৰক্ষা কৰিছে। অনুবাদ কৰোতে পাঠকৰ ৰুচি আৰু সৌন্দৰ্য এই দুটা কথালৈ সততে দৃষ্টি ৰাখিছে। সাম্প্ৰদায়িক বা ধাৰ্মিক মতবাদক প্ৰাধান্য দি কাব্যোচিত সৌন্দৰ্যক ক'তো তল পেলাব বা হেঁচি ধৰিব বিচৰা নাই। এই কাৰণেই শব্দ প্ৰয়োগ, অলঙ্কাৰ প্ৰয়োগ আৰু চিত্ৰ ৰচনাৰ ক্ষেত্ৰত তেওঁ কল্পনাক পঙ্গু কৰি ৰখা নাই।"

বাল্মিকীৰ সম্পূৰ্ণ ৰামায়ণখন যদিও মাধৱ কন্দলিয়ে অসমীয়ালৈ চমুকৈ ভাঙনি কৰিছিল বুলি কোৱা হয়, তথাপি মূল ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড মাধৱ কন্দলিৰ ৰামায়ণত পোৱা নাযায়। আনকি মাধৱ কন্দলিৰ ঠিক পাছৰে শঙ্কৰদেৱৰ সময়তে এই আদিকাণ্ড আৰু উত্তৰাকাণ্ড বিচাৰি পোৱা নগ'ল। সেইবাবেই এটা কথা সন্দেহ হ'ব পাৰে যে মাধৱ কন্দলিয়ে এই দুটা কাণ্ড

অনুবাদ কৰাই নাছিল । আনফালে কিন্তু লঙ্কাকাণ্ডৰ শেষত 'সাত কাণ্ড ৰামায়ণ সদ বন্ধে নিবন্ধিলো লম্ভা পৰিহৰি সাৰোদ্ধৃতে' বুলি মাধৱ কন্দলিয়ে লিখা দেখি এই কথাও অনুমান কৰিব পাৰি যে তেওঁ ৰচনা কৰা প্ৰাপ্ত পাঁচ কাণ্ডৰ বাহিৰেও আদি আৰু উত্তৰাকাণ্ডও ৰচনা কৰি সাত কাণ্ড ৰামায়ণ সম্পূৰ্ণ কৰিছিল। যদিও বাকী দুটা কাণ্ড কিবা কাৰণত কালৰ গৰ্ভত লীন গ'ল আৰু পাছত শঙ্কৰদেৱ আৰু মাধৱদেৱে আদি আৰু উত্তৰাকাণ্ড সংযোগ কৰি সাত কাণ্ড ৰামায়ণ সম্পূৰ্ণ কৰিছিল।

ড° মহেশ্বৰ নেওগে মাধৱ কন্দলিৰ ৰামায়ণক 'অতি মনোৰম' আখ্যা দিছে। তেওঁ লিখিছে—"যদিও মাধৱ কন্দলিৰ ৰামায়ণ তেওঁৰ মৌলিক ৰচনা নহয়, তথাপি তেওঁৰ কাব্যত সমসাময়িক দুই-এটি কথাৰ ইঙ্গিত পোৱা যেন লাগে। অযোধ্যা কাণ্ডত দশৰথৰ মৃত্যুৰ পাছত পাত্ৰসকলৰ কথা কওঁতে 'সন্ধিকৈ' শব্দৰ ব্যৱহাৰ কৰাটো লক্ষ্য কৰিবলগীয়া। মাথো এযাই নহয়; ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, কায়স্থ আদিৰ উল্লেখৰ লগতে তেলী, তাঁতী, সোণাৰি, কঁহাৰ, শঙ্খাৰি, বণিয়া, সুতাৰ, ধোবা, হাড়ি, চমাৰ আদিৰ উল্লেখ মন কৰিবলগীয়া।"

আচলতে এইবোৰ উপাধি তথা এইবোৰ কাম কৰি জীৱিকাৰ্জন কৰাসকলৰ বিষয়ে হয়তো ৰামায়ণত স্থান দিছে এইবাবেই যাতে তেওঁলোকেও সেয়া নিজৰ কাব্য বুলি গ্ৰহণ কৰে আৰু ৰামক দূৰৰ নহয় ওচৰতে ৰাজপুৰুষ-মহাপুৰুষ বুলি জ্ঞান কৰে। মাধৱ কন্দলিয়ে ৰজাৰ পৃষ্ঠপোষকতাত আৰামৰ জীৱন-যাপন কৰিও এই তৃণমূল শ্ৰেণীৰ বিষয়ে যে চিন্তা কৰিব পাৰিছিল, তাতেই তেওঁৰ মাহাত্ম্য ফুটি উঠে।

ভাৰতীয় সাহিত্যৰ উপমাৰ ক্ষেত্ৰত মহাকবি কালিদাসক শ্ৰেষ্ঠতম বুলি কোৱা হয়। অসমীয়া সাহিত্যত মাধৱ কন্দলিৰ উপমা নৈপুণ্য তাই নিঃসন্দেহে শীৰ্ষস্থান লাভ কৰে। মানুহৰ ৰূপ-সৌন্দৰ্য, নগৰৰ বাহ্যিকতা আৰু প্ৰকৃতিৰ বৰ্ণনাত মাধৱ কন্দলিৰ দৰে আৰু সফল কবি নাই বুলিলেও মিছা কোৱা নহয়।

অসমৰ বৈষ্ণৱ যুগৰ বা তাৰ পৰৱৰ্তীকালৰ অধিকাংশ কবি-সাহিত্যিকেই শঙ্কৰদেৱ অথবা মাধৱদেৱৰ ৰচনাৰ প্ৰভাৱমুক্ত নহয়। অথচ মাধৱ কন্দলিয়ে যিসময়ত ৰামায়ণৰ অনুবাদ কৰিছিল, তেতিয়া তেওঁক প্ৰেৰণা দিব পৰা কোনো কবি-সাহিত্যিকৰেই অসমত জন্ম হোৱা নাছিল। অৱশ্যে বাল্মিকীৰ ৰামায়ণৰ অনুবাদক বুলি ক'লে মাধৱ কন্দলিৰ ক্ষেত্ৰত ভুল কোৱা হ'ব। কাৰণ মাথো বাল্মিকীৰ কাহিনীভাগহে গ্ৰহণ কৰি সম্পূৰ্ণ মৌলিকভাৱে তেওঁ এই ৰচনাৰাজি লিখি উলিয়াইছিল। আনকি তেওঁৰ ৰচনাত নিজৰ দেশ প্ৰাচীন কামৰূপৰ বৰ্ণনাও বহুলভাৱে দিছে।

মাধৱ কন্দলিয়ে যিজন ৰজাৰ অনুৰোধমতে ৰামায়ণ লিখিছিল, সেই

বৰাহী ৰজাগৰাকীক আনসকলৰ দৰে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়েও বড়ো-কছাৰী জাতিৰ ৰজা বুলি কৈছে। পণ্ডিত গোস্বামীৰ মতে, বৰাহীসকল হ'ল হিন্দুধৰ্ম গ্ৰহণ কৰা কছাৰীসকলৰ এটা শাখা। এনে এজন ৰজায়ো তেতিয়া যদি মাধৱ কন্দলিক অসমীয়া ভাষাত ৰামায়ণ ৰচনাৰ উৎসাহ দিব পাৰে, তেন্তে ক'ব লাগিব যে সেই সময়ত বৰ্তমান অসম তথা ইয়াৰ ওচৰ চুবুৰীয়া অঞ্চলসমূহত অসমীয়াই আছিল বিভিন্ন জাতিৰ সংযোগী ভাষা।

মাধৱ কন্দলিৰ জন্ম কথা, বংশ পৰিচয় তথা জীৱনটো ধুঁৱলি-কুঁৱলি। তেওঁৰ সময়ৰ কোনো লেখকেই (বা নিজেও) তেওঁৰ জীৱনৰ বিষয়ে লিখি নগ'ল। সেইবাবেই এইজনা মহৎ অসমীয়াৰ বিষয়ে আমি বিশেষ একো জনাটো সম্ভৱ নহ'ল। কথা গুৰুচৰিতত এজন মাধৱ কন্দলিৰ কথা উল্লেখ আছে। এইজনা কন্দলি আছিল শঙ্কৰৰ শিক্ষক মহেন্দ্ৰ কন্দলিৰ টোল পৰিদৰ্শন কৰিবলৈ অহা ৰাঘ' আচাৰ্যৰ গুৰু। এইজন কন্দলি ৰামায়ণ ৰচোঁতাজনো হ'ব পাৰে।... যিয়েই নহওক, মাধৱ কন্দলি আমাৰ মাজত চিৰকাল জীয়াই থাকিব তেওঁৰ ৰামায়ণখনৰ বাবে। তেতিয়া নিচেই চালুকীয়া অৱস্থাত থকা অসমীয়া ভাষাতো তেওঁ যে কিমান ৰূপ-ৰস, উপমা আৱিষ্কাৰ কৰিছিল, সেয়া দেখি আচৰিত নৈহে নোৱাৰি।

ৰামায়ণৰ বাহিৰেও 'দেৱজিৎ' নামৰ আন এক কাব্য মাধৱ কন্দলিয়ে লিখা বুলি বহুতেই অনুমান কৰে। নৰনাৰায়ণ অৰ্থাৎ মহাভাৰতৰ অৰ্জুন আৰু কৃষ্ণৰ মাহাত্ম্য বৰ্ণনা কৰি লিখা এই কাব্যৰ কোনো কোনো পাঠত মাথো 'মাধৱ' নামহে পোৱা যায়। তদুপৰি দেৱজিতৰ ভাষা মাধৱ কন্দলিৰ ৰামায়ণৰ বহু নিম্ন খাপৰ, গতিকে এই ৰচনা মাধৱ কন্দলিৰ নহয় বুলিহে কোৱাৰ থল বেছি।

যিয়েই নহওক ৰামায়ণখনক উত্তৰ ভাৰতৰ আন ভাষাবোৰতকৈ এশ-ডেৰশ বছৰৰ আগতেই ভাঙনি কৰি মাধৱ কন্দলিয়ে যি কৃতিত্ব দেখুৱালে আৰু অসমীয়া সাহিত্যৰ মাইলৰ প্ৰথমটো খুঁটি পুতিলে, তাৰ বাবে তেওঁক এজন শ্ৰেষ্ঠ অসমীয়াৰ স্থানত নিশ্চয় থ'ব পাৰি ।



(৩)

# শ্ৰীমন্ত শঙ্কৰদেৱ

শঙ্কৰদেৱৰ জন্মৰ তিনিদিনৰ পাছতেই মাতৃ সত্যসন্ধ্যাৰ মৃত্যু হৈছিল। সেই সময়ত হেজাৰটা সংস্কাৰত নিমজ্জিত ওচৰ চুবুৰীয়াই হয়তো ভাবিছিল, শিশুটিৱে বহু দুৰ্ভাগ্য লৈ পৃথিৱীলৈ আহিছে। কিন্তু আইতাক খেৰসুতীৰ আদৰ-যত্নত আৰু মহেন্দ্ৰ কন্দলিৰ শিক্ষাত কুসুম্বৰ ভূঞাৰ সন্তান শঙ্কৰদেৱে অতি সোনকালেই নিজৰ প্ৰতিভাৰ স্বাক্ষৰ দেখুৱাইছিল। আকাৰ-ইকাৰ নোহোৱাকৈ পদ্য লিখিছিল, খেদি গৈ বনৰ হৰিণা ধৰিছিল, ভৰ বাৰিষাৰ ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছিল। আনকি গোটেই জীৱনজুৰি অসংখ্য কৰ্ম কৰি অৱৰ্ণনীয় কষ্ট ভোগ কৰাৰ পাছতো এই পুৰুষগৰাকী ১২০ বছৰ জীয়াই আছিল।

শঙ্কৰদেৱৰ মাতৃ সত্যসন্ধ্যাৰ বহুদিনলৈ কোনো সন্তান-সন্ততিৰ জন্ম হোৱা নাছিল। শ্ৰীহৰি ভূঞাৰ পুত্ৰ হৃদয়ানন্দ, হৃদয়ানন্দৰ পুত্ৰ অনিৰুদ্ধৰ কন্যা সত্যসন্ধ্যাৰ কোনো সন্তানৰ জন্ম নোহোৱাত কুসুম্বৰ ভূঞাই শ্ৰীপতি ভূঞাৰ কন্যা অনুধৃতিক দ্বিতীয়া পত্নী হিচাপে বিয়া কৰাইছিল।... শঙ্কৰৰ সাত বছৰ হওঁতেই পিতাকৰ মৃত্যু ঘটে। তাৰ কেই বছৰমানৰ পাছত কম বয়সতে 'শিৰোমণি ভূঞা'ৰ বিষয়বাব পোৱা বাবে 'ডেকাগিৰী' নামেৰেও শঙ্কৰে প্ৰসিদ্ধি পাইছিল। কিন্তু এই বিষয়বাবৰ প্ৰতি তেওঁৰ মুঠেই স্পৃহা নাছিল বাবে সেয়া কিছুদিনৰ পাছতেই ত্যাগ কৰিছিল।

শঙ্কৰদেৱৰ পৰা অসমীয়াই সকলো ধৰণৰ প্ৰেৰণা পাব পাৰে। খেল-ধেমালিৰ পৰা মানৱ প্ৰেমৰ, আশাবাদৰ পৰা সাহিত্য-সংস্কৃতি প্ৰেমৰ, অসমীয়াৰ জনজীৱনৰ সকলো ক্ষেত্ৰতে শঙ্কৰদেৱৰ প্ৰয়োজন আছে। কেতিয়াবা ভাব হয় শঙ্কৰদেৱৰ পূৰ্বপুৰুষ লণ্ডাদেৱ যদি কনৌজৰ পৰা জমিদাৰী এৰি গুচি নাহিলেহেঁতেন অথবা তেওঁৰ পুত্ৰ চণ্ডীবৰক যদি কমতেশ্বৰ দুৰ্লভ নাৰায়ণদেৱে 'শিৰোমণি ভূঞা' খিতাপ দি কমতাপুৰৰ পূৰ্বাঞ্চলৰ শাসনকৰ্তা নাপাতিলেহেঁতেন, তেন্তে শঙ্কৰদেৱৰ দৰে এজন পুৰুষৰ জন্ম অসমত হ'লহেঁতেননে নাই সন্দেহ। চণ্ডীবৰৰ নাতি সূৰ্যবৰ, এই সূৰ্যবৰৰে পুত্ৰ আছিল শঙ্কৰদেৱৰ পিতৃ কুসুম্বৰ।... শঙ্কৰদেৱৰ পূৰ্বপুৰুষ আছিল জমিদাৰ অথবা শাসক। শঙ্কৰদেৱৰো যি ইচ্ছা তাকেই কৰাৰ 'অফুৰন্ত প্ৰতিভা' আছিল। কিন্তু সেই সময়ৰ মানুহৰ যি অন্ধ কু-সংস্কাৰ, আত্মস্বাৰ্থ সৰ্বস্বতা, পৰিশ্ৰমহীনতা, হিংসা-কপটতা- এইবোৰে তেওঁক দুখ দিছিল। সেইবাবেই এইবোৰ বদগুণৰ

পৰা অসমীয়াক উদ্ধাৰ কৰাৰ নিমিত্তে, বিশৃঙ্খলিত সমাজখনক সংগঠিত কৰাৰ নিমিত্তে নির্মল ভাগৱতী ধর্ম প্রচাৰত তেওঁ নিমজ্জিত হৈছিল। অৱশ্যে ধর্মৰ প্রতি তেওঁৰ ভক্তি সৰুৰে পৰাই থাকিলেও শিক্ষা সাং কৰি ২১ বছৰত (১৪৭০ চনত) সূৰ্যৱতী নামৰ গাভৰু এগৰাকীক বিয়া পাতাৰ আগতেই পিতৃৰ বিষয়বাব 'শিৰোমণি ভূঞা'ৰ দায়িত্বভাৰ গ্রহণ কৰিছিল। কিন্তু এটি কন্যা সন্তান মনুৰ জন্ম দিয়েই সূৰ্যৱতীৰ মৃত্যু হোৱাত শঙ্কৰদেৱৰ মনত বৈৰাগ্য ভাব জন্মে (পাছত অৱশ্যে আকৌ বিয়া পাতে) আৰু ১৪৮১ চনৰ পৰা প্ৰায় ১২ বছৰকাল কেইগৰাকীমান সঙ্গীৰে ভাৰতৰ বিভিন্ন তীর্থস্থান ভ্ৰমণ কৰে আৰু গণতান্ত্ৰিক ৰূপৰ নৱবৈষ্ণৱ আন্দোলনৰ ঢৌৱে তেওঁকো চুই যায়। সেই সময়তে তীৰহুতৰ জগন্নাথ মিশ্ৰই বৰদোৱাত শ্ৰীধৰ স্বামীৰ টীকা সম্বলিত ভাগৱত পুৰাণ এখন শঙ্কৰক উপহাৰ দিয়েহি। তাৰ পাছতে 'কীৰ্তন ঘোষা' ৰচনা কৰি সেই পুথিৰেই শঙ্কৰদেৱে বৈষ্ণৱ ধর্ম প্রচাৰৰ কামত আত্মনিয়োগ কৰে। বৰদোৱাত প্ৰথম কীৰ্তন ঘৰ সাজি ভক্তগণক একত্ৰিত কৰাৰ কথা চিন্তা কৰে। তাৰ পাছতে বিভিন্ন ঠাইত সত্ৰ আৰু নামঘৰ নিৰ্মাণ কৰা হয়। সেই সময়তেই অশিক্ষিত ভক্তসকলক সহজে ভগৱানৰ মহিমা বুজাবৰ বাবে 'চিহ্নযাত্ৰা'ৰে ভাওনাৰ বুৰঞ্জী আৰম্ভ হয় শঙ্কৰদেৱৰ উদ্যোগতেই।

নৱবৈষ্ণৱ জাগৰণৰ বিশেষত্ব আছিল, এই ধৰ্ম একেশ্বৰবাদী। হিন্দু ধৰ্মৰ তেত্ৰিশ কোটি দেৱতাক পূজা কৰাটো এই জাগৰণ মতে, অন্ধ সংস্কাৰ। যাগ যজ্ঞ, ব্ৰত বা তপস্যাতকৈও ভক্তি আৰু প্ৰেমৰ দ্বাৰাহে ভগৱানৰ উপলব্ধি হয় বুলি বৈষ্ণৱবাদীসকলে কয়। এই বৈষ্ণৱ ধৰ্মৰ ক্ষেত্ৰ গণতান্ত্ৰিক, ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে সকলোৱে এই ধৰ্ম গ্ৰহণ কৰিব পাৰে। নীচ কুলত জন্মগ্ৰহণ কৰাজনো নিজ একাগ্ৰতাৰ বলত ক্ৰমশঃ উচ্চাসনত বহিব পাৰে। তদুপৰি নৱবৈষ্ণৱ আন্দোলনে বেছিভাগ ক্ষেত্ৰতে বিভিন্ন ঠাইৰ ভাষাক (ভক্তক নিজ ভাষাত শিক্ষা দান) প্ৰচাৰ মাধ্যমৰূপে গ্ৰহণ কৰাত বিভিন্ন পুৰাণ, ধৰ্মশাস্ত্ৰ আৰু ইতিহাস বিভিন্ন ভাষালৈ অনূদিত হয়। আৰু অন্যান্য ভাষাবোৰৰ দৰেই অসমীয়া ভাষাৰো শ্ৰীবৃদ্ধি হয়।

যদিও বৈষ্ণৱ সাহিত্য অনুবাদমূলক, তথাপি সকলো ৰচনাৰ অনুবাদ ৰীতি সম্পূৰ্ণ একে নহয়। কোনো কোনো সাহিত্যৰ মাথো জঁকাটোহে ৰাখি অনূদিত হৈছে, সিবোৰক মৌলিক সাহিত্য বুলি ক'লেও দোষে নুচুৱে। শঙ্কৰদেৱ প্ৰমুখ্যে অনুবাদসকলে য'তে সুবিধা পাইছে, স্থানীয় পৰিবেশৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছে, যাতে স্থানীয় লোকসকলে সেয়া সম্পূৰ্ণ নিজৰ সংস্কৃতি তথা ধৰ্মমূলক সাহিত্য বুলি গ্ৰহণ কৰে। সেইবাবে এইবোৰ সাহিত্যত সম্পূৰ্ণ অসমৰ পৰিবেশ, সংস্কৃতি, বাদ্যযন্ত্ৰ গছ-গছনি, পশু-পক্ষী আদিৰ কথা সোমাই পৰিছে। তদুপৰি মূল গ্ৰন্থত থকা নিৰস তত্ত্বগধুৰ কথাখিনি যিমানদূৰ সম্ভৱ সৰল কৰি

হৈছে। অৱশ্যে তেনে কৰিলেও কাব্যিক সৌন্দৰ্য আৰু ৰসানুভূতি অটুট ৰখাৰ চেষ্টা কৰা হৈছে।

অসমীয়া সাহিত্যত শঙ্কৰদেৱৰ অৱদানক চমুকৈ এনেদৰে বিভক্ত কৰিব পাৰি—

(ক) কাব্য ঃ (১) হৰিশ্চন্দ্ৰ উপাখ্যান, (২) ৰুক্মিণী হৰণ, (৩) বালিচলন, (৪) অমৃত মন্থন, (৫) অজামিল উপাখ্যান আৰু কুৰুক্ষেত্ৰ।

(খ) ভক্তিতত্ত্ব ঃ (১) ভক্তি প্ৰদীপ, (২) ভক্তি ৰত্নাকৰ, (৩) নিমি-নৱসিদ্ধ সংবাদ, (৪)অনাদিপতন।

(গ) অনুবাদমূলক ঃ (১) ভাগৱতৰ ১ম, ২য়, ৬ষ্ঠ, ৮ম, ১১শ, ১২শ স্কন্ধ আৰু (২) উত্তৰাকাণ্ড ৰামায়ণ।

(ঘ) অঙ্কীয়া নাট ঃ (১) চিহ্নযাত্ৰা, (২) পত্নী প্ৰসাদ, (৩) কালিয় দমন, (৪) কেলিগোপাল, (৫) ৰুক্মিণী হৰণ, (৬) পাৰিজাত হৰণ আৰু (৭) ৰাম বিজয়।

(ঙ) গীত ঃ (১) বৰগীত, (২) ভটিমা, (৩) টোটয় আৰু (৪) চপয়।

(চ) নাম প্ৰসঙ্গ ঃ (১) কীৰ্তন আৰু (২) গুণমালা।

মহাপুৰুষ শঙ্কৰদেৱ মাথো সাহিত্যিক অথবা ধৰ্ম প্ৰচাৰকেই নাছিল, তেওঁ আছিল সমাজ সংস্কাৰক, দাৰ্শনিক, গণতান্ত্ৰিক ব্যৱস্থাৰ প্ৰৱৰ্তক, পৰ্যটক আৰু বৈজ্ঞানিক চিন্তাধাৰাৰ ক্ষেত্ৰত আগৰণুৱা ব্যক্তি। গোটেই জীৱনকাল তেওঁ মাথো ঈশ্বৰ বিশ্বাসতেই মজি থকা নাছিল, তেওঁ ভাবিছিল এই বিশ্বাসেৰে জনগণৰ কেনেকৈ হিত সাধন হয় আৰু চিন্তা-চৰ্চাৰ উন্নতি হয়। দায়িত্ববোধৰ প্ৰতি তেওঁ আছিল অতি সচেতন ব্যক্তি। তেওঁৰ কিশোৰাৱস্থাতেই দেউতাকৰ মৃত্যু হয়, তাৰ পাছৰে পৰাই তেওঁ সমগ্ৰ জীৱন পাৰিবাৰিক আৰু সামাজিক দায়িত্ব লৈয়েই কাম কৰি গ'ল। হেজাৰটা দুখেও তেওঁক গলাব পৰা নাছিল। আশাবাদৰ যি ফুল তেওঁৰ অন্তৰত ফুলিছিল, তাৰ সৌন্দৰ্য সকলোৰে দৰ্শন হৈছিল আৰু সুগন্ধি বিয়পিছিল চাৰিওফালে। তেওঁ যেনেদৰে এফালে আছিল চূড়ান্ত ভাৱবাদী, আনফালে আকৌ শৰীৰ বিজ্ঞানক লৈ সচেতন। পৌৰাণিক আখ্যানৰ মাজেৰে ভক্তিবাদৰ মাহাত্ম্য প্ৰকাশ কৰাৰ লগতে শৰীৰ বিজ্ঞান, উদ্ভিদ বিজ্ঞান, বুৰঞ্জী আদিৰ গুৰুত্ব উপলব্ধি কৰি সেই সম্পৰ্কেও লিখি থৈ গৈছে। মেৰু বা হিমালয় পৰ্বত আৰু তাৰ লগত থকা সৰু-বৰ শৃঙ্গবোৰৰ অৱস্থান, দীৰ্ঘতা, উচ্চতা, প্ৰস্থ, ভূগৰ্ভত সোমাই থকা অংশ আদিৰ ভৌগোলিক আৰু ভূতাত্ত্বিক বিৱৰণ শ্ৰীমদ্ভাগৱতৰ তৃতীয় স্কন্ধত পোৱা যায়। শৰীৰ বিজ্ঞানৰ বিষয়েও এই স্কন্ধত আৰু চতুৰ্থ স্কন্ধত পোৱা যায়। পুৰুষ-স্ত্ৰীৰ সম্ভোগৰ দিন ধৰি মাতৃগৰ্ভত ভ্ৰূণে স্থিতি লোৱাৰ পৰা আৰম্ভ কৰি প্ৰতিটো দিন অথবা মাহত গৰ্ভস্থ সন্তানৰ অৱস্থা আৰু মাকে খোৱা খাদ্য কেনেকৈ সন্তানে পায়,

তাৰ বিস্তাৰিত ব্যাখ্যাও আছে। তদুপৰি শঙ্কৰদেৱৰ লিখাত মানৱ শৰীৰ গঠনৰ পঞ্চভূতৰ ব্যাখ্যাও দাৰ্শনিক তত্ত্বমূলক নহৈ বৈজ্ঞানিক চিন্তাধাৰাৰ প্ৰৱেশ ঘটিছে। মাথো এয়াই নহয় শঙ্কৰদেৱৰ সমস্ত কৰ্ম আৰু ৰচনাৰাজি ভালদৰে অধ্যয়ন কৰিলে তেওঁক এজন সম্পূৰ্ণ আধুনিক চিন্তাবিদ বুলিহে ক'বলৈ মন যায়।

শঙ্কৰদেৱে অসমীয়া জাতিক সু-সংগঠিত কৰিছিল। কাৰণ এটা জাতি সু-সংগঠিত হ'বৰ বাবে যি সংস্কৃতি আৰু সাংস্কৃতিক ক্ষেত্ৰৰ প্ৰয়োজন, সেয়া গঢ় দিছিল তেৱেঁই। জ্যোতিপ্ৰসাদ আগৰৱালাই এই সম্পৰ্কত লিখিছে—"শঙ্কৰে দিয়া সংস্কৃতিৰ নাম হৈছে কৃষ্ণ। কৃষ্ণ শব্দৰ বৈয়াকৰণিক অৰ্থ হৈছে সংস্কৃতি। আজি আমি ভাৰতীয়ই, ইউৰোপীয়ই, মঙ্গোলীয়ই, গণতান্ত্ৰিকে যাক সংস্কৃতি বুলি কওঁ— পুৰণি ভাৰতত থকা হিন্দু সংস্কৃতি গঢ়া আৰু সেইমতে চলা ভাৰতৰ মানুহখিনিয়ে সংস্কৃতিক কৃষ্ণ বুলি নাম দিছিল আৰু কৃষ্ণ বুলি উপাসনা, পূজা আৰু কৃষ্ণই দেখুওৱা আদৰ্শ মতে মানৱ জীৱনত আগবাঢ়িছিল। সত্য, ত্ৰেতা যুগ পাৰ হৈ দ্বাপৰত আহি ভাৰতীয় সংস্কৃতিয়ে যি ৰূপ ধৰিলে, সেই ৰূপটোৱেই হৈছে কৃষ্ণ। সেই ভাৰতীয়ৰ মহান ঐতিহ্যকেই, সেই ঐতিহ্যৰ কৃষ্ণৰূপী সংস্কৃতিকেই শ্ৰীমন্ত শঙ্কৰে উপনিষদ, ভাগৱতৰ পৰা উলিয়াই আনি সেই যুগৰ উপযোগী কৰি আমাক দি থৈ গ'ল।"

নামঘৰৰ দৰে উপাসনা গৃহ আৰু সামজিক তথা সাংস্কৃতিক কেন্দ্ৰ স্থাপন কৰি ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে সকলোৰে অবাধ প্ৰৱেশ ঘটাই শঙ্কৰদেৱে জাতি ভেদ দূৰ কৰি যি এক বৃহৎ অসমীয়া জাতি গঢ়িবলৈ অহোপুৰুষাৰ্থ কৰিলে, তাৰ তুলনা নাই। নহ'লে আজি অসমীয়া নামৰ সু-সংগঠিত জাতি অথবা সেই জাতিৰ সাহিত্য আৰু সংস্কৃতিৰ যি মৰ্যাদা, সেয়া নাথাকিলেহেঁতেন! শঙ্কৰদেৱৰ বিষয়ে ভালদৰে অধ্যয়ন কৰা মানুহে বুজিব তেওঁৰ প্ৰতিভা কিমান, তেওঁৰ দূৰদৃষ্টি আৰু মহত্ত্ব কিমান, অসমীযা জাতি গঠনত তেওঁৰ অৰিহণা কিমান?

শিৱনাথ বৰ্মনে তেওঁৰ 'শ্ৰীমন্ত শঙ্কৰদেৱ : কৃতি আৰু কৃতিত্ব' নামৰ গ্ৰন্থখনত লিখিছে - "শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন-তৃষ্ণা আছিল প্ৰবল। ক'বলৈ গ'লে, এই জীৱন-তৃষ্ণায়েই তেওঁক বাধ্য কৰাইছিল মানবীয় জীৱনৰ প্ৰায় প্ৰতিটো ক্ষেত্ৰতে বিচৰণ কৰিবলৈ। অলপে তেওঁক সন্তুষ্টি দিব নোৱাৰিছিল।. ... তেওৰ আছিল বৈপ্লৱিক মন আৰু সমস্ত প্ৰতিকূল অবস্থাৰ সম্মুখীন হৈয়ো নিজৰ বৈপ্লবিক সদা টগবগ গতিশীল মনটো সামাজিক স্থিতাবস্থাৰ পক্ষপাতী নাছিল। বহুকাল জুৰি ঠিহিৰা মাৰি থকা অসমীয়া সমাজখনক নতুন আদৰ্শৰ সাৰ-পানীৰে সজীৱ কৰি তোলাৰ বাবে তেওঁৰ মনটো আছিল চিৰ-ব্যাকুল। তেওঁৰ যুগৰ পৰিপ্ৰেক্ষিতত শঙ্কৰী ধৰ্ম আছিল এটা বৈপ্লবিক আদৰ্শ। একেধাৰে চিন্তাবিদ আৰু কৰ্মবীৰ শঙ্কৰদেৱে তেওঁৰ এই আদৰ্শকে মাথো প্ৰচাৰ কৰিয়েই ক্ষান্ত থকা নাছিল, তাক বাস্তৱত ৰূপ দিবলৈও তেওঁ উঠিপৰি লাগিছিল।

দেখদেখকৈ ই এক সহজ কর্ম নাছিল। পৰিয়ালৰ লোককে ধৰি সমাজৰ প্ৰতিষ্ঠিত প্ৰমূল্যসমূহৰ ধাৰক আৰু বাহকসকলে এই ক্ষেত্ৰত তেওঁৰ ওপৰত জাপি দিছিল অজস্ৰ জঞ্জাল আৰু যন্ত্ৰণা। কিন্তু এনেবোৰ প্ৰতিকূল ধুমুহাৰ মাজতো পথৰুৱা বৰগছৰ দৰে অটল হৈ আছিল তেওঁৰ বিশ্বাসৰ গাঢ়তা; তেওঁৰ নীতিৰ দাৰ্ঢ্য। সোঁতৰ বিপৰীতে অকলে সাঁতুৰি সকলো ধৰণৰ অপমান আৰু গঞ্জনা মূৰ পাতি লোৱাৰ সাহস তেওঁৰ আছিল। ........বিপ্লবী হৈও তেওঁ আছিল বিনয়ী ; নীতিত দৃঢ় হৈও তেওঁ আছিল নম্ৰ। 'ঈৰিষা-অসূয়া-তিৰস্কাৰ-অহংকাৰ' আদি সাম্প্ৰতিক কালৰ 'বিপ্লবী' শিল্পী-সাহিত্যিকসকলৰ যিবোৰ বৈশিষ্ট্য, সিবোৰৰ তেওঁ উৰ্দ্ধত আছিল।"

এটা কথা ঠিক যে আজিৰ পৰা চাৰে পাঁচশ বছৰৰ আগতেই জন্ম হোৱা এইজনা পুৰুষৰ 'বন্দনা' কৰা বা মহত্ত্ব উপলব্ধি কৰা মানুহৰ সংখ্যা বৃদ্ধি পাই আছে। আজি নতুনভাৱে উন্মোচন কৰা হৈছে শঙ্কৰদেৱক। আগন্তুক এহেজাৰ বছৰলৈও এই প্ৰক্ৰিয়া চলি থাকিব— কাৰণ তেওঁৰ দৰ্শনৰ যি তাৎপৰ্য, আধুনিক অসমীয়াসকলৰ বাবে, অসমীয়া জাতিৰ সন্তান বুলি গৌৰৱ কৰিব বিচৰাসকলৰ বাবে, হিংসা-দ্বেষ আদি আঁতৰাই গণতান্ত্ৰিক শান্তিকামী, প্ৰগতিশীল ৰাষ্ট্ৰ গঠনৰ বাবে সেয়া আনুধাৱন কৰাটো অতি প্ৰয়োজনীয়। এই সম্পৰ্কত চন্দ্ৰপ্ৰসাদ শইকীয়াই লিখিছে—"এক আধ্যাত্মিক আৰু পাৰমাৰ্থিক জীৱন অবিহনে মানুহৰূপে যে আমাৰ ভৱিষ্যৎ নাই, সেই সত্যৰ পুনৰাবিষ্কাৰৰ স্বাৰ্থতে আমি শঙ্কৰদেৱৰ জীৱন, কাল আৰু কাব্যৰাশিৰ দ্বাৰা বাৰে বাৰে উদ্বেলিত হ'ব লাগিব। অসমীয়া মানুহে নিজৰ ওপৰত আশা, প্ৰত্যয় আৰু বিশ্বাস প্ৰতিষ্ঠাৰ বাবে শঙ্কৰদেৱৰ চৰ্চা অতি প্ৰয়োজনীয়।"

আজি নানাভাৱে বিপৰ্যস্ত হোৱা, ভাঙি যাব ধৰা অসমীয়াসকলক সু-সংগঠিত কৰাৰ বাবে আধুনিকভাবে শঙ্কৰদেৱৰ মূল্যায়ন কৰাৰ বাহিৰে গত্যন্তৰ নাই। ভাৰতীয় সংস্কৃতিৰ সৈতে নিবিড় সম্পৰ্ক থকা অসমীয়া জাতিৰ কেইবা হেজাৰ বছৰীয়া ইতিহাসত তেৱেঁই হ'ল সবাতোকৈ মহত্তম পুৰুষ।



# (৪)

# মাধৱদেৱ

গোবিন্দগিৰি ভূঞা আৰু মনোৰমাৰ পুত্ৰ মাধৱদেৱ সৰুৰে পৰা অতি প্ৰত্যুৎপন্নমতি বুদ্ধিবৃত্তিৰ আৰু অধ্যয়নশীল লোক আছিল। যুক্তিতৰ্কত নিপুণ আৰু পৰিশ্ৰমী-পৰোপকাৰী বুলিও তেওঁৰ নাম আছিল অন্ততঃ চুবুৰীয়াসকলৰ মাজত। যুৱাৱস্থাত তেওঁ শাস্ত্ৰত অগাধ পণ্ডিত হৈ পৰিছিল আৰু শাক্ত ধৰ্মৰ হোতা হৈ পৰিছিল।

বাণ্ডুকাত (বৰ্তমান বাংলাদেশত) থাকোতে মাতৃ মনোৰমাৰ টান বেমাৰ বুলি শুনি মাকৰ আৰোগ্য কামনা কৰি গোসাঁনীলৈ এহাল পঠা ছাগলী আগবঢ়াম বুলি মাধৱদেৱে মনতে সঙ্কল্প কৰে। ঘৰলৈ উভতি আহি মাধৱে দেখিলে মাক সম্পূৰ্ণ সুস্থ হৈ উঠিছে। সঙ্কল্প মতে গোসাঁনীক পূজা দিবলৈ বলি দিব বিচৰা পঠা কিনি আনিবলৈ ভনী জোঁৱাই ৰামদাসক অনুৰোধ কৰিলে। কিন্তু সময়ৰ মূৰকত দেখা গ'ল যে ৰামদাসে ছাগলী নানিলে। তেওঁৰ কথা কিয় অমান্য কৰিলে বুলি মাধৱদেৱে সোধাত, শঙ্কৰদেৱৰ একশৰণ নামধৰ্মৰ বিষয়ে ৰামদাসে বিবৰি কয় যে কোনো জীৱ হত্যা কৰি ভগৱানক পূজা কৰিলে তেওঁ কেতিয়াও সন্তুষ্ট নহয়। যিহেতু সকলো প্ৰাণী তেওঁৰেই সন্তান, গতিকে নিজ সন্তানক বলি দি তুষ্ট কৰিবলৈ বিচাৰিলে গোসাঁনী সন্তুষ্ট হয় কেনেকৈ?

দুয়োজনৰ মাজত যুক্তিতৰ্ক আৰম্ভ হ'ল, কিন্তু শাস্ত্ৰজ্ঞ পণ্ডিত, চূড়ান্ত প্ৰত্যুৎপন্নমতিসম্পন্ন মাধৱৰ হাতত চৰম পৰাজয় ঘটিল ৰামদাসৰ। এই কথাকে কেন্দ্ৰ কৰি মাধৱ এইবাৰ পালেহি শঙ্কৰদেৱৰ ওচৰ। সেই সময়ত মাধৱৰ বয়স ৩৩ বছৰ। শঙ্কৰদেৱ তেতিয়া বেলগুৰি ধূৱাহাটত (১৫২২ চন) আছিল। দুয়োৰে মাজত তীব্ৰ যুক্তিতৰ্ক আৰম্ভ হ'ল, কিন্তু শঙ্কৰৰ ওচৰত মাধৱ চূড়ান্তভাৱে পৰাজিত হয় আৰু শেষত মাধৱদেৱে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে শক্তিধৰ্মতকৈ ভক্তিধৰ্ম বহুগুণে শ্ৰেষ্ঠ।

মাধৱদেৱ বাণ্ডুকাত (ৰংপুৰৰ ওচৰৰ কোনো ঠাই) পঢ়ি থাকোতেই তেওঁৰ পিতৃৰ মৃত্যু হয়। বাণ্ডুকা আছিল গোবিন্দগিৰিৰ পিতৃভূমি। তাতেই ৰাজেন্দ্ৰ অধ্যাপকৰ পৰা পঢ়া-শুনা শেষ কৰি ককায়েক দামোদৰৰ ওচৰত মাধৱ কিছুদিন থাকে। ইতিপূৰ্বে বিয়া হোৱা ভনীয়েক উৰ্বশী (ৰামদাসৰ পত্নী)ৰ ওচৰতেই মাক মনোৰমা আছিল। পঢ়া শুনা সাং কৰি মাধৱে বাণ্ডুকাৰ ৰজাৰ তাত কিছুদিন চাকৰি কৰে। তাৰ পাছত চাকৰি এৰি পাণ-তামোলৰ স্বাধীন ব্যৱসায়ত হাত

দিয়ে। কিন্তু মাতৃৰ অসুখ বুলি শুনি ভনীয়েকৰ ঘৰলৈ আহে আৰু বিয়া পাতি সংসাৰী হোৱাৰ মানসেৰে নেঘেৰীটিঙৰ এজনী ছোৱালীক পছন্দ কৰি জোৰোণো পিন্ধালে। ঠিক সেইখিনি সময়তে ৰলি দিয়া পঠাক লৈ ৰামদাসৰ সৈতে তৰ্কযুদ্ধ, তাৰ পাছত শঙ্কৰদেৱৰ সৈতে তৰ্কযুদ্ধত পৰাজিত হৈ একশৰণ নামধৰ্মত দীক্ষা লয়।

জোৰোণৰ কন্যা পৰিত্যাগ কৰি ধৰ্ম আৰু সংস্কৃতি চৰ্চাৰ কামত জীৱন পাত কৰিবলৈ মাধৱে সিদ্ধান্ত লয়। তেওঁৰ পাণ্ডিত্য, বুদ্ধিমত্তা, পৰিশ্ৰম শক্তি, গান গোৱা সুন্দৰ গলা আদি বহুকেইটা গুণ দেখি মাধৱক এগৰাকী অন্যতম শিষ্য হিচাপে শঙ্কৰদেৱে মনোনীত কৰে। এবাৰ আহোম ৰজাই ভূঞাসকলক হাতী ধৰা কাৰ্যত অলপ গাফিলতি কৰাৰ বাবে শঙ্কৰদেৱৰ জোঁৱায়েক হৰি ভূঞা আৰু মাধৱদেৱক ধৰি নিয়ে আৰু হৰি ভূঞাক হত্যা কৰে, কিন্তু বৰাগী ৰূপ দেখি মাধৱক এৰি দিয়ে। জোঁৱায়েকৰ মৃত্যুত শঙ্কৰদেৱে বেজাৰ পাই আহোম ৰাজ্য ত্যাগ কৰি কামৰূপত কোঁচ ৰজাৰ ওচৰত আশ্ৰয় লয়। সেই সময়তে ৰামদাস আৰু মাকসহ তেওঁৰ আত্মীয়-স্বজনকো মাধৱে লগতে লৈ যায়। তাৰ পাছত মাধৱদেৱে গণককুছিৰ ওচৰত ঘৰ সাজি শঙ্কৰদেৱৰ ওচৰলৈ নিতৌ অহা-যোৱা আৰম্ভ কৰে। অৱশ্যে ড° মহেশ্বৰ নেওগে লিখা অনুসৰি 'বৈষ্ণৱ বিদ্বেষীসকলৰ উচটনিত দিহিঙীয়া ৰজাই মাধৱক ৰংপুৰৰ ৰাজধানীলৈ ধৰাই নিয়ে আৰু আঠ-নমাহ কাল নজৰবন্দী কৰি ৰাখে। শঙ্কৰদেৱে আহোম ৰাজ্য এৰি নৰনাৰায়ণৰ ৰাজ্যলৈ যাওঁতে (১৫৪৬ চন) মাধৱদেৱো লগতে যায।'

মাধৱ আছিল শঙ্কৰদেৱৰ সম্পূৰ্ণ অনুৰাগী। সকলো ক্ষেত্ৰতে তেওঁ শঙ্কৰক সহায় কৰিছিল। মাধৱ নাথাকিলে শঙ্কৰে ইমানখিনি প্ৰচাৰ পালেহেঁতেন নে নাই সন্দেহ! কাৰণ তেওঁ নিজৰ সকলোখিনি প্ৰতিভাই গুৰুজনাৰ সেৱাৰ বাবে আৰু বৈষ্ণৱ আদৰ্শ প্ৰচাৰৰ বাবে ক্ষয় কৰে। মাধৱদেৱে মাথো সেইখিনিয়েই কৰা নাছিল, 'গুৰু-চৰিত'বোৰত বৰ্ণিত তেওঁৰ কাহিনী শুনিলে আচৰিত হ'ব লাগে। তেওঁ নিতৌ গুৰুজনাৰ ঘৰলৈ আহি গুৰুক স্নানৰ সত্তাৰ দিয়াৰ পৰা কাঁহী-পীৰা পাৰি দিয়ালৈ সকলো কৰিছিল।...

সাংসাৰিক দায়-দায়িত্ব নহ'লে গুৰুসেৱা আৰু ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত একান্তভাৱে লাগি থাকিব পাৰিব বুলি বিশ্বাস কৰিয়েই মাধৱে কাহানিও বিয়া নাপাতিলে। শঙ্কৰে এবাৰ নিজৰ কন্যাক মাধৱলৈ বিয়া দিব বিচৰাতো তেওঁ মান্তি হোৱা নাছিল। কাৰণ তেওঁৰ বিশ্বাস আছিল যে শহুৰ-জোঁৱাইতকৈ গুৰু শিষ্যৰ সম্পৰ্কই (সবাতোকৈ) শ্ৰেষ্ঠ, কাৰণ এই সম্পৰ্কই আত্মস্বাৰ্থত নহয়, সমাজৰ সমূহীয়া স্বাৰ্থৰ প্ৰতি মানুহক চালিত কৰে। তদুপৰি শঙ্কৰদেৱৰ কিবা ভুল দেখিলে মাধৱদেৱে তাৰ বিনম্ৰভাৱে প্ৰতিবাদ জনাইছিল আৰু শঙ্কৰদেৱেও সেয়া স্বীকাৰ কৰি শুধৰাই লৈছিল। শঙ্কৰদেৱৰ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণত

মাধৱদেৱ আছিল প্ৰধান সঙ্গী।... ১৫৬৮ চনত শঙ্কৰদেৱৰ মৃত্যু হোৱাত মাধৱদেৱেই ধৰ্মাধিকাৰ হয়। সেই সময়ত মাধৱদেৱৰ বয়স হৈছিল ৭৯ বছৰ। গুৰু স্বৰ্গী হোৱাৰ পাছত মাধৱদেৱে পাটবাউসীত এবছৰমান থাকি সুন্দৰীদিয়াত স্থায়ী সত্ৰ পাতে আৰু মাজে - সময়ে কামৰূপৰ নানা ঠাই ভ্ৰমণ কৰি ধৰ্ম প্ৰচাৰত ব্ৰতী হয়। পাছত তেওঁ তাঁতীকুছিলৈ গৈ বৰপেটা সত্ৰ স্থাপন কৰে। এইক্ষেত্ৰত তেওঁৰ অন্যতম সহযোগী আছিল নাৰায়ণ ঠাকুৰ। মাধৱদেৱৰ উদ্যমত একশৰণ নামধৰ্মই যেতিয়া ব্যাপক প্ৰচাৰ লাভ কৰে, তেতিয়া কিন্তু বৈষ্ণৱ বিদ্বেষীসকলে তীব্ৰভাৱে নামি পৰিল মাধৱদেৱৰ বিৰুদ্ধে। তেওঁলোকে সেই সময়ৰ কামৰূপৰ কোঁচ ৰজা ৰঘু ৰায়ক উচটালে। ৰঘুৱে মাধৱক বৰপেটাৰ পৰা হাজোলৈ স্থানান্তৰ কৰে। ইয়াতো মাধৱৰ শিষ্য দিনে দিনে বৃদ্ধি পায়। কিন্তু এয়া ৰজাৰ কাম্য নাছিল। সেইবাবেই ভৃগু নামৰ এজন ব্ৰাহ্মণৰ সহযোগত কোঁচবিহাৰলৈ পলাই যায়। কোঁচবিহাৰৰ লক্ষ্মীনাৰায়ণ ৰজাই মাধৱদেৱক গুৰু হিচাপে গ্ৰহণ কৰি বৈষ্ণৱক ৰাজধৰ্মৰূপে ঘোষণা কৰিলে। তাৰ পাছৰ পৰা মৃত্যুৰ সময়লৈকে মাধৱদেৱ ভেলা মধুপুৰতে আছিল।

মাধৱদেৱৰ শ্ৰেষ্ঠ ৰচনা 'নামঘোষা'। শঙ্কৰদেৱৰ তিৰোধানৰ পাছত ১৫৯০-৯৬ চনৰ ভিতৰত মাধৱে 'নামঘোষা' লিখি উলিয়াইছিল। শেষ বয়সত লিখা ৰচনা হিচাপেই এই 'নামঘোষা'ই সম্পূৰ্ণ পৰিপক্কতা লাভ কৰিছিল। অৱশ্যে ইয়াৰ পূৰ্বতে তেওঁ ৰচনা কৰা সকলোবোৰ সাহিত্যই বিশেষ মৰ্যাদা লাভ কৰে। তেওঁৰ প্ৰথম ভাগৰ ৰচনা আছিল ৰামায়ণৰ 'আদিকাণ্ড'ৰ ভাঙনি। কাৰণ পূৰ্বসূৰী মাধৱ কন্দলিয়ে অনুবাদ কৰি থৈ যোৱা সম্পূৰ্ণ ৰামায়ণৰ 'আদিকাণ্ড' আৰু 'উত্তৰাকাণ্ড' হেৰাই যোৱাত শঙ্কৰে 'উত্তৰাকাণ্ড' আৰু মাধৱে 'আদিকাণ্ড' অনুবাদ কৰি মাধৱ কন্দলিৰ ৰামায়ণৰ পূৰ্ণতা আনিছিল। তদুপৰি গণককুছিত থাকোতেই তেওঁ দুই-এটি বৰগীতো ৰচনা কৰিছিল। পাছত বৰপেটাৰ কমলা বায়নে শঙ্কৰদেৱে পোনতে ৰচনা কৰা বাৰকুৰি বৰগীতৰ পুথি আওৰাবলৈ ঘৰলৈ নিওঁতে ঘৰ পোৰা জুইতে বৰগীতৰ পুথি জাহ যোৱাত গুৰুৰ আদেশ মতে মাধৱদেৱে ১৫৭ টা বৰগীত ৰচনা কৰে গোটেই জীৱনকালত। সকলোবোৰ গীততেই কৃষ্ণৰ গুণ-গৰিমা, বীৰত্ব, চাতুৰি আদি বিভিন্ন কথা ধৰ্ম প্ৰচাৰৰ লগত সঙ্গতি ৰাখিয়েই ৰচনা কৰিছে। বৰগীতৰ দৰেই ভটিমাকেইটিও মাধৱদেৱৰ উচ্চ শ্ৰেণীৰ ৰচনা। বিভিন্ন ভটিমাত শ্ৰীকৃষ্ণৰ গুণকীৰ্তন কৰাৰ লগতে 'গুৰু ভটিমা'ত শঙ্কৰদেৱৰ মানসমূৰ্তি গহীন ছন্দত ব্যাখ্যা কৰিছে।

অঙ্কীয়া নাট ৰচনাৰ ক্ষেত্ৰত শঙ্কৰদেৱৰ সমান গুৰুত্ব দিয়া নাছিল মাধৱদেৱে। শঙ্কৰদেৱৰ আৰ্হিত লিখা 'অৰ্জুন ভঞ্জন'ই মাধৱদেৱৰ পূৰ্ণাঙ্গ নাটক, তাৰ বাহিৰে বাকী সকলোখিনিয়েই ঝুমুৰা। ঝুমুৰা হ'ল এক ধৰণৰ

গীতি-নাট, য'ত শঙ্কৰী নাটৰ সকলোখিনি অঙ্গ দেখা নাযায়। একোটি সামান্য পৰিস্থিতি বা বিষয়বস্তু লৈ এই ঝুমুৰা সজোৱা হয়। 'দধিমথন', 'চোৰ ধৰা', 'পিম্পৰা গুচোৱা', 'ভোজন বিহাৰ', 'ভূমি লুটিওৱা', 'কোটোৰা খোলোৱা', 'ৰাস ঝুমুৰা' আদি বহু ঝুমুৰা নাট মাধৱদেৱে লিখি থৈ গৈছে।

এইবোৰৰ বাহিৰেও ভক্তিতত্ত্বৰ পুথিসমূহ আছিল মাধৱদেৱৰ উচ্চ চিন্তা-চেতনাৰ ফলশ্ৰুতি। 'ভক্তি ৰত্নাৱলী', 'নামঘোষা', 'জন্ম ৰহস্য' আদি মাধৱদেৱৰ ভক্তিতত্ত্বৰ পুথি। তদুপৰি শেষ বয়সত কোঁচ ৰজা লক্ষ্মীনাৰায়ণৰ বিষয়া বিৰুপাক্ষ কাৰ্জীৰ অনুৰোধত পুৰুষোত্তম গজপতিৰ 'নাম মালিকা' নামৰ গ্ৰন্থখনো তেওঁ অনুবাদ কৰে।

মাধৱদেৱৰ ব্যক্তিত্ব আৰু সাহিত্য কৃতিৰ বিষয়ে ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"মাধৱদেৱৰ নামঘোষা, বৰগীতসমূহ আৰু নাটককেইখনেই পুৰণি অসমীয়া সাহিত্যত 'জালিকটা পুষ্পহাৰ'ৰ দৰে তেওঁৰ নাম চিৰস্মৰণীয় কৰি ৰাখিব। গুৰুৰ প্ৰতি উৎসৰ্গীকৃত জীৱন, বৈষ্ণৱ ধৰ্ম আৰু আদৰ্শত একনিষ্ঠ আস্থা, সংগঠন শক্তি, উপস্থিত বুদ্ধি, গীতি কবিত্ব গুণৰ অসাধাৰণ পৰিস্ফূৰণ মাধৱদেৱৰ ব্যক্তিত্বৰ প্ৰধান বৈশিষ্ট্য।"

মাধৱদেৱে আৰ্থিক দুখ-কষ্টৰ মাজেদিয়েই জীৱন অতিবাহিত কৰিছিল। সংসাৰ বিৰাগী এই মহাপুৰুষজনাৰ বাবে শঙ্কৰদেৱ প্ৰচলিত একশৰণ ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰ আৰু সাহিত্য চৰ্চাহি আছিল জীৱনৰ ব্ৰত। শঙ্কৰ-মাধৱৰ দিনত ভকতসকলে ভিক্ষা কৰি জীৱন নিৰ্বাহ কৰাৰ অনেক দৃষ্টান্ত পোৱা যায়। গুৰুচৰিতত সেই সময়ত হোৱা আকালৰ বিষয়েও পোৱা যায়। চৰিত পুথিত পোৱা যায়— এবাৰ কাতিমাহত হোৱা এটা আকালতে মাধৱদেৱ কে'বাদিনো লঘোণে আছিল। ভোক আৰু লঘোণ মাধৱদেৱৰ জীৱনৰ বহুসময়ত সহচৰ আছিল যদিও তেওঁ নিজৰ কৰ্ত্তব্যৰ পৰা কাহানিও বিচলিত হোৱা নাছিল। মহেশ্বৰ নেওগে গুৰু-ভকতসকলৰ জীৱন-যাপন প্ৰণালীৰ বিষয়ে লিখিছে যে ভকতৰ জীৱন আছিল অসীম ত্যাগৰ। অথচ এই ত্যাগৰ মাজতেই তেওঁলোকে নিজৰ মনোৰম কৰ্ত্তব্যৰ কথা অহৰহ সোঁৱৰি থাকিছিল। তেওঁলোকৰ বিষয়বস্তুৰ ভিতৰত আছিল আনৰ পৰা ভিক্ষা কৰি অনা এখন ফটাকানিৰ কঠা, দুখন চুৰিয়া আৰু ভিক্ষাৰ বাবে এটা পাত্ৰ। ভকতক কোনো বস্তু সঞ্চয় কৰিবলৈ দিয়া নহৈছিল।

মাধৱদেৱ বৈৰাগী আছিল কিন্তু জীৱন বিমুখী নাছিল। জীৱনৰ প্ৰতি তেওঁৰ আছিল আস্থা আৰু গোটেই জীৱনটো গভীৰ জ্ঞানান্বেষণেৰে উপভোগ কৰিব বিচাৰিছিল। মাধৱদেৱে বিষয়-বাসনাৰ প্ৰতি উৎসাহ নেদেখুৱালেও নিজৰ প্ৰতিজন শিষ্যকে খেতি-বাতি বা ব্যৱসায় বাণিজ্যৰে স্বাৱলম্বী হ'বলৈ কৈছিল। পাছলৈ নিজেও কোঁচ ৰজাৰ ৰাজ অনুগ্ৰহত থাকি সাহিত্য আৰু ধৰ্ম চৰ্চা কৰিছিল, কিন্তু

সুহজ-সৰল জীৱনত বিশ্বাসী মাধৱদেৱক চিলাৰায় বা নৰনাৰায়ণে বহু বিশিষ্ট পদ আৰু সম্মান দিব বিচৰাতো তেওঁ সেয়া গ্ৰহণ কৰা নাছিল।

শঙ্কৰদেৱ-মাধৱদেৱে কোঁচৰজা নৰনাৰায়ণৰ অনুগ্ৰহত কিছুকাল অতিবাহিত কৰিছিল যদিও নৰনাৰায়ণে হেজাৰ চেষ্টা কৰিও তেওঁলোকৰ শিষ্যত্ব গ্ৰহণ কৰিব পৰা নাছিল। অবশ্যে চিলাৰায়ক শৰণ দিছিল। ৰজাৰ গুৰু হৈ ৰাজভোগ খোৱাৰ ইচ্ছা তেওঁলোকৰ কাহানিও নাছিল। ধৰ্মৰ শৰণ নোলোৱাকৈও যে ৰজাই নিজৰ প্ৰকৃত কৰ্ত্তব্য পালন কৰি যাব পাৰে, তাৰ প্ৰতি তেওঁলোক আছিল সচেষ্ট। সেইবাবেই নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণেও যেতিয়া মাধৱদেৱৰ অন্তিমকালত শৰণ ল'বলৈ উদ্বাউল হৈ উঠিছিল, তেতিয়া তেওঁ কৈছিল যে ৰজাৰ একমাত্ৰ ধৰ্ম হ'ল প্ৰজাৰ প্ৰতিপালন কৰা। ন্যায়ধৰ্ম আগত ৰাখি সুবিচাৰেৰে যদি ৰজাই প্ৰজাক জীয়াই থকাৰ স্বাধীনতা দিয়ে তেন্তে তেওঁ কোনো ধৰ্মত দীক্ষিত নোহোৱাকৈয়ে ধাৰ্মিক হব আৰু তেওঁৰ আত্মায়ো মুক্তি পাব। কাহানিও বিলাস-বাসনাৰ প্ৰতি আসক্ত নহৈ ত্যাগী জীৱন-যাপন কৰা মাধৱদেৱে এইদৰেই ৰজাক নিজৰ দায়িত্ব আৰু কৰ্ত্তব্যৰ কথা সোঁৱৰাইছিল।

উত্তম ৰজা বা ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰতি শঙ্কৰ-মাধৱৰ কোনো বিৰোধ নাছিল। বৰং 'কথা গুৰুচৰিত' মতে মাধৱদেৱে এবাৰ ৰজাক কৈছিল, 'বোলে মহাৰাজ, কিয় বোলা তেনেকৈ? আমিনো কাৰ, মাটিনো কাৰ, দেশ, জমি দহো তোমাৰে সকলো।' মাধৱদেৱে এই কথা বুজি উঠিছিল যে প্ৰজা থাকিলে ৰজা থাকিবই লাগিব। সমাজ শান্তি-শৃংখলাৰে চলিবলৈ হ'লে শাসকৰ প্ৰয়োজন হ'বই। কিন্তু সেইবুলি স্বেচ্ছাচাৰিতা নহয়, ৰজা হব লাগিব প্ৰজাৰ আপোন।

'মাধৱদেৱ' নামৰ নিবন্ধত লক্ষীধৰ শৰ্মাই লিখিছে—"মাধৱদেৱৰ ধী-শক্তি আৰু প্ৰতিভা শঙ্কৰদেৱতকৈ কম নাছিল, কিন্তু জীৱনৰ লক্ষ্যৰ বিষয়ে দুয়োৰে মত বিভিন্ন। মুক্তি অবশ্যে দুয়ো বিচাৰে, কিন্তু শংকৰে সেই মুক্তিৰ যাত্ৰাত জীৱনৰ অন্যান্য আনুসঙ্গিক কাৰ্যকলাপক বাদ দি নগৈছিল,সমাজৰ উন্নতি যাতে সকলো বিষয়তে হয় সিও তেওঁৰ চেষ্টা আছিল। তেওঁৰ আদৰ্শ মানৱ আৰু মানৱ সমাজৰ সৰ্বাঙ্গীন উন্নতি সাধন কৰা। কিন্তু মাধৱদেৱৰ আদৰ্শ আছিল গৃহ-সংসাৰ সকলো ত্যাগ কৰি যি প্ৰকৃত সত্য বস্তু, যাৰ সাহায্যেৰে আত্মাক মুক্তি দিব পাৰি, সেই সাৰ পদাৰ্থৰ একাণপতীয়া সেৱা। শংকৰ উদাৰ আৰু মাধৱ গম্ভীৰ। ... মাধৱদেৱৰ প্ৰত্যেক কাৰ্যতে তেওঁৰ হৃদয়ৰ অদম্য উচ্ছাস প্ৰকাশ হৈ পৰিছিল। তেওঁ যি সত্যক উপলব্ধি কৰিছিল,তাকে তেওঁ সম্পূৰ্ণভাৱে জীৱনত প্ৰতিফলিত কৰিবলৈ চেষ্টা কৰিছিল।" ..... ১৫৯৬ চনত ১০৭ বছৰ বয়সত চিৰকুমাৰ এই মহাপুৰুষজনাৰ কোঁচবিহাৰত মৃত্যু হয়।



## (৫)

# হৰিদেৱ

১৪২৬ চনৰ (১৩৪৮ শক) ভাদ মাহৰ শুক্লা পঞ্চমী তিথিত পৰম বৈষ্ণৱ অজনাভৰ ঔৰসত আৰু সতী পাৰিজাতীৰ গৰ্ভত লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ সুপ্ৰসিদ্ধ হৰিপুখুৰীৰ পাৰত জন্ম গ্ৰহণ কৰে শ্ৰীশ্ৰীহৰিদেৱে। অৱশ্যে বহুকেইখন গ্ৰন্থত হৰিদেৱৰ জন্ম ১৪৯৩ চন আৰু মৃত্যু ১৫৬৮ চন বুলি কোৱা হৈছে। এই গ্ৰন্থসমূহত এই কথাও কোৱা হৈছে যে তেওঁ শঙ্কৰী ধৰ্মও লৈছিল আৰু নিজ ঠাইৰ পৰা পাটবাউসী সত্ৰলৈয়ো গৈছিল। কিন্তু কেতিয়াৰ পৰা তেওঁ শঙ্কৰী ধৰ্ম এৰিলে সেইটো কোৱা টান বুলি উক্ত গ্ৰন্থবোৰৰ গ্ৰন্থাকাৰসকলে কয়। অৱশ্যে আমি এই ৰচনা লিখোতে মূলতঃ বহৰি সত্ৰৰ পৰা প্ৰকাশ কৰা 'বৈষ্ণৱ প্ৰদীপ' নামৰ সংকলনখনৰ বিশেষ সহায় লৈছো।

হৰিদেৱৰ পূৰ্বপুৰুষ বৈষ্ণৱবেদজ্ঞ পণ্ডিত দ্বিজ নৰোত্তমক কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মনে কামৰূপলৈ আনি সংস্থাপন কৰিছিল। এইগৰাকী নৰোত্তমৰ উত্তৰ পুৰুষৰ প্ৰত্যেকেই একোজন বেদজ্ঞ পণ্ডিত আছিল। কথিত আছে যে হৰিদেৱৰ জন্মৰ সময়টোত পিতৃ অজনাভে এটা অলৌকিক সপোন দেখিছিল। এগৰাকী দিব্য পুৰুষে দৈৱবাণী কৰিছিল যে তেওঁৰ ঘৰত এগৰাকী মহাপুৰুষৰ আৱিৰ্ভাৱ হ'ব।

কথিত আছে, শিশু হৰিদেৱে জন্মৰ পৰা তিনিদিনলৈ মাতৃদুগ্ধ পান কৰা নাছিল। নানা ধৰণে যত্ন কৰিও মাতৃয়ে শিশু পুত্ৰক দুগ্ধ পান কৰাব নোৱাৰি পুত্ৰৰ মৃত্যু অৱশ্যম্ভাৱী বুলি কন্দা-কটা আৰম্ভ কৰিছিল। কিন্তু সেই সময়তো পুনৰ এক দৈৱবাণী শুনিছিল হৰিদেৱৰ পিতৃয়ে। দৈৱবাণীত কোৱা হৈছিল যে পুত্ৰস্নেহত কাতৰ নহৈ ভক্তিমাৰ্গেৰে দৰ্শন কৰিলেহে শিশুটিয়ে দুগ্ধপান কৰিব। কাৰণ হৰিদেৱৰ মাতৃৰ শাস্ত্ৰ-ধৰ্ম-দৰ্শন আদি ভক্তিমাৰ্গৰ বিষয়ে একো জ্ঞান নাছিল। তেনে এগৰাকী মাতৃৰ স্তনপান কৰাতেই হেনো শিশু হৰিদেৱৰ অনীহা। হৰিদেৱৰ পিতৃ 'অজনাভ দ্বিজে' যেতিয়া এই কথাটো হৰি মাতৃ পাৰিজাতী দেৱীক ক'লে, তেতিয়া তেওঁ লগে লগে সংকল্প কৰিলে যে জ্ঞান-ভক্তিৰ তত্ত্বকথা বুজিবলৈ তেওঁ সকলো ধৰণে চেষ্টা কৰিব। এই সংকল্প লোৱাৰ পাছতেই হেনো শিশু হৰিদেৱে অতি সৰলভাৱে মাতৃদুগ্ধ পান কৰিছিল।

এই কথাত কিমান সত্যাসত্য আছে জনা নাযায় অথবা মাতৃদুগ্ধ পান

নকৰাৰ অন্য কিবা কাৰণো আছে নেকি, সেই কথালৈ নগৈ আমি এটা কথা ক'ব পাৰো যে পিতৃ-মাতৃয়ে জন্মতেই শিশু পুত্ৰটিৰ ওপৰত এক অলৌকিক শক্তি প্ৰদান কৰিছিল, স্থান দিছিল এক মহৎ পুৰুষত। সেইবাবে হয়তো শৈশৱ-কৈশোৰৰে পৰা হৰিদেৱৰ আত্মবিশ্বাস বাঢ়িছিল। ভক্তিমাৰ্গৰ পথেই জীৱনত সফলতা লাভৰ বা মানুহৰ সকলো দুখ দূৰ কৰাৰ একমাত্ৰ পথ বুলি বিশ্বাস কৰিবলৈ লৈছিল। এই কথাও শুনা যায় যে ভগৱান বিষ্ণু বা কৃষ্ণৰ আন এক অৱতাৰ বুলি বিশ্বাস কৰিয়েই অজনাভ দ্বিজে পুত্ৰৰ নাম হৰি ৰাখিছিল।

ধৰ্ম-দৰ্শন-শাস্ত্ৰৰ প্ৰতি নৈষ্ঠিক ব্ৰাহ্মণ অজনাভ দ্বিজৰ আছিল ভীষণ শ্ৰদ্ধা। তেওঁ নিয়মিতভাৱে শাস্ত্ৰ পাঠ কৰিছিল। ওচৰ-পাঁজৰৰ মানুহবোৰক ভগৱানৰ মহিমা সম্পৰ্কে বুজাইছিল। অজনাভে ১০ বছৰ বয়সতে পুত্ৰৰ উপনয়ন কৰাই শাস্ত্ৰৰ শিক্ষা ল'বলৈ এজন গুৰুৰ ওচৰলৈ পঠিয়াই দিলে। অতি কমদিনৰ ভিতৰতে হৰিদেৱে প্ৰায় সকলো শাস্ত্ৰৰে গূঢ়াৰ্থ অনুধাৱন কৰিবলৈ সমৰ্থ হৈছিল। বেদ আৰু অন্য ধৰ্মশাস্ত্ৰৰ লগতে পাণিনীৰ ব্যাকৰণখন পঢ়ি কম বয়সতে পাণ্ডিত্য অৰ্জন কৰা এই মহাপুৰুষজনাই নিজৰ বুদ্ধি, বিদ্যা, পাণ্ডিত্য, ধৰ্মজ্ঞানৰ লগতে নিজৰ সততাৰ বলত সমাজৰ সকলোৰে পৰা সন্মান পাইছিল। তেওঁৰ গুণ-গৰিমা চাৰিওফালে বিয়পি পৰিছিল। হৰিদেৱ সৰ্বশাস্ত্ৰত পাৰ্গত হোৱাৰ পাছত পিতৃ অজনাভৰ মৃত্যু হৈছিল। মাতৃ পাৰিজাতী দেৱীয়ে স্বামীৰ চিতাত উঠি নিজৰ সতীত্বৰ পৰিচয় দিছিল। উল্লেখযোগ্য যে, তেতিয়াৰ সমাজত সতী যোৱাৰ বিৰুদ্ধে কোনো বাধা আৰোপ কৰা নহৈছিল। বৰং সতী যোৱা নাৰীগৰাকীক পুণ্যৱতী বুলিহে গণ্য কৰা হৈছিল।

১৪৩৯ চনত (১৩৬১ শক) আহোম ৰজা চুচেনফা সৌমাৰৰ ৰাজপাটত উঠে। তেওঁৰ ৰাজত্বকালত নগাসকলৰ লগত আহোমৰ কে'বাখনো যুদ্ধ লাগে। প্ৰথম যুদ্ধখন লাগিছিল ১৪৪২ চনত। সেই যুদ্ধত আহোম ৰজাই পৰাজয়বৰণ কৰিছিল। নগাৰ হাতত শক্তিশালী আহোম সৈন্যৰ পৰাজয় হোৱা দেখি সকলো আচৰিত হৈছিল। এই পৰাজয়ৰ কাৰণ অনুসন্ধান কৰিবলৈ লৈ চুচেনফাই দেখিলে যে হৰিদেৱৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ৰীতি মতে টোপলীয় ভাত (বৰা চাউল সিজাই ৰ'দত শুকুৱাই সৈন্যসকলক যুদ্ধলৈ যোৱাৰ সময়ত এই ভাত আদা আৰু লোণৰ তৰকাৰীৰ সৈতে দি পঠিওৱা হৈছিল) খাবলৈ এৰি দিয়াত সৈন্যসকল দুৰ্বল হোৱাটোৱেই আছিল আহোমৰ পৰাজয়ৰ কাৰণ। আহোম ৰজাই এই কথা জানিব পাৰি খঙত জ্বলি-পকি হৰিদেৱক ধৰি আনিবলৈ ভীমা আৰু হুমা নামেৰে দুজন শক্তিমন্ত পুৰুষক নাৰায়ণপুৰলৈ পঠিয়ালে। আহোম ৰজাৰ ৰোষত পৰা বুলি জানিব পাৰি ১৬ বছৰ বয়সতে ভনীয়েক সুভদ্ৰা আৰু প্ৰিয় শিষ্য গোবিন্দৰ সৈতে ডিক্ৰং নদীৰ পাৰত ভেলত উঠি

ব্ৰহ্মপুত্ৰৰে ভটিয়াই আহিল।

হৰিদেৱৰ পূৰ্বপুৰুষ পণ্ডিত নৰোত্তমক কামৰূপৰ ৰজা ভাস্কৰ বৰ্মণে অসমলৈ অনাৰ পাছত তেওঁ অশ্বক্ৰান্তত ১৮ বছৰকাল আছিল। অশ্বক্ৰান্তত থকাকালতে পণ্ডিত নৰোত্তমৰ এটি পুত্ৰ আৰু এগৰাকী কন্যা সন্তানৰ জন্ম হৈছিল। পণ্ডিত নৰোত্তমে অশ্বক্ৰান্তত থাকি বিভিন্নজনক শিক্ষা দিবলৈ লৈছিল। তেওঁৰ পাণ্ডিত্য আৰু অধ্যাপনাৰ কৃতিত্বৰ বিষয়ে জানিব পাৰি নৰোত্তমক দক্ষিণ বৰপেটা অঞ্চলৰ বহতি গাঁৱলৈ নিছিল। নাৱৰ পৰা তুলি নি তেওঁক যি ঠাইত পাদ্য-অৰ্ঘ দি আদৰণি জনাইছিল, সেইখিনি ঠাইক এতিয়াও 'বাটৰ গহঁয় ঘৰ' বোলে। তাত পণ্ডিত নৰোত্তমক আদৰণি জনাবলৈ বাটচ'ৰা এটি নিৰ্মাণ কৰা হৈছিল। এই বহতি গাঁৱৰ নামেই পাছলৈ 'বহৰি' দিয়ে মহাপুৰুষ হৰিদেৱে। .....পণ্ডিত নৰোত্তমক অশ্বক্ৰান্তৰ পৰা বহতিলৈ নিয়াৰ আঁৰত যে বহতিৰ শিক্ষানুৰাগী সজ্জন-ব্ৰাহ্মণসকলৰ হাত আছিল, সেয়া সহজে অনুমান কৰিব পাৰি। ইতিমধ্যে বহতিত বেদ-দৰ্শন শিক্ষাৰ কেন্দ্ৰও গঢ়ি উঠিছিল আৰু সেই কেন্দ্ৰতেই শিক্ষানুৰাগীসকলক উচ্চজ্ঞান প্ৰদান কৰিছিল নৰোত্তম বেদাচাৰ্যই। বহতিৰ মানুহক ভাল পাই তাতেই পণ্ডিত নৰোত্তমে স্থায়ীভাৱে থাকিবলৈ লৈছিল। নৰোত্তমৰ উত্তৰ পুৰুষ অজনাভ আৰু পদ্মনাভৰ জন্মও বহতিতে হৈছিল। পদ্মনাভৰ পুত্ৰ ৰত্নমালা ব্যাকৰণ ৰচোঁতা মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশৰো জন্ম বহতি গাঁৱতেই হৈছিল। পাছলৈ কোঁচ ৰজা নৰনাৰায়ণৰ ৰাজসভাত 'সভাপণ্ডিত'ৰ মৰ্যাদা লাভ কৰা এই পুৰুষোত্তম হৰিদেৱৰ খুৰাকৰ ল'ৰা আছিল আৰু বয়সতো ডাঙৰ আছিল। পুৰুষোত্তমক বঙ্গৰ বিখ্যাত ঠাকুৰ (ৰবীন্দ্ৰনাথ ঠাকুৰ) বংশৰ পূৰ্বপুৰুষ বুলিও কোৱা হয়।

পুৰুষোত্তম শৈশৱকালতে ঘাট-মাউৰা হৈছিল। বৰদেউতাক অজনাভে তুলি-তালি অলপ ডাঙৰ কৰি সংস্কৃত শাস্ত্ৰ অধ্যয়নৰ বাবে মোমায়েকৰ ঘৰত ৰাখি নিজে অশ্বক্ৰান্তলৈ গৈছিল। অশ্বক্ৰান্তত থাকি তেখেতে চাৰি বছৰ অধ্যাপনাও কৰিছিল। তাৰ পাছত তেওঁ লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰলৈ গুচি গৈছিল। তাতে সংসাৰ ধৰ্ম পালন কৰি স্থায়ীভাৱে থাকিবলৈ লৈছিল। এই নাৰায়ণপুৰতে জন্ম হৈছিল হৰিদেৱৰ।

হৰিদেৱৰ উপৰি পুৰুষসকলৰ লগতে অশ্বক্ৰান্ত, বহতি আদিৰ কথা ইতিমধ্যে এইবাবেই উল্লেখ কৰিলো যে আহোম ৰজাৰ ৰোষৰ পৰা পলাই আহি হৰিদেৱে ক'ত কেনেদৰে থিতাপি লৈছিল, সেই কথাৰ লগত এইখিনি কথাৰ ওতঃপ্ৰোত সম্পৰ্ক আছে। ব্ৰহ্মপুত্ৰইদি ভটিয়াই আহি হৰিদেৱ কামৰূপৰ অশ্বক্ৰান্তত উপস্থিত হ'ল। তেওঁ ইতিমধ্যে অশ্বক্ৰান্ত মন্দিৰ আৰু বহতি গাঁৱৰ সৈতে পূৰ্বপুৰুষসকলৰ জীৱন-ধাৰা যে সম্পৃক্ত হৈ আছিল, সেই কাহিনী

পিতাকৰ মুখেদি শুনিছিল। নাৱৰ পৰা নামি হৰিদেৱে অশ্বক্ৰান্ত মন্দিৰত পিতৃৰ পুৰণি পঢ়াশালিত বাহৰ পাতিছিল আৰু তাত পণ্ডিতসকলৰ লগত পৰিচয় হোৱাত তেওঁলোকৰ গুৰুপুত্ৰ বুলি জানি আদৰেৰে তেওঁলোকে মন্দিৰ দৰ্শন কৰালে। কথিত আছে, হৰিদেৱ অশ্বক্ৰান্ত মন্দিৰত প্ৰৱেশ কৰাত আপোনা-আপুনি মন্দিৰৰ দুৱাৰ বন্ধ হৈ গৈছিল আৰু এগৰাকী দিব্যপুৰুষৰ আৱিৰ্ভাৱ হৈ তেওঁক 'দীক্ষামন্ত্ৰ' দিয়াৰ পাছতহে দুৱাৰ খোল খাইছিল। এনে অলৌকিক ঘটনাই হৰিদেৱৰ মহিমা বিয়পাইছিল। সেই সময়তে হাজোৰ কেদাৰ মন্দিৰো তেওঁ দৰ্শন কৰিছিল। তাৰ পাছতেই হৰিদেৱে ভাৰতৰ তীৰ্থস্থানসমূহ ভ্ৰমণ কৰি অধিক জ্ঞান আহৰণৰ কথা চিন্তা কৰিলে। প্ৰথমতে যাত্ৰা আৰম্ভ হ'ল পুৰীলৈ বুলি। চৰিত পুথি মতে, হাজোৰ পৰা পুৰীলৈ যাওঁতে বাটত এগৰাকী দিব্যজ্ঞান সম্পন্ন সন্ন্যাসীয়ে হৰিদেৱক বিভিন্ন প্ৰকাৰে সহায় কৰিছিল। পুৰীৰ পৰা হৰিদেৱে বৈদ্যনাথ, কাশী, গয়া, বৃন্দাবন আদি তীৰ্থস্থান ভ্ৰমণ কৰি বিভিন্ন জ্ঞানী ব্যক্তিৰ সান্নিধ্যলৈ আহি নিজৰ জ্ঞানৰ পৰিসৰ বিশাল কৰি তুলিছিল।

শ্ৰীশ্ৰীহৰিদেৱে সুদীৰ্ঘ পাঁচ বছৰকাল পুৰীৰ জগন্নাথ মন্দিৰত ভাগৱত পাঠ কৰি মহাপাত্ৰসকলৰ পৰা ভাগৱতাচাৰ্য উপাধি লাভ কৰি মাথো ব্ৰাহ্মণ্যবাদী সংস্কৃতিকে আঁকোৱালি লোৱা নাছিল, প্ৰগতিশীল বৈষ্ণৱ আদৰ্শৰ ভক্তিমাৰ্গৰ প্ৰতিও আকৰ্ষিত হৈছিল। উৰিষ্যাৰ পাছত কাশীত হৰিদেৱ সুদীৰ্ঘ চাৰি বছৰকাল আছিল।

মুঠ ১১ বছৰকাল অধ্যয়ন আৰু তীৰ্থ ভ্ৰমণ কৰি হৰিদেৱে পিতৃভিঠা বহতিলৈ উভতি আহিল। এই বহতিৰে হৰিদেৱে নাম দিছিল 'বহৰি'। বহৰিত প্ৰৱেশ কৰি বিভিন্ন ধৰণৰ প্ৰতিকূল পৰিস্থিতিৰ মুখামুখি (খটৰ আক্ৰমণ) হ'ল তেওঁ। তথাপি ধৰ্ম প্ৰচাৰৰ কামত বাধা নজন্মিল।..... হৰিদেৱে সৰুৰে পৰা বিভিন্ন বিগ্ৰহক পূজা-অৰ্চনা কৰিছিল। ১৪৫৩ চনত বহতিত হৰিদেৱে দেৱগৃহ নিৰ্মাণ কৰি তাত বাসুদেৱ বিগ্ৰহ স্থাপন কৰি পূৰ্বৰ দৰেই পূজা-অৰ্চনাৰ কামত ব্ৰতী হৈ পৰিল।

মধ্যযুগীয় অসমত ভাগৱত ধৰ্ম বা বৈষ্ণৱ ধৰ্মক প্ৰধানকৈ দুই ভাগত বিভক্ত কৰিব পাৰি, (১) হৰিদেৱ আৰু দামোদৰ দেৱগুৰু প্ৰৱৰ্তিত বৈদিক ভাগৱতী বৈষ্ণৱ ধৰ্ম আৰু (২) শঙ্কৰদেৱে প্ৰৱৰ্তিত কৰা নৱবৈষ্ণৱ ধৰ্মৰ নামধৰ্ম বা একশৰণীয়া ভাগৱতী বৈষ্ণৱ ধৰ্ম।... গছৰ গুৰিত পানী দিলে যিদৰে ইয়াৰ শাখা-প্ৰখাশা আদিয়েও পানী পায়, সেইদৰে মূল পৰমব্ৰহ্মক আৰাধনা কৰিলেও অন্য দেৱ-দেৱী তুষ্ট হয়। সেইদৰে অন্য দেৱ-দেৱীক পূজা কৰিলেও পৰমব্ৰহ্ম তুষ্ট হয়। সেইবাবে হৰিদেৱ আৰু দামোদৰদেৱে অন্য দেৱ-দেৱীক পূজা-অৰ্চনা কৰাৰ বিৰোধিতা কৰা নাছিল শঙ্কৰদেৱৰ দৰে। বৰং তেওঁলোকে বৈদিক

ৰীতি-নীতি মানি চলা আৰু পূজা-অৰ্চনা কৰাৰ পোষকতাহে কৰিছিল।

বৈষ্ণৱ ধৰ্ম দুই ভাগত বিভক্ত হ'লেও তেওঁলোকে সমান্তৰালভাৱে সহযোগ আৰু ঐক্যভাবেৰে পাপী-তাপীৰ ত্ৰাণৰ বাবে ভক্তিমাৰ্গৰ পথ দেখুৱাইছিল। শঙ্কৰদেৱৰ একশৰণীয়া বৈষ্ণৱ ধৰ্ময়ো বিবাহাদি, সংস্কাৰ কৰ্ম আৰু পিতৃ-মাতৃৰ শ্ৰাদ্ধাদি দুই-এবিধ বৈদিক কাৰ্য স্মাৰ্ত বিধিমতে পুৰোহিতৰ দ্বাৰা সম্পন্ন কৰাইছিল। পৰৱৰ্তী কালত অৰ্থাৎ শঙ্কৰদেৱৰ মৃত্যুৰ পাছত মাধৱদেৱে শঙ্কৰদেৱ-প্ৰৱৰ্তিত নামধৰ্মক 'নিকা' কৰি নতুন ৰূপ দিয়াত সেই নামধৰ্ম তিনিটা শাখাত বিভক্ত হয়— নিকা, কাল আৰু পুৰুষ। বাকী হৰিদেৱ আৰু দামোদৰদেৱৰ বৈদিক ভাগৱতী বৈষ্ণৱ ধৰ্মৰ যিটো ব্ৰহ্ম সংহতি নামেৰে কথিত, তাত কোনো শ্ৰেণীবিভাগ নোহোৱাকৈ পূৰ্বৰ দৰেই থাকি যায়। মাথো হৰিদেৱৰ ওচৰত শৰণ লোৱাসকল 'হৰিদেৱী' আৰু দামোদৰদেৱৰ ওচৰত শৰণ লোৱাসকলক 'দামোদৰী' আখ্যা দিয়া হয়।

ধৰ্ম প্ৰচাৰৰ বাবে সেই সময়ছোৱাত শ্ৰীমন্ত শঙ্কৰদেৱে বিভিন্ন ধৰণৰ গ্ৰন্থ, কাব্য, নাট আদি লিখিছিল। সেইবোৰে অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। ধৰ্ম প্ৰচাৰক হিচাপে নহয়, অসমৰ প্ৰথম শাৰীৰ লেখকৰ তালিকাত আজিও শঙ্কৰদেৱৰ নাম প্ৰথমতেই আছে। হৰিদেৱে অৱশ্যে ধৰ্ম প্ৰচাৰৰ বাবে বৰ বেছি গ্ৰন্থৰ আশ্ৰয় লোৱা নাছিল। তেওঁৰ দ্বাৰা ৰচিত প্ৰধান গ্ৰন্থ দুখন হ'ল— 'শৰণ সিদ্ধান্ত' আৰু 'ভক্তিৰস তৰঙ্গিণী'। 'শৰণ সিদ্ধান্ত' গ্ৰন্থখনি শৰণ-ভজন সম্পৰ্কীয় বিষয়ৰ ওপৰত ৰচনা কৰা গ্ৰন্থ। এই গ্ৰন্থখন নতুনকৈ সম্পাদনা কৰি উলিওৱা হৈছে। গ্ৰন্থখনৰ পাতনিত সম্পাদকে লিখিছে—"মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱে বিভিন্ন পুৰাণ, ধৰ্মশাস্ত্ৰ আদিৰ পৰা সাৰতত্ত্ব গ্ৰহণ কৰি গুৰু, শিষ্য, পূজা, মন্ত্ৰ, জপ, শৰণ, অৰ্চন ভক্তি আৰু বৈষ্ণৱ লক্ষণসমূহ সম্যকৰূপে উত্থাপন কৰি সেইমতে ভক্তসৱক জনকল্যাণৰ বাবে যথাযথভাৱে পালন কৰিবলৈ উপদেশ দিছে। এই কথাখিনি গ্ৰন্থখনৰ চমু পৰিচয় হ'লেও পৰিষ্কাৰভাৱে ইয়াৰ সংকলন আৰু উদ্দেশ্য বুজাই দিছে।"

আনহাতে, 'ভক্তিৰস তৰঙ্গিণী' গ্ৰন্থখনিৰো বিষয়বস্তু ভক্তিতত্ত্ব। ইয়াত হৰিদেৱে ভাগৱত, নাৰদ পাঞ্চৰাত্ৰ, পদ্ম পুৰাণ আদিৰ বিভিন্ন নিৰ্বাচিত খণ্ডৰ বাহিৰেও স্বৰচিত শ্লোক কিছুমানো সন্নিবিষ্ট কৰিছে। হৰিদেৱৰ ৰচনাৰ এটা বৈশিষ্ট্য হৈছে যে তেওঁ প্ৰাক্-বৈষ্ণৱ কবিসকলৰ দ্বাৰা বৰকৈ প্ৰভাৱান্বিত হৈছিল। এই প্ৰভাৱৰ কাৰণ আছিল ভাৰতবৰ্ষৰ সকলো মানুহৰ বাবে তেওঁৰ দৰ্শনক গ্ৰহণযোগ্য কৰা। সেই অৰ্থে বিভিন্ন কবিৰ নাম তেওঁৰ ৰচনাত সততে উল্লেখ আছে। ভক্তিযোগ বা ভক্তি মাৰ্গৰ দ্বাৰা ভগৱানক প্ৰাপ্তিৰ অৰ্থে ভৌগোলিক বিৱৰণ দিওঁতে উপমাৰ সৃষ্টি কৰি গৈছিল, 'ভক্তি এগৰাকী

মাতৃৰূপা। এই ভক্তি মাতৃয়ে দুই পুত্ৰ সমন্বিতে বৃদ্ধাৱস্থাত বৃন্দাবনত উপস্থিত হওঁতে নাৰদমুনিৰ দৰ্শন লাভ কৰি কৈছিল যে তেওঁৰ জন্ম দ্ৰাবিড়ত, কৰ্ণাটকত, কৰ্মস্থল মহাৰাষ্ট্ৰ আৰু শেষত গুজৰাটত উপস্থিত হোৱাত কেইজনমান নাস্তিকৰ দ্বাৰা লাঞ্ছিতা হৈ বৃন্দাবনত উপস্থিত হৈছে।.....'

অতি নৈষ্ঠিক ব্ৰাহ্মণ বংশত জন্মগ্ৰহণ কৰা হৰিদেৱে ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত কেতিয়াও জাত-কুলৰ প্ৰভেদ ৰখা নাছিল। অতি সাধাৰণ মানুহৰ মনন আৰু হৃদয়ত তেওঁৰ দ্বাৰা প্ৰচাৰিত ভক্তিমাৰ্গৰ পন্থাই কেনেকৈ থিতাপি ল'ব পাৰে আৰু পাপ-ব্যভিচাৰৰ পৰা সমাজখন কেনেকৈ মুক্ত হ'ব পাৰে, সেয়াই আছিল তেওঁৰ প্ৰধান চিন্তা। সেই সময়ত সংস্কৃত ভাষাটো অধ্যয়নশীল ব্ৰাহ্মণ বা অন্য কিছু ব্যক্তিৰ বাহিৰে বুজি নোপোৱাৰ বাবেই হৰিদেৱে নিজৰ ধৰ্মমত সম্পৰ্কীয় লিখাবোৰ সংস্কৃতৰ লগতে জনসাধাৰণৰ বোধগম্য হোৱাকৈ প্ৰাচীন কামৰূপী ভাষাতো প্ৰচাৰ কৰিছিল। ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত সকলো পাপী-তাপীক উদ্ধাৰ কৰি শিষ্যত্ব দান কৰাৰ ক্ষেত্ৰতো তেওঁৰ উদাৰচিতীয়া ধ্যান-ধাৰণা দেখি আচৰিত নহৈ নোৱাৰি। ধৰ্ম প্ৰচাৰৰ আৰম্ভণিতে হাজোৰ মালিপাৰা গাঁৱৰ আঠুপুৰীয়া খাগৰাক, বহৰিৰ পাটহাথি, বতাতি আৰু বেশ্যা এজনীৰ লগত বাৰজন পতিত লোক ক্ৰমে— বল, বামণ, ৰমানাথ, ৰামদাস, পাক, পতিযা, সনা, কমলা, হৰিদাস, ভলা, পাগলা, হৰিগুণা আদি নীচকুলীয়া ব্যক্তি কেইজনমানক শৰণ দি সমাজত তুলি লোৱাৰ পাছতহে তেওঁ ব্ৰাহ্মণ শিষ্য— যদুমণিদেৱ, হৰিচৰণদেৱ, জগন্নাথদেৱ, নাৰায়ণদেৱ আদিক শৰণ দিছিল।

শ্ৰীশ্ৰীহৰিদেৱৰ সময়ছোৱাত প্ৰচলিত সকলো ধৰ্মীয় অনুষ্ঠানৰ আৰম্ভণিতে অৱশ্য কৰ্তব্য যি পঞ্চদেৱতাৰ পূজা আৰু বিষ্ণুৰ পূজাৰ ব্যৱস্থা আছে, তাত অন্যান্য দেৱতাতকৈ বিষ্ণুকহে অত্যধিক গুৰুত্ব দিয়া দেখা যায়। তদুপৰি বিষ্ণুৰ বিভূতি বুলি যিকোনো দেৱতা, মানৱ, জীৱ আনকি সমস্ত জগতক ভক্তি কৰিলেও, তাৰ দ্বাৰা ভক্তি-ব্যভিচাৰ দোষত দোষী নহয়, কাৰণ তাত থাকে ভক্তিৰ মূল কেন্দ্ৰস্থল বিষ্ণুৰ যোগ। সেয়ে বিষ্ণুময় অন্যান্য দেৱ-দেৱীক পূজা কৰিলেও হৰিগুৰুৰ মতে দোষ নহয়।

হৰিদেৱ আছিল অসমত জনশিক্ষাৰ বাটকটীয়া। এই জনশিক্ষাৰ অঙ্গ হিচাপে সত্ৰসমূহত টোল পাতি সংস্কৃত শিক্ষা দিয়াৰ উপৰিও গাঁৱে-ভূঞে ভাগৱত পাঠৰ প্ৰথা প্ৰচলন কৰি নিৰক্ষৰ জনগণক ভগৱৎমুখী কৰি তোলাৰ লগতে সামাজিক আচাৰ-ব্যৱহাৰ, নিয়ম-নীতি আনকি স্বাস্থ্য বিষয়ক জ্ঞান সম্বন্ধেও বিভিন্ন ধৰণৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। হৰিদেৱৰ এই শিক্ষাৰ বাবেই সেই সময়ৰ কোচবিহাৰ ৰংপুৰ, জলপাইগুৰিকে ধৰি প্ৰাচীন কামৰূপত এখন ভগৱৎমুখী সুস্থ আৰু সংগঠিত সমাজ গঢ়ি উঠিছিল।

ধৰ্ম কাৰ্যত অহৰহ ব্ৰতী হৰিদেৱে সংসাৰ ধৰ্ম পালন কৰাৰ ইচ্ছা প্ৰকাশ কৰা নাছিল যদিও শিষ্যসকলৰ একান্ত অনুৰোধত বেছ কিছু বয়সত তেওঁ বিবাহপাশত আবদ্ধ হৈছিল। জগৰ্দ্দন ব্ৰাহ্মণ নামৰ এগৰাকী পণ্ডিতৰ কন্যা তিলোত্তমাই পত্নী হিচাপে হৰিদেৱক সকলো ধৰণে সহায় কৰিছিল। নাৰীসকলৰ প্ৰতি অতি উদাৰ আছিল এইজনা মহাপুৰুষ। নাৰী-পুৰুষৰ সম-অধিকাৰ, প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰতো বিভিন্ন কাম কৰিছিল আৰু নিজেও উদাহৰণ দেখুৱাইছিল। বিবাহৰ কে'বাবছৰৰ পাছত তিলোত্তমাই এগৰাকী কন্যা সন্তানৰ জন্ম দিছিল। শিষ্যসকলে আশা কৰিছিল যে ৰজাৰ পুত্ৰই ৰাজ্যভাৰ পোৱাৰ দৰেই হৰিদেৱৰ পুত্ৰ জন্ম হৈ পিতৃৰ পৰা 'ধৰ্মমালা' পাওক। পিতৃৰ মৃত্যুৰ পাছত ধৰ্মভাৰ গ্ৰহণ কৰি আচাৰ্য হওক। কিন্তু হৰিদেৱে পুত্ৰ আৰু কন্যাৰ মাজত পাৰ্থক্য দেখা নাছিল। কন্যা সন্তানৰ জন্মৰ পাছতেই তেওঁ ঘোষণা কৰিছিল—"আমাৰ ঘৰত সৰস্বতী দেৱীয়ে জন্মগ্ৰহণ কৰিছে। এৱেঁই পাছলৈ ধৰ্মভাৰ গ্ৰহণ কৰিব।" এইগৰাকী কন্যাৰ নাম ৰখা হৈছিল ভুৱনেশ্বৰী। পাছলৈ অৱশ্যে হৰিদেৱৰ এগৰাকী পুত্ৰ সন্তানৰো জন্ম হৈছিল যদিও সন্তানটিৰ অকস্মাৎ মৃত্যু হৈছিল। এয়া ঈশ্বৰৰ ইচ্ছা বুলি পত্ৰশোকতো তেওঁ স্বাভাৱিকভাৱে ধৰ্ম কাৰ্য কৰি গৈছিল।

অলৌকিক শক্তিসম্পন্ন এইজনা মহাপুৰুষৰ মৃত্যু হৈছিল ১৫৬৬ খ্ৰীষ্টাব্দত। পুৰুষ-নাৰীৰ সম-অধিকাৰত বিশ্বাস কৰা এইজনা গুৰুৱে নিজৰ ধৰ্মভাৰ অৰ্পণ কৰিছিল কন্যা ভুৱনেশ্বৰীৰ হাতত। এটা ধৰ্মীয় পৰম্পৰাৰ মুখ্যভাৰ লাভ কৰা ভুৱনেশ্বৰী দেৱীয়েই বোধহয় প্ৰথমগৰাকী আৰু অসমৰ একমাত্ৰ মহিলা। যিয়েই নহওক ১৪০ বছৰীয়া বিস্তৃত জীৱন লাভ কৰা এইজনা মহাপুৰুষ তেওঁৰ ধৰ্ম আৰু কৰ্মৰ বাবেই শিষ্যসকলৰ হৃদয়ত জীয়াই থাকিব আৰু অসমীয়াই তেওঁৰ গুণ-গৰিমা সুঁৱৰি থাকিব।



## (৬)

# দামোদৰদেৱ

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱতকৈ ৩৯ বছৰে সৰু আছিল দামোদৰদেৱ। তদুপৰি শঙ্কৰদেৱৰ পৰিয়ালৰ সৈতে তেওঁলোকৰ পৰিয়ালৰ সম্পৰ্ক আছিল বহুদিনৰে পৰা।... কমতা ৰজা দুৰ্লভ নাৰায়ণ আৰু গৌড় দেশৰ ৰজা ধৰ্ম নাৰায়ণৰ মাজত হোৱা যুদ্ধৰ সন্ধিৰ চৰ্তানুসৰি গৌড় দেশৰ পৰা কেইঘৰমান ব্ৰাহ্মণ অনা হৈছিল কমতা ৰাজ্যলৈ। এই উঠি অহা ব্ৰাহ্মণসকলৰ ভিতৰত অন্যতম ব্ৰহ্মানন্দকে দামোদৰদেৱৰ পূৰ্বপুৰুষ বুলি কোৱা হয়।... শঙ্কৰদেৱৰ পিতৃ কুসুম্বৰ ভূঞাই বৰদোৱাত স্থায়ীভাৱে বসবাস কৰাৰ বহু বছৰৰ পাছত দামোদৰদেৱৰ পিতৃ সদানন্দ হাজোৰ ওচৰৰ ৰত্নেশ্বৰ গ্ৰামৰ পৰা উঠি গৈছিল নগাঁৱলৈ। তাৰ পাছত সেই সময়ৰ ৰজাৰ ইচ্ছানুসৰি সদানন্দ সহিতে যোৱা কামৰূপী ব্ৰাহ্মণসকলক বৰদোৱা অঞ্চলত স্থাপন কৰা হয়। তদুপৰি শঙ্কৰদেৱৰ পিতৃ কুসুম্বৰ ভূঞাৰো পূৰ্ব পৰিচিত সদানন্দক বৰদোৱাৰ নলচাতে স্থায়ীভাৱে বসতি কৰিবলৈ উদগনি দিছিল। এই ঠাইখন (বৰ্তমান ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গৈছে) বৰদোৱা সত্ৰৰ পৰা চাৰি কিলোমিটাৰ দূৰৈত। এই নলচাতে মাতৃ সুশীলাৰ গৰ্ভত দামোদৰৰ জন্ম। দামোদৰ সদানন্দৰ তৃতীয় সন্তান, পূৰ্বতেই ৰত্নাকৰ আৰু সৰ্বেশ্বৰ নামৰ দুই পুত্ৰৰ জন্ম হৈছিল। দামোদৰৰ একমাত্ৰ ভগ্নীৰ নাম আছিল সত্যৱতী।

কথিত আছে যে দামোদৰ নামটো প্ৰথম উচ্চাৰিত হৈছিল শঙ্কৰদেৱৰ মুখত। সদানন্দৰ তৃতীয় পুত্ৰৰ জন্মৰ বাতৰি পাই নলচা গাঁৱলৈ গৈছিল শঙ্কৰদেৱে। শিশুটোক দেখিয়েই শঙ্কৰদেৱে কৈছিল---"তেওঁৰ জন্ম হৈছে মহাপুৰুষৰ গুণ লৈ।" কথা নোৱাৰাকৈয়ে শঙ্কৰৰ মুখেদি উচ্চাৰিত হৈছিল দামোদৰ, দামোদৰ। সদানন্দই বন্ধু শঙ্কৰদেৱৰ মুখত এই উচ্চাৰণ শুনি পুত্ৰৰ নাম দামোদৰ ৰাখিছিল।

সদানন্দ শিক্ষিত আছিল। পুতেকহঁতৰো শিক্ষাৰ কথা চিন্তা কৰিছিল আৰু নিজেই ঘৰতে পঢ়া-শুনা কৰাবলৈ মন মেলিছিল। অৱশেষে সেই সময়তে বঙ্গ দেশৰ নবদ্বীপ নিবাসী কলাপ বল্লভ ভট্টাচাৰ্য নামৰ এগৰাকী সংস্কৃত পণ্ডিত তীৰ্থ ভ্ৰমণলৈ আহোতে সদানন্দই তেখেতক অনুৰোধ কৰি সংস্কৃত টোল এখন পাতি দি তিনি পুত্ৰৰ উপৰি অন্যসকলৰ পঢ়া-শুনাৰ সুবিধা কৰি দিয়ে। ইতিমধ্যে দামোদৰৰ উপনয়নাদি বৈদিক কাৰ্যবোৰ সমাপ্ত হৈছিল। অতি কম

সময় অধ্যয়ন কৰিয়েই তেওঁ পৌৰাণিক শাস্ত্ৰ, গীতা, ভাগৱত আদিৰ গূঢ়াৰ্থ উপলব্ধি কৰিব পাৰিছিল। ১৬ বছৰ বয়সত দেৱ দামোদৰে শাস্ত্ৰজ্ঞানত পাৰ্গত হৈ পঢ়া-শুনা সমাপ্ত কৰিলে। তাৰ পাছত অন্য দুই পুত্ৰৰ দৰে পিতৃ সদানন্দই দামোদৰৰো বিয়া পাতি দিয়ে সীতা নামৰ এগৰাকী কিশোৰীৰ সৈতে। তাৰ পাছত দামোদৰ শঙ্কৰদেৱৰ সান্নিধ্যলৈ আহে। দুই মহাপুৰুষে ধৰ্মালোচনাতো ব্যস্ত হৈ পৰে। কিন্তু লাহে লাহে ঘৰুৱা বিভিন্ন সংকটে দেৱ দামোদৰক আক্ৰান্ত কৰে। তেওঁৰ পৰিয়াল সন্মুখীন হয় কেইবাটাও দুৰ্যোগত।

প্ৰথমতে মৃত্যু হ'ল পিতৃ সদানন্দৰ। তাৰ পাছত নিঃসন্তান ভাতৃ সৰ্বেশ্বৰৰ পত্নী বিয়োগ হয়। কিছুদিন হতাশাত ভুগি সৰ্বেশ্বৰে তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে তেওঁৰো গঙ্গাৰ তীৰত মৃত্যু হয়। তাৰ পাছত ৰত্নাকৰৰ পুত্ৰ, দেৱ দামোদৰৰ ভতিজা ভীমৰ মৃত্যু। পুত্ৰৰ এই মৃত্যুত ৰত্নাকৰো ভাঙি পৰে আৰু পাছত তেওঁৰো মৃত্যু হয়। শেষত বেদনাহত দামোদৰদেৱৰ মাতৃ সুশীলা দেৱীৰো মৃত্যু হয়।

ইতিমধ্যে আহোম ৰজা চুহংমুঙৰ ৰাজত্বকালৰ এই সময়ছোৱাতে ভূঞাসকলৰ সংঘৰ্ষ আৰম্ভ হয় কছাৰীসকলৰ সৈতে। তদুপৰি হাতী ধৰা কাৰ্যত গাফিলতি কৰা বুলি আহোম ৰজায়ো ভূঞাসকলক, বিশেষকৈ মহাপুৰুষ শঙ্কৰদেৱকে ধৰি অন্যান্য শাস্ত্ৰজ্ঞসকলকো ভাল চকুৰে নোচোৱা হ'ল। শঙ্কৰদেৱৰ জোঁৱায়েকক ৰজাৰ পালি-পহৰীয়াই হত্যা কৰিলে। শঙ্কৰদেৱ সেইবাবে ধুৱাহাটৰ পৰা কামৰূপলৈ গুচি আহিবলৈ বাধ্য হ'ল। আহোতে বাটতে দামোদৰৰ মাতৃ বিয়োগ হোৱা বুলি শুনি নলচা গাঁৱলৈ গৈ তেওঁকো লগ ধৰিলে আৰু কামৰূপলৈ গুচি আহিবলৈ ক'লে। কিন্তু দামোদৰদেৱে সেই সময়ত মাতৃ শ্ৰাদ্ধই সম্পূৰ্ণ কৰা নাছিল। কিন্তু শঙ্কৰদেৱক কথা দিলে যে, অচিৰেই কামৰূপলৈ গৈ তেওঁ শঙ্কৰক লগ ধৰিব। তাৰ পাছত দেৱদামোদৰে নলচা গাওঁ এৰিলে। তেতিয়া তেওঁৰ বয়স মাথো ১৭ বছৰ। কামৰূপত শঙ্কৰদেৱক লগ ধৰিছিল দামোদৰদেৱে। তাৰ পাছত কিছুদিন শঙ্কৰৰ লগতে থাকি আধ্যাত্মিক জ্ঞানৰ চৰ্চা কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰা বিভিন্ন শাস্ত্ৰৰ ব্যাখ্যা আৰু ধৰ্মতত্ত্বৰ বিশ্লেষণ শুনি দমোদৰেও একমাত্ৰ শ্ৰীকৃষ্ণত শৰণ লৈ তেওঁৰ গুণ-গান, মহিমা প্ৰচাৰৰ বাবে সঙ্কল্প লয়।

অৱশ্যে এই কথা ঠিক যে দামোদৰদেৱে শঙ্কৰদেৱৰ পৰা শিষ্যত্ব গ্ৰহণ কৰা নাছিল। হয়তো দেৱদামোদৰ এগৰাকী ব্ৰাহ্মণ হোৱাৰ বাবেই এনে হৈছিল। বংশীগোপালদেৱ চৰিত পুথি মতে, দেৱদামোদৰ গুৰুৱে দীক্ষা লাভ কৰিছিল উৰিষ্যাৰ পৰা অহা বাসুদেৱ নামৰ এগৰাকী বৈষ্ণৱ সন্ন্যাসীৰ পৰা। এইগৰাকীক সন্ন্যাসীবেশী নাৰদ বুলিও দামোদৰৰ বহু শিষ্যই মত প্ৰকাশ কৰে। দেৱদামোদৰৰ

অন্যতম জীৱনীকাৰ কবিচন্দ্ৰই তেওঁৰ 'সন্ত চৰিত্ৰ'ত লিখিছে—"সন্ন্যাসীৰ বেশ ধৰি, জগতৰ উপকাৰী/আহিলা নাৰদ মহাঋষি/নাৰদে কহিলা যত, পূৰ্বাপৰ আদি অন্ত/দামোদৰে আছিলন্ত শুনি।".....

কামৰূপত শঙ্কৰদেৱৰ পৰা বিদায় লৈ দামোদৰ পিতৃৰ ভেটি ৰত্নেশ্বৰ গাঁৱলৈ যায়। তাত কিছুদিন থাকি ক্ৰমে নন্দাগাওঁ, গয়াজান আৰু শেষত ব্যাসপুৰলৈ যায়। এই ব্যাসপুৰতেই এগৰাকী কন্যাৰ জন্ম দি দামোদৰৰ পত্নী সীতাৰ মৃত্যু হয়। তাৰ পাছত কন্যাগৰাকীৰো মৃত্যু হয়। দামোদৰৰ পত্নীৰ মৃত্যুৰ বাতৰি পাই শঙ্কৰদেৱ তেওঁৰ ওচৰলৈ আহিল। কিন্তু দামোদৰৰ কোনো দুখ নাই, শোক নাই। শঙ্কৰক তেওঁ ক'লে—"সকলো ঈশ্বৰৰ ইচ্ছাতেই হৈছে।"

দ্বিজৰাম ৰায়ে লিখা 'গুৰু লীলা' অনুসৰি সেই সময়ছোৱাতে হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰস্থিত মণিকূট পৰ্বতৰ বৰাহকুণ্ডত আজি য'ত শ্ৰীচৈতন্য গুহা বিৰাজমান, তাতে চৈতন্যই ধৰ্ম প্ৰচাৰৰ কামত থাকোতে সেই মণিকূটতে চৈতন্যৰ সৈতে দেৱদামোদৰৰ সাক্ষাৎ ঘটে। দুয়ো ধৰ্ম চৰ্চাত নিমগ্ন হয়। দেৱদামোদৰৰ অন্যতম শিষ্য ভট্টদেৱে এই সম্পৰ্কত লিখিছে যে শ্ৰীচৈতন্যই পাছত বন্ধুত্বৰ চিন স্বৰূপে শ্ৰীদেৱদামোদৰলৈ সংস্কৃত ভাষাত 'সংহিতা' নামৰ পুথি এখন পঠিয়াইছিল।

পত্নী বিয়োগ ঘটাৰ পাছত ধৰ্ম প্ৰচাৰৰ কামত ব্যস্ত হৈ পৰে দামোদৰদেৱ। উল্লেখ কৰি যোৱা ভাল হ'ব যে শঙ্কৰদেৱৰ মৃত্যুৰ পাছত সুকীয়া বৈশিষ্ট্য লৈ প্ৰথমতে দামোদৰদেৱৰ নেতৃত্বত অসমৰ বিভিন্ন ঠাইত বহুকেইখন সত্ৰ গঢ়ি উঠিছিল। দামোদৰৰ নেতৃত্বত গঢ় লৈ উঠা সত্ৰসমূহক দামোদৰী সত্ৰ, মাধৱদেৱৰ নেতৃত্বত গঢ় লৈ উঠা সত্ৰক মহাপুৰুষীয়া সত্ৰ আৰু আন এগৰাকী গুৰু হৰিদেৱৰ নেতৃত্বত গঢ় লৈ উঠা সত্ৰক 'হৰিদেৱী সত্ৰ'– আখ্যা দিয়া হয়। শঙ্কৰদেৱকে আদি কৰি এই চাৰিওগৰাকী ধৰ্মগুৰুৱে একে ভাগৱতশ্ৰয়ী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিলেও, মহাপুৰুষীয়া সত্ৰসমূহৰ মণিকূটত সাধাৰণতে ভাগৱত স্থাপন কৰা হয়, আনহাতে দামোদৰী সত্ৰসমূহত বিষ্ণুৰ মূৰ্তি স্থাপন কৰি বৈদিক প্ৰথা মতে পূজা-অৰ্চনা কৰা হয়।

কৈ অহা হৈছে, হাজোৰ পৰা দেৱদামোদৰে নাৱেৰে আহি পূৰ্বৰ ব্যাসপুৰ অথবা বৰ্তমানৰ পাটবাউসী সত্ৰ থকা ঠাইত উপস্থিত হয়। এই ঠাইতেই ৫২ বছৰ বয়সত (১৫৪০ খ্ৰীঃ) তেওঁ মহিমামণ্ডিত পাটবাউসী সত্ৰ প্ৰতিষ্ঠা কৰে। এই পাটবাউসী সত্ৰতেই শ্ৰীবংশীগোপালদেৱে তেওঁৰ সঙ্গী যদুমণিদেৱৰ সৈতে আহি শ্ৰীশ্ৰীদেৱদামোদৰৰ ওচৰত শৰণ লয়। সাত বছৰকাল দেৱদামোদৰৰ লগত আছিল বংশীগোপাল। তাৰ পাছত গুৰুৱে বংশীগোপালক ধৰ্ম প্ৰচাৰাৰ্থে উজনি অসমলৈ প্ৰেৰণ কৰে। এই বংশীগোপালদেৱে পাছলৈ কাঁহিকুছি

কলাবাৰী, কামদেৱাল, মালিপুৰ, দেৰেঘোপাৰ, সৌৰানী, কুকুৰাবাৰী আদিত সত্ৰ স্থাপন কৰে। তাৰ পাছত দেৱদামোদৰৰ অন্যতম শিষ্য বনমালিদেৱ, সত্ত্বদেৱ, ভগবানদেৱ, বলদেৱ, অৰ্জুনদেৱ আদিয়ে অসমৰ বিভিন্ন ঠাইলৈ গৈ ধৰ্ম প্ৰচাৰাৰ্থে সত্ৰ স্থাপন কৰে। উল্লেখ কৰা ভাল হ'ব যে বৰ্তমান সমগ্ৰ অসমত ২৮১ খন দামোদৰী সত্ৰ আছে। ইয়াৰ উপৰি ১৯৭৭ চনত প্ৰতিষ্ঠা হোৱা সদৌ অসম দামোদৰী সংঘই গুৰুজনাৰ ধৰ্ম মত আৰু চিন্তা-চৰ্চাৰ প্ৰচাৰৰ ক্ষেত্ৰত আগভাগ লৈছে।

দামোদৰদেৱৰ প্ৰধান শিষ্য আছিল অসমীয়া কথা সাহিত্যৰ জনক বৈকুণ্ঠনাথ ভট্টাচাৰ্য বা ভট্টদেৱ। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মিলনক যিদৰে মণিকাঞ্চন সংযোগ আখ্যা দিয়া হয়, ঠিক তেনেদৰে এই দুজনৰ মিলনকো মণিকাঞ্চন সংযোগ বুলি কোৱা হয়। দামোদৰদেৱৰ অনুপ্ৰেৰণাতে ভট্টদেৱে ধৰ্ম প্ৰচাৰৰ বাবে বিভিন্ন গ্ৰন্থাদি ৰচনা কৰে আৰু পদ্য এৰি গদ্য সাহিত্যত হাত পকায়। দামোদৰদেৱে ভট্টদেৱক পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰ পাতিছিল। দামোদৰদেৱৰ আন এগৰাকী শিষ্য গোপাল মিশ্ৰ (ভট্টদেৱৰ সখীয়েক)য়ো কেইবাখনো ধৰ্মগ্ৰন্থৰ পুথি ৰচনা কৰিছিল।

পাটবাউসী সত্ৰত এনেদৰে ধৰ্ম প্ৰচাৰ কৰি থাকোতে 'বলি কাটি দুৰ্গা পূজা' নকৰাৰ অপৰাধত তেতিয়াৰ কামৰূপৰ ৰজা পৰীক্ষিত নাৰায়ণে দামোদৰদেৱক কামৰূপৰ ৰাজধানী বিজয় নগৰলৈ ধৰাই নিয়ে। ৰাজসভাত দামোদৰৰ ধৰ্ম মত অভ্ৰান্ত বুলি সকলোৱে স্বীকাৰ কৰে আৰু বিজয় নগৰৰ বেদুৱা বিপ্ৰৰ ঘৰত ধৰ্মাশ্ৰম পাতি এবছৰ কাল ধৰ্ম প্ৰচাৰ কৰে। এই বেদুৱা বিপ্ৰৰ গৃহত থাকি ধৰ্ম প্ৰচাৰ চলাই থাকোতেই এবাৰ ৰজা পৰীক্ষিত ঘৰত নথকাৰ সুযোগত ৰাজ অন্তেষপুৰৰ সকলো নাৰীয়েই দেৱদামোদৰক সেৱা জনালে। এই কথাত ৰজা ৰুষ্ট হ'ল আৰু দেৱদামোদৰক কোঁচবিহাৰলৈ নিৰ্বাসন দিলে। ১৫১৩ শকত অৰ্থাৎ ১০৩ বছৰ বয়সত দামোদৰদেৱে সোণকোষ নদী পাৰ হৈ কোঁচবিহাৰত উপস্থিত হয়। প্ৰথমতে দেৱদামোদৰে লক্ষ্মণ নামৰ গাঁৱৰ মুৰব্বী এজনৰ তাত থাকিলেও পাছত তেতিয়াৰ কোঁচ ৰজা লক্ষ্মীনাৰায়ণে হাতী-ঘোঁৰা, ৰথ-সেনা আদি পঠিয়াই দামোদৰদেৱক ৰাজসভালৈ আদৰি নিয়ে। পাছত সমগ্ৰ কোঁচ ৰাজপৰিয়ালেই দেৱদামোদৰৰ ওচৰত শৰণ লয়। এইদৰে সাত বছৰকাল কোঁচবিহাৰত থাকি অসংখ্য লোকক শৰণ দি বৈষ্ণৱ গুৰু দেৱদামোদৰে ১১০ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে। অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ কৰি সকলোৰে মাজত সত্ৰৰ স্থাপনৰ বাবে দেৱদামোদৰে বহু কৰ্ম কৰি গ'ল। নিজে বৰ বিশেষ সাহিত্য চৰ্চা নকৰিলেও শিষ্যসকলক সাহিত্য চৰ্চাৰ অনুপ্ৰেৰণা দি বৈষ্ণৱ তথা অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি গ'ল। মাথো তেওঁৰ শিষ্যসকলেই নহয় সমগ্ৰ অসমীয়া জাতিয়েই কৃতজ্ঞ হৈ থাকিব এইজনা বৈষ্ণৱ গুৰুৰ ওচৰত।



(৭)

# নৰনাৰায়ণ

**হেজাৰ গুণেৰে বিভূষিত মহাৰজা নৰনাৰায়ণ। তেওঁ যেনে কঠোৰ, তেনেদৰেই কোমল। অতি বিচক্ষণ, চৰিত্ৰবান আৰু প্ৰজাবৎসল ৰজা আছিল। নৰনাৰায়ণৰ ৰাজত্বকালত কোঁচ ৰাজ্যৰ চূড়ান্ত উত্তৰণ ঘটিছিল (সকলো দিশতে)। নৰনাৰায়ণক সেইবাবে বিক্ৰমাদিত্য, অশোক, ভাস্কৰ বৰ্মা আদিৰ সৈতে তুলনা কৰা হৈছিল। নৰনাৰায়ণে যেনেদৰে নিজৰ ৰাজসভাত ধৰ্মগুৰু আৰু সাহিত্যিকক সন্মান সহকাৰে ৰাখি ধৰ্ম চৰ্চা আৰু সাহিত্য চৰ্চা কৰাইছিল, তেনেদৰে মঠ-মন্দিৰো নিৰ্মাণ কৰিছিল আৰু সেইবোৰৰ সু-পৰিচালনাৰ বাবে মাটি-বৃত্তি দান কৰি মানুহো ৰাখিছিল। গৌড় ৰাজ্যৰ সেনাপতি কালাপাহাৰে ধ্বংস কৰি যোৱা কামাখ্যা মন্দিৰৰ পুনৰ্নিৰ্মাণ, হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ পুনৰ্নিৰ্মাণ কৰি কাললৈ খ্যাতি ৰাখিছিল।... অসংখ্য বিদ্বান লোকেৰে ভৰি থকা নৰনাৰায়ণৰ ৰাজসভাত হৈছিল সাহিত্য চৰ্চা। মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁলোকৰ অনুগামীসকলে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ লগতে যি সাহিত্যৰ সৃষ্টি কৰি গ'ল, সিয়েই অসমীয়া ভাষা-সাহিত্যৰ ভেটি প্ৰকৃতভাৱে গঢ় দিলে।**

নৰনাৰায়ণৰ ৰাজত্বকালত অসমলৈ অহা ৰাল্‌ফ ফিট্‌ছ নামৰ এজন ইংৰাজ ভ্ৰমণকাৰীয়ে লিখিছিল—"ৰাজ্য (কোঁচ) খনৰ চাৰিওফালে দুয়ো মূৰে জোঙা কৰা বাঁহ আৰু বেতৰ ডাঠ বেৰ আছিল। এই বাঁহ-বেতৰ জোংবোৰ জলাশয় মাটিত পুতি দিয়া হৈছিল। ফলত এইবোৰৰ কাষৰ মাটিত আঁঠুলৈকে গভীৰ পানী হৈছিল। মানুহ বা ঘোঁৰা এই পানীৰে যদি কথমপিহে পাৰ হৈ যাব পাৰিছিল। যুদ্ধৰ সময়ত এই পানীত কিন্তু তেওঁলোকে বিহ ঢালি দিছিল। ৰাজ্যৰ লোকসকলে পাট আৰু কপাহী কাপোৰ তৈয়াৰ কৰিছিল। গান্ধকলাই এই ৰাজ্যত প্ৰচুৰ পৰিমাণে পোৱা গৈছিল।... লোকসকল ভদ্ৰ আছিল। তেওঁলোকে প্ৰাণী হত্যা নকৰিছিল। ৰাজ্যত ভেড়া, ছাগলী, কুকুৰ, মেকুৰী, চৰাই-চিৰিকটিকে আদি কৰি পশু-পক্ষীৰ বাবে চিকিৎসালয় আছিল। বুঢ়া আৰু খোৰা পশু-পক্ষীবোৰক এনে চিকিৎসালয়ত নমৰালৈকে প্ৰতিপালন কৰা হৈছিল। কোনো লোকে পশু পক্ষীবোৰক ধৰি বা কিনি আনিলে, এনে চিকিৎসালয়ত সেইবোৰ কিনি লোৱা হৈছিল। পশু-পক্ষীক চিকিৎসালয়ত আশ্ৰয় দানৰ উপৰি প্ৰয়োজনবোধ কৰিলে আকৌ হাবিত এৰি দিয়া হৈছিল। ৰাজ্যৰ লোকসকলে বাদাম খাই ভাল পাইছিল আৰু বাদামক ভঙনীয়া পইচা হিচাপেও ব্যৱহাৰ কৰিছিল।.."

মহাৰাজ নৰনাৰায়ণৰ শ্ৰেষ্ঠত্ব আৰু কৃতিত্বৰ বিষয়ে ইয়াতকৈ অধিক লিখাৰ বোধকৰো প্ৰয়োজন নাই। আজিৰ আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগতো আমাৰ ৰাজ্যত চৰকাৰে যিবোৰ কাম কৰিব পৰা নাই, সেই কাম নৰনাৰায়ণে কৰিছিল ১৬ শতিকাতে। আজিৰ চৰকাৰে সীমান্তত মানুহৰ অবাধ আহ-যাহ বন্ধ কৰিব নোৱাৰে, শিল্পী-সাহিত্যিকসকলক উচিত সুবিধা (পেঞ্চন দিয়াতেই নানা ৰাজনীতি!) দিব নোৱাৰে, হাবি-বননি আৰু বন্যপ্ৰাণীৰ সংৰক্ষণ কৰিব নোৱাৰে...। অথচ কোঁচ নৃপতি নৰনাৰায়ণে এই সকলো কাম কৃতকাৰ্যতাৰে সম্পন্ন কৰিছিল তেতিয়াই!

মহাৰাজ নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই কোঁচ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। বিশ্বসিংহৰ পিতৃ হাৰিয়া মণ্ডল আছিল বাৰটা কোঁচ (মেচ!) পৰিয়ালৰ মুৰব্বী। এই বাৰটা পৰিয়ালৰ ওপৰত থকা কৰ্তৃত্ব ৰাজ্যৰ কেইবা হেজাৰ পৰিয়াললৈ সম্প্ৰসাৰিত কৰি বিশ্বসিংহই সঁচাই মহৎ কাম কৰিছিল। বিশ্বসিংহ হিন্দু ধৰ্মৰ এগৰাকী প্ৰধান পৃষ্ঠপোষক আছিল। তেওঁ শিৱ, দুৰ্গা আৰু বিষ্ণুৰ পূজা কৰিছিল। তেওঁ কামাখ্যা দেৱীৰ জহি-খহি যোৱা মন্দিৰ ভালদৰে মেৰামতি কৰি তাত বহুদিন বন্ধ হৈ থকা পূজাৰ পুনৰ প্ৰচলন কৰিছিল আৰু কনৌজ, বাৰানসী আদি ঠাইৰ পৰা কেইবাটাও ব্ৰাহ্মণ পৰিয়ালক আনি কামাখ্যাৰ ওচৰে-পাঁজৰে প্ৰতিষ্ঠা কৰাইছিল।... বিশ্বসিংহই কোঁচবিহাৰত ৰাজধানী পাতে। একমাত্ৰ ভাতৃ শিৱসিংহ (শিশু)ক যুৱৰাজ পাতে আৰু দেউতাকৰ তত্ত্বাৱধানত থকা সেই বাৰটা পৰিয়ালৰ মুৰব্বীসকলক মন্ত্ৰীৰ দায়িত্ব দিয়ে। বিশ্বসিংহই লোকপিয়ল কৰোৱাৰ উপৰি কৰ্মচাৰীসকলক বিভিন্ন ভাগত বিভক্ত কৰিছিল, যেনে— একুৰিজন (পাইক) লোকৰ দায়িত্বত থকাজন ঠাকুৰীয়া, এশজনৰ ওপৰত শইকীয়া, হেজাৰজনৰ ওপৰত হাজাৰী, তিনি হেজাৰজনৰ ওপৰত ওমৰাহ আৰু ষাঠি হেজাৰজনৰ ওপৰত নৱাব আদি। বিশ্বসিংহৰ কেইবাগৰাকী ৰাণী আৰু ১৮ জন পুত্ৰ আছিল।

নৰনাৰায়ণৰ জন্ম হৈছিল যোল্ল শতিকাৰ প্ৰথমটো দশকতে। ১৫৪০ চনত বিশ্বসিংহৰ মৃত্যু হৈছিল। সেই সময়ত তেওঁৰ দুই পুত্ৰ মল্লদেৱ (মল্ল যুঁজত পাৰ্গত বাবে এই নাম) আৰু শুক্লধ্বজে কাশীৰ এগৰাকী সাধক তপস্বী ব্ৰহ্মানন্দৰ ওচৰত শিক্ষাগ্ৰহণ কৰি আছিল। সেই সময়তে তেওঁলোকৰ জ্যেষ্ঠ ভাতৃ নৰসিংহই নিজকে ৰজা বুলি ঘোষণা কৰে। এই বাতৰি পাই মল্লদেৱ আৰু শুক্লধ্বজে ততাতৈয়াকৈ ৰাজ্যলৈ আহি এদল সৈন্য গোটাই নৰসিংহক যুদ্ধত পৰাজিত কৰে (পাছত হেনো এই নৰসিংহ ভূটানৰ ৰজা হয়গৈ।)।

নৰসিংহক ৰাজ্যৰ পৰা খেদি মল্লদেৱে নৰনাৰায়ণ (মানুহৰূপী ভগৱান) নাম লৈ সিংহাসনত উঠে আৰু ভায়েক শুক্লধ্বজক (চিলাৰায়) প্ৰধান সেনাপতি আৰু যুৱৰাজ পাতে। এওঁৰ স্থান ৰজাৰ পাছতেই খুৰাক শিৱসিংহক মহাৰাজ নৰনাৰায়ণে পাতিছিল 'ৰায়কোট' অৰ্থাৎ স্বদেশী সৈন্যবাহিনীৰ অধিনায়ক

অন্যতম ভাতৃ গোসাঁই কমল নাৰায়ণক গৃহ দপ্তৰৰ ভাৰ অৰ্পণ কৰিছিল। ৰায়কোট খুৰা শিবসিংহৰ পুত্ৰ কুমাৰ অনিৰুদ্ধক ৰাজপুত, মোগল, পাঠান আদি বেতনভোগী সৈন্যবাহিনীৰ অধিনায়ক হিচাপে নিযুক্তি দিছিল। সেইদৰে অন্যান্য ভাতৃ বা আত্মীয়কো নিজৰ যোগ্যতা অনুসৰি প্ৰশাসকৰ পদবী অৰ্পণ কৰিছিল।

'কোঁচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি' নামৰ গ্ৰন্থখনৰ লেখক, গৱেষক অম্বিকাচৰণ চৌধুৰীয়ে লিখিছে—"পাণ্ডু অঞ্চলৰ মহা পৰাক্ৰমী ভূঞাৰাজ প্ৰতাপ ৰায়ৰ বিদূষী কন্যা ভানুমতী আৰু তেওঁৰ কনিষ্ঠ ভাতৃ শ্বেতধানৰ (গজ ৰায়) গুণৱতী কন্যা চন্দ্ৰপ্ৰভা নামেৰে এজনী অতীব পৰামা সুন্দৰী আৰু অভিজাত কন্যা আছিল। কনিষ্ঠ ভাতৃৰ ইতিপূৰ্ব্বৰ সংগ্ৰামত মৃত্যু হোৱাত প্ৰতাপ ৰায়ে নিজ কন্যা ভানুমতী দেৱীক নৰনাৰায়ণলৈ আৰু ভাতৃষ্পুত্ৰী চন্দ্ৰপ্ৰভাক শুক্লধ্বজলৈ বিয়া দি মহাৰাজ নৰনাৰায়ণৰ বশ্যতা স্বীকাৰ কৰে আৰু সেই অঞ্চলৰ ভূঞা পৰিয়ালবৰ্গৰ সৈতে সু-সম্পৰ্ক ৰচনা কৰে।" কিন্তু গেইটৰ বুৰঞ্জী মতে, নৰনাৰায়ণে ভৰ বয়সতহে বিয়া পাতিছিল, তাকো চিলাৰায়ৰ একান্ত অনুৰোধত।

মহাৰাজ নৰনাৰায়ণে সিংহাসনত আৰোহণ কৰাৰ পাছৰে পৰা আহোমৰ সৈতে শত্ৰুতা আৰম্ভ হয়। অৱশ্যে আহোমসকলৰ বিৱৰণি মতে, নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই ১৫৩৭ খ্ৰীষ্টাব্দত আহোম ৰজা চুহুংমুঙৰ ৰাজসভালৈ গৈ তেওঁৰ সৈতে বন্ধুত্ব স্থাপন কৰিছিল। দুয়োজন ৰজাৰ মাজত বহু উপহাৰৰ আদান-প্ৰদানো হৈছিল। কিন্তু নৰনাৰায়ণ ৰজা হোৱাৰ লগে লগে আহোমৰ সৈতে বিবাদ কিয় আৰম্ভ হ'ল, তাৰ সবিশেষ জনা নাযায়। এটা সূত্ৰমতে, আহোম ৰজা চুক্লেনমুঙে কোঁচ ৰাজ্য আক্ৰমণ কৰাৰ পাছত এই যুদ্ধ আৰম্ভ হৈছিল। এই আক্ৰমণত উচটনি দিছিল কোঁচ ৰাজ্যৰে এজন ভূ-স্বামী বা ভূঞাই। আন এটা সূত্ৰমতে, মহাৰাজ বিশ্বসিংহৰ ৰাজত্বৰ শেষভাগৰ পৰাই কোঁচ ৰজাৰ সৈতে আহোম ৰাজশক্তিৰ সদ্ভাৱ ক্ৰমান্বয়ে ক্ষীণ হৈ আহিছিল। ধৰ্মীয়-সাংস্কৃতিক তথা আধ্যাত্মিক কাৰণ হিচাপে ক'ব পাৰি যে তেতিয়া আহোম ৰাজবংশ প্ৰধানতঃ বৌদ্ধ ধৰ্মাৱলম্বী আছিল। কিন্তু আহোম ৰাজ্যৰ প্ৰজাসকলৰ বেছিভাগেই শাক্ত, বৈষ্ণৱ কিম্বা আৰ্য ধাৰাত হিন্দু নামেৰে অভিহিত। ইয়াৰ বিপৰীতে কোচ ৰাজশক্তি আছিল সম্পূৰ্ণ হিন্দু মতাৱলম্বী আৰু পুৰোহিত তন্ত্ৰৰ দ্বাৰা পৰিচালিত। গতিকে দুই পৃথক ধৰ্মাৱলম্বী ৰাজশক্তিৰ মাজত সংঘাত অনিবাৰ্য নহ'লেও, ধাৰ্মিক কাৰণতেই যুদ্ধ লগাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। তদুপৰি ১৫৪৩ চনত কোঁচ ৰাজবংশৰ তিনিজন ৰাজকুমাৰ আৰু এগৰাকী ৰাজকুমাৰীয়ে ভালেমান দেহৰক্ষীৰ লগত লৈ আহোম শাসনৰ প্ৰভাৱত থকা (সীমামূৰীয়া বিবাদমান অঞ্চল।) ব্ৰহ্মকুণ্ডলৈ ঘূৰিবলৈ গৈছিল। এওঁলোকক আহোম সৈন্যই অতৰ্কিতভাৱে আক্ৰমণ কৰি ৰাজকুমাৰ দীপনাৰায়ণক হত্যা

কৰে আৰু ৰাজকুমাৰী লীলাৱতীক অপহৰণ কৰে। ফলত আন দুজন ৰাজকুমাৰে (হেমচন্দ্ৰ আৰু ৰামচন্দ্ৰ) আহোম সৈন্যৰ ওপৰত আক্ৰমণ চলায় আৰু আহোম ৰাজ্যৰ অন্তৰ্গত চাঙ্গিনীমুখ দখল কৰে। অৱশ্যে তাকৰ কোঁচ বাহিনীয়ে হাৰ মানিব লগা হয় পিছলাকোঠত হোৱা যুদ্ধত। এই যুদ্ধত আহোম বাহিনীয়ে কোঁচসকলক ৰণত ঘটুৱায় আৰু অধিকসংখ্যক কোঁচ সৈন্যৰ মৃত্যু হয়।...

এনেবোৰ বিভিন্ন কাৰণৰ ফলস্বৰূপেই চুবুৰীয়া কোঁচ আৰু আহোম ৰাজশক্তিৰ শত্ৰুতা আৰম্ভ হয়। ১৫৪৬ চনত শুক্লধ্বজে ব্ৰহ্মপুত্ৰৰ উত্তৰেদি দিকৰাইলৈকে অভিযান চলায়। এই দিকৰাইত আহোম সৈন্য চেদেলি-ভেদেলি হয় আৰু পলাবলৈ ধৰে। তাৰ পাছত শুক্লধ্বজ (চিলাৰায়)ৰ নেতৃত্বত কোঁচবাহিনীয়ে কলিয়াবৰতো পুনৰ আহোম সৈন্যক কচু কটা দিয়ে। এই আক্ৰমণৰ সময়ছোৱাতে নৰনাৰায়ণে ভাতৃ গোসাঁইকমলক কোঁচবিহাৰৰ পৰা লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰলৈ ৩৫০ মাইল দীঘল ৰাস্তা তৈয়াৰৰ নিৰ্দেশ দিয়ে যাতে কোঁচ সৈন্য-সামন্তৰ অহা-যোৱাত সুবিধা হয়। ১৫৪৭ চনত গোসাঁইকমল আলিৰ (এই আলি এতিয়াও খণ্ড খণ্ডকৈ থকা দেখা যায়) নিৰ্মাণ সম্পূৰ্ণ হয়। তাৰ পাছত কোঁচসকলে নাৰায়ণপুৰত এক দুৰ্গ সাজে। সেই সময়ছোৱাতে আহোম ৰাজশক্তিয়ে কিছু বল-বীৰ্য গোটালে আৰু পাছফালৰ পৰা কোঁচ সৈন্যক আক্ৰমণ কৰি পিছলা নৈৰ পাৰলৈকে আগুৱাই আহে।

ইতিমধ্যে কোঁচ সৈন্যৰ খাদ্য-সম্ভাৰো শেষ হৈছিল, বেমাৰ-আজাৰো হৈছিল বহুতৰে। আহোমৰ এই আক্ৰমণৰ উচিত জৱাব তেওঁলোকে দিব নোৱাৰিলে। তাৰ পাছত বেছ কিছু বছৰ কোঁচ ৰজা শান্ত হৈ বহি থাকিল। ইতিমধ্যে পিতৃ হত্যাত অৱিহণা যোগাই ৰাজপাটত উঠা আহোম ৰজা চুক্লেংমুঙৰো মৃত্যু হ'ল (১৫৫২)। তাৰ পাছত আহোম ৰাজপাটত উঠিছিল চুখাম্‌ফা বা খোৰা ৰজা। এওঁ ৰাজত্ব কৰিছিল ১৬০৩ চনলৈ, অৰ্থাৎ ৫১ বছৰ। এই খোৰা ৰজাৰ ৰাজত্বকালতে ১৫৬২ চনত চিলাৰায়ৰ নেতৃত্বত বিশাল কোঁচ সৈন্যবাহিনীয়ে আহোম ৰাজ্য দখল কৰে। আহোমৰ শোচনীয় পৰাজয় হয় আৰু বিজয়ী চিলাৰায়ে আহোমৰ ৰাজধানী গড়গাঁৱত প্ৰৱেশ কৰি তাতে কোঠ মাৰেগৈ। খোৰা ৰজাই পলাই গৈ নামৰূপৰ চৰাইখৰঙত আশ্ৰয় লয়।... তিনি মাহৰ পাছত আহোম ৰজাই আইখেক বুঢ়াগোঁহাইক পঠিয়ালে কোঁচৰ সৈতে সন্ধি কৰিবলৈ। চিলাৰায়ে সন্ধিৰ চৰ্ত দিলে এনে ধৰণৰ— আহোমে কোঁচৰ বশ্যতা স্বীকাৰ কৰিব লাগিব; ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ ভালেমান ঠাই কোঁচক এৰি দিব লাগিব; ৬০ টা হাতী, ৬০ খন কাপোৰ আৰু বুজন পৰিমাণৰ সোণ-ৰূপ যুদ্ধৰ ক্ষতিপূৰণ হিচাপে দিব লাগিব আৰু শেষ চৰ্তটো আছিল আহোমে বশ্যতা স্বীকাৰৰ জামিন হিচাপে কেইবাজনো কোঁৱৰ আৰু ৰাজকোঁৱৰক চিলাৰায়ৰ হাতত দিব লাগিব।

চিলাৰায়ে আহোমকেই মাথো পৰাজিত কৰা নাছিল, সেই সময়ত বৰ্তমানে উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায়ভাগ ঠায়েই এইজনা কোঁচ ৰজাৰ হাতলৈ গৈছিল। কছাৰী ৰাজ্যৰ ৰজাই নৰনাৰায়ণৰ বশ্যতা স্বীকাৰ কৰি বছৰি ৭০ হেজাৰ টকাৰ কৰ, এহেজাৰ সোণৰ মোহৰ আৰু ৬০টাকৈ হাতী দিবলৈ বাধ্য হৈছিল। মণিপুৰৰ ৰজায়ো নৰনাৰায়ণৰ ওচৰত বশ্যতা স্বীকাৰ কৰি বছৰি ২০ হেজাৰ টকাৰ কৰ, তিনিশ সোণৰ মোহৰ আৰু ১০ টাকৈ হাতী দিবলৈ মান্তি হৈছিল। তাৰ পাছত মহাৰাজ নৰনাৰায়ণৰ ওচৰত জয়ন্তীয়া, ত্ৰিপুৰা, চিলেট, খৈৰাম (খাচী), ডিমৰু, গাৰো আদি অঞ্চলৰ ৰজা তথা দলপতি (মুখিয়াল)সকলে বশ্যতা স্বীকাৰ কৰি ধন-সোণ-হাতী আদি দিবলৈ বাধ্য হৈছিল। কোঁচ ৰাজ্যৰ নিজা উৎপাদন আৰু বাহিৰৰ ৰাজ্যৰ পৰা পোৱা ধন-সোণ আদিৰে কোঁচ ৰাজ্য চহকী হৈছিল। মহাৰাজ নৰনাৰায়ণে এনে ধৰণে হোৱা আয়ৰ প্ৰায় সকলো ধনেই প্ৰজাহিতকৰ কামত খটুৱাইছিল।

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় একচ্ছত্ৰী সম্ৰাট হোৱাৰ পাছত এইবাৰ নৰনাৰায়ণে শক্তিশালী গৌড় ৰাজ্য আক্ৰমণ কৰে। ১৪৪৩ চনত গৌড়ৰ সেনাপতি কালাপাহাৰে ভাঙি থৈ যোৱা মন্দিৰৰ ১৫৬৫ চনত পুনৰ নিৰ্মাণ কৰে মহাৰাজ নৰনাৰায়ণে। কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণৰ আগেয়েই মহাৰাজ নৰনাৰায়ণে চিলাৰায়ক গৌড় ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়াই বুলি কোঁচ বংশাৱলীত উল্লেখ আছে। কোনো এগৰাকী ঐতিহাসিকৰ মতে, কামাখ্যাকে ধৰি বহু মন্দিৰ ভাঙি যোৱা গৌড় ৰজাক এসেকা দিবৰ বাবেই নৰনাৰায়ণে এই আক্ৰমণ চলাইছিল। সেই সময়ত গৌড়ৰ ৰজা আছিল চুলেইমান কৰানী। চিলাৰায়ে গৌড় ৰাজ্য আক্ৰমণ কৰিলে আৰু দহদিন ধৰি তেওঁ অসীম বিক্ৰমেৰে যুঁজি অসংখ্য শত্ৰু সৈন্যৰ প্ৰাণ নাশ কৰে। কিন্তু অৱশেষত অস্ত্ৰ-শস্ত্ৰ আৰু খাদ্য-সম্ভাৰ শেষ হৈ যোৱাত চিলাৰায় বিপদত পৰে। ফলত চিলাৰায় গৌড় ৰজাৰ হাতত বন্দী হয়।

অৱশ্যে অচিৰেই চিলাৰায়ে মুক্তি পালে। অনুমান কৰা হয়, পাঠান উজীৰ লোডী খানৰ পৰামৰ্শ মতে চুলেইমান কৰানীয়ে চিলাৰায়ক মুক্তি দিছিল। কাৰণ সেই সময়ত মোগলসকলে গৌড় ৰাজ্য আক্ৰমণ কৰাটো আসন্ন হৈ উঠিছিল আৰু কোঁচবিহাৰক সন্তুষ্ট কৰিব পাৰিলে এই আক্ৰমণৰ সময়ত নৰনাৰায়ণৰ পৰা সহায় পাব বুলি গৌড় ৰজাই ভাবিছিল। অৱশ্যে চিলাৰায়ৰ মুক্তি সম্পৰ্কত অন্য এটা কাৰণৰো উল্লেখ আছে অসম বুৰঞ্জীবোৰত। চিলাৰায় আছিল বহুমুখী প্ৰতিভাধৰ। তেওঁ সেই সময়ত প্ৰচলিত প্ৰাকৃতিক চিকিৎসাবিদ্যাৰ লগতে তন্ত্ৰ-মন্ত্ৰৰ ব্যৱহাৰো জানিছিল। সেয়ে গৌড় ৰজাৰ মাতৃক সাপে খোঁটাৰ সময়ত আন কোনো কবিৰাজ-ধনন্তৰীয়ে ভাল কৰিব নোৱৰাত চিলাৰায়ে ৰাজমাতৃক নিজৰ চিকিৎসাবিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰ বলেৰে মৃত্যুমুখৰ পৰা উদ্ধাৰ কৰিছিল। ইয়াৰে প্ৰতিদান স্বৰূপে গৌড়ৰ ৰজাই

চিলাৰায়ক মুক্তি দিছিল। কামাখ্যা মন্দিৰৰ পুনৰ নিৰ্মাণ কৰোবাৰ লগতে দুই ভাতৃয়ে এই মন্দিৰলৈ আহি অসংখ্য বলিদান দি পূজাৰ ব্যৱস্থা কৰায় আৰু দান-দক্ষিণাৰ বাবদ ২৫ হেজাৰ ৰূপৰ মুদ্ৰা বিতৰণ কৰে। মন্দিৰত যাতে অহৰহ পূজা-অৰ্চনা চলি থাকে তাৰ বাবে পুৰোহিত-ব্ৰাহ্মণ আৰু সেৱককো নিযুক্তি দিয়ে।

কামাখ্যা মন্দিৰৰ পুনৰ নিৰ্মাণৰ পাছত নৰনাৰায়ণে পুনৰ গৌড় ৰাজ্য আক্ৰমণৰ কথা চিন্তা কৰে, কিন্তু এইবাৰ অতি সু-শৃঙ্খলাবদ্ধভাৱে। গৌড় আক্ৰমণত যাতে হাৰ মানিব লগা নহয়, তাৰ বাবে দিল্লীৰ সম্ৰাট আকবৰৰ সৈতে সম্পৰ্ক ভাল কৰিবলৈ নৰনাৰায়ণে দিল্লীৰ ৰাজসভালৈ ভালেমান উপহাৰৰ লগতে এজন দূত পঠিয়ালে। আকবৰনামাত এই কথাৰ উল্লেখ আছে।

এইবাৰ নৰনাৰায়ণ আৰু আকবৰৰ মাজত মিত্ৰতা হ'ল আৰু দুয়োপক্ষই ঠিক কৰে যে দুই ৰজাৰ সেনাই গৌড় ৰাজ্য দুফালৰ পৰা আক্ৰমণ কৰিব। চিলাৰায়ে উত্তৰ-পূব দিশৰ পৰা আৰু মোগল সেনাপতি মানসিংহই পশ্চিম দিশৰ পৰা গৌড় ৰাজ্য আক্ৰমণ কৰে। গৌড়ৰ চুলতানে এই যুদ্ধত সহজেই হাৰ মানে। এই যুদ্ধৰ ফলত কোঁচ ৰাজ্যৰ বিস্তৃতি পশ্চিমে কৰতোৱা নদীলৈকে হ'ল। তদুপৰি এই যুদ্ধৰ ফলত দুটা ঐতিহাসিকভাৱে সুদূৰপ্ৰসাৰী ঘটনাও ঘটিল। সেয়া হ'ল– ভাৰতত পাঠান (গৌড়) আমোলৰ ৰাজত্ব শেষ হ'ল আৰু মোগল সম্ৰাজ্য উত্তৰ-পূৰ্বাঞ্চললৈকে বিয়পি পৰিল।..... এই যুদ্ধত বিজয়ৰ পাছতেই মহাবীৰ চিলাৰায়ৰ মৃত্যু হয় (১৫৭১ চন)। ৬১ বছৰ বয়সত মৃত্যুবৰণ কৰা মহাবীৰ চিলাৰায়ৰ মৃত্যুৰ দিনটো ১৪৯৩ শকৰ দৌল পূৰ্ণিমা তিথি বুলি প্ৰকাশ কৰা হৈছে।

যিয়েই নহওক অসমৰ সৰ্বতোকালৰ শ্ৰেষ্ঠ মানৱ (মহাপুৰুষ) শ্ৰীমন্ত শঙ্কৰদেৱৰ মহত্ত্ব বুজিছিল চিলাৰায়ে। শঙ্কৰদেৱক পাটবাউসী সত্ৰত লগ পাইছিল তেওঁ। শঙ্কৰদেৱৰ বিৰুদ্ধে নানা ষড়যন্ত্ৰ চলি থাকোতে চিলাৰায়ে গোপনে নি তেওঁক নিজৰ বাসভৱনত ৰাখিছিল। আনকি সেই সময়ত মহাৰাজ নৰনাৰায়ণেও এই কথাৰ সম্ভেদ পোৱা নাছিল।... পাছত নৰনাৰায়ণৰ সৈতেও শঙ্কৰদেৱৰ বন্ধুত্ব গঢ়ি উঠিছিল। কোঁচবিহাৰৰ ৰাজ দৰবাৰৰ ধৰ্মালোচনাসমূহত শঙ্কৰদেৱে বহু বছৰ ধৰি ভাগ লয়। শঙ্কৰদেৱৰ বাবে চিলাৰায়ে সন্ধৰা কাৰ্জীৰ কলবাৰীত সত্ৰ পাতি দি থকাৰ ব্যৱস্থাও কৰি দিছিল। কোৱা হয়, চিলাৰায় আৰু শঙ্কৰদেৱৰ এনে সখ্যতা আছিল যে শঙ্কৰদেৱৰ মৃত্যুৰ (১৫৬৯ খ্ৰীষ্টাব্দ) পাছত তেওঁৰো জীৱনী শক্তি হ্ৰাস পায় বাবেই দুবছৰৰ পাছতেই গৌড় অভিযানৰ পাছত চিলাৰায়েও শেষ নিশ্বাস ত্যাগ কৰে। চিলাৰায় আছিল শঙ্কৰদেৱতকৈ ৬১ বছৰে সৰু। শঙ্কৰদেৱৰ গুণৰ দ্বাৰা অনুপ্ৰাণিত চিলাৰায়ে শঙ্কৰদেৱৰ ভতিজা ছোৱালী (ভাতৃ ৰামৰায়ৰ কন্যা) ভুৱনেশ্বৰীক বিয়াও কৰাইছিল।

মহাৰাজ নৰনাৰায়ণে নিয়মিতভাৱে মুদ্ৰা প্ৰস্তুত কৰাইছিল। আনকি সেই সময়লৈকে আহোম ৰাজ্যতো মুদ্ৰাৰ প্ৰচলন হোৱাৰ বিষয়ে জনা নাযায়। অৱশ্যে নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই প্ৰথমে মুদ্ৰাৰ প্ৰচলন আৰম্ভ কৰা বুলি দুই-এখন বুৰঞ্জীত থাকিলেও, সেই মুদ্ৰা আজি পৰ্যন্ত আৱিষ্কাৰ নহ'ল। নৰনাৰায়ণে প্ৰস্তুত কৰা মুদ্ৰাৰ নাম আছিল 'নাৰায়ণী মুদ্ৰা'। এই মুদ্ৰাবিলাকত খোদিত ভাষা আছিল দেৱনাগৰী হৰফত আছিল। এই ৰূপ আৰু সোণৰ নাৰায়ণী মুদ্ৰাক প্ৰজাসকলে পৰম ভক্তি আৰু পবিত্ৰতা সহকাৰে গ্ৰহণ কৰিছিল। আনকি সৰু সৰু ল'ৰা-ছোৱালীৰ অসুখ-বিসুখত বা দেও-ভূত-অপদেৱতাজনিত হোৱা ব্যাধি নিৰাময়ৰ বাবেও এই মুদ্ৰাক মাদলী হিচাপে ডিঙিত আঁৰি দিয়া হৈছিল।

একমাত্ৰ পুত্ৰ ৰঘুবীৰ বা ৰঘুনাৰায়ণক মহাৰাজ নৰনাৰায়ণৰ হাতত গতাই চিলাৰায়ে মৃত্যুবৰণ কৰে। ভাটি বয়সত বিয়া কৰোৱা নৰনাৰায়ণে বহু কাললৈকে অপুত্ৰক হৈ আছিল বাবে তেওঁ ৰঘুনাৰায়ণৰ হাততে ৰাজ্যভাৰ অৰ্পণ কৰিব বিচাৰিছিল। ভৱিষ্যৎ ৰজাৰ উপযোগীকৈ স্থিৰ বুদ্ধিসম্পন্ন হিচাপে গঢ়ি তোলাৰ বাবে ১৬ বছৰ বয়সতে ৰঘুনাৰায়ণক দুগৰাকী সুন্দৰী কন্যা বিয়া কৰাই দিয়া হয়। এনে সময়তে নৰনাৰায়ণৰ পত্নীয়ে গৰ্ভধাৰণ কৰে আৰু বৃদ্ধ বয়সত নৰনাৰায়ণ পিতৃ হয়। ৰজাৰ পুত্ৰ হোৱা দেখি ৰঘুবীৰে ৰাজ্যৰ আশা এৰি কোঁচবিহাৰৰ পৰা আঁতৰি গৈ কেইবছৰমান কামৰূপৰ আজাৰা গ্ৰামত ঘিলা নদীৰ তীৰত বিজয়পুৰ নামেৰে এখন নগৰ পাতি থাকেগৈ। পিছে মহাৰাজ নৰনাৰায়ণে তেওঁৰ মৃত্যুৰ বহু আগতে ৰঘুনাৰায়ণক মতাই আনি পুত্ৰ লক্ষ্মীনাৰায়ণ আৰু ভতিজাক ৰঘুনাৰায়ণৰ মাজত কোঁচ ৰাজ্য সমানে ভগাই দিয়ে। অৱশ্যে এই দুই ৰজাই শান্তিৰে মিলা-মিচাকৈ ৰাজত্ব কৰা নাছিল। পৰস্পৰৰ মাজত অহৰহ চলিছিল হিংসা-দ্বন্দ্ব-সংঘাত।

চিলাৰায়ৰ মৃত্যুৰ পাছত কোঁচসকলৰ বিজয় অভিযানৰ অন্ত পৰে আৰু এই ৰাজ্যৰ শ্ৰীবৃদ্ধি হ্ৰাস পাবলৈ ধৰে। গেইটৰ বুৰঞ্জী মতে, ১৫৭৭ চনত (চিলাৰায়ৰ মৃত্যুৰ ছয় বছৰৰ পাছত) বৰদাদো, গভা নায়ক আৰু বৰকাতো নামেৰে তিনিজন লোকে হেনো কোঁচ ৰাজ্যত বিদ্ৰোহ কৰিছিল। কিন্তু তেওঁলোকে পৰাজয়বৰণ কৰি ১৪,০০০ সৈন্যৰে পলাই গৈ আহোম ৰজাৰ ৰাজ্যত আশ্ৰয় লৈছিল। গেইট চাহাবে লিখিছে—"প্ৰায় দুকুৰি চাৰি বছৰ ৰাজত্ব কৰাৰ অন্তত ১৫৮৪ (কিছুমানৰ মতে ১৫৮৭) চনত নৰনাৰায়ণ স্বৰ্গী হয়। তেওঁৰ দিনত কোঁচ ৰাজ্যই উন্নতিৰ এক চৰম সীমাত উপনীত হৈছিল। অৱশ্যে তেওঁৰ এই সাফল্যত ভাতৃ চিলাৰায়ৰ কৃতিত্বহে বেছি আছিল। নৰনাৰায়ণ এজন ধীৰ-স্থিৰ, শান্ত-শিষ্ট লোক আছিল আৰু ৰাজ্য পৰিচালনাতকৈ জ্ঞানী-গুণীজনৰ লগত ধৰ্মালোচনা কৰিহে বেছি ভাল পাইছিল। সকলোবোৰ ৰাজনৈতিক সিদ্ধান্ত চিলাৰায়েহে লৈছিল আৰু ৰাজকাৰ্যৰ প্ৰতিটো ক্ষেত্ৰতে তেওঁহে

প্ৰভুত্ব বিস্তাৰ কৰিছিল। চিলাৰায়ৰ মৃত্যুৰ লগে লগে সেয়ে ৰাজ্যত যুদ্ধৰ প্ৰতিধ্বনি বন্ধ হৈছিল আৰু চাৰিওফালে এক শান্ত পৰিবেশে বিৰাজ কৰিছিল।"

কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰাৰ সময়ছোৱাৰ এই দুজন ভাতৃৰ মূৰ্তি বুলি কামাখ্যাত থকা দুটা শিলামূৰ্তিক পাছত চিনাক্ত কৰা হয়। তদুপৰি কামাখ্যাতে পোৱা আন এক শিলালিপিত লিখা আছে—"অতি দয়ালু মল্লদেৱৰ জয়। ধনুৰ্বিদ্যাত যি অৰ্জুনৰ দৰে আৰু দান কাৰ্যত যি দধিচী আৰু কৰ্ণৰ সমকক্ষ, সেইজন মল্লদেৱ সাগৰৰ দৰে বিশাল হৃদয়ৰ, শাস্ত্ৰজ্ঞ কন্দৰ্প কান্তি আৰু কামাখ্যা দেৱীৰ ভক্ত। তেওঁৰ ভাতৃ শুক্লদেৱে দুৰ্গাদেৱীৰ পূজাৰ উদ্দেশ্যে উজ্জ্বল শিলেৰে এই মন্দিৰ সাজে। বিশ্বজুৰি খ্যাতি অৰ্জ্জা, সকলো বীৰৰ শিৰোমণি, দানত কল্পতৰু আৰু দেৱীভক্তসকলৰ শ্ৰেষ্ঠ মল্লদেৱৰ ভাতৃজনে ১৪৮৭ শক (১৫৬৫ খৃঃ)ত নীলাচলত শিলেৰে মন্দিৰটো সাজি উলিয়ায়।"

মহাৰাজ নৰনাৰায়ণ যদিও নিজে শাক্ত ৰজা আছিল আৰু শক্তি পূজাক ৰাজধৰ্ম কৰিছিল, তথাপি বৈষ্ণৱ ধৰ্মৰ উন্নতিতো তেওঁ অৰিহণা যোগাইছিল। কোনো ধৰ্মৰ প্ৰতি তেওঁৰ বিৰাগ মনোভাব নাছিল।.মানৱ জীৱনৰ প্ৰকৃত ৰহস্যৰ সন্ধান কৰিবলৈকে যে এই ধৰ্মৰ বিভিন্ন পন্থাৰ সৃষ্টি আৰু সকলোবোৰতেই মহৎ উদ্দেশ্য বিদ্যমান বুলি তেওঁ বিশ্বাস কৰিছিল। নিজে হিন্দু হ'লেও প্ৰত্যেক জাতিকে নিজৰ ধৰ্ম পালন কৰিবলৈ তেওঁ উৎসাহ যোগাইছিল। তেওঁৰ ৰাজ্যত সেই সময়ত কছাৰী, ৰাভা, লালুং আদি জনজাতীয় লোকে বাস কৰিছিল। এইসকলে যাতে নিজৰ নীতি-ধৰ্ম অটুটভাৱে পালন কৰিব পাৰে, তাৰ বাবে নৰনাৰায়ণে এক নিৰ্দেশ জাৰি কৰি গোসাঁইকমল আলিৰ উত্তৰ অঞ্চলত বসবাস কৰা জনজাতিসকলক যাতে কোনেও জোৰ-জুলুম নকৰি শান্তিৰে থাকিবলৈ দিয়ে, তাৰ বাবে সাৱধান কৰি দিছিল।

শিক্ষা-সাহিত্যৰ পৃষ্ঠপোষক নৰনাৰায়ণৰ উদ্যোগতে শঙ্কৰ-মাধৱে অসংখ্য গীত-মাত ৰচনা কৰে। অনন্ত কন্দলিয়ে ভাগৱত পুথিকে ধৰি বহু প্ৰসিদ্ধ পুথিৰ অসমীয়ালৈ অনুবাদ কৰে। ৰাম সৰস্বতীৰো পৃষ্ঠপোষক আছিল এইজনা কোঁচ ৰজাই। পুৰুষোত্তম বিদ্যাবাগীশে নৰনাৰায়ণৰ প্ৰেৰণাতেইএখন ব্যাকৰণ পুথি লিখে (এইজনা বিদ্যাবাগীশক লক্ষ্মীনাথ বেজবৰুৱাই ৰবীন্দ্ৰনাথ ঠাকুৰৰ পূৰ্বপুৰুষ বুলি কৈছে)।... অসংখ্য জনহিতকৰ কাম কৰা নৰনাৰায়ণ সঁচাই মহান ৰজা আছিল। বহু ৰাস্তা-ঘাট নিৰ্মাণ কৰাই তেওঁ ৰাস্তাৰ দুয়োকাষে গছ ৰোৱাইছিল, বহুবোৰ পুখুৰী খন্দাইছিল। আনকি পাণ্ডুৰ ওচৰত বেয়াকৈ ভাঁজ লোৱা ব্ৰহ্মপুত্ৰকো তেওঁ পোন কৰাইছিল বুলি এক পুৰণি বিৱৰণিত প্ৰকাশ।....



(৮)

# চিলাৰায়

অসমীয়াৰ এহেজাৰ বছৰীয়া ইতিহাসত বোধহয় চিলাৰায়ৰ দৰে একেধাৰে পণ্ডিত আৰু দুৰ্জ্জেয় বীৰৰ জন্ম হোৱা নাই। যি জাগি থাকে/যি সীমান্তত থাকে/যিশত্ৰু বধ যজ্ঞৰ মন্ত্ৰ জানে/যি আদেশ তৰোৱালত লিখে/যি দিগদনাৰ ধূলি উৰুৱাই ঘোঁৰা চেঁকুৰাই যায়। যি শঙ্খ বজায়/যি হৈমন্তী ফুলেৰে জন্মভূমিক পূজা কৰে/অৰুণ বৰুণ প্ৰভাতত/তেঁৱেই বীৰ চিলাৰায়/নিজে জাগি থাকে/স্বদেশক জগায় ৰাখে/যিমান দূৰলৈকে তেওঁৰ ঘোঁৰা চেঁকুৰে/সিমান দূৰলৈকে তেওঁৰ সীমা/শত্ৰু-মিত্ৰক যাৰ সদায় থাকে জনা/যাৰ সম্প্ৰীতিৰ বাঁহীৰ সুৰে/সংকীৰ্ণতাক ঢাকি থাকে/য'তেই তেওঁৰ ফেৰাৰী খোজ/ত'তেই বিজয় লিখা থাকে/তেঁৱেই বীৰ চিলাৰায়/প্ৰয়োজনত যিয়ে সাগৰতো জুই জ্বলায় (বিৰিঞ্চি ভট্টাচাৰ্যৰ কবিতা)। কোঁচ ৰাজবংশৰ প্ৰতিষ্ঠাতা মহাৰাজ বিশ্বসিংহৰ পুত্ৰ তেওঁ আৰু নৰনাৰায়ণৰ ভাতৃ। জন্মৰে পৰা তেওঁৰ ছালত শ্বেতৰোগে দেখা দিছিল, সেইবাবেই বিশ্বসিংহই হেনো তেওঁৰ নাম ৰাখিছিল শুক্লধ্বজ। কথিত আছে যে আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আহি তেওঁ ঘোঁৰাৰ পিঠিত উঠি একেজাঁপে ভৰলু নদী পাৰ হৈছিল। চিলাৰ দৰে উৰিছিল, চিলনীৰ দৰে থাপ মাৰি ধৰিছিল শত্ৰু সৈন্যৰ মূৰ! সেইবাবেই তেওঁ হোনো চিলাৰায়। চিলনীৰ ৰজা।

যোল্ল শতিকাৰ আৰম্ভণিতে ১৫১০ চনত (আনুমানিক) তেওঁৰ জন্ম। বিশ্বসিংহই দুই পুত্ৰক গুণী-জ্ঞানী কৰিবলৈ কৈশোৰতে পঠিয়াই দিছিল কাশীৰ সাধক পুৰুষ ব্ৰহ্মানন্দৰ ওচৰলৈ। ব্ৰহ্মানন্দৰ সান্নিধ্যতে দুই ভাতৃয়ে সংস্কৃত বিদ্যাৰ লগতে বোধকৰো যুদ্ধবিদ্যাতো হাত পকাইছিল। কাশীত শিক্ষাগ্ৰহণ কৰি থাকোতেই বিশ্বসিংহৰ মৃত্যু ঘটিছিল (প্ৰায়১৫৪০ চন)। তাৰ পাছত দুই ভ্ৰাতৃ আহিছিল কোঁচ ৰাজ্যৰ ৰাজকাৰ্য চলাবলৈ। কিন্তু তেওঁলোক আহি পোৱাৰ আগতেই ককায়েক নৰসিংহই কোঁচ ৰাজ্যৰ সিংহাসন দখল কৰিছিল। দুই ভ্ৰাতৃয়ে আহি নৰসিংহক যুদ্ধত হৰুৱায়। এয়াই নৰনাৰায়ণ আৰু চিলাৰায়ৰ জীৱনৰ প্ৰথম যুদ্ধ। তাৰ পাছত বহুবাৰ যুদ্ধ কৰিছে চিলাৰায়ে, কেতিয়াবা প্ৰয়োজনত, কেতিয়াবা অপ্ৰয়োজনত। যিয়েই নহওক তেওঁৰ জীৱনৰ এই যুদ্ধবোৰৰ অন্তৰালত এখন বৃহৎ অসম গঢ়াৰ ইচ্ছা থকাৰ কথাটোক নুই কৰিব নোৱাৰি।

নৰসিংহই দুই ভ্ৰাতৃৰ হাতত পৰাজিত হৈ পলাই গৈ মৰাং দেশত আশ্ৰয় লোৱাত চিলাৰায়ে মৰাং দেশ আক্ৰমণ কৰি সেই ৰাজ্যৰ ৰজাক পৰাজিত

কৰিছিল।... বিশ্বসিংহই আহোম ৰাজ্য আক্ৰমণ কৰি পৰাজিত হৈছিল, এই কথা জানিছিল দুই ভ্ৰাতৃয়ে। সেইবাবেই দেউতাকৰ ইচ্ছাক সফলকাম কৰিবলৈ চিলাৰায়ে ১৫৪৬ চনত আহোম ৰাজ্য আক্ৰমণ কৰে। চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰাৰ আগেয়ে ভাই গোসাঁইকমলক কোঁচ ৰাজ্যৰ পৰা নাৰায়ণপুৰলৈ ৩৫০ মাইল দীঘল আলি বান্ধিবলৈ নিৰ্দেশ দিছিল যাতে এই আলিয়েদি উজাই গৈ আহোম ৰাজ্য আক্ৰমণ কৰিব পাৰে। এই আলি সম্পূৰ্ণ হৈছিল ১৫৪৭ চনত। উক্ত উদাহৰণৰ পৰাই বুজা যায় কিমান সু-শৃঙ্খলাবদ্ধ কাৰ্য আৰু বুদ্ধিদীপ্ত চিন্তা-ভাবনা আছিল তেওঁৰ। শৰীৰৰ শক্তি নহয়, পৰিশ্ৰম আৰু শৃঙ্খলাবদ্ধ জীৱন-যাপনেই আছিল চিলাৰায়ৰ সাফল্যৰ মহামন্ত্ৰ।

অৱশ্যে কোনো চেলু নথকাকৈ চিলাৰায় আৰু নৰনাৰায়ণে প্ৰথমতে আহোম ৰাজ্য আক্ৰমণ কৰিব বিচৰা নাছিল। সেই সময়ত নামনিৰ কিছু অংশ আৰু উজনি অসমৰ প্ৰায় সকলোবোৰ ঠাই অধিকাৰ কৰি থকা আহোম ৰাজ্য কম শক্তিশালী নাছিল। ১৫৪৩ চনত গড়গাঁও আহোম ৰজা চুক্লেনমুঙৰ সৈন্যই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা কোঁচ ৰাজ্যৰ সীমাত পহৰা দি থকা সেনাক যেতিয়া আক্ৰমণ কৰি খেদি পঠিয়ালে (অন্য কিছুমান কাৰণো ইতিমধ্যে 'নৰনাৰায়ণ' শীৰ্ষক নিবন্ধত আলোচনা কৰা হৈছে), তেতিয়াই নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণৰ চেলু পালে। ১৫৪৬ চনত চিলাৰায়ে কৰা আক্ৰমণত তিষ্ঠিব নোৱাৰি আহোম সৈন্য নাৰায়ণপুৰলৈকে পলাই গ'ল। কিছুদিন নিটাল মাৰি থাকি হঠাৎ নাৰায়ণপুৰৰ পৰা অলপ পশ্চিমফালৰ পিছলা নৈৰ পাৰত আহোম সৈন্যই আক্ৰমণ কৰি চিলাৰায়ৰ বাহিনীক পৰাজিত কৰিলে। পিছলাপাৰৰ যুদ্ধত চিলাৰায়ৰ সৈন্য হাৰিল। এই পৰাজয়ৰ কাৰণ আছিল খাদ্যবস্তুৰ নাটনি আৰু নানা ধৰণৰ বেমাৰ-আজাৰ। তদুপৰি পৰাজিত আহোম ৰজাই হঠাৎ আক্ৰমণ চলাব পাৰে বুলিও তেওঁলোকে ভবা নাছিল। কিন্তু তেওঁলোকে এই পৰাজয়ৰ যন্ত্ৰণা মনৰ পৰা গুচাব নোৱাৰিলে।

তাৰ কিছু বছৰৰ পাছত আহোম ৰাজ্যৰ ৰজা আৰু হৈ থকা নাছিল চুক্লেনমুং। তেওঁৰ পাছত আহোম ৰাজ্যৰ সিংহাসনত বহিছিল চুখাম্‌ফা ওৰফে খোৰা ৰজা। নৰনাৰায়ণে ১৫৫৫ চনত খোৰা ৰজালৈ কটকী পঠিয়াই ক'লে যে তেওঁ আহোম ৰাজ্যৰ সৈতে সদ্ভাৱ স্থাপন কৰিব বিচাৰে। কিন্তু খোৰাৰজাই নৰনাৰায়ণৰ কথাক কোনো গুৰুত্ব নিদিলে।

নৰনাৰায়ণে যুদ্ধৰ কথা ভাবিলে। তাৰ পাছতেই চিলাৰায়ে ১৫৬২ আৰু ১৫৬৩ চনত দুবাৰকৈ আহোম ৰাজ্য আক্ৰমণ কৰিলে। গোসাঁইকমল আলিয়েদি আগুৱাই গ'ল চিলাৰায়ৰ প্ৰায় ষাঠি হেজাৰ কোঁচ সেনা। প্ৰথমবাৰত স্বৰ্গদেৱৰ সেনাপতিয়ে তেওঁৰ সেনাসকলক লগুণ পিন্ধাই হালধীয়া-মুগা বৰণৰ বলধ গৰুত উঠাই যুদ্ধলৈ পঠিয়ালে। আহোম ৰজা পৰাজিত হ'ল। আহোম ৰাজ্যৰ

ৰাজধানী গড়গাঁৱত চিলাৰায়ে কোঁচ ৰাজ্যৰ বিজয়ধ্বজা উৰুৱালে। খোৰা ৰজাই শেষত নিজৰ এগৰাকী কন্যাক কোঁচ ৰজা নৰনাৰায়ণলৈ বিয়া দি কৰতলীয়া ৰজা হৈ থকাৰ সিদ্ধান্ত ল'বলৈ বাধ্য হ'ল।

আহোম ৰজাক পৰাজিত কৰি চিলাৰায়ে এইবাৰ ডিমাপুৰৰ কছাৰী ৰাজ্য আক্ৰমণ কৰি কৰতলীয়া ৰজা পাতে। সেই সময়ছোৱাত ডিমৰীয়াৰ ৰজা প্ৰত্নেশ্বৰকো পৰাজিত কৰি কৰতলীয়া ৰজা পাতে। আনফালে, আকৌ মণিপুৰী ৰজাই চিলাৰায়ে মণিপুৰ আক্ৰমণ কৰিব পাৰে বুলি প্ৰথমতেই সন্ধিৰ প্ৰস্তাৱ দিযে। তাৰ পাছতেই চিলাৰায়ে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি সেই ৰাজ্যৰ ৰজাক হত্যা কৰে। একেদৰে যুদ্ধত পৰাজিত কৰি হত্যা কৰে ত্ৰিপুৰাৰ ৰজাকো। ত্ৰিপুৰাৰ ৰজাৰ ভ্ৰাতৃয়ে বশ্যতা স্বীকাৰ কৰাত তেওঁকো বহু ধন-সম্পত্তিৰ বিনিময়ত ত্ৰিপুৰাৰ কৰতলীয়া ৰজা পাতিলে।

চিলাৰায়ৰ নেতৃত্বতে কোঁচ ৰাজ্য বিস্তৃত আৰু শক্তিশালী হৈছিল। ওপৰত কৈ অহা ৰজাকেইজনৰ বাহিৰেও খৈৰাম আৰু শ্ৰীহট্টৰ ৰজাক পৰাজিত কৰি কৰতলীয়া ৰজা পাতি দিয়ে। এইদৰে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰেই একছত্ৰী ৰজা হিচাপে চিহ্নিত হ'ল নৰনাৰায়ণ। ইমানখিনি কৰাৰ পাছতো চিলাৰায় কিন্তু সন্তুষ্ট হ'ব পৰা নাছিল। তেওঁ এইবাৰ গৌড় ৰাজ্যকো কোঁচ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলৈ মন মেলিলে। অৱশ্যে 'আকবৰনামা'ই আৰু 'ৰিয়াজাই চালাতিন'ৰ দৰে লেখকে পাৰ্চী ভাষাত লিখা গ্ৰন্থবোৰৰ মতে, চিলাৰায়ে সেই মৰসাহ কৰিবলৈ কেতিয়াও চেষ্টা কৰা নাছিল। এই পাৰ্চী গ্ৰন্থবোৰৰ মতে, গৌড় ৰজাইহে কোঁচ ৰাজ্য আক্ৰমণ কৰিছিল-- মুছলমান ধৰ্মৰ ব্যাপকতা প্ৰচাৰৰ বাবে। যিয়েই নহওক গৌড় ৰজা চুলেইমান কৰানীৰ বীৰ সেনাপতি কালাপাহাৰৰ সৈতে যুঁজ দি বহুদিনৰ মূৰত পৰাজয়ৰ মুখ দেখিলে চিলাৰায়ে। চিলাৰায় বন্দী হ'ল গৌড় ৰজাৰ হাতত। ইতিপূৰ্বে কালাপাহাৰে অসম সোমাই হিন্দু দেৱ-দেৱীৰ মন্দিৰ ভাঙিলে। কামাখ্যা মন্দিৰো ভাঙি পেলাইছিল কালাপাহাৰে। কালাপাহাৰ অৱশ্যে বংশগতভাৱে মুছলমান নাছিল, তেওঁ আছিল কালাচাঁদ নামৰ বামুণ জমিদাৰ। কিন্তু পাছলৈ তেওঁ হিন্দু বিদ্বেষী হৈ মুছলমানৰ ধৰ্ম গ্ৰহণ কৰি গৌড় ৰজাৰ সেনাপতি হৈছিলগৈ।

চিলাৰায়ে এদিন গৌড় ৰাজ্যৰ কাৰাগাৰৰ পৰা মুক্তি পাইছিল। ইয়াৰ নেপথ্যত কি কাৰণ আছিল জনা নাযায়। কথিত আছে, তেওঁ হেনো চুলতানৰ মাতৃক সৰ্প দংশনৰ পৰা প্ৰাণ ৰক্ষা কৰিছিল আৰু ৰজাই মাতৃৰ আদেশ মতে চিলাৰায়ক মুক্তি দিছিল। অৱশ্যে বহু বুৰঞ্জীবিদৰ মতে এই কথা সত্য নাছিল। আচলতে দিল্লীৰ তেতিয়াৰ সম্ৰাট আকবৰে গৌড় ৰাজ্য আক্ৰমণ কৰাত এই বিপদৰ পৰা ৰক্ষা পৰাৰ বাবে গৌড় নবাবক কোঁচ ৰজা নৰনাৰায়ণে যাতে সহায় কৰে, তাৰ বাবেই চিলাৰায়ক মুক্ত কৰি দিছিল। কিন্তু মুক্তি পোৱাৰ পাছত

চিলাৰায়ে পূব দিশৰ পৰা আৰু দিল্লীৰ বাদশ্বাহে পশ্চিম ফালৰ পৰা গৌড় ৰাজ্য আক্ৰমণ কৰি গৌড় ৰজাক পৰাজিত কৰে। এই যুদ্ধত জয়ী হোৱাৰ পাছত চিলাৰায়ে নতুন নাম পায় সংগ্ৰাম সিংহ।

দিল্লীৰ বাদশ্বাহ আৰু কোঁচ ৰজাৰ মাজত চাগৈ এক ধৰণৰ সন্ধি হৈছিল, সেইবাবেই বাদশ্বাহে কোঁচ ৰাজ্য আক্ৰমণ কৰা নাছিল। বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ মতে, চিলাৰায়ে আকবৰৰ হৈ পাঠান নেতা মাছুম কালুলিৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। গতিকে অনুমান কৰিব পাৰি, ভাৰতৰ সেই সময়ৰ দুখন শ্ৰেষ্ঠ ৰাজ্য 'দিল্লী' আৰু 'কোঁচ'ৰ মাজত বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল। চিলাৰায় আৰু নৰনাৰায়ণে কালাপাহাৰে ভাঙি থৈ যোৱা মন্দিৰ পুনৰ নিৰ্মাণ কৰিছিল। কামাখ্যা মন্দিৰো ১৫৬৫ চনত পুনৰ নিৰ্মাণ কৰি তাত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তিও নতুনকৈ স্থাপন কৰিছিল। কামাখ্যা মন্দিৰৰ শিলৰ ফলিত এই কথা লিখা আছে।

বীৰ চিলাৰায়ৰ ক্ষমতাৰ প্ৰতি মোহ নাছিল কিন্তু যুদ্ধ জয় কৰাটো তেওঁৰ বাবে আছিল এক ধৰণৰ নিচা। এই নিচাৰ বাবেই সেই সময়তে তেওঁ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলক 'এখন ৰাজ্য' হিচাপে গঢ়ি তুলিছিল। অৱশ্যে নৰনাৰায়ণ আৰু চিলাৰায়ৰ মৃত্যুৰ পাছতেই কোঁচ ৰাজ্য দুভাগ হৈছিল। চিলাৰায়ে শঙ্কৰদেৱৰ ভ্ৰাতৃ ৰাম ৰায়ৰ কন্যা ভুৱনেশ্বৰীক বিয়া কৰাইছিল। শঙ্কৰ-মাধৱক একশৰণ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত সহায় কৰিছিল। বৈষ্ণৱক কোঁচৰ ৰাজধৰ্ম হিচাপে স্বীকৃতি দিয়াত এওঁৰ যথেষ্ট অৰিহণা আছিল। যদি আহোম ৰজাৰ আক্ৰমণত পলাই যোৱা শঙ্কৰদেৱে কোঁচ ৰাজ্যতো আশ্ৰয় নাপালেহেঁতেন, তেন্তে আজি এই অসম ভূমিত সুস্থ অসমীয়া জাতি আৰু সংস্কৃতি জীয়াই থাকিলেহেঁতেন নে নাই সন্দেহ!

বীৰ চিলাৰায় এজন প্ৰতিভাশালী ৰাজনীতিক আৰু সেনাপতিয়েই নাছিল, তেওঁ বিখ্যাত সংস্কৃত পণ্ডিতো আছিল। তেওঁ সংস্কৃত ভাষাত গ্ৰন্থও ৰচনা কৰিছিল। বিদ্যানুৰাগ তেওঁৰ তেজত প্ৰৱাহিত আছিল। ভ্ৰাতৃপ্ৰাণ, দেশভক্ত আৰু তীক্ষ্ণ বুদ্ধিসম্পন্ন চিলাৰায়ৰ দৰে অসমৰ কোনো সেনাপতিয়ে নিজ ৰাজ্য অতিক্ৰমী ইমানবোৰ বিদেশী(!) ৰাজ্য আক্ৰমণ কৰাৰ উদাহৰণ নাই।

তৃতীয়বাৰ মুছলমান ৰাজ্য আক্ৰমণ কৰিবলৈ যাওঁতে বসন্ত ৰোগত আক্ৰান্ত হৈ গঙ্গাৰ পাৰত ১৫৭১ চনত তেওঁৰ মৃত্যু হোৱা বুলি কোৱা হয়। অৱশ্যে চিলাৰায়ৰ সম্পৰ্কত উদ্ধৃত আনকি জন্ম-মৃত্যুৰ চন-তাৰিখো প্ৰমাণিত নহয়। বুৰঞ্জী গৱেষকসকলে এই পৰ্যন্ত এই বিষয়ত বৰকৈ আগুৱাব পৰা নাই। আমাৰ আশা— এদিন চিলাৰায় সম্পৰ্কত থকা সকলো অস্পষ্টতা দূৰ হ'ব। অসমীয়াৰ ইতিহাসৰ এজন শ্ৰেষ্ঠ সেনাপতিক সৰ্বভাৰতীয় আনকি বিশ্বৰ মঞ্চত প্ৰতিষ্ঠা কৰাটো নিশ্চয় আমাৰ কৰ্তব্য।



(৯)

# ৰাম সৰস্বতী

ৰাম সৰস্বতীৰ বিষয়ে গভীৰভাৱে জনাৰ কোনো সুবিধা নাই। তথাপি এই কথা নিশ্চিত যে এয়া কবিৰ নাম নহয় উপাধিহে। এই উপাধি কোঁচ ৰজা নৰনাৰায়ণে দিছিল বুলি তেওঁ নিজেই মহাভাৰতৰ অনুবাদ কৰোতে 'বনপৰ্ব'ত উল্লেখ কৰিছে। ৰাম সৰস্বতীক আন কেইবাটাও সন্মান দিছিল তেতিয়াৰ ৰজা বা বিশিষ্ট ব্যক্তিসকলে সেইবোৰ হৈছে— কবিচন্দ্ৰ, ভাৰত চন্দ্ৰ আৰু ভাৰতভূষণ। তেওঁক নিজ গুৰুৱে ভাৰত চন্দ্ৰ উপাধি দিছিল। চিলাৰায়ে দিছিল 'কবিচন্দ্ৰ' সন্মান।

ৰাম সৰস্বতীৰ আচল নাম আছিল অনিৰুদ্ধ। মহাভাৰত অনুবাদ কৰোতে আত্মপৰিচয়সূচক কেইটামান বাক্য লিখিছিল কবিয়ে নিজে—"গ্ৰাম মধ্যে সাৰোদ্ধাৰ পচৰিয়া নাম যাৰ/কলি যুগে শ্ৰেষ্ঠ লিখে যাক/ব্ৰাহ্মণসকলে নিত ভাগৱত অবিশ্ৰাম/চৰ্চা কৰে পাতিয়া সভাক।।" এই পচৰিয়া নামটোলৈ চাই অবিভক্ত উত্তৰ কামৰূপতে কবিৰ জন্ম বুলি অনুমান কৰাৰ থল আছে। ৰাম সৰস্বতীৰ বিদগ্ধ পুত্ৰ গোপীনাথ পাঠকৰ লিখাৰ পৰা জানিব পাৰি যে ৰাম সৰস্বতীৰ পিতৃৰ নাম আছিল ভীমসেন দ্বিজ। ভীমসেন দ্বিজ বৈষ্ণৱ ধৰ্মী আৰু বিশিষ্ট পণ্ডিত আছিল। তেওঁৰ দুজন পুত্ৰৰ প্ৰথমজন হ'ল কবিচন্দ্ৰ আৰু দ্বিতীয়জন অনিৰুদ্ধ। অনিৰুদ্ধই প্ৰথমছোৱাত শিক্ষালাভ কৰিছিল ককায়েক কবিচন্দ্ৰৰ ওচৰত। পাছত তেওঁ গুৰু 'মুকুন্দদেৱ'ৰ ওচৰত শিক্ষা গ্ৰহণ কৰিছিল। উল্লেখ কৰিব পাৰি যে ৰাম সৰস্বতীৰ দেউতাক 'পাটচৌৰা' আৰু 'চিলিকোন' নামৰ দুখন গাঁৱৰ গ্ৰামেশ্বৰ আছিল। সেইবাবেই এই কবিগৰাকীৰ জন্ম 'চিলিকোন'ত হৈছিল বুলিও অনুমান কৰাৰ থল আছে। 'চিলিকোন' গোৱালপাৰাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে পঞ্চৰত্নৰ ওচৰত অৱস্থিত ঠাই। পণ্ডিত বংশত জন্মলাভ কৰাৰ বাবেই ৰাম সৰস্বতীয়ে সৰুৰে পৰা অধ্যয়নৰ সুযোগ পায় আৰু নিজৰ পাণ্ডিত্যৰ বলত মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত 'পাঠক'ৰ বিষয়বাব লাভ কৰিছিল। তদুপৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাই অনুমান কৰা মতে, ৰাম সৰস্বতীৰ গুৰু মুকুন্দদেৱ (ব্যঞ্জন পৰ্বত থকা উদ্ধৃতি 'প্ৰণামো মুকুন্দদেৱ মোৰ নিজ গুৰু') আছিল বৈষ্ণৱ গুৰু দামোদৰদেৱৰ ককায়েকৰ ল'ৰা।

ৰাম সৰস্বতীক 'বৈষ্ণৱ' ধৰ্মৰ দীক্ষা দিয়া লোক অৰ্থাৎ তেওঁৰ গুৰু হ'লেও মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সৈতে

তেওঁৰ চিনাকি হৈছিল। তেওঁ শঙ্কৰদেৱৰ পৰা যথেষ্ট প্ৰভাৱান্বিত হৈছিল। শঙ্কৰদেৱ সম্পৰ্কে ৰাম সৰস্বতীয়ে লিখিছে—"শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ, নৰৰূপে জাত ভৈলা/তাহাক নসহি ব্ৰাহ্মণসকলে ৰাজা আগে খল দিলা/... আমাৰ জীৱিকা মান্য ভঙ্গ হবে, এহিমনে বৰ ভয়/এহিসে কাৰণে ইটো বিপ্ৰসৱে শঙ্কৰক নসহয়।"

শঙ্কৰদেৱৰ আগৰ আৰু পাছৰ প্ৰাচীন কবিসকলৰ ভিতৰত সকলোতকৈ অধিক সংখ্যক পদ ৰচনা কৰিছে ৰাম সৰস্বতীয়ে। তেওঁৰ ৰচিত পদৰ সংখ্যা শঙ্কৰদেৱতকৈয়ো অধিক। সেইবাবেই ড° সত্যেন্দ্ৰনাথ শৰ্মাই তেওঁক 'অসমীয়া ব্যাস' আখ্যা দিব বিচাৰিছে। ৰাম সৰস্বতীৰ জন্ম আৰু মৃত্যুৰ সঠিক চন, তাৰিখৰ বিষয়ে অনুমান কৰিব নোৱাৰিলেও এই কথা সহজে ক'ব পাৰি যে তেওঁ বহু বছৰ, হয়তো শঙ্কৰদেৱৰ সমানেই জীয়াই আছিল। কাৰণ মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত পাঠক হিচাপে নিজৰ দায়িত্ব সম্পূৰ্ণ কৰাৰ পাছতো তেওঁ চিলাৰায়ৰ পুত্ৰ তথা কামৰূপৰ ৰজা ৰঘুদেৱৰ ৰাজধানী বিজয় নগৰলৈ আহি ৰাজসভাৰ কবি হিচাপে সাহিত্য চৰ্চাত নিমগ্ন হয়। বিশাল কোঁচ ৰাজ্যক মহাৰাজ নৰনাৰায়ণে দুভাগত ভগাই পশ্চিমফালৰ কোঁচ ৰাজ্য নিজ পুত্ৰ লক্ষ্মী নাৰায়ণক আৰু পূবফালৰ কামৰূপ ৰাজ্য ৰঘুদেৱক দিছিল। ৰঘুদেৱে কামৰূপত ১৯ বছৰ ৰাজত্ব কৰিছিল। তেওঁ গণেশ, কেদাৰ, গোকৰ্ণ, কামেশ্বৰ প্ৰভৃতি তীৰ্থস্থান দৰ্শন কৰি আহি হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ সংস্কাৰ সাধন কৰিছিল। গৌড়ৰ সেনাপতি কালাপাহাৰে ভাঙি থৈ যোৱা হয়গ্ৰীৱ দেৱালয়ো পুনৰ নিৰ্মাণ কৰে। ৰঘুদেৱৰ কেইবাগৰাকীও পুত্ৰ আছিল। যি কি নহওক, ৰাম সৰস্বতীক সাহিত্য ৰচনাৰ সকলো ধৰণৰ সুবিধা দিয়া ৰঘুদেৱৰ অকাল মৃত্যু ঘটিছিল। কোনোৱে কয়, সৰ্প দংশনৰ ফলত তেওঁৰ মৃত্যু হয়। আকৌ কোনোৱে কয়, দ্বিতীয় পুত্ৰ ইন্দ্ৰ নাৰায়ণৰ মাক সৰু ৰাণীয়ে তেওঁক বিহ খুৱাই মাৰে। ৰঘুদেৱৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ পৰীক্ষিত নাৰায়ণ আৰু তাৰ পাছত পৰীক্ষিতৰ ভাতৃ বলিত নাৰায়ণ ৰজা হয়। বলিত নাৰায়ণ বা ধৰ্ম নাৰায়ণৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ সুন্দৰ নাৰায়ণ ৰজা হয়। এই সুন্দৰ নাৰায়ণেই আছিল দৰঙী ফৈদৰ মূল ব্যক্তি। ৰাম সৰস্বতী সুন্দৰ নাৰায়ণৰ ৰাজত্বকাললৈ জীয়াই আছিল। গতিকে সহজেই অনুমেয় যে ৰাম সৰস্বতী এশতকৈও অধিক বছৰ জীয়াই আছিল (অৱশ্যে ৰাম সৰস্বতী নিজেই জীয়াই আছিল নে পৰৱৰ্তী প্ৰজন্মৰ দুই-এক লিখকে 'ৰাম সৰস্বতী' নাম লৈ সাহিত্য চৰ্চাত অৰিহণা যোগাইছিল, সেই সম্পৰ্কেও সন্দেহৰ অৱকাশ আছে)।

ৰাম সৰস্বতীৰ বিশাল ৰচনা সম্ভাৰক মূল দুই ভাগত বিভক্ত কৰিব পাৰি— (১) মহাভাৰতৰ পৰ্বসমূহৰ অনুবাদ বা মূল মহাভাৰতত থকা

আখ্যানসমূহৰ অসমীয়া ভাঙনি। এই অনুবাদসমূহৰ ভিতৰত আদি পৰ্ব, সভা পৰ্ব, ধন পৰ্ব, বিৰাট পৰ্ব (কীচক বধলৈ), উদ্যোগ পৰ্ব, ভীষ্ম পৰ্ব, দ্ৰোণ পৰ্ব, গদা পৰ্ব আৰু শান্তি পৰ্ব (সাবিত্ৰী আখ্যানলৈ)। আনটো মূল ভাগ হ'ল— (২) বধকাব্য আৰু পাণ্ডৱ-কৌৰৱ সম্পৰ্কীয় আখ্যানসমূহ। এই দ্বিতীয় ভাগৰ ৰচনাসমূহ কবিৰ হয়তো নিজা সৃষ্টি। কাৰণ বৰ্তমানৰ মূল মহাভাৰতত এই আখ্যানসমূহৰ উল্লেখ নাই। হয়তো কালৰ গৰ্ভত এইবোৰ মূল মহাভাৰতৰ পৰা বিচ্ছিন্ন হ'ল। মূল মহাভাৰতত থাকক বা নাথাকক ৰাম সৰস্বতীৰ এই দ্বিতীয় ভাগত ৰচিত প্ৰধান বধকাব্যসমূহ হ'ল— 'কালকুজ বধ', 'ভোজকূট বধ', 'কালকুঞ্জ বধ', 'বকাসুৰ বধ', 'কুলাচল বধ', 'জঙ্ঘাসুৰ বধ', 'অশ্বকৰ্ণ বধ', 'জটাসুৰ বধ', 'খটাসুৰ বধ' আদি। এই বধকাব্যসমূহে ভক্তি ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। এইবোৰে অসমীয়া জনমানসত সম্পূৰ্ণ সত্য কাহিনী হিচাপে ধৰা দিয়ে। অত্যাচাৰী যুৱৰাজ দুৰ্যোধনৰ চক্ৰান্তত পৰি ধৰ্মপ্ৰাণ পাণ্ডৱসকলে ১২ বছৰ বনবাস আৰু এবছৰ অজ্ঞাত বাসত থকা সময়খিনিত নানা দুখ-কষ্টৰ মুখামুখি হ'বলগীয়া হৈছিল। তদুপৰি তেওঁলোকক সৰ্বস্বান্ত কৰিব বিচাৰিছিল দানৱ, অসুৰহঁতে। কিন্তু শ্ৰীকৃষ্ণ ভগৱানৰ ভক্ত পাণ্ডৱসকলে ভক্তিৰ বলত যি শক্তি অৰ্জন কৰিছিল, সেই শক্তিৰে অসুৰ, দানৱহঁতক বধ কৰিবলৈ সমৰ্থ হৈছিল। এই ধৰণৰ কাহিনীৰে কবিয়ে ক'ব বিচাৰিছে যে ধৰ্মপ্ৰাণ ব্যক্তিসকলে ন্যায় আৰু সততাৰ পূজা কৰি শুদ্ধ জীৱন-যাপন কৰিলে যি নৈতিক শক্তি লাভ কৰে, তাৰ যোগেদি সমাজৰ বীভৎসতা, অসূয়া, অপ্ৰীতিৰ কাৰক হৈ দেখা দিয়া কু-শক্তিবোৰক শেষ কৰি দিব পাৰে। ড° বসন্ত কুমাৰ ভট্টাচাৰ্যই 'মধ্যযুগৰ সাহিত্য' নামৰ গ্ৰন্থখনত লিখিছে—

"ৰাম সৰস্বতী যদিও বৈষ্ণৱ কবি আছিল আৰু বিষ্ণু মাহাত্ম্য প্ৰচাৰৰ উদ্দেশ্যেই যদিও বধকাব্য প্ৰণয়ন কৰিছিল, তত্ৰাচ সুবিধা পালেই তেওঁ কাব্যৰ মাজে মাজে জনৰুচি, বিশিষ্ট সামাজিক আচাৰ-ব্যৱহাৰ আদি বিধৃত কৰি জন সমাজখনকো উন্মোচিত কৰিছে। এইক্ষেত্ৰত হয়তো কবি ৰাম সৰস্বতীয়ে মনকৰ, দুৰ্গাবৰ আদি লৌকিক কবিৰ আৰ্হি গ্ৰহণ কৰিছিল। উল্লেখযোগ্য কথা এই যে, শঙ্কৰদেৱ, মাধৱদেৱ আদি বৈষ্ণৱ কবিসকলে লোকজীৱনৰ চিত্ৰ তেওঁলোকৰ কাব্যসমূহত অঙ্কন কৰিছিল যদিও সিবোৰ ৰাম সৰস্বতীৰ দৰে সজীৱ নহয়। এইক্ষেত্ৰত ৰাম সৰস্বতী নিঃসন্দেহে অনন্য বৈষ্ণৱ কবি আৰু তেওঁৰ নিৰ্মিত সমূহো অনন্য। সেই কাৰণেই, সেই সমূহ চিৰ নতুন আৰু চিৰ সুন্দৰ।"

ৰাম সৰস্বতী আছিল জনগণৰ কবি। পুৰাণ, মহাভাৰত আদিৰ পৰা মূল চৰিত্ৰ আৰু কাহিনী ভাগ গ্ৰহণ কৰিলেও জনসাধাৰণৰ একেবাৰে ওচৰ চপাবলৈ তেওঁ পৌৰাণিক কাহিনী আৰু চৰিত্ৰত জনজীৱনৰ ৰং সানিছিল। জনসাধাৰণেও

এই পৌৰাণিক কাহিনীক নিজৰ কাহিনী যেন জ্ঞান কৰিছিল। সেইবাবেই শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পাছতেই তেওঁক শ্ৰেষ্ঠ কবি হিচাপে স্থান দিয়া হ'লেও এই কথা ক'ব পাৰি যে কবি হিচাপে তেওঁ সবাতোকৈ জনপ্ৰিয়। আনকি ৰাম সৰস্বতীৰ এই বধকাব্যসমূহৰ জনপ্ৰিয়তা আজিও হ্ৰাস পোৱা নাই।

ৰাম সৰস্বতীৰ ৰচনা আৰু তেওঁৰ সৃষ্ট চৰিত্ৰ কাহিনী সম্পৰ্কে ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"জনসাধাৰণক উদ্দেশ্য কৰি লিখা ৰচনা কাৰণেই ৰাম সৰস্বতীয়ে চৰিত্ৰবোৰৰ সহজাত প্ৰবৃত্তি আৰু অনুভূতি প্ৰকাশৰ ওপৰত গুৰুত্ব দিছিল, সেইবাবে কেতিয়াবা চৰিত্ৰবোৰক মূলৰ আদৰ্শাত্মক স্তৰৰ পৰা নমাই আনিব লগাত পৰিছে। ক্ৰোধ, ঈৰ্ষা, প্ৰতিশোধ পৰায়ণতা, ভ্ৰাতৃপ্ৰেম, পুত্ৰ স্নেহ, বীৰত্ব, পেটুকতা, ভয় আদি মানৱৰ সাধাৰণ সহজাত প্ৰবৃত্তিবোৰৰ পৰিস্ফুৰণ দেখুৱাবলৈ কবিয়ে চেষ্টা কৰিছে।'

সাহিত্যিক, কবিৰ পৰা এই ধৰণৰ নীতি-নিৰ্দেশনাই বিচাৰে জনসাধাৰণে। সত্যত চলিবলৈ আৰু নৈতিকতাক গুৰুত্ব দিবলৈ জনগণৰ বুকুত সাহিত্য ৰচনাৰে যিগৰাকী কবিয়ে উজ্জ্বল শিখা জ্বলাই দিয়ে, তেঁৱেই অন্যতম শ্ৰেষ্ঠ কবি হিচাপে স্বীকৃতি পায়। ৰাম সৰস্বতী ঠিক এই ধৰণৰে কবি।



## (১০)

# অনন্ত কন্দলি

মহাপুৰুষ দুজনাৰ সময়ত আৰু তাৰ পাছত বৈষ্ণৱ সাহিত্যক যিসকলে প্ৰতিষ্ঠা কৰিছিল, সেইসকলৰ ভিতৰত অন্যতম সাহিত্যিক হৈছে অনন্ত কন্দলি। বৈষ্ণৱ ধৰ্ম আৰু শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত অনন্ত কন্দলিৰ অৰিহণা যথেষ্ট। অনন্ত কন্দলিয়ে ভাগৱতৰ ষষ্ঠ স্কন্ধ আৰু দশম স্কন্ধৰ অনুবাদ কৰোতে নিজৰ পৰিচয় দিছে। অনন্ত কন্দলিৰ আচল নাম হৰিচৰণ পাঠক। দেউতাক ৰত্ন পাঠক হাজোৰ মাধৱ দেৱালয়ৰ পাঠক থকাৰ লগতে জ্ঞানাৰ্জনতো তেওঁৰ আছিল তীব্ৰ স্পৃহা। তেওঁৰ খ্যাতি আছিল ভাগৱত শাস্ত্ৰত বিশেষ ব্যুৎপত্তি থকা পণ্ডিত হিচাপে। অনন্ত কন্দলিয়ে পঢ়া-শুনা কৰি তৰ্কশাস্ত্ৰত পাণ্ডিত্য দেখুৱাইছিল। তৰ্কশাস্ত্ৰত ব্যুৎপত্তি থকাৰ বাবেই তেওঁ অনন্ত কন্দলি নাম পায়। যৌৱনত তৰ্কবাগীশ হ'লেও, তেওঁ দেউতাকৰ মুখে ভাগৱত শুনি তাৰ পৰম ভক্ত হৈ পৰে আৰু সেইবোৰ সকলো মানুহে বুজিব পৰাকৈ সহজ ভাষাত লিখিবলৈ ধৰে। তেওঁ অনন্ত কন্দলি নামৰ বাহিৰেও শ্ৰীচন্দ্ৰ ভাৰতী, ভাগৱতাচাৰ্য, ভাগৱত ভট্টাচাৰ্য আদি সন্মানো পাইছিল।

কথাগুৰু চৰিতত উল্লেখ কৰা অনুসৰি বৰদোৱাত তেওঁ শঙ্কৰদেৱৰ ওচৰত শৰণ লৈছিল। অৱশ্যে বহুতৰ ধাৰণা, অনন্ত কন্দলিয়ে পাটবাউসীতহে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল। আকৌ তেওঁৰ কন্দলি উপাধি দেখি বহুতেই নগাঁও অঞ্চলৰ লোক বুলি প্ৰথমতে ভাবিলেও, পাছলৈ তেওঁ হাজোৰ লোক বুলিহে সকলোৱে মানি লৈছে। অৱশ্যে তেওঁৰ ককাক নগাঁৱৰ কপিলীৰ পাৰৰে লোক। অনন্ত কন্দলিয়ে তেওঁৰ চমু পৰিচয় দিছে এইদৰে—"ৰতন পাঠক নামে পণ্ডিত পৰম, ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম/শ্ৰীহৰিচৰণ নামে তাহাৰ সন্ততি, ব্যাকৰণ পঢ়ি নাম চন্দ্ৰভাৰতী/তৰ্কত লভিলা নাম অনন্ত কন্দলি, ভাগৱতে আচাৰ্য পদবী ভৈলাবলী।"

অনন্ত কন্দলিৰ জন্ম ১৫২০-১৫৩০ চনৰ ভিতৰত বুলি অনুমান কৰা হয়। কৈ অহা হৈছে যে পাটবাউসীতে তেওঁ মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰবল অনুৰাগী হয়। কথিত আছে, এবাৰ মহাপুৰুষে এৰি দিয়া উচ্ছিষ্ট আহাৰখিনি তেওঁ খাবলৈ মন কৰাত গুৰুৱে ক'লে যে, যিখিনি (প্ৰাচীন) সাহিত্য তেওঁ অসমীয়ালৈ অনুবাদ কৰা নাই, সেই উচ্ছিষ্ট(!)খিনিৰ কামহে তেওঁ সমাধান কৰিব লাগে। তাৰ পাছতেই মহাপুৰুষৰ উপদেশ মতে কন্দলিয়ে ভাগৱত-

পুৰাণৰ দশম স্কন্ধৰ মধ্য আৰু শেষৰছোৱা অসমীয়া পদলৈ অনুবাদ কৰে। দশম স্কন্ধ নিজে ৰচনা কৰিবলৈ লৈ প্ৰথমছোৱা শেষ কৰি বাকীছোৱা অনন্ত কন্দলিক ৰচনা কৰিবলৈ এৰি দিয়া ঘটনাটোকে চৰিত পুথিত 'অনন্ত কন্দলিৰ উচ্ছিষ্ট ভক্ষণ' হিচাপে উল্লেখ আছে। অনন্ত কন্দলিৰ পাণ্ডিত্যৰ প্ৰতি যে মহাপুৰুষজনাৰ বিশ্বাস আৰু মৰম আছিল, সেই কথা সহজে অনুভৱ কৰিব পাৰি। অৱশ্যে শঙ্কৰদেৱৰ যে তেওঁ এজন শিষ্য, এই কথা অনন্ত কন্দলিয়ে ক'তো উল্লেখ কৰা নাই। তেওঁৰ ৰচনাসমূহত যি দুই-এবাৰ শঙ্কৰদেৱৰ বিষয়ে প্ৰশংসা কৰিছে, তাতো তেওঁক 'মহাভক্ত' বুলিহে উল্লেখ কৰিছে; নিজৰ গুৰু বুলি স্পষ্টকৈ কোৱা নাই। গতিকে অনন্ত কন্দলিৰ গুৰু শঙ্কৰদেৱ আছিলনে নাই, এই কথাটো আজিও অস্পষ্ট। অৱশ্যে শঙ্কৰদেৱৰ সৈতে যে তেওঁৰ আন্তৰিক সম্পৰ্ক আছিল, সেয়া সঠিক।

অনন্ত কন্দলিয়ে ভাঙনি কৰা সাহিত্যৰ ভিতৰত ৰামায়ণ (এছোৱা), কুমাৰ হৰণ কাব্য, ষষ্ঠ স্কন্ধৰ বৃত্ৰাসুৰ বধ, মধ্য আৰু শেষ দশম স্কন্ধ, মহীৰাৱণ বধকাব্য, সীতাৰ পাতাল প্ৰৱেশ নাট আদি বিশেষভাৱে উল্লেখযোগ্য। অৱশ্যে 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত এভূমুকি' নামৰ গ্ৰন্থত ডিম্বেশ্বৰ নেওগে খটাসুৰ বধ, বিৰাট পৰ্ব, কীচক বধ আদি কেইবাখনো ৰচনা অনন্ত কন্দলিৰ বুলি কৈছে। কিন্তু এইবোৰ ৰচনা আচলতে ৰাম সৰস্বতীৰহে। বহুদিনলৈকে অনন্ত কন্দলি আৰু ৰাম সৰস্বতীক একেজন লেখকেই বুলি বহুতেই ভাবিছিল। এতিয়া সেই ভুল ভাঙিছে।

অনন্ত কন্দলিৰ অন্যতম শ্ৰেষ্ঠ ৰচনা 'কুমৰ হৰণ'। এয়া তেওঁ ডেকা বয়সতে ৰচনা কৰিছিল বুলি অনুমান কৰা হয়। এইখন গ্ৰন্থত বাণ ৰজাৰ জীয়েক উষা, উষা-অনিৰুদ্ধৰ প্ৰেম, চিত্ৰলেখা আদিৰ কাহিনী সন্নিৱিষ্ট হৈছে। উষাৰ ৰূপ-যৌৱন, উষাৰ কাম-স্বপ্ন আৰু উষা-অনিৰুদ্ধৰ কামকেলি আদি বৰ্ণনা কৰোঁতে কবিয়ে নিজৰ কাব্যিক সৌন্দৰ্যক উৎকৃষ্টভাৱে প্ৰয়োগ কৰিছে। অনন্ত কন্দলিৰ আগতেই পীতাম্বৰ কবিয়ে 'উষা পৰিণয়' কাব্য লিখিছিল। গতিকে এই বাণ ৰজাৰ জীয়ৰীৰ সৈতে কৃষ্ণৰ নাতিৰ প্ৰেমৰ বিষয়ে লিখা 'উষা পৰিণয়'খন অনন্ত কন্দলিৰ সন্মুখত আছিল। কিন্তু তেওঁৰ কাহিনীৰ কিছু সাল-সলনি কৰিছে। তেওঁৰ লিখাত স্বৰ্গৰ অপেশ্বৰী চিত্ৰলেখা আৰু বাণ ৰজাৰ মন্ত্ৰী এজনৰ কন্যা ৰামা একেটা চৰিত্ৰত মিলি গৈ চিত্ৰ-পটীয়সী কুম্ভাণ্ড কন্যা চিত্ৰলেখাত পৰিণত হৈছে। পীতাম্বৰৰ কৌকিলা ধাই অনন্ত কন্দলিৰ ৰচনাত হৈ পৰিছে 'কুঁজী'। কোৱা বাহুল্য যে, এই 'কুমৰ হৰণ' কাব্য জনসাধাৰণৰ অন্তঃকৰণত এনেদৰে সোমাই গ'ল যে, উষা-অনিৰুদ্ধ আৰু বাণ ৰজাৰ কাহিনীৰ মূল বস্তু হৈ পৰিল এইখন গ্ৰন্থ। অনন্ত কন্দলিৰ কল্পনাকে পটুৱৈ সমাজে বুৰঞ্জীৰ সঁচা ঘটনা যেন জ্ঞান

কৰিবলৈ ল'লে। এয়া কন্দলিৰ কম কৃতিত্ব নহয়।

অনন্ত কন্দলিয়ে কৰা ভাগৱতৰ দশম স্কন্ধৰ ভাঙনি বৈষ্ণৱসকলৰ অতিকৈ আদৰৰ সম্পদ। এই ভাঙনিত ঠায়ে ঠায়ে তেওঁ অবৈষ্ণৱ ব্ৰাহ্মণসকলক তীব্ৰভাৱে আঘাত হানিছে। 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত ড° মহেশ্বৰ নেওগে লিখিছে—"ভাগৱতৰ এই অংশৰ কথাবস্তুৰে শঙ্কৰদেৱে কুঁজীৰ বাঞ্ছা পূৰণ, অক্ৰূৰৰ বাঞ্ছা পূৰণ, কালযৱন বধ, মধুকুন্দ-স্তুতি, শ্যামন্ত হৰণ, বিপ্ৰ-পুত্ৰ-আনয়ণ, দামোদৰ-বিপ্ৰাখ্যান আদি 'কীৰ্তন ঘোষা'ৰ অংশবোৰ ইয়াৰ আগতে ৰচনা কৰিছিল। (শঙ্কৰদেৱৰ) এই ৰচনাবোৰৰ প্ৰভাৱ অনন্ত কন্দলিৰ ভাঙনিত স্বাভাৱিকভাৱেই পৰিছে।..... পুথিখনৰ ভিতৰত অনন্ত কন্দলিৰ বিশেষ কীৰ্তি মূলৰ ৮৭শ অধ্যায়ৰ বেদৰ দ্বাৰা নাৰায়ণ স্তুতিৰ অনুবাদ। ইয়াতে তেওঁ শ্ৰীধৰ স্বামীৰ ব্যাখ্যা আৰু ব্যাখ্যাৰ লগে লগে দিয়া শ্লোকবোৰেৰে সৈতে মূলৰ ভাঙনি বহলভাৱে দিছে। মূল আৰু টীকাৰ শ্লোকৰ মাজত তেওঁ পাৰ্থক্য ৰখা নাই। ভগৱন্তৰ নৰসিংহ ৰূপৰ উপাসক শ্ৰীধৰৰ নৰসিংহৰ স্তুতিবাচক কথাও 'কীৰ্তন ঘোষা'ত থকাৰ দৰে ইয়াতো ৰৈ গৈছে।....."

আকৌ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে—"অনন্ত কন্দলিৰ অক্ষয় কীৰ্তি হ'ল মধ্য দশম আৰু শেষ দশম। মূল ভাগৱতৰ ৫০ তম অধ্যায়ৰ পৰা ৮১ তম অধ্যায়ৰ বিৱৰণলৈ মধ্য দশম আৰু শেষ দশম। মূল ভাগৱতৰ বাকী নটা অধ্যায়ক শেষ দশম বোলা হয়।... শেষ দশমৰ গভীৰ দাৰ্শনিক ভাবৰ 'বেদস্তুতি' অংশ কৰোতে কন্দলিয়ে পাণ্ডিত্য, দৰ্শনজ্ঞান আৰু কঠিন বস্তু প্ৰাঞ্জলভাৱে অনুবাদ কৰিব পৰা ক্ষমতাৰ পৰিচয় দিছে।..... অনন্ত কন্দলিয়ে দশমৰ পদ ৰচনা কৰি শঙ্কৰদেৱক দেখুৱাওতে তেখেতে হেনো কৈছিল,'বামুণীৰ পুতেক হৈ টোকৰ মাৰিলা, বেলশিৰত নপৈল ভক্তি পৰ হ'ল ৰছ (হ্ৰস্ব), যুদ্ধক কৈল দৃঘ (দীৰ্ঘ)।'..... মুঠতে সাহিত্যৰ মাধ্যমেদি বৈষ্ণৱ জাগৰণ সতেজ আৰু জনপ্ৰিয় কৰি তোলাত অনন্ত কন্দলিৰ বৰঙণি উল্লেখযোগ্য।.. "

মাধৱ কন্দলিৰ পাছত অনন্ত কন্দলিয়েও পুনৰ ৰামায়ণৰ অনু[illegible] কৰিছিল যদিও এওঁৰ ভাঙনিত মাজৰ পাঁচটা খণ্ডহে পোৱা যায়। তেওঁ পুনৰ কিয় ৰামায়ণ ভাঙনি কৰিলে তাৰ বিষয়ে কৈফিয়ৎ দিছে এইদৰে—"মাধৱ কন্দলি বিৰচিলা ৰামায়ণ/তাক শুনি আমাৰ কৌতুক কৰে মন/ৰামৰ সামান্য সত্তগুণ যথাৱত/ভজনীয় গুণ যাত নৈভল বেকত/এতেকে যতন কৰো ভকতিক পদে/নুবুলিবা নিন্দাসদা শুন সভাসদে।।

মাধৱ কন্দলিৰ ৰামায়ণ ভাঙনিৰ কিছু পৰিবৰ্তন কৰি বিশেষকৈ এই ৰচনাত অধিক ভক্তিৰস মিহলাই অনন্ত কন্দলিয়ে ৰামায়ণ ভাঙনি কৰে। অনন্ত

কন্দলিয়ে ৰামৰ মাহাত্ম্য অধিকভাৱে ফুটাই তুলিবলৈ তেওঁক 'অৱতাৰী পুৰুষ' নুবুলি 'সাক্ষাৎ পৰম ব্ৰহ্ম' বুলিছে।

অনন্ত কন্দলি শঙ্কৰদেৱৰ যুগৰ, শঙ্কৰ ভক্ত এজন প্ৰধান বৈষ্ণৱ কবি আছিল। তেওঁ বৈষ্ণৱ আদৰ্শকে সৰ্বোৎকৃষ্ট জ্ঞান কৰি অবৈষ্ণৱসকলক অহৰহ সমালোচনাৰ বাক্য-বাণ নিক্ষেপ কৰিছিল। তদুপৰি প্ৰতিজন ব্ৰাহ্মণেই বৈষ্ণৱ হোৱা উচিত বুলিও তেওঁ অনুভৱ কৰিছিল। একশৰণ নামধৰ্ম প্ৰচাৰ কৰা বৈষ্ণৱ মহাপুৰুষৰ আদৰ্শত অনুপ্ৰাণিত হৈ কাব্য চৰ্চা কৰি বৈষ্ণৱ সাহিত্যক অনন্ত কন্দলিয়ে সমৃদ্ধ কৰিলে। অসমীয়া সাহিত্যক আৰু এখোজ আগুৱাই নিলে। এনেদৰে প্ৰতি খোজ আগুৱাই গৈহে অসমীয়া সাহিত্যই আজিৰ অৱস্থা পাইছে। অসমীয়া সাহিত্যক আজিৰ অৱস্থাত উপনীত কৰোৱাৰ ক্ষেত্ৰত এই বৈষ্ণৱ কবিসকলৰ সাহিত্যই যে সবাতোকৈ বেছি অৰিহণা যোগাইছে, এই কথা বাৰে বাৰে কোৱাৰ হয়তো প্ৰয়োজন নাই।



# মথুৰাদাস বুঢ়া আতা

এজন সাধাৰণ 'তাঁতী' কেনেকৈ মহাপুৰুষলৈ ৰূপান্তৰিত হ'ব পাৰে বৰপেটা সত্ৰৰ প্ৰথমজন সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া আতাই তাৰ উৎকৃষ্ট উদাহৰণ। মহাপুৰুষীয়া ধৰ্মৰ ১২ গৰাকী ধৰ্মাচাৰ্যৰ অন্যতম হ'ল মথুৰাদাস বুঢ়া আতা।

মথুৰাদাস বুঢ়া আতাৰ পিতৃদত্ত নাম আছিল গোপাল। শিৱসাগৰ জিলাৰ 'খনাখোকৰা' নামৰ ঠাইত গোপালৰ জন্ম হয় ১৪১২ শকত (১৪৯০ খৃঃ)। গোপালৰ পিতৃ বীৰখাদ (বীৰসাদ!) আঢ্যৱন্ত পৰিয়ালৰ লোক আছিল। মুছলমানৰ আক্ৰমণত সেই সময়ত বহু লোকৰ মৃত্যু হয় আৰু আৰম্ভ হয় দুৰ্ভিক্ষও। সেই সময়তে গোপালৰ পিতৃ-মাতৃৰো মৃত্যু হয় আৰু তেওঁ অকলশৰীয়া হৈ পৰে। সেই সময়ত গোপালৰ বয়স আছিল মাত্ৰ ২০বছৰ। চাৰিওফালে দুৰ্ভিক্ষ হোৱাত গোপালে জন্মস্থান 'খনাখোকৰা' ত্যাগ কৰে আৰু কলিযাবৰত উপস্থিত হয়। তাতে তেওঁ কাম-বন কৰি ছমাহ আছিল। তাৰ পাছত মিছামুখলৈ আহি বাঁহ-বেতৰ কাম কৰি এবছৰকাল থাকিল। তাতো বিশেষ একো সুবিধা কৰিব নোৱাৰি জলাহলৈ আহি বেপাৰ-বাণিজ্য কৰিবলৈ ল'লে। তাৰ পাছত কাজলিলৈ আহি দুটা বছৰ কৃষি কৰ্মত আত্মনিয়োগ কৰিলে। কিন্তু বানপানীয়ে সকলো শস্য মাৰি নিয়াত দৰঙলৈ আহি তাতে ছমাহকাল থাকিল। অৱশেষত তেওঁ উপস্থিত হ'ল বৰপেটাৰ তাঁতীকুছিত। সময়ছোৱা আছিল ১৪৪৯ শক। গোপালৰ বয়স তেতিয়া ৩৭ বছৰ। তাঁতীকুছিত তেওঁ কাপোৰ বোৱা কাম আৰম্ভ কৰিলে আৰু কম দিনৰ ভিতৰতে এজন পাকৈত বয়নশিল্পী হৈ উঠিল।

গোপালৰ জন্মস্থান সম্পৰ্কত মতান্তৰো নথকা নহয়। কিছুমানৰ মতে, ১৪১২ শকৰ জেঠ মাহৰ শুক্লা একাদশীত তাঁতীকুছিত গোপালৰ জন্ম হয়। গোপালৰ ককা বীৰপক্ষই পুত্ৰ বীৰসাদ আৰু বোৱাৰী ধৈৰ্যা (গোপালৰ পিতৃ-মাতৃ)ক লৈ শিৱসাগৰৰ খনাখোকৰাৰ পৰা উঠি আহিছিল তাঁতীকুছিলৈ। তেনেই কম বয়সতে ঘাট-মাউৰা হোৱাত গোপালৰ পঢ়া-শুনা আৰম্ভ কৰাত পলম হয়। তাঁতীকুছিৰ দক্ষিণফালে ইচ্ছাকুছিৰ পঢ়াশালিত নামভৰ্তি কৰি সনাতন কায়স্থ নামৰ শিক্ষকজনৰ তত্ত্বাৱধানত শিক্ষা লাভ কৰে। কিন্তু পাৰিবাৰিক দুৰ্দশাৰ বাবে বৰ বেছি শিক্ষা লাভ কৰিব নোৱাৰি তাঁতশিল্পৰ কামত অগ্ৰসৰ

হয় আৰু অতি কম দিনৰ ভিতৰতে বয়ন শিল্পত পাৰ্গত হৈ তাঁতীসকলৰ অধিনায়ক পৰ্যন্ত হয়গৈ। তাৰ পাছতে গোপালে 'কুৰুবাহা' গাঁৱৰ বংশী ঠাকুৰীয়াৰ কন্যা সুমতীক বিয়া কৰায় (কিছুমানৰ মতে, আচ্যৱন্ত তাঁতী হৰি মৰলৰ কন্যা শান্তক বিয়া কৰায়।)।

মথুৰাদাস বুঢ়া আতা (গোপাল)ৰ জন্মস্থান আৰু শৈশাৱস্থাৰ বিষয়ে যিমানেই মতান্তৰ নাথাকক; এই কথা কিন্তু ঠিক যে তাঁতীকুছিতেই তেওঁৰ যৌৱনকাল অতিবাহিত হয় আৰু ধৰ্মৰ প্ৰতিও তেওঁৰ অনুৰাগ বাঢ়ে তাঁতীকুছিতেই। প্ৰথমছোৱাত গোপাল চৈতন্যপন্থী আছিল। তেওঁ স্থানীয় ১৮ জন পালী যোগাৰ কৰি নিজে ওজা হৈ পালীৰ স'তে কৃষ্ণসঙ্গীত, ৰামায়ণ পদ, নিমিনৱ সিদ্ধ পুথিৰ পদ আওৰাই ফুৰিছিল।

শঙ্কৰদেৱে যেতিয়া কোঁচ ৰজা নৰনাৰায়ণক শ্ৰীকৃষ্ণৰ মহিমা সম্পৰ্কত প্ৰথমবাৰৰ বাবে শুনাইছিল, তেতিয়া ৰজাই জন্মৰ পৰা কংসবধলৈ কৃষ্ণৰ কাহিনী কাপোৰত চিত্ৰপট তুলি দেখুৱাবলৈ নিৰ্দেশ দিয়ে। এই চিত্ৰপট খোদিত কাপোৰৰ বাবেই শঙ্কৰ গুৰুৱে মাধৱদেৱক লগত লৈ বৰপেটাৰ তাঁতীকুছিলৈ গ'ল। এই কামত গোপালক মুখ্য তাঁতী হিচাপে লৈ কাপোৰ (বৃন্দাৱনী বস্ত্ৰ) ব'বলৈ অনুৰোধ কৰে। এনেকৈয়ে ছয়কুৰি হাত দীঘল আৰু তিনিকুৰি হাত বহলৰ কৃষ্ণৰ মহিমাৰ কাহিনীৰ চিত্ৰপটেৰে খোদিত কাপোৰ সহযোগীৰ স'তে গোপাল তাঁতীয়ে ছমাহৰ ভিতৰতে বৈ উলিয়ালে (১৫৫৯ খ্ৰীষ্টাব্দ)। তেতিয়া গোপালৰ বয়স ৬৯ বছৰ। অৱশ্যে সেই কাপোৰ বোৱাৰ সময়তো গোপালৰ স'তে শঙ্কৰ-মাধৱৰ ভাল পৰিচয় গঢ়ি উঠা নাছিল।

কৈ অহা হৈছে পোনতে গোপাল চৈতন্যপন্থী আছিল। তেওঁ হৰি মিশ্ৰ নামৰ ধৰ্মাচাৰ্য এগৰাকীৰ ওচৰত দীক্ষা লৈছিল। ভাল ওজা হিচাপে খ্যাত গোপালে বিভিন্ন গীত-পদ গাই ফুৰাৰ লগতে হৰি মিশ্ৰ গুৰুৱে দিয়া নাম-মন্ত্ৰ, সদাচাৰ, গুৰু আজ্ঞা আদি নিষ্ঠা সহকাৰে পালন কৰিছিল। এদিনাখন তেওঁ মনথৈ গাঁৱলৈ গৈ নাৰায়ণ দাস ঠাকুৰ আতাৰ বাটচ'ৰাত 'নিমিনৱ সিদ্ধ' সংবাদ পুথিৰ পদ গায়। পদ শুনি ঠাকুৰ আতাই তাৰ লেখক কোন, পদখিনিৰ অৰ্থ কি বুলি সুধিলত, গোপালে একো ক'ব নোৱাৰিলে। গোপালে ঠাকুৰ আতাৰ পৰা জানিব বিচৰাত আতাই ক'লে—"আমিনো কি জানো? লাগে যদি সুন্দৰীদিয়া থানত থকা মাধৱ গুৰুক সুধিলে তেৰাই সকলোবোৰ কথা দহ প্ৰকাৰে বুজাই ক'ব পাৰিব।" এইবাৰ মনত উদয় হোৱা সকলোবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নিজ গুৰু হৰি মিশ্ৰৰ কাষ চাপিল। কিন্তু হৰি মিশ্ৰই ভালদৰে একো বুজাই ক'ব নোৱাৰিলে। মিশ্ৰয়ো ক'লে মাধৱ গুৰুৱেহে এইবোৰৰ ভেদ ভাঙিব পাৰিব। তেনেদৰেই গোপালে এদিন মাধৱদেৱৰ কাষ চাপিল।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে সেই সময়ত সুন্দৰীদিয়াত সত্ৰ পাতি ধৰ্ম প্ৰচাৰত ব্যস্ত আছিল। গোপালে এদিন পুৱাই স্নান কৰি নিজৰ অন্তৰঙ্গ সঙ্গী ১৮ জনেৰে স'তে মাধৱদেৱৰ ওচৰ চাপিল। মাধৱদেৱক গোপালে সুধিলে—"বাপ, বিশিষ্ট গুৰুনো কাক বোলে আৰু তেওঁৰ লক্ষণেইবা কি, আমাক কওক।" তেতিয়া গুৰুৱে পৰীক্ষা কৰিচাৰৰ বাবে ক'লে—"তোমালোকে যদি এই প্ৰশ্নৰ উত্তৰ বিচৰা তেন্তে প্ৰথমে তোমালোকৰ গুৰুজনক ত্যাগ কৰিব লাগিব।" গোপালে এই কাম কৰিবলৈ মান্তি হোৱাত মাধৱদেৱে পুনৰ ক'লে—"তেন্তে গুৰুৰ নামটো হাতেৰে মাটিত লিখি ভৰিৰে মচি পেলোৱা।" মাধৱৰ আদেশ পোৱা মাত্ৰকেই গোপালৰ লগৰীয়াসকলে তাকেই কৰিলে। কিন্তু গোপালে ক'লে—"বাপ, গুৰুৰ নামটো হাতেৰে লিখি ভৰিৰে মচিব নোৱাৰো। হাতেৰে লিখি হাতেৰেই মচিবলৈ ক'লে ভাল হয়।" মাধৱদেৱে গোপালৰ কথাত সুখী হ'ল আৰু গোপালৰ সকলোবোৰ প্ৰশ্নৰ উত্তৰ দিলে। তাৰ পাছত গোপালে মাধৱদেৱৰ ওচৰত শৰণ ল'বলৈ ইচ্ছা কৰিলে। পাছদিনা সুন্দৰীদিয়া সত্ৰত সেই ১৮ জন সঙ্গীৰে সৈতে গোপালে মাধৱদেৱৰ ওচৰত শৰণ ল'লে। সেই সময়ত গোপালৰ বয়স আছিল ৮১ আৰু মাধৱদেৱৰ ৮২ বছৰ। তেতিয়াৰে পৰা আগতে গাই ফুৰা লৌকিক গীতলৈ পিঠি দি গোপালে ঘোষা কীৰ্তনত মনোনিবেশ কৰিলে। নৃত্য-গীতত পাৰ্গত গোপালে কম দিনৰ ভিতৰতে ঘোষা কীৰ্তনৰ ওজা হ'ব পৰা যোগ্যতা অৰ্জন কৰিলে। লাহে লাহে তেওঁ মাধৱদেৱৰ অন্যতম সহযোগী হিচাপে প্ৰতিষ্ঠিত হ'ল।

সুন্দৰীদিয়াৰ পৰা গোপালৰ অনুৰোধত এদিন মাধৱদেৱ তাঁতীকুছিলৈ আহিল। তাঁতীকুছিত কেইদিনমান থকাৰ পাছত এই পৱিত্ৰ ভূমিত এটি সত্ৰ নিৰ্মাণৰ প্ৰয়োজন বুলি মাধৱদেৱে চিন্তা কৰিলে। এই কামত গোপালে আগভাগ লৈ ৰামচন্দ্ৰ বুঢ়া নামৰ সহজ-সৰল, ধৰ্মপ্ৰাণ লোক এজনৰ পৰা মাটি লৈ, সেইখিনি পৰিষ্কাৰ কৰি ঠাইখিনিত গুৰুৰ সহযোগত 'কোটোৰা যাত্ৰা' নামৰ অঙ্কীয়া ভাওনা পাতিলে। এয়াই বৰপেটা সত্ৰত অনুষ্ঠিত প্ৰথম ভাওনা। তাৰ পাছতে মাধৱে কীৰ্তনঘৰ নিৰ্মাণৰ বাবে মনস্থ কৰিলে। ভাওনাৰ বাবে সজা ৰভাৰ বাঁহ, খুঁটা আদিৰে বৈকুণ্ঠৰ আৰ্হিৰে এটি বিতোপন ঘৰ সাজি উলিয়ালে। এয়াই বৰপেটা সত্ৰৰ আদি কীৰ্তনঘৰ। কীৰ্তনঘৰ প্ৰতিষ্ঠা হোৱাত বৰপেটা সত্ৰত নিয়মিত নাম-প্ৰসঙ্গ চলিবলৈ ধৰিলে। তাৰ পাছতে গোপালে নিৰ্মাণ কৰিলে অতিথিশালা। অতিথিশালাৰ পাছতে গোপালৰ চেষ্টাতে নিৰ্মাণ হ'ল ৰঙিয়াল গৃহ (১৫৮৩ চন)। কাৰণ মাধৱদেৱে ভাবিছিল যে চকুত লগা ধৰণৰ পৰিষ্কাৰ ঘৰ নিৰ্মাণ কৰিলেহে ভকত-অভকত সকলোৰে দৃষ্টি আকৰ্ষিত হ'ব আৰু ধৰ্ম প্ৰচাৰো সহজ হ'ব। গোপালৰ হাতৰ নানা ৰঙৰ দ্বাৰা সুশোভিত হৈ

ৰঙিয়াল ঘৰে এক অন্য ৰূপত প্ৰাণ পাই উঠিল। এই ৰঙিয়াল ঘৰ ধৰ্ম প্ৰচাৰৰ, নৃত্য-গীত-ভাওনা প্ৰদৰ্শনৰ প্ৰধান কেন্দ্ৰ হোৱাৰ লগতে সুকুমাৰ কলা বিষয়ৰ শিক্ষালয় হিচাপেও প্ৰতিষ্ঠিত হ'ল গোপালৰ চেষ্টাত। এই ঠাইত বিভিন্ন ঠাইৰ ছাত্ৰই আহি ধৰ্মশিক্ষা, সুকুমাৰ কলাৰ বিষয়ে জ্ঞান লাভ কৰিবলৈ ল'লে।

মাধৱদেৱ বৰপেটা সত্ৰত প্ৰায় চাৰে সাত বছৰ আছিল। সেই সময়ছোৱাত গোপালে গুৰুৰ স'তে ছাঁৰ দৰে থাকি বহু বিষয়ত জ্ঞান লাভ কৰিলে। বৰপেটা সত্ৰখনেই তেওঁৰ স্বপ্ন আৰু আকাংক্ষাৰ কেন্দ্ৰবিন্দু হিচাপে প্ৰতিষ্ঠিত হ'ল। গুৰুৱে প্ৰিয়তম শিষ্য গোপালৰ মনৰ অভিলাষ পূৰণৰ অৰ্থে সত্ৰখন নিতৌ সাৰি-মচি পৰিষ্কাৰকৈ ৰখাৰ ভাৰ গোপালৰ ওপৰত অৰ্পণ কৰিলে। লগতে ক'লে—"গোপাল, বৰপেটা থান আমাৰ মানত মথুৰাপুৰী সদৃশ, তেনে পৱিত্ৰ ভূমিৰ দাসালি কাম তোমাক দিয়া হ'ল। গতিকে আজিৰ পৰা তোমাৰ নাম 'মথুৰা দাস' ৰখা হ'ল।" তেতিয়াৰে পৰা গোপালৰ নাম মথুৰা দাস হ'ল আৰু এই নামেৰেই তেওঁ বিখ্যাত হৈ পৰিল।

বৰপেটাৰ পৰা যোৱাৰ পাছত ১৫৯৬ চনত মাধৱদেৱ স্বৰ্গী হয়। তাৰ পাছতো বহু বছৰকাল একেশৰণ নামধৰ্ম প্ৰচাৰ কৰি মথুৰাদাস বুঢ়া আতাই সকলোৰে মাজত প্ৰেম-প্ৰীতি আৰু শিক্ষা-জ্ঞানৰ ভাব উদ্ৰেক কৰিবলৈ চেষ্টা চলালে। তেওঁ প্ৰায় ১৪০ বছৰকাল জীয়াই আছিল। এই সুদীৰ্ঘ সময়ছোৱাত ঐকান্তিকভাৱে ধৰ্ম, শিক্ষা আৰু চিত্ৰবিদ্যাৰ বিষয়ে যি কৰ্ম কৰি গ'ল, সেয়া এই ক্ষুদ্ৰ নিবন্ধত কৈ শেষ কৰিব নোৱাৰি। তথাপি জনকল্যাণৰ বাবে তেওঁ কৰি যোৱা কৰ্মৰ বিষয়ে অৰ্জুন চন্দ্ৰ দাসে লিখা কেইটামান কথা উল্লেখ কৰা হ'ল।

**১) বিশুদ্ধ ধৰ্ম প্ৰচাৰিণী সভা স্থাপন :** বিচাৰ আৰু ধৰ্ম সম্বন্ধীয় বিষয়ৰ আলোচনা এই সভাৰ মুখ্য কাম। ৰাইজৰ দায়-দোষবোৰ এই সভাই নিৰপেক্ষভাৱে যুক্তি আৰু বিধিসন্মতভাৱে বিচাৰ কৰিছিল। এই সভাই বিচাৰ কাৰ্যত সত্ৰাধিকাৰক সহায় কৰে আৰু পৰামৰ্শ আগবঢ়ায়। এই সভাৰ গুৰুত্ব তেতিয়া উচ্চতম ন্যায়ালয়ৰ দৰেই আছিল।

**২) চৈধ্য প্ৰসঙ্গৰ নিবন্ধন :** দুজনা গুৰুৰ দিনত তিনি প্ৰসঙ্গৰ প্ৰচলন আছিল। এই প্ৰসঙ্গসমূহক ক্ৰমে পুৱাৰ, আবেলিৰ আৰু ৰাতিৰ প্ৰসঙ্গ বোলা হৈছিল। বুঢ়া আতাই এই তিনি প্ৰসঙ্গৰ শাখা বিভাগ কৰি চৈধ্য প্ৰসঙ্গৰ বিধান কৰে। পুৱাৰ প্ৰসঙ্গত আছে (ক) পুৱাৰ গীত, (খ) পুৱাৰ ভটিমা, (গ) প্ৰসঙ্গ, (ঘ) ভাগৱত আৰু (ঙ) পাঠ। আবেলিৰ প্ৰসঙ্গত অন্তৰ্ভুক্ত বিষয়— (ক) পাঠ, (খ) প্ৰসঙ্গ আৰু (গ) ভাগৱত। ৰাতিৰ প্ৰসঙ্গত (ক) গুণমালা, (খ) লীলামালা, (গ) ভটিমা, (ঘ) বৰগীত (সেৱাৰ কীৰ্ত্তন), (ঙ) প্ৰসঙ্গ আৰু (চ) পাঠ। চৈধ্য প্ৰসঙ্গৰ লগত আমাৰ দেহৰ চৈধ্য ইন্দ্ৰিয়ৰ সামঞ্জস্য দেখুৱাই সাধু-মহন্তসকলে

ইয়াৰ আধ্যাত্মিক ব্যাখ্যা কৰে।

**৩) হাটী প্ৰথা প্ৰৱৰ্তন ঃ** প্ৰতিজন শিষ্যৰ ধৰ্ম, আচাৰ-ব্যৱহাৰ, চাল-চলন আৰু সম্বন্ধৰে জড়িত কৰি একতা সূত্ৰত বন্ধা অৰ্থাৎ কেইগৰাকীমান মানুহক গোট খুৱাই একো একোটা সমষ্টি গঠন কৰি 'হাটী' নাম দিয়ে বুঢ়া আতাই। এনেকৈ বৰপেটা সত্ৰখনক কেইখনমান হাটীত বিভক্ত কৰি তাত সত্ৰৰ সেৱক-ভকতসকলক বহুৱালে। ই ধৰ্মৰাজ্যৰ একোটি ক্ষুদ্ৰ বিভাগ।

- **৪) হাটীৰ ধনভঁৰাল প্ৰতিষ্ঠা ঃ**-সেই যুগত ধনভঁৰালৰ প্ৰতিষ্ঠা পৃথিৱীত হয়তো কোনেও ভাবিব পৰা নাছিল। বুঢ়া আতাই এই পদ্ধতিৰ প্ৰতিষ্ঠাতা। হাটীৰ ধনৰ যাতে অপব্যৱহাৰ নহয়, ইয়াক ধাৰলৈ নিওঁতাজনে যাতে ঋণ পাপলৈ ভয় ৰাখি পবিত্ৰভাৱে পৰিশোধ কৰিব পাৰে আৰু টকা-কড়ি আদান-প্ৰদানত যাতে বেমেজালি ঘটিব নোৱাৰে, তাৰো তেৱেঁই সুব্যৱস্থা কৰি যায়। আজিও হাটীয়ে হাটীয়ে থকা ধনভঁৰাল সজীৱ হৈ আছে আৰু তাৰ সুফল ভোগৰ পৰা ৰাইজ বঞ্চিত হোৱা নাই। আধুনিক যুগৰ সমবায় সমিতি আৰু বেঙ্কৰ পৰা পোৱা সুবিধাবোৰ অকল হাটীৰ ধনভঁৰালৰ পৰাই পাব পাৰি। বৰ্তমান যুগৰ বেঙ্কৰ আৱশ্যকতা আৰু উপযোগিতাৰ গুণগান কৰি গৌৰৱ কৰা দেশসমূহে গুৰি বিচাৰিলে পাব যে বুঢ়া আতাই ৪৫০ বছৰ আগেয়েই এই পদ্ধতিৰ প্ৰতিষ্ঠা কৰি যায়। তেতিয়া সম্ভৱতঃ 'বেঙ্ক' শব্দটিৰেই জন্ম হোৱা নাছিল।

**৫) সত্ৰৰ বিষয়ববীয়া লোকসকল ঃ** শঙ্কৰ-মাধৱে সত্ৰৰ কাম পৰিচালনাৰ অৰ্থে বিষয়ববীয়া নিয়োগ কৰা পদ্ধতি প্ৰণালীবদ্ধ নাছিল। বুঢ়া আতাই ইয়াক প্ৰণালীবদ্ধ আৰু আকৰ্ষণীয় কৰি তোলে। তেওঁৰ উদ্ভাৱিত বিধি-বিধানসমূহ এনে সুচিন্তিত যে তাক হৰিষ মনে, ধৰ্ম ভাবেৰে আৰু সময়মতে পালন কৰিবলৈ সেৱক-ভকতসকল সদায় সাজু।

**৬) ভাগ লোৱা নিয়ম প্ৰৱৰ্তন ঃ** সত্ৰৰ সমূহ ভকতৰ সংখ্যা বৃদ্ধি কৰি ইয়াৰ যাৱতীয় কাম পৰম্পৰাৰ সহায়-সহযোগিতাৰ মাজেদি সহজে আৰু নিয়াৰিকৈ সমাধা কৰিবৰ কাৰণে বুঢ়া আতাই সত্ৰত ভাগ লোৱা নিয়ম প্ৰৱৰ্তন কৰে। ইয়াৰ ফলত সত্ৰৰ দায়িত্ব বহনকাৰীৰ লেখ বৃদ্ধি হোৱাৰ বাট মুকলি হয়। এই নিয়ম মতে সত্ৰত নতুনকৈ সমূহ ভকতৰূপে গণ্য হ'বলৈ হ'লে এটি নিৰ্দ্ধাৰিত নিৰিখমতে সত্ৰত টকা-পইচা জমা দি নামভুক্ত কৰি ল'ব লাগে। সত্ৰৰ ধনভঁৰাল কিছু পৰিমানে টনকিয়াল কৰাটোও হয়তো ইয়াৰ অন্যতম উদ্দেশ্য।

**৭) বৰা নিয়োজন ঃ** আহোম ৰজাৰ দিনত কৃষিজন কাঁড়ীৰ ওপৰত থকা বিষয়াক 'বৰা' খিতাপ দিলেও ইয়াত উল্লেখ কৰা 'বৰা' সুকীয়া ধৰণৰ। এওঁলোক সত্ৰৰ বিষয়ববীয়া লোকহে। সমাজনীতিবিদ বুঢ়া আতাৰ সূক্ষ্ম চিন্তাৰ ফলত কৰা নিয়োগ প্ৰথাৰ উদ্ভৱ হয়। বিশেষ পৰ্বাদিত সত্ৰৰ পৰা বাপুসকলক বন্দল

দিলে বা কিম্বা বস্তু নির্মালি স্বৰূপে উমৈহতীয়াভাৱে হাটীয়ে প্ৰতি বিতৰণৰ বাবে দিলে, এওঁলোকে সেইবোৰ বস্তু গোটায়। তাৰ পাছত সত্ৰৰ ভাগ থকা লোকসকলৰ মাজত ভাগৰ সংখ্যানুযায়ী সেইবোৰ শৃঙ্খলাৰে ভগাই দিয়ে। ইয়াৰ উপৰি অন্যান্য কামবোৰো তেওঁলোকে কৰে।

**৮) ভকত লেখা নিয়ম প্ৰচলন :** বুঢ়া আতাই ভকতৰ সংখ্যা সদায় হিচাপ নকৰি গুৰুৰ কীৰ্তন মহোৎসৱৰ সময়তহে কৰাৰ নিয়ম কৰিলে। ইয়াৰো উদ্দেশ্য অতি মহৎ। দুজনা গুৰুৰ কীৰ্তন মহোৎসৱ উপলক্ষে সকলো ভকতক একত্ৰিত কৰি ঐক্যবদ্ধভাৱে সকলোকে এই কামত সহযোগ কৰিবলৈ উদ্‌গনি দিয়া আৰু গুৰু কৰ পৱিত্ৰভাৱে শোধোৱাৰ সুযোগ দিয়াই ইয়াৰ মুখ্য উদ্দেশ্য। ইয়াৰ লগতে বন্ধু-বান্ধৱৰ সৈতে দেখা-সাক্ষাতৰ সুবিধা দিয়া, সমাজৰ পৰস্পৰৰ মাজত প্ৰীতিৰ ভাব দৃঢ় কৰা, উৎসৱৰ আনন্দ উপভোগৰ সুযোগ দিয়াটোও ইয়াৰ আন এক উদ্দেশ্য।

**৯) জনমতৰ প্ৰাধান্য প্ৰতিষ্ঠা :** আজিকালি পৃথিৱীৰ সুসভ্য জাতিসমূহে ব্যক্তি স্বাধীনতা ঘোষণা কৰি জনমতৰ প্ৰাধান্য স্বীকাৰ কৰি লৈছে। আজিৰ পৰা ৪৫০ বছৰ আগেয়েই বুঢ়া আতাই গণতান্ত্ৰিক ব্যক্তি স্বাধীনতা প্ৰতিষ্ঠা কৰি গৈছে। তেওঁ যোগ্য পাত্ৰজনৰ অভাৱ দেখি তেওঁৰ মৃত্যুৰ পাছত সমূহ ৰাইজে বৰপেটা সত্ৰৰ আধিকাৰ এগৰাকী জনমতৰ দ্বাৰা নিৰ্বাচিত কৰি ল'ব বুলি কৈ যায়। তেতিয়াৰে পৰা বৰপেটা সত্ৰত অসমৰ অন্যান্য সত্ৰৰ দৰে জ্যেষ্ঠানুক্ৰমে সত্ৰীয়া বা অধিকাৰ নহৈ সমূহৰ মতাধিকাৰৰ দ্বাৰা যোগ্যজনে সত্ৰাধিকাৰ পদত অধিষ্ঠিত হৈ আহিছে।



# অনিৰুদ্ধ দেৱ

শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰচাৰ কৰা নববৈষ্ণৱ ধৰ্মই অসমৰ সৰ্বত্ৰতে জনপ্ৰিয়তা লাভ কৰিছিল। মাথো ধৰ্মই নহয়, ইয়াৰ স'তে সংস্কৃতিকো যুক্ত কৰি মানুহক ধাৰ্মিক আৰু শিক্ষিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰা হৈছিল।...... শ্ৰীঅনিৰুদ্ধ দেৱ কিন্তু বৈষ্ণৱবাদী হ'লেও মানসিক শক্তিতকৈ শাৰীৰিক শক্তিৰ ওপৰত অধিক বিশ্বাসী, ভাববাদ-ভক্তিবাদতকৈয়ো মায়াবাদ আৰু আত্মশক্তিত বিশ্বাসী লোক। বৈষ্ণৱসকলৰ মায়ামৰীয়া বা মোৱামৰীয়া সম্প্ৰদায়ৰ আদি গুৰু তেওঁ। এক অৰ্থত এই সম্প্ৰদায়ৰ তেৱেঁই স্ৰষ্টা। গণতান্ত্ৰিক পন্থাত বিশ্বাসী এইজনা মহাপুৰুষ জাত-পাতৰ সংকীৰ্ণতাৰ পৰা সম্পূৰ্ণ মুক্ত আছিল।

শঙ্কৰদেৱৰ মৃত্যুৰ পাছত মাধৱদেৱ আৰু মাধৱদেৱৰ মৃত্যুৰ পাছত গোপালদেৱ বৈষ্ণৱ ধৰ্মৰ ধৰ্মাচাৰ্য পদত অধিষ্ঠিত হৈছিল। মাধৱদেৱক হেনো শঙ্কৰদেৱে কৈছিল---"বৰাৰ পো, গোপালক তোমাক দিলো, তেওঁক আটাইফেৰা দিবা।" সেই কথা অনুসাৰে মাধৱদেৱে গোপালদেৱক সকলো দিলে, ধৰ্মাচাৰ্য নিয়োগ কৰিলে। তাৰ পাছত গোপালদেৱে দিহিং, বাঁহবাৰী, ন-মাটি, মায়ামৰা, পুৰণিমাটি, গজলা, দহঘৰ, হালধিআটি, চকলা, কঠালকুছি, বৰনগৰীয়া, সৰু নগৰীয়া, বিষলীকুচিয়া, বাঘমৰা, ইকৰাজান, কাঠপাৰ, আঁহতগুৰি, কবতিগাঁও আদি সত্ৰ স্থাপন কৰে। ইয়াৰ ভিতৰত গোপালদেৱৰ আজ্ঞাৰে অনিৰুদ্ধদেৱে স্থাপন কৰা সত্ৰ হ'ল মায়ামৰা আৰু পুৰণিমাটি।

পীতাম্বৰ চন্দ্ৰ আৰু চিদানন্দদেৱে ৰচনা কৰা মায়ামৰা সত্ৰৰ বুৰঞ্জী মতে, এই সত্ৰৰ প্ৰতিষ্ঠাপক অনিৰুদ্ধ দেৱ পৰম ধাৰ্মিক পুৰুষ আছিল। গোপালদেৱে অনিৰুদ্ধ দেৱৰ বিনীত, শিক্ষিত আৰু সদাচাৰী গুণ দেখি তেওঁক ধৰ্মাচাৰ্য পাতিছিল আৰু মহাপুৰুষ মাধৱদেৱে শঙ্কৰ গুৰুৰ পৰা পোৱা শাস্ত্ৰখনি অনিৰুদ্ধ দেৱক দান কৰিছিল। গতিকে অনিৰুদ্ধ দেৱ মাথো মায়ামৰা সত্ৰৰেই প্ৰতিষ্ঠাতা নহয়, তেওঁ বৈষ্ণৱ ধৰ্মৰো ধৰ্মাচাৰ্য।

যদুবংশী ভগদত্ত ৰজাৰ পৰিনাতি গোন্দাগিৰি আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ খুৱাকৰ কন্যা আজলীৰ সন্তান হ'ল অনিৰুদ্ধ দেৱ অৰ্থাৎ এক অৰ্থত তেওঁ শঙ্কৰদেৱৰ ভাগিন। [illegible] খ্ৰীষ্টাব্দৰ ব'হাগ মাহৰ শুক্লা নৱমী তিথিত (১৫ ব'হাগ, বৃহস্পতিবাৰ) অনিৰুদ্ধ দেৱৰ জন্ম। সৰুৰে পৰা অতি বিচক্ষণ তেওঁ। সেই সময়ৰ সকলোবোৰ বৈষ্ণৱ ধৰ্মীয় সাহিত্যই তেওঁ অধ্যয়ন কৰিছিল

অৱশ্যে তেওঁ সেই পুৰণি নীতি-নিয়মকে সাৱটি ধৰি থকা লোক নাছিল। তেওঁ বিশ্বাস কৰিছিল যে সময়ৰ লগে লগে সমাজৰ স'তে খাপ খুৱাই ধৰ্মীয় নীতি-নিয়মবোৰ সাল-সলনি হৈ থাকে। তেওঁৰ এই বিশ্বাসে ডেকা বয়সৰ পৰাই পৈণত ৰূপ পাইছিল।

গোপালদেৱৰ পৰা দীক্ষা গ্ৰহণ কৰি অনিৰুদ্ধ দেৱে পোনতে নাৰায়ণপুৰ মৌজাৰ বিষ্ণু-বালিকুছি, তাৰ পাছত মৰনৈৰ ওচৰৰ নাহৰ আটিত সত্ৰ স্থাপন কৰে। গোপালদেৱৰ প্ৰিয় শিষ্য হিচাপে অনিৰুদ্ধ দেৱে গুৰুৰ পৰা ধাতু-তাম্ৰৰূপী বা কল্পতৰু পুথি লাভ কৰি তাৰ সহায়েৰে মায়া দেখুৱাই ৰজা-শিষ্য সকলোকে তবধ লগাইছিল। বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ শঙ্কৰদেৱ আৰু মাধৱদেৱে কিমান আহুকালত পৰিছিল, কিমানবাৰ তেওঁলোকৰ প্ৰাণৰ সংশয় হৈছিল...! কিন্তু অনিৰুদ্ধ দেৱ অতি তীক্ষ্ণ বুদ্ধিসম্পন্ন আছিল। তেওঁ মায়া-যাদু দেখুৱাই প্ৰমাণ কৰিবৰ চেষ্টা কৰিছিল যে স্বয়ং ঈশ্বৰে তেওঁক এইক্ষেত্ৰত সহায় কৰে। গতিকে অনিৰুদ্ধৰ কথা আৰু শক্তিক অতি বিশ্বাসেৰে লৈছিল প্ৰজাঘৰে, আনকি ৰজাঘৰেও। শঙ্কৰ আৰু মাধৱে পূৰ্ণ অচল ভক্তিত বিশ্বাস কৰিছিল, গুৰুতকৈ ভগৱান বিষ্ণুৰ প্ৰতি অধিক বিশ্বাসী হ'বলৈ পৰামৰ্শ দিছিল। কিন্তু মায়াবলৰ যোগেদি শিষ্য-প্ৰশিষ্য গোটাব বিচৰা অনিৰুদ্ধ দেৱে শিষ্যসকলক শিকাইছিল যে গুৰুক ভগৱান যেন জ্ঞান কৰিব লাগে। গুৰুজনৰ বাহিৰে আন কাৰো আগত মূৰ দোঁৱাব নালাগে।...

যিহেতু কোনো মানুহেই নিজৰ পূৰ্বৰ নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ সম্পূৰ্ণকৈ এৰি নতুনকৈ কোনো ধৰ্মত সম্পূৰ্ণ বিশ্বাসী হ'ব নোৱাৰে, সেইবাবে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা প্ৰচাৰিত বৈষ্ণৱ ধৰ্মক চাৰিটা মাৰ্গত প্ৰৱৰ্তন কৰা হ'ল— ব্ৰহ্মসংহতি, পুৰুষ সংহতি, নিষ্ঠা সংহতি আৰু কাল সংহতি। ব্ৰহ্মসংহতিত বৈদিক আচাৰৰ প্ৰভাৱ বেছি। এই সংহতিৰ সন্তসকলে অষ্টমূৰ্তি পূজা কৰে। পুৰুষ সংহতিত নাম, গুৰু, হৰি, ভক্তি এই চাৰিবিধক গুৰুত্ব দি ধৰ্ম প্ৰচাৰ কৰা হয়। এই সংহতিৰ সত্ৰত দশম-কীৰ্তন, ঘোষা-ৰত্নাৱলী আদি পুথি শৰাইত থৈ সেইবোৰকে দুজনা মহাপুৰুষ বুলি মহন্তই শিষ্যক শৰণ দিয়ে। নিষ্ঠা সংহতিত নীতি-নিষ্ঠতাক গুৰুত্ব দিয়া হয় অধিক। এই সংহতি অনুসাৰে কৈৱল্যাচাৰ, গুৰু-বৈষ্ণৱ চৰ্চা আৰু নাম-কীৰ্তন-শ্ৰৱণৰ বাহিৰে অন্য কামত ভকতৰ মতি থাকিব নালাগে। এই সংহতিৰ প্ৰতিষ্ঠাপক মহাপুৰুষ মাধৱদেৱ। এই সংহতিয়ে শঙ্কৰক 'জগদ্‌গুৰু' আখ্যা দিয়ে।

কাল সংহতিৰ নীতি-নিয়ম অলপ স্বতন্ত্ৰীয়া আৰু স্বাধীনভাৱে উদ্ভৱ কৰা কেতবোৰ নীতি-আচাৰ প্ৰৱৰ্তন কৰাত বাধা নাই। কাল সংহতিৰ সত্ৰই প্ৰতি নীতি-নিয়ম বেলেগ। কাল সংহতি মতে, গুৰুৱেই ঈশ্বৰ, গুৰুৱেই বিষ্ণু,

গুৰুৱেই সকলো। গুৰুৰ প্ৰতি একান্ত ভক্তি আৰু গুৰু ভকতৰ মাজত সামাজিক বিষয়ত ঐক্যভাৱেই হৈছে কাল সংহতিৰ বিশেষত্ব। এই সংহতিৰ এটা ঠালৰ নাম হৈছে, পূৰ্ণধৰীয়া বা বৰখেলীয়া সম্প্ৰদায়। এই সম্প্ৰদায়ৰ আদি গুৰু হৈছে গোপাল আতা। গুৱাহাটীৰ নুনমাটিত বসতি কৰি ওচৰ-পাঁজৰৰ মিকিৰ, কছাৰী আদিক শৰণ দি তেওঁলোকৰ উপযোগী পূৰ্ণধৰীয়া পন্থা প্ৰচলন কৰে। এই গোপাল আতাই, মাধৱদেৱৰ শিষ্য গোপালদেৱ বুলিও বহু ঠাইত উল্লেখ আছে। এওঁৰে শিষ্য অনিৰুদ্ধ দেৱ। গতিকে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি পূৰ্ণধৰীয়া (সকলোবোৰ বস্তুৱেই ভক্ষণ কৰা ?) হোৱাৰ ক্ষেত্ৰত এওঁ হয়তো আৰু এখোপ বাঢ়ি গৈছিল বুলি কোৱাৰ থল আছে।

গোপালদেৱে অনিৰুদ্ধ দেৱক দিয়া শিক্ষাৰ বলত অনিৰুদ্ধ দেৱে মধুমতী মায়াক নিৰ্মাণ কৰাৰ ক্ষমতা পাইছিল। সেই ক্ষমতাৰ শক্তিৰে অনিৰুদ্ধ দেৱে চুখাম্‌ফা (খোৰা) ৰজাৰ চ'ৰাত মাটিৰ কলহৰ পৰা মায়াসৰ্প উলিয়াই সেয়া চকুৰ পচাৰতে নাইকিয়া কৰিছিল। বৈষ্ণৱ ধৰ্মৰ প্ৰতি গভীৰ আনুগত্যৰ সৃষ্টি কৰিয়েই নহয়, মায়া আদি দেখুওৱাৰ ফলতো বহু মানুহ আহি অনিৰুদ্ধ দেৱৰ শিষ্য হৈছিল। অৱশ্যে মাথো মায়া চাই অহা শিষ্যই নহয়, অনেক নীতিনিষ্ঠ শুদ্ধ-বিজ্ঞ বৈষ্ণৱ পুৰুষেও অনিৰুদ্ধ দেৱৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। যিহেতু কাল সংহতিত এটি স্বাধীন আৰু উদাৰ ভাব আছিল, এই উদাৰতাৰ প্ৰতি আকৃষ্ট হৈয়ে বহু জনজাতীয় লোকেও সহজে হিন্দু মাৰ্গত প্ৰৱেশ কৰি শুদ্ধাচাৰী ভকত হোৱাৰ বাবে প্ৰাণপ্ৰণে চেষ্টা কৰিছিল। ইয়াৰ ফলত হিন্দু ধৰ্মৰ শ্ৰীবৃদ্ধি হোৱাই নহয়, মায়ামৰা সত্ৰৰ গুৰুৰো শিষ্য-সম্পত্তিৰ পৰিমাণ বাঢ়ি গৈ আছিল।

উজনি অসমৰ যিবোৰ ঠাইত মায়ামৰা সত্ৰ স্থাপন কৰা হৈছিল, সেই ঠাই মৰাণ-কছাৰী আদিয়ে ওচৰতে ঢুকি পোৱা ঠাই। সেইবাবে উদাৰপন্থী এই গুৰুজনাৰ ওচৰত শিষ্যত্ব গ্ৰহণ কৰি প্ৰায়বোৰ কছাৰী আৰু মৰাণেই সত্ৰৰ শিষ্য হৈছিল। এই মৰাণ-কছাৰী অসমৰ আটাইতকৈ পুৰণি সম্প্ৰদায়। চুকাফা অসমত সোমাওঁতে এইসকল মৰাণে তেওঁক যথেষ্ট সহায় কৰিছিল। অতি পৰাক্ৰমী জাতি এই মৰাণ আৰু কছাৰীসকল। গতিকে এনে বলীয়ান সম্প্ৰদায় দুটিৰ আচাৰ্য হোৱাৰ বাবে মায়ামৰা মহন্তসকলৰ প্ৰতি আনকি আহোম ৰজাসকলৰো ঈৰ্ষা হৈছিল। অনিৰুদ্ধ দেৱে শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰা মায়ামৰীয়া (মায়ামৰা সত্ৰৰ শিষ্য) সম্প্ৰদায়ে যে এদিন আহোম ৰাজবংশৰ বিৰুদ্ধে মূৰ দাঙ্গি উঠিব পাৰে সেইবোৰ গুণা-গঁথা স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনৰে পৰা আৰম্ভ হৈছিল। কাৰণ মোৱামৰীয়াক অ-মোৱামৰীয়াসকলে বৰকৈ সন্দেহৰ চকুৰে চাইছিল। পাছত গদাধৰ সিংহৰ দিনত বহুকেইজন মহন্তৰ প্ৰতি অত্যাচাৰ চলোৱাই নহয়, ৰুদ্ৰসিংহৰ দিনত এইবোৰ সত্ৰৰ ওপৰত সক

দিবলৈ এটা বাব (সত্ৰীয়া বৰুৱা)ৰো সৃষ্টি হৈছিল। অনিৰুদ্ধ দেৱে মোৱামৰীয়া বা মায়ামৰীয়াসকলক সাহসী আৰু শক্তিশালী সম্প্ৰদায়ত প্ৰতিষ্ঠা কৰিব পৰাৰ নেপথ্যত আছিল এই উক্তি 'গুৰুৰ বাহিৰে কাৰো ওচৰত মূৰ নোদোঁৱাবা'। এই উক্তিৰ পৰাই 'মটক' শব্দৰ উৎপত্তি হৈছে বুলি অনুমান কৰিব পাৰি। এই সত্ৰৰ শিষ্যৰ সকলোতে একমত (মত+এক=মটক ?)। এই মিশ্ৰিত জনসমষ্টি অৰ্থাৎ মটকসকল বলিষ্ঠ, সাহসী আৰু একাচেকা বিধৰ।... সেইদৰে বিভিন্ন জনজাতীয় গোষ্ঠীক একত্ৰিত কৰি বৈষ্ণৱ (বা হিন্দু ধৰ্মৰ।) পাদপ্ৰদীপৰ তললৈ আনি অনিৰুদ্ধ দেৱে যিদৰে এক উদাৰচিতীয়া ধাৰাৰ সৃষ্টি কৰিলে, সেয়া নিশ্চয় অসমৰ স্বাধীন মত প্ৰকাশ আৰু গণতান্ত্ৰিক বুৰঞ্জীত এক মাইলৰ খুঁটি। আহোম ৰাজ্যৰ ভিতৰতে থাকিও ৰজাঘৰীয়াৰ শাসন ব্যৱস্থাৰ পৰা বহু নিলগত অনিৰুদ্ধদেৱে নিজৰ যি শাসন ব্যৱস্থাৰ সৌধ নিৰ্মাণ কৰিছিল, সেয়াই তেওঁৰ চূড়ান্ত কৃতিত্ব। এই সম্প্ৰদায় উদাৰচিতীয়া হোৱাৰ বাবেই বহু নীতিনিষ্ঠ মানুহে এই সম্প্ৰদায়ক 'অসুৰমতীয়া' আখ্যা দিলেও আচলতে এয়া বাস্তৱবাদৰ প্ৰতি সাধাৰণ লোকৰ এটা খোজৰ অগ্ৰগতি যেনেই অনুমান হয়।

এই উদাৰচিতীয়াসকলক 'উগ্ৰপন্থী' বুলিও বহু বুৰঞ্জীবিদে আখ্যা দিয়ে। এই উগ্ৰপন্থীসকলে কোনো ধৰণৰ হাক-বচনলৈ কেৰেপ কৰা নাছিল— কোন ব্ৰাহ্মণ, কোন শূদ্ৰ বিচাৰ নকৰি প্ৰকৃত জ্ঞানীজনকহে মহন্তৰ আসন দিয়া হৈছিল। সকলোৱে একেলগে বহি খোৱা-লোৱা কৰিছিল। 'বৈষ্ণৱবাদৰ পৰা মায়ামৰীয়া বিদ্ৰোহলৈ' নামৰ গ্ৰন্থত ডঃ অমলেন্দু গুহই লিখিছে—"অনিৰুদ্ধ গৃহী আছিল। এতেকে গুৰুৰ আসন উত্তৰাধিকাৰ ক্ৰমে তেওঁৰ বংশতে থাকি গৈছিল। বংশধৰসকলে এতিয়া অস্বীকাৰ কৰিলেও এনে ভাবিবৰ থল আছে যে মায়ামৰীয়া সত্ৰই এসময়ত জাত-পাতৰ নিয়ম নেওচি খোৱা-বোৱা, বিয়া-বাৰুৰ পক্ষপাতী আছিল। আনকি ৰাতিখোৱা আদি গুপুত ধৰ্ম সম্প্ৰদায়ৰ প্ৰতি মায়ামৰা সত্ৰৰ গোপন সহানুভূতি আছিল। অন্ন-যোনিৰ বাছ্-বিচাৰহীন গুপুত ধৰ্মাচৰণ পুৰণি তান্ত্ৰিক ঐতিহ্যৰে উত্তৰাধিকাৰ হিচাপে জীয়াই আছিল।... গুৰু স্বয়ং ভগৱান হ'লেও শিষ্য-ভকতৰ ভিতৰত সাম্যবাদী. গণতান্ত্ৰিক মনোভাব প্ৰবল আছিল। কাল সংহতিৰ আনবোৰ সত্ৰৰ দৰেই মায়ামৰা সত্ৰতো শিষ্যই সেৱা কৰোতে গুৰুৱেও আঁঠুকাঢ়িহে সেৱা জনায়। শিষ্য অতি নীচকুলৰ হ'লেও ইয়াৰ ব্যতিক্ৰম নহয়।..."

অনিৰুদ্ধ দেৱ জীয়াই আছিল ৭৩ বছৰ। জীৱনকালত তেওঁ যেনেদৰে সফলতাৰ মুখ দেখিছিল, তেনেদৰেই অ-মোৱামৰীয়াসকলৰ বিভিন্ন ভৰ্ৎসনাও সহ্য কৰিবলৈ বাধ্য হৈছিল। তেওঁৰ বিৰুদ্ধে শঙ্কৰ আৰু মাধৱদেৱৰ পৰা 'কল্পতৰু' চুৰি কৰা আৰু স্বয়ং নিজৰ বৈষ্ণৱ গুৰু গোপালদেৱক মহন্ত আজ্ঞা

খাবলৈ দিয়া আদি অভিযোগো আছে। মাছৰ আঞ্জাৰ তিনি গৰাহ মুখলৈ নিয়াৰ পাছত গোপালদেৱে যেতিয়া সেয়া মাছ বুলি জানিছিল, তেতিয়া অনিৰুদ্ধ দেৱে হেনো কৈছিল—"যি আমিষ খাদ্যৰ প্ৰচলনেৰে বহু লোকক শিষ্য কৰিলো সেয়া একো বেয়া বস্তু নহয়।" অৱশ্যে এইবোৰ অভিযোগ মোৱামৰীয়া শিষ্যসকলে মানিব নিবিচাৰে।

যিয়েই নহওক মাথো বৈষ্ণৱ ধৰ্মকেই নহয়, অসমীয়া জাতিকো এক শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত অনিৰুদ্ধ দেৱৰ বৰঙণি কম নহয়। মৰাণ, কছাৰী, বৰাহী আদিসকলক বৃহৎ অসমীয়া জাতি আৰু ধৰ্মৰ অংশীদাৰ কৰি, আচাৰ-ব্যৱহাৰ আৰু সংস্কৃতি এক কৰি অনিৰুদ্ধ দেৱে হয়তো বিশাল অসমীয়া জাতি গঠনৰে সপোন দেখিছিল। তেওঁৰ এই সপোন আৰু গণতান্ত্ৰিক ভাৱধাৰাক গতি দিয়াৰ দায়িত্ব আজি আমি উত্তৰসুৰিসকলৰ.....।



(১৩)

# ভট্টদেৱ

ছন্দ নহয়, সাহিত্যত শব্দৰ শক্তিৰ ওপৰতহে বিশ্বাস কৰিছিল ভট্টদেৱে। ভট্টদেৱৰ পূৰ্বতে যিমানখিনি সাহিত্য ৰচনা কৰা হৈছিল, এই সকলোবোৰতেই ছন্দক গুৰুত্ব দিয়া হৈছিল। কেতিয়াবা ছন্দৰ প্ৰয়োজনত আনকি উৎকৃষ্টতম শব্দও পৰিহাৰ কৰিছিল সাহিত্যিকসকলে। কিন্তু ছন্দ নথকাকৈ সাহিত্য ৰচনা কৰিবলৈ প্ৰথম আগবাঢ়ি আহিল ভট্টদেৱ। উত্তৰ ভাৰতৰ বিভিন্ন প্ৰান্তীয় ভাষাবোৰৰ লেখকসকলতকৈয়ো আগতে ভট্টদেৱে অসমীয়া সাহিত্যলৈ উৎকৃষ্ট গদ্যৰ আমদানি কৰিছিল। ভট্টদেৱৰ পূৰ্বৰ সকলো সাহিত্যিককেই কবি আখ্যা দিব পাৰি। কিন্তু ভট্টদেৱ হৈ পৰিল প্ৰথম অসমীয়া গদ্যৰ জনক। সাহিত্য ৰচনাৰ ক্ষেত্ৰত সাহিত্যিকসকলে ব্যৱহাৰ কৰি অহা আৰু পাঠকসকলে গ্ৰহণ কৰা ছন্দৰ ব্যৱহাৰক পৰিহাৰ কৰি ভট্টদেৱে যি সাহসৰ পৰিচয় দিছিল, সেই সাহসেই অসমীয়া গদ্য সাহিত্যক অন্ততঃ আজিৰ স্তৰ পোৱাইছেগৈ বুলি অনুমান কৰিব পাৰি। সেইবাবেই তেওঁক আধুনিক অসমীয়া সাহিত্যৰ পথ প্ৰদৰ্শকো বুলিব পাৰি।

ভট্টদেৱৰ প্ৰকৃত নাম বৈকুণ্ঠনাথ ভট্টাচাৰ্য। এওঁৰ জন্মৰ প্ৰকৃত চন-তাৰিখ জানিব পৰা হোৱা নাই। তথাপি অনুমান কৰা হয় যে চন্দ্ৰভাৰতীৰ দ্বিতীয় পুত্ৰ বৈকুণ্ঠনাথৰ জন্ম (অনুমান) ১৫৫৮ খ্ৰীষ্টাব্দত কামৰূপৰ বৰনগৰ অঞ্চলত। নীলকণ্ঠ দাসে লিখা 'দেৱদামোদৰ চৰিত্ৰ'ৰ পৰা জনা যায়, বজালী অঞ্চলৰ বিজনকুছিত কবি সৰস্বতী নামে ৰূপ-গুণেৰে বিভূষিত এগৰাকী দ্বিজে বাস কৰিছিল। তেওঁৰ দুজন পুত্ৰ সন্তান আছিল। কবি সৰস্বতীয়ে পুত্ৰ দুজনক বিদ্যা-বুদ্ধিৰে সফল ব্যক্তি আৰু পণ্ডিত হিচাপে গঢ়িবলৈ মনস্থ কৰি পঢ়া-শুনাত লগাই দিলে। প্ৰথমজনে শিক্ষা সমাপ্ত কৰি জয় সৰস্বতী নাম লৈ ঘৰলৈ উভতি আহি সংসাৰী কামত লাগিল। দ্বিতীয় পুত্ৰ বৈকুণ্ঠও বিদ্যাশিক্ষাত পাৰ্গত হৈ পৰে। বৰনগৰৰ নগৰীয়াসকলে বৈকুণ্ঠনাথৰ মুখত ভাগৱত শুনি কবিৰত্ন নাম দিয়ে। বৈকুণ্ঠনাথ নৱনগৰৰ বৰপেটা ধামত থাকোতে আমগুৰিৰ ৰাজ পুৰোহিত কৃষ্ণ মিশ্ৰৰ লগত চিনাকি হয়। তাৰ পাছত তেওঁ কৃষ্ণ মিশ্ৰৰ কন্যাৰ পাণি গ্ৰহণ কৰে। সেই সময়তে তেওঁৰ মুখত ভাগৱত শুনি বহুকেইটা অঞ্চলৰ শ্ৰোতা আপ্লুত হৈ পৰে। এনেতে বৈকুণ্ঠনাথৰ ভাগৱত পাঠৰ কৃতিত্বৰ বিষয়ে জানিব পাৰে মথুৰাদাস বুঢ়া আতাই। মথুৰাদাস বুঢ়া আতাই তেওঁৰ

বৰপেটা সত্ৰলৈ বৈকুণ্ঠনাথক মতাই নিয়ে আৰু তাতেই কেইদিনমান ৰাখে। এইদৰে থাকোতে বৈকুণ্ঠনাথ এবাৰ গৈছিল দামোদৰদেৱৰ পাটবাউসীলৈ। দামোদৰদেৱে তেওঁৰ পাণ্ডিত্য দেখি পঞ্চ-প্ৰসঙ্গত ভাঠীবেলিয়াত অৰ্দ্ধপাঠৰ বাব দিলে। বৈকুণ্ঠনাথে দামোদৰদেৱৰ আগ্ৰহ দেখি মথুৰাদাস বুঢ়াআতাক কৈ বৰপেটা এৰি পাটবাউসীলৈ আহি সত্ৰৰ নামঘৰৰ সন্মুখত কুটীৰলৈ থাকিবলৈ ল'লে। সেইখিনি সময়তে এদিন দামোদৰদেৱে বৈকুণ্ঠনাথক শৰণ দিলে।

এইদৰে কিছু বছৰ থকাৰ পাছত বৰনগৰৰ ৰাইজৰ অনুৰোধমৰ্মে তেওঁ দামোদৰদেৱক কৈ পাটবাউসী সত্ৰ এৰি বৰনগৰত থাকিবলৈ লয়। কাৰণ বৰনগৰৰ ৰাইজে তেওঁৰ ভাগৱত পাঠৰ সোৱাদ এৰিব পৰা নাছিল। বৰনগৰলৈ বৈকুণ্ঠনাথে ঘূৰি আহি এইবাৰ কিন্তু ভাগৱত পাঠতে আবদ্ধ নাথাকি গুৰু দামোদৰৰ নিৰ্দেশ মতে ' ভাগৱত কথা'ৰ ৰচনা আৰম্ভ কৰে।

নীলকণ্ঠ দাসৰ চৰিত্ৰখনৰ পৰা এই কথাও জানিব পাৰি যে বৰনগৰত 'ভাগৱত কথা' লিখা আৰম্ভ কৰিলেও পাছত পুনৰ পাটবাউসীলৈ গৈ 'ভাগৱত কথা' সম্পূৰ্ণ কৰে। দামোদৰদেৱে এই 'সাত স্কন্ধ ভাগৱত কথা' তেওঁৰ প্ৰিয় শিষ্য বলদেৱক সমালোচনা কৰি অপ্ৰয়োজনীয় কথা আছে নেকি চাবলৈ দিলে। বলদেৱে কিছু ভুল খুঁচৰি উলিয়ালে যদিও সেই লৈ বৈকুণ্ঠনাথ আৰু বলদেৱৰ তীব্ৰ তৰ্কযুদ্ধ চলিল। শেষত কোনো ধৰণৰ ফলাফল বাহিৰ নহ'লেও বৈকুণ্ঠনাথ নিজৰ মতেতে অটল হৈ থাকিল। ইয়াৰ পাছত বৈকুণ্ঠনাথে 'শ্ৰীভাগৱত গীতা কথা' লিখিলে আৰু সেয়া শিষ্য এজনৰ হাতত দি সেই সময়ত কোঁচবিহাৰত থকা দামোদৰদেৱলৈ পঠিয়াই দিলে। সেয়া পঢ়ি দামোদৰদেৱে হৰি মিশ্ৰ নামে এজনৰ হতুৱাই সোণ-ৰূপৰ অলঙ্কাৰ, সোণৰ নৱগুণ, হাৰমালা, কুণ্ডল, ৰাজু, আঙঠি, মুকুট আৰু পট্টাম্বৰ দি বৈকুণ্ঠনাথ কবিৰত্নৰ ওচৰলৈ পঠিয়ালে আৰু ভাগৱত ভট্টাচাৰ্য উপাধি দিলে। সেই সময়ৰ পৰাই তেওঁ সৰ্বসাধাৰণ ভকতৰ মাজত ভট্টাচাৰ্যদেৱ আৰু পাছলৈ ভট্টদেৱ নামেৰে খ্যাত হ'ল। 'ভট্টাচাৰ্য' খ্যাতি পোৱাৰ পাছতে কোঁচ ৰজা লক্ষ্মীনাৰায়ণ (মহাৰাজ নৰনাৰায়ণৰ পুত্ৰ)ৰ পুত্ৰ বীৰনাৰায়ণ ৰজাৰ অনুৰোধমৰ্মে কোঁচবিহাৰলৈ কিছুদিনৰ বাবে গুচি আহে। কোচবিহাৰৰ এই ৰাজসভাতে তেওঁ অনেক বিশিষ্ট পণ্ডিতক লগ পায়। অৱশ্যে সকলোৱে একেমুখে স্বীকাৰ কৰিছিল যে ভট্টদেৱেই আছিল তেওঁলোকৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ। অৱশ্যে এইখিনিতে কৈ থোৱা ভাল হ'ব যে বৈকুণ্ঠনাথক কবিৰত্ন আৰু ভট্টাচাৰ্য সন্মান কোনে দিছিল, সেই সম্পৰ্কত মতান্তৰো আছে। ৰামৰায়ৰ মতে, বৰনগৰৰ তাঁতীসকলে বৈকুণ্ঠনাথক কবিৰত্ন উপাধি দিছিল আৰু ভাগৱত ভট্টাচাৰ্য নাম দিছিল খুদিয়াৰ কবিৰত্ন বা গোপাল মিশ্ৰই।

পাটবাউসী আছিল ভট্টদেবৰ কৰ্মভূমি। এই সত্ৰতে তেওঁ অহৰহ ভক্তক বুজাইছিল যে শঙ্কৰ-মাধৱ আৰু দামোদৰদেৱে প্ৰচাৰ কৰা ভক্তি ধৰ্মইহে অসমীয়াসকলক সকলো ফালেদি উৎকৃষ্ট কৰিব। শেষ বয়সত দামোদৰ পাটোৱাৰী নামৰ এজন লোকে পাটবাউসীত উপদ্ৰৱ কৰাত ভট্টদেৱে ব্যাসকুছিত বুঢ়া লুইতৰ পাৰত নতুন সত্ৰ পাতে। তাৰ পাছত তেওঁ ভ্ৰাতৃৰ পুত্ৰৰ পুত্ৰ অৰ্থাৎ নাতি বিশাৰদক (ভানুদেৱ বিদ্যাবিশাৰদ) পাটবাউসী আৰু ব্যাসকুছিৰ মেধিৰ দায়িত্ব দিলে।

'কথা গীতা', 'কথা ভাগৱত' আৰু 'ভক্তি ৰত্নাৱলী' এই তিনিখনেই ভট্টদেৱৰ শ্ৰেষ্ঠ ৰচনা। অৱশ্যে এই তিনিখন সুপ্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰিয়েই তেওঁ ক্ষান্ত থকা নাছিল। 'শৰণ মালিকা', 'গুৰু বংশাৱলী', 'দামোদৰ বাখ্যান', 'সন্ত নিৰ্ণয়', 'ভক্তিসাৰ' 'ভক্তি বিবেক' আৰু 'প্ৰসঙ্গমালা' আদি সৰু সৰু গ্ৰন্থও অসমীয়া ভাষাত ৰচনা কৰে। অসমীয়া আৰু সংস্কৃত এই দুয়োটা ভাষাতে পাণ্ডিত্য থকা ভট্টদেৱে ভক্তি বিবেক আৰু ভক্তিসাৰ নামৰ দুখন গ্ৰন্থ সংস্কৃত ভাষাতো ৰচনা কৰে। 'ভাষা-সাহিত্যৰ সুবাস' নামৰ গ্ৰন্থখনত ড° লীলাৱতী শইকীয়া বৰাই লিখিছে—"ক্ৰম অনুসৰি অসমীয়া গদ্যৰ ইতিহাস বিশ্লেষণ কৰিলে দেখা যায় যে ভট্টদেৱৰ গদ্যক চতুৰ্থ স্তৰতহে স্থান দিব পাৰি। কিন্তু সম্পূৰ্ণ অসমীয়া ভাষাৰ বলিষ্ঠ গদ্য লেখক হিচাপে প্ৰথমখন আসন পোৱাৰ যোগ্য ভট্টদেৱহে নতুবা এইদৰেও ক'ব পাৰি যে অসমীয়া গদ্যই তামৰ ফলি, মন্ত্ৰ পুথি আৰু অঙ্কীয়া নাটৰ মাজেৰে আহি ভট্টদেৱৰ হাতত 'দ্বিজত্ব' লাভ কৰি অসমীয়া গদ্যৰ ইতিহাসত এক নতুন যুগৰ সূচনা কৰিলে। ভট্টদেৱৰ পূৰ্বে গদ্যভাষা আছিল সৃষ্টিশীল; কিন্তু ভট্টদেৱৰ গদ্যভাষা অনুবাদমূলক। বিশ্বৰ অন্যতম শ্ৰেষ্ঠ আধ্যাত্মিক গ্ৰন্থ সংস্কৃত ভাগৱত, পুৰাণ, গীতা আৰু ভক্তি ৰত্নাৱলী অসমীয়া গদ্যভাষালৈ ৰূপান্তৰ কৰি ভট্টদেৱে অসমীয়া গদ্য-সাহিত্যৰ ভেটি বেছ টনকিয়াল কৰি থৈ গ'ল। মন কৰিবলগীয়া কথা যে ভট্টদেৱৰ আগতে কোনো ভাৰতীয় লেখকে সংস্কৃত ভাগৱত, পুৰাণ আৰু গীতা তেওঁলোকৰ প্ৰাদেশিক গদ্যভাষালৈ অনুবাদ কৰা নাছিল। ভট্টদেৱেই প্ৰথমে অসমীয়া গদ্যভাষালৈ তত্ত্বগধুৰ সেই আধ্যাত্মিক সংস্কৃত গ্ৰন্থকেইখন অনুবাদ কৰি অসমীয়া গদ্যৰ জয়ধ্বজা উৰুৱাই ভাৰতীয় গদ্যভাষাৰ ইতিহাসত অসমীয়া গদ্যক এখনি বিশিষ্ট আসন প্ৰদান কৰিলে।"

ভট্টদেৱে যে তেওঁৰ দুখন বিখ্যাত গ্ৰন্থৰ নামকৰণ কৰোতে কথা গীতা, কথা ভাগৱত বুলি লিখিছে, এই 'কথা' শব্দটোৱে প্ৰকৃততে গদ্য ৰচনাকে বুজাইছে। ভাগৱতৰ ওপৰত ভট্টদেৱৰ জ্ঞান আছিল কল্পনাতীত। সেইবাবে এই গ্ৰন্থ লিখোতে তেওঁ অবিকল অনুবাদ নকৰি নিজৰ ৰচনাৰ স্বকীয়তা বজাই ৰাখিছে।

গদ্য ৰচনাত হাত দিলেও ভট্টদেৱে পদ্য ৰচনাৰীতিৰ প্ৰভাৱৰ পৰা নিজকে সম্পূৰ্ণভাৱে মুক্ত কৰিব পৰা নাছিল। বিশেষকৈ ভগৱানৰ ৰূপ-সৌন্দৰ্যৰ বৰ্ণনাত তেওঁৰ গদ্যই ছন্দোময় ৰূপ লাভ কৰিছে আৰু কাব্যিক অভিব্যঞ্জনাৰে সমৃদ্ধ হৈ পৰিছে। তেওঁ হৈ পৰিছে অতিকৈ আবেগিক।

ভট্টদেৱৰ প্ৰথম ৰচনা 'কথা গীতা'। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মতে, 'কথা ভাগৱত' সম্পূৰ্ণ কৰোতে (১৫৯৭ চন) ভট্টদেৱৰ চাৰি বছৰমান লাগিছিল। কথা ভাগৱতৰ লেখা সহজ-সৰল। ইয়াত ভট্টদেৱে টীকা ভাষ্যৰ সহায় ল'লেও সেইবোৰক হুবহু অনুবাদ কৰা নাই, নাই যুক্তি-তৰ্কৰ (অযথা) অৱতাৰণাও।

অসমীয়া গদ্য-সাহিত্যৰ এইজনা পথ প্ৰদৰ্শকৰ ৰচনাৰ মাজত বহুখিনি ভ্ৰান্তি থকা বুলি অভিযোগো উঠে। 'Assamese, Its Formation and Development' নামৰ গ্ৰন্থখনত ড° বাণীকান্ত কাকতিয়ে লিখিছে—"....ইমান দিনৰ আগতে গদ্যশৈলীৰ এক নিদৰ্শন দাঙি ধৰা হিচাপে আদৰণীয় হ'লেও, ভাষা-বৈজ্ঞানিক দৃষ্টিকোণৰ পৰা চালে ভট্টদেৱৰ গদ্যৰীতিৰ বিশেষত্ব প্ৰায়েই নাই। তেওঁৰ লেখা সংস্কৃতীয় শব্দৰে ভাৰাক্ৰান্ত আৰু ভাষাটোও পদ লেখকসকলৰ ভাষাতকৈ বহু পৰিমাণে কম ঘৰুৱা। বৈয়াকৰণিক ৰূপবিলাকেও আধুনিকতাৰ ফালে সৰলীকৰণ নেদেখুৱায়।..."

তথাপি ভট্টদেৱৰ কৃতিত্ব আন লেখকতকৈ কম বুলি ক'ব পাৰিনে? যি সময়ত তত্ত্বমূলক ধৰ্মীয় কথাবোৰে পদৰ যোগেদিহে বিস্তাৰ লাভ কৰিছিল, পদ্য-সাহিত্যৰ সেই ভৰপক সময়ত ভট্টদেৱে গদ্য ৰচনাৰ যোগেদি ধৰ্ম প্ৰচাৰৰ বাবে মন মেলাৰ লগতে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিলে, এয়া কম সাহসৰ কথানে? কোনে জানে ভট্টদেৱে যদি গদ্য-সাহিত্য ৰচনাৰ আৰম্ভণি নকৰিলেহেঁতেন তেন্তে, অসমীয়া গদ্য-সাহিত্যৰ বয়স হয়তো আজি খুব কমেই হ'লহেঁতেন!



## (১৪)

# স্বৰ্গদেৱ প্ৰতাপ সিংহ

পিতৃদত্ত নাম আছিল লাঙ্গি গোহাঁই, ৰজা হৈ নাম ল'লে চুচেংফা, অথচ নিজৰ বুদ্ধিমত্তাৰ বাবে তেওঁ নাম পাইছিল বুদ্ধি স্বৰ্গনাৰায়ণ। তদুপৰি অতি প্ৰতাপশালী ৰজা হোৱাৰ বাবে তেওঁ প্ৰতাপ সিংহ নামেৰেও জনাজাত হৈছিল। কৈ থোৱা ভাল হ'ব যে বৃদ্ধ বয়সত ৰজা হোৱাৰ বাবে তেওঁক প্ৰজাসকলে বুঢ়া ৰজাও বুলিছিল।

১৬১১ চনত প্ৰতাপ সিংহই আহোম ৰাজপাটত উঠিছিল। ৰাজকোঁৱৰ হৈ থকা কালত তেওঁৰ গাত দেও লম্ভিছিল। সেইবাবেই ৰাজসিংহাসনত উঠিয়েই তেওঁ ভাবিছিল যে ৰজাৰ গাত দেও থিত হৈ থাকিলে ৰাজকাৰ্য চলোৱাত অসুবিধাই দেখা দিব পাৰে, সেই গতিকে স্বৰ্গদেৱে দেও খেদাবৰ বাবে ব্ৰাহ্মণীয়া (হিন্দু)' ধৰ্ম মতেৰেও পূজা-পাতল কৰিবলৈ ধৰিলে আৰু শিৱৰ মূৰ্তি প্ৰতিষ্ঠা কৰি নেঘেৰিটিঙত দৌল সাজিলে। তেওঁৰ পূৰ্বে ১৩২০ শকত (১৩৯৮ চন) বামুণী কোঁৱৰ অথবা স্বৰ্গদেও চুডাংফাই সিংহাসনত উঠি ৰাজচাঙত লক্ষ্মী-নাৰায়ণৰ শালগ্ৰাম পূজাৰ বিধিৰে ধৰ্ম চৰ্চা কৰিছিল। এইজনা স্বৰ্গদেৱে ব্ৰাহ্মণ পৰিয়াল এটাত থাকি ডাঙৰ-দীঘল হৈছিল আৰু ডা-ডাঙৰীয়াসকলে ৰজা পাতিবলৈ মাতোতে অকলে আহিবলৈ অমান্তি হৈছিল বাবে সেই ব্ৰাহ্মণৰ পৰিয়ালকে ৰাজগৃহলৈ তুলি অনা হৈছিল। ৰজাৰ পালনকৰ্তা ব্ৰাহ্মণৰ ল'ৰাইঁতে অৰ্থাৎ চুডাংফাৰ সঙ্গীসকল পাছলৈ 'বামুণী কোঁৱৰ' নামেৰে জনাজাত হয়। আনকি এইজনা ৰজাও 'বামুণী কোঁৱৰ' নামেৰেই প্ৰখ্যাত হৈ পৰে। আহোম ৰাজ্যত বামুণৰ প্ৰতিপত্তিৰ এয়াই আছিল সূত্ৰপাত। অৱশ্যে তাৰো আগৰে পৰা আহোম ৰাজ পৰিয়ালত আহোম ধৰ্মৰ লগতে হিন্দু ধৰ্মৰ পূজা-অৰ্চনাও অলপ-অচৰপ চলিছিল। ৰজা প্ৰতাপ সিংহয়ো হিন্দু ধৰ্মক যথেষ্ট গুৰুত্ব দিছিল। তেওঁ জানিছিল যে আহোম ৰাজ্যত আহোম ধৰ্মাৱলম্বীৰ বাহিৰে বেছি ভাগেই হিন্দু ধৰ্মমতৰ প্ৰজা । গতিকে তেওঁলোকৰ কিছু আচাৰ-নিয়মো ৰজাই পালন কৰা উচিত। এই কথাখিনিতে স্বৰ্গদেও প্ৰতাপ সিংহৰ উদাৰতাৰ বিষয়ে বুজিব পৰা যায়।

প্ৰতাপ সিংহৰ পিতৃৰ নাম আছিল চুখাম্ফা। হাতীৰ পৰা পৰি খোৰা হোৱাৰ বাবে তেওঁক খোৰা ৰজাও বোলা হৈছিল। ১৫৫২ চনত আহোম ৰাজসিংহাসনত উঠা এই খোৰা ৰজাই ৰাজত্ব কৰিছিল ৫৯ বছৰ। এইজনা ৰজাৰ দিনত নৰনাৰায়ণ আৰু চিলাৰায়ৰ প্ৰতাপত কোঁচ ৰাজ্য শক্তিশালী হৈ

উঠিছিল। চিলাৰায়ে এবাৰ আহোম ৰাজ্য আক্ৰমণ কৰাৰ সময়ত খোৰা ৰজাই উপায়বিহীন হৈ ভালেমান আহোম, কছাৰী, মৰাণ আৰু বৰাহী মানুহকো লগুণ পিন্ধাই ব্ৰাহ্মণ সজাই যুদ্ধ কৰিবলৈ পঠিয়াইছিল। ব্ৰাহ্মণ হত্যা মহাপাপ বুলি চিলাৰায় আৰু তেওঁৰ সৈন্যবাহিনী পিছুৱাই গৈছিল।... যুদ্ধ শেষ হোৱাৰ পাছত ৰজাই সকলো অব্ৰাহ্মণকে লগুণ গুচাবলৈ নিৰ্দেশ দিলে। কোনোবাই গুচালে, বেছিখিনিয়েই নুগুচালে। খোৰা ৰজাই 'লেকাই' নামেৰে এজন বিষয়াক কোনে কোনে লগুণ গুচোৱা নাই তাৰ তদন্ত কৰিবলৈ নিৰ্দেশ দিলে। লেকায়ে ভাৰ-ভেটি খাই অব্ৰাহ্মণৰো লগুণ ৰাখিলে আৰু ভেটি খাবলৈ নাপাই ব্ৰাহ্মণৰো লগুণ গুচালে। এই কথা ৰজাই জানিব পাৰিলে। লেকাই আছিল ব্ৰাহ্মণ মানুহ। লগুণ গুচোৱা কাৰ্যত অন্যায় কৰাৰ অপৰাধত খোৰা ৰজাই লেকাইক চেতিয়া খেললৈ অৱনমিত কৰিলে। তেতিয়াৰ পৰাই লেকাই 'চেতিয়া' হৈ পৰিল। অৱশ্যে ব্ৰাহ্মণ-অব্ৰাহ্মণৰ সেই 'লগুণ' বিষয়ক কথাটো তেতিয়াই তল পৰিছিল।

প্ৰতাপ সিংহৰ সময়ত প্ৰকৃত ব্ৰাহ্মণসকলৰ পৰা আকৌ আপত্তি আহিল। এয়া প্ৰায় ৫০/৫৫ বছৰৰ পাছৰ কথা। নতুনকৈ লগুণ পিন্ধা ব্ৰাহ্মণবোৰো তেতিয়া তৃতীয় পুৰুষত সোমাইছিল। এই সম্পৰ্কত 'বুৰঞ্জীয়ে কথা কয়' নামৰ গ্ৰন্থখনত ড° লীলা গৈগেয়ে লিখিছে—"...ৰজাই উপায়হীন হৈ এই শ্ৰেণীৰ ব্ৰাহ্মণৰ নামৰ শেষত আল প্ৰত্যয়যুক্ত একোটা নাম লগাই দিলে। যেনে- পিঠিআল, চাপৰিয়াল, ঘঁৰিয়াল, কাষৰিয়াল, দিলিয়াল, নেজাল, দিচৈয়াল, শিহুআল, পেটাল, ঘটাল, উলুয়াল, মলুয়াল, ফাটোআল, ভঁৰাল ইত্যাদি। আহোম, কছাৰী, বৰাহী, মৰাণৰ ৰক্ত এইদৰে ব্ৰাহ্মণৰ সৈতে সংমিশ্ৰিত হ'ল। গঙ্গাৰ এসুঁতি লুইতৰ এসুঁতিৰ লগত মিলি বৈ গ'ল। হাবুঙীয়া ব্ৰাহ্মণেও বৈদিক আচাৰ-ৰীতি পাহৰি হাতীঘাঁহীৰ কাম কৰি আছিল। এই সময়তে তেওঁবিলাকো নতুন শ্ৰেণীত সোমাল।"

মাথো শাক্ত হিন্দুৰেই নহয়; প্ৰতাপ সিংহৰ দিনতেই অসমত বৈষ্ণৱ ধৰ্মৰ সত্ৰবোৰো স্থাপন হ'বলৈ ধৰে। কোঁচ সেনাপতি চিলাৰায়ে খোৰা ৰজাৰ দিনত ধৰি নিয়া সুন্দৰ (সোন্দৰ) গোহাঁই কোঁচবিহাৰত দুবছৰমান আছিল। তেওঁ উভতি অহাৰ পাছত অন্যান্য বহু কথাৰ লগতে নৰনাৰায়ণে মাটিৰ মূৰ্তি সাজি দুৰ্গা পূজা কৰাৰ কথাও কৈছিল। পাছত ৰজা হৈ প্ৰতাপ সিংহই কেইজনমান মৰঙ্গিয়াল খনিকৰক প্ৰতিমা সজা বিদ্যা শিকিবলৈ পঠিয়াইছিল। এওঁলোকে উভতি অহাৰ পাছত প্ৰতিমা সজাই প্ৰতাপ সিংহই দেৱীঘৰত মহা আড়ম্বৰেৰে দুৰ্গা পূজা পাতিছিল। মাথো পূজা পতাই নহয়, সুন্দৰ গোহাঁইৰ মুখেৰে মহাৰাজ নৰনাৰায়ণে তৈয়াৰ কৰোৱা মুদ্ৰাৰ বিষয়ে শুনি প্ৰতাপ সিংহই আহোম ৰজাৰ নামত ৰূপ আৰু সোণৰ মোহৰত সাঁচ মাৰে। অৱশ্যে ইয়াৰ আগতেই স্বৰ্গদেৱ চুক্লেনমুঙৰ দিনত (১৫৪৩) প্ৰথমবাৰৰ বাবে আহোম ৰজাৰ মুদ্ৰা তৈয়াৰ কৰা হৈছিল।

প্ৰতাপ সিংহৰ দিনত মোগলে আহোম ৰাজ্য দুবাৰকৈ (নৱম আৰু দশম) আক্ৰমণ কৰে। এই দুই আক্ৰমণে ৰাজ্যজুৰি তোলপাৰ লগাইছিল যদিও অসমীয়া সেনাই মুছলমানক যুদ্ধত পৰাজিত কৰি 'কৰতোৱা'লৈকে ৰাজ্য বিস্তাৰ কৰিছিল। মুছলমান সেনাই কোঁচ ৰাজ্যও তহিলং কৰি পেলাইছিল যদিও প্ৰতাপ সিংহই কোঁচ ৰাজ্য ৰক্ষা কৰি চিলাৰায়ৰ নাতি বলিত নাৰায়ণক ধৰ্ম নাৰায়ণ নাম দি আহোমৰ কৰতলীয়া ৰজা পাতিছিল। প্ৰতাপ সিংহৰ দিনতে ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলিকে আহোম আৰু মুছলমান ৰাজ্যৰ সীমা বান্ধি সন্ধি স্থাপন কৰা হৈছিল।

প্ৰতাপ সিংহৰ সময়ৰ কছাৰী ৰজাৰ সৈতে যুদ্ধও উল্লেখযোগ্য ঘটনা। জয়ন্তীয়াৰ ৰজা যশমাণিকৰ জীয়েকক প্ৰতাপ সিংহই বিয়া কৰাইছিল। এই বিষয়টো লৈ কছাৰী ৰজা প্ৰতাপ নাৰায়ণৰ সৈতে স্বৰ্গদেৱৰ মতভেদ হয় আৰু সেই ঘটনাটোক লৈয়ে কছাৰীসকলৰ সৈতে যুদ্ধ লাগে। স্বৰ্গদেৱে লাকো ৰৰপাত্ৰক প্ৰধান সেনাপতি পাতি ১৬০৬ খ্ৰীষ্টাব্দত ৰহালৈ সৈন্য পঠিয়ায়। দৈয়াং-কপিলীমুখত কছাৰী ৰজাৰ সৈতে আহোমৰ এখন ডাঙৰ যুদ্ধ লাগে। যুদ্ধত কছাৰী ৰজাই পৰাজয়বৰণ কৰে আৰু মাইবঙলৈ পলাই যাবলৈ বাধ্য হয়। প্ৰতাপ সিংহই কছাৰী ৰাজ্য দখল কৰে। অৱশ্যে পাছত কছাৰী ৰজাই পুনৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰে। প্ৰতাপ সিংহই কছাৰী ৰজা প্ৰতাপ নাৰায়ণলৈ এগৰাকী আহোম যুৱতীক বিয়া দি সন্ধি স্থাপন কৰিলে। প্ৰতাপ সিংহৰ বাহিনীয়ে প্ৰতাপ নাৰায়ণৰ সৈন্যক সহজে পৰাজিত কৰিব পাৰিলেহেঁতেন। কিন্তু প্ৰতাপ সিংহই কেতিয়াও কোঁচ তথা কছাৰী ৰজাৰ সৈতে যুদ্ধ কৰিবলৈ বিচৰা নাছিল। কাৰণ তেওঁ ভাবিছিল, কছাৰী বা কোঁচসকলৰ লগত যুঁজ-বাগৰ কৰি থাকিলে পাছত মূল শত্ৰু মুছলমানসকলে আকৌ আহোম ৰাজ্য আক্ৰমণ কৰিলে বাহিৰৰ পৰা কোনো ধৰণে সহায় কৰা মানুহ নোলাব। কোঁচ ৰজা পৰীক্ষিত নাৰায়ণেও (বলিত নাৰায়ণৰ ভায়েক) তেওঁৰ কন্যা 'মঙলদই'ক ৰজা প্ৰতাপ সিংহলৈ বিয়া দি কোঁচ-আহোম ৰাজ্যৰ সম্পৰ্ক সুদৃঢ় কৰে। প্ৰতাপ সিংহই ৰহাত ৰহীয়াল বৰুৱা নামেৰে এক বিষয়াৰ পদ সৃষ্টি কৰিলে, এইজন বিষয়াৰ কাম আছিল কছাৰী আৰু কোঁচৰ সৈতে সু-সম্পৰ্ক ৰক্ষা কৰি চলা।

স্বৰ্গদেও প্ৰতাপ সিংহ আছিল আত্ম-মৰ্যাদাসম্পন্ন ৰজা। তেওঁ আহোম কটকীবোৰক অকামিলা বুলি ভাবি চৈধ্য ঘৰ বামুণ কটকী লৈছিল। এই কেইজনৰ পাঁচজনে এবাৰ কোঁচ ৰজা ধৰ্মনাৰায়ণৰ পৰা ধন-সোণ-কাপোৰ আদিৰ উপঢৌকন বিচৰা বুলি জানিব পাৰি সেই পাঁচ কটকীক প্ৰাণদণ্ডৰ আদেশ দিছিল।

প্ৰতাপ সিংহই মানুহ চিনিব জানিছিল। জাতত বা কামত যিমান সামান্যই নহওক, কোনোবা ভাল, কৰ্মঠ আৰু বুদ্ধিমান মানুহ পালে প্ৰতাপ সিংহই

মানুহজনক উপযুক্ত কামত নিয়োগ কৰিছিল।... ভাগিনীয়েকৰ ঘৰত কাম কৰা সামান্য মানুহ শুকুতিক প্ৰতাপ সিংহই লৈ আনিছিল আৰু ৰাজকাৰ্যত নিয়োগ কৰিছিল। পাছত এইজন শুকুতিয়েই হৈছিলগৈ বিখ্যাত আহোম বৰবৰুৱা আৰু বৰসেনাপতি মোমাই তামুলী বৰবৰুৱা। এই শুকুতিক তামুলী পাতিবলৈ নিওঁতে তেওঁৰ ভনীয়েককো নি তামুলী লিগিৰী পাতিছিল। পাছত ৰজাই নিজেই তাইক বিয়া কৰাইছিল। সেই অৰ্থত মোমাই তামুলী হৈছিলগৈ ৰজাৰ জেঠেৰি। মোমাই তামুলী আছিল সঁচাই এজন অতি বিচক্ষণ ব্যক্তি। প্ৰতাপ সিংহই বুজিছিল ৰাজ্যখনক শৃঙ্খলাবদ্ধভাবে সজাবলৈ হ'লে এইজন ব্যক্তিকে দায়িত্ব দিয়া উচিত। এদিন তামুলীক ক'লে—"জেঠেৰি, তয়ে দেশখন পাত।" তামুলী বৰবৰুৱাই দেশ পাতিবলৈ ওলাল। পিয়ল কৰিবৰ বাবে পোনতে লুইতৰ পুঠিখাতীৰ শুকান সুঁতিৰ পাৰত ৰাজ্যৰ সকলো পাইকক গোট খাবলৈ নিৰ্দেশ দিলে। ৰজা প্ৰতাপ সিংহও তেতিয়া এই কাম পৰিদৰ্শন কৰিবলৈ গৈছিল।

মোমাই তামুলীয়ে ৰাজ্যৰ সকলো প্ৰজাক চমুৱা, পাইকান চমুৱা, কাঁড়ী আৰু বিলতীয়া এই চাৰিটা শ্ৰেণীত ভাগ কৰিলে। ড° লীলা গগৈয়ে লিখিছে—"...চুকাফাৰ লগত অহা আহোম ৰাজকোঁৱৰ, গোহাঁই, ৰেওঘাই, মহন, ঘাইলুং ইত্যাদিৰ লগতে কাকতি, কটকী, দলৈ, সভাপণ্ডিত আদিক চমুৱা কৰিলে। সাধাৰণ পাইক হ'লেও যিসকলে ফুকন, বৰুৱা বাব পাই ওপৰলৈ উঠিল, তেওঁবিলাকক পাইকান চমুৱা কৰিলে। সাধাৰণ প্ৰজাক কাঁড়ী বুলিলে। ডাঙৰীয়াসকলৰ বিলাতত পৰা প্ৰজাক বিলতীয়া নাম দিলে। সাধাৰণ কাঁড়ী পাইকে খেলত খাটিলে খেলুৱা আৰু মেলত খাটিলে মেলুৱা নাম পালে।... ১৬ বছৰৰ ওপৰ হ'লে প্ৰতিজন মানুহেই এপোৱা পাইক হয়। শুকান সুঁতিৰ পাৰত গোট খোৱা মানুহৰ পিয়ল আৰম্ভ কৰিলে। এটা, দুটাকৈ লিখি একুৰি হ'লে কুৰিত এটা বৰা পাতে। তেনেকৈ এশ হ'লে শইকীয়া আৰু হেজাৰৰ ওপৰত হাজৰিকা পাতে। পাইকৰ লেখেৰে বৰা, শইকীয়া, হাজৰিকাক কাকত কৰি দিলে।..... প্ৰতাপ সিংহই তিনিজন ডাঙৰীয়াক মাতি আনি ক'লে—"মোক যিমান মাটি হ'লে আঁটিব; কুঁৱৰী, কোঁৱৰ, গাভৰুহঁতক যিমান হ'লে আঁটিব, তাকে চাই ডাঙৰীয়া তিনিজনা— ফুকন, বৰুৱা, ৰাজখোৱাক যিমান মাটি হ'লে আঁটিব, তাক সেইমতে দি কাঁড়ী পাইকক গোটত আঠপুৰাকৈ অৰ্থাৎ পাইকে প্ৰতি দুপুৰাকৈ আৰু চমুৱাক গোটে সাত পুৰাকৈ মাটি দিবি। কুৰি বন্ধনীয়া পাইকৰ কুৰিত কুৰি বিঘা মাটি অধিককৈ দিবি, পাল-পচা দিবলৈ।"... এইবুলি সাত হাত এবেগেত চাৰি আঙুলি জোখৰ ৰূপৰ বেৰি দিয়া টাঁৰ কৰি তাৰে জুখি মাটি ভগাই দিলে। বিষয়াৰ অধীনস্থ লগুৱা-লিকচৌৰ বাবে গোটে প্ৰতি ওপৰিঞ্চি এপুৰাকৈ মাটি দিলে। নাবালক সন্তান থকা বাঁৰী তিৰোতাক ল'ৰা তুলিবলৈ পাইকৰ দৰে মাটি দিয়াৰ নিয়ম কৰিলে। বাৰী-মাটি,

বাঁহনি, কাঠনি, খেৰনি আদি বাম মাটিৰ কোনো সীমা বান্ধি নিদিলে। পাইকে নিজৰ প্ৰাপ্য দুপুৰা মাটিতকৈ অধিক মাটিত খেতি কৰিলে পুৰাত ওপৰিঞ্চি এটকা কৰ দিয়াৰ নিয়ম কৰিলে। কোনো পাইকে ৰজাঘৰত গা-খাটি দিয়াৰ পৰা ৰেহাই পাব খুজিলে বছৰেকত তিনি টকা কৰ দিব লাগিছিল। এইদৰে তিনিজনা গোহাঁয়ে মোমাই তামুলীয়ে পাতি দিয়া ৰাজ্যত মাটি বিতৰণ কৰিলে।

এইদৰেই অসমখন শৃংখলাবদ্ধ হৈছিল। প্ৰজাৰ অৰ্থনৈতিক ভেটি সুদৃঢ় হৈছিল। কোনো দুখীয়া বা বেছি ধনী হোৱাৰ সুযোগ নাছিল। মাথো ইমানতে শেষ হৈছিলনে? প্ৰজাই ভাগে ভাগে মাটি-বাৰী পোৱাৰ পাছত কি কৰিছে, সেয়া জানিব বিচৰা নাছিলনে ৰজা প্ৰতাপ সিংহই?

মোমাই তামুলীয়ে গাঁও পাতি কাকো এলেহুৱা হৈ থকাৰ সুযোগ দিয়া নাছিল। প্ৰত্যেকজন পাইককে ঢাপ মাৰি বাৰী পাতিবলৈ আৰু শৃংখলাবদ্ধভাৱে বাৰীত বাঁহ, তামোল-পাণ আৰু অন্যান্য প্ৰয়োজনীয় গছ-লতা ৰুবলৈ বাধ্য কৰাইছিল। তদুপৰি ঘৰত থকাসকলে প্ৰতিদিনে একোটাকৈ পাচি-খৰাহি বব লাগিছিল আৰু ৰজাৰ ঘৰত দিব লাগিছিল। প্ৰতিগৰাকী তিৰোতাই নিতৌ কপাহী, মুগা আৰু এৰীৰ দহোটাকৈ সূতালাহী কাটিব লাগিছিল। এইসকলে কাম কৰিছেনে নাই, তাৰ তদাৰক কৰিবলৈ গাওঁবাৰিক আৰু টেকেলা নিয়োগ কৰা হৈছিল। কেনেবাকৈ টেকেলাই ভেটি খোৱা বুলি জানিলে ভেটি খোৱাজনতকৈ দিয়াজনৰ শাস্তি হৈছিল দহগুণ। এইদৰে প্ৰতি খেলে খেলে উৎপাদনৰ হিচাপ বান্ধি দিয়া হৈছিল। সেইদৰে সামগ্ৰীবো উৎপাদন হৈছিল। প্ৰতাপ সিংহৰ নিৰ্দেশ মতেই তামুলী বৰবৰুৱাই ৰাজধানী গড়গাওঁ বেৰি গড় বান্ধিবলৈ দিলে। কাৰণ প্ৰতাপ সিংহই এই কথা বুজিছিল যে ৰাজধানী আক্ৰমণ কৰিব নোৱাৰিলে কোনো শত্ৰু ৰাষ্ট্ৰই আহোম ৰজাক কেতিয়াও বিপদত পেলাব নোৱাৰে।

এইখিনিতে কৈ থোৱা উচিত হ'ব যে প্ৰতিখন গাঁৱত যাতে প্ৰতিটো বস্তুৱেই পোৱা যায় বা উৎপন্ন কৰা হয় তাৰ বাবে প্ৰতিখন গাঁৱতে বামুণ, কলিতা, গণক, কাথৰ, কেওট, কোঁচ, চুতীয়া, বৰুক, বৰীয়া, আহোম, গৰীয়া, মৰীয়া, কৈবৰ্ত, হাৰি, খনিকৰ, বাঢ়ৈ আদিক বসতি স্থাপনৰ নিৰ্দেশ দিছিল। এনেকৈয়ে প্ৰতাপ সিংহই বিভিন্ন জাতিৰ লোক একেখন গাঁৱৰ গঞা হৈ জাতি-কুলৰ গণ্ডীৰ পৰা উৰ্দ্ধত উঠি বৃহৎ অসমীয়া জাতিৰ লোক হিচাপে গৌৰৱ কৰাৰ অধিকাৰী কৰিলে।

কোনো ধৰণৰ কামত অৱহেলা বা দুৰ্নীতি সহ্য নকৰিছিল দৃঢ়মনৰ প্ৰতাপ সিংহই। তেওঁৰ বুৰঞ্জী জ্ঞান আছিল যথেষ্ট। এই জ্ঞান আৰু অভিজ্ঞতাৰেই তেওঁ দূৰদৰ্শী ৰজাৰ শাৰীলৈ উত্তীৰ্ণ হৈছিল। তেওঁ প্ৰতিজন প্ৰজাকে দিছিল সমান সমান মাটি। য'ৰ পৰা নিশ্চিন্তে প্ৰতিজন প্ৰজাই ভাত এমুঠি পাইছিল,

পাইছিল নিৰাপত্তা। ইয়াতকৈ আৰু ৰজাৰ পৰা কি বিচাৰিব প্ৰজাসকলে? সেইবাবেই প্ৰজাসকল পৰিশ্ৰমী হৈছিল, সেইদৰেই ধৰ্মৰ প্ৰতিও তেওঁলোকৰ আনুগত্য বৃদ্ধি পাবলৈ লৈছিল। অনিৰুদ্ধ দেৱে এইজনা ৰজাৰ দিনতে প্ৰতিষ্ঠা লাভ কৰি মোৱামৰীয়া সম্প্ৰদায়ৰ জন্ম দিছিল।

ড° লীলা গগৈৰ মতে, আহোম ৰজাসকলৰ ভিতৰত প্ৰতাপ সিংহই আছিল শ্ৰেষ্ঠ। চুকাফাই পাতি থৈ যোৱা আহোম ৰাজ্যৰ ভেটি বহলাই ইয়াৰ শাসন ব্যৱস্থা নিয়াৰিকৈ গঢ়ি তুলিছিল। নিতান্ত দৃঢ়তা আৰু কৌশলেৰে মোগল আগ্ৰাসনৰ পৰা দেশক ৰক্ষা কৰিছিল। সকলো জাতিক সম্প্ৰীতিৰ এনাজৰীৰে বান্ধি বৃহৎ অসমীয়া জাতিৰ অংশীদাৰ হিচাপে গঢ়ি তুলিছিল। এইজনা স্বৰ্গদেৱে কেৱল আহোম ৰাজ্যৰ বিস্তৃতিৰ কথাই চিন্তা কৰা নাছিল, এটা জাতি আৰু এখন দেশৰ ধাৰণাৰ ভেটিও প্ৰতিষ্ঠিত কৰিছিল। আজি আমি অসমীয়া জাতি হিচাপে যিখিনি 'পৈতৃক' সংস্কৃতি পাইছো অথবা জীয়াই ৰাখিছো, সেয়া প্ৰতাপ সিংহ আৰু মোমাই তামুলীয়েই দিয়া। তেওঁলোকে অসমীয়া সমাজক পৃথিৱীৰ আন সকলো জাতিৰ সমাজতকৈ ভিন্ন আৰু শক্তিশালী ৰূপত গঢ়ি তুলিছিল।

প্ৰতাপ সিংহই অখণ্ড প্ৰতাপেৰে ৩৮ বছৰকাল ৰাজত্ব কৰিছিল। বহু আলি বন্ধাইছিল, পুখুৰী খন্দাইছিল, দৌল-মন্দিৰ নিৰ্মাণ কৰাইছিল। প্ৰজা অথবা অন্যান্য ৰাজ্যৰ ধৰ্মক শ্ৰদ্ধা কৰিবলৈ জানিছিল তেওঁ। সেইবাবে তেওঁৰ কুঁৱৰীৰ সংখ্যাও আছিল যথেষ্ট। সেই সময়ত দুখন ৰাজ্যৰ ৰজাৰ মাজৰ মিত্ৰতা স্বৰূপে ৰজালৈ কুঁৱৰী যচা হৈছিল। সেই সূত্ৰেই প্ৰতাপ সিংহই বিভিন্ন জাতি-জনগোষ্ঠীৰ গাভৰুক নিজৰ কুঁৱৰী কৰি লৈছিল।

১৬৪৯ চনত অশীতিপৰ বৃদ্ধ অথচ দৃঢ় চৰিত্ৰৰ ৰজাগৰাকী যেতিয়া নৰিয়াপাটী ত পৰিল, তেতিয়া ৰাজ্যৰ সকলো প্ৰজাই আকুল-বিকুল কৰিছিল। প্ৰজাসকলে একগোট হৈ প্ৰাৰ্থনা কৰিছিল যে 'স্বৰ্গদেওৰ সলনি যদি বিচাৰে আমাৰ মাজৰ পৰাই এশ নৰবলি শদিয়াৰ আইলৈ আগবঢ়াম। স্বৰ্গদেও কুশলে থাকক'।... স্বৰ্গদেও কুশলে নাথাকিল। জন্ম হ'লে এদিন মৃত্যু হ'বই। কিন্তু মৃত্যুৰ সময়তো প্ৰতাপ সিংহই অহৰহ প্ৰাৰ্থনা কৰিছিল যে তেওঁ গঢ়ি যোৱা বহুবৰ্ণী অসমখন কুশলে থাকক। পৰস্পৰৰ মাজত মিলাপ্ৰীতি-সদ্ভাৱ অটুট থাকক। ৰাজ্যৰ প্ৰতিজন প্ৰজাই সুখ-শান্তিত অভাৱহীন জীৱন-যাপন কৰক।... আজি একৈশ শতিকাত উপনীত হৈয়ো, আধুনিক মানুহ হৈয়ো আমি প্ৰতাপ সিংহৰ আকাংক্ষা পূৰণ কৰিব পৰা নাই। কাৰণ আজিৰ ৰজা-প্ৰজা কাৰো চৰিত্ৰতে প্ৰতাপ সিংহৰ দৰে উদাৰ অথচ দৃঢ় ব্যক্তিত্ব নাই।



(১৫)

# মোমাই তামুলী বৰবৰুৱা

ভাগিনৰ পৰা ধাৰ কৰি নিয়া ৰূপ চাৰি টকা উভতাই দিব নোৱৰা বাবে ভাগিনীয়েকৰ ঘৰতে বন্ধা খাটিব লগা হৈছিল তেওঁ। বুদ্ধি আছিল, পৰিশ্ৰমীও আছিল তথাপি পেটে-ভাতেহে খাই থাকিব পাৰিছিল। ৰূপ চাৰি টকা উভতাই ভাগিনীয়েকৰ ধাৰ পৰিশোধ কৰিব নোৱৰাৰ বাবেই মানুহজনে ভাগিনীয়েকৰ ঘৰত কাম কৰা মানুহ হিচাপে থাকিবলৈও লাজ কৰা নাছিল। হয়তো ভাবিছিল পেটে-ভাতে খাই জীৱনটো পাৰ কৰিব পাৰিলেই হ'ল।... লুখুৰাখন বংশৰ মানুহ; পিতৃদত্ত নাম আছিল শুকুতি। কিন্তু শুকুতি নামটো ক্ৰমশঃ হেৰাই থাকিল। ভাগিনীয়েকে 'মোমাই' বুলি মতা শুনি ওচৰ-পাঁজৰৰ চুবুৰি আৰু গাওঁবোৰবো সকলোৱে তেওঁক মোমাই বুলি মাতিবলৈ ল'লে।... অতি পৰিশ্ৰমী এই মানুহজনে কেতিয়াও কামত ফাকি নিদিছিল, প্ৰায়েই দিনটো পথাৰত কাম কৰিছিল। হাত আছিল অতি ভাল, সেইবাবেই তেওঁ কৰা যিকোনো কামেই সুন্দৰ হৈছিল।... ভাগিনীয়েকৰ পথাৰত বনুৱাৰ কাম কৰা এই মানুহজনেই নিজৰ দক্ষতাৰ বলত এদিন আহোম ৰাজ্যৰ সেনাপতি হৈছিল। কথাটো ভাবিলে আচৰিত নহৈ নোৱাৰি। অসমৰ ইতিহাসত ভাগ্যৰ বলত ৰজা হোৱাৰ উদাহৰণ আছে, কিন্তু নিজ দক্ষতাৰ বলত মোমাই তামুলীৰ দৰে একেবাৰে তলৰ পৰা ওপৰলৈ উধাই গৈ বৰবৰুৱা হোৱাৰ উদাহৰণ দ্বিতীয় এটা নোলাব।

...সেই সময়ত আহোম ৰাজ্যৰ ৰজা আছিল প্ৰতাপ সিংহ। অতি বুদ্ধিমান এইজনা ৰজা ('বুদ্ধি স্বৰ্গনাৰায়ণ' তেওঁৰ আন এটা নাম) দূৰদৰ্শীও আছিল। প্ৰতিভাৰ মোল বুজাৰ ক্ষেত্ৰত তেওঁ আছিল অদ্বিতীয়। এবাৰ ৰাস্তাৰে যাওতে প্ৰতাপ সিংহই দেখিলে এজন বনুৱাই পথাৰৰ মাজৰ আলিবোৰ বৰ সুন্দৰকৈ দি আছে। বৰ চিকুণকৈ আলি বন্ধা এই মানুহজনৰ দক্ষতা দেখি ভাগিনীয়েকক ঘূৰাই দিবলগীয়া টকাখিনি দি 'মোমাই'ক লগত লৈ আহিল প্ৰতাপ সিংহই (এই সম্পৰ্কত অন্য কাহিনীও প্ৰচলিত আছে)। মোমাইক নি ৰজাই প্ৰথমতে তিপমীয়া ৰাজখোৱা আৰু পাছলৈ ৰজাৰ বাৰীৰ ৰক্ষণা-বেক্ষণ কৰা বৰতামুলী পাতিলে। তেতিয়াৰে পৰা শুকুতি নামৰ মানুহজনৰ 'মোমাই' বিশেষণৰ লগত তামুলী শব্দটোও যুক্ত হ'ল। এই মোমাই তামুলীয়ে নিজৰ প্ৰতিভা আৰু পৰিশ্ৰমৰ বলত দোপতদোপে উন্নতি কৰি গৈয়েই থাকিল আৰু অৱশেষত 'বৰবৰুৱা'

বিষয়বাব লাভ কৰিলে। বৰবৰুৱা মানে তেতিয়াৰ ৰাজ্যৰ প্ৰধান কাৰ্যপালক আৰু বিচাৰকৰ দায়িত্বত থকা বিষয়া। গতিকে বৰবৰুৱাৰ স্থান ৰজাৰ পাছতেই বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। উল্লেখ কৰা ভাল হ'ব যেদেশী-বিদেশী ৰজাই আহোম ৰাজ্যত যাতে প্ৰৱেশ কৰিব নোৱাৰে তাৰ বাবে গুৱাহাটীতো এজন প্ৰকাশকক (বৰফুকন) নিযুক্তি দিয়াৰ ব্যৱস্থা স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনতেই আৰম্ভ হৈছিল। সেইদৰে ৰাজ্যৰ জ্যেষ্ঠ প্ৰকাশক হিচাপে 'বৰবৰুৱা' পদৰ সৃষ্টিও প্ৰতাপ সিংহৰে। মোমাই তামুলীৰ বাবেই এই পদৰ সৃষ্টি কৰিছিল স্বৰ্গদেৱে।

মোমাই তামুলীৰ এক অন্য কৃতিত্ব হ'ল— স্বৰ্গদেউ প্ৰতাপ সিংহৰ ৰাজত্বকালত সংঘটিত মুছলমানৰ দশম আক্ৰমণত তেওঁ আহোম ৰাজ্যৰ সেনাপতি ৰূপে যুদ্ধৰ দায়িত্ব পালন কৰিছিল। যুদ্ধৰ শেষত ১৬৩৮ চনত মোগল-আহোমৰ মাজত যি সন্ধি হৈছিল, মোমাই তামুলী বৰবৰুৱাই তাত আহোম ৰাজ্যৰ হৈ প্ৰধান ভূমিকা লৈছিল। সেই সন্ধি মতে, বৰনদীক আহোম-মোগলৰ সীমা হিচাপে ধৰি লৈ বৰনদীৰ পূবৰ সকলোখিনিয়েই আহোম ৰাজ্যৰ আৰু বৰনদীৰ পশ্চিমৰ সকলোখিনিয়েই মোগল ৰাজ্যৰ অধীনৰ বুলি চিহ্নিত হ'ল। নৰনাৰায়ণ-চিলাৰায়ৰ পিতৃ বিশ্বসিংহই স্থাপন কৰা কোঁচ ৰাজবংশৰ ক্ষেত্ৰতো দুটা উল্লেখযোগ্য ঘটনা ঘটে। বলিত নাৰায়ণৰ লগতে স্বাধীন কোঁচবংশী ৰজাৰ নাম লোপ পালে আৰু আহোম ৰজাই বলিত নাৰায়ণ (চিলাৰায়ৰ নাতি)-ৰ পুত্ৰ সুন্দৰ নাৰায়ণক কৰতলীয়া ৰজাৰ দায়িত্ব দি মঙলদৈত সদৰ পাতিলে। এই সুন্দৰ নাৰায়ণে দৰঙী ফৈদৰ মূল মানুহ।

উল্লেখ কৰা প্ৰয়োজন যে মোমাই তামুলীয়ে মোগলৰ স'তে যি চুক্তিৰ আধাৰত সন্ধি কৰিছিল, সেই মতেই বহু বছৰ ধৰি আহোম-মোগলৰ সম্পৰ্ক চলিছিল। মোমাই তামুলীৰ বুদ্ধিমত্তা আৰু স্বৰ্গদেৱ প্ৰতাপ সিংহৰ সাহস আৰু দূৰদৰ্শিতা দেখি মোগল বিষয়ববীয়াসকল আচৰিত হৈছিল। এবাৰ এজন মোগল উকীলে ফৌজদাৰৰ আগত কৈছিল—"চাহেব, অসমৰ কথা কি ক'বা, প্ৰতাপ সিংহ হ'ল সাক্ষাৎ শিৱ আৰু মোমাই তামুলী হ'ল তেওঁৰ প্ৰধান ভৃত্য নন্দী। এই দুজন থকালৈকে আহোম ৰাজ্যৰ উদ্দেশি তুমি আঙুলি টোঁৱাব নোৱাৰা।"

ড° সূৰ্যকুমাৰ ভূঞাই তেখেতৰ 'লাচিত বৰফুকন' নামৰ গ্ৰন্থখনত লিখিছে যে অসমৰ বৰ্তমানৰ অৰ্থনৈতিক জীৱন-যাত্ৰাক মোমাই তামুলী বৰবৰুৱাই তৈয়াৰ কৰা ব্যৱস্থাৰে পৰিণতি বুলিব পাৰি। মোমাই তামুলীৰ সবাতোকৈ শ্ৰেষ্ঠ কৃতী ইয়াতেই লুকাই আছে। মোমাই তামুলীয়ে স্বৰ্গদেৱ প্ৰতাপ সিংহৰ সহযোগত ১৬১৮ খ্ৰীষ্টাব্দত অসমীয়া বিষয়াসকলৰ কৰ্তব্য আৰু কৰ্মপন্থা নিৰূপণ কৰে। ইমান সুশৃঙ্খল কৰ্মপন্থা ইয়াৰ আগতে আহোম ৰাজ্যত নাছিল। সেই সময়তে কোন বিষয়াৰ তলত কিমান পাইকে কাম কৰিব, সেয়া নিশ্চিত

কৰি বৰা, শইকীয়া, হাজৰিকা, বৰুৱা, ফুকন, ৰাজখোৱা আদি বিষয়বাবৰ সৃষ্টি কৰা হৈছিল। অৱশ্যে এইক্ষেত্ৰত আগৰে পৰা চলি অহা ব্যৱস্থাকো গুৰুত্ব দিয়া হৈছিল। সুদৃঢ় অৰ্থনৈতিক ভেটিত অসমৰ গাঁৱলীয়া জীৱন সংগঠিত কৰাৰ দায়িত্বও মোমাই তামুলীকে অৰ্পণ কৰা হৈছিল। শাসনৰ সুবিধাৰ বাবে গাওঁসমূহক একোটাকৈ চুবুৰিত ভাগ কৰা হৈছিল। তিৰোতাসকলেও কেনেদৰে প্ৰত্যক্ষ অৰ্থনীতিত অৰিহণা যোগাব পাৰে সেই কথা চিন্তা কৰি মোমাই তামুলীয়ে তেওঁলোকক খেতি-বাতিৰ অন্যান্য কামত পুৰুষক সহায় কৰাত বাহিৰেও সূতা কটা আৰু কাপোৰ বোৱা আদি কাম বাধ্যতামূলক কৰিছিল।

প্ৰতিখন গাঁৱতে প্ৰয়োজনীয় কাৰিকৰ, পুৰোহিত আদি সকলো বিদ্যা আৰু ব্যৱসায়ৰ মানুহে বসবাস কৰিছিল। এই অঙ্ক মিলাইছিল মোমাই তামুলী বৰবৰুৱাই। গাঁৱৰ প্ৰয়োজনীয় বস্তু যাতে গাঁৱতেই উৎপন্ন হয় তাৰ বাবেই মোমাই তামুলীয়ে এই সমীকৰণ তৈয়াৰ কৰিছিল। কাৰণ তেওঁ বুজি উঠিছিল যে আহোম ৰাজ্য আত্মনিৰ্ভৰশীল হৈ থাকিলেহে স্বাধীনতাৰ সোৱাদ থাকিব। কাৰণ স্বাধীন হ'বলৈ হ'লে সকলো আত্মনিৰ্ভৰশীল হ'বই লাগিব। গতিকে সমগ্ৰ ৰাজ্য আত্মনিৰ্ভৰশীল আৰু অৰ্থনৈতিকভাৱে আগবঢ়া হ'বলৈ হ'লে প্ৰতিখন গাঁৱেই আত্মনিৰ্ভৰশীল আৰু অৰ্থনৈতিক ক্ষেত্ৰত শক্তিশালী হ'বই লাগিব। মোমাই তামুলীয়ে 'অৰ্থনৈতিক স্বাধীনতা'ই যে ৰাজনৈতিক স্বাধীনতা আৰু ব্যক্তি স্বাধীনতাৰ মূল সোপান সেয়া অনুভৱ কৰিছিল। মোমাই তামুলীৰ এই আত্মনিৰ্ভৰশীল অৰ্থনৈতিক পদ্ধতিকে পাছৰ কালত মহাত্মা গান্ধীয়েও প্ৰতিষ্ঠা কৰি দেশবাসীক অৰ্থনৈতিকভাৱে প্ৰতিষ্ঠিত আৰু স্বাধীন নাগৰিক হিচাপে গঢ়ি তোলাৰ প্ৰয়াস কৰিছিল। মোমাই তামুলীয়ে প্ৰথমতে যেনেদৰে মহিলাই কাপোৰ বোৱা বাধ্যতামূলক কৰিছিল, সেইদৰে মহাত্মায়ো যঁতৰ লৈ ওলাই আহিছিল।

মোমাই তামুলীৰ খ্যাতি লাভৰ মূল কাৰণ আছিল চূড়ান্ত পৰিশ্ৰম আৰু কৰ্তব্যনিষ্ঠা। তদুপৰি আছিল স্বৰ্গদেউৰ প্ৰতি তেওঁৰ পৰম আনুগত্য। কাম যিমানেই সৰু বা ডাঙৰ হওক, সকলো ক্ষেত্ৰতেই তেওঁ গুৰুত্ব দি সেয়া সুশৃংখলভাৱে সমাধা কৰিছিল। মোমাই তামুলী কাহানিও কোনো ধৰণৰ উচ্চ পদৰ প্ৰতি লালায়িত নাছিল। স্বৰ্গদেৱ প্ৰতাপ সিংহৰ অনিষ্ট হ'ব পৰা কাম-কাজৰ তেওঁ ওচৰো নাচাপিছিল। এবাৰ নামনি অসমৰ শাসনকৰ্তা হৈ থকা সময়ত কছাৰী ৰজা ভীমবল নাৰায়ণে মোমাই তামুলীলৈ লিখা এখন চিঠিত তেওঁক 'নামাজানিৰ ৰজা' বুলি অভিহিত কৰিলে। সেই বিশেষণ দেখি মোমায়ে ভাবিলে যে তেওঁক 'ৰজা' বুলি কৈ স্বৰ্গদেৱ প্ৰতাপ সিংহক অপমান কৰা হৈছে। তৎক্ষণাত কথাটো তেওঁ স্বৰ্গদেৱৰ দৃষ্টি আকৰ্ষিত কৰিলে। উত্তৰত মহানুভৱ ৰজা প্ৰতাপ সিংহই জনালে যে—"কছাৰী ৰজাই মোৰ বিষয়া বৰুৱাক

ৰজা বুলি চিঠি দিছে। গতিকে ইয়াৰ দ্বাৰাই তেওঁ বুজাইছে যে বিষয়াই যেতিয়া ৰজা, তেতিয়া ৰজা হ'ব সৰ্বাধিনায়ক মহাৰজা। আচলতে কছাৰী ৰজাই আমাৰ দুয়োকে সম্মান যাচিছে। তেওঁৰ কোনো অপৰাধ নাই।"

অসমৰ জাতীয় বীৰ লাচিত বৰফুকন আছিল মোমাই তামুলী বৰবৰুৱাৰ কনিষ্ঠ পুত্ৰ। মোমাই তামুলীৰ বাকী পুত্ৰকেইজনেও ৰাজ্যৰ ডাঙৰ ডাঙৰ বিষয়বাব ভোগ কৰিছিল।...মোমাই তামুলী ৰজাৰ প্ৰতি, নিজৰ কাম-কাজ আৰু আদৰ্শত সদায় সত্যনিষ্ঠ আছিল। কামবোৰ যাতে সুশৃংখল আৰু সৰ্বাঙ্গসুন্দৰ হয়, তাৰ বাবে অহৰহ সক্ৰিয় আছিল। ডঃ সূৰ্যকুমাৰ ভূঞাৰ মতে, লাচিতে পিতৃৰ পৰাই বহু মহৎ গুণৰ অধিকাৰী হৈছিল, সেয়া হ'ল অপৰাজেয় কৰ্তব্যজ্ঞান আৰু নিজে কৰা কামত সম্পূৰ্ণ আত্মবিলোপ। লাচিত বৰফুকনে যদি আত্মজীৱনী লিখিলেহেঁতেন তেন্তে তেওঁ তাত নিশ্চয় স্বীকাৰ কৰিলেহেঁতেন, 'মই দেউতাৰ পৰা শিকিছিলো কৰ্তব্যপৰায়ণ হ'বলৈ আৰু নিজৰ কাম ভাল পাবলৈ। মোৰ ওপৰত আৰোপ কৰা দায়িত্বক নিষ্ঠা, সততা আৰু বিবেকেৰে সম্পন্ন কৰি যি মধুৰ আনন্দ পাওঁ, সেই আনন্দত আত্মবিভোৰ হ'বলৈ মোক দেউতাই শিকাইছিল।'

বৰবৰুৱা হিচাপে মোমাই তামুলীৰ তলৰ বিষয়াসকলে যাবতীয় কাম কৰিছিল। মোমাই তামুলীয়ে সেয়া দক্ষতাৰে পৰিচালনা কৰিছিল, ৰাজকাৰ্য সম্পাদন কৰিছিল, মাটি আৰু গোচৰৰ সিদ্ধান্ত দিছিল, বিদেশৰ পৰা অহা ৰাজদূতসকলক সম্বৰ্দ্ধনা জনাইছিল, তেওঁলোকৰ স'তে আলোচনা-বিলোচনাত বহিছিল। স্বৰ্গদেউৰ বৰচ'ৰা, ন্যায়ালয় আৰু থকা ঘৰত বৰবৰুৱাৰ কৰ্তব্য ধাৰ্য হৈছিল। ৰজাই সকলো সময়তে তেওঁকে বিচাৰিছিল।... দেউতাকৰ এই ব্যস্ততা লাচিতে দেখিছিল সৰুৰে পৰাই... দেখিছিল কষ্টসহিষ্ণুতা আৰু কৰ্তব্যপৰায়ণতা। মোমাই তামুলীয়েও এইবোৰ শিক্ষা পুত্ৰসকলক দিয়াৰ ক্ষেত্ৰত যথাসাধ্য চেষ্টা কৰিছিল। মোমাই তামুলীৰ এগৰাকী জীয়েক পাখৰী গাভৰুক জয়ধ্বজ সিংহই বিয়া কৰাইছিল...। কি গুণ নাছিল মোমাই তামুলীৰ গাত? তেওঁ আছিল একেধাৰে দক্ষ বনুৱা, বিষয়া আৰু কূটনীতিক; আছিল দক্ষ ৰাজনীতিক আৰু সেনাপতি— অসমীয়া জনজীৱনৰ গাঁথনিকেই তেওঁ নিজৰ মহৎ চিন্তাৰে সলাই পেলাইছিল। হয়, সকলো ক্ষেত্ৰতে তেওঁ আছিল অদ্বিতীয়। কৰ্তব্যনিষ্ঠা, কৰ্মনৈপুণ্য, কষ্ট সহিষ্ণুতা, বিশ্বাসযোগ্যতা, উদাৰতা, সাহসিকতা আদি মানুহৰ মহৎ গুণবোৰ তেওঁৰ সিৰা আৰু ধমনীত তেজৰ লগতেই সম্পৃক্ত হৈ আছিল।



(১৬)

# আজান ফকীৰ

আজান ফকীৰ অসমলৈ অহাৰ কেইবাশ বছৰ আগতেই অসমলৈ মুছলমান লোক আহিছিল। তেওঁলোকে অসমৰ বিভিন্ন ঠাইত থাকিবলৈ লৈছিল। তেওঁলোকৰ বংশ বৃদ্ধিৰ লগতে অন্যান্য কিছু থলুৱা লোকেও মুছলমান ধৰ্ম গ্ৰহণ কৰাত অসমত মুছলমান লোকসকলৰ সংখ্যা বৃদ্ধি পাইছিল যথেষ্ট। তেনেকৈয়ে তেওঁলোক অসমীয়া সমাজ আৰু সংস্কৃতিৰ অভিন্ন অঙ্গ হৈ পৰিছিল।

ছাহ মীৰান আজান ফকীৰৰ আচল নাম। তেওঁৰ জন্ম ১৬১০ চনৰ ওচৰে-পাঁজৰে ইৰাকৰ ৰাজধানী বাগদাদৰ কোনোবা এখন গাঁৱত। সেই সময়ত বাগদাদৰ কেইগৰাকীমান মুছলমান ধৰ্ম প্ৰচাৰক স্ব-প্ৰণোদিতভাৱে ঘৰ-বাৰী এৰি পৃথিৱীৰ বিভিন্ন প্ৰান্তৰৰ অঞ্চললৈ গৈছিল। আল্লাৰ নামত উৎসৰ্গা কৰিব বিচাৰিছিল নিজৰ জীৱন। সেই আদৰ্শৰে অনুপ্ৰাণিত হৈ ছাহ মীৰানে তেওঁৰ ভাতৃ নবীৰ সৈতে খোজকাঢ়ি ইৰাক, আফগানিস্তান আদি দেশ পাৰ হৈ খাইবাৰ গিৰিপথেদি আহি ভাৰত সোমাইছিল ডেকা বয়সতে। কিছুদিন অজমীৰত আছিল দিল্লীতো আছিল বেছ কিছুদিন। দিল্লীৰ পৰা তেওঁলোক আহি ওলালহি বঙ্গদেশৰ উত্তৰফালে থকা গৌড়ত। অৱশেষত দুই ভাতৃ তেতিয়াৰ কামৰূপ ৰাজ্যত সোমাল।

কৈ আহিছো অসমত ইয়াৰ আগতেই বহু মুছলমান লোক আহি সোমাইছিল। চৈয়দ আব্দুল মালিকৰ মতে, এইসকলে লগত কোনো তিৰোতা অনা নাছিল। অসমৰ ছোৱালীকে বিয়া কৰাই ধৰ্মৰ বাহিৰে আন সকলোবোৰ আচাৰ-নীতি গ্ৰহণ কৰি অসমীয়াৰ সৈতে মিলি গৈছিল। অসমীয়া ভাষা-সংস্কৃতিৰ সৈতে তেওঁলোক সম্পৃক্ত হৈছিল। বৈষ্ণৱ কবি, ধৰ্ম প্ৰচাৰকসকলৰ সাহিত্যৰ সোৱাদ তেওঁলোকেও সমানেই লৈছিল।

আজান ফকীৰ আৰু ভাতৃ নবী কামৰূপলৈ আহি হাজোৰ হজৰত আউলিয়াৰ দৰগাহতে থাকিবলৈ ল'লে। হাজোত কেইবছৰমান থাকি ভালদৰে অসমীয়া ভাষা, ৰীতি-নীতি আয়ত্ত্ব কৰি ল'লে। আজান ফকীৰে ভাৱাটোৰ লগতে ওজাপালি, নৃত্যগীত, দেহবিচাৰৰ গীত আৰু অন্যান্য লোকগীত আদিৰ ছন্দ, সুৰ আদিৰ লগতো ভালদৰে পৰিচিত হৈছিল। অনুমান কৰিব পাৰি, এইবোৰৰ দ্বাৰাই উদ্বুদ্ধ হৈ পাছত তেওঁ জিকিৰ ৰচনা কৰিবলৈ লৈছিল। অসমীয়াৰ পূৰ্বতে তেওঁ ফাৰ্চী, আৰৱী আৰু উৰ্দু ভাষা ভালদৰে জানিছি .

সেইবাবেই অসমীয়া ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰিলেও এই ভাষাত লিখিবলৈ নিশিকি ফাৰ্চী বা আৰবীতে লিখিছিল। কাৰণ আজিলৈকে আজান ফকীৰৰ অসমীয়া ভাষাত লিখা আখৰ পোৱা হোৱা নাই।

হাজোত কিছু বছৰ থকাৰ পাছত দুই ভাতৃ এইবাৰ উজনিৰ ফালে আগবাঢ়িল আৰু তেতিয়াৰ আহোম ৰাজ্যৰ ৰাজধানী গড়গাঁৱত উপস্থিত হৈ ওচৰৰে চুণপোৰা গাঁৱত থাকিবলৈ লয়। চুণপোৰাত আজান ফকীৰৰ আগমন হোৱাৰ আগতে মছজিদ নাছিল। তেওঁলোকে চুণপোৰাত মছজিদ সাজিলে। এইক্ষেত্ৰত আজান আৰু তেওঁৰ সঙ্গীসকলক ওচৰৰ ৰাইজে বিভিন্ন ধৰণে সহায় কৰিছিল। এইদৰেই মছজিদক কেন্দ্ৰ কৰি চুণপোৰাৰ ওচৰে-পাঁজৰে এখন নতুন সমাজ গঢ় লৈ উঠিল। আজান চাহাব মছজিদৰ ওচৰতে থাকিল আৰু মানুহ গোটাই দিনে নামাজ পঢ়ি পাঁচবাৰকৈ আজান দিবলৈ ল'লে। এইদৰেই এক ধৰণৰ নতুন সংস্কৃতি এটাই গঢ় লৈ উঠিল। মাথো নামাজ পঢ়াই নহয়, আজানে জিকিৰ গীত ৰচনা কৰি নিজেই সুৰ দি গাবলৈ ল'লে। আজানৰ সুমধুৰ কণ্ঠস্বৰত জিকিৰ শুনি, আল্লাৰ মাহাত্ম্যৰ কথা মুছলমানসকলে ভালদৰে উপলব্ধি কৰিবলৈ ল'লে। এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে নিতৌ পুৱা-গধূলি মছজিদত 'আজান' দিয়া ফকীৰজনৰ নাম ছাহ মীৰানৰ পৰা 'আজান ফকীৰ' হৈ পৰিল। অৱশ্যে এই সম্পৰ্কত নানা মতান্তৰো আছে।

বিশিষ্ট গৱেষক ইৰফান ছফৰীয়ে জনোৱা মতে, ১৬৬২ খ্ৰীষ্টাব্দতে মিৰজুমলাৰ সৈতে অসমলৈ অহা ইতিহাসবিদ চাহাবুদ্দিন টালিছে লিখি থৈ গৈছে যে সেই সময়ছোৱাত অসমৰ মুছলমানসকলে মুক্তভাৱে ঈশ্বৰক প্ৰাৰ্থনা কৰা বা উচ্চস্বৰত 'আল্লাহ' শব্দ উচ্চাৰণ কৰাটো ৰজাই নিষিদ্ধ কৰিছিল। হয়তো মুছলমান যোদ্ধাসকলে যুদ্ধযাত্ৰাৰ আৰম্ভণিতে উচ্চস্বৰত 'আল্লাহ-আকবৰ' উচ্চাৰণ কৰা কাৰ্যক দেশৰ প্ৰতিৰক্ষাৰ স্বাৰ্থতে নিষিদ্ধ কৰাটো প্ৰয়োজনীয় হৈ পৰিছিল। তদুপৰি 'হজৰত আজানপীৰ' গ্ৰন্থৰ লিখক মুহিবুল হুছেইনেও সেইছোৱা সময়ত অসমত কোনো মছজিদ থকাৰ কথা আৰু সামূহিক নামাজৰ কথা অস্বীকাৰ কৰিছে।

আজান ফকীৰৰ সময়কাল স্বৰ্গদেও প্ৰতাপ সিংহৰ সময়ৰ পৰা (১৬৩৬ খ্ৰীষ্টাব্দ) স্বৰ্গদেও গদাধৰ সিংহৰ সময়লৈ (১৬৮৬ খ্ৰীষ্টাব্দ) বিস্তৃত। এই তথ্যৰ পৰা চাহাবুদ্দিন টালিছৰ পৰ্যবেক্ষণ যে সেই সময়ৰে তাৰ প্ৰমাণ দিয়ে। স্বাভাৱিকতেই এজন ছুফিয়ে নিজৰ পৰিচয় নামাজ-ৰোজাতকৈ অন্য কোনো আধ্যাত্মিক অৰ্থ প্ৰকাশক শব্দৰেহে দিবলৈ ইচ্ছা কৰিব। গতিকে আজান ফকীৰ নামটো 'আজান' দিয়া কথাটোৰ পৰা উন্মোচিত নহ'বও পাৰে। স্মৰ্তব্য যে আজান ফকীৰে 'চৰিয়ত' নমনাৰ বাবেই ধৰ্মান্ধসকলৰ হাতত তেওঁৰ নিজৰ

চকুহাল হেৰুৱাব লগা হৈছিল।

*"ভাংগুৱা আফুৱা দুইটা ফকিৰে*
*ভাংগে মুছলমানী চৰা হে"*

চৈয়দ আব্দুল মালিকেও এই 'চৰা' শব্দকে 'চৰিয়ত' বুলি সমৰ্থন কৰিছে। সেয়ে নহয়, আজান ফকীৰ যে 'মছজিদ সংস্কৃতিৰ' সমৰ্থক নাছিল, সেই কথা আজানৰ নিজৰ কথাৰ পৰাই প্ৰমাণিত হয়। গতিকে আজান ফকীৰে মছজিদ গঢ়ি তোলা কথাটো ভ্ৰান্ত হ'বও পাৰে।

আজান ফকীৰে জিকিৰত একাধিবাৰ উল্লেখ কৰিছে যে তেওঁ মাদাৰী পীৰহে ভক্ত। 'মাদাৰী' এক ছুফি পন্থাৰ নাম। বদৰুদ্দিন, ছাহ বদৰ বা ছাহ মাদাৰৰ নামেৰেই এই পন্থাৰ নাম 'মাদাৰী'ৰূপে পৰিচিত হয়। 'কলন্দৰীয়া' অৰ্থাৎ জালালুদ্দিন ৰুমীৰ পন্থীৰ দৰে মাদাৰী পন্থী ভক্তসকলেও সচৰাচৰ প্ৰচলিত চৰিয়তত বিশেষ গুৰুত্ব আৰোপ কৰা দেখা নাযায়। পয়গম্বৰ জনাৰ পৰা লাভ কৰা আধ্যাত্মিক জ্ঞান একমাত্ৰ হজৰত আলীৰ যোগেদি তেওঁলোকে নিজ মুৰ্ছিদ বা গুৰুৰ পৰা আহৰণ কৰে আৰু সেইদৰে ৰছুলৰ প্ৰকৃত চৰিয়তহে গুপ্তভাবে পালন কৰে। গতিকে 'আজান' দি হৈ-হাল্লা কৰাৰ প্ৰশ্নও হয়তো নুঠে।

আজান শব্দৰ উদ্ভৱ অসমীয়া 'অজান'বা 'অজ্ঞাত' শব্দৰ পৰা হৈছে নেকি তাৰ গৱেষণাৰ থল আছে। অসমীয়া অভিধান 'হেমকোষ'ত 'অজান' শব্দৰ অৰ্থত 'অজান ফকীৰ' শব্দৰ উল্লেখ আছে। অৰ্থাৎ এগৰাকী অজ্ঞাত ফকীৰ। তাৰ অৰ্থ হ'ল, তেওঁৰ নাম প্ৰকৃততে কোনেও নাজানিছিল। সেইবাবেই 'অজ্ঞাত সন্ন্যাসী' হিচাপেই হয়তো তেওঁ জনাজাত হৈছিল।

অতীজৰ পাৰস্য আৰু হিন্দুস্তানৰ মধ্যাঞ্চলক 'আজম' দেশ বোলা হৈছিল। প্ৰাক্ ইছলামিক কালৰে পৰা এই আজম দেশৰ সৈতে অসমৰ সম্পৰ্ক কিছু আছিল। ইতিহাসত উল্লিখিত 'শ্বাহ গুস্তাছিভ' আৰু 'আফ্ৰ ছিয়াব' নামৰ দুগৰাকী দিগবিজয়ী বীৰ আজম দেশৰ বুলি উল্লেখ পোৱা যায়। অসমলৈ অহা বখটিয়াৰ খিলিজিও এই অঞ্চলৰে লোক। সেয়ে হয়তো আজান ফকীৰক পোনতে 'আজম' নামেৰে জনা গৈছিল আৰু কালক্ৰমত এই 'আজম' শব্দই 'আজান' ৰূপে পৰিচিতি লাভ কৰে। পুৰণি অসম বুৰঞ্জীৰ টোকাতো 'আজান' শব্দটো আছে।

সেয়ে কেৱল 'আজান' নামটোৰ উৎস লৈয়েই অনিশ্চয়তা আৰু বিতৰ্কৰ শেষ হোৱা নাই। গতিকে 'নামাজ'ৰ আজানেই যে আজান ফকীৰ নামৰ উৎস, সেই কথা ন-দি ক'ব নোৱাৰি আৰু ইয়াৰ বাবে কিছু গভীৰ অধ্যয়ন তথা বিশ্লেষণৰ আৱশ্যকতা আছে। আশা ৰাখিছো, এই অনিশ্চয়তা দূৰ কৰিব বিশিষ্ট গৱেষকসকলেই।

যিয়েই নহওক, আজান ফকীৰৰ গৱেষক চৈয়দ আব্দুল মালিক ডাঙৰীয়াই

লিখিছে---"চূণপোৰা বা গড়গাঁৱত থকা কালছোৱাতে আজান ফকীৰে কেইবাটাও কাম কৰে। স্থানীয় মুছলমানসকলক মছজিদত সমবেত কৰি সমূহীয়াভাৱে নামাজ পঢ়াত লগায়। যিবোৰ ৰীতি-নীতিৰ ইছলাম ধৰ্মৰ মূল আদৰ্শৰ লগত অমিল আছিল সেইবোৰ এৰিবলৈ শিকায় আৰু খেতি-বাতি, বেহা-বেপাৰত যি যেনেকৈ লাগি আছিল, তেনেকৈয়ে লাগি থাকিবলৈ দি ধৰ্মীয় আচাৰ-অনুষ্ঠান ইছলামী বিধিমতে পালন কৰি চলাত শিক্ষাদান কৰিবলৈ লয় আৰু এখন পৰিচ্ছন্ন নৈতিক সমাজ গঢ়ি তোলাত মনোনিবেশ কৰে।... সেই সময়ত বিশেষকৈ উজনি অসমৰ কৃষক প্ৰজাৰ মাজত বিহুগীত, হুঁচৰি গীত, আইনাম, বিয়ানাম আদি লোকগীত জনপ্ৰিয় আছিল। এনে নাচ-গানত প্ৰায় সকলো মানুহে ভাগ লৈছিল। আনহাতে, শঙ্কৰদেৱ-মাধৱদেৱ আদি বৈষ্ণৱ গুৰুসকলে প্ৰৱৰ্তন কৰা বৰগীত, কীৰ্তন ঘোষা আদিও আস্থা আৰু নিষ্ঠাৰে গোৱা হৈছিল। নাট-ভাওনা সাধাৰণ ৰাইজৰ আকৰ্ষণৰ বস্তু আছিল।. আজান ফকীৰে এইবোৰ জনপ্ৰিয় আৰু সহজ ছন্দতে ইছলাম ধৰ্ম আৰু ৰীতি-নীতি সম্পৰ্কীয় জিকিৰ গীতবোৰ ৰচনা কৰি চিনাকি অসমীয়া সুৰতে গোৱাৰ দিহা কৰিছিল। দেখ দেখ অপৰিহাৰ্য কাৰণত এনেবোৰ জিকিৰ গীতৰ কথাৰ মাজত আৰৱী, ফাৰ্চী আদি শব্দ ব্যৱহাৰ কৰিছিল। কিন্তু সেইবোৰৰ ব্যৱহাৰে ছন্দৰ লালিত্য বা সুৰৰ মধুৰতা খৰ্ব কৰা নাছিল।"

চূণপোৰাত থকাকালতে আজান চাহাবে তেতিয়া ৰংপুৰৰ ফালে থকা চৈয়দ ওচমান গণি খোন্দাকাৰৰ কন্যাক বিয়া কৰায়। যথা সময়ত আজান দুগৰাকী পুত্ৰ সন্তানৰ পিতৃ হয়। বিয়া-বাৰু কৰাই তেওঁ সংসাৰ ভালদৰে চম্ভালাৰ লগতে ধৰ্ম-কৰ্মৰ কামতো বিভিন্ন ঠাইত ঘূৰি ফুৰিছিল। তেওঁ আছিল মধুৰ ব্যক্তিত্বৰ। তেওঁৰ ব্যক্তিত্বই বহু মানুহৰ আকৰ্ষণৰ মূল আছিল। তেওঁৰ কণ্ঠও আছিল শুৱলা। যিমানেই জিকিৰ গীতবোৰ জনপ্ৰিয় হৈছিল, আজান ফকীৰৰ শিষ্যৰ সংখ্যাও সিমানেই বৃদ্ধি পাইছিল। অহৰহ ভাতৃ নবী চাহাবেও আজানক সহায় কৰিছিল। এই নবীক ৰামায়ণৰ লক্ষ্মণৰ ভাতৃ প্ৰেমৰ সৈতে তুলনা কৰিবলৈও মন যায়। লাহে লাহে আজানে ধৰ্মগুৰু বা পীৰ বা সত্যদ্ৰষ্টা হিচাপে স্বীকৃতি লাভ কৰিবলৈ লৈছিল। তাৰ পাছত চূণপোৰা বা গড়গাঁৱতেই নহয়, সমগ্ৰ অসমতে আজান চাহাবৰ নাম যশ বৃদ্ধি পাবলৈ ল'লে।

স্বৰ্গদেও প্ৰতাপ সিংহৰ ৰাজত্বকালত আজান ফকীৰ আহি অসম সোমাইছিল। ১৬৪১ চনত প্ৰতাপ সিংহৰ মৃত্যু ঘটাত চৰমফা ৰজা হয়। মাথো তিনি বছৰকাল ৰাজত্ব কৰাৰ পাছতেই তেওঁৰো মৃত্যু হোৱাত এইবাৰ চুতিংফা বা নৰীয়া ৰজা সিংহাসনত উঠে। ১৬৪৮ চনত এওঁৰো মৃত্যু হয়। তাৰ পাছত চুতাম্‌লা বা জয়ধ্বজ সিংহ ৰজা হয়। ১৫ বছৰকাল ৰাজত্ব কৰি জয়ধ্বজ

সিংহৰ মৃত্যু হয়। তাৰ পাছত চক্ৰধ্বজ সিংহ ৰাজপাটত উঠে। ১৬৭০ চনত চক্ৰধ্বজ সিংহৰো মৃত্যু হয়। চক্ৰধ্বজ সিংহৰ পাছত আৰু কেইবাজনো ৰাজকোঁৱৰে সিংহাসনত আৰোহণ কৰিলেও কিন্তু কোনোজনে বেছি দিন ৰাজভোগৰ সুযোগ নাপালে। ১৬৮১ চনৰ ১০ আগষ্টত গদাধৰ সিংহ ৰজা হয়। প্ৰতাপ সিংহৰ পৰা গদাধৰ সিংহৰ ৰাজত্বকাললৈ আজান ফকীৰে ধৰ্ম প্ৰচাৰৰ কামত ব্ৰতী হৈ আছিল।

সেই সময়ছোৱাত আহোম ৰজাৰ বিশেষ প্ৰতিপত্তি থকা মুছলমান বিষয়া আছিল ৰূপাই দাধৰা। আন এজন মুছলমান আজান ফকীৰৰ নাম-যশ চাৰিওফালে বৃদ্ধি পোৱাত ৰূপাই ঈৰ্ষাত জ্বলিপুৰি মৰিছিল। ৰূপায়ে মোগল ৰজাৰ গুপ্তচৰ বুলি ৰজাৰ ওচৰত আজানৰ বিৰুদ্ধে গোচৰ দিলে। কিন্তু আজান গুপ্তচৰ হোৱাৰ কোনো প্ৰমাণ ৰূপায়ে দিব নোৱাৰিলে। শেষত ৰূপায়ে অভিযোগ আনিলে, জিকিৰ গীত গাই বিশেষ উপাসনাত লাগি আজানে ইছলাম ধৰ্মৰ বিকৃতি ঘটোৱা বুলি। ৰজাই কথাষাৰ বিশ্বাস নকৰিলেও হয়তো ৰাজবিষয়া ৰূপাইক সন্তুষ্ট কৰিবৰ বাবেই আজানৰ বিৰুদ্ধে ৰায় দিলে।

শেষত নিষ্ঠুৰ অপকৰ্ম কৰিলে ৰূপাই দাধৰাই। বৃদ্ধ আজান আৰু ভাতৃ নবীক ধৰি আনি বন্দী কৰি ৰাখিলে আৰু আজানৰ চকু কাঢ়িবলৈ নিৰ্দেশ দিলে। হাঁহি হাঁহি নিজৰ চকু কাঢ়িবলৈ দিলে আজানে। শেষত অৱশ্যে ৰজাঘৰ নিৰ্দোষী আজানৰ প্ৰতি দৰদী হৈ পৰিছিল আৰু তেওঁক ধৰ্ম প্ৰচাৰ কৰিবলৈ কোনো হকাবধা কৰা নাছিল। বৰং ৰজাই নিজে মঠ সজাই দি ফকীৰৰ সংস্থাপন দিয়ালে। তাৰ পাছত আজানে সঙ্গীসকলৰ লগত চুণপোৰা ত্যাগ কৰি শৰাগুৰি চাপৰিৰ মঠলৈ গুচি গৈছিল। কথিত আছে যে আজানৰ চকু কঢ়াৰ পাছতে অসম ৰাজ্যলৈ নানা ধৰণৰ প্ৰাকৃতিক দুৰ্যোগ নামি আহিছিল। এই প্ৰাকৃতিক দুৰ্যোগৰ সময়তে জেৰেঙা পথাৰত কোনোবাই ৰূপাই দাধৰাক হত্যা কৰে।

যিয়েই নহওক, চকু কঢ়াৰ পাছতো বেছ কিছু বছৰ জীয়াই আছিল আজান ফকীৰ। আজান ফকীৰ প্ৰায়১২০ বছৰ জীয়াই আছিল বুলি অনুমান কৰা হয়। বৈচিত্ৰ্যপূৰ্ণ, সংঘাতময়, কৰ্মসংস্কৃতিৰে পূৰ্ণ জীৱন ত্যাগ কৰি মৃত্যু হোৱাৰ সময়ত আজানৰ কাষত সকলো সঙ্গীৰ লগতে পত্নী আৰু দুজন পুত্ৰও আছিল। শৰাগুৰি চাপৰিৰ মছজিদৰ কাষতে তেওঁক কবৰ দিয়া হয়।

এইদৰেই শঙ্কৰদেৱৰ উত্তৰ কালৰ এজন শ্ৰেষ্ঠ অসমীয়াই পৱিত্ৰ অসমভূমিক আৰু পৱিত্ৰ কৰিলে। নিজৰ কৰ্মেৰে তেওঁ মহীয়ান হ'ল। আজিও প্ৰায় প্ৰতিজন অসমীয়াৰে প্ৰিয় আজানৰ জিকিৰ। আজিও বিভিন্ন সময়ত আজানৰ সৃষ্টিয়ে গুঞ্জৰিত কৰি ৰাখে অসমৰ আকাশ-বতাহ.....।



# (১৭)

# জয়ধ্বজ সিংহ

আহোম ৰজাসকলে পূৰ্বে হিন্দু বা বৈষ্ণৱ ধৰ্মৰ প্ৰতি সদ্‌ভাৱ পোষণ কৰি নানা দেৱ-দেৱীৰ নামত দৌল তৈয়াৰ কৰিলেও হিন্দু ধৰ্মক ৰজাঘৰীয়া ধৰ্মৰ মৰ্যাদা দিয়াৰ সাহস কৰা নাছিল। এই কাম কৰিলে স্বৰ্গদেৱ চুতামলাই। তেওঁ ১৬৫৪ খ্ৰীষ্টাব্দত সিংহাসনত উঠি হিন্দু ধৰ্ম গ্ৰহণ কৰি জয়ধ্বজ সিংহ নাম লয়। অৱশ্যে এই সম্পৰ্কত বুৰঞ্জী লেখকসকলৰ মাজত মতৰ অমিলো দেখা যায়। এডৱাৰ্ড গেইটৰ মতে জয়ধ্বজ সিংহ ১৬৪৮ খ্ৰীষ্টাব্দত আৰু কাশীনাথে তামুলী ফুকন, আৰু গুণাভিৰাম বৰুৱাৰ মতে ১৬৫৪ চনত সিংহাসনত উঠে। ৰজা জয়ধ্বজ সিংহই তামৰ ফলিত লিখিত ভালেমান দেবোত্তৰ মাটি দান কৰি নিৰঞ্জন বাপুৰ ওচৰত হিন্দুত্বৰ শৰণ লয় আৰু আউনীআটি সত্ৰ প্ৰতিষ্ঠা কৰাই দিয়ে। নৰীয়া ৰজা চুতিঙ্গফাৰ পুত্ৰ হোৱাৰ বাবেই তেওঁ নানা ধৰণৰ ষড়যন্ত্ৰৰ বলি হৈছিল। বহুকেইটা আক্ৰমণৰ পৰা তেওঁ দৈ ৱক্ৰমে ৰক্ষা পৰিছিল। অৱশ্যে আপোন মানুহৰে ষড়যন্ত্ৰৰ পৰা ৰক্ষা নপৰিল নৰীয়া ৰজা। মাথো দুবছৰকাল ৰাজত্ব কৰি ভাতৰ লগত মিহলোৱা বিহ খাই তেওঁৰ মৃত্যু হয়। জয়ধ্বজ সিংহই সেইবাবেই তেওঁ যাতে কোনো ধৰণৰ ষড়যন্ত্ৰৰ বলি হ'ল লগা নহয়, তাৰ বাবে অহৰহ সক্ৰিয় থাকিছিল আৰু ঈশ্বৰৰ প্ৰতি ৰাখিছিল চূড়ান্ত আস্থা।... এই আস্থাৰ বাবেই তেওঁ বোধহয় হিন্দু ধৰ্মৰ প্ৰতি আকৃষ্ট হৈছিল। অৱশ্যে এই সম্পৰ্কতো এক ৰসাল কাহিনী আছে।

পূৰ্বতে প্ৰতাপ সিংহ স্বৰ্গদেৱৰ দিনত হিন্দু শাস্ত্ৰৰ পণ্ডিত মিশ্ৰ বাপুক হত্যা কৰা হৈছিল। এই সম্পৰ্কত পশ্চিমফালৰ এজন পণ্ডিতে হেনো গণনা কৰি কৈছিল যে পূৰ্বদেশত (আহোম ৰাজ্য!) এজন মহাসন্তক হত্যা কৰা হ'ল, তাৰ বাবেই ৰাজ্যখনত অপায়-অমঙ্গল হ'ব। সঁচাকৈয়ে নানা ষড়যন্ত্ৰত পৰি প্ৰতাপ সিংহৰ পুত্ৰ চুৰমফা (ভগা ৰজা)-ই তিনি বছৰ ৰাজত্ব কৰিয়েই স্বৰ্গদেৱ বাবৰ পৰা আঁতৰি যাবলৈ বাধ্য হয়। পাছত ডাঙৰীয়া বিষয়াসকলে এওঁক হত্যা কৰাইছিল। চুৰমফাৰ পাছত তেওঁৰ পুত্ৰ চুতিঙ্গফা ৰজা হ'ল যদিও দুবছৰতে তেওঁৰ বিহ খাই মৃত্যু হয়। এইবোৰ বোধহয় ৰাজ্যৰ অপায়-অমঙ্গলৰেই চিন। সেইবাবেই পূৰ্বৰ ৰজাৰ দিনৰ কৰ্মৰ প্ৰায়শ্চিত্ত কৰিবৰ ইচ্ছাৰে জয়ধ্বজ সিংহই মিশ্ৰ বাপুৰ ল'ৰাক বিচাৰি উলিয়াবলৈ নিৰ্দেশ দিলে।

মিশ্ৰ বাপুৰ দুজন ল'ৰা আছিল। এই ল'ৰা দুজনো ৰজাৰ ষড়যন্ত্ৰৰ বলি

হ'ব বুলি ভাবি মিশ্ৰৰ বিধবা পত্নীয়ে পুত্ৰদ্বয়ক লুকুৱাই ৰাখিলে আৰু নিৰঞ্জন বাপুক মিশ্ৰৰ পুতেক বুলি ৰজাৰ আগত উপস্থিত কৰালে। ৰজাই নিৰঞ্জন বাপুৰ ওচৰত শৰণ ল'লে আৰু আউনীআটি নামেৰে এক সত্ৰ প্ৰতিষ্ঠা কৰালে। এই নিৰঞ্জন বাপুৱেই আউনীআটি সত্ৰৰ প্ৰতিষ্ঠাতা।

কৈ থোৱা উচিত হ'ব যে স্বভাববিলাসী এইজনা স্বৰ্গদেৱ ৰাজপাটত উঠোতে বিৰাট আনন্দোৎসৱৰ আয়োজন কৰিছিল। বনৰীয়া জন্তুক আনি এই উৎসৱত বিৰাট যুঁজৰ আয়োজন কৰা হৈছিল। আহোম স্বৰ্গদেৱসকলৰ পূৰ্বপুৰুষ খুনলুং আৰু খুনলায়ে স্বৰ্গৰ পৰা অনা দেৱতাৰ মূৰ্তি 'চোমদেও'ক উলিয়াই আনি সিংহাসনত স্থাপন কৰা হৈছিল। বন্দুক-বাৰুদ ফুটোৱা হৈছিল, গান-বাজনাৰে ৰজনজনাই আছিল চৌদিশ। ব্ৰাহ্মণ বা পণ্ডিত-জ্ঞানীয়ে ৰাজপ্ৰসাদৰ পৰা বিভিন্ন উপহাৰ পাইছিল। বিভিন্ন ৰাজ্যৰ শাসকসকলে জয়ধ্বজলৈ শুভেচ্ছা জনাই চিঠি পঠিয়াইছিল।... মুঠতে এনে এক বৃহৎ উৎসৱৰ আয়োজন চলিছিল, যিটো আহোম ৰাজবংশত বিৰল আৰু বুৰঞ্জীয়ে আজি পৰ্যন্ত সেয়া পাহৰিব পৰা নাই।

জয়ধ্বজ সিংহৰ দিনৰ আন এক গুৰুত্বপূৰ্ণ ঘটনা হ'ল, মুদ্ৰাক জনসাধাৰণৰ ওচৰলৈ নিয়াটো। পূৰ্বতে নৰীয়া ৰজাই কছাৰী ৰাজ্যৰ লগত ব্যৱসায়ৰ আদান-প্ৰদানৰ মানসেৰে দুই ৰাজ্যৰ সীমাত এখন বজাৰ পাতিছিল। এই বজাৰত যথেষ্ট বেচা-কিনা হোৱা দেখি জয়ধ্বজ সিংহই সিংহৰ ছবিৰে আঠচুকীয়া সোণৰ আৰু ৰূপৰ কহ মোহৰ মাৰিলে। এই সোণৰ আৰু ৰূপৰ মুদ্ৰাবোৰ মাথো ৰজাঘৰীয়া বা ডা-ডাঙৰীয়াৰ পৰিয়ালতে সীমাবদ্ধ নাৰাখি এইজনা স্বৰ্গদেৱে সাধাৰণ লোকৰ মাজলৈকো নিলে।

ৰজা প্ৰতাপ সিংহৰ দিনত বৰসেনাপতি মোমাই তামুলী বৰবৰুৱাৰ স'তে হোৱা চুক্তিৰ পাছত দিল্লী বা আন ঠাইৰ কোনো মুছলমানে আহোম ৰাজ্য আক্ৰমণ কৰা নাছিল। কিন্তু জয়ধ্বজ সিংহৰ সময়ত আকৌ মুছলমানে আহোম ৰাজ্য আক্ৰমণ কৰিলে। স্বৰ্গদেৱে যুদ্ধ-বিগ্ৰহ বৰ বেছি ভাল পোৱা নাছিল। অৱশ্যে তেওঁ পুনৰ যাতে ষড়যন্ত্ৰৰ বলি নহয়, তাৰ বাবে অহৰহ সাৱধানে থাকিছিল, এই সম্পৰ্কত চোৰাংচোৱাও নিয়োগ কৰিছিল আৰু কাৰোবাৰ মুখত ষড়যন্ত্ৰৰ কিবা গোন্ধ পালেই তেওঁক হত্যা কৰা হৈছিল। সঘনে ডাঙৰীয়া বিষয়াসকলৰ পদ সলনি কৰা হৈছিল।

জয়ধ্বজ সিংহ আছিল অতি কঠোৰ শাসক। আচলতে কঠোৰ শাসক নহ'লে সেই সময়ত আহোম ৰাজসিংহাসনত টিকি থকাও কঠিন আছিল। এবাৰ এটা ষড়যন্ত্ৰত স্বয়ং ৰাজমন্ত্ৰী শুকুলাহুদু বুঢ়াগোহাঞি লিপ্ত থকাৰ প্ৰমাণ পাই তেওঁক অন্যান্য ষড়যন্ত্ৰকাৰীসকলৰ সৈতে ধৰাই আনি মুখত জ্বলন্ত আঙঠা দি অমানুষিকভাৱে হত্যা কৰিছিল। আন এজন মন্ত্ৰী সৰু বুঢ়াগোহায়ে এবাৰ

কেইজনমান বন্দীক পলাবলৈ দিয়া বুলি শুনি জয়ধ্বজ সিংহই নিজে উদ্যোগ লৈ বৰগোহাঞিক আনি বেতেৰে কোবাই পুতেকৰ শৰীৰৰ পৰা মঙহ কাটি সেয়া খাবলৈ দি নানা ধৰণৰ অমানুষিক অত্যাচাৰ কৰি মাৰিছিল। স্বয়ং মন্ত্ৰীৰে তেনে শাস্তি হোৱা দেখি আন কোনো ডাঙৰীয়া-বিষয়াই প্ৰশাসনযন্ত্ৰ আৰু ৰজাৰ বিপক্ষে কাম কৰিবলৈ সাহ নকৰিছিল।

জয়ধ্বজ সিংহৰ সময়ছোৱাত মুছলমানসকলে পুনৰ আহোম ৰাজ্য আক্ৰমণ কৰিছিল। ঔৰংজেব দিল্লীৰ সিংহাসনত উঠিছিল নিজৰ ভ্ৰাতৃ আৰু পিতৃক বন্দী কৰি। কিন্তু সেই সময়ছোৱাতে ঔৰংজেবৰ এজন ভ্ৰাতৃ শ্বাহচুজা বঙ্গদেশৰ চুবেদাৰ হৈ আছিল। এই বঙ্গদেশৰ চুবেদাৰ ভ্ৰাতৃজনে পাছলৈ ঔৰংজেবক প্ৰতিশোধ ল'ব বুলি ভাবি বিশ্বাসী সেনাপতি মিৰজুমলাৰ হতুৱাই শ্বাহচুজাক হত্যা কৰালে আৰু মিৰজুমলাক বঙ্গৰ চুবেদাৰ পাতিলে। মিৰজুমলাই শ্বাহচুজাক আক্ৰমণ কৰোতে ওচৰৰ কোঁচবিহাৰৰ ৰজাই চুজাক সহায় কৰিছিল, যিটো ঘটনা সহ্য কৰিব পৰা নাছিল মিৰজুমলাই। এই খঙৰ ভমকতে মিৰজুমলাই ১৬৬১ চনত কোঁচবিহাৰ আক্ৰমণ কৰে আৰু কোঁচৰজা বিষ্ণুনাৰায়ণক মুছলমান ধৰ্ম গ্ৰহণ কৰিবলৈ কৈ বছৰেকত দহ লাখ টকাৰ কৰতলীয়া ৰজা পাতি সেই আপাহতে আহোম ৰাজ্য আক্ৰমণ কৰে। সেই সময়ত অসমলৈ আহিবলৈ কোনো ধৰণৰ বিশেষ বাট-পথ নাছিল। সেইবাবে মিৰজুমলা আৰু সেনাপতি মজুম খাঁই হাবি কাটি বাট মোকলাবৰ বাবে সৈন্যসকলক নিৰ্দেশ দিছিল। অৱশ্যে পূৰ্বতে মুছলমানসকলে ব্ৰহ্মপুত্ৰইদি নাৱেৰে আহি আহোম ৰাজ্য আক্ৰমণ কৰিছিল। সেইবাৰ খৰালি কাল হোৱাৰ বাবেই ব্ৰহ্মপুত্ৰয়ো শুকাই কৰকবীয়া মাৰিছিল। সেইবাবেই আগুৱাই যোৱাত মুছলমান সৈন্যৰ অশেষ কষ্ট হৈছিল। তথাপি বহু কষ্টৰ মূৰকত এদিন মোগল সৈন্যবাহিনী শিমলুগড়ত উপস্থিত হ'ল। শিমলুগড়ত আহোম ৰজাই এক বৃহৎ কোঠ নিৰ্মাণ কৰি থৈছিল যাতে পশ্চিমফালৰ পৰা অহা আক্ৰমণকাৰীৰ বিৰুদ্ধে যুঁজ দিব পৰা যায়। প্ৰায় দুহেজাৰ আহোম সেনা এই কোঠ বা দুৰ্গৰ ভিতৰত সোমাই আছিল। মোগল সেনা আগুৱাই অহা দেখি এই আহোম সেনাবোৰে সাহসী সেনাপতিৰ অভাৱত কোঠ এৰি পলাল। ৰজা জয়ধ্বজ সিংহয়ো ৰাজধানী এৰি চৰাইদেও পাহাৰত বান্ধি থোৱা ঘৰ এটাত আশ্ৰয় ল'লে। নগৰৰ পৰা পলাই যোৱা বাবে জয়ধ্বজক ভগনীয়া ৰজাও বোলে। তাৰ পাছত কোনো ধৰণৰ বাধাৰ সন্মুখীন নোহোৱাকৈ মিৰজুমলাই আহোম ৰাজধানী গড়গাঁও অধিকাৰ কৰিলে। ডা-ডাঙৰীয়াসকলেও মিৰজুমলাৰ ওচৰত বশ্যতা স্বীকাৰ কৰিলে।

কিন্তু কেইমাহমানৰ পাছতেই মিৰজুমলাৰ অৱস্থা বেয়াৰ ফালে ঢাল

খালে। সেই বছৰ যেতিয়া বানপানীয়ে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে, তেতিয়া মুছলমান সেনাসকল নানা ধৰণৰ অসুবিধাত পৰিল। নতুন ঠাইত আহি জহনী ৰোগতো তেওঁলোক আক্ৰান্ত হ'ল। ঘোঁৰাক খুৱাবলৈ ঘাঁহৰ অভাৱ হ'ল, জাকে জাকে ঘোঁৰা মৰিল। জয়ধ্বজ সিংহৰ বাবে মোগলক আক্ৰমণ কৰাৰ এয়াই সুবৰ্ণ সুযোগ। জয়ধ্বজে এই সুযোগতে চৰাইদেওৰ পাহাৰৰ খোৰোঙৰ পৰা ওলাই সেনা গোটাই মোগল সেনাক উৎপীড়ন চলাবলৈ ধৰিলে। সিহঁতে যাতে খাবলৈ উৎকৃষ্ট বয়-বস্তু নাপায়, তাৰবাবেও নানা তৰহৰ কৌশল অৱলম্বন কৰিলে। শেষত উপায় নাপাই মিৰজুমলাই জয়ধ্বজ সিংহলৈ সন্ধিৰ প্ৰস্তাৱ আগবঢ়ালে। আহোম ৰজায়ো সন্ধিৰ প্ৰস্তাৱ মানি ল'লে আৰু ৰমনী গাভৰুক ঔৰংজেবলৈ বিয়া দি যৌতুক হিচাপে ২০০ বান্দী-বেটী, ডেৰকুৰি হাতী, সোণৰ মোহৰ দুহেজাৰ আৰু বাৰ হেজাৰ ৰূপৰ মোহৰ দিল্লীলৈ পঠাই দিলে। ইমানবোৰ বয়-বস্তু দি মিৰজুমলাৰ লগত সন্ধি নকৰাকৈয়ো জয়ধ্বজ সিংহই মোগলক ৰাজ্যৰ পৰা খেদি পঠাব পাৰিলেহেঁতেন। কিন্তু দুষ্ট বুদ্ধিৰ খকুৰা মোগলে যাতে বাৰে বাৰে আহোম ৰাজ্যলৈ চোঁচা লৈ ৰাজ্যখনক দুৰ্বল কৰি নেপেলায়, তাৰবাবেই স্বৰ্গদেৱে এই ব্যৱস্থা কৰিছিল।

জয়ধ্বজ সিংহই যে মাথো মুছলমানসকলৰ বিৰুদ্ধেহে যুদ্ধ কৰিছিল সেয়া নহয়; তেওঁ মিৰি, নগা আদিৰ উৎপাতো কঠোৰ হাতেৰে দমন কৰিছিল। ১৬৫৫ চনত এবাৰ মিৰিসকলে আহোম ৰাজ্য হঠাতে আক্ৰমণ কৰি দুজন লোকক হত্যা কৰাৰ পাছত জয়ধ্বজ সিংহৰ বাহিনীয়ে ১২ খন মিৰি গাঁৱত জুই লগাই দি তিনিশ মিৰি লোকক হত্যা কৰি এটা ডাঙৰ শিক্ষা দিছিল। যাৰ বাবে তাৰ পাছত মিৰিসকলে আৰু আহোম ৰাজ্যৰ বিৰুদ্ধাচৰণ কৰিবলৈ সাহ কৰা নাছিল।

জয়ধ্বজ সিংহৰ শাসনকালত মোগল সেনাপতি মিৰজুমলাৰ সৈতে অহা চাহাবুদ্দিন টালিছ নামৰ লেখকজনে সেই সময়ৰ অসম ৰাজ্য আৰু ৰজাৰ বিষয়ে লিখিছিল এনেদৰে—"...বহু সৈন্য-সামন্ত, অনুগত প্ৰজা, লগুৱা-নিকচৌ আৰু সা-সম্পত্তিৰ গৰাকী ৰজা(সকল) বৰ আত্মবিশ্বাসী আৰু অহঙ্কাৰী আছিল। ৰজাৰ বহুবিলাক বাহুবলী ৰণুৱা আছিল। হাতীবোৰ আছিল একো একোটা পাহাৰৰ সমান আৰু দেখিলে ভয় লগা।... হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰিলেও অহঙ্কাৰী আহোম ৰজাই মূৰ্তিৰ ওচৰত মূৰ নোদোঁৱাইছিল। তেওঁ নিজকে এজন অৱতাৰ বুলিও গণ্য কৰিছিল .

ৰাজ্যৰ অধিবাসীসকল বেধৰ্মী আছিল।... যিকোনো জাতিৰ লোকে ৰন্ধা বস্তু বাছ্-বিচাৰ নকৰাকৈ খাইছিল আৰু যিকোনো কাম কৰি পেট প্ৰৱৰ্তাইছিল। মুছলমান, অমুছলমান যিকোনো লোকৰ হাতেৰে তেওঁলোকে খাইছিল। মৃত আৰু বলি দিয়া জন্তুৰ মাংসও বিনা দ্বিধাই খাইছিল। বীৰত্বত তেওঁলোক

আছিল আগশাৰীৰ। যিকোনো কামৰ বাবে পিছ হুহকি নগৈছিল। তেওঁলোক আছিল যুদ্ধপ্ৰিয় আৰু ৰক্ত পিপাসু। মানুহ মাৰিবলৈ বা নিজে মৰিবলৈ ভয় নকৰিছিল।... কিছুমান মানুহৰ দুগৰাকী ঘৈণীয়েক থাকিলেও সাধাৰণতে একোজন মুনিহৰ চাৰি/পাঁচ গৰাকীকৈ তিৰোতা আছিল। তেওঁলোকে সমিল মিলেৰে নিজৰ মাজত তিৰোতা সলাইছিল বা বেচা-কিনা কৰিছিল।

...ৰজাক সাক্ষাতৰ বাবে থকা কোঠাটোক চোলঙ বুলিছিল। ই দীঘলে ১২০ হাত আৰু বহলে ৩০ হাত আছিল। কোঠাটোত মুঠতে ৬৬টা খুঁটা আছিল আৰু প্ৰতিটো খুঁটাৰ ব্যাস আছিল চাৰি হাত। এই খুঁটাবোৰ অতি মসৃন আৰু মেচিনত কটা যেন লাগিছিল। এই ৰাজ কাৰেঙৰ কাঠৰ কাৰুকাৰ্যৰ সৌন্দৰ্য লেখাৰে প্ৰকাশ কৰাটো অসম্ভৱ। বোধকৰো এনে ধৰণৰ কাঠৰ কাৰুকাৰ্য খচিত মূৰ্তি পৃথিৱীৰ ক'তোৱেই নাছিল।"

যিয়েই নহওক, দুজন পুত্ৰ আৰু ছজনী কন্যাৰ পিতৃ জয়ধ্বজ সিংহই মাথো ন বছৰহে আহোম ৰাজ্যত ৰাজত্ব চলালে। এইগৰাকী স্বৰ্গদেৱ বুদ্ধি-বৃত্তি, সাহস বা কূটনীতি কোনো ক্ষেত্ৰতে সিদ্ধহস্ত নাছিল। নাছিল বলশালী বা প্ৰৱল প্ৰতাপীও। আহোম ৰাজ্যৰ ডা-ডাঙৰীয়া বা ৰাজ পৰিয়ালৰ নানাজনৰ ষড়যন্ত্ৰ আৰু ক্ষমতাৰ প্ৰতি মোহ দেখি তেওঁ সকলোৰে পৰাই সকলোৰে প্ৰতি সন্ত্ৰস্ত হৈ থাকিছিল। ঈশ্বৰৰ প্ৰতি বিশ্বাস আৰু ৰাজ্যৰ বহু সংখ্যক হিন্দু প্ৰজাৰ ধৰ্মীয় বিশ্বাসক গুৰুত্ব দি হিন্দু ধৰ্মত শৰণ লৈছিল। বৃহত্তৰ অসমীয়া জনজীৱনৰ সৈতে মিলি যোৱাৰ ক্ষেত্ৰত এয়া তেওঁৰ এক মহান উদাৰতা। তদুপৰি সাধাৰণ প্ৰজাৰ মাজতো মুদ্ৰাৰ ব্যাপক প্ৰচলন কৰি তেওঁলোকক বেপাৰ-বাণিজ্যৰ সুযোগ দি ৰাজ্যৰ অৰ্থনীতিৰ ভেটি সুদৃঢ় কৰিব বিচৰা জয়ধ্বজ সিংহৰ মাথো এই দুটা বিশেষ বৈশিষ্ট লক্ষ্য কৰা যায়। নিতান্তই সাধাৰণ হ'লেও এই দুটা ঘটনাৰ গুৰুত্ব যথেষ্ট আছে। ধৰ্ম (তেতিয়াৰ যুগত) আৰু অৰ্থনীতিয়েইতো ৰাজ্য এখনৰ ভেটি শক্তিশালী কৰে!



(১৮)

# লাচিত বৰফুকন

অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক ভেটি সুদৃঢ়কৰণৰ ক্ষেত্ৰত যিগৰাকী ব্যক্তিৰ অৰিহণা সৰ্বাধিক গুৰুত্বপূৰ্ণ, সেই মোমাই তামুলী বৰবৰুৱাৰেই কনিষ্ঠ পুত্ৰ লাচিত। লাচিত বৰফুকনেই অসমৰ সৰ্বশ্ৰেষ্ঠ বীৰ, যোদ্ধা; যিগৰাকীয়ে যিকোনো মূল্যৰ বিনিময়ত অসমক সুৰক্ষিত কৰি ৰাখিব বিচাৰিছিল। পিতৃৰ পৰাই লাচিতে কৰ্ম আৰু কৰ্তব্যৰ শিক্ষা পাইছিল। আহোম ৰাজ্যৰ সেনাপতি আৰু বৰবৰুৱাৰ দায়িত্বত থকা দেউতাকৰ কৰ্তব্যনিষ্ঠা দেখি লাচিতে সৰুৰে পৰা দেউতাকৰ দৰেই হ'বলৈ যত্ন কৰিছিল। দেউতাকে কৰা বিভিন্ন কাম সূক্ষ্ম দৃষ্টিৰে পৰ্যালোচনা আৰু অনুশীলন কৰিছিল লাচিতে। আনসকল ৰাজপুত্ৰ, উচ্চপদত থকা বিষয়াসকলৰ পুত্ৰক দিয়াৰ দৰেই লাচিতকো আহোম শাস্ত্ৰ, অৰ্থশাস্ত্ৰ আৰু হিন্দু দণ্ডনীতিৰ শিক্ষা দিয়া হৈছিল। শিক্ষা সাং কৰি লাচিত বৰফুকনে যিটো কামত প্ৰথমবাৰৰ বাবে নিযুক্তি পাইছিল সেয়া হ'ল— ৰাজমন্ত্ৰী ডাঙৰীয়াৰ হাচটি ধৰা তামুলী। হাচটি ধৰা তামুলী পদটো ঘৰুৱা সচিব পদৰ সমপৰ্যায়ৰ। হাচটি ধৰা তামুলীয়ে মন্ত্ৰীৰ তামোল-পাণ আৰু কাকত-পত্ৰ লৈ গৈ ৰজাৰ বৰচ'ৰাত হোৱা পাত্ৰমন্ত্ৰীৰ মেলত উপস্থিত থাকিব পাৰিছিল। এইদৰে বিভিন্ন মেলত থকাৰ সুযোগ পাই ৰাজনীতি, সমাজনীতি আদিৰ বিভিন্ন ক্ষেত্ৰত জ্ঞান লাভ কৰিছিল।

সেই সময়ৰ শিক্ষা মাথো অসামৰিকেই নাছিল। সকলো শিক্ষা গ্ৰহণ কৰিব বিচৰা যুৱকেই সামৰিক বা অস্ত্ৰ শিক্ষা লোৱাটো বাধ্যতামূলক আছিল। সেইবাবে আনবোৰ বিষয়ৰ লগতে অস্ত্ৰ শিক্ষাতো লাচিতে নিপুণতা লাভ কৰিছিল। হাচটি ধৰা তামুলীৰ বাব পোৱাৰ পাছত লাচিতে ক্ৰমান্বয়ে কি কি পদবী লাভ কৰি বৰফুকনৰ মৰ্যাদা পাইছিল সেই বিষয়ে খাটাংকৈ একো ক'ব পৰা নাযায়। তথাপি ক'ব পাৰি তেওঁ প্ৰথমে ঘোঁৰা বৰুৱাৰ পদ লাভ কৰিছিল। এই পদত থাকোতে দুৰ্দান্ত ঘোঁৰাকো বশ কৰি লাচিতে সকলোৰে প্ৰশংসা পাইছিল। তাৰ পাছত ক্ৰমশঃ কৰ্তব্যনিষ্ঠা আৰু সততাৰে তেওঁ দুলীয়া বৰুৱাৰ পদলৈ উঠিছিল। তাৰ পাছত গড়গাঁৱৰ ওচৰত শিমলুগুৰি খেলৰ প্ৰধান বিষয়া শিমলুগুৰীয়া ফুকনৰ পদ লাভ কৰিছিল। শিমলুগুৰীয়া ফুকনৰ পাছত তেওঁ লাভ কৰে দোলাকাষৰীয়া বৰুৱাৰ পদ। এই পদ লাভ কৰি ৰজাৰ একেবাৰে নিকট ব্যক্তি হোৱাৰ সুযোগ পাইছিল তেওঁ, কাৰণ ৰজা ক'ৰবালৈ যাওঁতে তেওঁৰ দোলাৰ চাৰিওফালে থকা পহৰীয়া

আৰু সৈনিকৰ দায়িত্ব তেঁৱেই ল'ব লগা হৈছিল। এই পদত থাকোতেই লাচিতৰ বীৰত্ব আৰু পৰিশ্ৰম শক্তি ৰজাৰ চকুত পৰে। তদুপৰি মিৰজুমলাইও অসম আক্ৰমণ কৰিছিল সেই সময়তে। আৰু দিখৌমুখত শত্ৰু সৈন্যৰ স'তে যুঁজ দি লাচিতে দেখুওৱা পৰাক্ৰমৰ বিষয়েও আহোম ৰজাই জানিব পাৰিছিল। বিভিন্ন ক্ষেত্ৰত সাহস আৰু বীৰত্বৰ প্ৰমাণ পোৱাৰ পাছত আহোম ৰজাই লাচিতকে বৰ-সেনাপতি পতাৰ ইচ্ছা প্ৰকাশ কৰিলে। পাত্ৰমন্ত্ৰীসকলেও ৰজাৰ কথাত হয়ভৰ দিলে। তথাপি লাচিতৰ বীৰত্ব আৰু প্ৰত্যুৎপন্নমতিতা জুখি চাবৰ বাবে ৰজাই তেওঁক সেনাপতি পতাৰ কথাটো ঘোষণা কৰাৰ ঠিক আগে আগে এক পৰীক্ষা লোৱাৰ বাবে মনস্থ কৰিলে। লাচিতক স্বৰ্গদেউৰ ওচৰলৈ মাতি অনা হ'ল। স্বৰ্গদেউৰ আগত আঁঠু ল'বৰ সময়ত আঁৰত থকা পহৰীয়া এটাই আগতে ব্যৱস্থা কৰি থোৱা মতে তীব্ৰ বেগেৰে আহি লাচিতৰ মূৰৰ বস্ত্ৰ থাপ মাৰি কাঢ়ি লৈ গ'ল। এইদৰে মূৰৰ মৰ্যাদাসম্পন্ন কাপোৰ কাঢ়ি নিয়াটো লজ্জা আৰু অপমানৰ কথা। লাচিতে লগে লগে মহাৰজাৰ সিংহাসনৰ তলত সোমাই যোৱা পহৰীয়াটোক কাটি পেলাবলৈ হেঙ্গদান লৈ খেদি গ'ল। লাচিতৰ উগ্ৰমূৰ্তি দেখি ৰজাই সন্তোষ পালে আৰু পহৰীয়াজনক নামাৰিবলৈ নিৰ্দেশ দিলে। তাৰ পাছত ৰজাই সোণোৱালী হেঙ্গদান আৰু মৰ্যাদা অনুসৰি খিতাপ দি আহোম ৰাজ্যৰ সেনাপতি আৰু বৰফুকন পদত নিযুক্তি দিলে। লাচিত বৰফুকন সেনাপতি হোৱাৰ কেইদিনমানৰ পাছতে মোগলৰ আহোমৰ যুদ্ধ আৰম্ভ হৈছিল। যুদ্ধৰ আৰম্ভণিতে লাচিত বৰফুকনে ঘোষণা কৰিলে যে যুদ্ধত অৱহেলা কৰা সৈন্যসকলৰ সকলোকে তেওঁ কাটি টুকুৰা-টুকুৰ কৰিব। অৱশ্যে শিৰচ্ছেদ বা ৰক্তাক্ত কৰি যিকোনো মৃত্যুদণ্ড দিবলৈ ৰজাৰ আদেশৰ প্ৰয়োজন হৈছিল। খাবলৈ নিদি শুকুৱাই মৰা বা পানীত পেলাই মৰা অধিকাৰহে বৰফুকনৰ আছিল। অৱশ্যে যুদ্ধক্ষেত্ৰত কৰ্তব্যত অৱহেলা কৰা সৈন্যক শাস্তি দিবলৈ কোনো নীতি-নিয়মৰ প্ৰয়োজন আছে বুলি লাচিতে নাভাবিছিল। সকলো সৈন্যকে তেওঁ কৈছিল যে যিকোনো প্ৰকাৰে শত্ৰুৰ বিৰুদ্ধে জয়লাভ কৰাটোৱেই আহোম সেনাৰ বাবে প্ৰধান আৰু একমাত্ৰ কথা।

১৬৬৭ চনৰ বাৰিষাৰ আগে আগে যুদ্ধৰ আয়োজন সম্পূৰ্ণ হ'ল। ইতিমধ্যে কলিয়াবৰকে আদি কৰি নামনি অসম মোগলে অধিকাৰ কৰি থৈছিল। আনকি সম্পূৰ্ণ স্থিতাৱস্থা বাহাল ৰাখি মোগলে নিজে অধিকাৰ কৰা ঠাইখিনিৰ শাসন ব্যৱস্থাও পৰিচালনা কৰিবলৈ লৈছিল। ১৬৬৭ চনৰ ২০ আগষ্ট বৃহস্পতি বাৰে আহোম সৈন্য দুভাগত বিভক্ত হৈ ব্ৰহ্মপুত্ৰইদি আগুৱাই আহিল। লাচিত বৰফুকনৰ নেতৃত্বত সৈন্যই কলিয়াবৰত মোগল সৈন্যক আক্ৰমণ কৰিলে। আহোম সৈন্য আগুৱাই আহিল আৰু গুৱাহাটীৰ ওচৰৰ কাজলীৰ গড় অতি সোনকালে আহোমৰ হাতত পৰিল। গুৱাহাটীত থকা মোগল ফৌজদাৰ হৈছে -

ফিৰোজ খাঁ শত্ৰুৰ এই আক্ৰমণৰ বাবে প্ৰস্তুত নাছিল, তদুপৰি অসমত তেওঁলোকৰ সৈন্য কম আছিল আৰু ৰঙামাটি আৰু ঢাকাৰ পৰা সৈন্য আহি পোৱাৰো সময় নাছিল। কাজলী উদ্ধাৰ কৰাৰ পাছত গুৱাহাটীৰ উত্তৰে মণিকৰ্ণেশ্বৰ আৰু চাহবুৰুজত দুটা কোঠ দি আহোম সৈন্যই গুৱাহাটী আক্ৰমণ কৰাৰ বাবে সাজু হ'ল। তাৰ পাছতে দুভাগত বিভক্ত হোৱা আহোম সেনাই দুমাহৰ ভিতৰতে গুৱাহাটী সহিতে সমগ্ৰ আহোম ৰাজ্য পুনৰুদ্ধাৰ কৰিলে। আহোম স্বৰ্গদেৱ চক্ৰধ্বজ সিংহই হেৰুৱা শৌৰ্য-বীৰ্য, মৰ্যাদা আৰু প্ৰতিপত্তি ঘূৰাই পালে। যুদ্ধ জয়ৰ বাৰ্তা শুনি চক্ৰধ্বজ সিংহই ক'লে—"মই এতিয়াহে সুখেৰে ভাত এগৰাহ খাব পাৰিম।"

গুৱাহাটী সহিতে সমগ্ৰ আহোম ৰাজ্য অধিকৃত কৰাৰ পাছত সেয়া সুশৃঙ্খলাবদ্ধ শাসন ব্যৱস্থাৰে সংৰক্ষণ কৰাৰ বাবে স্বৰ্গদেৱে চেষ্টা কৰিব ধৰিলে। ৰাজনীতি আৰু সামৰিক কৌশলত সিদ্ধহস্ত বিষয়াসকল গুৱাহাটীত লগ হৈ মোগলৰ সম্ভাৱিত আক্ৰমণ ব্যৰ্থ কৰিবৰ বাবে নানা উপায়ৰ কথা চিন্তা কৰিবলৈ ল'লে। তেওঁলোকে ঠিক কৰিলে যে যিহেতু পশ্চিমৰ পৰা আহোম ৰাজ্যলৈ সোমাই অহাৰ দুৱাৰমুখ সদৃশ ঠাই গুৱাহাটী, গতিকে এই ঠাইৰ চাৰিওসীমাত গড় নিৰ্মাণ কৰিব লাগিব যাতে গড়ৰ ভিতৰত মানুহ আৰু সমৰ-সজ্জা, অস্ত্ৰ-শস্ত্ৰ আদি নিৰাপদে ৰাখিব পাৰি। লাচিত বৰফুকনে কৈছিল—"যুদ্ধৰ ঘাটি হিচাপে গুৱাহাটী অত্যন্ত উপযোগী। গুৱাহাটীত থাকি যুদ্ধ কৰা মানে নিজৰ ঘৰত বহি যুদ্ধ কৰাৰ দৰেই।" গুৱাহাটীত গড় সজা কাম চলি থাকোতে চৰাই বা পহু আদি মৰাৰ ছলেৰে লাচিত বৰফুকনে গুৱাহাটীৰ সমীপৱৰ্তী অঞ্চলবোৰৰ বাট-পথ চাই ফুৰিবলৈ ধৰিলে। য'তে-ত'তে হিলৈ আদি পোতাৰ কাম আৰম্ভ হ'ল। তদুপৰি নৈৰ পাৰত আনকি পানীৰ মাজতো গড় বন্ধা কাম সম্পূৰ্ণ হৈ উঠিল। পাণ্ডুৰ পৰা অসুৰৰ আলিলৈকে, শৰাইঘাটৰ পৰা কুৰুৱালৈকে ঠায়ে ঠায়ে সেনাপতি আৰু অস্ত্ৰ-শস্ত্ৰেৰে সু-সজ্জিত হৈ সাজু হ'ল। লাচিত বৰফুকনৰ ঘাটি আছিল ইটাখুলি (শুক্ৰেশ্বৰ)-ৰ নামনিত আৰু উত্তৰপাৰৰ সৈন্য-সামন্ত পৰিচালনা কৰিবৰ বাবে আতন বুঢ়াগোহাঁই ডাঙৰীয়াই লথিয়া পৰ্বতত শিবিৰ পাতি আছিল।

আনফালে আহোমৰ হাতত পৰাজিত হৈ মোগল সৈন্যই খেদা খোৱাৰ পাছত দিল্লীৰ বাদশ্বাহ ঔৰঙ্গজেবে মিৰ্জা ৰজা জয়সিংহৰ পুতেক ৰামসিংহক ১৬৬৮ চনৰ ছয় জানুৱাৰীত অসম আক্ৰমণৰ বাবে সেনাপতি পাতিলে। ৰামসিংহক বাদশ্বাহে আদেশ দিলে বাৰিষা পাৰ হোৱাৰ পাছতে আহোম ৰাজ্য, অন্ততঃ গুৱাহাটী অধিকাৰ কৰিব লাগে। অৱশ্যে হিন্দু সেনাপতি ৰামসিংহই যাতে গোপনে আহোম ৰজা বা মন্ত্ৰীসকলৰ লগত মিত্ৰতা নকৰে, তাৰ বাবে সাৱধানী বাদশ্বাহ ঔৰঙ্গজেবে ভালেমান মুছলমান বিষয়াক চোৰাংচোৱা

হিচাপেও পঠিয়াইছিল।

ৰামসিংহৰ আগমনৰ বাৰ্তা পাই আনসকলৰ লগতে লাচিত বৰফুকনো সাজু হ'ল। গুৱাহাটীৰ গড়, কোঠ আদি আৰু অধিক বলিষ্ঠ কৰা হ'ল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আমিনগাঁৱৰ ওচৰত নতুনকৈ গড় এটা বন্ধা উচিত বুলি সেয়া তৈয়াৰ কৰাৰ ভাৰ নিজৰ মোমায়েকৰ ওপৰত অৰ্পণ কৰিলে লাচিতে। কিন্তু নিৰ্দিষ্ট সময়ত সেই নিৰ্মাণ কাৰ্য সম্পন্ন নোহোৱাত 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি মোমায়েকক দুটুকুৰাকৈ কাটি পেলালে লাচিত বৰফুকনে। লাচিতৰ এই কঠোৰতা আৰু কৰ্তব্যনিষ্ঠা দেখি সৈন্যবাহিনীকে ধৰি সকলোৱেই সাৱধান হ'ল আৰু যিকোনো মূল্যৰ বিনিময়ত আহোম ৰাজ্য ৰক্ষা কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হ'ল। ...ৰামসিংহ আহি অসম পালেহি। মোগল সেনাৰ স'তে যুদ্ধ কৰিবলৈ নতুন নতুন প্ৰণালী উদ্ভাৱন কৰা হ'ল। দক্ষিণকূল ৰক্ষা কৰাৰ দায়িত্ব লাচিত বৰফুকন বৰসেনাপতিৰ হাতত ন্যস্ত হ'ল।

ৰামসিংহ ৰঙ্গামাটি পাওঁতে মানাহত থকা আহোম সৈন্যসকলে যুঁজ কৰিলে। কিন্তু আহোম সৈন্য পৰাজিত হ'ল। ৰামসিংহই এহেজাৰ হেঙাল কুকুৰ লগত আনিছিল, ধোঁৱাৰ আঁৰ লৈ সেই কুকুৰবোৰে যুদ্ধক্ষেত্ৰ আৰু শিবিৰসমূহৰ পৰা অসমীয়া সৈন্যক কামুৰি চোঁচোৰাই লৈ গৈছিল। অসমীয়া সৈন্যই এনে সংকটত পৰিব বুলি ভবাই নাছিল। তেওঁলোকৰ মনোবল টুটি আহিল আৰু মোগল আগুৱাই আহি থাকিল। সেই সময়তে লাচিত বৰফুকনে আত্মৰক্ষাৰ এক নতুন উপায় আৱিষ্কাৰ কৰিলে। শত্ৰুপক্ষক গুৱাহাটীত তৈয়াৰ কৰি থোৱা ৰণক্ষেত্ৰৰ মাজত সুমুৱাই ল'বৰ চেষ্টা কৰিলে। কোনো বাধা নোপোৱাকৈ ৰামসিংহ লাচিতৰ বেহুৰ মাজত সোমাই পৰিল।

বিভিন্ন ঠাইত বিভিন্ন ধৰণে আহোম-মোগলৰ যুদ্ধ চলিযেই থাকিল। কেতিযাবা আহোমৰ পৰাজয় হ'ল, কেতিয়াবা জয। এইদৰে যুদ্ধ চলি থকা সময়তে আহোম স্বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ ১৬৭০ চনৰ এপ্ৰিল মাহত মৃত্যু হয। চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পাছত ভায়েক উদয়াদিত্য সিংহ ৰাজসিংহাসনত উঠিল। যুদ্ধ দীঘলীযাকৈ চলিল। অসমীযা সৈন্যৰ ওজৰ-আপত্তিও বাঢ়িল। সেই সময়ত উপাযহীন হৈ বৰফুকন সমন্বিতে মুখ্য সেনাপতিসকলে গুৱাহাটী মোগলক এৰি দিবলৈ মনস্থ কৰিছিল কিন্তু মহামন্ত্ৰী আ[illegible] বুঢ়াগোহাঁয়ে এই প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰিছিল।

ৰজা ৰামসিংহই ইতিমধ্যে বিভিন্ন ধৰণৰ শান্তিৰ প্ৰস্তাৱ অসমীয়া সেনাপতিসকললৈ পঠি[illegible]ছিল. কিন্তু তেনে প্ৰস্তাৱ [illegible] কাম নিদিব বুলি জানি ৰামসিংহই গুৱাহাটী আক্ৰমণৰ ব্যৱস্থাকে কৰিলে [illegible] বৰফুকনৰ তেতিয়া অসুখ। এইজনা বলশালী [illegible] যেতিয়া সেনাক নেতৃত্ব [illegible] নোৱাৰিব, তেতিয়া আহোমৰ নিশ্চিত পৰাজয় [illegible] সকলোৱে ভাবিবলৈ ধৰা[illegible] নিজৰ মতত

অচল-অটল বৰফুকন ডাঙৰীয়া। তেওঁ ক'লে—"যিমানেই নৰীয়া নহওক, যুদ্ধ এৰাৰ কথা মই সপোনতো ভাবিব নোৱাৰো।" তথাপি যুদ্ধ এৰি পলাবৰ কাৰণে ইমান বেছি খৰ-খেদা লাগি গ'ল যে বহতীয়া পালি-পহৰীয়াই বয়-বস্তু আৰু অস্ত্র-শস্ত্র বুঢ়াগোহাঁই আৰু বৰফুকনৰ নাৱত বোজাই কৰিলে। আনকি বৰফুকনৰ নাও কিছুদূৰ আনি লতাশিল পোৱালে। বৰফুকনৰো বেমাৰত লৰিব-চৰিব নোৱাৰা অৱস্থা হ'ল। তথাপি অসমীয়া সৈন্যক তেওঁ সাহস দিয়াত লাগিল। কিন্তু এচাম জ্যোতিষী, গণকে ক'লে যে আহোম সৈন্যৰ পৰাজয় নিশ্চিত, গতিকে পিছুৱাই যোৱাই উচিত। আহোম ৰাজ্যৰ নীতি আছিল যে যুদ্ধৰ আয়োজন আৰু আক্রমণ আৰম্ভ কৰাৰ পূৰ্বে দৈৱজ্ঞসকলৰ মতামত ল'ব লাগিব। কিন্তু জ্যোতিষী, গণকৰ এনে আত্মবিশ্বাসহীন কথাত বৰফুকনে খং দমাব নোৱাৰি ক'লে—"গণক, স্বৰ্গদেৱে নৌকাটোতে মইহে তোক কাটিম।"

তাৰ পাছতো নৰীয়া দেহাৰে লাচিত বৰফুকনে নানা ৰণকৌশল তৈয়াৰ কৰিলে। নাৱত উঠি সৈন্যসকলক নিৰ্দেশ দিলে। অসমীয়া যুদ্ধৰ নাও মোগলৰ যুদ্ধৰ নাৱৰ মাজত সোমাল। দুয়োপক্ষৰে ভীষণ যুদ্ধ লাগিল। কামাখ্যা, ইটাখুলি আৰু অশ্বক্রান্ত, এই তিনি ঠাইত নাও উপচি পৰিল আৰু মোগল সৈন্যই পানীত পৰি কক্‌বকাই থাকিল। বহু মোগল সৈন্যৰ মৃত্যু হ'ল। শৰাইঘাটৰ যুদ্ধত অসমীয়া সৈন্যৰ জয় হ'ল। লাচিত বৰফুকনৰ কৰ্তব্যনিষ্ঠা আৰু সাহসৰ বাবেহে নিৰ্ঘাত পৰাজিত হ'ব লগা ৰণত অসমীয়া সৈন্য বিজয়ী হ'ল।

১৬৭১ খ্রীষ্টাব্দৰ পাঁচ এপ্রিলৰ দিনাখন ৰামসিংহ উভতি গ'ল। সেই সময়ত হাজোৰ হয়গ্রীব-মাধৱ মন্দিৰত সোমাই পূজাৰীসকলক ৰামসিংহই ক'লে—"বৰ নবাব লাচিত বৰফুকন সামান্য বীৰ নহয় যন্ত্রাকৃতি গড়। মই কোনো ঠাইত ছিদ্রই নাপালো।"

শৰাইঘাটৰ যুদ্ধৰ পাছতে লাচিত বৰফুকনৰ মৃত্যু হয়। যুদ্ধত তেওঁৰ ভীষণ পৰিশ্রম হৈছিল। সেই পৰিশ্রমক পৰিশ্রম নুবুলি নৰীয়া দেহাৰেই যতমানে মোগল সৈন্যৰ বিৰুদ্ধে যুঁজ দিছিল। সেইবাবেই তেওঁৰ ভীষণ স্বাস্থ্য হানি হৈছিল। লাচিত বৰফুকনৰ বীৰত্ব আৰু কৰ্তব্যনিষ্ঠাৰ তুলনা নাই।

এই বীৰ পুৰুষগৰাকী বাৰু দেখাত কেনে আছিল? বুৰঞ্জীত উল্লেখ আছে—"ইটাখুলিৰ নামনিত আছিল লাচিত বৰফুকন। তেওঁৰ মুখখন বহল আৰু পূৰ্ণচন্দ্ৰৰ নিচিনা। কোনেও তেওঁৰ চকুলৈ চাব পৰা নাছিল।" মাথো শ্ৰীচেহেৰাতে নহয়, কামতো উজ্জ্বল আছিল লাচিত। তেওঁৰ কঠোৰ চকুলৈকে নহয়, তেওঁৰ বীৰত্ব, সততা, কৰ্তব্যনিষ্ঠা, অস্ত্ৰবিদ্যা— এইবোৰৰ কোনো ক্ষেত্ৰতে বীৰ লাচিতক প্ৰত্যাহ্বান জনাব পৰা বীৰৰ আৰু অসমত জন্ম হোৱা নাই



(১৯)

# চক্ৰধ্বজ সিংহ

হিন্দু ধৰ্মত শৰণ লোৱা প্ৰথম আহোম ৰজা জয়ধ্বজ সিংহই ন বছৰ আহোম ৰাজ্যত ৰাজত্ব কৰিছিল। জয়ধ্বজ সিংহৰ দুজন পুত্ৰ আছিল, কিন্তু মন্ত্ৰীসকলে এই দুজনক দুৰ্বলমতিৰ বুলি ৰজা নাপাতিলে। অৱশ্যে ১৬৬২ চনত অসমৰ অৱস্থা সম্পৰ্কে লিখিবলৈ চহাবুদ্দিন টালিছ্ নামৰ যিজন লেখক মিৰজুমলাৰ লগত আহিছিল, তেওঁৰ মতে, জয়ধ্বজ সিংহৰ কোনো পুত্ৰ নাছিল। জয়ধ্বজ সিংহৰ বিষয়ে এই মুছলমান লেখকজনে এইদৰে লিখিছে—"...বৰ্তমানৰ ৰজা জয়ধ্বজ সিংহক সৰগী (স্বৰ্গী) ৰজাও বোলা হয়। এই মূৰ্খ ৰজাজনে ভাবিছিল যে তেওঁৰ পূৰ্বপুৰুষ এজন সোণৰ জখলাইদি স্বৰ্গৰ পৰা এই ৰাজ্যলৈ নামি আহিছিল।... মূঠৰ ওপৰত এই বলিয়া ৰজাজন আছিল অতিশয় অহংকাৰী। আন আন ৰজাসকলতকৈ তেওঁ ৰক্ত পিপাসু আছিল। কোনোৱে সামান্য দোষ কৰিলেও, সেই লোকজনৰ পৰিয়ালৰ আটাইকে ধৰি শাস্তি দিছিল নাইবা কাৰোবাৰ ওপৰত কিবা সন্দেহ হ'লে তেওঁ সেই লোকজনৰ বংশকে নিৰ্মূল কৰিছিল। তেওঁৰ ৰাণীসকলে কেৱল কন্যা সন্তানহে জন্ম দি থকাত পাছলৈ অন্য কোনোবাই সিংহাসনত বহিব বুলি ৰজাই ভয় খাইছিল। সেইবাবে তেওঁ ককা, আজোককাৰ পক্ষৰ আটাইকেইজন পুৰুষকে হত্যা কৰিছিল। হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰিলেও অহংকাৰী ৰজাই মূৰ্তিৰ ওচৰত মূৰ নোদোঁৱাইছিল।..." চাহাবুদ্দিনৰ সকলো কথাই মানি ল'ব নোৱাৰি। হয়তো তেওঁ দিল্লীৰাজক সন্তুষ্ট কৰিবলৈহে এইবোৰ কথা লিখিছিল। অসমৰ বুৰঞ্জীবিদসকলে এইজনা ৰজাক ভগনীয়া, তিৰোতা বলিয়া আখ্যা দিছে যদিও তেওঁৰ গুণবোৰৰ বিষয়েও বহুখিনি ব্যাখ্যা কৰিছে। ন দিন অসুখত পৰি যেতিয়া এইজনা ৰজাই মৃত্যুমুখত পৰাৰ উপক্ৰম হৈছিল, সেই সময়তো তেওঁ দেশভক্তি আৰু আত্মমনোবলৰ প্ৰমাণ দিছিল। পাত্ৰমন্ত্ৰীসকলক ওচৰলৈ মাতি আনি কৈছিল—"মোৰ গা ভাল নহয়। মোৰ পাছত এই অসম ৰাজ্যখন যাতে এক হৈ থাকে, তাৰ বাবে ভাল মানুহ এজনক (ৰজা!) সন্মুখত লৈ কাম কৰিবা। মোগল শত্ৰুৰ বুকুৰ শাল উদ্ধাৰ কৰিবা।..." গতিকে জয়ধ্বজ সিংহৰ পুত্ৰ নাছিল নে তেওঁৰ দুজন অনুপযুক্ত পুত্ৰ আছিল, এই বিতৰ্কৰ ভিতৰত নোসোমাই এটা কথাই ক'ব পাৰো যে অসমৰ বাবে এজন উপযুক্ত ৰজা নিৰ্বাচন কৰিবলৈ পাত্ৰমন্ত্ৰীসকলক তেওঁ অনুৰোধ কৰিছিল। অসম ৰাজ্য যাতে ভাঙি নাযায় অথবা দুৰ্বল নহয়, তাৰ বাবে কাম কৰি যাবলৈ নিৰ্দেশ

দিছিল।... ৰজাৰ কথা মানি পাত্ৰমন্ত্ৰীসকলে চাৰিঙৰ এজন যুৱকক সিংহাসনত বহুৱালে। এই সাহসী যুৱকজনক বুৰঞ্জীবিদসকলে জয়ধ্বজ সিংহৰ দদায়েকৰ পুতেক বুলি কয়। আন কিছুৱে কয়, তেওঁ দেওৰজাৰ নাতি। দেওধানীসকলে নতুন ৰজাৰ নাম থলে চুপুংমুং। চুপুংমুঙৰে হিন্দু নাম আছিল চক্ৰধ্বজ সিংহ। ৰজাৰ অভিষেকত বহু ব্ৰাহ্মণ আৰু গণকক ভোজ-ভাত খুৱাই মূল্যবান উপহাৰ দি সন্মান জনোৱা হৈছিল।

চক্ৰধ্বজ সিংহ সিংহাসনত উঠাৰ দিনৰে পৰা অসম-মোগলৰ মাজত হোৱা সংঘৰ্ষই নতুন ৰূপ পালে। ইতিমধ্যে প্ৰায় কৰতলীয়া ৰাজ্য হৈ পৰা অসমক কেনেকৈ মোগলৰ হাতোৰাৰ পৰা উদ্ধাৰ কৰিব পাৰি, সেই চিন্তাতেই তেওঁ নিমগ্ন হ'ল আৰু প্ৰচণ্ডভাৱে গৰ্জি উঠিল—"মোগলৰ অধীন হৈ থকাতকৈ মৃত্যুৱেই শ্ৰেয়।" অৱশ্যে এই গৰ্জনৰ ধ্বনি প্ৰায় দুবছৰ পাছতহে শুনিবলৈ পোৱা গ'ল। কাৰণ ১৬৬৩ চনৰ শেহছোৱাত ৰজাৰ দায়িত্ব গ্ৰহণ কৰা চক্ৰধ্বজ সিংহই ১৬৬৫ চনৰ মাৰ্চ মাহতহে পাত্ৰমন্ত্ৰী আৰু বিষয়াসকলক মাতি আনি নামনি অসমৰ পৰা মোগলক খেদি পঠিওৱাৰ উপায় উলিয়াবলৈ নিৰ্দেশ দিলে। চক্ৰধ্বজ সিংহই ঠিক কৰিছিল যে তুৰন্তে মোগলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব। কিন্তু মন্ত্ৰী আতন বুঢ়াগোহাই ডাঙৰীয়াই ৰজাক পৰামৰ্শ দিলে যে মোগলক পৰাভূত কৰিবলৈ এক বিৰাট শক্তিৰ প্ৰয়োজন। সেই শক্তি গোটাবলৈ আহোম সৈন্যক সংঘবদ্ধ কৰিব লাগিব, অস্ত্ৰ শিক্ষাত অতি পাকৈত কৰিব লাগিব। তদুপৰি যুদ্ধৰ আহিলা-পাতি মজুত কৰিহে কামত আগবাঢ়িব লাগিব, যাতে পাছলৈ কোনো ধৰণৰ অসুবিধা নহয়।

এই উপদেশ মানি লৈ চক্ৰধ্বজ সিংহই ঠিক কৰিলে যে দুবছৰৰ ভিতৰত যুদ্ধৰ আয়োজন সম্পূৰ্ণ কৰিব লাগিব। কথা মতে কাম। সৈন্যসকলক অস্ত্ৰ শিক্ষা দিয়া আৰু যুদ্ধৰ আহিলা-পাতি, গড় আদি নিৰ্মাণৰ কাম আৰম্ভ হ'ল। স্বৰ্গদেৱে নিজে সৈন্যৰ অস্ত্ৰ শিক্ষা চাই ফুৰিছিল আৰু কেনেকৈ তৰোৱাল, যাঠি, ধেনু-কাঁড় অথবা যুদ্ধৰ অন্য অস্ত্ৰ মাৰিব লাগে সেয়া নিজ হাতে শিকাইছিল। এইদৰে সৈন্যসকলৰ মাজত সোমাই যুদ্ধৰ কচৰৎ কৰা ৰজা চক্ৰধ্বজ কিমান সাহসী আৰু স্বাধীনতাপ্ৰেমী আছিল, সেই কথা পঢ়ুৱৈসকলে নিশ্চয় অনুমান কৰিছে। শত্ৰুক যুদ্ধত পৰাজিত কৰিবলৈ নিজৰ সৈন্যসকলক কেনেকৈ শাৰীৰিক আৰু মানসিকভাৱে সাজু কৰি তুলিব লাগিব, সেই সম্পৰ্কত অতি সচেতন আছিল চক্ৰধ্বজ সিংহ। তদুপৰি তেওঁক এই বিষয়ত পৰামৰ্শ দিবলৈ বুদ্ধিমত্তাৰে পূৰ্ণ মন্ত্ৰী আতন বুঢ়াগোঁহাই আৰু লাচিত বৰফুকনৰ দৰে যুঁজাৰু বীৰ আছিল। এই কথা দোহৰাৰ প্ৰয়োজন নাই যে পূৰ্বতে অসমৰ কোনো ৰজাই শত্ৰুক পৰাভূত কৰিবলৈ ইমানখিনি সুশৃঙ্খলাবদ্ধ প্ৰক্ৰিয়াৰে সাজু হোৱা নাছিল। চক্ৰধ্বজ সিংহৰ

যুদ্ধৰ প্ৰস্তুতিৰ বিষয়ে বুৰঞ্জীবিদ ড° সূৰ্যকুমাৰ ভূঞাই লিখিছে—"নতুন সৈন্যসকলক উৎসাহ দিবৰ বাবে স্বৰ্গদেৱে তেওঁলোকক তিৰোতা, ধন-সোণ, কাপোৰ, গাখীৰ, মাছ, লোণ আৰু চাউল উপহাৰ দিছিল। ৰাজবিষয়াৰ তত্ত্বাৱধানত ধান আৰু অন্যান্য খেতি কৰোৱা হৈছিল। খাৰঘৰ আৰু কমাৰশাল ৰজাৰ নগৰৰ ভিতৰত পতা হৈছিল আৰু তাত দিনে-ৰাতিয়ে কাম চলিছিল। মাটিৰ যুদ্ধৰ আয়োজনৰ বাহিৰেও আহোমসকলে ভালেমান হিলৈচৰা যুদ্ধৰ নাও আৰু অসংখ্য সাধাৰণ নাও তৈয়াৰ কৰিছিল। কাৰ্য-কুশলতা বৃদ্ধিৰ বাবে হেজাৰজনীয়া সৈন্যৰ মুঠ ভাঙি প্ৰতি পাঁচশজনকৈ সৈন্যৰ একোটা মুঠ (গ্ৰুপ) গঠন কৰা হৈছিল। পাঁচশজনীয়া সৈন্যৰ একোটা গোটৰ ওপৰত এজন হাজৰিকা নিয়োগ কৰা হৈছিল। ছয় হেজাৰ সৈন্যৰ ওপৰত এজন ফুকন পতা হৈছিল। আয়োজন সম্পূৰ্ণ হোৱাৰ পাছত স্বৰ্গদেৱে নিজে আগত থাকি সৈন্যৰ মোহলা চাইছিল।..."

এটা কথা এইখিনিতে কৈ থোৱা ভাল হ'ব যে চক্ৰধ্বজ সিংহ সিংহাসনত উঠাৰ সময়ত আহোম ৰাজভঁৰালত প্ৰায় একোৱেই নাছিল। যুদ্ধ-বিগ্ৰহৰ বাবেই ৰাজ্যৰ অৰ্থনীতি বিধ্বস্ত হৈছিল, তদুপৰি দিল্লীৰ মোগল সম্ৰাটক কৰ-কাটল দি দি আহোম ৰজা দেউলীয়া হৈ পৰিছিল। তদুপৰি অস্ত্ৰাগাৰৰ বিষয়ে ক'বলৈও লাজ লগা অৱস্থা হৈছিল। এই সম্পৰ্কত অস্ত্ৰাগাৰৰ অধীক্ষক জয়ানন্দ তামদলৈয়ে ৰজাক কৈছিল—"খাৰ-বাৰুদৰ নামে এপেৰাও নাই, গুলিৰ নামে চাৰি পেৰাও ভঁৰালত নাই আৰু কাঁড় এক আটিও নাই।..." শত্ৰুৱে জানিব পাৰে বুলি অথবা আহোম সৈন্যৰ মনোবল হ্ৰাস পাব বুলিয়েই এই কথাটো ৰজাৰ বাহিৰে কাকো জনোৱা হোৱা নাছিল।

স্বৰ্গদেউ চক্ৰধ্বজ সিংহই ৰাজভঁৰাল আৰু অস্ত্ৰাগাৰ টনকিয়াল কৰিবলৈ যত্নৰ ত্ৰুটী কৰা নাছিল আৰু তেওঁ অতি কম দিনতে এইক্ষেত্ৰত সফলো হৈছিল। চক্ৰধ্বজে মোগল ৰজাক দিবলগীয়া সকলোবোৰ কৰ-কাটল দিয়াটো বন্ধ কৰিছিল। গুৱাহাটীৰ ফৌজদাৰ ৰচিদ খাঁই কৰ আদায়ৰ বাবে এজনৰ পাছত এজনকৈ কটকী আহোম ৰাজসভালৈ পঠিয়াইছিল। কটকীকেইজনে আত্মসন্মান থকা ৰজা চক্ৰধ্বজ সিংহক আঁঠুকাঢ়ি সন্মান জনাই সাক্ষাৎ কৰিবলৈ বাধ্য হ'ল। তথাপি স্বৰ্গদেৱে কৰ নিদিলে। সেই সময়ত নেওগ ফুকন আৰু কেইজনমান আহোম বিষয়াই মোগলৰ লগ লগা বুলি স্বৰ্গদেৱে তেওঁলোকক বন্দী কৰি হত্যা কৰিবলৈ নিৰ্দেশ দিছিল। চক্ৰধ্বজ সিংহৰ সাহসী তথা স্বাধীনকামী মনটোৰ উমান পাব পাৰি ১৬৬৬ চনৰ সাত ফেব্ৰুৱাৰীত কোঁচবিহাৰৰ ৰজা প্ৰাণ নাৰায়ণলৈ লিখা এখন চিঠিত। তেওঁ চিঠিখনত লিখিছিল এইদৰে—"আমি ইতিপূৰ্বে মোগলৰ হাতত এবাৰহে সম্পূৰ্ণকৈ পৰাজিত হৈছো। কিন্তু আমি সিহঁতক বাৰম্বাৰ পৰাজিত কৰিছো। তুমি নিশ্চয় জানা

দেৱতাসকলো (অসুৰৰ হাতত) পৰাজিত হৈছিল। গতিকে আমি সাহস হেৰুওৱাৰ কোনো কাৰণ নাই। তুমি গড়, দুৰ্গ আদি তৈয়াৰ কৰি মোগলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা।..." এইখিনিতে কৈ থোৱা ভাল হ'ব যে ইতিপূৰ্বে মিৰজুমলাৰ পক্ষ লোৱা দৰঙৰ কোঁচ ৰজাজনেও চক্ৰধ্বজ সিংহৰ লগ লাগিছিল।

১৬৬৭ চনৰ বাৰিষাৰ আগে আগে যুদ্ধযাত্ৰাৰ বাবে সৈন্যবাহিনী সাজু হ'ল। ইন্দ্ৰ দেৱতাৰ নামত পূজা-অৰ্চনা আগবঢ়োৱাৰ পাছত ৰণশিঙা বাজি উঠিল। লাচিত বৰফুকন যুঁজৰ অন্যতম সেনাপতি নিযুক্ত হ'ল। গুৱাহাটী সহিতে নামনি অসমৰ বহু ঠাই উদ্ধাৰ কৰা হ'ল। . এই বিজয়ৰ বাতৰি ৰজাই পোৱাত তেওঁ সেনাপতিসকলক নানা ধৰণৰ উপহাৰ প্ৰদান কৰিলে। গুৱাহাটীক আহোমৰ প্ৰধান প্ৰশাসনীয় কেন্দ্ৰলৈ ৰূপান্তৰিত কৰা হ'ল। শ্ৰীঘাট আৰু পাণ্ডুত সুৰক্ষিত দুৰ্গ সাজি (উদ্ধাৰ কৰা এই অঞ্চলসমূহত যাতে আহোম প্ৰশাসন ভালদৰে চলে) তাৰ পৰা নামনিৰ শাসনযন্ত্ৰ চলিব ধৰিলে। সেই সময়তে অসম ৰাজ্যৰ মাটিকালি জুখি লোক গণনাৰ কামো কৰা হ'ল।

তাৰ পাছৰে পৰা অসম ৰাজ্যৰ প্ৰশাসন কিছু সুস্থিৰ হ'ল। উপৰ খাপৰ ডা-ডাঙৰীয়া তথা বিষয়াসকল যুদ্ধত লাগি থাকিব লগা হোৱাত স্বৰ্গদেৱ চক্ৰধ্বজ সিংহই তল খাপৰ বিষয়াৰেই ৰাজ্য চলাবলগীয়া হৈছিল। তথাপি প্ৰশাসনযন্ত্ৰ শক্তিশালী আৰু ৰাজভঁৰাল টনকিয়াল কৰিবলৈ ৰজাই যত্নৰ ত্ৰুটি কৰা নাছিল। অসমৰ মান-মৰ্যাদাৰ পুনৰুদ্ধাৰৰ বাবে চক্ৰধ্বজ সিংহই যি কাৰ্য কৰিছিল তাৰ তুলনা নাই। ৰজাৰ আদৰ্শই সেনাপতি আৰু সৈন্যবাহিনীৰ অন্তৰত সাহস আৰু প্ৰতিজ্ঞাৰ বীজ প্ৰোথিত কৰিছিল। এই দূৰদৰ্শী ৰজাজনে ৰাজ্যৰ প্ৰশাসন উন্নত কৰাৰ বাবে সিংহাসনত উঠিয়েই মৰাণ বুঢ়াগোহাঁই কৈন্দৰ দুৰ্বল নাওবৈচা ফুকনক মাৰি বাঁহগৰীয়া আতন বুঢ়াগোহাঁইক অসমৰ প্ৰধানমন্ত্ৰী(!) পাতিছিল। কম বয়সীয়া হ'লেও আতন বুঢ়াগোহাঁইক স্বৰ্গদেৱে যি দায়িত্ব দিছিল সেয়া তেওঁৰ জ্ঞানশক্তিৰ প্ৰকৃত পৰিচয় বুলিব পাৰি। আতন বুঢ়াগোহাঁইৰ দৰে তীক্ষ্ণধী আৰু লাচিতৰ দৰে বীৰ যোদ্ধাক অসমৰ মান-সন্মান পুনৰুদ্ধাৰৰ দায়িত্ব দি চক্ৰধ্বজ সিংহই নিজকে শক্তিশালী ৰজা হিচাপে প্ৰমাণিত কৰিছিল। শৰাইঘাটৰ যুদ্ধ আৰম্ভ হোৱাৰ আগতেই, ১৬৭০ চনৰ এপ্ৰিল মাহত চক্ৰধ্বজ সিংহৰ মৃত্যু হয়। মাথো সাত বছৰীয়া ৰাজত্বকালত অসমৰ স্বাধীনতাৰ বাবে স্বৰ্গদেৱে যি কৰিলে, সেয়া অসমীয়াই যুগে যুগে সোঁৱৰি থাকিব।



# আতন বুঢ়াগোহাঁই

চক্ৰধ্বজ সিংহ অতি চোকা বুদ্ধিৰ ৰজা আছিল। তেওঁ মানুহ চিনি পাইছিল। সেইবাবেই বাঁহগৰীয়া ফৈদৰ যুৱক আতন বুঢ়াগোহাঁইক ৰাজ্যৰ প্ৰধানমন্ত্ৰী অৰ্থাৎ বুঢ়গোহাঁইৰ পদবীত বহুৱাইছিল। সিংহাসনত উঠিয়েই চক্ৰধ্বজ সিংহই মোগলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলৈ বিচাৰিছিল, কিন্তু আতন বুঢ়াগোহাঁয়ে তেওঁক ধীৰ-স্থিৰ পদক্ষেপেৰে কাম কৰিবলৈ পৰামৰ্শ দিছিল। বুঢ়গোহাঁই ডাঙৰীয়াই যুক্তিৰে বুজাইছিল যে মোগলক বশ কৰিবলৈ সময়ৰ প্ৰয়োজন। সৈন্যক শিক্ষা দিব লাগিব, খোৰা সামগ্ৰী আৰু যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ ভালকৈ গোটাব লাগিব। বুঢ়াগোহাঁয়ে কৈছিল—"ৰাজ্য এখন সুদক্ষভাৱে চলোৱাটো অতি কঠিন কাম। তাতোকৈয়ো কঠিন কাম, শক্তিশালী শত্ৰুৰ বিৰুদ্ধে যুঁজ দিয়াটো। মাথো যুঁজ দিলেই নহ'ব, শত্ৰুক পৰাজিতও কৰিব লাগিব।.. চৰায়ে গছত বাহ সাজি পোৱালি জগায়। পোৱালি তুলি কিছু শকত হ'লে ঠোঁটত ধৰি উৰুৱাই চায়, ইফালে-সিফালে লৈ ফুৰায়। পাখি যদি গজিল, উৰিব যদি পাৰিলে, মাইকীৰ লগত চৰি-মেলি আহি বাহ লযহি। উৰিব পাৰিলেহে মাটিলৈ নমায, তাতো আপোনা-আপুনি আহাৰ খাব পাৰিলেহে লগ এৰে। .. গতিকে আমি মানুহ হিচাপে সকলো ফালে সমৃদ্ধ হৈহে নিজৰ কামত আগবাঢ়িব লাগে। .....মানুহ চ'ৰা নাৱত উঠিব। আগৰ বৈচা, মাজৰ বৈচা, পাছৰ বৈচা একেলগে এই তিনিজনৰ বঁঠাৰ চাব পৰিলেহে দেখিবলৈ ভাল। তেতিযাহে নাও বেগাই যাব। বাওঁতাইয়ো উৎসাহ পাব। সেইবাবেই সকলো ফালেদি আমি সমৃদ্ধ হ'ব পাৰিলেহে শত্ৰু সৈন্যৰ বিৰুদ্ধে যুঁজত নমা ভাল। তেতিযা আমাৰ জয় নিশ্চিত।" আতন বুঢ়াগোঁহাইৰ কথা মতে, চক্ৰ ধ্বজ সিংহই মোগলৰ বিৰুদ্ধে যুদ্ধৰ বাবে কেনেকৈ সাজু হৈছিল সেই কথা আমি 'চক্ৰধ্বজ সিংহ (১৯) অধ্যায়'তে আলোচনা কৰিছো।

আহোম ৰজাই মোগলৰ বিৰুদ্ধে যুঁজ দিবলৈ প্ৰায চাৰি বছৰ ধৰি সাজু হোৱাৰ যি প্ৰক্ৰিয়া চলালে, এই সকলো ক্ষেত্ৰতে চক্ৰধ্বজ সিংহৰ পৰামৰ্শদাতা আছিল আতন বুঢ়াগোহাঁই। যেনেকৈ বাছনি যে লাচিত বৰফুকনৰ দৰে এগৰাকী সাহসী বীৰক সেনাপতি নিৰ্বাচিত কৰোতেও স্বৰ্গদেৱে বুঢ়াগোহাঁইৰ পৰামৰ্শ মানি চলিছিল। ১৬৬৭ চনৰ ২০ আগষ্ট (বৃহস্পতিবাৰ)-ৰ দিনাখন আহোমে যুদ্ধযাত্ৰা আৰম্ভ কৰিলে। আহোম সেনা দুভাগত বিভক্ত হৈ গড়গাঁৱৰ পৰা

ব্ৰহ্মপুত্ৰইদি ভটিয়াবলৈ ধৰিলে। এই আহোম সৈন্য দলৰ এগৰাকী প্ৰধান সেনাপতিৰ দায়িত্ব বহন কৰিছিল ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁয়ে নিজে। গুৱাহাটী আহোমে উদ্ধাৰ কৰাৰ পাছত ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে আৱশ্যকীয় গড় আদি নিৰ্মাণ কৰিবৰ কাৰণে আতন বুঢ়াগোহাঁয়ে দায়িত্ব লৈছিল, কাৰণ মোগলে আকৌ কৰিব লগা সম্ভাব্য আক্ৰমণৰ বাবে আহোম সৈন্য সাৱধান হৈ থকাটো উচিত আছিল। এইবাৰ দক্ষিণপাৰে মোগলক ভেটা দিবৰ বাবে লাচিত বৰফুকনে শুক্ৰেশ্বৰৰ নামনিত ঘাটি পাতিলে আৰু উত্তৰপাৰৰ সৈন্য-সামন্ত পৰিচালনা কৰিবৰ বাবে আতন বুঢ়াগোহাঁয়ে লথিয়া পৰ্বতত বাহৰ পাতিলে।

সকলো ক্ষেত্ৰতে বুদ্ধিমান আতন বুঢ়াগোহাঁই। ৰাজ্যৰ প্ৰশাসন পৰিচালনাৰ ক্ষেত্ৰতো, যুদ্ধ আৰু সমৰ-সজ্জা পৰিচালনাৰ ক্ষেত্ৰতো। মোগল সেনাপতি ৰামসিংহই সবাতোকৈ ভয় কৰা আহোম সেনাপতিজন আতন বুঢ়াগোহাঁই বুলিযেই ক'ব পাৰি। কাৰণ বিশ্বস্ত অনুচৰ এজনে আতন বুঢ়াগোহাঁইৰ সম্পৰ্কে ৰামসিংহক কৈছিল—"বুঢ়াগোহাঁই কম বয়সীয়া, দেখিবলৈ সুন্দৰ, ধীৰ-স্থিৰ, সকলো কাৰ্যতে সুদক্ষ। তেওঁৰ পৰামৰ্শ মতেই সকলো চলে। অতি চোকা বুদ্ধি তেওঁৰ মগজুত।" পাছত আতন বুঢ়াগোহাঁইৰ সম্পৰ্কত ৰামসিংহই কৈছিল—"ইমান কোমল বয়সতে মানুহ এজন ইমান বুদ্ধিমান হ'ব পাৰে, সেয়া ভাবিলেই আচৰিত লাগে। পৈণত বয়সত কোনেও তেওঁৰ সমুখত থিয় দিবকে নোৱাৰিব। যি দেশত এনে মন্ত্ৰীৰ জন্ম হৈছে, সেই দেশ ধন্য।"

শত্ৰুৰ পৰা ইমান প্ৰশংসা আন কোনো আহোম সেনাপতি বা ৰজা-বিষয়াই পোৱা নাছিল। এই প্ৰচণ্ড ব্যক্তিত্বৰ ৰাজমন্ত্ৰীজনাৰ দেহৰ গঢ়ন বা চেহেৰাৰ বিষয়ে অসম বুৰঞ্জীত এনেদৰে লিখা হৈছে—"তেওঁ আছিল আকৃতিত দীঘল, খোজ ৰাজহংস গতি, মুখ বহল আৰু কপালত দুটা তিল, গাঁঠি ম'হ বৰণীয়া, হাতত হেঙদাং।"

মাথো প্ৰত্যক্ষ যুদ্ধ কৰি শত্ৰুক পৰাজিত কৰিব বিচৰা ব্যক্তি নাছিল আতন বুঢ়গোহাঁই। তেওঁ বিশ্বাস কৰিছিল যে, শত্ৰুক পৰাজিত কৰি খেদি পঠিওৱাটোহে মূল কথা, সেয়া যি বুদ্ধিৰেই নহওক লাগে। কৈ অহা হৈছে মহামন্ত্ৰীজনাই লথিয়া পৰ্বতৰ কোঠত থাকি উত্তৰ পাৰৰ সৈন্যবাহিনী পৰিচালনা কৰিছিল আৰু প্ৰত্যক্ষ যুদ্ধ নোহোৱা সময়খিনিত কোঠতে বহি তেওঁ চোৰাংচোৱাৰ হতুৱাই মোগলক নগুৰ-নাগতি কৰিছিল। এই সম্পৰ্কত ড০ সূৰ্যকুমাৰ ভূঞাই লিখিছে—"মহামন্ত্ৰীয়ে লাই, লেচাই, মাৰি, চিলি মাৰি, আচোৰ, বাদুলী আৰু অন্যান্য চোৰাংচোৱা লগাই মোগল শিবিৰক বিড়ম্বনা দিছিল। সিহঁতে ৰাতি মনে মনে মোগলৰ বাহৰত সোমাই তাৰ পৰা ধন-সোণ আঁতৰাবলৈ ধৰিলে। মোগল সেনাপতিসকলে সন্ধিয়া পৰ্বতত আহাৰ খাই আৰু ভাং-ধতুৰা পান কৰি শুবলৈ যায়। বিছনাত পৰি দীঘল

নলীৰে গুৰগুৰি হোকা হুপিবলৈ ধৰে। হোকাৰ মাত নুশুনা হ'লেই চোৰাংচোৱাসকলে বাহৰৰ পৰা টকাৰ মোনা বা অন্যান্য মূল্যবান বস্তুৰ লগতে হোকাও চুৰি কৰি লৈ যায়।....."

কিন্তু যিমান বুদ্ধিৰেই আহোম মন্ত্ৰী বা সেনাপতিয়ে কাম নকৰক কিয় ১৬৭০ চনৰ মাৰ্চ মাহত আলাবৈত ঘটা যুদ্ধত আহোমসকল বেয়াকৈ পৰাজিত হ'ল মোগলৰ হাতত। এই ঘটনাই সাহসী যোদ্ধা লাচিত বৰফুকনক বৰকৈ বিচলিত কৰিলে। কাৰণ সেই যুদ্ধত এদিনতে প্ৰায় ১০ হেজাৰ আহোম সৈন্যই প্ৰাণ বিসৰ্জন দিলে। বিভ্ৰান্ত লাচিত বৰফুকনক সাহস দিলে আতন বুঢ়াগোহাঁয়ে। ক'লে—"অৱশেষত আমাৰেই জয় হ'ব। এনে দুৰ্ঘটনাৰ পৰা আমাৰ উৎসাহ হ্ৰাস হ'ব নালাগে। বাৰীৰ ভিতৰৰ পুখুৰী সিঁচোতেও আঠ-দহটা মানুহক শিঙীয়ে বিন্ধে। এইটো ৰণহে হৈছে। মানুহৰ মৃত্যু নহ'ব কিয়? এইবোৰ কথা ৰজাই জনা উচিত নহয় (ইয়াৰ দায়-দায়িত্ব আমিয়েই লৈ দুগুণ উৎসাহেৰে শত্ৰুৰ বিৰুদ্ধে নামি পৰিব লাগে)।"

আলাবৈত হোৱা আহোমৰ বিপৰ্যয়ৰ প্ৰায় এমাহৰ পাছতেই স্বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ মৃত্যু ঘটে। চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পাছত তেওঁৰ ভাতৃ উদয়াদিত্য সিংহ ৰজা হয়। এইজনা স্বৰ্গদেৱৰ ককায়েকৰ দৰে বৰ শক্তিশালী, সাহসী আৰু উদ্যোগী পুৰুষ নাছিল। ফলত আহোম সেনাপতি আৰু সৈন্যসকলৰো দীঘলীয়া যুদ্ধ কৰি কৰি যুদ্ধৰ প্ৰতি উৎসাহ কমি আহিছিল। সেই সময়ত আনকি লাচিত বৰফুকন প্ৰমুখ্যে সেনাপতিসকলে গুৱাহাটী মোগলৰ হাতত এৰি দিবলৈ মন কৰিছিল বুলি শুনা যায়। অৱশ্যে এই সিদ্ধান্তৰ নেপথ্যত কি কাৰকে ক্ৰিয়া কৰিছিল, সেই বিষয়ে সঠিকভাৱে জনা নাযায়। কিন্তু আহোমৰ এই বিপৰ্যয়ৰ কালছোৱাতো আতন বুঢ়াগোঁহায়ে শক্তি-সাহস নেহেৰুৱালে। অন্যান্য সেনাপতিসকলৰ প্ৰস্তাৱত অমান্তি হৈ তেওঁ ক'লে—-"তোমালোকে যি বুলিছা সিও এক কথা। কিন্তু এতিয়া গুৱাহাটী এৰি দিব লাগিলে,আগেয়েনো এৰি নিদি কিহৰ বাবে ইমান দিনে যুদ্ধ কৰিলো? কিহৰ বাবে ইমানবোৰ আহোম সৈন্য নিধন হ'বলৈ দিলো, কিহৰ বাবেনো ইমানবোৰ যুদ্ধৰ আহিলা-পাতি খৰচ কৰিলো।"

আতন বুঢ়াগোহাঁইৰ এনে ধৰণৰ উৎসাহ আৰু ৰণকৌশলৰ বাবেই আহোম সৈন্যৰ বলত হানি নহ'ল আৰু পাছত শৰাইঘাটৰ ৰণত নৰীয়া গাৰেই যুঁজি লাচিত বৰফুকনে মোগল সৈন্যক খেদি পঠালে। শৰাইঘাটৰ যুদ্ধৰ পাছত কেইবা বছৰলৈ মোগলে আহোম ৰাজ্য আক্ৰমণ কৰা নাছিল। ইতিমধ্যে মহাবীৰ লাচিত বৰফুকনৰো মৃত্যু হৈছিল। তাৰ পাছত লাচিতৰ ককায়েক নিমাতী বৰফুকন হ'ল। তেওঁ মেটেকাতলীয়া লালুকসোলা বৰফুকন হিচাপে প্ৰখ্যাত হৈ উঠিছিল।

শত্ৰু দেশ বা শত্ৰু জাতিৰ বিৰুদ্ধে আহোমৰ যুদ্ধ শাম কাটিছিল যদিও এইবাৰ ৰাজধানী গড়গাঁৱতেই নানা ধৰণৰ দ্বন্দ্ব-সংঘাত-বিদ্ৰোহ আৰম্ভ হ'ল। দুটা বছৰ ৰাজভোগ কৰাৰ পাছত উদয়াদিত্য সিংহক হত্যা কৰা হ'ল। এই হত্যাকাণ্ডত মুখ্য ভূমিকা ল'লে ভাতৃ ছুকলাম্‌ফা আৰু ডেবেৰা বৰবৰুৱাই। হত্যাকাণ্ডৰ নায়ক ছুকলাম্‌ফা সিংহাসনত উঠিল আৰু নাম ল'লে ৰামধ্বজ সিংহ। ৰামধ্বজো দুবছৰহে (১৬৭৩-৭৫) ৰজা হ'ল। ৰামধ্বজ বেমাৰত পৰিছিল আৰু সেই সময়তে ডেবেৰা বৰবৰুৱাৰ স'তে মতবিৰোধ ঘটাত ডেবেৰাই ৰজা ৰামধ্বজক বিহ খুৱাই মাৰিলে। ডেবেৰাই এইবাৰ ছমাগুৰিৰ পৰা ছুহুং নামেৰে এজন কোঁৱৰক আনি তেওঁক স্বৰ্গদেউ বুলি ঘোষণা কৰিলে। আকৌ মতবিৰোধ ঘটাত ৰাজপাটত উঠাৰ মাথো এমাহ ১৫ দিনৰ পাছতেই ছুহুংক হত্যা কৰিলে ডেবেৰা বৰবৰুৱাই। তাৰ পাছত তুঙ্গখুঙীয়া ফৈদৰ যুৱক গোবৰক আনি ৰাজপাটত বহুৱালে।... ডেবেৰাই নিজৰ ইচ্ছামতে ৰজা ভঙা-পতাৰ সুযোগ এইবাৰেই লাভ কৰিছিল যে আতন বুঢ়াগোহাঁই, লালুকসোলা সমন্বিতে বহু মন্ত্ৰী-বিষয়া সেই সময়ত প্ৰায়েই গুৱাহাটীত থাকিব লগা হৈছিল। শত্ৰুৱে যাতে আহোম ৰাজ্যত সোমাব নোৱাৰে, তাৰ বাবে এইসকলে বিভিন্ন ধৰণে কাম কৰি আছিল। কিন্তু ডেবেৰাৰ হাত এইবাৰ লালুকসোলালৈ প্ৰসাৰিত হ'ল। আহোম ৰাজ্যত সুস্থিৰ শাসন আৰু লালুকসোলাক ৰক্ষা কৰিবলৈ ডেবেৰাক হত্যা কৰিবৰ নিমিত্তে সকলো একত্ৰিত হ'ল। গোবৰ ৰজাই এমাহকাল ৰাজত্ব কৰাৰ পাছতেই ডেবেৰা সহিতে ৰজাকো হত্যা কৰা হ'ল। তাৰ পাছত কোনো সুদক্ষ কোঁৱৰ নথকাত দিহিঙীয়া ফৈদৰ ছুজিনফাক আহোম ৰাজ্যৰ ৰজা (১৬৭৫-৭৭) পতা হয়। এইজনা ৰজাই শূৰ সিংহ নাম ল'লে। এওঁ আছিল অতি ভয়াতুৰ আৰু আনৰ প্ৰতি অবিশ্বাসী ৰজা। অহৰহ ভয় ভাৱত থকা ৰজাজনে কোনো পাত্ৰমন্ত্ৰীকে নিজৰ কামেৰে সন্তুষ্ট কৰিব পৰা নাছিল। আতন বুঢ়াগোহাঁইৰ নাম, যশ আৰু শক্তি দেখি তেওঁ ভয় খাইছিল আৰু বুঢ়াগোহাঁইক হত্যা কৰাৰ বাবে ষড়যন্ত্ৰ কৰিছিল। কিন্তু বুঢ়াগোহাঁয়েহে তেওঁক বন্দী কৰে। শূৰ সিংহৰ প্ৰথমে চকু কাঢ়ি, পাছত শিল দলিয়াই মাৰি পেলোৱা হয়। শূৰ সিংহৰ ডাঙৰ পুত্ৰ দীঘলা পলাই গ'লেও বাকী তিনিজনক গুৰুতৰ শাস্তিৰ লগতে প্ৰাণদণ্ডও বিহা হ'ল।

১৬৭০ চনত চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পৰা ল'ৰা ৰজা সিংহাসনত উঠালৈকে এই ন বছৰ কালৰ ভিতৰত মুঠ পাঁচজন কোঁৱৰ ৰাজপাটত উঠে। এই সময়ছোৱাত নানা অন্তৰ্দ্বন্দ্বত জৰ্জৰিত হৈ আহোম ৰাজ্যৰ অৱস্থা বেয়াৰ ফালে ঢাল খাইছিল। কিন্তু নিজৰ দূৰদৰ্শিতা আৰু নিস্বাৰ্থ গুণৰ প্ৰভাৱত মহামন্ত্ৰী আতন বুঢ়াগোহাঁই ডাঙৰীয়াই ৰাজ্যৰ দুৰ্যোগপূৰ্ণ অৱস্থাৰ উন্নতি ঘটায়। ৰাজ্যৰ

একমাত্ৰ ত্ৰাণকৰ্তা হিচাপে বুঢ়াগোহাঁইক সকলোৱে স্বীকাৰ কৰিলে। আনকি সকলোৱে মিলি বুঢ়াগোহাঁইক দুবাৰকৈ ৰজা পাতিব বিচাৰিছিল কিন্তু সেই সন্মান তেওঁ দুয়োবাৰ প্ৰত্যাখ্যান কৰিছিল। শূৰ সিংহৰ পাছত পৰৱতীয়া ফৈদৰ ছুডেফা অৰ্থাৎ তেজ সিংহক ৰজা পাতে আতন বুঢ়াগোহাঁয়ে। এইজনা ৰজাই বুঢ়াগোহাঁইক যিমান পাৰে সন্মান যাচিছিল, আনকি তেওঁৰ এগৰাকী কন্যাক নিজৰ ৰাণীও কৰিছিল। বুঢ়াগোহাঁইৰ সন্মান বৃদ্ধি পাই অহাত অন্যান্য পাত্ৰমন্ত্ৰী, বিশেষকৈ গুৱাহাটীৰ শাসক লালুকসোলা বৰফুকন বৰকৈ অসন্তুষ্ট হৈছিল। ঈৰ্ষাত আৰু তীব্ৰ উচ্চাকাংক্ষাত দগ্ধ বৰফুকনে তেজ সিংহ আৰু আতন বুঢ়াগোহাঁইৰ বিৰুদ্ধে মোগলৰ সহায় ভিক্ষা কৰিলে আৰু স্বাৰ্থান্ধ লালুকসোলাই গুৱাহাটীও মোগলৰ হাতত এৰি দিলে। মোগলৰ সহযোগত লালুকসোলাই গড়গাঁৱলৈ আহি আতন বুঢ়াগোহাঁইক বন্দী কৰি হত্যা কৰিলে।

হায়, যিজন মোমাই তামুলীয়ে আহোম ৰাজ্যৰ সুৰক্ষাৰ বাবে সৰ্বস্ব ত্যাগ কৰিলে, তেওঁৰে পুত্ৰ লালুকসোলাই আত্মস্বাৰ্থৰ বাবে অসমখন মোগলৰ হাতত এঁৰি দিবলৈ কুণ্ঠাবোধ নকৰিলে। বীৰ লাচিতৰ ভাতৃ লালুকসোলা হৈ পৰিল মোগলৰ ভক্ত, দাস! এয়াই হয়তো নিয়তি! আতন বুঢ়াগোহাঁইৰ মৃত্যুৰ পাছত ১৪ বছৰীয়া চুলিক্‌ফা (ল'ৰাৰজা)-ক মোগলৰ তলতীয়া আহোম ৰাজ্যৰ ৰজা পাতি লালুকসোলাই নিজে সৰ্বেসৰ্বা হ'ল। ৰাজ্যজুৰি আহোম কোঁৱৰসকলক হত্যা কৰা কাৰ্য আৰম্ভ হ'ল। তাৰ পাছত গদাপাণিয়ে উদ্ধাৰ কৰিলে আহোম ৰাজ্যৰ হৃত সন্মান।.....

আতন বুঢ়াগোহাঁই নামৰ এজন স্বাধীনমনা, সাহসী মহামন্ত্ৰীয়ে যিদৰে আহোম ৰাজ্যৰ শ্ৰীবৃদ্ধিৰ বাবে, মান-মৰ্যাদাৰ ৰক্ষাৰ বাবে কাম কৰিছিল, সেয়া অসমীয়াৰ বাবে প্ৰেৰণা। তেওঁৰ দৰে চোকা বুদ্ধিৰ, সাহসী আৰু ধৈৰ্যশীল লোকৰ বাবে এদিন আহোম ৰাজ্য ধ্বংসৰ মুখৰ পৰা ৰক্ষা পৰিছিল বুলি ক'লেও বোধহয় বঢ়াই কোৱা নহয়। বহু ঘটনা-প্ৰতিঘটনা, দ্বন্দ্ব আৰু সংঘাতে খুন্দা মাৰিছিল তেওঁৰ জীৱনত। কিন্তু তেওঁ সদায় আছিল ধীৰ-স্থিৰ, অচল-অটল ...। এই ধীৰতা, এই সাহস আৰু অটল আত্মবিশ্বাস আজিৰ আধুনিক মানুহৰ বাবেও পাথেয়।



(২১)

# গদাধৰ সিংহ

গোবৰ ৰজাই ৰাজভোগ কৰিছিল মাথো ২০ দিন। তেওঁ আছিল তুঙ্গ খুঙীয়া ফৈদৰ সাৰেঙ্গ গোহাঁইৰ পুতেক। গোবৰ কোঁৱৰক ডেবেৰা বৰবৰুৱাই ৰজা পাতিছিল। কিন্তু আতন বুঢ়াগোহাঁইৰ নেতৃত্বত পাত্ৰমন্ত্ৰী সকলোৱে মিলি স্বেচ্ছাচাৰী ডেবেৰা বৰবৰুৱা সহিতে গোবৰ কোঁৱৰকো হত্যা কৰে। এই গোবৰ ৰজাৰ আছিল তিনিজন পুত্ৰ। ডাঙৰজনৰ নাম জাম্বৰ, মাজু গদাপাণি আৰু সৰুজন গোবিন্দ।

গদাপাণি আছিল সৰুৰে পৰা অতি সাহসী। গদাপাণিৰ কাৰ্য-কলাপ দেখি তুংখুঙ্গ আৰু নামৰূপৰ লোকসকল বৰকৈ আচৰিত হৈছিল। ১০-১২ বছৰ বয়সৰে পৰা গদাপাণিয়ে হাতীত উঠি হাবিয়ে-জংঘলে চিকাৰ কৰি ফুৰিছিল। অলপ ডাঙৰ হৈ অহাৰ পাছত বাঘ মৰাৰ ক্ষেত্ৰতো তেওঁ সিদ্ধহস্ত হৈ উঠিছিল। যোগ দিছিল অন্যান্য বীৰোচিত কাৰ্যত। মাথো সেয়াই নহয়, সৰুৰে পৰা তেওঁ অত্যাচাৰী মানুহৰ প্ৰতি ঘৃণা আৰু দুখীয়া-নিছলাক সহায় কৰি ভাল পাইছিল। শুনা যায়, তুঙ্গখুঙীয়া ফৈদৰে স'তে আহোমৰ আনবোৰ ফৈদৰ ভাল সম্পৰ্ক নাছিল, কিন্তু গদাপাণিয়ে যৌৱনত ভৰি দিয়েই বিভিন্ন কৌশল আৰু অশেষ যত্নেৰে এই বৈৰীভাৱৰ অন্ত পেলাই সকলো ফৈদৰ মাজত মিত্ৰতা স্থাপন কৰে। এইক্ষেত্ৰত তেওঁ যুক্তি দিছিল যে আহোমৰ সকলো ফৈদে মিলি যুঁজ দিলেহে মোগলৰ আক্ৰমণৰ পৰা দেশ ৰক্ষা কৰিব পৰা যাব।

গদাপাণিৰ বৰ বিশেষ শিক্ষা-দীক্ষা নাছিল। আহোম পণ্ডিতসকলে ঘৰুৱাকৈ দেওধাই, বাইলুং, মহন আদি ফৈদৰ যুৱকসকলক ধৰ্ম আৰু বুৰঞ্জী বিষয়ক শিক্ষাদান কৰিছিল যদিও উচ্চ পৰ্যায়ৰ বিষয়াৰ পুত্ৰসকলে বহু সময়ত শিক্ষা-দীক্ষা গ্ৰহণ কৰা নাছিল। বুৰঞ্জীৰ বৰ বিশেষ জ্ঞান নথকা বা অস্ত্ৰ-সমৰসজ্জা সম্পৰ্কীয় বিশেষ প্ৰশিক্ষণ নথকা সত্ত্বেও পাছৰ কালত এজন শক্তিশালী ৰজা হিচাপে তেওঁ পৰিগণিত হৈছিল। গদাকোঁৱৰে উপযুক্ত বয়সতে জয়মতীক বিয়া কৰাইছিল। তেওঁৰ ডেকা বয়সত আহোম ৰাজ্যত চূড়ান্ত অস্থিৰতাই বিৰাজ কৰিছিল। উদয়াদিত্য সিংহক হত্যা কৰাৰ পাছৰে পৰা ১৬৭৩ চনৰ পৰা ১৬৮১ চনলৈ এই সময়ছোৱাত ৰামধ্বজ সিংহ, চুহুঙ্গ, গোবৰ ৰজা, শূৰ সিংহ., তেজসিংহ আৰু চুলিক্ফা ব ল'ৰাৰজা এই ছজন

ৰজাই ৰাজত্ব কৰিছিল। ৰাজধানীৰ এনে অস্থিৰতাৰ কথা গদাপাণিয়ে ভালদৰে জানিব পাৰিছিল। ৰজাৰ সিংহাসন ক্ৰমশঃ দুৰ্বল হৈ পৰা আৰু ৰাজবিষয়াসকলৰ অৰিয়া-অৰি আৰু স্বাৰ্থপৰতা দেখি তেওঁৰ মনত অশান্তিয়ে বাহ বান্ধিছিল। তেওঁ এই অস্থিৰতা নিবাৰণৰ বাবেও চিন্তা-চৰ্চা কৰিছিল। কিন্তু কেনেকৈ? তদুপৰি ল'ৰাৰজাই ৰাজভোগ লোৱাৰ পাছৰ পৰাই ৰজাৰ নামত লালুকসোলা বৰফুকনে ৰাজত্ব চলাই এনে অস্থিৰতাৰ সৃষ্টি কৰিছিল যে গদাপাণি নালাগে সৎ বিচাৰ-বুদ্ধি থকা কোনো যুৱকেই থিৰেৰে থকাটো অসম্ভৱ হৈ পৰিছিল।... আৰু সেই সময়তে ৰাজদ্ৰোহ আৰম্ভ হ'ব পাৰে বুলি ৰজাই ৰাজকোঁৱৰসকলৰ নিধন আৰু অঙ্গক্ষত অভিযান আৰম্ভ কৰিছিল। কাৰণ আহোম পৰম্পৰা মতে, অঙ্গক্ষত থকা কোনো যুৱকেই ৰাজপাট ভোগ কৰিব নোৱাৰে। শ শ কোঁৱৰক অঙ্গক্ষত কৰা হ'ল। কিন্তু গদাপাণি পলাল। গদাপাণি পলোৱাত ল'ৰাৰজা সন্ত্ৰস্ত হ'ল। কাৰণ আহোমৰ আন সকলোবোৰ ফৈদতকৈ তুঙ্গখুঙীয়া ফৈদৰ ডেকাসকল আছিল অধিক শক্তিশালী।

গদাপাণি কোঁৱৰক লৈ যিমান প্ৰবাদ আছে, আন কোনো আহোম স্বৰ্গদেউক লৈ ইমান প্ৰবাদ শুনা নাযায়। গদাকোঁৱৰ ল'ৰাৰজাৰ ভয়ত পলাই ফুৰোতে হেনো টাব্‌লুঙ্গ পৰ্বতত ল'ৰাৰজাৰ গুপ্তচৰবিলাকে গৈ তেওঁক তাতে বেৰি ধৰিছিল। সেই পৰ্বতত ডাঙৰ ঘৰ যেন প্ৰকাণ্ড এটা শিল আছিল। গদাপাণিয়ে শত্ৰুৰ মাজত পৰি আতুৰ হৈ অতি কাতৰ স্বৰেৰে বনদেৱীক সম্বোধন কৰিবলৈ ধৰিলে—"হে মাতৃ! মোক ৰক্ষা কৰা।" গদাপাণিৰ কাতৰ অনুৰোধত সেই শিলত হঠাৎ দুৱাৰৰ উদ্ভৱ হ'ল আৰু তাৰ ভিতৰত সোমাই গদাপাণিয়ে ৰক্ষা পালে।... আকৌ নগা পৰ্বতত পলাই ফুৰোতে গদাপাণিয়ে হেনো কেইবাদিনো ম'হ পোৱালি এটাক ধৰি কেইবা চাপৰো মাৰিছিল। নগা এজনে দেখা পাই তাৰ কাৰণ সুধিলে। গদাপাণিয়ে ক'লে—"ম'হৰ পোৱালিটো খাবৰ উপযুক্ত হৈছে।" তেওঁ আৰু ক'লে যে এই ম'হটো তেওঁ অকলে খাব পাৰিব। নগাসকলে এই কথা শুনি আচৰিত হ'ল আৰু প্ৰমাণ চাবলৈ ম'হ পোৱালিটো তেওঁক খাবলৈ ক'লে। সঁচাকৈ গদাপাণিয়ে অকলে ম'হ পোৱালিটোৰ মাংস খাই পেলালে। নগাসকলে আচৰিত হৈ গদাপাণিক যিমান দিন ইচ্ছা তেওঁলোকৰ লগতে থাকিবলৈ অনুৰোধ কৰিলে।

পুৰুষসুলভ চেহেৰা আছিল গদাপাণিৰ। মাথো সেয়াই নহয়, তেওঁ আছিল আজন্ম প্ৰেমিক। বহু নাৰী তেওঁৰ প্ৰতি আকৃষ্ট হৈছিল আৰু তেওঁলোকৰ ঘৰত গদাপাণিক স্থান দিছিল, লুকাই থকাৰ বিভিন্ন বন্দবস্ত কৰি দিছিল। গদাপাণিৰ এই প্ৰেমিকাসকলক লৈয়ো এক প্ৰবাদ আছে। গদাপাণি ৰজা হোৱাৰ পাছত অসম তথা নগাপাহাৰৰ বিভিন্ন ঠাইৰ এই প্ৰেমিকাসকল একেলগ

হৈছিল আৰু এখন গাঁও পাতি থাকিবলৈ লৈছিল। উজনি অসমৰ গেলেকী বাগিচাৰ দক্ষিণ দিশত এতিয়াও এখন 'কুঁৱৰী গাঁও' আছে, য'ত এই প্ৰেমিকাসকলে একেলগে আনন্দেৰে বাস কৰিছিল বুলি শুনা যায়।

ৰজাৰ চাওদাঙে শাস্তি দিয়া প্ৰিয়তমা ভাৰ্যা জয়মতীক উদ্ধাৰ কৰাৰ বাবে গদাপাণিয়ে এজাক নগা ৰণুৱা লৈ আহিছিল। কিন্তু ইতিমধ্যে জয়মতীৰ মৃত্যু হৈছিল। এই মৃত্যু গদাপাণিৰ বাবে অসহ্য আছিল, সেইবাবেই উদাস মনেৰে ঘূৰি ফুৰি কলিয়াবৰ ওলালগৈ তেওঁ। কলিয়াবৰত লগ পালে ভিনিহিয়েক বন্দৰ বৰফুকনক। বৰফুকন পূৰ্বৰে পৰা ল'ৰাৰজাৰ অত্যাচাৰৰ বিৰুদ্ধে সৰব হৈ আছিল। এইবাৰ গদাপাণিক দেখি তেওঁৰ সাহস আৰু বাঢ়িল। বন্দৰ বৰফুকনে লুকাই-চুৰকৈ ডা-ডাঙৰীয়াসকলক লগ ধৰিলে। ল'ৰাৰজাৰ বিৰুদ্ধে সকলো একগোট হ'ল। তাৰ পাছত ১৬৮১ চনৰ ২০ শাওণৰ দিনাখন ডা-ডাঙৰীয়াসকলে কলিয়াবৰৰ সৰিয়হতলীতে গদাপাণিক ৰজা পাতে। তাৰ পাছত ২৪ তাৰিখে তেওঁ গড়গাঁৱৰ সিংহাসনত আৰোহণ কৰিলে। গদাপাণিয়ে ৰজা হৈ নাম ল'লে চুপাত্‌ফা (আহোম মতে) আৰু হিন্দু মতে নাম ল'লে গদাধৰ সিংহ।

আচৰিত ধৰণৰ মানুহ আছিল গদাধৰ সিংহ। প্ৰবাদ আছে যে, গদাধৰ সিংহ স্বৰ্গদেউক প্ৰত্যেক সাজত ২৯ খনকৈ ব্যঞ্জন লাগিছিল আৰু তাৰে সৈতে ন কাঁহী ভাত হজম কৰিছিল। খোৱা-লোৱাত বকাসুৰ হ'লেও তেওঁ শুই থকা বিধৰ অৰ্থাৎ ভোটা বুদ্ধিৰ নাছিল। কৈছোৱেই নহয়, আচৰিত ধৰণৰ মানুহ আছিল তেওঁ। আনকি তেওঁৰ পক্ষত 'ৰাজদ্ৰোহ' কৰোতাসকলকো তেওঁ দিছিল জঘন্যতম শাস্তি। যিসকল ডা-ডাঙৰীয়া আৰু বিষয়াই ল'ৰাৰজাৰ জীৱিতকালতে ৰাজপাটৰ পৰা বিচ্যুত কৰি তেওঁক ৰজা পাতিলে, গদাধৰ সিংহই তেওঁলোকৰ মৃত্যুদণ্ড ঘোষণা কৰিলে (অৱশ্যে ভিনিহিয়েক বন্দৰ বৰফুকনক নামাৰি বৰফুকন উপাধি কাঢ়ি ৰাজ্যৰ পৰা বাহিৰ কৰি দিলে) আৰু যিসকলক শূলত দি মৃত্যুদণ্ড দিছিল, সেয়া চাবলৈ হেনো গদাধৰ সিংহ নিজেই গৈছিল।

আহঃ অসম্ভৱ কাঠচিতীয়া মনৰ পুৰুষ আছিল তেওঁ। এয়া নিশ্চয় গদাধৰ সিংহৰ গাত থকা চূড়ান্ত অকৃতজ্ঞতা! কিন্তু যদিও এয়া অকৃতজ্ঞতা, তথাপি ই তেওঁৰ মনৰ ধৈৰ্য আৰু ৰাজোপযুক্ত দৃঢ় সংকল্পৰ পৰিচায়ক। গদাধৰে জানিছিল সেই বিষয়াসকলে পূৰ্বতে ৰজা ভঙা-পতাৰ সোৱাদ পাইছিল। গতিকে তেওঁকো ৰজা হৈ শান্তিৰে কাম কৰিবলৈ নিদিব। তেতিয়া যৌৱনতে শক্তিশালী আহোম ৰাজ্য গঢ়াৰ যি কল্পনা তেওঁ কৰিছিল, সেয়া বাস্তৱায়িত নহ'ব।... তদুপৰি ছদ্মবেশত ঘূৰি ফুৰোতে বিদেশীসকলৰ ৰাজনীতি আৰু ৰাজ্যখনৰ ভিতৰুৱা

বহু কথা তেওঁ জানিব পাৰিছিল। সেই সময়ত আহোম ৰাজ্যৰ কোনো বিশেষ শক্তি নাছিল। অৰ্থনৈতিক অৱস্থাও আছিল তথৈবচ। গদাধৰ সিংহই কাৰো কথা নুশুনি নিজৰ অভিজ্ঞতা ক়ামত খটুৱাই এখন বিশাল আৰু ক্ষমতাশালী আহোম ৰাজ্যৰ গঢ় দিছিল।'

ৰজা হৈয়ে গদাধৰ সিংহই মোগলৰ হাতৰ পৰা (লালুকসোলাই এৰি দিয়া) গুৱাহাটী উদ্ধাৰৰ পণ ল'লে। তেওঁ মাটি আৰু নৌ-যুদ্ধত মোগলক সহজে হৰুৱালে। মোগল শত্ৰুৰ লগ লগা আহোম বিষয়াসকলক গদাধৰ সিংহই এনে জঘন্য শাস্তি দিছিল যাতে পাছত আৰু কোনো আহোমে এনে ধৰণে বিশ্বাসঘাতকতা কৰাৰ কথা কল্পনাও কৰিব নোৱাৰে। মোগলৰ লগ লগা এনে এজন বিষয়া আছিল ভাতধৰা ফুকন। যুদ্ধত তেওঁ পুত্ৰসহিতে আহোম সেনাৰ হাতত পৰিল। প্ৰথমতে পুত্ৰজনক কাটি, তেওঁৰ মঙহ সিজাই ভাতধৰা ফুকনক খাবলৈ দিয়া হৈছিল, তাৰ পাছতহে তেওঁক হত্যা কৰা হৈছিল।... এইখনেই আছিল আহোম-মোগলৰ শেষ যুদ্ধ। ইয়াৰ পাছত দুয়ো পক্ষই মানাহ নদীক দুই ৰাজ্যৰ সীমা হিচাপে মানি চলিছিল। তদুপৰি তেওঁ মিৰি আৰু নগা বিদ্ৰোহো সহজেই দমন কৰিছিল।

গদাধৰ সিংহৰ ৰাজত্ব কালতে শঙ্কৰদেৱৰ দ্বাৰা প্ৰচলিত বৈষ্ণৱ ধৰ্মই অভূতপূৰ্ব জনপ্ৰিয়তা অৰ্জন কৰিছিল। বাঢ়ি আহিছিল বৈষ্ণৱ ধৰ্মাৱলম্বী লোকৰ সংখ্যা। সেইকালত সকলোবোৰ প্ৰজাই ঘৰত বাধ্যতামূলকভাৱে 'পাইক' খাটিব লগাত পৰিছিল। অথচ বৈষ্ণৱ ধৰ্ম লৈ ধৰ্মৰ নাম গাই ভকত হৈ ফুৰিলে 'পাইক' খটাৰ পৰা অব্যাহতি পাইছিল। গদাধৰ সিংহ আছিল ঘোৰ শাক্ত হিন্দু। তেওঁ আছিল ভোগী। খোৱা-পিন্ধাৰ প্ৰতি তেওঁৰ আছিল যথেষ্ট ৰাপ।... শাক্তসকল যিহেতু বৈষ্ণৱ নাছিল গতিকে তেওঁলোকে পাইক খটাৰ পৰা অব্যাহতি নাপাইছিল। শুনা গৈছিল, শাক্তসকলেও 'পাইক' খটাৰ পৰা নিস্তাৰ পাবলৈ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল। তদুপৰি বৈষ্ণৱ গোসাঁইসকলে কোৱাৰ দৰে ম'হ, হাঁহ-কুকুৰাৰ মাংস আৰু মদ খাবলৈ এৰি দিলে প্ৰজাসকলৰ বল-বিক্ৰম হ্ৰাস পাব বুলিও তেওঁ ভয় কৰিছিল। তদুপৰি ল'ৰাৰজাৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ পলাই ফুৰোতে বহুকেইখন সত্ৰৰ গোসাঁয়ে গদাপাণিক আশ্ৰয় দিবলৈ অমান্তি হৈছিল...। এইবোৰ সাতে-পাঁচে লাগি বৈষ্ণৱসকলৰ প্ৰতি গদাধৰ সিংহৰ মনোভাব ক্ৰমাৎ বেয়া হৈছিল। সেইবাবেই তেওঁ বহুকেইখন সত্ৰৰ গোসাঁইক নামৰূপলৈ ধৰাই নি হত্যা কৰিছিল। গোসাঁইৰ লগতে ভকতসকলকো সুদাই এৰা নাছিল গদাধৰ সিংহই। অৱশ্যে গণক, কায়স্থ, কলিতা আদি উচ্চ জাতৰ ভকতসকলক পুৰণি বৈষ্ণৱ বুলি ৰেহাই দিছিল। কিন্তু কোঁচ, কেওট, হাৰি, কৈবৰ্ত আদি ভকতসকলক ধৰি-বান্ধি,

তেওঁলোকৰ সা-সম্পত্তি নষ্ট কৰি ম'হ, হাঁহ-কুকুৰাৰ মাংস খাবলৈ বাধ্য কৰাইছিল। তেওঁলোকৰ বহুতকে ঘৰৰ পৰা বহু দূৰলৈ নি আলি সজা, পুখুৰী খন্দা আৰু অন্যান্য কামত খটুওৱা হৈছিল। তাৰে কিছুমানৰ অঙ্গক্ষত কৰা হৈছিল, কিছুমানক দেৱতাৰ সন্মুখত বলি দিয়াও হৈছিল।... অৱশ্যে গদাধৰে পাছলৈ বৈষ্ণৱসকলৰ প্ৰতি কৰা এই অত্যাচাৰ সম্পূৰ্ণৰূপে বন্ধ কৰিছিল। আনকি বহু বৈষ্ণৱৰ ঘৰ তেওঁ নতুনকৈ সজাই দিছিল। ধন-সম্পত্তি দি সহায় কৰিছিল।

গদাপাণিয়ে নামনি অসমত আত্মগোপন কৰি থকা কালত মুছলমানসকলে মাটিৰ জৰীপ কৰা দেখি সেয়া শিকিছিল আৰু ৰজা হোৱাৰ পাছত শিৱসাগৰৰ পৰা অসম ৰাজ্যৰ পিয়ল কৰোৱাইছিল। মাটি জোখা আঠহতীয়া 'নল'ৰ ব্যৱহাৰ তেওঁৰ দিনৰ পৰাই আৰম্ভ হয়। গদাধৰ সিংহই ১৬৮৫ চনত বিশ্বনাথৰ দৌল বন্ধায়। তেওঁ ভালেমান পুখুৰী, আলি আৰু দৌল সজাইছিল। তাৰ ভিতৰত ভোগদৈ পুখুৰী, সোণাদৈ পুখুৰী, বগা পুখুৰী, ধোদৰ আলি, ৰহদৈ আলি, ফুকনৰ আলি, বৰবৰুৱা আলি, উমানন্দ দৌল, ভোগদৈ দৌল আদিয়েই প্ৰধান। গদাধৰ সিংহই ধোদৰ আলি সজোৱাৰ বিষয়ে এটি আমোদজনক কাহিনী আছিল। 'ধোদ' মানে এলেহুৱা, সিহঁতে কাম নকৰে। বৈষ্ণৱসকলে যিদৰে পাইক খাটিব নালাগিছিল, সেইদৰে ধোদসকলেও একো কাম নকৰাটোৱেই যেন এক নিয়মত পৰিণত হৈছিল। এই ধোদসকলে আনৰ মূৰত কঁঠাল ভাঙি খাইছিল। লাহে লাহে ধোদৰ সংখ্যা বাঢ়ি আহিছিল। গদাধৰ সিংহই কৰিলে কি, সকলো ধোদক একেটা ঘৰত গোটাই আচল ধোদ কোন, সেয়া পৰীক্ষা কৰিবলৈ ধোদ ঘৰত জুই লগাই দিবলৈ ক'লে। তেতিয়া মিছাতে ধোদ সজাসকল পলাল। কিন্তু আচল ধোদসকলে জুইৰ মাজতো শুই থাকিল। পাছত আচল ধোদক হাঁকোটাৰে ধৰি উলিয়াই অনা হ'ল। গদাধৰ সিংহই তেওঁলোকক ধোদৰ স্বীকৃতি দি পলাতক, নকল ধোদসকলক ধৰাই আনি ৰাজআলি বন্ধোৱাৰ কামত লগাই দিলে। সেয়াই ধোদৰ আলি। ইমান ওখ-পাখ, আহল-বহল আলি সেই সময়ৰ আহোম ৰাজ্যত আন এটা নাছিল।

যিটো সময়ত আহোম ৰাজ্যত ভাল মানুহৰ অভাৱ হৈছিল, বিশ্বাসঘাতকৰ দলে সৰ্বত্ৰতে পিয়াপি দি ফুৰিছিল, সেই সময়ত গদাধৰ সিংহৰ আবিৰ্ভাৱে আহোম ৰাজ্যক এক নতুন পোহৰৰ সন্ধান দিছিল। মোগলৰে লগ লাগি নিজ দেশৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত আহোমক গদাধৰে সবাতোকৈ ঘৃণা কৰিছিল। তেওঁৰ বিশ্বাস আছিল, যিজন মানুহে নিজৰ জাতিক ভাল নাপায়, তেওঁৰ জীয়াই থকাৰে যোগ্যতা নাই। তদুপৰি তেওঁ আছিল চূড়ান্ত শক্তিশালী আৰু আত্মবিশ্বাসী। ৰজা হ'বৰ বাবে যে চূড়ান্ত নীতিবোধৰ লগতে নিষ্ঠুৰতাৰো যে

প্ৰয়োজন, সেই কথা তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। সেইবাবে শাৰীৰিক দিশৰ পৰা তেওঁ যেনে সুপুৰুষ, ঠিক তেনেদৰে শ্ৰেষ্ঠ ৰজাও। ৰাজ্যখনৰ উন্নতিয়েই তেওঁৰ একমাত্ৰ চিন্তা আছিল, তাৰ বাবে যিকোনো পদক্ষেপ ল'বলৈ তেওঁ পিছ হোঁহকা নাছিল। মন্ত্ৰী, ডা-ডাঙৰীয়াসকলৰ ক্ষমতা হ্ৰাস কৰাৰ লগতে ৰজাৰ বিৰুদ্ধে যাতে কোনো অন্তৰ্বিদ্ৰোহে গা কৰি উঠিব নোৱাৰে, তাৰ প্ৰতি তেওঁ অহৰহ সাৱধান আছিল। কাৰণ ৰজা শক্তিশালী হোৱা মানেই ৰাজ্য শক্তিশালী হোৱা বুলি গদাধৰৰ বিশ্বাস আছিল। আচলতে চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পাছৰে পৰা ক্ৰমশঃ ধ্বংস হ'ব ধৰা আহোম ৰাজ্যক শক্তিশালী কৰাৰ ক্ষেত্ৰত আতন বুঢ়াগোহাঁয়ে সাৰ-পানী যোগাইছিল যদিও সেয়া নোদোকা কৰিছিল গদাধৰ সিংহই।

শাৰীৰিকভাৱে শক্তিশালী, নীতিবাদী, চূড়ান্ত আত্মবিশ্বাসী গদাধৰে আহোমৰ হৃত মৰ্যাদা ঘূৰাই অনাৰ লগতে আহোমৰ সকলো ফৈদৰ মাজত সুসংহতা স্থাপন কৰিছিল। কিন্তু তেওঁৰ জীৱনহে দীৰ্ঘদিনীয়া নহ'ল। ডিঙিত গৰল এটা হোৱাত তাৰ বেদনাতে ১৬৯৫ চনত গদাধৰৰ মৃত্যু হোৱা বুলি পদ্মনাথ গোহাঞিবৰুৱাই ক'ব বিচাৰে। তাৰ পাছত তেওঁৰ শৱটো চৰাইদেউ পৰ্বতৰ ওপৰলৈ তুলি, ধুৱাই যথাৰীতি সৎকাৰ কৰি মৈদাম দিয়া হয়। এতিয়াও চৰাইদেও পৰ্বতৰ ওপৰত থকা বৃহৎ পুখুৰীটোক 'শ-ধোৱা পুখুৰী' বোলে। গদাধৰ সিংহৰ কাৰ্যকাল আছিল ১৪ বছৰ আঠ মাহ এদিন। এই সময়ছোৱাত আহোম ৰাজ্য সম্পূৰ্ণৰূপে শৃঙ্খলাবদ্ধ আৰু শক্তিশালী হৈছিল। সেই শৃঙ্খলাবদ্ধ আৰু শক্তিশালী ৰাজ্যখনতে গদাধৰৰ পাছত ৰুদ্ৰসিংহ আহি শ্ৰেষ্ঠতম আহোম ৰজা হিচাপে পৰিগণিত হৈছিল।



(২২)

# সতী জয়মতী

বহুকেইগৰাকী বুৰঞ্জীবিদে জয়মতীৰ অস্তিত্বৰ ওপৰতে সন্দেহ কৰে। কিন্তু এই সন্দেহ কিমানখিনি শুদ্ধ বা ভুল, সেই সম্পৰ্কত আমি খাটাংকৈ একো ক'ব নোৱাৰো। তথাপি নিজৰ দেশৰ বাবে, নিজ স্বামীৰ বাবে যিখিনি ত্যাগ স্বীকাৰ কৰাৰ কাহিনী আমি শুনিছো, ইয়াত কাৰো মতভেদ থাকিব নোৱাৰে যে জয়মতী কুঁৱৰী এনে এগৰাকী অনন্যা মহিলা, যিগৰাকীৰ দৃষ্টান্ত পাঁচ হেজাৰ বছৰীয়া ভাৰতীয় ইতিহাসতো বিৰল।

ভাৰতৰে মাথো নহয়, সমগ্ৰ বিশ্বৰ ইতিহাসৰ পাত লুটিয়ালে দেখা যায় যে স্বামীৰ বাবে পত্নীয়ে যিমানখিনি ত্যাগ আৰু কষ্ট স্বীকাৰ কৰে, পত্নীৰ বাবে স্বামীয়ে সিমানখিনি কৰাৰ দৃষ্টান্ত নাই। পুৰুষে মাথো নিজৰ দেশ বা জাতিৰ বাবে ত্যাগ স্বীকাৰ কৰাৰ বিপৰীতে নাৰীয়ে দেশ আৰু জাতিৰ লগতে স্বামীৰ বাবেও ত্যাগ স্বীকাৰ কৰে। এনেকৈয়ে সমাজ চলি আহিছে আৰু নাৰীৰ ওপৰত সতী-সাধ্বীৰ মোহৰ মাৰি দিছে অৱশ্যে এনে ধৰণৰ 'মোহৰ'ৰ ঘূৰ্ণিপাকতে আবদ্ধ নহয় জয়মতীৰ জীৱন।

কোনোৱে জয়মতীক সন্দিকৈৰ ঘৰৰ জীয়ৰী বুলি ক'লেও বেছিসংখ্যক বুৰঞ্জীবিদেই তেওঁ বৰগোহাঁইৰ ঘৰৰ জীয়ৰী বুলিহে ক'ব খোজে। শুনা যায়, জয়মতীৰ পিতৃ মাদুৰীৰ লাইথেপনা বৰগোহাঞি। ড° সূৰ্যকুমাৰ ভূঞাৰ 'অসম বুৰঞ্জী'ত এটা গীতৰ উল্লেখ আছে---'ছঅৰা ককাই-ভাই, এঘাৰজনী মাহীআই, তেৰ বাই-ভনী ঘাই, মাদুৰী চহৰত ডাঙৰ হৈ আছিলো, আই-বোপাই আহঙত খাই।' গতিকে অনুমান কৰিব পাৰি যে লাইথেপনা বৰগোহাঞিৰ পত্নী আছিল ১২ গৰাকী, পুত্ৰ আছিল ২৪ জন আৰু জয়মতীৰ স'তে কন্যা সন্তান আছিল ১৩ গৰাকী। গতিকে এক বৃহৎ পৰিয়ালত জন্মগ্ৰহণ কৰি ডাঙৰ-দীঘল হৈছিল জয়মতী। হয়তো সেইবাবেই তেওঁৰ সৰুৰে পৰা নিস্বাৰ্থ ত্যাগৰ মনোভাব এটা গঢ়ি উঠিছিল, গঢ়ি উঠিছিল দায়িত্ব সচেতনতাও।

এদিন গোবৰ ৰজাৰ পুত্ৰ গদাপাণি কোঁৱৰ প্ৰচণ্ড গৰমৰ দুপৰীয়া মাদুৰীত থকা লাইথেপনা বৰগোহাঞিৰ ঘৰত উপস্থিত হ'ল। অতি শক্তিশালী যুৱক গদাপাণি। খোৱা-লোৱাও কৰিছিল যথেষ্ট। দুপৰীয়া ভোক আৰু ভাগৰত আক্ৰান্ত গদাপাণিয়ে লাইথেপনা বৰগোহাঞিৰ ঘৰত সোমায়েই প্ৰচণ্ডভাৱে

ভোগ লগাৰ কথা বেকত কৰিলে আৰু যি আছে তাকে খাবলৈ বিচাৰিলে। জয়মতী আছিল বৰগোহাঞিৰ ছোৱালী কেইজনীৰ ভিতৰত সবাতোকৈ ডাঙৰ। সেইবাবে গদাপাণিক সেৱা-সৎকাৰ কৰাৰ দায়িত্বও জয়মতীৰ ওপৰতে পৰিল। জয়মতীয়ে লৰালৰিকৈ ডাঙৰ কাঁহীত পইতা ভাত আৰু ভাজিৰে গদাপাণিক খাবলৈ দিলে। সন্তুষ্ট হ'ল কোঁৱৰ। তদুপৰি জীৱনত এগৰাকী পৰ-ছোৱালীৰ সেৱা-সৎকাৰ দেখি অভিভূতো হ'ল। এই সম্পৰ্কই লাহে লাহে প্ৰেমলৈ ৰূপান্তৰিত হ'ল। এই পিতৃ, বংশ, পৰিয়াল সকলোৰে অনুমতি সাপেক্ষে জয়মতী কুঁৱৰীক বিয়া কৰালে।

যিয়েই নহওক উদয়াদিত্য সিংহৰ মৃত্যুৰ পাছৰে পৰা আহোম ৰাজ্যত অস্থিৰতাৰ পৰিৱেশ বিৰাজ কৰিছিল। ৰজাৰ নিৰাপত্তা হেৰাই গৈছিল, বিধ্বস্ত হৈছিল ৰাজ্যৰ অৰ্থনীতি। সামাজিক ক্ষেত্ৰতো নীতি-নিয়মৰ বান্ধ শিথিল হৈছিল। আহোমসকলৰ বিভিন্ন ফৈদৰ মাজত মনোমালিন্য আৰম্ভ হৈছিল। সেই সময়তে ১৬০১ শকৰ পাঁচ আঘোণত (১৬৭৯ খ্ৰীষ্টাব্দ) চৈধ্য বছৰীয়া কিশোৰ চুলিকফাক (ল'ৰাৰজা) নামমাত্ৰ ৰজা পাতি লালুকসোলা বৰফুকনে স্বেচ্ছাচাৰী শাসন আৰম্ভ কৰিলে। কিন্তু অচিৰেই আহোম ৰাজ্যত অন্তৰ্বিদ্ৰোহ আৰম্ভ হ'ব আৰু ল'ৰাৰজাক আন কোনোবা যুৱকে সিংহাসনৰ পৰা আঁতৰাই নিজে ৰজা হ'ব বুলি ৰাজ্যৰ সকলো ৰজা হোৱাৰ বাবে উপযুক্ত কোঁৱৰক হত্যা অথবা অঙ্গক্ষত কৰিবলৈ চোৰাংচোৱা আৰু চাওডাঙক নিৰ্দেশ দিলে। কথা মতেই কাম। ৰাজ্যৰ হেজাৰ হেজাৰ যুৱকক হত্যা অথবা অঙ্গক্ষত কৰা হ'ল। কিন্তু সৰুৰে পৰা অত্যন্ত ৰাজনীতি সচেতন বহুবলী যুৱক তুংখুঙীয়া ফৈদৰ গদাপাণি কোঁৱৰ ঘৰ এৰি পলাল।

বুৰঞ্জীৰ মতে, ঘৰ এৰি পলাই যাওঁতে গদাপাণিয়ে পত্নী জয়মতী আৰু কাৰ্তিক-গণেশহেন দুই পুত্ৰ লাই আৰু লেচাইক এৰি থৈ গৈছিল। কিন্তু হৰকান্ত বৰুৱাৰ মতে, গদাপাণিয়ে তেওঁৰ পত্নী জয়মতীক লগত লৈ পলাইছিল। পলাই গৈ গাভৰু ভাৰ্যা সহিতে অটব্য অৰণ্যত সোমাই পৰিছিল। তাতে বাঁহ আৰু গছৰ পাতেৰে সৰু ঘৰ নিৰ্মাণ কৰি কেইদিনমান আছিলগৈ। কিন্তু সেই ঠাইত গৈ ৰজাৰ মানুহ উপস্থিত হোৱাত আৰু পত্নীৰ অনুৰোধত গদাপাণি পলাই যোৱাত জয়মতীক ধৰি আনিছিল ৰজাৰ বাহিনীয়ে। যিহেতু হৰকান্ত বৰুৱাৰ এইখিনি কথা আন কোনো বুৰঞ্জীতো বাদেই জনশ্ৰুতিতো পাবলৈ নাই, গতিকে সেয়া মিছা বুলিয়েই ধৰি ল'ব পাৰি। কাৰণ লাই আৰু লেচাই নামৰ দুই পুত্ৰ মাক-দেউতাকৰ স'তে পলাই গৈছিল নে আন ক'ৰবাত আছিলগৈ সেই সম্পৰ্কে হৰকান্ত বৰুৱা নিমাত।

যিয়েই নহওক ঘৰৰ পৰা পলাই যাবলৈ যে জয়মতীয়েই গদাপাণিক

বাধ্য কৰাইছিল সেয়া নিশ্চিত। কাৰণ স্বামীৰ বুদ্ধিমত্তা আৰু বাহুবলৰ ওপৰত জয়মতীৰ সম্পূৰ্ণ বিশ্বাস আছিল। তদুপৰি দুৰ্বলমতিৰ ল'ৰাৰজাক আঙুলিৰ ঠাৰত নচুৱাই লালুকসোলাই স্বেচ্ছাচাৰী শাসন চলাই আহোম ৰাজ্য ধ্বংস কৰিব বুলিও জয়মতীয়ে ভাবিছিল। মৰ্যাদাসম্পন্ন ঘৰৰ জীয়ৰী জয়মতীয়ে আহোম ৰাজসিংহাসনৰ মৰ্যাদা ভালকৈয়ে বুজিছিল। ৰাজসিংহাসনৰ হৃত মৰ্যাদা যাতে গদাপাণিয়ে ঘূৰাই আনিব পাৰে, তাৰ বাবে জয়মতীয়ে অহৰহ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। এনে এগৰাকী সৎ চিন্তা কৰা বুদ্ধিমতী পত্নীৰ অনুৰোধৰ বাবেই গদাপাণিয়েও পলাই যাবলৈ বাধ্য হৈছিল। কাৰণ ইয়াৰ পূৰ্বে যিকোনো ক্ষেত্ৰতেই পলাই যোৱাৰ কোনো উদাহৰণ নাই, ১০-১২ বছৰৰ পৰাই বন্য জন্তু-জানোৱাৰক বশ কৰা গদাপাণিৰ। শাৰীৰিক আৰু মানসিকভাৱে অতি শক্তিশালী এইজনা পুৰুষে সগৰ্ভা পত্নী আৰু শিশু সন্তানকেইটিক এৰি থৈ কাপুৰুষৰ দৰে পলাই গৈছিল মাথো আহোম ৰাজ্যৰ মৰ্যাদা ঘূৰাই অনাৰ স্বাৰ্থতেই।

যিটো সময়ত এখন ৰাজ্য আৰু এটা জাতিৰ সন্মুখত মাথো বিশ্বাসহীনতাৰ ক্লেদাক্ত ছাঁয়া আছিল, আবৰ্জনাৰ স্তুপ আৰু আন্ধাৰেই আছিল, সেই আবৰ্জনা আঁতৰাই পোহৰ ৰাজ্যৰ সন্ধান কৰিবলৈ স্বামীক উদ্‌গনি জনোৱা জয়মতী আছিল সঁচাকৈয়ে মহীয়সী নাৰী।

ঘৰৰ পৰা পলাই গৈ গদাপাণি কেইদিনমান মেটেকাত বগী বৰপোহাৰীৰ ঘৰত আছিলগৈ। তাৰ পাছত সহায়ৰ হাত বিচাৰি প্ৰৱেশ কৰিছিল নগা পাহাৰৰ অটব্য অৰণ্যত। গদাপাণিক ক'তো বিচাৰি নাপাই পাগলৰ দৰে হৈ পৰিল ল'ৰাৰজা আৰু লালুকসোলা বৰফুকন। জয়মতী আৰু আন আত্মীয়-স্বজনক সুধিও গদাপাণিৰ পলায়নৰ বিষয়ে উচিত উত্তৰ নাপালে। সেইবাবেই লালুকসোলাই ভাবিলে যে মৰমৰ পত্নীক ধৰি আনি ৰাজহুৱাকৈ অত্যাচাৰ চলালে নিশ্চয় গদাপাণিয়ে আহি ধৰা দিবলৈ বাধ্য হ'ব। সেইবাবে জয়মতীক ধৰি আনি জেৰেঙা পথাৰত কেপীয়া খুঁটাত বান্ধি নানা ধৰণৰ শাস্তি দি লাঙী গদাপাণিৰ বিষয়ে সুধিবলৈ ল'লে ৰজাৰ চাওডাঙে। কিন্তু জয়মতী নিৰ্বিকাৰ। তেওঁ নকয় স্বামীৰ কথা। যিজন স্বামীক তেওঁ দেশ উদ্ধাৰৰ বাবে অনুৰোধ জনাইছে, সেইজন স্বামীৰ বিষয়ে সামান্য কথা ক'বলৈও তেওঁ ৰাজী নহয়। নিতৌ নতুন নতুন ধৰণেৰে কুকুৰাচোৱা চাওদাঙে ছয়-সাতদিন একেৰাহে শাস্তি দিও গদাপাণিৰ কথা উলিয়াব নোৱাৰিলে।

এসময়ত এই শাস্তিৰ বাতৰি নগা পাহাৰত থকা গদাপাণিৰ কাণতো পৰিলগৈ। মৰমৰ পত্নীৰ ওপৰত চাওডাঙে অত্যাচাৰ চলোৱাৰ কথা শুনি তেওঁ থিৰেৰে থাকিব নোৱাৰিলে। গদাপাণিয়ে ছদ্মবেশেৰে নগা পাহাৰৰ পৰা

জেৰেঙা পথাৰলৈ আহিল। এজন অচিনাকি মানুহৰ ৰূপত তেওঁ শাস্তি ভুঞ্জি থকা জয়মতীক কেইবাবাৰো কয়—"হেৰ' মানুহজনী, তই কিয় যাতনা ভুগিছ; গিৰিয়েৰৰ কথানো কৈ নিদিয় কিয়?" জয়মতীয়ে কিন্তু মুখ নুখুলিলে। চাওডাঙৰ বেতৰ কোব, ডোম চোবাত, চমটাৰ কোব সহ্য কৰি থাকিল। কিন্তু শেষত গদাপাণি মৰসাহ কৰি ওচৰ চাপি গ'ল আৰু একে কথাখিনিকে ক'লে। জয়মতীয়ে গদাপাণি কোঁৱৰক চিনি পালে। যাৰ বাবে সকলো ত্যাগ কৰি যাতনা ভুঞ্জি আছে, তেঁৱেই আকৌ নিজেই ধৰা দিয়ে! বাধ্য হৈ জয়মতীয়ে ক্ৰোধ অথচ কাকুতিৰ স্বৰত ক'লে—"মোৰ গৃহস্থৰ কথা মই নকওঁ, ইবিলাকৰ কি হৈছে? ইবিলাকক কোনে মাতিছে? গুচি বা নাযায় কিয়?" মুখৰ কথাতকৈয়ো জয়মতীৰ চকুৰ কাতৰ ভাষা দেখি ভাৰ্যাৰ উদ্ধাৰৰ বাবে ততাতৈয়াকৈ গদাপাণি আঁতৰি গ'ল। তাৰ পাছতো ছয়-সাতদিন জয়মতীয়ে চাওডাঙৰ নিৰ্যাতন সহি থাকিল। শেষত ১৪ দিনৰ নিৰ্যাতনৰ মূৰত ১৬৭৯ খ্ৰীষ্টাব্দৰ ১৪ চ'তত জযমতীৰ মৃত্যু হ'ল।

তাৰ পাছতে নগা সৈন্য কিছুমানক লৈ গদাপাণি আহি জেৰেঙা পথাৰত উপস্থিত হৈছিল যদিও ইতিমধ্যে জয়মতীয়ে নশ্বৰ দেহ ত্যাগ কৰিছিল। জয়মতীৰ মৃত্যুৰ দুবছৰৰ পাছত ১৬৮১ চনত স্বেচ্ছাচাৰী ল'ৰাৰজাৰ শাসনৰ অন্ত পেলাই গদাপাণি আহোম ৰাজ্যৰ ৰজা হৈছিল। এজন বলিষ্ঠ ৰজাৰূপে অশেষ দক্ষতাৰে ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক দিশত আহোম ৰাজ্যক শক্তিশালী কৰিছিল। জয়মতীৰ যি আশা-আকাংক্ষা আছিল, সেয়া বাস্তৱ ৰূপ দিছিল গদাপাণিয়ে। এই জয়মতী পতিপ্ৰেম, স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে জ্বলন্ত উদাহৰণ। সেইবাবে জয়মতী সতীৰো শ্ৰেষ্ঠ মহাসতী। এগৰাকী সাধাৰণ নাৰীয়েও কেনেকৈ আত্মত্যাগ আৰু সাহসেৰে এখন ৰাজ্যক ধ্বংসৰ মুখৰ পৰা উদ্ধাৰ কৰিব পাৰে, জয়মতীয়েই তাৰ উৎকৃষ্ট উদাহৰণ।

শেষত দুতিৰাম হাজৰিকাৰ 'অসমৰ পদ্য বুৰঞ্জী'ত উল্লেখ থকা শোকাবহ ঘটনাৰ বিষয়ে ক'ব বিচাৰিছো। দুতিৰাম হাজৰিকাৰ মতে, লাই আৰু লেচাই, এই দুই পুত্ৰৰ লগতে এজনী কন্যাও আছিল গদাপাণিৰ। যিগৰাকীক মাকৰ লগতে নি চাওডাঙে হত্যা কৰিছিল। 'ৰাজা বোলে হোক নাপাইলিহি ফিৰি/ শীঘ্ৰ কৰি আন যাই ভাৰ্যা-পুত্ৰী ধৰি।। একখানি জীয়া আছে বহু আদৰৰ/ পিতৃৰো আছিলা স্নেহ কন্যাতে সে বৰ।।'... তদুপৰি ড° সূৰ্যকুমাৰ ভূঞাৰ মতে মৃত্যুৰ সময়ত জয়মতী সগৰ্ভা আছিল।

জয়মতীৰ বহু ত্যাগৰ বিনিময়ত আহোম ৰাজ্যৰ পুনৰুদ্ধাৰ সম্ভৱ হৈছিল। মাথো এগৰাকীৰ ত্যাগে এটা জাতি, এখন ৰাজ্যক অধঃপতনৰ পৰা ৰক্ষা

কৰিব পাৰে। সেইবাবে জয়মতীৰ এই ত্যাগ আৰু মৃত্যু চিৰদিন অসমীয়া জাতিৰ বাবে প্ৰেৰণাৰ উৎস হৈ ৰ'ব।

---

*জয়মতীৰ পিতৃ(!) লাইথেপেনা বৰগোহাঞিৰ জয়মতীৰ পিতৃ (!) লাইথেপনা বৰগোহাঁইৰ পূৰ্বপুৰুষে চুকাফাই অসমলৈ আহি ৰাজ্য গঠন কৰাৰ সময়ৰে পৰা ডাঙৰ ডাঙৰ বিষয়বাব আৰু মন্ত্ৰিত্ব লাভ কৰি আহিছিল। লাইথেপনাৰ পিতৃ আছিল লালুকসেন ফুকন। লাইথেপনাৰ দুগৰাকী ভাতৃ আছিল। প্ৰথমজন লাংকু (এওঁ ৰাজখোৱাৰ বিষয়বাব পাইছিল) আৰু দ্বিতীয়জন পেনন। পেননে কি কৰিছিল সেয়া বংশাৱলীত নাই। লাইথেপনাৰ পুতেকসকলৰ নাম আছিল কংখান (বৰজনা সলাল গোহাঞিও), কমলাকান্ত (ৰাজমন্ত্ৰী বৰগোহাঞিও), ৰামচন্দ্ৰ (খনিকৰ বৰুৱা), লাও (ঘোঁৰা বৰুৱা), লংখাও, চামখাও বা ঘনশ্যাম (সলাল গোহাঞিও), লংলুত, হলিৰাম থাপাত (চেতিয়া পাত্ৰবৰুৱা), ধনীৰাম (দোলাকাষৰীয়া বৰুৱা), চিপা, লালত, সুন্দৰ, তনখাম, কলিয়াচেন (চেতিয়া পাত্ৰবৰুৱা), লাংখুৱান, খামছেং (দ'লবন্ধা ৰাজমন্ত্ৰী বৰগোহাঞিও), মোহন, লাংখুন, খামছং (খঙ্গীয়া ফুকন), লাংবাং (নাওশলিয়া বৰুৱা), পূৰ্ণানন্দ, অভয়চৰণ (চেতিয়া পাত্ৰবৰুৱা) আৰু নুমলি (ৰাজমন্ত্ৰী বৰগোহাঞিও)। জীয়েকসকলৰ নাম— জয়মতী, বিজয়মতী, জয়প্ৰভা, জয়কান্তি, জয়তৰা, জনাপ্ৰভা, জয়দা, ৰত্নপ্ৰভা, অঞ্জনা, হীৰামতী, শুক্ৰমতী, চেংমতী আৰু জয়েশ্বৰী। জয়মতীৰ মাতৃৰ নাম আছিল চন্দ্ৰদাৰু।*

*দেখা গ'ল যে অতি শক্তিশালী আৰু সম্ভ্ৰান্তবংশ আছিল জয়মতীৰ পিতৃৰ। জয়মতীৰ ভায়েক-ককায়েকেও আহোম ৰজাৰ অধীনত ডাঙৰ বিষয়বাব লাভ কৰিছিল। কিন্তু জয়মতীৰ শাস্তিৰ ক্ষেত্ৰত লাইথেপনা বৰগোহাঞি তেওঁৰ পুত্ৰসকল কিয় মনে মনে থাকিল বুজা নগ'ল। অৱশ্যে ল'ৰাৰজা চুলিকফায়ো বৰগোহাঞিৰ এগৰাকী কন্যা অৰ্থাৎ জয়মতীৰ এগৰাকী ভগ্নীক বৰকুঁৱৰী পাতিছিল। ল'ৰাৰজাৰ লগত যি সম্পৰ্ক, গদাপাণিৰ লগতো বৰগোহাঞিৰ পৰিয়ালৰ একে সম্পৰ্ক। হয়তো কিবা এক অজ্ঞাত কাৰণ বা ল'ৰাৰজাৰ বোষত পৰাৰ ইচ্ছা নকৰিয়েই লাইথেপনাৰ পৰিয়ালৰ কোনো লোকেই জয়মতীৰ শাস্তিৰ বিৰুদ্ধে মাত নামাতিলে। জয়মতীৰ শাস্তিত চকু মুদি বহি থাকিল।*

*জয়মতীৰ মৃত্যুৰ ডেৰ-দুবছৰৰ পাছত গদাধৰ সিংহ ৰজা হয়। শিঙ্গৰিঘৰত উঠা উৎসৱত ৰজাৰ সৈতে বহিবলৈ ৰজাৰ বৰকুঁৱৰী লাগে। গদাধৰ সিংহই দিহিঙীয়া বৰবৰুৱাৰ ভাতৃ পানীফুকনৰ জীয়েকক বৰকুঁৱৰী পাতি ল'লে। তাৰ পাছত প্ৰেমিক গদাধৰে দুজনী নগাৰ কুঁৱৰী আনি কাৰেঙত ঠাই দিলে, পলাই থকা সময়ৰ বান্ধৱী সোণাদৈ, ৰহদৈ আৰু ভোগদৈ নামৰ তিনিজনী তিৰোতাৰ নামেৰে দৌল পুখুৰী সাজিলে। কিন্তু গদাধৰ সিংহই প্ৰথমাপত্নী জয়মতীৰ স্মৃতি ৰক্ষাৰ্থে একো এটা কামেই নকৰিলে। পাছত ৰুদ্ৰসিংহই এই কাম নকৰাহ'লে জয়মতীৰ কোনো স্মৃতিয়েই নাথাকিলহেঁতেন! গদাধৰৰ কাৰ্য আচৰিত নহয়নে?*



## (২৩)

# ৰুদ্ৰ সিংহ

অসমৰ সীমা অতিক্ৰমী যিগৰাকী অসমীয়াই প্ৰথম আৰু শেষবাৰৰ বাবে দিল্লীৰ মছনদ দখল কৰাৰ সপোন দেখিছিল, তেৱেঁই ৰুদ্ৰ সিংহ। কোৱা হয় ৰুদ্ৰ সিংহই আহোম বংশৰ সৰ্বশ্ৰেষ্ঠ ৰজা।..... প্ৰবল প্ৰতাপী দিল্লীশ্বৰৰ ৰাজত্বকালত ভাৰতৰ প্ৰায় সকলো ঠাইৰ ৰজাসকলেই তেওঁৰ বশ্যতা স্বীকাৰ কৰিছিল। কিন্তু ঔৰঙ্গজেবে একনিষ্ঠতা, নিদ্ৰাহীন পৰিশ্ৰম আৰু প্ৰচণ্ড বুদ্ধিমত্তাৰে ৰাজত্ব কৰাৰ পাছত তেওঁৰ পুত্ৰসকলৰ মাজত সিংহাসনৰ বাবে প্ৰচণ্ড প্ৰতিদ্বন্দ্বিতা আৰম্ভ হয় আৰু সেই সময়তে প্ৰায় নিষ্ক্ৰিয় হৈ থকা শিখ, মাৰাঠা আদি হিন্দু ৰজাসকলে মোগলৰ অধীনতা দলিয়াই পেলাবলৈ মনস্থ কৰে। ৰুদ্ৰ সিংহৰো চকু গ'ল দিল্লীলৈ। সেই লক্ষ্যৰেই স্বৰ্গদেৱে সমগ্ৰ ভাৰতৰ হিন্দু ৰজাসকলৰ স'তে মিত্ৰতা স্থাপন কৰিবৰ বাবে কটকী পঠিয়ালে। কটকীসকলে হিন্দু ৰজাসকলৰ পৰা উত্তৰ আনিলে। প্ৰায় সকলো ৰজাই একে ধৰণৰ উত্তৰেই দিছিল। সেইবোৰৰ সাৰাংশ এনে ধৰণৰ—"মোগলে আমাৰ বহুতৰে জাতিও নষ্ট কৰিছে।... অসমৰ স্বৰ্গদেউৰ প্ৰতাপৰ কথা আমি শুনিছো। স্বৰ্গদেৱৰ প্ৰস্তাৱ আমাৰ মনোনীত হৈছে। তেওঁক আমি চেলাম কৰিব পাৰো। স্বৰ্গদেৱ মহাৰাজে দিল্লী দখলৰ উদ্যোগ ল'লে আমি তেওঁক সহায় কৰিব পাৰো।"

ৰুদ্ৰ সিংহৰ দিল্লী দখলৰ উদ্যোগ আৰম্ভ হ'ল। গুৱাহাটীত বাহুবলী আহোম সৈন্য গোট খালে ৩৬ হেজাৰ। দাঁতি কাষৰীয়া ৰাজ্যৰ পৰা ৰজাসকলে পঠিয়ালে তিনি লাখ ষাঠি হেজাৰতকৈয়ো অধিক সৈন্য। অৱশ্যে স্বৰ্গদেৱে বাছি বাছি সৈন্যক ৰাখি বাকীবোৰক গাঁৱলৈ খেতি-বাতি কৰিবলৈ পঠিয়াই দিলে। স্থিৰ হ'ল ১৭১৪ চনৰ আঘোণত স্বৰ্গদেৱৰ দিগ্বিজয় যাত্ৰা আৰম্ভ হ'ব। কিন্তু ভাদ মাহৰ ১৩ তাৰিখৰ দিনাখনেই উত্তৰ গুৱাহাটীৰ শিবিৰত স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ মৃত্যু হয়। অতি কৰুণ এই ঘটনাৰ পাছতেই অসমবাসীৰ ভাৰত সাম্ৰাজ্যত আধিপত্য চলোৱাৰ বাসনাও অকালতে মাৰ গ'ল।

গদাধৰ সিংহৰ মৃত্যুৰ পাছত তেওঁৰ বৰপুত্ৰ 'লাই' ১৬৯৫ চনত আহোম ৰাজপাটত উঠে আৰু আহোম মতে চুখ্ৰংফা, হিন্দু মতে ৰুদ্ৰ সিংহ নাম লয়। সৰুৰে পৰা হিন্দু ধৰ্মৰ প্ৰতি যথেষ্ট ৰাপ আছিল স্বৰ্গদেৱৰ। তেওঁৰ ৰাজ্যত কেনেকৈ হিন্দু ধৰ্মৰ চৰ্চা বাঢ়ি প্ৰজাসকলৰ মনৰ পৰা অন্যায়, অধৰ্ম শেষ হৈ নতুন চিন্তাধাৰা আৰু উদামৰ সৃষ্টি হ'ব, তাৰে উপায় চিন্তিবলৈ ধৰিলে। গদাধৰ সিংহৰ দিনত বিতাৰিত কৰা বৈষ্ণৱসকলক পুনৰ আগৰ ঠাইত থাপন কৰিলে।

বহুকেইটা পুখুৰী খন্দালে, দৌল বন্ধালে আৰু কোঁচবিহাৰৰ পৰা ঘনশ্যাম খনিকৰক অনাই ৰংপুৰত নতুন ধৰণেৰে পৰিপাটিকৈ নগৰ পাতিলে। অসম্ভৱ স্মৃতিশক্তি, বুদ্ধিমত্তা আদি গুণৰ উপৰি ৰুদ্ৰ সিংহৰ আন এটা যোগাত্মক দিশ আছিল। সেয়া হ'ল— তেওঁৰ সুন্দৰ শ্ৰীচেহেৰা। এইজনা লনী আৰু শুৱনি পুৰুষক লৈ সেই সময়ৰ এজন অসমীয়া কবিয়ে কবিতা লিখিছিল—"কামিনীজনৰ মন মীন হৰণৰ। বৰিষ সদৃশ যিটো মদন ব্যাধৰ।"

ৰুদ্ৰ সিংহৰ বিষয়ে ড° সূৰ্য কুমাৰ ভূঞাই লিখিছে—"ৰুদ্ৰ সিংহ দেৱতা ৰাজপাটত উঠি ভাৰতৰ চকুত অসমৰ মৰ্যাদা বঢ়াবলৈ আৰু অসমীয়াক ভাৰতৰ আন আন জাতিৰ সমকক্ষ কৰিবলৈ প্ৰাণপণে যত্নবান হ'ল। তেওঁ পোন প্ৰথমে নিৰ্যাতিত বন্দী মহন্তসকলক মোকলাই দিলে। তাৰ পাছত বৈৰাগী আৰু খাউণ্ডৰ খেল সৃষ্টি কৰি ভিন ভিন দেশৰ দৰ-দস্তুৰ, সাজ-পাৰ, শিক্ষা-সঙ্গীত, ৰণনীতি আৰু শাসন পদ্ধতি চাই আহিবলৈ স্বৰ্গদেৱে ভাৰতৰ বিভিন্ন ঠাইলৈ মানুহ পঠিয়ালে। জয়ন্তীয়া আৰু কছাৰী ৰাজ্য বহতীয়া কৰি কৰ-কাটলৰ ব্যৱস্থা কৰাৰ উপৰি ভৱিষ্যতে যুদ্ধ-বিগ্ৰহৰ সময়ত মানুহ-আহিলাৰে সহায় কৰিবলৈ ৰজা দুজনৰ পৰা প্ৰতিশ্ৰুতি ল'লে। ডফ্লা আদি সামৰিক জাতিৰ লগত মিত্ৰতা স্থাপন কৰি অসমৰ মিত্ৰশক্তি বৃদ্ধি কৰিলে।".....

মহাৰাজ প্ৰতাপ সিংহৰ দিনতে হিন্দু ধৰ্ম আহোমৰ বিশেষ ৰাজধৰ্ম হিচাপে গৃহীত হৈছিল। কিন্তু প্ৰতাপ সিংহৰ দিনৰ পৰা গদাধৰ সিংহৰ সময়লৈ আহোম ৰজাসকলে হিন্দু ধৰ্মৰ উন্নতিৰ বাবে বৰ বিশেষ চেষ্টা কৰা নাছিল। এই কাম কৰে ৰুদ্ৰ সিংহ স্বৰ্গদেৱে। স্বৰ্গদেৱে আহোম ৰাজ্যৰ ডাঙৰ ডাঙৰ বিষয়াকো হিন্দু ধৰ্ম গ্ৰহণ কৰিবলৈ উদ্‌গনি দিছিল। মাথো হিন্দু ধৰ্মৰ উন্নতিয়েই নহয়, এইজনা 'অশিক্ষিত' স্বৰ্গদেৱে শিক্ষা বিস্তাৰৰ বাবেও কাম কৰিছিল। গাঁৱে গাঁৱে পঢ়াশালি পাতিছিল, বঙ্গদেশৰ টোলৰ আৰ্হিৰ সেই পঢ়াশালিত ছাত্ৰসকলক থকাৰ ব্যৱস্থাও কৰি দিছিল। অন্যান্য ৰাজ্যৰ পৰা শিক্ষা গ্ৰহণ কৰি আহিবলৈকো ছাত্ৰ পঠিয়াইছিল।

শিক্ষাৰ লগতে ব্যৱসায়-বাণিজ্যৰে আহোম ৰাজ্য সমৃদ্ধিশালী কৰিবলৈকো তেওঁৰ প্ৰচণ্ড ইচ্ছা আছিল। তেওঁ বুজিছিল যে সমাজৰ শৃঙ্খলাবদ্ধতাৰ বাবে যিদৰে শিক্ষা আৰু ৰাজনীতিৰ প্ৰয়োজন, সেইদৰে অৰ্থনীতিৰ উন্নতিৰ বাবেও ব্যৱসায়-বাণিজ্যৰ প্ৰয়োজন। সেইবাবে অন্যান্য ৰাজ্যৰ স'তে বেহা-বেপাৰ সুচল কৰিবলৈ সৰ্বতো প্ৰকাৰে চেষ্টা চলাইছিল। নিজ ৰাজ্যত উৎপাদিত সামগ্ৰী অন্য ৰাজ্যত বিক্ৰী কৰা আৰু অন্য ৰাজ্যৰ সামগ্ৰী নিজৰ ৰাজ্যলৈ অনাৰ বাবে পৰিবহণ ব্যৱস্থাৰ উন্নতি ঘটাইছিল। বঙ্গদেশৰ নবাব, পঞ্জাবৰ ৰজা আৰু মধ্য ভাৰতৰ ৰজাসকলৰ স'তে মিত্ৰতা কৰি সেইবোৰ ৰাজ্যলৈ অসমৰ মেজাঙ্কৰী, হাতীদাঁত, মজাঠি, মুগা কাপোৰ ইত্যাদি পঠিয়াই তাৰ পৰা হীৰা, মণি-মুকুতা আদি নিজ

ৰাজ্যলৈ আনিছিল।

বিভিন্ন সামগ্ৰী উৎপাদনেৰে নিজ ৰাজ্যৰ বুনিয়াদ গঢ়ি তুলিবলৈ ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা সোণাৰি, কঁহাৰ, দৰ্জী, তাঁতি আদি অনাই ৰাজ্যৰ বিভিন্ন ঠাইত সংস্থাপন কৰিছিল। গদাধৰ সিংহই মুছলমানসকলৰ পৰা মাটি জৰীপ কৰা প্ৰণালী শিকি আহি শিৱসাগৰৰ পৰা ৰাজ্যৰ পিয়লৰ কাম আৰম্ভ কৰিছিল। কিন্তু তেওঁৰ অকাল প্ৰয়াণ হোৱাত ৰুদ্ৰ সিংহই ৰাজ্যৰ পিয়ল সম্পূৰ্ণ কৰাইছিল। অতি মৰমিয়াল এইজন ৰজাই জনসাধাৰণৰ সুখ-দুখৰ বিষয়ে গভীৰভাৱে উপলব্ধি কৰিছিল।

মাথো কামেই নহয়, মানৱ জীৱনৰ এটি অঙ্গ যে হাঁহি-তামাচাও এই কথা অনুধাৱন কৰিছিল স্বৰ্গদেৱে। সেইবাবেই মনোৰঞ্জনৰ বাবে হাতী যুঁজ, কুকুৰা যুঁজ, শেন-মেলা আদি এইজনা ৰজাৰ দিনৰ পৰাই প্ৰথম আৰম্ভ হয়। এই খেলবোৰ চাবৰ বাবেই ৰজাই ৰংঘৰ সজাইছিল। কিন্তু নীতি-নিয়মৰ বাবে বা মনোৰঞ্জনৰ বাবে মানুহৰ জীৱন শেষ হৈ যোৱাটো ৰুদ্ৰ সিংহই বিচৰা নাছিল। আহোম ৰজাসকল 'শিঙৰি ঘৰ'ত উঠোতে নৰবলি দিয়াৰ প্ৰথা পুৰণি কালৰে পৰা চলি আহিছিল। ৰাজপাট লোৱাৰ সময়তো মানুহৰ বলি? এই নিষ্ঠুৰতা স্বৰ্গদেৱৰ সহ্য নহ'ল। তেওঁ নৰবলি বন্ধ কৰি তাৰ ঠাইত ম'হ বলিৰ নিয়ম আৰম্ভ কৰিলে। মানৱ প্ৰেমৰ এই উদাহৰণে ৰুদ্ৰ সিংহৰ খ্যাতি আৰু যশ বৃদ্ধি কৰিলে।

সকলো ধৰ্মৰ লোক, জাতি-জনজাতিয়ে মিলি যাতে এখন বৃহৎ আৰু শক্তিশালী অসম গঢ়ি তুলিব পাৰে, সেয়াই আছিল মহাৰাজ ৰুদ্ৰ সিংহৰ প্ৰধান চিন্তা। গঙ্গাৰ পানী হিন্দুসকলৰ বাবে পৱিত্ৰ বুলি গোটেই গঙ্গাখনকে আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিব বিচৰা গোড়া হিন্দু এই স্বৰ্গদেৱজনায়ো মুছলমানসকলক মৰম আৰু সন্মান কৰিছিল। ১৬৮৩ চনত ৰঙ্গামাটিৰ নৱাব মনচুল খাঁৰ আক্ৰমণ স্বৰ্গদেৱ গদাধৰ সিংহই ওফোৰাই পঠিওৱাৰ লগতে অসমলৈ যাতে কোনো মুছলমান আহিব নোৱাৰে, তাৰ বাবে সকলো ধৰণৰ ব্যৱস্থা কৰিছিল। কিন্তু এখন ৰাজ্যৰ সমৃদ্ধিৰ বাবে সকলো ধৰ্মীয় লোকৰেই, সকলো ধৰ্মীয় নীতি-নিয়মৰেই প্ৰয়োজন বুলি গোৱালপাৰাৰ পৰা মুছলমান পৰিয়াল এটা গড়গাঁও নগৰলৈ আনি থিতাপি দিলে। তেতিয়াৰ পৰা আহোম ৰজাৰ বিষয়াসকলৰ খিতাপৰ তালিকাত 'নৱাব' খিতাপো অন্তৰ্ভুক্ত হ'ল। তাৰ পাছৰে পৰা উজনি অসমৰ ঠায়ে ঠায়ে নৱাবৰ পৰিয়াল বৃদ্ধি পাবলৈ ধৰে।

ৰুদ্ৰ সিংহই ভাল আৰু শুৱনি বস্তুৰ সদায় আদৰ কৰিছিল আৰু কু-ৰূপ বস্তুক ঘৃণা কৰিছিল। আনকি নিজৰ পঞ্চম পুত্ৰ লক্ষ্মীসিংহ দেখিবলৈ ক'লা আছিল বাবে প্ৰথমছোৱাত পুত্ৰক চকু পাৰি দেখিব নোৱাৰিছিল। এয়া নিশ্চয় ৰুদ্ৰ সিংহৰ মনোজগতৰ এক খেলি-মেলি।

গদাধৰ সিংহই জীৱনত আপোন মানুহৰ বিশ্বাসঘাতকতাৰ সন্মুখীন হৈছিল

দুবাৰকৈ। সিংহাসনত উঠিয়েই ৰুদ্ৰ সিংহই ৰজদেউতাক জাম্বৰ গোঁহাইক চাৰিওৰ বড়া আৰু ভায়েক লেচাইক নামৰূপীয়া ৰজাৰ বাব দিছিল। কিন্তু জাম্বৰ গোঁহায়ে তুঙখুঙীয়া ফৈদৰ কিছুমান মানুহৰ লগ হৈ স্বৰ্গদেৱৰ বিৰুদ্ধে বিদ্ৰোহ কৰাত স্বৰ্গদেৱে তেওঁৰ আঁঠুৰ ঘিলা কাটিলে। তাৰ কেইবছৰমানৰ পাছত লেচাই গোঁহায়ে দ্ৰোহ আচৰণ কৰিব বিচৰাৰ কথা ৰুদ্ৰ সিংহৰ কাণত পৰাত লেচাইৰ চকু কাঢ়ি লগৰ কেইজনমানক হত্যা কৰি বাকী সহযোগীসকলক ৰাজ্যৰ বাহিৰ কৰি খেদি পঠিয়ালে।

স্বৰ্গদেৱ ৰুদ্ৰ সিংহৰ পাঁচজন পুত্ৰ আৰু এগৰাকী কন্যা আছিল। মোগল সাম্ৰাজ্য আক্ৰমণ কৰিবলৈ ৰণকৌশল তৈয়াৰৰ কামত স্বৰ্গদেউ যেতিয়া উত্তৰ গুৱাহাটীত আছিল, তেতিয়াই দুৰাৰোগ্য ব্যাধিয়ে তেওঁৰ লগ ল'লে। মৃত্যুৰ পূৰ্বে পাঁচজন পুত্ৰক মৃত্যুশয্যাৰ কাষলৈ মাতি আলিঙ্গন কৰি উপদেশ দিলে-—"পোনাইঁত, তোমালোকে সদায় মিলাপ্ৰীতিৰে থাকিবা। তোমালোকৰ মাজত মিল নাথাকিলে ৰাজ্যৰ কোনো কামেই সিদ্ধ নহ'ব। তোমালোকৰ ভিতৰত শত্ৰুভাবৰ সৃষ্টি কৰিবলৈ বহুতেই চেষ্টা কৰিব। তেনে কোনো সংকেত পালে তালৈ কাণ নিদিবা।..... বুঢ়া হোৱা, ডেকা হোৱা তোমালোক আটাইকিজনে জ্যেষ্ঠানুক্ৰমে ৰজা হ'বা।....."

ৰুদ্ৰ সিংহ স্বৰ্গদেৱে ১৬৯৫ চনৰ পৰা ১৭১৪ খ্ৰীষ্টাব্দলৈ ১৯ বছৰ কাল ৰাজত্ব কৰি ইহলীলা সম্বৰণ কৰিলে। তেওঁৰ পাছত তেওঁৰ চাৰিজন পুত্ৰ শিৱ সিংহ, প্ৰমত্ত সিংহ, ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মী সিংহ একাদিক্ৰমে ৰজা হৈ মুঠ ৬৬ বছৰ আহোম ৰাজ্য শাসন কৰিছিল। অৱশ্যে ৰুদ্ৰ সিংহৰ মৃত্যুৰ পাছত শিৱ সিংহই নামমাত্ৰ ৰজা হৈ সকলো দায়-দায়িত্ব দিলে ফুলেশ্বৰী কুঁৱৰীক আৰু তাৰ পাছৰ পৰাই আহোম ৰাজ্যৰ ভঙোন প্ৰক্ৰিয়া আৰম্ভ হ'ল।

ৰুদ্ৰ সিংহৰ মৃত্যুৰ পাছত তেওঁক চৰাইদেওত মৈদাম দিয়া হৈছিল বুলি বহুকেইজন বুৰঞ্জীবিদেই ক'ব বিচাৰে। আনফালে, অসম বুৰঞ্জী তন্ন তন্নকৈ খুচৰি তাৰ লিখিত ৰূপ দিয়া ছাৰ এডোৱাৰ্ড গেইট চাহাবৰ মতে, ৰুদ্ৰ সিংহৰ মৃত্যুৰ পাছত হেনো তেওঁক মণিকৰ্ণেশ্বৰ পাহাৰৰ দাঁতিত হিন্দু মতে সৎকাৰ কৰা হৈছিল। তেওঁৰ চিতা জ্বলোৱা ঠাইত ৰজা প্ৰমত্ত সিংহই পাছত ৰুদ্ৰেশ্বৰ মন্দিৰ সজাইছিল।

যিহেতু অসম বুৰঞ্জীৰ বহু তথ্য-সমল কালৰ সোঁতত লীন গ'ল আৰু ৰজাসকলে বিশেষ গুৰুত্ব সহকাৰে কোনো বুৰঞ্জীবিদকেই ৰাজসাহায্য দি ইতিহাস লিখাৰ বাবে বিশেষভাৱে নিয়োগ নকৰিলে, সেইবাবে আহোম বুৰঞ্জীৰ বিভিন্ন চৰিত্ৰৰ মাজত খেলি-মেলি থাকিবই। হয়তো ভৱিষ্যতেও এই খেলি-মেলি দূৰ নহ'ব।



(২৪)

# 'বৰৰজা' ফুলেশ্বৰী

১৯৯৯ চনৰ প্ৰথম ভাগত পৃথিৱীৰ বিভিন্ন প্ৰতিষ্ঠানে এহেজাৰ বছৰৰ এশগৰাকী শ্ৰেষ্ঠ ব্যক্তি তথা এহেজাৰ বছৰৰ শ্ৰেষ্ঠ এহেজাৰ ব্যক্তিৰ তালিকা প্ৰকাশ কৰিছে। আমেৰিকাৰ পৰা প্ৰকাশিত বিখ্যাত 'টাইম' আলোচনীয়ে এহেজাৰ বছৰৰ প্ৰথমজন শ্ৰেষ্ঠ ব্যক্তিৰ সম্মান দিছে মঙ্গোলীয়ান অধৰী বীৰ চেঙ্গিজ খানক। সেইদৰে সংবাদ প্ৰতিষ্ঠান ব্ৰিটিছ্ ব্ৰডকাষ্টিং কৰ্পোৰেশ্বনে (বি বি চি) সৰ্বশ্ৰেষ্ঠ ব্যক্তিৰ খিতাপ দিছে সৰ্বতোকালৰ সৰ্বশ্ৰেষ্ঠ সাহিত্যিক শ্বেইক্সপীয়েৰক। আকৌ আমেৰিকাৰ দুহাল সাংবাদিক দম্পতী (বাৰবাৰা আৰু ব্ৰেণ্ট বোৱাৰ্ছ্ তথা হুপাৰ গোটালিবছ আৰু হেনৰী গোটালিবছ) এহেজাৰ বছৰৰ ব্যক্তিৰ তালিকাই নহয় সেই সকলৰ সংক্ষিপ্ত জীৱনীসহ এখন গ্ৰন্থও প্ৰণয়ন কৰিছে। '1000 years : 1000 people' নামৰ এই গ্ৰন্থখনত সৰ্বশ্ৰেষ্ঠ ব্যক্তি হিচাপে তেওঁলোকে চিহ্নিত কৰিছে ছপাশালৰ আৱিষ্কাৰক জন গুটেনবাৰ্গক।

এই যে যোৱা এহেজাৰ বছৰৰ শ্ৰেষ্ঠ ব্যক্তিৰ তালিকা, এইবোৰত এনে এজন ব্যক্তিৰ নামো সন্নিৱিষ্ট হৈছে, যিজনৰ নাম শুনিলেই বহুতৰে নাক কোঁচ খাই আহে— তেওঁ হ'ল এডল্‌ফ হিটলাৰ। চূড়ান্ত ইহুদী বিদ্বেষী, স্বেচ্ছাচাৰী আৰু যুদ্ধপ্ৰেমী এই জাৰ্মান চেন্সেলৰগৰাকীৰ নাম শ্ৰেষ্ঠ ব্যক্তিৰ তালিকাত দেখি আমিও সাহস কৰি এশগৰাকী বিশিষ্ট ব্যক্তিৰ তালিকাত ৰাণী ফুলেশ্বৰীৰ নামো অন্তৰ্ভুক্ত কৰিছো। আজিৰ পৰা আঢ়ৈশ বছৰৰ আগতে সংস্কাৰেৰে নিমজ্জিত সমাজত, নাৰীৰ চূড়ান্ত পৰাধীনতাৰ দিনতো যিগৰাকী নাৰী একচ্ছত্ৰী সম্ৰাজ্ঞী হ'ব পাৰিছিল, যিগৰাকী নাৰীয়ে আহোম ৰাজ্যৰ বুৰঞ্জীয়েই সলনি কৰি পেলাইছিল, তদুপৰি আজিও কোনোবা নাৰীয়ে যদি পুৰুষ(?)ৰ দৰে কাম কৰে তেন্তে তেওঁক 'ফুলেশ্বৰী'ৰ আখ্যা দিয়া হয় আমাৰ সমাজত; গতিকে এইগৰাকী নাৰীক আমি নিশ্চয় বিশিষ্ট অসমীয়াৰ তালিকাত অন্তৰ্ভুক্ত কৰিব পাৰো। উল্লেখ্য 'বৰৰজা' খিতাপ মহাৰাণী ফুলেশ্বৰীৰ দিনৰ পৰাই আহোম ৰাজ্যত আৰম্ভ হৈছিল।

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ মৃত্যুৰ পাছত যুৱৰাজ শিৱসিংহ সিংহাসনত উঠিল ১৭১৪ খ্ৰীষ্টাব্দত। এওঁ অতি ধৰ্মভীৰু ৰজা আছিল। ৰজা হোৱাৰ পাছতে শান্তিপুৰৰ কৃষ্ণানন্দ ন্যায়বাগীশ ভট্টাচাৰ্যৰ ওচৰত শিৱসিংহই শৰণ ল'লে। এই প্ৰচণ্ড ধৰ্মভীৰু ৰজাজনে দীক্ষামন্ত্ৰ জপতেই বহু সময় নিয়াইছিল। অহৰহ

ধৰ্মৰ কথাই চিন্তিছিল। ৰজা হোৱাৰ কেইবছৰমানৰ পাছত (অনুমান ১৭২২ খ্ৰীষ্টাব্দত) দৈৱজ্ঞ আৰু জ্যোতিষীসকলে তেওঁৰ 'ছত্ৰভঙ্গ যোগ' পৰিছে বুলি কোৱাত ভয় খাই দেৱী-দেৱালয় আৰু ব্ৰাহ্মণ-মহন্তসকলক প্ৰচুৰ দান-দক্ষিণা দি সেয়া খণ্ডনৰ বাবে ব্যগ্ৰ হৈ পৰে। জীৱন আৰু বিষয়-বাসনাৰ প্ৰতি অতি আসক্ত শিৱসিংহই তাৰ পাছতেই পাটমাদে ফুলেশ্বৰী কুঁৱৰীক সিংহাসনত বহুৱাই বৰৰজা পাতি নিজে মুকলিমূৰীয়া হৈ থাকিল। 'বৰৰজা' হৈয়েই ফুলেশ্বৰীয়ে নাম ল'লে প্ৰমথেশ্বৰী (দেৱী দুৰ্গাৰ আন এটি নাম)।

পদ্মনাথ গোহাঞি বৰুৱাই 'অসমৰ বুৰঞ্জী'ত লিপিবদ্ধ কৰা মতে, স্বৰ্গদেৱ শিৱসিংহৰ প্ৰথমা কুঁৱৰী আছিল অম্বিকা দেৱীহে। ফুলমতী বা ফুলেশ্বৰী অভিজাত বংশৰ জীয়ৰী নাছিল, তেওঁ আছিল চিনাতলীয়া নটৰ কন্যাহে। ফুলমতীয়ে সুন্দৰকৈ নাচিব জানিছিল। শাক্তধৰ্মৰ প্ৰতি তেওঁৰ আছিল প্ৰচণ্ড অনুৰাগ। সেইবাবেই তেওঁ দেৱতাৰ আগত প্ৰায়েই নাচিছিল। এবাৰ জয়দৌলত ফুলমতীয়ে নৃত্য কৰি থকাৰ সময়তে শিৱসিংহই দেখা পাই তেওঁৰ সৌন্দৰ্যৰ প্ৰতি স্বৰ্গদেৱ আকৃষ্ট হ'ল আৰু ফুলমতীক বিয়া কৰাবলৈকে বিচাৰিলে। কিন্তু অম্বিকা দেৱীৰ কাৰণে বিয়া কৰাব নোৱাৰি জয়খামডাং খাটৰ বিশেষ বিশ্বস্ত মানুহ এঘৰত ফুলেশ্বৰীক থোৱালে। স্বৰ্গদেৱে কেতিয়াবা সেইফালে অহা-যোৱা কৰোতে ফুলেশ্বৰীক চাবলৈ, অলপ সান্নিধ্য ল'বলৈ নাপাহৰিছিল। সেই সময়তে মহাৰাণী অম্বিকা দেৱী টান অসুখত পৰে। মৃত্যুক্ষণ উপস্থিত হোৱাৰ আগেয়েই অম্বিকাই শিৱসিংহক ক'লে—"বঙহৰ দেও, ফুলেশ্বৰীক বিয়া কৰাবৰ আপোনাৰ একান্ত মন যেতিয়া মোৰ মৃত্যুৰ পাছত আপুনি তেওঁকেই বিয়া কৰাব। নহ'লে জানোচা আপোনাৰ মনত খেদ থাকি যায়।"

অম্বিকাৰ মৃত্যুৰ পাছত শিৱসিংহই ফুলেশ্বৰীক বিয়া কৰায়। অম্বিকাৰ কাহিনী সত্য হওক নহওক এই কথা ঠিক যে ফুলেশ্বৰী প্ৰথমতে নাচনী আছিল। ৰাজকাৰ্যৰ আও-ভাও বুজি নাপাইছিল কিন্তু এইক্ষেত্ৰত আগ্ৰহ আছিল অসীম। এই আগ্ৰহৰ বলতেই তেওঁ ক্ৰমশঃ আহোম ৰাজ্যৰ একছত্ৰী সম্ৰাজ্ঞী হৈছিলগৈ। ৰাজক্ষমতা পায়েই ফুলেশ্বৰীয়ে ভায়েকক বৰপাত্ৰ, খুৰাকক তিপমীয়া ফুকন আৰু ভতিজাকক ঢেকীয়াল বৰুৱা পাতিলে। আহোমৰ 'একছত্ৰী' ক্ষমতাৰ প্ৰতীক ৰাজকীয় ছত্ৰটোও বৰৰজা ফুলেশ্বৰীক দিয়া হ'ল। তাৰ পাছতেই আহোম ৰাজ্যত আন এক নোহোৱা-নোপোজা ঘটনা ঘটিল। ইমানদিনে মাথো ৰজাৰ নামত মোহৰ মৰা হৈছিল। কিন্তু আহোম ৰাজ্যৰ মোহৰত প্ৰথমবাৰৰ বাবে ৰাণীৰ নাম খোদিত কৰা হ'ল। ১৭২৪ চনৰ পৰা ১৭৩১ চনলৈ আহোম ৰাজ্যত যিবোৰ মোহৰ (মুদ্ৰা) তৈয়াৰ কৰা হৈছিল, প্ৰায় সকলোবোৰতে ৰজাৰ স'তে ৰাণীৰ নামো আছিল।

লাহে লাহে ফুলেশ্বৰী 'বৰৰজা'ই আহোম ৰাজ্যৰ সকলো ক্ষমতা হস্তগত কৰিলে। স্বামী শিৱসিংহতকৈয়ো তেওঁ অধিক ধৰ্মান্ধ আছিল। পূজাত বলি-বিধান প্ৰচলনৰ প্ৰতি তেওঁ বেছিকৈ জোৰ দিছিল। শাক্ত গোসাঁইক পূজা-অৰ্চনা কৰা ফুলেশ্বৰীয়ে জানিব পাৰিছিল যে বৈষ্ণৱ ধৰ্মাৱলম্বী শূদ্ৰ আৰু মোৱামৰীয়া মহন্তসকলে গোসাঁনী নামানে, দুৰ্গা পূজা নকৰে। সেই কথাত ফুলেশ্বৰী কুঁৱৰী অতিকৈ অসন্তুষ্ট হ'ল। তেওঁৰ বিশ্বাস আছিল ৰজাই যি ধৰ্ম গ্ৰহণ কৰে, প্ৰজায়ো সেই ধৰ্মই গ্ৰহণ কৰা উচিত। সেইবাবেই তেওঁ দুৰ্গা পূজা ডাঙৰকৈ পাতিলে আৰু শূদ্ৰ-মহন্তসকলক তালৈ নিমন্ত্ৰণ জনালে। ৰাজ আজ্ঞা শিৰত লৈ সকলো মহন্ত দুৰ্গা পূজালৈ আহিল। তাতে ফুলেশ্বৰী কুঁৱৰীয়ে দুৰ্গা গোসাঁনী নমনা বৈষ্ণৱসকলৰ কপালত বলি কটা ম'হ-ছাগলীৰ তেজৰ ফোঁট দিয়ালে জোৰ-জবৰদস্তিকৈ। মাথো সেয়াই নহয়, গোসাঁনীক পূজা কৰিবলৈ দি নগুৰ-নাগতিও কৰিলে। এই কথা মহন্তসকলৰ বাবে অসহনীয় আছিল। সেইবাবে ফুলেশ্বৰীৰ বিৰুদ্ধে কেনেকৈ প্ৰতিশোধ ল'ব পাৰি, সেই বিষয়ে মহন্তসকলে গোপনে আলোচনা কৰিবলৈ ধৰিলে।

বহুতেই ভাবে যে 'বৰৰজা' ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা অপমানেই মোৱামৰীয়া বিদ্ৰোহৰ প্ৰধান কাৰণ আছিল। এই ঘটনা মোৱামৰীয়া বিদ্ৰোহৰ এটা কাৰণ হ'ব পাৰে, কিন্তু প্ৰধান কাৰণ নাছিল। মোৱামৰীয়া আৰু অ-মোৱামৰীয়াসকলৰ মাজত মনোমালিন্যৰ ভাব বহুদিনৰ আগৰে পৰাই আৰম্ভ হৈছিল। এই মনোমালিন্যৰ চূড়ান্ত পৰিণতি হিচাপে স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনত সশস্ত্ৰ প্ৰজা বিদ্ৰোহ হৈছিল বহুকালব্যাপী। ফলত আহোম ৰাজ্য বহু দুৰ্বল হৈ পৰিছিল। আহোম ৰাজৰ যৱনিকা পতনৰ ক্ষেত্ৰত এই বিদ্ৰোহো অন্যতম কাৰণ আছিল।

শঙ্কৰদেৱৰ মৃত্যুৰ পাছত মাধৱদেৱ আৰু তেওঁৰ পাছৰ গোপালদেৱ বৈষ্ণৱসকলৰ ধৰ্মাচাৰ্য পদত অধিষ্ঠিত হৈছিল। গোপালদেৱৰ পৰা ধাতু-তাম্ৰাক্ষৰী বা কল্পতৰু পুথি লাভ কৰি, তাৰ সহায়েৰে আহোম ৰজাক মায়া দেখুৱাই সকলোকে চমক খুৱাইছিল তেওঁৰে এজন শিষ্য অনিৰুদ্ধদেৱে। ইয়াৰ পূৰ্বে অন্যান্য কোনো সত্ৰতে মায়াৰ প্ৰচলন নাছিল। এই মায়াৰ পৰাই মায়ামৰীয়া বা মোৱামৰীয়া বৈষ্ণৱ সম্প্ৰদায় আৰম্ভ হয়। গোপালদেৱৰ শিষ্য অনিৰুদ্ধ দেৱেই মায়ামৰীয়া সত্ৰৰ আদি সত্ৰাধিকাৰ। তেওঁৰ শিষ্যসকলৰ ভিতৰত মৰাণ আৰু কছাৰীৰ সংখ্যা আছিল সৰহ।

মোৱামৰীয়াৰ শিষ্য আৰু সম্পদ আন সত্ৰতকৈ অধিক আছিল। তদুপৰি অনিৰুদ্ধ দেৱে যোগৰ বলত নানা দৈৱিক কাৰ্য সম্পন্ন কৰাত বানপানীৰ দৰে বাঢ়িবলৈ লৈছিল তেওঁৰ শিষ্যৰ সংখ্যা। এই কথাত ৰজাঘৰো

মোৱামৰীয়াসকলৰ প্ৰতি ঈৰ্ষাত দগ্ধ হৈছিল। সেইবাবে চুখাম্‌ফা খোৰা ৰজাৰ দিনৰে পৰা মোৱামৰীয়াসকলৰ প্ৰতি অ-মোৱামৰীয়া সম্প্ৰদায় আৰু ৰজাঘৰৰ বিদ্বেষ বাঢ়ি আহিছিল।

গদাধৰ সিংহই ঘৰ-বাৰী এৰি পলাই ফুৰোতে বৈষ্ণৱ মহন্তসকলৰ ঐশ্বৰ্য-বিভূতি দেখি স্তম্ভিত হৈছিল। ৰজা হোৱাৰ পাছত তেওঁ বহু মহন্তৰে সা-সম্পত্তি লুটি আনিলে, কাৰোবাক নি হত্যা কৰিলে আৰু ল'ৰাৰজাৰ চাওদাঙে ৰাজকোঁৱৰসকলক কৰাৰ দৰে আঁঠুৰ ঘিলা ভাঙিলে আৰু চকু কাঢ়িলে। এই ঘটনাৰ বাবেও অ-মোৱামৰীয়া আৰু আহোম ৰজাৰ বিৰুদ্ধে প্ৰতিশোধ পৰায়ণ হৈ পৰিছিল মহন্তসকল। ৰুদ্ৰসিংহৰ দিনতো মোৱামৰীয়াসকলৰ ওপৰত চকু ৰাখিবলৈ চোৰাংচোৱা নিয়োগ কৰা হৈছিল। তাৰ পাছত স্বৰ্গদেউ শিৱসিংহই ৰাণীক যি ইচ্ছা তাকেই কৰিবলৈ এৰি দিলে। ৰজাৰ ছত্ৰ ধাৰণ কৰি হাতীত উঠি দম্ভ দেখুৱাই ফুৰা আৰু চূড়ান্ত শাক্ত ধৰ্মত আসক্তি থকা ফুলেশ্বৰীয়ে শুনিলে যে মোৱামৰীয়াকে আদি কৰি বৈষ্ণৱপন্থী মহন্তসকলে শক্তি পূজাৰ গোসাঁনীক নামানে। তেওঁলোকে গোসাঁনীৰ আগত বলি কটা শুনিলে বা দেখিলে চকুৰে-কাণে হাত দি 'শ্ৰীকৃষ্ণ'ক স্মৰণ কৰি আঁতৰি যায়। এয়া দেখি ফুলেশ্বৰী গৰ্জি উঠিল—"ৰজাৰ যি ধৰ্ম, প্ৰজাই তাক সন্মান কৰিব লাগে। ৰজা যদি শাক্ত হয়, তেন্তে প্ৰজা বৈষ্ণৱ হ'ব কিয়?" তাৰ পাছত ফুলেশ্বৰীয়ে যেতিয়া মহন্তসকলক বলি কটা তেজ কপালত সানি জোৰকৈ গোসাঁনীৰ প্ৰসাদ খুৱালে, তেতিয়া মোৱামৰীয়াসকলৰ আহোম ৰজাৰ প্ৰতি সুপ্ত (!) প্ৰতিশোধ স্পৃহা জাগি উঠিল।

মাথো সেয়াই নহয়, সেই সময়ৰ মোৱামৰীয়া সত্ৰৰ প্ৰধান চতুৰ্ভুজদেৱক বেয়াকৈ লাঞ্ছনা দিলে ফুলেশ্বৰীয়ে। ঘটনাটো এনে ধৰণৰ— ১৭৩১ খ্ৰীষ্টাব্দত ফুলেশ্বৰী গৰ্ভৱতী হ'ল। তেওঁৰ তীব্ৰ ইচ্ছা হ'ল পেটৰ সন্তানৰ বিষয়ে জনাৰ। তেওঁ বৈষ্ণৱ মহন্তসকলক আনি সুধিলে—"মোৰ পেটত কি সন্তান হৈছে ক'ব লাগে।" মহন্তসকলৰ ভিতৰত কোনোবাই ক'লে ল'ৰা, কোনোবাই ক'লে ছোৱালী। কিন্তু মোৱামৰা সত্ৰাধিকাৰ চতুৰ্ভুজদেৱে উত্তৰ দিলে যে কুঁৱৰীৰ গৰ্ভত লোপথোপ কোমোৰা এটিৰ উদ্ভৱ হৈছে আৰু সেই প্ৰসৱৰ যন্ত্ৰণাতে কুঁৱৰীৰ মৃত্যু হ'ব। এই কথাত জ্বলি-পকি উঠি ফুলেশ্বৰীয়ে চাওদাঙক নিৰ্দেশ দিলে যে চতুৰ্ভুজদেৱক হত্যা কৰিব লাগে। অৱশ্যে ৰজাঘৰৰ গুৰু কৃষ্ণৰাম ভট্টাচাৰ্যৰ হস্তক্ষেপত চতুৰ্ভুজদেৱ ৰক্ষা পৰিল।

যথা সময়ত কুঁৱৰীৰ গৰ্ভৰ পৰা যি সন্তানৰ জন্ম হ'ল, সেয়া আছিল সঁচাই কোমোৰা সদৃশ, কিম্ভূত-কিমাকাৰ—

*নাহি হাত নাহি ভৰি নাহি চক্ষু।*
*মুখ-গাবি গোট জন্ম ধূমকেতুৰ সদৃশ।।*

*দশ-আঠ দিন মানে যাতনা ভুঞ্জায়।*
*সেইমতে বৰৰজা যমপুৰে যায়।। (পদ্য বুৰঞ্জী)*

এই সন্তান প্ৰসৱৰ সময়ত অসহ্য যন্ত্ৰণা ভুঞ্জিয়েই বৰৰজা ফুলেশ্বৰীৰ মৃত্যু হ'ল ১৭৩১ খ্ৰীষ্টাব্দত। ড° সূৰ্যকুমাৰ ভূঞাই লিখিছে—"বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে দেশৰ এদল ধৰ্মপ্ৰাণ সম্প্ৰদায়ৰ মনত কুঠাৰ মাৰি মহা অনিষ্ট সাধিলে। তিৰোতাই বৰ্তমানক ধিয়াই সাধাৰণতে ভৱিষ্যতৰ কথা ভাবিব নোৱাৰে। মনৰ বেগত মহন্তক দিয়া এই অপমানৰ পৰা আঢ়ৈ কুৰি, তিনি কুৰি বছৰ ধৰি দেশত অশান্তি বিপ্লৱ হ'বলৈ ধৰিলে। অসমৰ স্বৰ্গদেৱ লক্ষ্মীসিংহক সিংহাসনৰ পৰা খেদিলে। বহু পৰাক্ৰমী সেনাপতি আৰু ৰাজবিষয়াই এই মোৱামৰীয়াসকলৰ হাতত প্ৰাণত্যাগ কৰে। দেশ লণ্ড-ভণ্ড হ'ল। ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা লাঞ্ছনাৰ পৰা জন্ম পোৱা এই মোৱামৰীয়া বিদ্ৰোহৰূপী ৰাক্ষসে অসমৰ ৰাজশক্তি একেবাৰে গ্ৰাস কৰিলে।"

ফুলেশ্বৰী বা শিৱসিংহৰ দিনতে আহোমসকলৰ বল-বীৰ্য কেনেকৈ হ্ৰাস পাবলৈ ধৰিলে, সেই সময়ৰ বিষয়ে অসম বুৰঞ্জীৰ প্ৰণেতা ছাৰ এডোৱাৰ্ড গেইট চাহাবে লিখিছে—"শিৱসিংহৰ দিনত হিন্দু ধৰ্মৰ যথেষ্ট উত্থান হৈছিল। বহুলোকে হিন্দু পুৰোহিতৰ ওচৰত শৰণ লৈ মদ-মাংস খাবলৈ এৰিছিল। কিন্তু তাৰ ফলাফল বিষময় হৈছিল। কাৰণ হিন্দুৰ শৰণ লৈ আহোমে জাতি হিচাপে নিজৰ গৌৰৱ আৰু যুঁজ দিয়াৰ ক্ষমতা হেৰুৱাইছিল। আগৰ দৰে স্বাস্থ্যকৰ আহাৰ নোখোৱাৰ ফলত স্বাস্থ্যৰ হানি ঘটিছিল। আজিৰ আহোমক দেখি কোনে ক'ব যে এইসকলৰ পূৰ্বপুৰুষে এদিন প্ৰবল পৰাক্ৰমী মোগল সৈন্যকো পৰাজিত কৰিছিল?....."

ফুলেশ্বৰী কুঁৱৰীৰ দিনত ভালেমান পঢ়াশালি, দৌল নিৰ্মাণ আৰু পুখুৰী খন্দোৱা হৈছিল। কিন্তু এই সকলোবোৰ কামেই গৌণ হৈছিল তেওঁৰ স্বেচ্ছাচাৰী আৰু অতি ধৰ্মান্ধ চৰিত্ৰৰ বাবে। ফুলেশ্বৰীৰ পাছত তেওঁৰে মোমায়েকৰ ছোৱালী তথা সলাল গোহাঞিৰ পত্নী (দুটা সন্তানৰ মাতৃ) দ্ৰৌপদীক আনি মাদম্বিকা দেৱী নাম দি শিৱসিংহই বৰকুঁৱৰী পাতিছিল। এইগৰাকী কুঁৱৰীয়েই শিৱসাগৰ পুখুৰী খন্দাই তাৰ পাৰত শিৱদৌল নিৰ্মাণ কৰালে।.....

যিয়েই নহওক, নিজৰ প্ৰচণ্ড স্বেচ্ছাচাৰিতাৰে ফুলেশ্বৰী ৰাণীয়ে আহোম বুৰঞ্জীত নিজৰ নাম খোদিত কৰিলে. সেয়া গৰ্হিত হ'লেও নিশ্চয় (দুঃ) সাহসিকতাৰে পৰিচায়ক। আজিৰ পৰা আঢ়ৈশ বছৰৰ আগতে এইগৰাকী মহিলাৰ পৰা আজিৰ মহিলায়ো শিক্ষা ল'ব পাৰে। কিন্তু এই শিক্ষাৰ প্ৰয়োগ যেন নৈতিক, গঠনমূলক কামতহে হয় আৰু মানৱ প্ৰগতিৰ অনুকূলে যায়!...



(২৫)

# কীৰ্তিচন্দ্ৰ বৰবৰুৱা

ইতিহাস কলুষিত কৰাই নহয়, ইতিহাস'কে ধ্বংস কৰিব বিচাৰিছিল তেওঁ। কিন্তু ইতিহাস কোনো মানুহে কেতিয়াও ধ্বংস কৰিব নোৱাৰে। ইতিহাসক ভুল পথে চালিত কৰিব নোৱাৰে কোনেও। ইতিহাস শুদ্ধ ৰূপত ভৱিষ্যৎ পুৰুষৰ ওচৰত যিকোনো প্ৰকাৰে আৱিৰ্ভাব হ'বই। আহোম ৰাজ্যৰ শক্তিশালী ৰাজবিষয়া কীৰ্তিচন্দ্ৰ বৰবৰুৱায়ো ইতিহাস জ্বলাই নিজকে নিষ্কলুষ ব্যক্তি সজাই সময় বালিত আদৰ্শৱান ব্যক্তি হিচাপে খোজ থ'ব বিচাৰিছিল। কিন্তু তেওঁ ইতিহাসক কলুষিত কৰিব নোৱাৰিলে, নিজেই ধূমকেতুৰ দৰে কলুষিত ব্যক্তিৰ ৰূপ লৈ ইতিহাসৰ জুইত আত্মজাহ দিলে।

কীৰ্তিচন্দ্ৰ বৰবৰুৱা বকতিয়ালৰ ৰূপচন্দ্ৰ বৰবৰুৱাৰ পুত্ৰ। এওঁলোকৰ পূৰ্বপুৰুষ আহোম ৰাজত্বৰ প্ৰতিষ্ঠাতা চাওলুং চুকাফাৰ লগত মাইলুং দেশৰ পৰা আহিছিল। তেওঁৰ সন্তান-সন্ততিক চুকাফাৰ পাছত চুবিনফা স্বৰ্গদেৱে ছয়জৰী জলম বঁটা কৰি দিলে আৰু কাপোৰ সিঁয়া কামত লগালে। আহোম মতে দৰ্জীক 'গৰীয়া' বুলি কোৱা হৈছিল। সেইবাবে তেওঁলোকে 'গৰীয়া' আখ্যা পোৱাৰ লগতে বকতাত বাস কৰাৰ বাবে 'বকতিয়াল' উপাধিৰেও পৰিচিত হ'ল।

আহোম ৰজাৰ দিনত প্ৰজাক দুটা শ্ৰেণীত বিভক্ত কৰা হৈছিল। কাঁড়ী-পাইক আৰু চমুৱা। কাঁড়ী পাইকে ৰাজ্যৰ সৰু খাপৰ কাম কৰাৰ লগতে প্ৰয়োজন হ'লে যুদ্ধলৈও যাবলগীয়া হৈছিল আৰু চমুৱাৰ বিষয়বাব আছিল উচ্চখাপৰ। অৱশ্যে ব্যক্তিৰ গুণ থাকিলে তেওঁক কাঁড়ী পাইকৰ পৰা চমুৱাৰ মৰ্যাদাও দিয়া হৈছিল (সেয়া এক দীৰ্ঘম্যাদী প্ৰক্ৰিয়া)। ৰূপচন্দ্ৰ প্ৰথমে কাঁড়ী পাইক হ'লেও চমুৱা শ্ৰেণীলৈ উঠি শেষত বৰবৰুৱাৰ বিষয়বাব লাভ কৰিছিল। কিন্তু তেওঁলোক যে গৰীয়া আৰু পাবত গজা আহোম, এই কথা লৈ সৰ্বত্ৰ বুবু-বাবাও চলিছিল। ৰূপচন্দ্ৰ সৰুৰ পৰা ডাঙৰ হোৱা মানুহ। তেওঁ প্ৰথমতে মুছলমান মানুহ এঘৰতহে লগুৱা আছিল। পাছত স্বৰ্গদেউ গদাধৰ সিংহই তেওঁক মুছলমানৰ ঘৰৰ পৰা বকতালৈ নিয়ে আৰু ৰূপচন্দ্ৰই বকতাতে স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেউ এদিন বকতালৈ শেন মেলিবলৈ গৈছিল। সেই সময়তে ৰূপচন্দ্ৰৰ প্ৰতিভা আৰু চকুত লগা ব্যক্তিত্ব দেখি তেওঁক ৰাজহাউলিলৈ লৈ

আহে। লাহে লাহে নিজৰ গুণত ৰূপচন্দ্ৰ স্বৰ্গদেৱৰ প্ৰিয়পাত্ৰ হৈ উঠে আৰু এসময়ত বৰবৰুৱাৰ দৰে উচ্চ পদত মকৰল পায়। স্বৰ্গদেৱ শিৱসিংহৰ সময়লৈ ৰূপচন্দ্ৰই বৰবৰুৱাৰ বিষয়বাব ভোগ কৰে। লাহে লাহে প্ৰজাৰ এই প্ৰিয় বিষয়াগৰাকী বৃদ্ধ হৈ আহে আৰু বৰবৰুৱাৰ পদত থাকিয়েই তেওঁৰ মৃত্যু হয়। স্বৰ্গদেৱ শিৱসিংহই ৰূপচন্দ্ৰক অত্যন্ত ভাল পাইছিল। সেইবাবে ৰূপচন্দ্ৰৰ প্ৰতি কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁৰ পুত্ৰ গেন্ধেলাক বৰবৰুৱা পাতে। গেন্ধেলাই 'বৰবৰুৱা' পদ পোৱাৰ দুবছৰৰ পাছতেই স্বৰ্গদেৱ শিৱসিংহৰ মৃত্যু হয়।

এই গেন্ধেলাৰ জন্ম হৈছিল ১৬৯৯ খ্ৰীষ্টাব্দত। তেওঁ সৰুৰে পৰা আছিল অতি বুদ্ধিমান। পিতৃ ৰূপচন্দ্ৰৰ লগত থাকি কম বয়সতে ৰাজকাৰ্যৰ লগতে বিভিন্ন বিষয়ত তেওঁ পাৰ্গত হৈ উঠিছিল। পিতৃৰ মৃত্যুৰ পাছত ১৭৪২ খ্ৰীষ্টাব্দত অৰ্থাৎ ৪৩ বছৰ বয়সত তেওঁ বৰবৰুৱা পদ লাভ কৰিছিল। কিন্তু তাৰ আগৰে পৰা তেওঁৰ এই 'বৰবৰুৱা' পদটোলৈ যথেষ্ট লোভ আছিল। বৃদ্ধ দেউতাকক তেওঁ বৰবৰুৱা পদ ত্যাগ কৰিবলৈও পৰামৰ্শ দিছিল। কিন্তু ৰূপচন্দ্ৰই মৃত্যু পৰ্যন্ত এই পদত থকা দেখি অসন্তব খং উঠিছিল তেওঁৰ। সেইবাবে পিতৃৰ মৃত্যুৰ পাছত তেওঁ শ্ৰাদ্ধলৈ নিজে নগৈ পুতেকহঁতক পঠিয়াইছিল। এই কথাটোৰ পৰাই অনুমান কৰিব পাৰি যে ক্ষমতাৰ প্ৰতি গেন্ধেলাৰ সৰুৰে পৰাই তীব্ৰ লালসা আছিল। এই গেন্ধেলাই কীৰ্তিচন্দ্ৰ নাম লৈ ক্ৰমশঃ এজন প্ৰতিপত্তিশালী ৰাজবিষয়া হৈ উঠিছিল।

১৭৪৪ চনত শিৱসিংহ স্বৰ্গী হয়, তাৰ পাছত তেওঁৰ ভাতৃ প্ৰমত্ত সিংহ ৰজা হয়। এওঁৰ কাৰ্যকালত কীৰ্তিচন্দ্ৰই বৰ বেছি ক্ষমতাশালী হোৱাৰ সুযোগ নাপালে। মাথো সাত বছৰ ৰাজত্ব কৰি প্ৰমত্ত সিংহ স্বৰ্গী হোৱাত তেওঁৰ ভাতৃ ৰাজেশ্বৰ সিংহ (চুৰেমফা) ৰাজপাটত উঠে। ইতিমধ্যে মহাৰাণী ফুলেশ্বৰীৰ অপমান পাই মোৱামৰীয়াসকল আহোম ৰজাৰ বিৰুদ্ধে গৰজি উঠিছিল। নিয়ম মতে প্ৰমত্ত সিংহৰ পাছত তেওঁৰ ভাতৃ মোহনমালা কোঁৱৰহে ৰজা হ'ব লাগিছিল। কিন্তু কীৰ্তিচন্দ্ৰৰ সহিতে ৰাজবিষয়াসকলে মোহনমালাক ৰাজসিংহাসন নিদি তেওঁতকৈ সৰু ৰাজেশ্বৰ সিংহকহে ৰজা পাতিলে (কোৱা হয় সৰুতে বসন্ত ৰোগত আক্ৰান্ত হৈ মোহনমালা ঘুণীয়া হোৱাৰ বাবেই তেওঁ সিংহাসন নাপালে)। ফলত মোহনমালা ক্ৰুদ্ধ হৈ মোৱামৰীয়াসকলৰ বিদ্ৰোহী দলত যোগ দিলে।

অতি পুৰণি কালৰে পৰা পৰম্পৰা অনুসৰি ৰাজবিষয়াৰ বাব ভোগ কৰি অহা বিষয়াসকলে সামান্য কাঁড়ী পাইক ৰূপচন্দ্ৰ, তাৰ পাছত কীৰ্তিচন্দ্ৰই বৰবৰুৱাৰ পদ পোৱাত অসন্তোষ পাইছিল। সেই পৰ্যন্ত বৰবৰুৱাৰ পদ লাহন, দুৱৰা, সন্দিকৈ আৰু দিহিঙিয়া— এই চাৰি ফৈদৰ মাজতে আবদ্ধ আছিল।

অৱশ্যে ৰূপচন্দ্ৰৰ অহঙ্কাৰ আৰু ক্ষমতাৰ থক বেছি নাছিল। কিন্তু কীৰ্তিচন্দ্ৰৰ ক্ষমতাৰ প্ৰতি লালসা দেখি আন আন বিষয়াসকল তেওঁৰ বিৰুদ্ধে ক্ৰুদ্ধ হৈ উঠিছিল। কীৰ্তিচন্দ্ৰৰ মইমতালি বাঢ়ি গৈছিল। তেওঁ আন আন ৰাজবিষয়াক অপমানো কৰিবলৈ লৈছিল। আনকি ৰজা ৰাজেশ্বৰ সিংহয়ো কীৰ্তিচন্দ্ৰক পেটে পেটে বেয়া পাইছিল। কিন্তু কীৰ্তিচন্দ্ৰৰ দুৰ্দমনীয় সাহস দেখি ৰজাই কীৰ্তিচন্দ্ৰৰ বিৰুদ্ধে যাবলৈ সাহ কৰা নাছিল।

কীৰ্তিচন্দ্ৰ এগৰাকী সুদক্ষ ৰাজকৰ্মচাৰী হোৱাৰ লগতে তেওঁৰ এই গুণো আছিল যে তেওঁৰ বিৰুদ্ধে যোৱাসকলক নানা যুক্তি-বুদ্ধিৰে নিজৰ মতলৈয়ো ঘূৰাই আনিব পাৰিছিল। ৰাজনীতি, অৰ্থনীতি আৰু যুদ্ধনীতিৰ বিষয়ে তেওঁৰ গভীৰ জ্ঞান আছিল। ক'ত কেনে কাম কৰা উচিত, কোন কামৰ পৰিণতি কি, সেই কথাৰ তেওঁ আগতেই হিচাপ-নিকাচ কৰিছিল। অতি স্বাৰ্থপৰ আৰু অহংকাৰী চৰিত্ৰৰ বিপৰীতে সূক্ষ্ম বুদ্ধি আৰু সাহসী গুণো তেওঁৰ সহচৰ আছিল। ৰাজেশ্বৰ সিংহৰ দিনত ডফলাৰ উপদ্ৰৱ, মিকিৰৰ আক্ৰমণ হোৱাৰ লগতে ব্ৰহ্মদেশৰ ৰজাৰ সেনাপতি মানতৰাই ১৭৫৮ চনত মণিপুৰ হস্তগত কৰিলে। মণিপুৰৰ ৰজা জয়সিংহই কছাৰী ৰজাৰ তাত আশ্ৰয় লৈ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ ওচৰত সহায় ভিক্ষা কৰিলে।... শেষত ১৭৬৮ চনত কীৰ্তিচন্দ্ৰ বৰবৰুৱাক বৰসেনাপতি পাতি মণিপুৰ ৰাজ্য উদ্ধাৰৰ বাবে ৰাজেশ্বৰ সিংহই সৈন্যবাহিনী পঠিয়ালে। ব্ৰহ্মদেশৰ সেনাপতি মানতৰাই আহোমৰ বিশাল সৈন্যবাহিনী আহিছে বুলি উৰা বাতৰি পাই মণিপুৰ এৰি গুচি গ'ল। যুদ্ধ নকৰাকৈ সেনাপতি কীৰ্তিচন্দ্ৰই যুদ্ধ জয়ৰ গৰ্বেৰে গৰ্বিত হ'ল। ইয়াকে বুৰঞ্জীত 'লতাকটা ৰণ' হিচাপে চিহ্নিত কৰা হ'ল। ইয়াৰ পাছতে কীৰ্তিচন্দ্ৰৰ ক্ষমতা, মইমতালি আৰু বাঢ়িল। সেই সময়তে ৰাজেশ্বৰ সিংহও স্বৰ্গী হ'ল। তাৰ পাছত দেখিবলৈ আপচু ক'লা, 'এলাগী কোঁৱৰ' হিচাপে খ্যাত চুন্যেওফাক লক্ষ্মীসিংহ নাম দি (এওঁক ৰুদ্ৰসিংহৰ ঔৰসৰ পুত্ৰ নহয় বুলি তেতিয়া বহুতে কোৱা-কুই কৰিছিল) কীৰ্তিচন্দ্ৰই ৰাজপাটত বহুৱালে। লক্ষ্মীসিংহক নিজৰ বিক্ৰম দেখুৱাই ৰজা পতাৰ পাছত কীৰ্তিচন্দ্ৰৰ গৰ্ব-অহঙ্কাৰ দিনক দিনে বৃদ্ধি পাই গৈ থাকিল।

এতিয়া আহো কীৰ্তিচন্দ্ৰৰ বুৰঞ্জী দাহৰ সেই কলংকিত অধ্যায়টোলৈ। অসমলৈ অহাৰ ৬৬০ বছৰ পূৰ্বৰে পৰা আহোম অৰ্থাৎ টাই জাতিয়ে বুৰঞ্জীবিদ্যা অনুশীলন কৰিছিল। সেইবাবেই আহোম বংশৰ সকলো কথাই সূক্ষ্মভাৱে বুৰঞ্জীত পোৱা যায়। খ্ৰীষ্টিয় ত্ৰয়োদশ শতিকাত পাটকাই পৰ্বত পাৰ হৈ অসম সোমাওতেও চুকাফাই বুৰঞ্জীৰ টোপোলা আৰু বুৰঞ্জী ৰচিব পৰা মানুহ লগত আনিছিল। তেওঁ কৈছিল—"যেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকলো কথা পণ্ডিতে লিখি যাব লাগে।" চুকাফাৰ লগতে তেওঁৰ বংশধৰ ৰজাসকলে

বুৰঞ্জী চৰ্চাত গুৰুত্ব দিছিল আৰু ৰজা সহিতে ৰাজবিষয়া বা অন্যান্যসকলৰ ঘৰতো 'বুৰঞ্জী' ঠাহ খাই আছিল।

ক্যা: ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ দিনত লাইথেপেনা বৰগোহাঁইৰ নাতি নুমলী বৰগোহাঁয়ে নিজেই (পণ্ডিতসকলৰ সহায়ত।) 'চকৰি-ফেঁটী' নামৰ বুৰঞ্জী লিখি উলিয়াইছিল। এই বুৰঞ্জীখন লিখা হৈছিল কোনো লুক-ঢাক নৰখাকৈ। আনকি কুৰুচিপূৰ্ণ অশ্লীল কথায়ো এই বুৰঞ্জীত নিঃসংকোচে ঠাই পাইছিল। 'চকৰি-ফেঁটী'ত লিখা হৈছিল যে বকতিয়াল কীৰ্তিচন্দ্ৰ গেন্ধেলা বৰবৰুৱা জলমবঁটা দৰ্জী বা গৰীয়াৰ ঘৰৰ। এই লৈ ৰাজ্যৰ প্ৰজাসকলেও কীৰ্তিচন্দ্ৰৰ বংশ পৰম্পৰাক লৈ কোবা-কুই কৰিছিল।... অৱশেষত মানুহৰ বুবু-বাবাৰ এনে পৰ্যায় পালেগৈ যে বৰবৰুৱাই নৰাদেশলৈ গৈ নিজৰ গোষ্ঠী বিচাৰি তাৰ মানুহ আনি প্ৰমাণ কৰিব লগাত পৰিল যে তেওঁ বাস্তৱতে আহোমৰ ঘৰৰ ল'ৰা, দেওসঁচ টাই জাতিৰ মানুহ। কিন্তু মানুহে বিশ্বাস কৰে কেনেকৈ? কাৰণ দেখোতাই দেখিছে, কীৰ্তিচন্দ্ৰৰ পিতৃ ৰূপচন্দ্ৰৰ পৰা আৰম্ভ কৰি সকলো পূৰ্বপুৰুষে দৰ্জীৰ কাম কৰিছিল। গতিকে কীৰ্তিচন্দ্ৰ নিৰুপায়ত পৰিল, মানুহৰ সন্দেহ মাৰ নোযোৱাত।.শেষত কীৰ্তিচন্দ্ৰই এটা উপায় ভাবি উলিয়ালে।..: 'বুৰঞ্জী লেখকক এইদৰে মিছা কথা ৰচাবলৈ আসৈ দিলে আগলৈ মহা অনিষ্ট হোৱাৰ সম্ভাৱনা আছে। তাৰ পৰা কোনো দুৰভিসন্ধি থকা লোকে অন্য পাত্ৰমন্ত্ৰী আৰু স্বৰ্গদেউৰো গুৰি গছৰ ওপৰত সন্দেহৰ বীজ সিঁচিব পাৰে।' কীৰ্তিচন্দ্ৰই এই কথা ৰজাক বুজাই স্থিৰ কৰিলে যে কোনো বুৰঞ্জীত যাতে এইদৰে মানুহৰ গুৰি-গোষ্ঠীলৈ লিপিবদ্ধ হৈ নাথাকে, তাৰ বাবে ৰাজ্যৰ বুৰঞ্জীবোৰ ভালদৰে পৰীক্ষা কৰি চাব লাগে। লগে লগে কঠোৰ আদেশ বলবৎ হ'ল আৰু ৰাজ্যৰ সকলো বুৰঞ্জী ৰাজ হাউলিলৈ অনা হ'ল। অৱশ্যে বুৰঞ্জী গোটোৱাৰ প্ৰধান কাৰণ হ'ল, সকলো বুৰঞ্জী চাই এখন ডাঙৰ বুৰঞ্জী সংকলনৰ আয়োজন কৰাহে বুলি কীৰ্তিচন্দ্ৰই প্ৰচাৰ কৰিলে। অৱশ্যে বহু লোকেই কীৰ্তিচন্দ্ৰৰ প্ৰচাৰত ভোল নগৈ নিজৰ গাঁঠিৰ ধন ভাঙি সংকলন কৰা বহুকেইখন বুৰঞ্জী লুকুৱাই থ'লে।

কীৰ্তিচন্দ্ৰই সকলো বুৰঞ্জী পৰীক্ষা কৰালে। যিবোৰত কীৰ্তিচন্দ্ৰৰ পৰিয়ালক গৰীয়া বা দৰ্জী বোলা আৰু ৰাজপৰিয়ালক সমালোচনা কৰা হৈছিল, সেই সকলোবোৰ বুৰঞ্জী কীৰ্তিচন্দ্ৰই মানুহ লগাই পুৰি ছাই কৰিলে।

আগতে কৈ অহা হৈছে যে ৰাজেশ্বৰ সিংহৰ ককায়েক মোহনমালা কোঁৱৰে ৰাজসিংহাসন নাপাই মোৱামৰীয়াসকলৰ লগ লাগিছিল। দেখাত শুৱনি, জনপ্ৰিয় মোহনমালাক মাথো বসন্ত ৰোগৰ ঘুণীয়া বুলিয়েই সিংহাসন নিদিয়া কাৰ্যটো কীৰ্তিচন্দ্ৰৰ চক্ৰান্ত বুলিয়েই সকলোৱে উপলব্ধি কৰিছিল। তদুপৰি 'এলাগী কোঁৱৰ' লক্ষ্মীসিংহক ৰজা পাতি কীৰ্তিচন্দ্ৰই নিজ ইচ্ছামতে

সকলো কাম কৰা দেখি ৰাজ্যৰ প্ৰজা, ডা-ডাঙৰীয়া সহিতে মোৱামৰীয়াসকলো জ্বলি উঠিছিল। আহোম ৰজা বিশেষকৈ কীৰ্তিচন্দ্ৰক আক্ৰমণ কৰিবলৈ তেওঁলোক সংকল্পবদ্ধ হ'ল। এই সম্পৰ্কত আন দুটা কাহিনীও প্ৰচলিত আছে। কীৰ্তিচন্দ্ৰই এদিন ৰজাৰ সৈতে ৰাজকীয় নৌকাত উঠি যাওঁতে দেখিলে ব্ৰহ্মপুত্ৰৰ পাৰত মোৱামৰীয়া গোসাঁই থিয় হৈ আছে। গোসাঁয়ে ৰজাক দেখি প্ৰণাম জনালে, কিন্তু ৰজাৰ লগতে থকা কীৰ্তিচন্দ্ৰক গুৰুত্বই নিদিলে। এই কথাত কীৰ্তিচন্দ্ৰ ক্ষুণ্ণ হ'ল আৰু গোসাঁইক নানা ধৰণে ককৰ্থনা কৰিলে। কীৰ্তিচন্দ্ৰৰ পৰা বেয়াকৈ অপমান পালে মোৱামৰীয়া গোসাঁয়ে। এই অপমানৰ প্ৰতিশোধ ল'বলৈ তেওঁ বাট চাই থাকিল। তাৰ কেইদিনমানৰ পাছতে মৰাণসকলৰ মুখিয়াল নাহৰে ৰজাক হাতী দিবলৈ আহিছিল। তেওঁ বৰবৰুৱাক দেখা নকৰাকৈয়ে পোনে পোনে ৰজাৰ ওচৰলৈ গ'ল। এই কথাতে কীৰ্তিচন্দ্ৰই ইমান অপমানবোধ কৰিলে যে তেওঁৰ চিন্তাশক্তিও যেন হেৰাই গ'ল। তাৰ পাছতে তেওঁ উক্ত মৰাণজনক ধৰি আনি বেতেৰে কোবাই দুয়োখন কাণ কাটি দিলে। মোৱামৰীয়া প্ৰভুৰ এই শিষ্যজনৰ তেনে দুৰ্গতি হোৱা দেখি কীৰ্তিচন্দ্ৰৰ অপমানৰ পোটক তুলিবলৈ তেওঁলোক সুযোগৰ অপেক্ষাত ৰ'ল। এইখিনিতে এটা কথা কোৱাৰ প্ৰয়োজন যে বহুতো মানুহে মৰাণ, মটক আৰু মোৱামৰীয়াক একে ধৰণৰ বুলি ভুল কৰে। জানি থোৱা ভাল, মৰাণ আৰু মটক দুটা ভিন্ন জাতি আৰু মোৱামৰীয়াসকল হ'ল এটা বিশেষ ধৰ্মমত মানি চলা সম্প্ৰদায়।

১৭৬৩ চনৰ কাতি মাহৰ এদিন ৰাতি কীৰ্তিচন্দ্ৰ পলমকৈ ঘৰ সোমাইছিল। ঘৰ সোমাওঁতেই এটা চোৰে পাছফালৰ পৰা কীৰ্তিচন্দ্ৰক ঘাপ মাৰিলে। কীৰ্তিচন্দ্ৰক হত্যা কৰিবলৈ অন্যান্য আহোম ৰাজবিষয়াসকলে এই চোৰক কামত লগাইছিল বুলি সকলোৱে বিশ্বাস কৰিছিল। চোৰৰ এই ঘাপ কীৰ্তিচন্দ্ৰৰ ডিঙিত নালাগি গলধনত লগাত তেওঁ ৰক্ষা পালে যদিও বেয়াকৈ আঘাতপ্ৰাপ্ত হ'ল।

শৰীৰ আৰোগ্য হোৱাৰ পাছত বৰবৰুৱাৰ শঙ্কা বাঢ়িল আগলৈকো তেওঁক কোনোবাই হত্যাৰ ষড়যন্ত্ৰ কৰিব পাৰে বুলি। সেইবাবে তেওঁ স্বৰ্গদেৱক খুজি নিৰাপত্তাৰ বাবে এহেজাৰ মানুহ মকৰল কৰিলে। সিহঁতে পাল অনুসাৰে টাঙোন আৰু অন্যান্য অস্ত্ৰ লৈ বৰবৰুৱাৰ লগত ফুৰিছিল।... দুৰ্ঘটনাৰ ৰাতি বৰবৰুৱাৰ লগত থকা টেকেলা বৰুৱাই চোৰক সাৱট মাৰি ধৰি বান্ধি থৈছিল। সেই চোৰটো আছিল ৰতিকান্ত গণক। ৰতিকান্তই স্বীকাৰ কৰিলে যে চাওদাঙৰ বৰচমুৱা মনধ্বজ, লুখুৰাখনৰ মণি ঢেকীয়াল বৰুৱা আৰু দৈৱলীয়া ডেকাই কীৰ্তিচন্দ্ৰক হত্যা কৰাৰ নিৰ্দেশ তাক দিছিল। ছমাহ ধৰি দোষীৰ বিচাৰ চলিল। শেষত দোষীসকলক জঘন্য শাস্তি দিয়া হ'ল।

মোৱামৰীয়া মৰাণৰ সংকল্পই এদিন পূৰ্ণৰূপ পালে। ১৭৬৯ খ্ৰীষ্টাব্দত

স্বৰ্গদেৱৰ কন্যায়েক মোহনমালাক বৰসেনাপতি পাতি ৰংপুৰ নগৰ আক্ৰমণ কৰিলে। আহোম ৰজায়ো প্ৰত্যুত্তৰ দিলে। কিন্তু মোৱামৰীয়াই আহোম সৈন্যক পৰাজিত কৰিলে। ৰজা লক্ষ্মীসিংহ আৰু কীৰ্তিচন্দ্ৰই চিন্তামণি গড়ত আশ্ৰয় ল'লে। সেই সময়তে লক্ষ্মীসিংহই ভাবিছিল যে মৰাণৰ স'তে সন্ধি কৰি লোৱাই ভাল। কিন্তু মৰাণৰ ওচৰত ৰজাক শিৰনত কৰিবলৈ নিদিলে কীৰ্তিচন্দ্ৰই। কীৰ্তিচন্দ্ৰই ৰজাক কৈছিল—"ক্ষত্ৰিয়ৰ ধৰ্ম হ'ল, শৰীৰ থাকে মানে যুদ্ধ কৰিব। জয়লাভ কৰিলে ৰাজ্য ভোগ কৰিব আৰু যুদ্ধত মৃত্যুবৰণ কৰিলে স্বৰ্গভোগ হ'ব। মৰাণৰ দৰে দুষ্ট লোকৰ লগত সন্ধি কৰিলে তেওঁলোকে বিশ্বাসঘাতকতাহে কৰিব...।" ড° সূৰ্যকুমাৰ ভূঞাৰ গ্ৰন্থ 'স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ'ৰ মতে কীৰ্তিচন্দ্ৰই সেইদিনা আৰু বহু মন্ত্ৰণা দিছিল ৰজাক। ফলত ৰজাৰ সাহ বাঢ়িছিল। সেইদিনা আছিল ১৭৬৯ চনৰ আঘোণৰ আঠ তাৰিখ, শনিবাৰ। মৰাণৰ চোৰাংচোৱাই সম্ভেদ পাইছিল যে ৰজা আৰু কীৰ্তিচন্দ্ৰ চিন্তামণি গড়ত লুকাই আছে। গতিকে সেইনিশাই চাৰিশ মৰাণে গড় আক্ৰমণ কৰিলে আৰু ৰজাক বন্দী কৰি থ'লে জয়দৌলত। কীৰ্তিচন্দ্ৰ বন্দী হ'ল মৰাণৰ হাতত। তাৰ দুদিনৰ পাছতে কীৰ্তিচন্দ্ৰক শূলত দিলে আৰু পুতেকসকলকো হত্যা কৰিলে (অৱশ্যে কিছুমান বুৰঞ্জী মতে কীৰ্তিচন্দ্ৰক মোহনমালা কোঁৱৰে নিজ হাতে হত্যা কৰিছিল)।

যিয়েই নহওক ৭০ বছৰীয়া জীৱনকালত কীৰ্তিচন্দ্ৰই যি 'কীৰ্তি' ৰাখি থৈ গ'ল, সেয়া অসমৰ ইতিহাসৰ পৰা কোনেও মচি পেলাব নোৱাৰে। কীৰ্তিচন্দ্ৰৰ যি বুদ্ধি আছিল, সাহস আৰু ৰাজনীতি জ্ঞান আছিল, সেয়া ভাল কামত ব্যৱহাৰ কৰা হ'লে আহোম ৰাজ্যই বহু সুফল পালেহেঁতেন। তদুপৰি এজন সাধাৰণ কাঁড়ী পাইকৰ পৰা গৈ আহোম ৰাজ্যৰ বৰবৰুৱা হোৱা 'ৰূপচন্দ্ৰ' আৰু তেওঁৰ পুত্ৰ কীৰ্তিচন্দ্ৰই আজিৰ গণতান্ত্ৰিক তথা আধুনিক জগতহে জন্ম ল'ব লাগিছিল। তেতিয়া হয়তো তেওঁৰ পূৰ্বৰ বংশ-পৰম্পৰা আৰু ঐতিহ্যৰ কোনেও বিচাৰ-খোচাৰ নকৰিলেহেঁতেন আৰু বুৰঞ্জীবোৰ পুৰি ছাঁই কৰিবও লগা নহ'লহেঁতেন। কীৰ্তিচন্দ্ৰৰ বহু দোষ আছিল। অতি ক্ষমতাপিপাসু আৰু অহঙ্কাৰী লোক আছিল; কিন্তু তেওঁৰ বহুখিনি ভাল গুণো আছিল— ৰাজনীতি জ্ঞান আৰু প্ৰত্যুৎপন্নমতিতা। কিন্তু নিজৰ বংশৰ কলঙ্ক (!) ধুবৰ বাবেই নিজৰ গুণখিনি অনীতিৰ কামত খৰচ কৰিলে। তথাপি অসমীয়া জাতিয়ে কীৰ্তিচন্দ্ৰক মনত ৰাখিব। নিজ গুণেৰে 'বৰবৰুৱা'ৰ দিহয়বাব পোৱাৰ পাছতো, অহমিকা আৰু স্বাৰ্থান্বেষী মনোভাৱে এজন লোকক কেনেকৈ 'ঘৃণনীয়' কৰি তুলিব পাৰে আৰু তাৰ পৰিণতি কেনে ভয়ানক হ'ব পাৰে, কীৰ্তিচন্দ্ৰই তাৰ উৎকৃষ্ট উদাহৰণ।



(২৬)

# পূৰ্ণানন্দ বুঢ়াগোঁহাই

আহোম ৰাজবংশলৈ সন্ধ্যা নামি অহাৰ সময়ছোৱাতে পূৰ্ণানন্দ লড়ি-গোহাঁইক 'বুঢ়াগোহাঁই' অৰ্থাৎ মহামন্ত্ৰীৰ দায়িত্ব দিয়া হ'ল। আহোম ৰাজবংশ আৰু মোৱামৰীয়াসকলৰ মাজত তীব্ৰ সংঘাতৰ সময় আছিল সেয়া। ইতিমধ্যে পূৰ্ণানন্দৰ পিতৃ ঘনশ্যাম বুঢ়াগোহাঁয়ে মোৱামৰীয়াৰ দ্বিতীয় বিদ্ৰোহ দমন কৰিছিল অতি কঠোৰভাৱে। অতি ৰাজভক্ত আছিল ঘনশ্যাম বুঢ়াগোঁহাই। এদিন গৌৰীনাথ সিংহ স্বৰ্গদেৱে (১৭৮০ চনত এওঁ ৰজা হৈছিল) নাজিৰাহাটত হাতীযুঁজ আৰু নাওখেল চাবলৈ গৈ উভতি সন্ধ্যা নগৰ সোমাওঁতে মোৱামৰীয়া কেইগৰাকীমানে ৰজাৰ জোৰ ধৰা মানুহৰ ভেশ লৈ ৰজাক দোলাতে ঘপিয়ালে। কিন্তু ঘাপ স্বৰ্গদেউৰ গাত নপৰিল, তেওঁ মোৱামৰীয়াৰ চকুত ধূলি দি হঠাৎ তলাতল ঘৰত সোমাল। ৰজাক কাটিলো বুলি ভাবি মোৱামৰীয়াসকলে লগত থকা সাতজন বিষয়া-পহৰীয়াক কাটি ৰজাৰ বৰচ'ৰা আৰু শিঙৰি ঘৰতো জুই দিলে। সেই সময়তে ডেকা পূৰ্ণানন্দ ৰজাৰ লগতে আছিল। তেওঁ কথমপি পলাই সাৰি আহি দেউতাকক সকলোবোৰ কথা খুলি কৈছিল। পুত্ৰ পূৰ্ণানন্দৰ কথা শুনি ঘনশ্যাম বুঢ়াগোহাঁই ভীষণ ক্ৰুদ্ধ হৈ পূৰ্ণানন্দলৈ যাঠি এপাত মাৰি পঠিয়ালে। যাঠিপাত ভাগ্যে পূৰ্ণানন্দৰ গাত নালাগি কাষেদি সৰকি গ'ল। বুঢ়াগোহাঁই ঘনশ্যামে খঙত জ্বলি-পকি আৰ্তনাদ কৰি উঠিল—"কটা, ধিক্ তোৰ জীৱন! মোৰ ল'ৰা হৈ তই স্বৰ্গদেউৰ লগতেই নমৰিলি কিয়? এনে শিয়াল পুত্ৰ কি কামতনো আহে! হেৰৌ! দা আন, ইয়াক ঘাপ মাৰি কাটি পেলাও।"... পূৰ্ণানন্দ কথমপি পলাই সাৰিল।

পাছত ঘনশ্যাম, হৰনাথ সেনাপতি ফুকন আদিয়ে মৰাণক আক্ৰমণ কৰিলে। হেজাৰ হেজাৰ মোৱামৰীয়াক হত্যা কৰিলে। নৈ-বিল মোৱামৰীয়াৰ তেজেৰে ৰাঙলী হ'ল। মৰাশৰ গোন্ধত মানুহ ঘৰৰ বাহিৰ ওলাব নোৱৰা হ'ল। বুঢ়াগোহাঁয়ে নিৰ্দেশ জাৰি কৰিলে, য'তে কোনো মোৱামৰীয়াক পায়, তাতেই হত্যা কৰিব লাগে। দেশৰ পৰা মোৱামৰীয়াক উচ্ছন কৰিব লাগে।... অৱশ্যে পাছত স্বৰ্গদেৱে নিজে মোৱামৰীয়াসকলক হত্যাৰ প্ৰক্ৰিয়া বন্ধ কৰি তেওঁলোকক ভালদৰে থিতাপি লগাইছিল।... এই ঘটনাটোৰ পৰাই ঘনশ্যাম বুঢ়াগোহাঁইৰ বীৰত্ব আৰু ৰাজভক্তিৰ উমান পোৱা যায়। তদুপৰি তেওঁ কিমান প্ৰজা হিতাকাংক্ষী আৰু নীতিৱান আছিল তাৰো উমান পাব পাৰি পুত্ৰ পূৰ্ণানন্দক

দিয়া উপদেশৰ পৰা।

১৭৮৩ চনত ঘনশ্যাম বুঢ়াগোহাঁই ব্ৰণ ৰোগত পৰিল। অন্তিম সময় উপস্থিত হ'ল বুলি জানি পুতেক পূৰ্ণানন্দ লড়ি গোহাঁইক শয্যাৰ কাষলৈ মাতি আনি ক'লে—"মোতকৈ তোৰ শতগুণে কীৰ্তি হ'ব। স্বৰ্গদেউক মনেৰেও বিষম নিচিন্তিবি। মোৱামৰীয়াক ভালদৰে লক্ষ্য কৰিবি, তেহে দেশ খাব পাৰিবি। লোকৰ ছোৱালী লোকক নিদিবি। গুচৰীয়া-পদৰীয়াৰ তামোল-পাণৰ চৰুত বাজে আন ভেটি নাখাবি, তেহে সিদ্ধান্ত শিলৰ ৰেখা হ'ব।... মোৰ লগত থকা পুথিখিনি ভালদৰে পঢ়িবি। অলঙ্কাৰখিনিও তোকে দিলো। ৰজাই দেশ এৰিলেও তই আপোন দেশ নেৰিবি। আপোন দেশতে মৰ যদি মৰিবি।"...

পিতৃ আজ্ঞা আৰু ৰজাৰ স্নেহাশিস শিৰত লৈ পূৰ্ণানন্দই 'বুঢ়াগোহাঁই'ৰ পদ গ্ৰহণ কৰিলে। অহিংসা আৰু প্ৰেমেই আছিল পূৰ্ণানন্দৰ জীৱনৰ মূলমন্ত্ৰ। আহোম ৰাজত্বৰ সুদীৰ্ঘ ছশ বছৰীয়া ৰাজত্বকালত যি ৩৩ গৰাকী ব্যক্তি 'বুঢ়াগোহাঁই' হৈছিল, তাৰ ব্যতিক্ৰম আছিল পূৰ্ণানন্দ। তুলনাবিহীন ব্যক্তিত্বৰ এই পূৰ্ণানন্দৰ ৰাজ আনুগত্য আৰু প্ৰজাসকলৰ প্ৰতি ভালপোৱা আছিল অতি গভীৰ। যি সময়ত পিতৃ ঘনশ্যাম বুঢ়াগোহাঁয়ে মোৱামৰীয়াক য'তে পায় ত'তেই হত্যা কৰাৰ কঠোৰ নিৰ্দেশ জাৰি কৰিছিল, তেতিয়া লড়ি গোহাঁই পূৰ্ণানন্দই তাৰ তীব্ৰ প্ৰতিবাদ জনাইছিল। তেওঁ কৈছিল—"হিংসাই হিংসাক কেতিয়াও দমন কৰিব নোৱাৰে। কোনো মানুহকে হত্যা কৰি সমস্যাৰ সমাধান কৰিব নোৱাৰি। তাৰ ফলত হিংসাৰ প্ৰকোপ বাঢ়িবহে।"

১৭৪৩ চনত ৰংপুৰৰ ওচৰৰ এখন গাঁৱত পূৰ্ণানন্দৰ জন্ম। তেওঁ যেতিয়া আহোম ৰাজ্যৰ মহামন্ত্ৰী হৈছিল, তেতিয়া তেওঁৰ বয়স আছিল ৪২ বছৰ। 'অসমৰ বুৰঞ্জী' নামৰ গ্ৰন্থখনত পদ্মনাথ গোহাঁঞি বৰুৱাই লিখিছে, মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দৰে অসাধাৰণ ৰাজনীতিক পুৰুষ সেই সময়ত ভাৰতবৰ্ষত দ্বিতীয় এজন নাছিল বুলিলেও বঢ়াই কোৱা নহ'ব। আনকি ইংৰাজ ৰাজনীতিজ্ঞ পুৰুষেও তেওঁৰ বিচক্ষণ বুদ্ধি আৰু ৰাজনীতি জ্ঞানৰ অশেষ গুণগান কৰিছিল। বুঢ়াগোঁহাঞি পূৰ্ণানন্দ মহামন্ত্ৰীৰ মুৰেদি ভয়ঙ্কৰ বিদ্ৰোহ-ধুমুহা পাৰ হয়। কিন্তু তেওঁ জীৱনৰ তেনেকুৱা বিপদ-বিঘিনি দূৰ কৰি, কি যে অতুলনীয় অসাধাৰণ শক্তিৰে জীৱন-যাপন আৰু শাসনকাৰ্য চলাই নিছিল, সেই বিষয়ে মোৱামৰীয়াৰ দ্বিতীয় বিদ্ৰোহৰ পৰা মানৰ প্ৰথম আক্ৰমণলৈকে অসম বুৰঞ্জীৰ এই মহাবিপ্লৱপূৰ্ণ বিৱৰণছোৱাই সাক্ষ্য দিয়ে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে মহামন্ত্ৰীৰ পদ গ্ৰহণ কৰিয়েই মোৱামৰীয়াৰ ভীষণ বিদ্ৰোহৰ উৎপাত খণ্ডাব লগাত পৰে। তাৰ পাছতো নানা উৎপাতত ছাৰখাৰ হোৱা অসম দেশত তেওঁ অহোপুৰুষাৰ্থ কৰি শান্তি স্থাপন কৰিব লগা হয়। লগৰ মন্ত্ৰী-বিষয়া আদিয়ে গা-এৰা দিয়াৰ

স্থলতো, ৰজাৰ অনুপস্থিতিত মোৱামৰীয়াৰ বিদ্ৰোহৰ সাত বছৰলৈকে মহা উৎপাতৰ মাজত নগৰ ৰক্ষা কৰালৈ চাই, মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ৰাজনীতি জ্ঞান পৃথিবীৰ প্ৰথম সভ্য জাতিয়েও শলাগিবলগীয়াত পৰিছিল। পূৰ্ণানন্দ ডাঙৰীয়া মন্ত্ৰিত্বত যেনে এজন অসাধাৰণ বুদ্ধিমান পুৰুষ আছিল, যুদ্ধবিদ্যাতো আছিল সুনিপুণ সেনাপতি।

বুৰঞ্জী মতে, ইংৰাজ বিষয়া কাপ্তান ওৱেলচ চাহাবে, বুঢ়াগোহাঁইৰ অসম্ভৱ জ্ঞান আৰু সাহসৰ কথা শুনি তবধ মানিছিল। কিন্তু যেতিয়া পূৰ্ণানন্দ এদিন ওৱেলচ চাহাবৰ ওচৰলৈ গ'ল, তেতিয়া ওৱেলচ চাহাবে কৈছিল— "বুঢ়াগোহাঁইক মই 'বুঢ়া মানুহ' বুলিহে ভাবিছিলো। তেওঁ দেখোন ডেকাহে! ডেকা মানুহ এজনো ইমান বিচক্ষণ হ'ব পাৰেনে?" ১৮০৩ চনত শ্ৰীনাথ দুৱৰাই 'তুঙ্গখুঙীয়া বুৰঞ্জী'ত লিখিছিল যে পক্ষীয়ে নিজ সন্তানক ডেউকাৰে আবৰি ধৰি ৰক্ষা কৰাৰ দৰে, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়ায়ো অসমৰ প্ৰজাসকলক মৰম-স্নেহ আৰু নিৰাপত্তাৰ ডেউকাৰে আবৰি ধৰিছিল।

গৌৰীনাথ সিংহ, কমলেশ্বৰ সিংহ আৰু চন্দ্ৰকান্ত সিংহ— এই তিনিজনা অহোম স্বৰ্গদেউৰ ৰাজত্বকালত পূৰ্ণানন্দ মহামন্ত্ৰী পদত আছিল। কৈ অহা হৈছে, ঘনশ্যাম বুঢ়াগোহাঁই আছিল কঠোৰমনা। সেইবাবে তেওঁৰ মৃত্যুৰ পাছত পূৰ্ণানন্দই 'বুঢ়াগোহাঁই'ৰ দায়িত্ব লোৱাৰ লগে লগে সকলো মোৱামৰীয়া একত্ৰিত হ'ল। ১৭৮৭ চনত তেওঁলোকে দেখদেখকৈ বিদ্ৰোহ কৰি আহোমৰ ৰাজধানী চাৰিওফালৰ পৰা বেৰি ধৰিলে। বিচক্ষণ বুদ্ধিৰ পূৰ্ণানন্দই কিন্তু হঠাতে বিপদে গ্ৰাস কৰা দেখিও বিভ্ৰান্ত নহ'ল। তেওঁ সৈন্যবাহিনী পঠিয়ালে। কিন্তু আহোম সৈন্য পৰাজিত হ'ল। পূৰ্ণানন্দই লগে লগেই স্বৰ্গদেৱ গৌৰীনাথক গুৱাহাটীৰ ফালে সৈন্য যোগাৰ কৰিবলৈ পঠিয়ালে আৰু নিজে কৌশলেৰে ৰাজধানী ৰক্ষা কৰি থাকিল। সেই সময়তে বল পাই আহোম ৰজাৰ তলতীয়া হৈ থকা দৰঙ্গ, জয়ন্তীয়া আৰু কছাৰী ৰজায়ো বিদ্ৰোহ আৰম্ভ কৰিলে। তথাপিও নলৰিল পূৰ্ণানন্দ বুঢ়াগোহাঁই। শেষত ১৭৯২ চনত উপায় নাপাই গৌৰীনাথ সিংহই কলিকতাৰ 'ইষ্ট ইণ্ডিয়া কোম্পানী'ৰ পৰা সহায় বিচাৰিছিল। কাপ্তান ওৱেলচ চাহাব ইংৰাজৰ সেনাপতি হৈ আহিল আৰু মোৱামৰীয়া বিদ্ৰোহ দমন কৰি (১৭৯৪ চনত) গৌৰীনাথৰ সিংহাসন সুৰক্ষিত কৰিলে। ইংৰাজ অহালৈ সেই সাত বছৰকাল অসীম বিক্ৰমেৰে অলপীয়া সৈন্য লৈ পূৰ্ণানন্দই ৰংপুৰ ৰক্ষা কৰি আছিল। ১৭৯৪ চনত গৌৰীনাথে ৰাজধানী তুলি আনিলে যোৰহাটলৈ। তাতে গ্ৰহণী ৰোগত পৰি পাছৰ বছৰত ৰজাৰ মৃত্যু হ'ল। মোৱামৰীয়া আৰু অন্যান্যসকলৰ উৎপাতত বিধ্বস্ত, দুৰ্ভিক্ষত পৰা আহোম ৰাজ্যক নতুনকৈ ঠন ধৰি তুলিবলৈ পূৰ্ণানন্দই বহু পৰিকল্পনা লৈছিল।

গৌৰীনাথ সিংহৰ মৃত্যুৰ পাছত আহোম ৰাজকোঁৱৰসকলে ৰাজপাটক লৈ ভীষণ হুলস্থূল লগাইছিল। কিন্তু ৰুদ্ৰসিংহৰ ভায়েক লেচাইৰ পুত্ৰ আয়ুর্সুতিৰ নাতি কিনাৰাম গোহাঁইক পূৰ্ণানন্দই সকলো পাত্ৰমন্ত্ৰীৰ স'তে আলোচনা কৰি ৰজা পাতিলে। কিনাৰামে ১৭৯৬ চনত ৰাজপাটত উঠি কমলেশ্বৰ সিংহ নাম ল'লে। কমলেশ্বৰ সিংহৰ দিনতো মোৱামৰীয়া, ডফলা, খামতি, চিংফৌ আদি এটা এটাকৈ বিদ্ৰোহ দমন কৰিলে। তদুপৰি এই বিদ্ৰোহীসকলৰ মনৰ পৰা বিদ্ৰোহ ভাব আঁতৰ কৰি পূৰ্ণানন্দই সকলোকে সংস্থাপনৰ ব্যৱস্থা কৰিলে। তাৰ পাছতো অসংখ্য বিদ্ৰোহ হ'ল অসম ৰাজ্যত। কিন্তু সকলো বিদ্ৰোহীকে মূল সুঁতিলৈ ঘূৰাই আনি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰাজ্যত শান্তি স্থাপন কৰিছিল। ১৮১০ চনত কমলেশ্বৰ সিংহ স্বৰ্গী হয়। তেওঁৰ পাছত কমলেশ্বৰৰ ভায়েক চাবিঙীয়া ৰজা চন্দ্ৰকান্ত সিংহক আহোমৰ স্বৰ্গদেৱ পদত অধিষ্ঠিত কৰা হ'ল। ৰাজপাটত উঠোতে তেওঁৰ বয়স মাথো ১২ বছৰহে হৈছিল। পূৰ্ণানন্দই সেইবাবেই ৰাজ্যৰ সকলো ভাৰ নিজৰ মূৰতে লৈ শাসনকাৰ্য পৰিচালনা কৰিছিল। ১৮১২ চনত কলিয়াভোমোৰা বৰফুকনৰ মৃত্যু হোৱাত, প্ৰথমতে তেওঁৰ ককায়েকক, তাৰ পাছত বদনক 'বৰফুকন' পতা হয়। কিন্তু কিছুদিনৰ পাছতে স্বাৰ্থপৰ বদন বৰফুকনৰ সৈতে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মনোমালিন্য হ'বলৈ ধৰিলে। এই কাৰ্যত অৰিহণা যোগালে শতৰাম চাৰিঙীয়া ফুকনে। শতৰাম আৰু বদনে বুঢ়াগোহাঁইৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিবলৈ ল'লে। গুৱাহাটীত বৰফুকনে প্ৰজাৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে (কৈ থোৱা ভাল হ'ব যে বদন বৰফুকনৰ জীয়েক পিজৌ গাভৰু পূৰ্ণানন্দৰ বোৱাৰী আছিল)। বুঢ়াগোঁহায়ে শতৰামক দমন কৰি বদনক আনিবলৈ গুৱাহাটীলৈ মানুহ পঠিয়ালে। কিন্তু বদন পলাই গ'ল কলিকতালৈ আৰু আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ 'ইষ্ট ইণ্ডিয়া কোম্পানী'ক প্ৰস্তাৱ দিলে। কিন্তু ইংৰাজে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত বদন এইবাৰ গ'ল ব্ৰহ্মদেশলৈ। ব্ৰহ্মদেশৰ ৰজাই প্ৰায় ছহেজাৰ 'মান সেনা' লগত দি বদনক অসম আক্ৰমণ কৰিবলৈ পঠিয়ালে।

সেই সময়ত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ শাৰীৰিক অৱস্থা ভাল নাছিল। তথাপি তেওঁ মানৰ লগত যুঁজ কৰিবলৈ আহোম সেনা পঠিয়ালে। যুদ্ধত আহোম সৈন্য পৰাজিত হ'ল। আকৌ বুঢ়াগোহাঁয়ে যুদ্ধৰ আয়োজন চলালে কিন্তু সেই সময়তে বিষম নৰীয়াত পৰি পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মৃত্যু হ'ল। পদ্মনাথ গোহাঞি বৰুৱাই লিখিছে—"আহোম ৰাজ্যৰ ঘাই ধৰণী মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এনে সংকটৰ সময়ত হোজা অসমীয়া প্ৰজাক বাঘৰ মুখত পোৱালি এৰাৰ দৰে এৰি থৈ সংসাৰৰ পৰা বিদায় ল'লে। ফলত মান সোমাল অসমত...।" (বহুতে 'কাল হীৰা' চেলেকি বুঢ়াগোঁহাই আত্মঘাতী হ'ল বুলিও ক'ব খোজে।)

পূৰ্ণানন্দ বুঢ়াগোহাঁই ৭৩ বছৰ জীয়াই আছিল। অতি বিচক্ষণতাৰে বুঢ়াগোহাঁইৰ পদত ৩১ বছৰকাল থাকি আহোম ৰাজ্য পৰিচালনা কৰিছিল। ৰাজনীতি, যুদ্ধনীতি আৰু অৰ্থনীতিয়েই নহয়, সাহিত্যৰ ক্ষেত্ৰতো তেওঁৰ অনুৰাগ আছিল যথেষ্ট। তেওঁ শ্ৰীসূৰ্যকান্ত বিপ্ৰ নামৰ কবি এজনৰ হতুৱাই তুলসী দাসৰ ৰামায়ণখন অসমীয়ালৈ ভাঙনি কৰাইছিল। সাহিত্যিকক সন্মান জনোৱাৰ লগতে সাহিত্যৰ উন্নতিৰ বাবে তেওঁ বহু কাম কৰিছিল। প্ৰজাসকলে তেওঁক অত্যন্ত শ্ৰদ্ধা কৰাৰ লগতে পিতৃতুল্য জ্ঞান কৰিছিল। প্ৰজাসকলে তেওঁক 'পিতৃ বুঢ়াগোহাঁই' বুলিও সম্বোধন কৰিছিল।

কৰ্ণেল হেনে (Col. Hannay) চাহাবে তেওঁৰ 'Notes on Moamarias'ত লিখিছিলঃ 'Purnanand (i.e. the Burha) Gohain may be said to have been the protector and regenerator of his country for a period of twenty years.'

লড়ি গোহাঁই, ৰুচিনাথ (পাছত বুঢ়াগোহাঁই), প্ৰেমনাথ (মৰঙ্গী খোৱা গোহাঁই), ওৰেষানাথ (ঢেকীয়াল ফুকন) আৰু জগন্নাথ (নাওশলীয়া ফুকন) এই পাঁচগৰাকী সুযোগ্য পুত্ৰৰ পিতা পূৰ্ণানন্দ সেই সময়ত সঁচাই আহোম ৰাজ্যৰ প্ৰজাসকলৰ 'পিতৃ' আছিল। তেওঁৰ মৃত্যুত ৰাজ্যৰ সকলো বিষণ্ণ হৈছিল, যুদ্ধ কৰাৰ শক্তি হেৰাই গৈছিল আৰু সহজে অসম মুলুকত মানসেনা সোমাই পৰিছিল। তাৰ লগে লগে আহোম ৰাজত্বলৈ এন্ধাৰ নামি আহিছিল।

উচ্চ পদত থকা এজন প্ৰশাসকেই যে হেজাৰ বিদ্ৰোহ-বিপত্তি-দুৰ্ভিক্ষতো এখন ৰাজ্যক ৰাজনৈতিক আৰু অৰ্থনৈতিক দিশত সবল কৰি ৰাখিব পাৰে, পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তাৰ উদাহৰণ। দুৰ্ভাগ্যৰ কথা, ৰাজ্যলৈ পোহৰ আনিব পৰা এনে পূৰ্ণানন্দৰ আজিও অভাৱ!



# চন্দ্ৰকান্ত সিংহ

সূৰ্য পুৱা উদিত হয়, দুপৰীয়া প্ৰখৰ হয় আৰু সন্ধিয়া অস্ত যায়। সেয়াই প্ৰকৃতিৰ নিয়ম, কালৰ গতি। চাওলুং চুকাফাই উদয় ঘটোৱা আহোম ৰাজবংশৰো সেয়াই পৰিণতি হৈছিল। ইংৰাজ উপনিবেশত কাহানিও সূৰ্য অস্ত নাযায় বুলি যিটো কথা এসময়ত 'চিৰসত্য' আছিল, সিও কালৰ গতিত শীৰ্ণ হৈ পৰিল আৰু এসময়ৰ অতি সাহসী, প্ৰত্যুৎপন্নমতি বুদ্ধিৰ ইংৰাজ জাতি (পৃথিবীৰ হৰ্তা-কৰ্তা-বিধাতা!) আজি পৃথিবীৰ অন্য বহু জাতিতকৈ দুৰ্বল। উদয় হ'লে অস্ত যাবই লাগিব, জন্মিলে মৃত্যুক আঁকোৱালি ল'বই লাগিব, এইবোৰ কথা সঁচাই চিৰসত্য। এই চিৰসত্যক আঙুলি টোঁৱাব পৰা শক্তি কাৰো নাই। আহোম ৰাজবংশৰো নাছিল। সেইবাবেই চাওলুং চুকাফাই স্থাপন কৰা আহোম বংশই ছশ বছৰকাল নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে অখণ্ড প্ৰতাপেৰে ৰাজত্ব চলোৱাৰ পাছত মৃত্যুমুখত পৰিল। চুকাফাৰ সময়ত উদয় হোৱা এই ৰাজবংশৰ মৃত্যু ঘটিল চন্দ্ৰকান্ত সিংহৰ সময়ত।

চন্দ্ৰকান্ত সিংহৰ চৰিত্ৰত বিশেষ কোনো গুণ নাছিল। তেওঁ আছিল বিলাসী, ভীৰু আৰু স্বাৰ্থপৰ। কিন্তু তেওঁৰ প্ৰথম আৰু দ্বিতীয় ৰাজত্ব কালছোৱাত অসমত যিবোৰ ঘটনা ঘটিছিল, আহোম ৰাজ্যলৈ যি ভূমিকম্প আৰু ধুমুহা বৈছিল, তেনে ভয়ঙ্কৰ জোঁকাৰণি আহোম ৰাজত্বৰ সুদীৰ্ঘ ছশ বছৰীয়া ৰাজত্বকালত কেতিয়াও হোৱা নাছিল। এই জোঁকাৰণিয়েই আহোম ৰাজ্যলৈ পতন আনিছিল, সেইবাবেই অসমৰ এহেজাৰ বছৰীয়া ইতিহাসত এই সময়ছোৱাৰ গুৰুত্ব আছে।

চন্দ্ৰকান্ত সিংহৰ জন্ম ১৭৯৮ চনত। কমলেশ্বৰ সিংহৰ মৃত্যুৰ পাছত তেওঁৰ ভায়েক চন্দ্ৰকান্ত চাৰিঙৰ ৰজাক ১২ বছৰ বয়সতে আনি আহোম ৰাজসিংহাসনত বহুৱালে। কোমলমতীয়া চন্দ্ৰকান্ত ৰজা হোৱাৰ সময়ত এক হাস্যকৰ পৰিবেশৰো সৃষ্টি হৈছিল। চন্দ্ৰকান্তক যেতিয়া সিংহাসনত বহুৱাবলৈ পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে নিলে, তেতিয়া অসম্ভৱ ভয় খালে তেওঁ। ৰজা কোনোমতে সিংহাসনত উঠিবলৈ নাযায়। ৰাজমাও দেউতা, বুঢ়াগোহাঁই প্ৰভৃতি অন্যান্য ডা-ডাঙৰীয়াসকলে তেওঁক সিংহাসনত উঠিবলৈ কোৱাত চন্দ্ৰকান্তই সেয়া অস্বীকাৰ কৰিলে, তেওঁ একেবাৰে কন্দনামুৱা হ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে জোৰকৈ ধৰাত চন্দ্ৰকান্ত সিংহই তেওঁৰ লগত খেল-ধেমালি কৰা বেজবৰুৱাৰ

ঘৰৰ কিশোৰ এজনলৈ আঙুলিয়াই ক'লে যে সেই ল'ৰাটো যদি বৰচ'ৰালৈ গৈ তেওঁৰ লগতে সিংহাসনত উঠে, তেতিয়াহে তেওঁ উঠিব। শেষত মহামন্ত্রী সহিতে অন্যান্য ডা-ডাঙৰীয়াসকল সন্মত হ'ল। চন্দ্রকান্ত যেতিয়া সিংহাসনত উঠিল, তেতিয়া বেজবৰুৱাৰ ঘৰৰ সেই সৎৰাম বোলা ল'ৰাটো সিংহাসনৰ পাছফালে থিয় দি আছিল। সৎৰাম আছিল চন্দ্রকান্তৰ সমবয়সীয়া তেওঁক ভৱিষ্যৎ বক্তা কুকুৰাচোৱা বৰা ভূতৰ পুতেক বুলিও জনা গৈছিল।

চন্দ্রকান্ত সিংহ নিচেই সৰু হৈ থকাৰ বাবে তেওঁ ভালেমান দিনলৈকে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ওপৰতে সকলো ধৰণে নির্ভৰ কৰি ৰাজপাট ভোগ কৰিছিল। সেই সময়ত ৰজাই আন ল'ৰা-ছোৱালীৰ লগত ৰং-ধেমালি কৰিয়েই কটাইছিল। লাহে লাহে ৰজা ডেকা হ'ল যদিও ল'ৰালিকালত একেলগে ধেমালি কৰা বন্ধু-বান্ধৱৰ কথা নাপাহৰিলে। সেই সুযোগতে কুকুৰাচোৱা বৰাৰ পুতেক সৎৰাম ৰজাৰ বৰখাটনিয়াৰ হ'ল। ৰজাৰ প্রিয়-পাত্র হৈ সৎৰাম চাৰিঙ্গীয়া ফুকনৰ পদলৈ উঠিল। ৰজাৰ লাই পাই তেওঁৰ আকাংক্ষা আৰু বাঢ়ি গ'ল আনকি বুঢ়াগোহাঁই পূৰ্ণানন্দৰ ক্ষমতাৰ ফালেও তেওঁ নজৰ দিবলৈ ধৰিলে। সেই সময়ত সৎৰামে পূৰ্ণানন্দকে আদি কৰি অন্যান্য ডা-ডাঙৰীয়াসকলৰ বিৰুদ্ধে লগাই চন্দ্রকান্তক সম্পূর্ণ নিজৰ হাতৰ মুঠিত ৰখাৰ প্রয়াস কৰিলে। অৱশ্যে এই কথা দূৰদৰ্শী পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে সহজেই বুজি উঠিল আৰু ৰজাক সাৱধান কৰাৰ অৰ্থে ৰাজমাও দেউতাক বুজনি দিলে।

ৰাজমাওৰ মনোভাব বুজি সৎৰামে এইবাৰ পূৰ্ণানন্দ সহিতে অন্যান্য পাত্রমন্ত্রীৰ বিৰুদ্ধেও দেখদেখকৈ বিদ্রোহ আচৰণ কৰিবলৈ ল'লে। সেই সময়তে ১৮১২ চনত কলিয়াভোমোৰা বৰফুকনৰ মৃত্যু হোৱাত প্রথমতে তেওঁৰ ককায়েকক, পাছত বদন চন্দ্রক বৰফুকন পতা হ'ল। এইখিনিতে এটা কথা উনুকিয়াই থোৱা ভাল হ'ব যে চন্দ্রকান্ত সিংহাসনত উঠাৰ পাছত বৰফুকনে (সম্ভৱতঃ কলিয়াভোমোৰাৰ ককায়েক) প্রস্তাৱ দিছিল যে ৰাজ্যখনক সঘনে বিদ্রোহৰ পৰা নিষ্কণ্টক কৰিবলৈ হ'লে অসমো কোঁচবিহাৰৰ দৰেই ব্রিটিছৰ তলতীয়া হওক। এই প্রস্তাৱ পূৰ্ণানন্দ সহিতে অন্য মন্ত্রীসকলে প্রত্যাখ্যান কৰিছিল।

বদন চন্দ্র যেতিয়া বৰফুকন হ'ল, তেতিয়া তেওঁ নিজৰ বিয়ৈ পূৰ্ণানন্দৰ ক্ষমতা দেখি ঈৰ্ষাত জ্বলি-পুৰি মৰিবলৈ ধৰিলে। দেখদেখকৈ বদনে পূৰ্ণানন্দৰ বিৰুদ্ধাচৰণ কৰি সৎৰামৰ পক্ষ ল'লে। পূৰ্ণানন্দই উপায় নাপাই সকলো ডা-ডাঙৰীয়াক লগত লৈ ৰজাৰ চ'ৰাত বহিলগৈ। কৈ থোৱা ভাল যে বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্রগোহাঁই— এই তিনিওজনা ডাঙৰীয়া একে সময়তে ৰজাৰ চ'ৰাত ৰজা ভঙা-পতা বা তেনে ধৰণৰ গুৰুতৰ বিষয়ক আলোচনা

কৰিবলৈহে বহে ; নহ'লে সাধাৰণতে দুজনাতকৈ অধিক ডাঙৰীয়া কেতিয়াও ৰজাৰ চ'ৰাত আলোচনাৰ বাবে নবহে। তিনিওজন মন্ত্ৰীয়ে সংৰামক দোষী সাব্যস্ত কৰিলে। সেই সময়ত সংৰামে ৰজাৰ ওচৰতে আশ্ৰয় লৈ আছিল। মন্ত্ৰীসকলে জোৰকৈ ধৰাত অৱশেষত চন্দ্ৰকান্তই এটা চৰ্তত সংৰামক গতাই দিলে যে তেওঁক প্ৰাণে মৰা নহ'ব। এইবাৰ এই ডেকা দাম্ভিক যুৱক সংৰামক নামৰূপলৈ নিৰ্বাসন দিয়া হ'ল। কিছুদিনৰ পাছতে এই সংৰামক নগাই কাটিলে। ভৱিষ্যৎ বক্তা কুকুৰাচোৱা বৰাৰ পুতেক সংৰামৰ শেষত এনে কৰুণ দশাই হ'ল।

সংৰামৰ এই বিদ্ৰোহৰ কালতেই গুৱাহাটীত থকা বদন চন্দ্ৰ (এওঁৰ জীয়েক পিজৌ গাভৰুক পূৰ্ণানন্দৰ পুত্ৰই বিয়া পাতি নিছিল) আৰু তেওঁৰ পুতেক কেইজনৰ উৎপাতত ৰাইজ অতিষ্ঠ হৈ পৰিছিল। তেওঁলোকে হাতীক ভাং খুৱাই প্ৰজাৰ মাজত মেলি দি নিজে পিছে পিছে হৈ হাতীয়ে উৎপাত কৰা চাই আনন্দ পাইছিল। হাতীয়ে প্ৰজাৰ ঘৰ ভাঙিছিল, মানুহক শুৰেৰে দলিয়াই মাৰিছিল। এইবোৰ দেখি বদনৰ দুষ্ট পুতেকহঁতে হাঁহি হাঁহি মাটিত বাগৰি পৰিছিল।

বদন চন্দ্ৰৰ স্বেচ্ছাচাৰিতা দেখি গুৱাহাটীৰ পৰা তেওঁক ধৰি আনিবলৈ পূৰ্ণানন্দই মহেশ্বৰ পৰ্বতীয়া ফুকনক গুৱাহাটীলৈ পঠিয়ালে। কিন্তু ইতিমধ্যে বুঢ়াগোহাঁই ডাঙৰীয়াৰ বোৱাৰীয়েক পিজৌ গাভৰুয়ে দেউতাক বদন চন্দ্ৰক ধৰি আনিবলৈ মানুহ পঠিওৱাৰ কথা লিখি চিঠি এখন দিলে। চিঠিত জীয়েকৰ পৰা আগন্তুক বিপদৰ সম্ভাৱনা পাই বৰফুকন পলাই গ'ল, পুতেক দুজনক লগত লৈ। বদন চন্দ্ৰই কলিকতালৈ গৈ আহোম ৰাজ্যৰ বিৰুদ্ধে যুঁজ কৰিবলৈ ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড মেয়োক খাটনি ধৰিলে। কিন্তু সেই সময়ত ব্ৰিটিছ ৰাজৰ 'অন্যৰ ৰাজ্য সম্পৰ্কীয় কাৰ্যত হস্তক্ষেপ নকৰা নীতি' আছিল। সেইবাবে তেওঁ বদনক সহায় নকৰিলে। ঠিক সেই সময়তে কলিকতালৈ ব্ৰহ্মদেশৰ মান ৰজা এজনৰ কটকী আহিছিল। বদন চন্দ্ৰই কটকীজনৰ কাষ চাপি তেওঁৰ আগত তিলকে তাল কৰি অসমৰ দুৰৱস্থাৰ বিষয়ে কৈ সহায় ভিক্ষা কৰিলে। কটকীয়ে ব্ৰহ্মদেশলৈ বদনক লগত নিলে। তাৰ ৰজাই বদনৰ আবেদন মঞ্জুৰ কৰিলে আৰু কেইবাহেজাৰ সৈন্য লগত দি আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ালে। অজস্ৰ মান সেনাৰ বলেৰে বলীয়ান বদন চন্দ্ৰই ১৮১৬ চনত মুংকং, হুকুং আৰু মণিপুৰেদি যুদ্ধযাত্ৰা কৰি নামৰূপত ভৰি দিলে। যুঁজত আহোম সৈন্যক পৰাজিত কৰিলে। সেই সময়তে আহোম ৰাজ্যৰ ত্ৰাণকৰ্তা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰো মৃত্যু ঘটিল। পূৰ্ণানন্দৰ পুতেক ৰুচিনাথে 'বুঢ়াগোহাঁই'ৰ বাব লৈ মান সৈন্যক পুনৰ ভেটা দিলে। কিন্তু আকৌ আহোম সৈন্য পৰাজিত হ'ল। ৰুচিনাথে এইবাৰ ৰজা চন্দ্ৰকান্ত সিংহক গুৱাহাটীলৈ

পলাই যাবৰ বাবে অনুৰোধ কৰিলে। কিন্তু আত্মসন্মান নথকা ৰজা চন্দ্ৰকান্তই কৰিলে কি, ৰুচিনাথক পলাই যাবলৈ উচটাই নিজেই বদন আৰু মান সেনাৰ স'তে সন্ধি কৰিবলৈ তৎপৰ হ'ল।

মান সেনাই ৰাজ্যৰ জুৰুলা প্ৰজাৰ ওপৰত অত্যাচাৰ চলাই গ'ল। বদনে পুনৰ নিজকে 'বৰফুকন' ঘোষণা কৰি ৰাজ্যৰ সকলো ক্ষমতা নিজৰ হাতলৈ আনিলে আৰু চন্দ্ৰকান্ত সিংহ মাথো নামত ৰজা হৈ থাকিল। বদনে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰিয়ালৰ যাকে য'তে পায় হত্যা কৰিলে। মান সৈন্যবাহিনীক বহু টকা-পইচা আৰু অন্যান্য উপঢৌকন দিলে। তাৰ পাছত ১৮১৭ চনৰ এপ্ৰিল মাহত বয়-বস্তু, টকা-পইচা লৈ ভাৰে-ভেটিয়ে মান সৈন্য ব্ৰহ্মদেশলৈ গুচি গ'ল।

মান উলটি যোৱাৰ পাছত বদন চন্দ্ৰ বৰফুকন একছত্ৰী সম্ৰাটত পৰিণত হ'ল। ক্ষমতা বঢ়াৰ লগে লগে বদনৰ অত্যাচাৰৰ মাত্ৰাও চৰি আহিল। পাত্ৰমন্ত্ৰী, সাধাৰণ প্ৰজাৰ চকুৰ কুটা স্বৰূপ হ'ল বদন। আনকি চন্দ্ৰকান্ত ৰজাৰ মাতৃ ৰাজমাও দেউতাও বদনৰ বিৰুদ্ধে গোপনে নামি পৰিল। ৰাজমন্ত্ৰী পূৰ্ণানন্দৰ প্ৰতি ৰাজমাওৰ বৰ শ্ৰদ্ধা আছিল। বদনে তেওঁৰ পৰিয়াল সমন্বিতে বহু প্ৰজাক হত্যা-অত্যাচাৰ চলোৱা দেখি ৰাজমাও আইচু (দেউতা) স্থিৰে থাকিব নোৱাৰিলে। শেহত তেওঁ ৰূপসিং নামৰ হিন্দুস্তানী চিপাহী এজনৰ হতুৱাই দেশদ্ৰোহী বদন চন্দ্ৰক শৌচ কৰিবলৈ যাওঁতে হত্যা কৰালে। তাৰ পাছত লুকাই থকা ৰুচিনাথক ৰাজমাও দেউতাই মাতি পঠিয়ালে। কিন্তু চন্দ্ৰকান্তক বিশ্বাসত ল'ব নোৱাৰিলে ৰুচিনাথে।... কেইদিনমানৰ পাছত ৰাজেশ্বৰ সিংহৰ বংশৰ পুৰন্দৰ সিংহ কোঁৱৰক ৰজা পতাৰ ইচ্ছাৰে যোৰহাটলৈ লৈ আহিল। লুকু ডেকাফুকনক নগৰ গতাই দি চন্দ্ৰকান্ত পলাল। ডেকাফুকনৰ সৈতে ৰুচিনাথৰ সৰু-সুৰা যুদ্ধ লাগে, ৰণত ৰুচিনাথ বুঢ়াগোহাঁইয়ে সকলোৰে পৰা সন্মতি লৈ পুৰন্দৰক যুৱৰাজ আৰু চন্দ্ৰকান্তক মহাৰজা পাতিবলৈ তেওঁক মাতি পঠিয়ালে। কিন্তু চন্দ্ৰকান্তই ৰুচিনাথক বিশ্বাস নকৰিলে, ফলত পুৰন্দৰ সিংহ আহোম ৰাজপাটত উঠিল। পাছত পুৰন্দৰ সিংহৰ মানুহে চন্দ্ৰকান্তক ধৰি আনি সোঁকাণখন কাটি দিলে, যাতে অঙ্গক্ষত থকাৰ বাবে তেওঁ আহোম মতে ৰজা হ'ব নোৱাৰে।

ৰাজপাট হেৰুৱাই চন্দ্ৰকান্ত সিংহ বেছিদিন থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ বদন চন্দ্ৰ বৰফুকনৰ ফলীয়া কিছুমান মানুহক পুনৰ ব্ৰহ্মদেশলৈ পঠিয়ালে। সেই মানুহে বদন চন্দ্ৰৰ অপমৃত্যুৰ কথা আৰু ৰাজ্যৰ দুৰৱস্থাৰ বিষয়ে ব্ৰহ্মদেশৰ ৰজাক জনালে। মান ৰজাই প্ৰায় ত্ৰিছ হেজাৰ সৈন্যৰে সৈতে আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ ১৮১৯ চনত আলামিঙ্গি নামৰ সেনাপতি এজনক পঠিয়ালে।

যুদ্ধত আহোম সৈন্য পৰাজিত হোৱাত পুৰন্দৰ সিংহক লৈ ৰুচিনাথ সপৰিয়ালে গুৱাহাটীলৈ পলাই গ'ল। তাৰ পাছত মান সৈন্যই পুনৰ চন্দ্ৰকান্তক তলতীয়া ৰজা পাতিলে।

চন্দ্ৰকান্ত এইবাৰ পুতলা ৰজা হ'ল। সকলো ক্ষমতা ন্যস্ত হ'ল মান সেনাৰ ওপৰত। তেওঁলোকৰ বিৰুদ্ধে মাত মতাসকলৰ ওপৰত তীব্ৰ আতিশয্যা চলালে। পুৰন্দৰ সিংহকো বিচাৰি উলিয়াবলৈ মানুহ পঠিয়ালে মান সেনাই। পুৰন্দৰ পলাই গ'ল ৰংপুৰলৈ। তেওঁ আকৌ ইষ্ট ইণ্ডিয়া কোম্পানীক সহায়ৰ বাবে আবেদন জনালে। কোম্পানীয়ে যদি সৈন্য দিয়ে, তেন্তে সেইসকলৰ বেতনৰ পৰা আৰম্ভ কৰি যাবতীয় খা-খৰচ বহন কৰিব বুলি পুৰন্দৰে গাত ল'লে। মাথো সেয়াই নহয়, সিংহাসন যদি পুনৰুদ্ধাৰ কৰিব পাৰে তেন্তে কোম্পানীক বছৰি তিনি লাখ টকা দিবৰ বাবেও তেওঁ সঙ্কল্পবদ্ধ হ'ল। পুৰন্দৰৰ পাছত বুঢ়াগোহাঁইয়েও কলিকতালৈ গৈ অসমত হস্তক্ষেপ চলাবলৈ অনুৰোধ কৰিলে। কিন্তু পুৰন্দৰ আৰু বুঢ়াগোহাঁই কাৰো প্ৰতি সমবেদনা নেদেখুৱালে ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেলে। তেওঁলোকে বাৰে বাৰে ক'লে যে অন্যৰ ৰাজ্যত হস্তক্ষেপ কৰাটো ব্ৰিটিছৰ নীতি নহয়।

মান সেনাই পটল নামৰ এজন কছাৰী লোকক বৰবৰুৱাৰ পদ দিছিল। কিন্তু কিবা কাৰণত পটলৰ লগত মতান্তৰ হোৱাত মান সেনাই তেওঁক প্ৰাণদণ্ড দিলে। এই কথাত ৰজা চন্দ্ৰকান্তও চিন্তিত হৈ পৰিল। মান সেনাৰ ওপৰত তেওঁৰ বিশ্বাস লাহে লাহে কৰ্পূৰৰ দৰে উৰি যাবলৈ ধৰিলে। শঙ্কিত হৈ ৰজা চন্দ্ৰকান্তই মান সেনাৰ অলক্ষিতে অসম এৰি পলাবলৈ মনস্থ কৰিলে আৰু ৰাজধানী এৰি পলাই গ'ল। শেষত তেওঁ গুৱাহাটী হৈ ব্ৰিটিছ অধিকৃত অঞ্চলত প্ৰৱেশ কৰিলে। মান সেনাই চন্দ্ৰকান্তক আনিবলৈ বন্ধুসুলভভাৱে মানুহ পঠিয়ালে। কিন্তু চন্দ্ৰকান্ত মান্তি নোহোৱাত মান সেনাই য'তেই চন্দ্ৰকান্তৰ দৰদী লোকক পায়, ত'তেই হত্যা কৰিবলৈ ধৰিলে আৰু শেষত যোগেশ্বৰ নামৰ কোঁৱৰ এজনক আহোম ৰাজসিংহাসনত বহুৱালে। মাথো বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজত মোৱামৰীয়াসকলে বসবাস কৰা ঠাইখিনিৰ বাহিৰে সমগ্ৰ আহোম ৰাজ্যই মানসকলে অধিগ্ৰহণ কৰিলে। লাহে লাহে খাদ্যবস্তুৰ নাটনি হ'বলৈ ধৰাত মান সৈন্য বিভিন্ন ভাগত বিভক্ত হৈ খাদ্য সংগ্ৰহত লাগিল। সেই সুযোগতে চন্দ্ৰকান্তই লগৰীয়াসকলৰ সৈতে মানক আক্ৰমণ কৰিলে। কিন্তু চন্দ্ৰকান্ত পৰাজিত হৈ পলাই যাব লগা হ'ল।

তাৰ পাছত চন্দ্ৰকান্ত সিংহই প্ৰায় দুহেজাৰ শিখ, হিন্দুস্তানী আৰু স্থানীয় লোকেৰে সৈন্যবাহিনী গঠন কৰি মানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে আৰু আহোম ৰাজ্যৰ পশ্চিম অঞ্চলটো হস্তগত কৰিলে। আনফালে পুৰন্দৰ সিংহয়ো

ভূটান অধিকৃত দুৱাৰ অঞ্চলত সৈন্য সংগ্ৰহৰ কামত লাগিল। এইক্ষেত্ৰত ৰবাৰ্ট ব্ৰুচ্ নামৰ এজন ইংৰাজে তেওঁক সহায় কৰিলে। ১৮২১ চনৰ মে' মাহত পুৰন্দৰ সিংহ সৈন্য-সামন্তৰে সৈতে পশ্চিম অঞ্চলত সোমাব বিচাৰোতেই চন্দ্ৰকান্ত সিংহৰ বাহিনীয়ে তেওঁলোকক পৰাস্ত কৰিলে। কিন্তু সেই বছৰৰে ছেপ্টেম্বৰ মাহত মান সৈন্যই পুনৰ চন্দ্ৰকান্তক আক্ৰমণ কৰাত তিষ্ঠিব নোৱাৰি চন্দ্ৰকান্ত পলাই গ'ল। অৱশ্যে গোৱালপাৰাত তেওঁ পুনৰ সৈন্য আৰু অস্ত্ৰ সংগ্ৰহৰ কামত লাগিল আৰু ১৮২২ চনৰ জানুৱাৰী মাহত মান সৈন্যক পৰাজিত কৰি গুৱাহাটী পুনৰুদ্ধাৰ কৰিলে। কিন্তু তাৰ তিনি মাহৰ পাছতেই মিঙ্গিমাহা তিলোৱাৰ নেতৃত্বত মান সেনা অসমত প্ৰৱেশ কৰে আৰু জুন মাহত মিঙ্গিমাহাই চন্দ্ৰকান্ত সিংহৰ বাহিনীক পৰাজিত কৰে।

এইবাৰ অসমত মানৰ উৎপাত দুগুণে চৰি গ'ল। অসমীয়া মানুহৰ ওপৰত মানৰ এই অত্যাচাৰ অসমৰ ইতিহাসৰ আন কোনো ঘটনাৰ সৈতে তুলনা নহয়। নিৰ্জু অসমীয়া মানুহৰ ওপৰত অত্যাচাৰ চলাই মান সৈন্যই কাললৈ কুখ্যাতি ৰাখিলে। মান সৈন্যই এইবাৰ গোটেই অসম ৰাজ্য অধিকাৰ কৰি ব্ৰহ্মদেশৰ সৈতে চামিল কৰিবলৈ (১৮২৩ চন) কাছাৰ ৰাজ্য আক্ৰমণ কৰিলে। বৃটিছে কাছাৰ আক্ৰমণ নকৰিবলৈ মানক অনুৰোধ জনাইছিল। কিন্তু মানৰ প্ৰতাপ বাঢ়ি যোৱাত তেওঁলোকে এইবাৰ ব্ৰিটিছৰ গাতো হাত দিলে। চট্টগ্ৰামৰ ওচৰত ইংৰাজৰ খাচ দখলৰ শ্বাহপুৰ নামৰ এক অঞ্চল মান সৈন্যই হস্তগত কৰাৰ পাছত ইংৰাজ শাসক গৰজি উঠিল। ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টে ১৮২৪ চনত মানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। মানৰ বিৰুদ্ধে যুঁজ দিয়াত নিৰ্যাতিত অসমীয়া প্ৰজায়ো ইংৰাজক সহায় কৰিলে। যুদ্ধ চলিল বহুদিন ধৰি। ইংৰাজে লাহে লাহে মান সেনাক পৰাস্ত কৰি খেদি পঠিয়াবলৈ ল'লে। মানৰ ৰজাই পৰিস্থিতি বেয়া দেখি ইংৰাজৰ সৈতে সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়। ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীৰ দিনাখন মানৰ লগত ইয়াণ্ডাবু নামৰ ঠাইত ইংৰাজ আৰু মানৰ মাজত সন্ধিৰ প্ৰস্তাৱ হয়। এই 'ইয়াণ্ডাবু সন্ধি'ৰ চৰ্ত অনুসৰি ইংৰাজে মানৰ হাতৰ পৰা আৰাকান, মাৰ্টাবন, টেনাচোৰিম আৰু অসম দেশ লয়। ইয়াৰ লগে লগেই অসমত তিনি বছৰ ১০ মাহ ১৯ দিন ধৰি চলা মানৰ উৎপাতৰো অন্ত পৰে আৰু অসম দেশ ইংৰাজৰ হাতলৈ যায়।

চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ আৰু যোগেশ্বৰ সিংহৰ এই তিনিজনেই আহোম বংশৰ শেষ ৰজা। অৱশ্যে ১৮৩৩ চনৰ পহিলা ব'হাগত পুৰন্দৰ সিংহক ব্ৰিটিছসকলে উজনি অসম (পুৰণি শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা)ৰ ৰজা পাতে আৰু বছৰি ইংৰাজক ৫০ হেজাৰ টকা কৰ হিচাপে দিবলৈ কয়। তেনেদৰে কেইবাবছৰো ৰজা হৈ থকাৰ পাছত কৰ দিব নোৱৰা হোৱাত ১৮৩৮

চনত ইংৰাজে উজনি অসমৰ সম্পূৰ্ণ কৰ্তৃত্ব নিজৰ হাতলৈ নিয়ে।

ইংৰাজৰ হাতলৈ নিজৰ ৰাজ্য যোৱাৰ পাছত চন্দ্ৰকান্ত সিংহই মাহিলি পাঁচশ টকাকৈ ইংৰাজৰ পেঞ্চন ভোগ কৰি গুৱাহাটীতেই থাকিল আৰু তাতেই তেওঁৰ মৃত্যু হ'ল। অতি নাবালক অৱস্থাতে ৰজা হোৱা চন্দ্ৰকান্ত সিংহৰ গাত কিন্তু ৰাজসিক গুণ আছিল বুলিব নোৱাৰি। আমোদপ্ৰিয় এই ৰজাজন লাজকুৰীয়া আৰু দুৰ্বল আছিল।

চন্দ্ৰকান্ত সিংহৰ জীৱন বুৰঞ্জী আচলতে অসমত মান সৈন্যৰ তাণ্ডৱ আৰু ইংৰাজে অসম দখল কৰাৰহে ইতিহাস। বদন বৰফুকন, চন্দ্ৰকান্ত আৰু পুৰন্দৰৰ ভয়ঙ্কৰ স্বাৰ্থপৰতা, দুৰ্বলতা আৰু জনগণৰ প্ৰতি দায়িত্ববোধহীনতাৰ বাবেই চাওলুং চুকাফাই গঢ়ি তোলা বিশাল আৰু স্বাধীন আহোম ৰাজ্যৰ পতন ঘটিল। নিজৰ মাজৰ কাজিয়া নিজেই নিষ্পত্তি নকৰি ক্ষমতাৰ খকত বাহিৰৰ মান সেনা আনি বদনে কুলাঙ্গাৰ হিচাপে যুগলৈ খ্যাতি ৰাখিলে। মাথো কেইজনমান মানুহৰ আত্মস্বাৰ্থ সৰ্বস্বতাই কেনেকৈ এখন শক্তিশালী আৰু স্বাধীন ৰাজ্য নিমিষতে ভাঙি পেলায়, ১৮১০ চনৰ পৰা ১৮২৬ চনলৈ অসমত ঘটা ঘটনাবোৰ তাৰেই প্ৰমাণ।



(২৮)

# মণিৰাম দেৱান

অসমীয়া জাতিৰ এহেজাৰ বছৰীয়া ইতিহাসত মণিৰাম দেৱানৰ দৰে জটিল চৰিত্ৰৰ ব্যক্তি নাই বুলিলেও বাহুল্য কৰা নহয়। তেওঁ অসম ৰাজ্যৰ এনে সন্ধিক্ষণৰ সময়ছোৱাত জন্ম লৈছিল যে মণিৰামৰ দৰে অসম্ভৱ চোকা বুদ্ধিৰ আৰু উচ্চাকাংক্ষী ব্যক্তি এজন জটিলতাৰ আৱৰ্তত সোমাই থকাটোৱেই আছিল অতি স্বাভাৱিক। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ যোগেদি অসম ইংৰাজৰ হাতলৈ যোৱাৰ সময়ত মণিৰাম আছিল ২০ বছৰীয়া চফল ডেকা। সেই অৰ্থত অসমৰ ইতিহাসত আটাইতকৈ ঘটনাবহুল সময়ৰ সাক্ষী আছিল তেওঁ। আহোম ৰাজবংশই কেলঢোপ কেলঢোপকৈ ক্ৰমশঃ মৃত্যুমুখত পৰাৰ সময়ছোৱাত তেওঁ আছিল ৰজাৰ দুখৰ দিনৰ বন্ধু, আনফালে ইংৰাজ কোম্পানীয়ে অসম অধিকাৰ কৰাৰ সময়ছোৱাত তেওঁ আছিল এগৰাকী অন্যতম পৰামৰ্শদাতা। অৱশ্যে মণিৰামৰ এই দুই ভিন্নধৰ্মী চৰিত্ৰ পাছত একেটা বিন্দুত গৈ মিলিছিল। এই বিন্দুটো হ'ল আত্মপ্ৰেম, স্বজাতিপ্ৰেম আৰু সৰ্বশেষত দেশপ্ৰেম।

আজি মণিৰামৰ চৰিত্ৰটো বিতৰ্কিত। যদিও তেওঁৰ দেশপ্ৰেমকেই বহুতে সন্দেহৰ চকুৰে চায়, তথাপি আমি তেওঁৰ স্বজাতিপ্ৰেম আৰু দেশপ্ৰেমক অস্বীকাৰ কৰিব নোৱাৰো। হ'ব পাৰে তেওঁ জটিল চৰিত্ৰৰ, নহ'ব পাৰে তেওঁ 'নিভাঁজ' দেশপ্ৰেমিক; তথাপি তেওঁৰ সাহস আৰু উচ্চাকাংক্ষাত, অসম ৰাজ্যৰ প্ৰতি থকা কৰ্তব্যবোধ আৰু চূড়ান্তভাৱে প্ৰত্যাহ্বান গ্ৰহণ কৰিব পৰা চৰিত্ৰক আমি দেশপ্ৰেম বুলিয়েই ক'ম। তেওঁৰ 'ফাঁচি'ক আমি স্বজাতিৰ বাবে দিয়া আত্মবলিদান বুলিয়েই চিহ্নিত কৰিম। আটাইতকৈ জটিল চৰিত্ৰৰ এই 'অসমীয়া'ৰ জীৱনটো আমাৰ এই চুটি নিবন্ধত অতি সৰলভাৱেই ব্যাখ্যা কৰিম।

'কায়স্থ' জাতৰ মণিৰামৰ জন্ম হৈছিল ১৮০৬ চনৰ ১৭ এপ্ৰিলত। সেই সময়ত মণিৰামৰ দেউতাক আহোম ৰজা কমলেশ্বৰ সিংহৰ দোলাকাষৰীয়া বৰুৱা আছিল। মাথো মণিৰামৰ দেউতাক 'ৰামদত্ত'ই নহয়, মণিৰামৰ পূৰ্বপুৰুষে স্বৰ্গদেৱ চুহুংমুং ওৰফে দিহিঙীয়া ৰজাৰ (১৪৯৭-১৫৩৯) আহোম ৰজাৰ দিনতে কনৌজৰ পৰা অসমলৈ আহিছিল। তেওঁৰ পূৰ্বপুৰুষ গৌৰধ্বজ অসমলৈ আহিছিল মুছলমান সেনাপতি তুৰ্বকৰ সৈন্যদলৰ এজন সৈনিক হিচাপে। তেতিয়াৰে পৰা তেওঁ অসমত স্থায়ীভাৱে বসবাস কৰিবলৈ ল'লে।

তাৰ পাছৰ পৰা গৌৰধ্বজৰ উত্তৰসূৰিয়ে বিভিন্ন পদৰ ৰাজবিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। মণিৰামৰ পূৰ্বপুৰুষ আহোম ৰজা প্ৰতাপ সিংহৰ দিনত (১৬০৩-১৬৪১) 'চাংকাকতী' পৰ্যায়লৈ উন্নীত হৈছিল। তাৰ পাছতে অন্যান্য ৰাজকীয় পদমৰ্যাদা লাভ কৰা মণিৰাম দেৱানৰ পূৰ্বপুৰুষসকল অতি সম্ভ্ৰান্ত বুলি জনা গৈছিল, মণিৰামৰ মাতৃদেৱীও আছিল সম্ভ্ৰান্ত বাৰভূএগ বংশৰ জীয়ৰী।

মণিৰামৰ চাৰি বছৰ বয়সত চাৰিডীয়া ৰজা ১২ বছৰীয়া চন্দ্ৰকান্ত আহোম ৰাজপাটত উঠে। ১৮১৭ চনত মান সৈন্যই প্ৰথমবাৰৰ বাবে অসম আক্ৰমণ কৰা, চন্দ্ৰকান্ত সিংহই পুতলা ৰজা হোৱা, বদন বৰফুকনে চলোৱা অৰাজকতা, মাজতে ৰুচিনাথ বুঢ়াগোহাঞিৰ সহায়ত পুৰন্দৰ সিংহই ৰাজপাট দখল কৰা আদি আহোম ৰাজ্যৰ কালসন্ধিয়াৰ সময়ছোৱাত মণিৰাম ক্ৰমান্বয়ে শৈশৱৰ পৰা কৈশোৰলৈ উত্তীৰ্ণ হৈছিল। মানৰ তাণ্ডৱত যেতিয়া বহু আহোম বিষয়া পলাই গৈ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছিল, সেই সময়তে ৰামদত্ত দোলাকাষৰীয়া বৰুৱা বেঙ্গলৰ চিলমাৰীত আছিল। সেই ঠাইতেই মণিৰামৰ শিক্ষাৰ পাতনি হয়। দেউতাকে তেওঁক পঢ়ুৱাবৰ বাবে নবদ্বীপৰ এজন শিক্ষক নিয়োগ কৰিলে। পাছত চিলমাৰীৰ পৰা আহি গোৱালপাৰাত বেছ কিছুদিন থকা অৱস্থাত মণিৰামৰ বিদ্যা-শিক্ষাৰ পূৰ্ণতাপ্ৰাপ্তি ঘটে। তেওঁ ভূগোল, বুৰঞ্জী, ৰাজনীতি, অৰ্থনীতি আদি বিভিন্ন বিষয়ত পৰিপক্ক হৈ উঠিছিল অতি কম দিনতে। ইংৰাজ চাহাবসকলৰ দৃষ্টিত অতি চোকা মণিৰাম পৰিছিল গোৱালপাৰাত থকা সময়ছোৱাতে।....

গোৱালপাৰা চহৰ সেই সময়ত ইংৰাজ বণিকসকলৰ ব্যৱসায়ৰ এক অন্যতম কেন্দ্ৰ হৈ পৰিছিল। সেই সময়ত কিশোৰ মণিৰামৰ ব্ৰিটিছ বিষয়াসকলৰ সৈতে হলি-গলি আৰম্ভ হৈছিল আৰু চোকা বুদ্ধিৰ মণিৰামক তেওঁলোকে যথেষ্ট গুৰুত্ব দিছিল। ১৮২৪ চনত ব্ৰিটিছে বিষয়াসকলৰ সৈতে গুৱাহাটীলৈ আহিছিল। ভূগোলৰ যথেষ্ট জ্ঞান থকা মণিৰামে ব্ৰিটিছ গুৱাহাটী দখল কৰাৰ পাছত মণিৰামে ব্ৰিটিছ চাহাবসকলক অসমৰ বিভিন্ন ঠাইলৈ নিছিল। চিংফৌ আদিসহ বিভিন্ন জনজাতিৰ সৈতে সখ্যতা বৃদ্ধিৰ ক্ষেত্ৰত মণিৰামে ব্ৰিটিছসকলক বিভিন্ন ধৰণে সহায় কৰিছিল। লাহে লাহে ব্ৰিটিছসকলৰ বিশ্বাস আদায় কৰি মণিৰামে ব্ৰিটিছ শাসকৰ অধীনৰ তহচিলদাৰসহ অন্যান্য পদ লাভ কৰিবলৈ সমৰ্থ হৈছিল। ১৮৩৩ চনৰ পহিলা ব'হাগত পুৰন্দৰ সিংহক উজনি অসম (পুৰণি শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা)ৰ কৰতলীয়া ৰজা পাতে ব্ৰিটিছসকলে। মণিৰাম পুৰন্দৰ সিংহৰ ৰাজ্যৰ বৰভাণ্ডাৰী বা ঘাই মন্ত্ৰী নিযুক্ত হয়। তাৰ পাছৰে পৰা বিভিন্ন ক্ষেত্ৰত পুৰন্দৰ সিংহ আৰু ব্ৰিটিছৰ

যোগাযোগৰ মাধ্যম হৈছিল মণিৰাম।

১৮৩৯ চনত ব্রিটিছে মান খেদোতে দিয়া প্ৰতিশ্রুতি ভাঙিলে আৰু পুৰন্দৰ সিংহক কৰ দিব নোৱাৰাৰ অজুহাতত সিংহাসনৰ পৰা উচ্ছেদ কৰিলে। মাথো সিমানেই নহয় দেশৰ আও-ভাও নজনা আচহুৱা ব্রিটিছ কর্মচাৰী নিযুক্ত কৰি দেশত সুখ-শান্তি নোহোৱা কৰি বাইজক 'বৰ বাঘৰ পেটত' সুমুৱালে, চৰকাৰী খাজনা বঢ়াই আৰু কানি বিহ প্ৰচলন কৰি অসমীয়া জাতিটোক নিশকতীয়া কৰিলে। ৰাজকীয় ধর্ম প্রচাৰত কোম্পানী ঘৰীয়াক সহায় দিয়া হ'ল, দেশীয় শিক্ষা প্ৰসাৰৰ প্ৰচেষ্টাক ব্রিটিছে উৎসাহ দিয়ক চাৰি নিৰুৎসাহহে কৰিবলৈ ধৰিলে (বেণুধৰ শর্মা ৰচনাৱলী, তৃতীয় খণ্ড, পৃষ্ঠাঃ ২১)।

১৮২৩ চনত ব্রুচ্ছ চাহাব আহিল অসমলৈ। এইজনা চাহাবকে অসমৰ চাহৰ আবিষ্কাৰক বুলি কোৱা হয়। তেৱেঁই অসমৰ শদিয়া অঞ্চলত বনৰীয়া চাহ আবিষ্কাৰ কৰিছিল। ব্রুচ্ছৰ অন্যতম সহযোগী আছিল মণিৰাম। অৱশ্যে চেমুৱেল ৰেইল্ডন নামৰ এজন ইংৰাজ লোকে তেওঁৰ 'Tea in Assam' নামৰ গ্ৰন্থখনত মণিৰামকহে অসমৰ চাহৰ আচল আবিষ্কাৰক বুলি কৈছে। 'Tea Industry in India' নামৰ গ্ৰন্থত মণিৰাম দেৱান সম্পর্কত এইদৰে উল্লেখ আছেঃ The first attempt to Compete with the Britishers was made by Maniram Dewan, who is regarded as the first Indian discoverer of Indigenous tea plant is Assam. যি কি নহওক, অসমলৈ ডেৱিক স্কটৰ আগমনৰ পাছত ব্রিটিছ পুঁজিপতিসকলে ইয়াত চাহ বাগিচা পতাৰ সম্ভাৱনা দেখি আনন্দিত হৈ পৰিলেও দুৰ্গম অৰণ্য আৰু যাতায়াতৰ বিভিন্ন সমস্যা দেখি বিমোৰত পৰিছিল। ঠিক সেই সময়তে ইংৰাজক সহায় কৰাৰ প্ৰতিশ্ৰুতিৰে আগুৱাই গৈছিল মণিৰাম। মণিৰাম আগুৱাই গৈছিল ঠিকেই, কিন্তু তেওঁ নিজৰ স্বাৰ্থ পূৰণ কৰাৰ বাটটোহে মুকলি কৰিব বিচাৰিছিল। আসাম কোম্পানীৰ প্ৰতি অচলা ভক্তি দেখুৱাই তেওঁ ইংৰাজৰ পুঁজিৰে কিছু আগুৱাই যোৱাৰ কথা চিন্তা কৰিছিল। এইবোৰ ঘটনাত মণিৰামৰ কেতবোৰ অসম আৰু অসমীয়া বিৰোধী কাম-কাজৰ কথা স্পষ্টভাৱে ওলাই পৰে।..... হয়তো মণিৰামে ভাবিছিল যে ইংৰাজসকলৰ পৰা তেওঁ বহুতো কথা শিকিব লগা আছে। চূড়ান্ত সম্রাজ্যবাদী ব্রিটিছসকলে মানুহৰ সৈতে কেনেকৈ মিলা-মিচা কৰে, পুঁজিৰ বিনিয়োগ কিদৰে কৰে, থলুৱা উদ্যোগেৰে অসমক পূৰ্ণতাপ্ৰাপ্তি দিবৰ বাবে এইবোৰ কথা ভালদৰে জানি-বুজি লোৱা উচিত।

পুৰন্দৰ সিংহৰ ৰাজ্য যোৱাৰ পাছত ১৮৩৯ চনৰ জুন মাহত মণিৰাম আসাম কোম্পানীৰ দেৱান নিযুক্ত হ'ল। মণিৰামক দৰমহা দিয়া হৈছিল মাহিলি ছশ টকাকৈ। ব্রিটিছৰ অধীনত 'দেৱান' খাটি মণিৰাম নিশ্চয় সুখী হোৱা নাছিল।

নহ'লে অসম আৰু নিজৰ স্বাৰ্থত ইংৰাজসকল ক্ষুণ্ণ হোৱাকৈ তেওঁ কোনো কামেই নকৰিলেহেঁতেন। মণিৰামৰ জ্ঞান আৰু বুদ্ধিমত্তা দেখি প্ৰথমতে ইংৰাজীসকল তেওঁৰ প্ৰতি সহানুভূতিশীল হ'লেও ব্ৰিটিছৰ সৈতে ফেৰ মাৰি কাম কৰিব পৰা সাহস দেখি তেওঁলোকে ভয় খাইছিল। তাৰ পাছতে মণিৰামৰ বিৰুদ্ধে নানা কূট-কৌশলত ব্যস্ত হৈছিল ইংৰাজ। প্ৰচুৰ ভূ-সম্পত্তিৰ মালিক মণিৰামক অৰ্থনৈতিকভাৱে বিধ্বস্ত কৰিবৰ বাবে মাটিৰ খাজনা বৃদ্ধি কৰিলে। ফলত মণিৰামে দিবলগীয়া খাজনা পাঁচশ টকা হ'লগৈ। মণিৰামৰ দৰমহা প্ৰায় দুশ টকালৈ হ্ৰাস কৰা হ'ল।.. দেৱানৰ পদ হেৰুৱালে, মণিৰামৰ অধীনৰ মৌজা কাঢ়িলে। কিন্তু মণিৰাম নলৰিল।

ইতিমধ্যে মণিৰামে বাগিচা খোলাৰ কামত আগবাঢ়িছিল। সেই সময়ত পাঁচশ টকাৰ খাজনা ভৰি নিজাববীয়াকৈ চাহ বাগিচা পাতি কোম্পানীৰ সৈতে প্ৰতিদ্বন্দ্বিতাত নমাটো কম সাহসৰ কথা নহয়। মণিৰামে চাহ বাগিচা যাতে খুলিব নোৱাৰে, তাৰ বাবে ব্ৰিটিছসকলে বিভিন্ন কূট-কৌশল চলাবলৈ ল'লে। কিন্তু সকলোকে বিফল কৰিলে মণিৰামে। প্ৰায় এটা দহকৰ অক্লান্ত চেষ্টা আৰু অধ্যাৱসায়ৰ মূৰত মণিৰামৰ চাহ বাগিচাই ঠন ধৰি উঠিল। ব্ৰিটিছৰ আৰ্হিৰে চেংলুং আৰু চেনিমৰাত দুখন বাগিচা খোলে মণিৰামে। মণিৰামৰ উন্নতি দেখি ব্ৰিটিছসকলতো বাদেই আপোন মানুহবোৰেও তলে তলে তেওঁৰ বিৰুদ্ধে গৈছিল। উল্লেখ কৰা ভাল যে ১৮৫২ চনলৈকে শিৱসাগৰত গাইগুটীয়াকৈ পতা তিনিখন বাগিচাৰ দুখনেই আছিল মণিৰামৰ (এখন ব্ৰিটিছৰ)। মণিৰামে বিশ্বাস কৰিছিল যে ৰাজ্যখনক উন্নতিৰ খোজলৈ আগুৱাই নিবলৈ হ'লে বিভিন্ন উদ্যোগ আৰু কৃষি ক্ষেত্ৰৰ উৎপাদন বঢ়াব লাগিব। তদুপৰি ৰাষ্ট্ৰ এখন স্বতন্ত্ৰীয়াকৈ সমৃদ্ধিশালী আৰু আত্মনিৰ্ভৰশীল কৰিবলৈ হ'লে বাহিৰা ৰাজ্যৰ সৈতে সম্পৰ্কটো যিমানেই হ্ৰাস কৰিব পাৰি, সিমানেই স্বাধীনতাৰ স্থায়িত্ব নিৰাপদ। সেইবাবে বয়স বাঢ়ি যোৱাৰ লগে লগে মণিৰামৰ ইংৰাজ বিদ্বেষ বাঢ়ি গৈছিল আৰু তেওঁলোকৰ সৈতে তীব্ৰ প্ৰতিদ্বন্দ্বিতাত নামিছিল।

মাথো ভূগোল আৰু বুৰঞ্জীতেই নহয়, চাহখেতিৰ ওপৰতো মণিৰামৰ জ্ঞান যথেষ্ট বাঢ়িছিল। মনপুতি তেওঁ বিভিন্ন কিতাপ-পত্ৰ পঢ়িছিল। অৰ্থনীতি বিষয়ক বিশ্বাসো তেওঁৰ দৃঢ় আছিল। মণিৰামে নিজৰ বাগিচা দুখনত উৎপাদিত চাহপাত বাহিৰলৈ নপঠিয়াই অসমতে বিক্ৰী কৰাৰ বাবে এক বৃহৎ বজাৰ গঠনৰ বাবে তৎপৰ হৈছিল। সেই সময়ত স্থানীয় লোক আৰু নগাসকলৰ মাজত পানীয় হিচাপে চাহ যথেষ্ট জনপ্ৰিয় হৈছিল। এইদৰেই মণিৰাম বিচক্ষণ ৰাজকৰ্মীৰ পৰা লাহে লাহে পুঁজিপতিৰ শাৰীলৈ উত্তীৰ্ণ হৈছিল আৰু ব্ৰিটিছৰ সৈতে ফেৰ মাৰিছিল। তেৱেঁই চাহ বাগিচাৰ প্ৰথম ভাৰতীয় মালিক। কিন্তু

ইংৰাজৰ স্বাৰ্থপৰতা, কু-অভিসন্ধি দেখি সাহসী, বিচক্ষণ আৰু স্বাধীনতাপ্ৰিয় মণিৰামে চাহৰ ব্যৱসায়তে ব্যস্ত নাথাকি অসমৰ স্বাধীনতাৰ বাবেও আগবাঢ়ি আহিছিল।

বৰভাণ্ডাৰ বা দেৱান হৈ থকা দিনৰে পৰা মণিৰাম আছিল যথেষ্ট জনপ্ৰিয়। কলিতা ৰজা হিচাপে খ্যাত মণিৰামক বহুতে আচল ৰজা বুলিয়েই জ্ঞান কৰিছিল। দেৱানক সেই সময়ত দাঁতি-কাষৰীয়া নগা, মিৰি, চিংফৌ আৰু ফাকেয়ালবোৰে দেৱতা দেখাদি দেখিছিল। মণিৰামো আছিল জনজাতিসকলৰ প্ৰতি অতিশয় শুভাকাংক্ষী। মিলচ চাহাবৰ হাতত দিয়া আবেদনত দেৱানে অসমৰ জনজাতিসকলৰ সপক্ষে পৰামৰ্শ আগবঢ়াইছিল এইদৰে ঃ ১৭টা পৰ্বতীয়া জাতি আৰু তেওঁবিলাকৰ চৌতাং কটকীসকলক ৰজাৰ দিনত যি খাল-পাম-বিল আৰু বঁটা-বাহন দিয়া হৈছিল, সেইবোৰ এতিয়া কোম্পানীৰ দিনত ৰহিত কৰা হ'ল। সেয়া উচিত হোৱা নাই.....।

মণিৰামে অসমত আহোম ৰজাৰ শাসন দেখিছিল, মানৰ উপদ্ৰৱ দেখিছিল আৰু ব্ৰিটিছ আগমনৰো তেওঁ আছিল অন্যতম সাক্ষী। অসম বুৰঞ্জীৰ এই বিভিন্ন চাকনৈয়াৰ অভিজ্ঞতা আৰু ইতিমধ্যে ৰচিত অসমৰ বুৰঞ্জী পঢ়ি তেওঁ অসমৰ ইতিহাস লিখিবলৈ মনস্থ কৰিলে। বহু ঐতিহাসিক তথ্য গোটাই আৰু নিজৰ অভিজ্ঞতাক সজীৱ কৰি তেওঁ বুৰঞ্জী লিখিবলৈ বহিল আৰু 'বুৰঞ্জী বিবেকৰত্ন' নামৰ এখন গ্ৰন্থও লিখি উলিয়াইছিল। তেওঁৰ এই বুৰঞ্জীত ৰজা-মন্ত্ৰী, সত্ৰ-সভাৰ বিভিন্ন বৰ্ণনাৰ লগতে সাধাৰণ মানুহৰ কথা আৰু অতি লাগতিয়াল সৰু সৰু আখ্যানবোৰেও ঠাই পাইছিল।

চাহ বাগিচা পাতি আৰু নিজৰ বাবে পুঁজি সংগ্ৰহৰ কামতে ব্যস্ত নাথাকি পৰাধীন অসমক স্বাধীন কৰাৰ ক্ষেত্ৰতো তেওঁ আগবাঢ়িল। তেওঁ কলিকতাত থকা ইংৰাজ বিচাৰপতিৰ ওচৰত দাবী জনালে যে যুৱৰাজ ঘনকান্ত সিংহক ৰজা পাতি আহোম শাসন পুনৰ প্ৰৱৰ্তন কৰা উচিত। গোৰা চাহাবক জিলাধিপতি পাতিব নালাগে। সৰু পঞ্চায়ত, বৰ পঞ্চায়ত আৰু চৰাচৰি পঞ্চায়তৰ দ্বাৰাহে বিচাৰ কাৰ্য চলাব লাগে। ২০ বছৰৰ ভিতৰত অসমৰ পৰা কানি বৰবিহ নিৰ্মূল কৰিব লাগে। পৰ্বতীয়া জাতিবোৰৰ মাজত কন্দল লগোৱাটো বন্ধ কৰিব লাগে। দেশত শিল্প-বিদ্যা, বেহা-বেপাৰ, বাঢ়ৈ-খনিকৰী বিদ্যাৰ প্ৰসাৰ কৰাত উৎসাহ দিব লাগে। ১৮৫৩ চনত মণিৰামে এই কথাও ঘোষণা কৰিলে যে সাধাৰণ প্ৰজাক যদি ন্যায়-ধৰ্মমতে পালন কৰা নহয়, তেন্তে এসময়ত নহয় এসময়ত ইয়াৰ পোটক তোলা হ'ব। এদিন মণিৰামে যি ইংৰাজৰ প্ৰতিশ্ৰুতিত মুগ্ধ হৈ তেওঁলোকৰ সৈতে সহযোগ কৰিছিল, পাছত সেই ইংৰাজেই ন্যায়বাদী আৰু স্বাধীনতাপ্ৰিয় মণিৰামক বিধ্বস্ত কৰাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈছিল।

১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ আগে আগে সমগ্ৰ ভাৰতবৰ্ষত গুঞ্জৰিত হোৱা স্বাধীনতাৰ প্ৰতিধ্বনি অসমতো শুনা গৈছিল। কোৱা বাহুল্য যে সঘনে কলিকতালৈ যোৱা আৰু ভাৰতৰ সকলো ঠাইৰে খবৰ ৰখা মণিৰামেই এই প্ৰতিধ্বনি বিয়পাইছিল। ঐতিহাসিক বেণুধৰ শৰ্মাই 'মণিৰাম দেৱান' নামৰ গ্ৰন্থখনত লিখিছে—"বিদ্ৰোহৰ বাহিৰত বা দিওতা মণিৰামৰ সৌহাত পিয়লি বা মহেশচন্দ্ৰ গাভৰু মেলীয়া বৰুৱা, বাহাদুৰ গাঁওবুঢ়া খনিকৰ, দুতিৰাম বৰুৱা, মধুৰাম কোঁচ আদি কৰি ৩০ গৰাকী লোকৰ বিৰুদ্ধে ব্ৰিটিছৰ চোৰাংচোৱাসকলে স্বধৰ্ম আৰু স্বৰাজ্য প্ৰতিষ্ঠা কৰা বিপ্লৱত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰাৰ প্ৰমাণ দিলে। আদালতত এওঁলোকৰ বিচাৰ হ'ল। প্ৰথম জগৰীয়া বুলি ঠাৱৰ কৰা হ'ল আহোম ৰাজবংশৰ কন্দৰ্পেশ্বৰ সিংহক। এওঁক আলিপুৰ জেললৈ পঠিওৱা হ'ল। দ্বিতীয় আচামী মধুৰাম কোঁচে সাত বছৰৰ কাৰাদণ্ড মূৰ পাতি ল'লে। তৃতীয় আচামী হ'ল পিয়লি বৰুৱা। স্বাধীনতা যুদ্ধৰ ঘাই মস্তিষ্ক মণিৰাম দেৱানে জপা মন্ত্ৰ আৰু পঙা পৰিকল্পনাখিনি যাৰ মুখ-হাতেদি কেওফালে প্ৰচাৰ হৈছিল তেৱেঁই পিয়লি বৰুৱা। চতুৰ্থজন আচামী হিচাপে অভিযুক্ত হ'ল মণিৰাম দেৱান।"

অসমত ইংৰাজৰ বিৰুদ্ধে লাগি পৰা স্বাধীনতাপ্ৰেমীক নিঃশেষ কৰিবৰ বাবেই যোৰহাটত বিচাৰৰ ভেঁকো-ভাওনা চলিল। ১৮৫৮ চনৰ ৩০ জানুৱাৰীত মধুৰাম কোঁচৰ আৰু ন ফেব্ৰুৱাৰী তাৰিখে পিয়লি বৰুৱাৰ বিচাৰ শেষ হ'ল। তাৰ পাছত ফেব্ৰুৱাৰীৰ শেষৰ ফালে মণিৰাম দেৱানক আলিপুৰৰ পৰা জাহাজেৰে যোৰহাটলৈ অনা হ'ল। ২৩ ফেব্ৰুৱাৰী তাৰিখে যোৰহাটত সামৰিক আদালত পাতি কেপ্তেইন হলৰয়ডে ৰায় দিলে যে ইংৰাজ দ্ৰোহী মণিৰাম দেৱানক ফাঁচি দিব লাগে। ৫২ বছৰীয়া মণিৰামৰ লগতে ইতিমধ্যে মৃত্যুদণ্ডৰ আদেশ স্থিৰ হৈ থকা পিয়লিকো একেলগে ২৬ ফেব্ৰুৱাৰীত ফাঁচি দিবৰ বাবে ইংৰাজ বাহিনী সাজু হ'ল।

আসন্ন মৃত্যুৰ বজ্ৰাঘাত বাতৰি মণিৰামৰ মন কিঞ্চিতমানো বিচলিত হোৱা নাছিল। 'জন্ম হ'লে মৃত্যু অনিবাৰ্য' সেই কথা অন্তৰেৰে বিশ্বাস কৰা মণিৰামক সেই কেইদিনত যি মানুহে দেখিছিল, তেওঁলোকে ধীৰ-গম্ভীৰ, দয়া-ক্ষমাৰ এখনি মুখ বৈ থকা দেখা পাইছিল। ফাঁচিৰ আগদিনা পুতেক এজনে দেখা কৰিবলৈ অহাত মণিৰামে কৈছিল—"কাইলৈ মোৰ নশ্বৰ দেহা এৰা পৰিব। তইঁতে একো বেজাৰ নকৰিবি। তইঁতে ভাই-ককাই কেউটি মিলা-প্ৰীতিৰে থাকিবি। চেংলুং আৰু চেনিমৰা বাগিচা দুখনকে সোণৰ গছ বুলি ভাবিবি।"

অৱশেষত ফাঁচিৰ দিন ২৬ ফেব্ৰুৱাৰী আহিল। মাথো যোৰহাটৰে নহয়, ৰংপুৰ, গোলাঘাট, মাজুলীৰ পৰা হেজাৰ হেজাৰ মানুহ আহি দিছে পাৰৰ

(যোৰহাট) আলি-পদূলিত হুৱা-দুৱা লগালেহি। ফাঁচি কাঠলৈ উঠি যোৱাৰ ঠিক আগেয়েও মণিৰামৰ হাতত দেখা গ'ল ধোঁৱা খোৱাটো। তেওঁৰ মন আছিল চিৰ প্ৰফুল্ল। অন্তিম সময়ত ধোঁৱা খোৱাটোত কেইহুপামান মাৰি সেইটো দাৰোগাৰ হাতত দি চাওঁৰ পৰাই সমবেত প্ৰজাসকললৈ চাই ক্ষমা খুজিলে--
-"হে প্ৰজাসকল, মই বিষয়া হৈ থাকোতে মোৰ পৰা তোমালোকে যি দুখ-বেজাৰ পাইছিলা, এনে সময়ত সেই সকলোবোৰ তোমালোকে ক্ষমা কৰি দিব লাগে।"



এয়াই হয়তো প্ৰায়শ্চিত্ত! ইংৰাজৰ সৈতে সহযোগ কৰি (সেয়া যি কাৰণতেই নহওক কিয়) যদি মণিৰামে কিবা দোষ কৰিছিল, তেন্তে তেওঁ তাৰ প্ৰায়শ্চিত্ত কৰিলে। প্ৰথমছোৱাৰ দৰে যদি মণিৰামে ইংৰাজৰ সৈতে সহযোগ কৰি থাকিলেহেঁতেন তেন্তে তেওঁ আনন্দ, সম্ভোগেৰে এক দীঘলীয়া জীৱনৰ অধিকাৰী হ'লহেঁতেন। কিন্তু তেওঁৰ উচ্চাকাঙ্খা, বিচক্ষণতা, সাহস আৰু স্বাধীনতাৰ প্ৰতি থকা আস্থাৰ বাবেই এসময়ৰ অতি সমৃদ্ধিশালী মণিৰামে মাথো ৫২ বছৰ বয়সতে ফাঁচি কাঠত উঠিবলৈ ভয় নকৰিলে। জটিল চৰিত্ৰৰ মানুহ মণিৰাম। কিন্তু তেওঁৰ একাগ্ৰতা আৰু পৰিশ্ৰমক, স্বদেশ প্ৰেমক, স্বাধীনতাৰ প্ৰতি আকাংক্ষিত মনটোক আমি জটিলতাৰ জালত আবদ্ধ কৰি ৰখাটো উচিত নহয়।



## (২৯)

# আনন্দৰাম ঢেকিয়াল ফুকন

মাথো ২৯ বছৰীয়া জীৱনকালত এগৰাকী মানুহে কিমান কাম সম্পন্ন কৰি থৈ যাব পাৰে বাৰু? বহু মানুহৰ সেই বয়সলৈ ঠিকেই কৰা নহয়গৈ যে জীৱনত তেওঁ কি কৰিব? অথচ আনন্দৰাম ঢেকিয়াল ফুকনে ২৯ বছৰ ন মাহ ২৯ দিনৰ জীৱনকালতে অসমীয়া ভাষা-সাহিত্যলৈ, প্ৰশাসন যন্ত্ৰলৈ যি অৰিহণা যোগালে, সেয়া অসমীয়া জাতিয়ে চিৰদিন সুঁৱৰি থাকিব। বেণুধৰ শৰ্মাৰ মতে—'ইন্দ্ৰ যজ্ঞ নকৰি তেওঁক অসন্তুষ্ট কৰা বাবে ইন্দ্ৰই যেতিয়া বৃন্দাবনবাসীসকলক শিলাবৃষ্টি কৰি মাৰি পেলাব খুজিছিল, তেতিয়া শ্ৰীকৃষ্ণই যেনেকৈ গোৱৰ্দ্ধন পৰ্বত ধৰি গোপবৃন্দক ৰক্ষা কৰিলে, অসমীয়া আৰু বঙলা একে বুলি কোম্পানীদিনীয়া শাসনাধিকাৰৰ চাহাববিলাকে অনুগত অনুচৰবৰ্গৰ সৈতে গোট খাই অসমীয়া ভাষাক যমৰ দুৱাৰডলিলৈ পঠিয়াই বঙালীক বৰপীৰা পাৰি দি অসমীয়া জাতিটোক মাৰিব খুজিছিল, তেতিয়া মাৰ্কিন দেশীয় পাদুৰীৰে সৈতে গোট খাই, শানিত অস্ত্ৰতকৈও চাৰ লিখাৰ বলেৰে আনন্দৰাম ঢেকিয়াল ফুকনেই গোৱৰ্দ্ধন পৰ্বত ধৰি থাকি অসমীয়া ভাষা আৰু জাতিটোক যমৰ দুৱাৰৰ পৰা টানি আনি ৰক্ষা কৰিলে।"

আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হৈছিল ১৭৫১ শকৰ সাত আহিনত (১৮২৯ খ্ৰীষ্টাব্দ)। তেওঁ অসমৰ ঐতিহ্যপূৰ্ণ পৰিয়ালৰ সন্তান। আনন্দৰাম হাদিৰাচকীৰ মুখ্য বিষয়া পৰশুৰাম বৰুৱাৰ নাতি আৰু অসমৰ প্ৰথম হিন্দু এছিষ্টেণ্ট মেজিষ্ট্ৰেট হলিৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ আছিল। হলিৰাম ঢেকিয়ালৰ শৰীৰ ৰুগ্ন আছিল। 'বাত'ৰ বেমাৰেও তেওঁক অতিশয় কষ্ট দিছিল। কামাখ্যা মন্দিৰত সোণৰ কলহ দান দিয়া হলিৰামে মৃত্যুৰ ঠিক আগে আগে পুত্ৰ আনন্দৰাম আৰু প্ৰথমা পত্নী প্ৰসূতী দেৱীক লৈ উমানন্দত থাকি তাৰ পৰাই নাৱেৰে কাছাৰীলৈ অহা-যোৱা কৰিছিল। তেতিয়াই ১৭৫৪ চনৰ ১১ শাওণত হলিৰামৰ উমানন্দতেই মৃত্যু হয়। সেই সময়ত আনন্দৰামৰ বয়স মাথো তিনি বছৰ আছিল।

আনন্দৰাম সৰুৰে পৰা অতি চোকা বুদ্ধিৰ ল'ৰা আছিল। প্ৰথমতে তেওঁ 'সংস্কৃত' শিক্ষাত মনোনিবেশ কৰিলে আৰু অলপ দিনৰ ভিতৰতে সংস্কৃত সাহিত্যত পাৰ্গত হোৱাৰ পাছত সেইকালৰ ইংৰাজ বিষয়াসকলৰ উৎসাহত তেওঁ ইংৰাজী ভাষাৰ শিক্ষা গ্ৰহণ কৰিবলৈ ইচ্ছুক হ'ল। পাছত সংস্কৃত আৰু

ইংৰাজী, এই দুই ভাষাতেই উচ্চ শিক্ষা লাভ কৰিবৰ নিমিত্তে কলিকতাৰ 'হিন্দু কলেজ'ত নামভৰ্তি কৰিলে। হিন্দু কলেজত শিক্ষা লাভৰ ক্ষেত্ৰত সেই সময়ৰ অসমৰ কমিছনাৰ জেনেৰেল জেনকিন্স চাহাবে আনন্দৰামক সকলো ফালেদি সহায় কৰিছিল। হিন্দু কলেজত তিনি বছৰ শিক্ষা লাভ কৰি আনন্দৰাম ইংৰাজী আৰু সংস্কৃত ভাষা-সাহিত্যৰ এগৰাকী বিদগ্ধ লোক হৈ অসমলৈ উভতি আহিল।

অসমলৈ আহি আনন্দৰামে প্ৰথমে গুৱাহাটীৰ সদৰামীনৰ আদালতত কিছুকাল প্ৰশাসনীয় কাম-কাজ শিকে। তাৰ পাছত তেওঁ নলবাৰীত 'চৌধুৰী' পদত নিযুক্ত হয়। এই সময়ত চৰকাৰী কামবোৰত বিশেষভাৱে পাৰ্গত হোৱাৰ পাছত তেওঁক নগাঁও জিলাত এছিষ্টেণ্ট কমিছনাৰৰ বিষয়বাব দিয়া হ'ল। সেই সময়ত ইংৰাজ চৰকাৰৰ ওচৰত তেওঁ এনেদৰে বিশ্বাসী হৈ উঠিছিল যে তেওঁ সমগ্ৰ জিলাৰ অধিপতি (উপায়ুক্ত) পৰ্যন্ত হৈছিলগৈ। আনকি ১৮৫৭ খ্ৰীষ্টাব্দত সমগ্ৰ ভাৰতবৰ্ষত যেতিয়া চিপাহী বিদ্ৰোহৰ জুই জ্বলিছিল, অসমতো যি সময়ত পিয়লি ফুকন, মণিৰাম দেৱান, মধুৰাম কোঁচ আদিয়ে বিদ্ৰোহ ঘোষণা কৰিছিল, যি সময়ত অসমীয়া আৰু ভাৰতীয় মানুহ মাত্ৰেই অবিশ্বাসী বুলি ইংৰাজে ভাবিবলৈ লৈছিল, সেই সময়তো আনন্দৰামক নগাঁও জিলাৰ শাসনভাৰ অকলশৰীয়াকৈ দিয়া হৈছিল। এই অতিপাত ইংৰাজ ভক্তিয়েও তেওঁক যে অসমীয়া বিদ্বেষীৰ শাৰীলৈ নিয়া নাছিল, তাতেই আনন্দৰামৰ কৃতিত্ব ওলাই পৰে। ইংৰাজ চৰকাৰৰ স্বাৰ্থৰ অনুকূলে গৈ তেওঁ কেতিয়াও অসমীয়াৰ বিৰুদ্ধে কাম কৰা নাছিল। বৰং ইংৰাজ চৰকাৰৰ অধীনত কাম কৰি অঞ্চলটোৰ মানুহখিনিৰ কেনেকৈ উপকাৰ কৰিব পৰা যায়, সেয়াহে চিন্তা কৰিছিল। সেইবাবেই এছিষ্টেণ্ট কমিছনাৰৰ পদত থাকোতেই আনন্দৰাম ঢেকিয়াল ফুকনৰ যশস্যা চাৰিওফালে বিয়পি পৰিছিল। ইংৰাজ চাহাবৰ তেওঁ যেনে বিশ্বাসী আছিল, তেনেদৰে অসমীয়া মানুহখিনিৰো তেওঁ আছিল বিধাতা স্বৰূপ।

অসাধাৰণ পুৰুষ আনন্দৰামক অসমৰ কমিছনাৰ কৰ্ণেল হপকিন্সন চাহাবে স্বীকৃতি দিছিল বিখ্যাত সমাজ সংস্কাৰক ৰাজা ৰামমোহন ৰায়ৰ সৈতে তুলনা কৰি। তেওঁ কৈছিল—"বঙ্গদেশত ৰাজা ৰামমোহন ৰায় যেনে, অসম দেশত আনন্দৰাম ঢেকিয়াল ফুকনো তেনে। কিন্তু বঙ্গ আৰু অসমৰ সেইকালৰ অৱস্থাৰ হীন-ডেৰিলৈ চাই ৰামমোহনতকৈও আনন্দৰামক ওখ-অসাধাৰণ পুৰুষ বুলিব লাগে।"

আনন্দৰাম অহৰহ নিজৰ মৰ্যাদাৰ প্ৰতি সচেতন আছিল। ইংৰাজৰ চাকৰিত নিজৰ যোগ্যতা প্ৰদৰ্শন কৰি উচ্চপদস্থ বিষয়াত পৰিণত হোৱাৰ লগতে নিজৰ ৰাজ্যখনৰ লগতে স্বজাতিৰ মুক্তিৰ প্ৰতি তেওঁ আছিল অহৰহ সচেতন। তেওঁ

আত্মপ্ৰতিষ্ঠাৰ বাবে কাৰো ওচৰত নতশিৰ হোৱা নাছিল বৰং নিজৰ যোগ্যতা প্ৰদৰ্শনৰ বাবেহে তেওঁ আছিল চূড়ান্তভাৱে আগ্ৰহী।

'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' প্ৰণেতা গুণাভিৰাম বৰুৱাৰ মতে, ফুকনে নগাঁৱত প্ৰথমে ষ্টিং চাহাবৰ ছুটীত ছাব-এছিষ্টেণ্ট কমিছনাৰৰ পদত কাম আৰম্ভ কৰে ১৮৫০ চনৰ ১১ নৱেম্বৰৰ পৰা। সেই সময়ৰ নগাঁৱৰ মুখ্য এছিষ্টেণ্ট কমিছনাৰ মেজৰ জন বাটলাৰ নগা পাহাৰলৈ যাবলগীয়া হোৱাত ঢেকিয়াল ফুকনেই জিলাখনৰ কোষাগাৰৰো দায়িত্ব আৰু যাবতীয় প্ৰশাসনিক ভাৰো ১৮৫১ চনৰ জানুৱাৰী মাহলৈ ল'ব লগা হয়। ১৮৫৩ চনৰ জুলাই মাহত দ্বিতীয়বাৰৰ বাবে ঢেকিয়াল ফুকনক ছাব-এছিষ্টেণ্ট কমিছনাৰ হিচাপে নিযুক্তি দিয়া হয় ষ্ট্ৰং চাহাবৰ মৃত্যুত। ১৮৫৪ চনৰ মাৰ্চ মাহত মেজৰ জন বাটলাৰ গুৱাহাটীলৈ ডেপুটি কমিছনাৰৰ ৰূপত বদলি হৈ অহাৰ বাবে ফুকনে আকৌ জিলাৰ সম্পূৰ্ণ দায়িত্ব পালে। ১৮৫৪ চনৰে এপ্ৰিল মাহত নগাঁৱত ফুকনক জুনিয়ৰ এছিষ্টেণ্ট আৰু সদৰামীনৰ ক্ষমতা দিয়া হয়। তেনেদৰে জীৱনৰ শেষ মুহূৰ্তলৈ ঢেকিয়াল ফুকনে নগাঁৱত নিজৰ প্ৰশাসনীয় কাম-কাজ চলাই যায়।..... তেতিয়া ব্ৰিটিছ চৰকাৰৰ শাসন বৰ কঠোৰ আছিল। কিন্তু প্ৰশাসনীয় বিষয়া হিচাপে ঢেকিয়াল ফুকন বৰ কঠোৰ নাছিল। কাৰণ তেওঁ ভাবিছিল, যি মানুহে শাস্তিলৈ ভয় কৰে, সি অলপ শাস্তিৰেই সংশোধিত হ'ব আৰু যাৰ শাস্তিলৈ ভয় নাই, তাক যিমান শাস্তি দিলেও কামত নাহে। ব্ৰিটিছ চৰকাৰৰ অধীনৰ প্ৰায় উপায়ুক্তৰ মৰ্যাদাৰ চাকৰি কৰা সেই সময়ৰ একমাত্ৰ অসমীয়া আনন্দৰাম ঢেকিয়াল ফুকনৰ নমনীয় চিন্তা-চৰ্চাই তেওঁৰ মহানতাকে প্ৰদৰ্শন কৰে।

আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনকালত সঁচাই অসমীয়া জাতি গভীৰ নিদ্ৰাত আছিল। মণিৰাম, পিয়লি আদি দুই-এজনে অসমীয়া জাতিক ৰাজনৈতিকভাৱে স্বাধীন কৰিবলৈ বিচাৰিলেও আনন্দৰামে মনে-প্ৰাণে কামনা কৰিছিল যে অসমীয়াসকল প্ৰথমে অৰ্থনৈতিক দিশ আৰু চিন্তা-চৰ্চাৰ যোগেদি স্বাধীন হোৱা উচিত। সেই সময়ত উচ্চপদত অধিষ্ঠিত আনন্দৰামক বহু অসমীয়াই ঈৰ্ষা কৰিছিল আৰু সাধাৰণ লোকক আনন্দৰামৰ বিৰুদ্ধে উচটাইছিল। কিন্তু ঢেকিয়াল ফুকনে এই সৰু সৰু কথাবোৰলৈ কাহানিও কাণ দিয়া নাছিল। আনন্দৰামে অসমীয়া সমাজখনক বৰ আদৰ আৰু আন্তৰিকতাৰে গ্ৰহণ কৰিবলৈ চেষ্টা কৰিছিল। সমাজখনৰ এলান্ধুকলীয়া কু-সংস্কাৰ ধ্বংস কৰি ঠেক গণ্ডীত আবদ্ধ চিন্তা-চেতনাবোৰক মহৎ আৰু বিস্তৃত কৰিবলৈ বিচাৰিছিল। অৱশ্যে তেওঁৰ বিশ্বাস আছিল যে এদিনতে এই চেতনাৰ বিস্তৃতি সম্ভৱ নহয়। তাৰ বাবে এক দীৰ্ঘসূত্ৰী প্ৰক্ৰিয়াৰ প্ৰয়োজন। কিন্তু এই

দীৰ্ঘসূত্ৰী প্ৰক্ৰিয়া চলাই নিবলৈ আনন্দৰাম জীয়াই থকা নাছিল।...

গুণাভিৰাম বৰুৱাই আনন্দৰাম ঢেকিয়াল ফুকনৰ বিষয়ে লিখিছে— "ফুকনে সামাজিকতা বৰ আদৰ কৰিছিল। যাক যেনেকৈ সম্ভ্ৰম কৰিব লাগে, তাক তেনেকৈ কৰিছিল। সমাজত হুলস্থূল লগাবলৈ তেওঁৰ ইচ্ছা নাই, এই কাৰণে তেওঁ প্ৰাচীন নিয়ম যিমান পাৰিছিল, তাক সকলো বিষয়তে চলাইছিল। আউনীআটীয়া গোসাঁইৰ তালৈ সাক্ষাৎ কৰিবলৈ যোৱাত তেওঁক কলপাত এখনত বহিবলৈ দিয়া হৈছিল আৰু তাতে তেওঁ বহিল। তেওঁৰ এই মত আছিল যে কোনো লোকৰ ঘৰলৈ যাবলগীয়া হ'লে লোকে যিহকে ভাল পায়, তাকে কৰাটো কৰ্তব্য।... তেওঁৰ লোকসমাজত ওলাবলৈ বৰ ইচ্ছা নাই। তেওঁৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ', 'অসমীয়া ভাষা বিষয়ক গ্ৰন্থ' আৰু 'সদৰ আদালতৰ নিষ্পত্তি' প্ৰচাৰ কৰিও তাত নিজৰ নাম নিদিলে। আইন আৰু ব্যৱস্থা সংগ্ৰহ কৰি গ্ৰন্থ প্ৰচাৰ কৰোঁতেও তেওঁৰ নাম প্ৰকাশ কৰিবৰ ইচ্ছা নাছিল, তাৰ ভূমিকাত কেৱল নামৰ আদ্যাক্ষৰ দিছিল।... তেওঁৰ এই মত আছিল যে মানুহে নজনাকৈ মানুহৰ উপকাৰ কৰা ভাল। 'তোমাৰ সোঁহাতৰ কাৰ্য বাঁওহাতে নাজানক' খ্ৰীষ্টৰ এই উপদেশ তেওঁ বৰকৈ মানিছিল আৰু কৈছিল বোলে, কাৰ্যৰ লগে লগেহে ফল, এতেকে তালৈ বিশেষ প্ৰত্যাশা কৰা বৃথা।"

আমাৰ নিবন্ধৰ আৰম্ভণিতে বেণুধৰ শৰ্মাই কোৱা মতে 'গোবৰ্দ্ধন ধাৰী' আনন্দৰামে অসমীয়া ভাষা আৰু জাতিটোক যমৰ দুৱাৰৰ পৰা টানি অনাৰ বিষয়ে প্ৰকাশ কৰা হৈছে। সেই বিষয়ৰ কিছু কথা বিশ্লেষণৰ প্ৰয়োজন। অসমখন ব্ৰিটিছৰ হাতলৈ যোৱাৰ ১০টা মান বছৰলৈ অসমীয়া ভাষাই চলি আছিল স্কুল, আদালত, কাৰ্যালয় সকলোতে। কিন্তু অচিৰেই অসমত বঙালী ভাষা প্ৰৱৰ্তন কৰাৰ সিদ্ধান্ত লোৱা হ'ল। ইয়াৰ কাৰণ হিচাপে কোৱা হ'ল—"অসমীয়া ভাষা বঙালী ভাষাৰে অপভ্ৰংশ মাথোন। তদুপৰি অসমীয়া ভাষাত ৰচিত কোনো ধৰণৰ পুথি নাই।" অথচ ১৮৩৭ চনৰ ইংৰাজী কোম্পানীয়ে এক আইন জাৰি কৰি ভাৰতৰ সকলো প্ৰদেশৰে স্কুল-আদালতত স্থানীয় ভাষা ব্যৱহাৰ কৰিবলৈ নিৰ্দেশ দিছিল। অসমত থকা বঙালী আমোলা-বিষয়াসকলে অনেক কৌশলেৰে অসমৰ সৰ্বত্ৰতে বঙালী ভাষা প্ৰৱৰ্তন কৰিলে। অসমীয়া ভাষা এলাগী হ'ল। এই ভাষাই শৰশয্যাত পৰি যেন মৃত্যুলৈ বাট চালে।

দুখৰ কথা, সেই সময়ত কোনো অসমীয়াই অসমীয়া ভাষাৰ মৌলিকত্ব সম্পৰ্কে ইংৰাজক বুজাবলৈ সক্ষম নহ'ল। খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ বাবে অহা আমেৰিকান পাদুৰীসকলেহে 'অৰুণোদই'ৰ যোগেদি ১৮৪৬ চনৰ পৰা বিভিন্ন লেখা আৰু পাঠ্যপুথি প্ৰকাশ কৰি অসমীয়া ভাষাৰ বৈশিষ্ট্যৰ বিষয়ে প্ৰচাৰ কৰিছিল। ১৮৪৯ চনত অসমৰ ছাত্ৰৰ বাবে আনন্দৰাম ঢেকিয়াল ফুকনে

'অসমীয়া ল'ৰাৰ মিত্ৰ' নামেৰে দুখণ্ড পুথি প্ৰকাশ কৰি অসমীয়া ভাষাৰ মৌলিকত্ব প্ৰকাশ কৰি বঙালী ভাষাৰ কাণ্ডাৰীসকলৰ যুক্তিত আঘাত হানিলে। সেই সময়ত অসমীয়া ভাষাৰ বাবে হৈ-চৈ কৰাসকলৰ কোনো ধৰণৰ যুক্তি নামানিলে ইংৰাজ চৰকাৰে। অৱশ্যে এটি প্ৰতিক্ৰিয়া হ'ল। কোম্পানীয়ে অসমক ভাৰতৰ সৈতে নতুনকৈ লগ লগোৱাত ৰাজ্যখনৰ ৰাজনৈতিক আৰু আৰ্থ-সামাজিক পৰিস্থিতি কেনে হৈছে, উন্নয়নৰ বাবে ল'ব পৰা নতুন পন্থা কি হ'ব ইত্যাদি কথাৰ অনুসন্ধানৰ বাবে সদৰ দেৱানী আদালতৰ বিচাৰক এ. জে. মফট মিলছক অসমলৈ পঠিয়ালে।

মিলছৰ অনুসন্ধানৰ অন্যতম বিষয় আছিল ভাষাৰ মাধ্যমটোও। সেইবাবে আনন্দৰাম ঢেকিয়াল ফুকনে আবেদন-পত্ৰ দাখিল কৰিলে মিলছ চাহাবৰ ওচৰত—"অসমৰ দেশীয় ভাষা অসমীয়া। ইয়াকে অসমৰ সকলোৱে কয় আৰু বুজে; আনকি আদালতৰ হাকিম-বিচাৰক আদি বঙালী আৰু ইংৰাজ লোকেও এই ভাষা বুজি পায়। অসমীয়া ভাষা বঙলাৰ সৈতে কেতিয়াও একে হ'ব নোৱাৰে। বঙলাৰ লগত উড়ীয়া ভাষাৰহে সাদৃশ্য অধিক। তেনে উড়ীয়া ভাষাকো বঙলাৰ পৰা বেলেগ বুলি উৰিষ্যাৰ আদালতত চলিবলৈ দিয়া হৈছে। অথচ যি অসমীয়া ভাষা বঙলাৰ লগত মুঠেই নিমিলে, তেনে ভাষাকনো কিয় এই সুবিধাৰ পৰা বঞ্চিত কৰা হৈছে?"...

এনে ধৰণৰ এক দীঘলীয়া আবেদনেৰে আনন্দৰামে মিলছ চাহাবক বুজাবলৈ সক্ষম হৈছিল যে সঁচাই অসমীয়া ভাষাৰ মৌলিকত্ব আছে। মিলছে সেইবাবেই অসমীয়া ভাষাটোক পোনতেই শিক্ষাৰ মাধ্যম হ'ব লাগিছিল বুলি আক্ষেপ কৰিছে। কিন্তু তথাপি পাছত 'এতিয়া আৰু সেই সময় নাই— তলি ফুটি জোল বৈ গ'ল', বুলি তেওঁেই স্বীকাৰ কৰিছে।

ইংৰাজৰ এই আচৰণত আনন্দৰাম শান্ত নহ'ল। তেওঁ অৱশেষত নিজৰ নাম নিদিয়াকৈ 'A few remarks on the Assamese language and Vernacular education' নামেৰে ১০০খন পুস্তিকা ১৮৫৫ চনত ছপাই চৰকাৰী-বেচৰকাৰী বিষয়া-কৰ্তৃপক্ষৰ মাজত বিলাই দিলে। এই পুস্তিকাত লিখিছে যে .....বিধিৰ কি বিড়ম্বনা! যিসকলৰ হাতত অসমৰ শিক্ষা পদ্ধতি নিয়ন্ত্ৰণৰ হাত আছে, তেওঁলোকে বঙলা ভাষা চলোৱাৰ পক্ষপাতিত্ব কৰিছে। এয়া অতি অযুক্তিকৰ। সেইবাবে এই পুস্তিকাত অসমীয়া বঙলাৰ অপভ্ৰংশ বুলি ভাবি থকা বিষয়াসকলৰ ভ্ৰান্ত ধাৰণা গুচাবৰ বাবে অসমীয়া-বঙলাৰ পাৰ্থক্যটো ফঁহিয়াই দেখুওৱা হৈছে বুলি কৈ ১১০টা শব্দৰ ভিতৰত ৯০টা অসমীয়া শব্দ বঙলাৰ লগত নিমিলাৰ উদাহৰণ দিছে। আনন্দৰাম ঢেকিয়াল ফুকন আৰু ধৰ্ম প্ৰচাৰৰ বাবে অহা পাদুৰী চাহাবৰ লগতে অন্যান্যসকলৰ

দাবীত সেও মানি অসমত তেতিয়াৰ পৰা ১৭ বছৰমানৰ পাছত পুনৰ অসমীয়া ভাষা চলাবলৈ সিদ্ধান্ত লোৱা হ'ল। অৱশ্যে সেই সুদিন দেখিবলৈ ঢেকিয়াল ফুকন আৰু জীয়াই থকা নাছিল।

আনন্দৰাম ঢেকিয়াল ফুকন আছিল সম্পূৰ্ণ আধুনিক মানুহ। মানসিকভাৱে আৰু পিন্ধন-উৰণতো তেওঁৰ আধুনিকতা সততে চকুত পৰে। হিন্দু কলেজলৈ পঢ়িবলৈ যোৱাৰ পাছত তেওঁৰ এই আধুনিকতাৰ ধাৰণা গভীৰভাৱে অন্তৰত প্ৰোথিত হৈছিল।সেই সময়ত তেওঁৰ চিন্তা-চেতনাত কলিকতাৰ ইয়ংবেঙ্গলীগোষ্ঠীৰো প্ৰভাৱ যথেষ্ট পৰিছিল। সেইবাবেই হয়তো চুলিৰ দীঘল টিকনিডাল তেওঁ কলিকতাতেই কাটি পেলাইছিল। উদাৰ সংস্কাৰধৰ্মী এনে ধৰণৰ চিন্তা-চেতনাই আনন্দৰামৰ জীৱন নিয়ন্ত্ৰণ কৰিছিল যদিও অসমীয়া সমাজৰ সাধাৰণ সংস্কাৰবোৰো প্ৰয়োজনত পালন কৰিছিল সামাজিকভাৱে। ইংৰাজীৰ বাহিৰেও সংস্কৃত, পাৰ্চী, উৰ্দু আদি বিভিন্ন ভাষাত ব্যুৎপত্তি থকা আনন্দৰামৰ অধ্যয়নৰ পৰিসীমা আছিল অতি বিস্তৃত। এই কথা জলজল-পটপটকৈ ওলাই পৰে আনন্দৰামৰ লেখাসমূহৰ মাজত। 'অসমীয়া ল'ৰাৰ মিত্ৰ', 'ইংলণ্ডৰ বিৱৰণ', 'ফুকন দেৱান কায়দা বন্দী', 'সদৰ দেৱানী নিষ্পত্তি', 'আইন ও ব্যৱস্থা সংগ্ৰহ', 'Observation on the Administration of the province of Assam' আদি বিভিন্ন লেখাত।

'আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ' নামৰ গ্ৰন্থত সম্পাদক নন্দ তালুকদাৰে ফুকনৰ বিস্তৃত অধ্যয়ন আৰু স্বজাতিৰ প্ৰতি হিতাকাংক্ষী মনটো উন্মোচন কৰিছিল। তেওঁ লিখিছে—"আনন্দৰামৰ গ্ৰন্থৰাজি কেৱল প্ৰয়োজনৰ চাহিদা পূৰণ কৰা গ্ৰন্থ নহয়, গ্ৰন্থবাজিৰ মাজত প্ৰকাশ পাইছে তেওঁৰ গভীৰ জ্ঞান আৰু বিস্তৃত অধ্যয়নৰ নিদৰ্শন। অসমীয়া মানুহৰ মনৰ দিগন্ত প্ৰসাৰিত কৰিবলৈ আৰু বহিঃবিশ্বৰ সম্যক পৰিচয় দান কৰাটোৱে তেওঁৰ ৰচনাৰ অন্যতম উদ্দেশ্য।" অসমীয়া মানুহৰ প্ৰতি থকা মৰম আৰু জাতীয় প্ৰেমৰ দ্বাৰা উদ্ভুত তেওঁৰ কৰ্মজীৱন সঁচাই আজি নতুন পুৰুষৰ বাবে পাথেয়। আজিও ইংৰাজী ভাষাই লহ্ লহ্ জিহ্বা মেলি অসমীয়া ভাষাক গিলিবলৈ ধৰিছে। এয়া বহু অসমীয়াই ইংৰাজ সৃষ্ট আধুনিকতাৰে দান আৰু বিশ্ব ভাষাই চলোৱা নিয়ন্ত্ৰণ বুলি সহজে গ্ৰহণ কৰিবলৈ শিকিছে। বিশ্ব নাগৰিক হ'বৰ বাবে আমি ইংৰাজী শিকাত আপত্তি নাই সঁচা, কিন্তু অসমীয়া ভাষাটো সুন্দৰ ৰূপত গঢ় দিয়াত বা মৃত্যুৰ পৰা বচোৱাত আপত্তি ক'ত? অসমীয়া ভাষা শেষ হৈ আহিলে অসমীয়া জাতিৰেই বা অস্তিত্ব ক'ত থাকিব?

আনন্দৰাম ঢেকিয়াল ফুকনে ইংৰাজী-অসমীয়া অভিধান এখনৰো প্ৰণয়ন আৰম্ভ কৰিছিল আৰু তাৰে কিছু অংশ একাদশ বছৰ, দ্বাদশ সংখ্যা 'অৰুণোদই'ত

প্ৰকাশ পাইছিল। বুৰঞ্জীতো বিশেষ দখল থকা আনন্দৰামে 'ভাৰতবৰ্ষৰ সংক্ষেপ বুৰঞ্জী', 'অসম দেশৰ সংক্ষেপ বুৰঞ্জী', 'অসম দেশ শত্ৰুৱে আক্ৰমণ কৰা কথা' আদি বহু বিস্তৃত প্ৰবন্ধৰো ৰচনা কৰিছিল।

এগৰাকী সুদক্ষ অসমীয়া প্ৰশাসক, আধুনিকতাৰ বাৰ্তাবাহক, অসমীয়া জাতিৰ হীনমন্যতাৰ দুৰ্ঘোৰ বিৰোধী, স্বজাতিৰ উন্নতিৰ বাবে সকলো ক্ষেত্ৰতে বিশেষ অৰিহণা দেখুওৱা, সৰ্বশেষত 'গোবৰ্দ্ধন ধাৰী'— আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হয় ১৮৫৯ চনত। মাথো ২৯ বছৰ দহমহীয়া জীৱনকালতেই তেওঁ বিস্তৃত অধ্যয়ন আৰু কৰ্মেৰে অসমীয়া ভাষা আৰু জাতিৰ বাবে যি কাম কৰি গ'ল, সেয়া আমি অসমীয়াবোৰে সদায় সুঁৱৰি থাকিব লাগিব। মাথো সোঁৱৰাই নহয় তেওঁৰ অধ্যয়ন, কৰ্ম আৰু পৰিশ্ৰম শক্তিক আজিৰ ডেকাচামে অনুকৰণ কৰাটো অতি প্ৰয়োজনীয় হৈ পৰিছে।



(৬০)

# নিধি লেভি ফাৰৱেল

অসমীয়া ভাষা-সাহিত্যক নতুনকৈ জন্ম দিয়াৰ ক্ষেত্ৰত মিছনেৰিসকলৰ (খ্ৰীষ্টান) যিমান অৱদান, সিমান আন কাৰোৱে নাই বুলিলেও হয়তো বাহুল্য কৰা নহয়। ঊনৈশ শতিকাৰ তৃতীয় দশকত অসমলৈ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা এদল মিছনেৰিয়ে খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰৰ স্বাৰ্থতেই অসমীয়া ভাষাক আধুনিক ৰূপ দিয়াৰ চেষ্টা কৰিলে আৰু সেই সময়ত অসমৰ সৰ্বত্ৰতে প্ৰচলিত বঙালী ভাষাৰ বিৰুদ্ধে অসমীয়াৰ হৈ যুঁজ দিলে। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদি অসমীয়া ভাষাৰ ত্ৰাণকৰ্তাসকলৰ সৈতে লগ লাগি এই খ্ৰীষ্টান ধৰ্মী লোকসকলে 'অসমৰ ভাষা'ক ৰক্ষা কৰিবলৈ যি অহোপুৰুষাৰ্থ কৰিলে, তাৰ বাবে অসমীয়া জাতি এই খ্ৰীষ্টান মিছনেৰিসকলৰ প্ৰতি চিৰকাল কৃতজ্ঞ হৈ থাকিব।

আমাৰ এই ৰচনালানিত ইতিমধ্যে বৈষ্ণৱ, হিন্দু, মুছলমান আদি বিভিন্ন ধৰ্মাৱলম্বী অসমীয়াৰ জীৱনী চমুকৈ বৰ্ণনা কৰা হৈছে। এইবাৰ আমি যোগ দিব বিচাৰিছো এজন খ্ৰীষ্টান ধৰ্মী অসমীয়া নিধি লেভি ফাৰৱেলৰ জীৱন কাহিনী। এৱেঁই প্ৰথমবাৰৰ বাবে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা অসমীয়া। অসমীয়া ভাষা জীয়াই ৰখা আৰু অসমীয়াক শিক্ষিত কৰাৰ স্বাৰ্থত নিধি লেভিয়েও (লিবাই!) যথেষ্ট কষ্ট স্বীকাৰ কৰিছিল।

ঊনৈশ শতিকাৰ তৃতীয় দশকত অহা খ্ৰীষ্টান মিছনেৰিসকলে ধৰ্ম প্ৰচাৰৰ স্বাৰ্থতেই প্ৰথমে অসমীয়া ভাষাক সবল ৰূপ দিয়াৰ লগতে অসমীয়াসকলক 'মাতৃভাষা'ৰ মাধ্যমেৰে আধুনিক শিক্ষাৰ পোহৰ দেখুৱাব বিচাৰিলে। তাৰ বাবে তেওঁলোকে ছপাশাল আৰু পঢ়াশালি পাতি শিক্ষা বিস্তাৰ কৰাৰ লগতে অসমীয়া হিন্দুক খ্ৰীষ্টান ধৰ্মত দীক্ষা দিবৰ চেষ্টা কৰিলে। কিন্তু তেওঁলোকে এই পদক্ষেপ লোৱাৰ ছবছৰলৈ ধৰ্মান্তৰ কৰিবলৈ সক্ষম নহ'ল কোনো অসমীয়াক। শেষত এজন অসমীয়াই সম্পূৰ্ণ আন্তৰিকতাৰে খ্ৰীষ্টান ধৰ্ম গ্ৰহণৰ বাবে আগবাঢ়ি আহিল। যুৱকজনৰ নাম নিধিৰাম কেওট। কোনোৱে কয় যে নিধিৰামৰ জন্ম হয় শোণিতপুৰ জিলাৰ কলংপুৰ মৌজাৰ সূতাৰ গাঁৱত। কিন্তু নিধিৰামে নিজে 'অৰুণোদই' কাকতৰ সপ্তম বছৰ দ্বিতীয় সংখ্যাত নিজৰ জন্মস্থান গহপুৰ বুলিহে লিখিছে। অবশ্যে গহপুৰৰ পৰা কলংপুৰ মৌজাৰ সূতাৰ গাঁৱলৈ দূৰত্ব বৰ বেছি নহয়। গতিকে এই সূতাৰ গাঁৱকে বহল অৰ্থত

হয়তো গহপুৰ বুলিব পাৰি। যিয়েই নহওক কনকলতা-মুকুন্দ কাকতিয়ে ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত আত্মবলিদান দি পুণ্যভূমি কৰি থোৱা গহপুৰত তাৰো ১১৫ বছৰ আগেয়েই ১৮২৭ চনত নিধিৰাম কেওটে জন্ম গ্ৰহণ কৰিছিল। এই নিধিৰাম প্ৰথম অসমীয়া খ্ৰীষ্টান হিচাপে নহয়, আধুনিক অসমীয়া সাহিত্যলৈ তেওঁৰ অৱদানৰ বাবেহে বিখ্যাত।

অসমলৈ প্ৰথমতে অহা খ্ৰীষ্টান মিছনেৰি আছিল ড° নাথন ব্ৰাউন। আচৰিত কথা এয়াই যে এই মানুহজন তেতিয়াৰ ইংৰাজ শাসক অহাৰ দৰে কলিকতা হৈ গোৱালপাৰালৈ অহা নাছিল। তেওঁ আহিছিল ব্ৰহ্মদেশৰ পৰা পাটকাই পৰ্বত পাৰ হৈ ঠিক চুকাফাৰ খোজে খোজে। তেৰ শতিকাত চুকাফাই আহি বৃহৎ অসমীয়া জাতিৰ জন্ম দিছিল আৰু উনৈশ শতিকাত ব্ৰাউনে আহি অসমীয়া ভাষাক সুপ্ৰতিষ্ঠিত কৰাত অৰিহণা যোগাইছিল। ১৮৩৬ চনত ব্ৰাউন শদিয়াত উপস্থিত হয় আৰু শদিয়াতে অসমৰ প্ৰথম ছপাশাল পাতি অসমীয়া ভাষাত পুথি প্ৰকাশ কৰি অসমীয়াৰ লগতে খামতি ভাষাৰ শিক্ষা দিবলৈ ধৰে। সেই সময়তে ব্ৰাউনে নিধিৰামক লগ পায়। নিধিৰামৰ শিক্ষাৰ প্ৰতি আগ্ৰহ দেখি ব্ৰাউন চাহাবে তেওঁক পঢ়াশালিত নাম লিখাই দিলে আৰু লাহে লাহে ছপাশালৰ কামতো নিধিৰাম পাৰ্গত হৈ উঠিল। তেতিয়া নিধিৰামৰ বয়স ১৩ কি ১৪ বছৰ।

গহপুৰৰ পৰা অসমৰ সীমান্ত ঠাই শদিয়ালৈ বহু দূৰ। গহপুৰৰ পৰা সেই কিশোৰ বয়সতে নিধিৰাম কি কাৰণত শদিয়ালৈ গৈছিল, সেয়া জনা নাযায়। কিন্তু সিমানখিনি দূৰত্ব অতিক্ৰম কৰাৰ পাছত তেওঁৰ যি লাভ হৈছিল (পঢ়া-শুনাৰ সুবিধা পাইছিল) সেয়া অসমীয়া জাতিৰ প্ৰতিয়েই এক আশীৰ্বাদস্বৰূপ। ১৮৪১ চনৰ ১৩ জুনৰ দিনাখন জয়পুৰ নামৰ ঠাইডোখৰত মাইলছ ব্ৰনছন চাহাবে নিধিৰামক খ্ৰীষ্টান ধৰ্মৰ দীক্ষা দিয়ে। এই ধৰ্ম গ্ৰহণ অনুষ্ঠানৰ বাবে প্ৰয়োজনীয় ধন ফাৰৱেল নামৰ এজন চহকী আমেৰিকানে খৰচ কৰিছিল বাবে নিধিৰামক ফাৰৱেল উপাধি দিয়া হয়। তেতিয়াৰে পৰা তেওঁ নিধি লেভি (লিবাই!) ফাৰৱেল নামেৰে পৰিচিত হয়।

নিধিক দীক্ষা দিয়া মাইলছ ব্ৰনছন (১৮১২-১৮৮৩) চাহাবে প্ৰথমবাৰৰ বাবে ইংৰাজী-অসমীয়া অভিধান প্ৰণয়ন কৰিছিল। এই অভিধানৰ পাতনিত ১৮৬৭ চনত তেওঁ লিখিছিল—"সকলো পুথিৰ মাজত অভিধান অতি প্ৰয়োজনীয়। অনেক ইংৰাজ লোকে অসমীয়া ভাষা শিকিবলৈ ইচ্ছা কৰে আৰু অনেক অসমীয়া লোকে ইংৰাজী ভাষা শিকিবলৈ শ্ৰম কৰি আছে। সকলোৰে উপকাৰৰ নিমিত্তে মই অসমীয়া ভাষাৰে এই প্ৰথম অভিধান সমাপ্ত কৰিলো। ইয়াত ১৪ হেজাৰমান শব্দ আছে। যাৰ অৰ্থ ইংৰাজী আৰু অসমীয়া.

এই ভাষাৰে দিয়া হ'ল...।" (ব্ৰনছন চাহাবে লিখা কথাখিনিৰ আধুনিক ৰূপ)। এই অভিধানখনে অসমীয়া ভাষাক চহকী কৰাৰ ক্ষেত্ৰত কি ভূমিকা লৈছিল পঢ়ুৱৈয়ে সেয়া নিশ্চয় অনুমান কৰিব পাৰিব।

ড° নাথন ব্ৰাউন, মাইলছ ব্ৰনছন আদি পণ্ডিত, ধৰ্মানুৰাগী আৰু পৰিশ্ৰমী ব্যক্তিৰ সান্নিধ্যত থাকি নিধি লেভিৰ চিন্তাৰ জগতখনো ক্ৰমান্বয়ে বিস্তৃত হ'বলৈ লৈছিল। এইখিনিতে কৈ থোৱা ভাল হ'ব যে শদিয়াত ব্ৰাউন চাহাবৰ সৈতে নিধিৰ সংযোগ ঘটিলেও সেই অঞ্চলত ব্ৰাউন চাহাবৰ উদ্যোগত স্থাপিত মিছনেৰি অনুষ্ঠান খামতি বিদ্ৰোহৰ পৰিণতি স্বৰূপে ১৮৩৯ চনত জয়পুৰলৈ উঠি আহে। জয়পুৰত চাৰি বছৰ থকাৰ পাছত মিছনৰ কেন্দ্ৰ শিৱসাগৰলৈ স্থানান্তৰ আৰু প্ৰতিষ্ঠিত হয়। তেতিয়াৰে পৰা নিধি লেভিয়ে শিৱসাগৰকে নিজৰ সমস্ত সাধনাৰ মূল কেন্দ্ৰ হিচাপে বাছি লয়। নিধিয়ে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰাৰ পাছত সকলো ধৰণেৰে তেওঁ মিছনেৰিৰ আদৰ্শ গ্ৰহণ কৰে আৰু সাহিত্য চৰ্চা, সমাজ সেৱা আৰু ধৰ্ম প্ৰচাৰৰ কামত ব্যস্ত হৈ পৰে। ২০ বছৰ বয়সত ১৮৪৭ চনত নিধিয়ে ইলাইজা নচিমণি ৱাৰ্ড নামৰ এগৰাকী খ্ৰীষ্টান ছোৱালীক মিছনেৰি সংস্কাৰেৰে বিয়া কৰায়। উল্লেখ কৰা ভাল হ'ব যে ইলাইজা প্ৰথমতে শিৱসাগৰৰে এক হিন্দু পৰিয়ালৰ কন্যা আছিল যদিও ১৮৪৪ চনত তেওঁ ড° নাথন ব্ৰাউনৰ ওচৰত খ্ৰীষ্টান ধৰ্মত দীক্ষা লয়। নিধি লেভিৰ কোনো পুত্ৰ সন্তান নাছিল, আছিল চালমী, লুইচা, চম্পা আৰু ৰাহেল নামেৰে চাৰিগৰাকী কন্যা।

কোৱা বাহুল্য যে নিধি লেভি ফাৰৱেল মিছনেৰি চাহাবসকলৰ অতিকৈ প্ৰিয় লোক আছিল। ড° ব্ৰাউন আৰু ব্ৰনছন চাহাবৰ তেওঁ সোঁহাতস্বৰূপ আছিল। এই দুগৰাকী চাহাবৰ অসমীয়া ভাষা চৰ্চা আৰু ধৰ্ম প্ৰচাৰৰ কামত তেওঁ অহৰহ সহযোগ কৰিছিল। ব্ৰনছনে নামচাঙত পঢ়াশালি পাতি শিক্ষাদান কৰোতে নিধি লেভি আছিল তেওঁৰ অন্যতম সহযোগী। ব্ৰাউনৰ ছপাশালৰ চোৱা-চিতাও নিধিয়েই কৰিছিল। ১৮৪২ চনত ব্ৰনছনে নগাঁৱত স্থাপন কৰা 'নগাঁও অৰফেন ইন্সটিটিউছন'ৰ কামতো নিধিয়ে পাৰ্যমানে সহযোগ আগবঢ়াইছিল। নগাঁও মিছন স্কুলৰো তেওঁ আছিল কৰ্মী।

লাহে লাহে নিধি ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে বিশেষভাৱে দক্ষ হৈ উঠিছিল। সামাজিক বা ধৰ্ম সম্পৰ্কীয় কামত তেওঁ যেনে আগ্ৰহী আছিল, অধ্যয়নৰ প্ৰতিও তেওঁৰ আছিল যথেষ্ট ৰাপ। ১৮৪৬ চনত শিৱসাগৰৰ পৰা প্ৰকাশ আৰম্ভ হোৱা প্ৰথমখন অসমীয়া কাকত 'অৰুণোদই'ৰ তেওঁ আছিল এগৰাকী উদ্যোগী কৰ্মী আৰু লেখক। 'অৰুণোদইৰ ধলফাট'ৰ ভূমিকাত ড° মহেশ্বৰ নেওগে লিখিছে—"অৰুণোদইত সকলোতকৈ বেছি প্ৰবন্ধ আৰু কবিতা লিখা লেখক হ'ল নিধি লেভি ফাৰৱেল। অসমীয়া খ্ৰীষ্টান সাহিত্যলৈ এওঁৰ

বৰঙণিয়েই আটাইতকৈ বেছি বুলিব পাৰি। আমাৰ অনুমান হয়, এওঁ 'অৰুণোদই'ৰ সম্পাদকসকলৰ সদায় সোঁহাত আছিল আৰু অনেক লেখা এওঁৰেই। নিধিৰ প্ৰবন্ধৰ বিষয়ো আছিল অতি বিস্তৃত।"

অৰুণোদই যুগৰ শ্ৰেষ্ঠ লেখক হ'ল নিধি লেভি। ধৰ্ম প্ৰচাৰৰ কামত লাগি আৰু সাহিত্য চৰ্চা কৰি তেওঁ অসমীয়া জাতিক যি পোহৰেৰে আলোকিত কৰিব বিচাৰিছিল, সেই জ্যোতি আজিও স্নিগ্ধভাৱে জ্বলি আছে। প্ৰবন্ধ আৰু কবিতাৰে 'অৰুণোদই' চহকী কৰাৰ লগতে নিধিয়ে বহুকেইখন সৰু-সুৰা পুথিও লিখিছিল। তদুপৰি পুৰণি বৈষ্ণৱ কবিতাৰ ঠাঁচত খ্ৰীষ্টান ধৰ্মৰ অমৰ বাণীসমূহক অসমীয়া ৰূপ দিয়াৰ উপৰি খ্ৰীষ্টান ধৰ্মীয় গীতো তেওঁ অনুবাদ কৰিছিল। নিধিয়ে লিখা পুথিসমূহৰ ভিতৰত 'কানি বেহেৰুৱাৰ সাধু', 'সত্য গুৰুৰ পৰিচয়', 'এজন দেশীয় লোকে লিখা' আদি অন্যতম। তদুপৰি তেওঁ 'ভাৰতীয় দণ্ডবিধি আইন (১৮৬৫)' আৰু 'পদাৰ্থ বিজ্ঞানৰ সাৰ' নামৰ পুথি দুখনো অনুবাদ কৰি প্ৰকাশ কৰিছিল। ইয়াৰ পৰাই তেওঁৰ আইনৰ প্ৰতি শ্ৰদ্ধা আৰু বিজ্ঞানৰ প্ৰতি আগ্ৰহৰ বিষয়ে জানিব পৰা যায়।

অৰুণোদইত প্ৰকাশিত (সপ্তম বছৰ, দ্বিতীয় সংখ্যা) নিধিৰ 'তিনিজন ভাইৰ মিছনেৰি যাত্ৰা' নামৰ প্ৰবন্ধটোৱেই বোধহয় অসমীয়া সাহিত্যৰ প্ৰথম ভ্ৰমণ কাহিনী। তাৰে কিছু অংশ আধুনিক অসমীয়া ভাষাৰ ৰূপ দি উল্লেখ কৰিলো—"আমি শিৱসাগৰ জিলাৰ পৰা ছয় ডিচেম্বৰত প্ৰথমে গৈ আউনীআটী সত্ৰৰ ভাটিয়ে-ভেঁকেলিমুখত থকা মিৰি গাঁৱতে আমাৰ মিছন স্কুল থকাত আমি তাতে এদিন থাকি ল'ৰাবোৰৰ লিখা-পঢ়াৰ মহলা ল'লো। স্কুল ঘৰত মিৰিবোৰক গোটাই আমি আমাৰ প্ৰভুৰ বিষয়ে বুজালোঁ।

...১৫ তাৰিখে সূতাৰ নামে এখন গাঁৱলৈ তিনিও ভাই গৈ দুই-তিনি ঠাইতে সোমাই কিছুমান মানুহক আমাৰ প্ৰভুৱে দুখ ভোগাৰ কাহিনী প্ৰচাৰ কৰিলো। যিবিলাকে পঢ়িব পাৰে তেওঁলোকে আমাৰ পৰা শাস্ত্ৰ কিতাপ ল'লে। তাতে থকা এজন গোসাঁয়েও আমি বিবেচনা কৰি চাম বুলি আমাৰ পৰা এখন শাস্ত্ৰ আৰু আন কিতাপ কিছু ল'লে।... যিদিনা আমি গহপুৰৰ পৰা আহিলো, তেতিয়া মই সেই মোৰ আপোন গাঁৱলৈ বাটৰ পৰা ঘূৰি চাই মনতে ভাবিলো- - হায়, ঈশ্বৰে এই ঠাইলৈ আপোনাক কুশলে পঠিয়ালে; মানুহবোৰে এই বাৰ্তা গ্ৰাহ্য কৰাহেঁতেন, তেন্তে তেওঁলোকৰ কিমান আনন্দৰ কাৰণ হ'লহেঁতেন! কিন্তু আমি এতিয়া আহিলো, কিজানি তেওঁলোকে আৰু এনে কথা কেতিয়াও শুনিবলৈ নাপাব।....." কফৰ বেমাৰত আক্ৰান্ত হৈ মাথো পঞ্চাশ বছৰ নৌহওঁতেই মৃত্যু হোৱা ফাৰৱেলে শিৱসাগৰতে থিতাপি লৈছিল। শিৱসাগৰ নগৰৰ পশ্চিমে দিখৌৰ কাষতে আছিল তেওঁৰ ঘৰ। চুকৰ গাঁও খ্ৰীষ্টান

সমাধিস্থলত নিধিৰ কবৰ এতিয়াও আছে। এই চুকৰ গাঁৱতেই প্ৰথমে মিছন প্ৰেছ প্ৰতিষ্ঠিত হৈছিল আৰু অৰুণোদই কাকত ছপা হৈ ওলাইছিল।... আহোম ৰাজত্বৰ পৰা খ্ৰীষ্টান চাহাবৰো কৰ্মভূমি হৈ পৰা শিৱসাগৰ চহৰে অসমৰ নানা উত্থান-পতন প্ৰত্যক্ষ কৰি আজিও নিধিৰ স্মৃতি বুকুত সাবটি ধৰি ৰাখিছে।

ফাৰৱেলৰ গদ্য ৰচনাও ব্ৰাউন আৰু ব্ৰনছন চাহাবৰ অনুৰূপ। তেওঁৰ বৰ্ণনাত যথেষ্ট সৰলতা আছে। এই ৰীতিক সাধাৰণ অসমীয়া কথিত আৰু উচ্চাৰণগত ঠাঁচৰেই পৰিণতি বুলি ক'ব পাৰি। 'হেমকোষ' প্ৰণেতা হেমচন্দ্ৰ বৰুৱাই অৰুণোদইত বিজ্ঞানসন্মত বৰ্ণ বিন্যাস প্ৰচলন কৰোতে নিধি লেভিয়ে ইয়াৰ বিৰোধিতা কৰিছিল। সেই সময়ত হেমচন্দ্ৰ বৰুৱাই লিখিছিল—"মোৰ এই চেষ্টাত নিধি লেভি ফাৰৱেল নামৰ এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলো। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ বিন্যাসৰ প্ৰণালীৰ পৰা এক আঙুলো লৰ-চৰ হোৱাক মহাপাপ যেন ভাবিছিল।"

যিয়েই নহওক নিজৰ কৰ্মৰ বাবেই নিধি লেভি চিৰদিন আমাৰ মাজত জীয়াই থাকিব। বুৰঞ্জীবিদ ড° লীলা গগৈয়ে লিখিছে—"অসমীয়া সাহিত্যলৈ তেওঁ জীৱনৰ জোখাৰে অধিক বৰঙণি দি দুকুৰি বছৰৰ দেওনা পাৰ হওঁতেই-নৌহওঁতেই কফ ৰোগত আক্ৰান্ত হৈ ফাৰৱেলৰ শিৱসাগৰত মৃত্যু হয়। জন্মস্থান গহপুৰ, ধৰ্মস্থান জয়পুৰ আৰু কৰ্মস্থান ৰংপুৰ। এই তিনি পুৰে আজি নিধি লেভিৰ স্মৃতি ভৰপূৰকৈ ৰাখিছে।"

সেই সময়ত শিক্ষাৰ ক্ষেত্ৰত অত্যন্ত পিছপৰা ঠাইত জন্মগ্ৰহণ কৰা নিধিৰামে তেতিয়াৰ সংস্কাৰে ভৰা পৰিবেশতো খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা প্ৰথম অসমীয়া ৰূপে চিহ্নিত হৈছে। এয়া কম সাহসৰ কথা নহয়। তদুপৰি অসমীয়া ভাষা-সাহিত্যত তেওঁৰ যি অৱদান, তাক অস্বীকাৰ কৰাটো উচিত নহয়।



## (৩১)

# গুণাভিৰাম বৰুৱা

বহু গুণেৰে ভৰপূৰ হৈ আছিল গুণাভিৰাম বৰুৱা নামৰ ব্যক্তিগৰাকী। উনৈশ শতিকাৰ এইগৰাকী সাহসী, উদ্যমী, কৰ্তব্যপৰায়ণ, কষ্টসহিষ্ণু সাহিত্যিকে অসমীয়া সমাজ জীৱনৰ প্ৰায় সকলো ক্ষেত্ৰতেই নিজৰ 'চিহ্ন' ৰাখি থৈ গৈছে। গুণাভিৰাম বৰুৱাক যুগপুৰুষ আখ্যা দি 'আসাম বন্ধু' একত্ৰ সংকলনৰ সম্পাদক ড° নগেন শইকীয়াই লিখিছে—"মোৱামৰীয়া বিদ্ৰোহ, গৃহকন্দল আৰু মানৰ আক্ৰমণত নিশকতীয়া হোৱা অসম ১৮২৬ চনত ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতলৈ যোৱাৰ পাছৰ দুটা দশক অসমীয়া ভাষাৰ বাবে মৰ-আঁউসী স্বৰূপ। ইয়াৰ পাছৰ সময়ছোৱা (১৮৪৬-১৮৭৩) 'অৰুণোদই'ৰ যুগ বা অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাৰ ৰণৰ সময়; পৰৱৰ্তী অধ্যায়টোক (১৮৭৩-১৮৮৮) ক'ব পাৰি আধুনিক অসমীয়া ভাষা-সাহিত্যি প্ৰতিষ্ঠাৰ সময় বা হেমচন্দ্ৰ-গুণাভিৰামৰ সময় আৰু উনবিংশ শতিকাৰ পৰা বিংশ শতিকাৰ চতুৰ্থ দশকলৈ ব্যাপ্ত (১৮৮৯-১৯৪০) সময়ছোৱাক আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্বৰ বিস্তাৰৰ সময় বা বেজবৰুৱাৰ যুগ বুলিব পাৰি।"

হেমচন্দ্ৰ-গুণাভিৰামৰ এই যুগটোৰ এক বিশেষ বৈশিষ্ট্য আছে। এই বৈশিষ্ট্যকেইটা ড° নগেন শইকীয়াই ফঁহিয়াই দেখুৱাইছে এইদৰে– (১) 'অৰুণোদই'ৰ ভাষাৰ গাঁথনিৰ পৰা আৰু আখৰ জোঁটনিৰ পদ্ধতিৰ পৰা অসমীয়া ভাষাই গঢ় সলায় আৰু পৰৱৰ্তী সময়ৰ বাবে নিজৰ ৰূপ প্ৰতিষ্ঠা কৰি লয়। (২) অসমীয়া ভাষাৰ পুনৰ্বাসনৰ ফলত বিভিন্ন বিষয়ৰ পাঠ্যপুথি ৰচনা আৰু প্ৰকাশৰ দুৱাৰ মুকলি হয়। (৩) বঙ্গৰ ব্ৰাহ্ম ধৰ্ম আৰু নৱজাগৰণৰ প্ৰবাহে অসমীয়া শিক্ষিতৰ প্ৰাণতো সমাজ-চেতনাৰ আৰু সংস্কাৰমুখী মনোভাবৰ জন্ম দিয়ে। (৪) ইংৰাজী সাহিত্যৰ লগত আৰু পাশ্চাত্য উদাৰ মানৱিকবাদী দৃষ্টিৰে পুষ্ট হৈ গঢ় লোৱা নতুন বঙালী সমাজ আৰু সাহিত্যৰ লগত প্ৰতিষ্ঠা হোৱা সম্পৰ্কই নব্য সাংস্কৃতিক চিন্তাৰ আৰু সাহিত্য ৰচনাৰ দুৱাৰ মুকলি কৰে। (৫) জাতীয় ভাব আৰু জাতীয় প্ৰীতিৰ মনোভাব সুদৃঢ় কৰি তোলে আৰু (৬) এটা সমালোচনাত্মক দৃষ্টিভঙ্গীয়ে গঢ় লৈ উঠে। এই শিক্ষিত শ্ৰেণীটোৱে সমকালীন ৰাজনৈতিক আৰু অৰ্থনৈতিক ঘটনা প্ৰবাহতকৈ অধিক গুৰুত্ব দিছিল অসমীয়া ভাষা, সাহিত্য আৰু জাতীয়তাৰ আত্মপৰিচয় প্ৰতিষ্ঠাৰ ওপৰত।

১৮৩৭ চনত যোৰহাটত জন্ম গ্ৰহণ কৰা গুণাভিৰাম বৰুৱা আছিল

আনন্দৰাম ঢেকিয়াল ফুকনতকৈ আঠ বছৰে সৰু আৰু সম্পৰ্কত আনন্দৰামৰ খুৰাক। আনন্দৰামৰ ককাক পৰশুৰাম আৰু গুণাভিৰামৰ দেউতাক ৰণৰাম আছিল সম্পৰ্কত ভাই-ককাই। তেওঁলোক একেগৰাকী পিতাকৰ ঔৰসত জন্ম লৈলেও দুয়োজনক আহোম স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ ৰাজত্বকালত অসমলৈ আহি আহোম ৰজাৰ প্ৰিয়পাত্ৰ হোৱা কৰ্ণাটক দেশীয় ব্ৰাহ্মণ লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল (ব্ৰহ্মচাৰীয়ে ছয়জন তোলনীয়া পুতেক আৰু এজনী জীয়েকক ডাঙৰ-দীঘল কৰিছিল)।

গুণাভিৰাম বৰুৱাই 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত'ত লিখিছে— "........১৮৩৭ ইংৰাজী চনত আনন্দৰাম ফুকন আৰু দুৰ্গাৰাম ফুকন দুয়ো ইংৰাজী স্কুলত প্ৰৱেশ কৰে। এই বছৰতে ৰণৰাম বৰুৱাই যোৰহাটৰ পৰা গুৱাহাটীলৈ আহে। যোৰহাটতে তেওঁৰ সৰুজনা পত্নীৰ এটি বালক জন্মে। এই বালকৰে নাম গুণাভিৰাম।........অৱশ্যে জ্ঞানদাভিৰাম বৰুৱাৰ মতে, পিতৃ গুণাভিৰামৰ জন্ম ১৮৩৪ চনৰ জানুৱাৰী মাহৰ ১২ তাৰিখ দেওবাৰে। যিয়েই নহওক আনন্দৰাম গুণাভিৰামৰ বাবে অভিভাৱকেই নাছিল, আদৰ্শ পুৰুষো আছিল। চাৰি বছৰ বয়সত পিতাকৰ আৰু ১২ বছৰ বয়সত মাকৰ মৃত্যু হোৱাৰ পাছত আনন্দৰামেই গুণাভিৰামক সকলো প্ৰকাৰে সহায় কৰিছিল।

'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ত উল্লেখ থকা বাবে গুণাভিৰামৰ শৈশৱৰ বিষয়ে আৰু কিছু কথা জানিব পৰা যায়। গুণাভিৰামৰ পঢ়া-শুনা আৰম্ভ হয় গুৱাহাটীত। সেই সময়তে প্ৰথমবাৰৰ বাবে আনন্দৰাম ঢেকিয়াল কলিকতাৰ পৰা উভতি আহি গুণাভিৰামৰ পঢ়াৰ মহলা লৈ বৰ সন্তোষ পালে। পঢ়া-শুনাৰ প্ৰতি গুণাভিৰামৰ আছিল অতিশয় আসক্তি। এই কথা আনন্দৰামে উপলব্ধি কৰিছিল। তাৰ পাছত তেওঁ দ্বিতীয়বাৰ অৰ্থাৎ ১৮৫১ চনৰ চাৰি ছেপ্টেম্বৰত কলিকতালৈ যাওঁতে গুণাভিৰামকো লগতে নিয়ে। কলিকতাৰ কলুটোলা ব্ৰাঞ্চ স্কুলত গুণাভিৰামৰ নামভৰ্তি কৰোৱা হয়। ১৮৫২ চনত আনন্দৰাম কলিকতাৰ পৰা অসমলৈ উভতি আহিল যদিওগুণাভিৰামক নবীন চন্দ্ৰ ৰায়ৰ লগত কলিকতাত থাকিবলৈ দিলে আৰু গুৱাহাটীৰ পৰা প্ৰতি মাহে গুণাভিৰামৰ খৰচ যোগান ধৰাৰো প্ৰতিশ্ৰুতি দিলে।

১৮৫৪ খ্ৰীষ্টাব্দত গুণাভিৰাম জুনিয়ৰ স্কলাৰশ্বিপ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তাৰ পাছতেই তেওঁ প্ৰেছিডেন্সী কলেজত দুবছৰ অধ্যয়ন কৰে। অৱশ্যে কলেজৰ দ্বিতীয় বাৰ্ষিকৰ পৰীক্ষাত তেওঁ অকৃতকাৰ্য হয়। তাৰ পাছত তেওঁ আইন পঢ়িবলৈ মনস্থ কৰে আৰু আইনৰ প্ৰথমটো পৰীক্ষাত তেওঁ কৃতকাৰ্যও হয়।......... সেই সময়তে গুণাভিৰাম আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতাত স্থাপন কৰা (১৮৫২ খ্ৰীঃ) 'কলিকতা নিউ প্ৰেছ'ৰো অধ্যক্ষ হৈছিলগৈ। ছাত্ৰ

প্ৰৱস্থাৰে পৰা সামাজিক দায়বদ্ধতা স্বীকাৰ কৰা এইজনা ব্যক্তি কলিকতাত থকা কালতেই ব্ৰাহ্মধৰ্মৰ প্ৰতি আকৃষ্ট হয়। সমাজত প্ৰচলিত কু-সংস্কাৰবোৰে মানুহৰ উন্নতি আৰু আধুনিক মানসিকতাক কেনেদৰে পথৰুদ্ধ কৰি দিয়ে, সেই কথা তেওঁ উপলব্ধি কৰিছিল। সেই সময়ত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ সংস্কাৰমুখী চিন্তা-চেতনা আৰু বিধৱা বিবাহ আন্দোলনে বঙ্গত তীব্ৰ আলোড়নৰ সৃষ্টি কৰিছিল। ১৮৫৬ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষত 'বিধৱাৰ পুনৰ্বিবাহ' আইন গৃহীত হয়। সেই বছৰতেই উমেশ চন্দ্ৰ মিত্ৰৰ 'বিধৱা বিবাহ' নামৰ নাটক এখন প্ৰকাশিত হয়। এই নাটকৰ দ্বাৰা উদ্বুদ্ধ হৈ ১৮৫৭ চনত কলিকতাৰ পৰা অসমলৈ নাবেৰে আহি থাকোতেই গুণাভিৰাম বৰুৱাই 'ৰাম নৱমী' নাটকখন লিখি পেলালে। ড° সুকুমাৰ সেনে History of Bengoli literature গ্ৰন্থখনত এই কথা স্পষ্টভাৱে লিখিছে। ১৮৫৮ চনৰ মাৰ্চ সংখ্যাৰ পৰা 'অৰুণোদই'ত 'ৰাম নৱমী' ধাৰাবাহিকভাৱে প্ৰকাশিত হয়। অৱশ্যে ইয়াৰ আগৰে পৰা গুণাভিৰামে 'অৰুণোদই'ত লিখা-মেলা আৰম্ভ কৰিছিল।

প্ৰথম অসমীয়া সামাজিক নাটক 'ৰাম নৱমী'ৰ পটভূমি হ'ল পাশ্চাত্য সভ্যতা আৰু সংস্কৃতিৰ ঢৌৱে কোবোৱা মধ্য-ঊনবিংশ শতিকাৰ অসমীয়া সমাজ। উমেশ চন্দ্ৰ মিত্ৰৰ নাটক 'বিধৱা বিবাহ'ত নায়িকা বাল বিধৱা সুলোচনাই গোপনে দৈহিক কামনা চৰিতাৰ্থ কৰিবলৈ গৈ এদিন অন্তঃসত্ত্বা হয়। শেষত সমাজৰ ককৰ্থনাৰ বলি হৈ সুলোচনাই আত্মহত্যা কৰিলে। ৰাম নৱমী নাটকৰো মূল চৰিত্ৰ শিৱকান্ত শৰ্মাৰ একমাত্ৰ কন্যা বাল বিধৱা নৱমী। স্বামীৰ মৃত্যুৰ পাছতহে যৌৱনত ভৰি দিয়া অশিক্ষিত নৱমীয়ে শিক্ষিত ব্ৰাহ্মণ যুৱক ৰামচন্দ্ৰৰ লগত গোপনে প্ৰেম কৰে। নৱমীৰ বান্ধৱী জয়ন্তীৰ মধ্যস্থতাত দুয়োৰে প্ৰেমে পূৰ্ণতা পায়। দুয়ো গোপনে মিলিত হ'বলৈও লয়। এদিন নৱমী অন্তঃসত্ত্বা হয়। তাৰ পাছত হৈ-হাল্লা, ককৰ্থনা আৰম্ভ হয় (প্ৰিয় পাঠক, এই কথা আজিও আমাৰ সমাজে হজম কৰিব নোৱাৰে যেতিয়া আজিৰ পৰা এশ-ডেৰশ বছৰৰ আগতে এই ঘটনাৰ ফলশ্ৰুতি কি হ'ব পাৰে কল্পনা কৰকচোন)। জীয়াই থাকিলে তাইৰ গৰ্ভস্থ সন্তানে কাহানিও সামাজিক স্বীকৃতি নাপাব বুলি ভয় খাই নৱমীয়ে আত্মহত্যা কৰিলে। নৱমীৰ আত্মহত্যাৰ খবৰ পাই প্ৰেমিক ৰামচন্দ্ৰ আৰু তেওঁলোকৰ সুহৃদ জয়ন্তীয়েও আত্মহত্যা কৰিলে। এই সকৰুণ মৃত্যুৱে সমাজৰ বৰমূৰীয়াসকলক বাল্য বিবাহৰ ভয়ঙ্কৰ পৰিণতিৰ বিষয়ে ভাবিবলৈ বাধ্য কৰালে। এই নাটকেৰে তথাকথিত কু-সংস্কাৰেৰে পূৰ্ণ আৰু অভিজাত, উচ্চ বৰ্ণৰ হিন্দু সমাজৰ ভণ্ডামিক উন্মুক্ত কৰিলে গুণাভিৰাম বৰুৱাই।

কলিকতাৰ পৰা গুৱাহাটীলৈ উভতি আহি ২০ বছৰীয়া চফল ডেকা গুণাভিৰামে ১৮৫৭ চনৰ দুই ডিচেম্বৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ সৰু

খুলশালীয়েক ব্ৰজসুন্দৰী দেৱীক বিয়া কৰায়। এই বিয়া অতি আনন্দদায়ক পৰিবেশৰ মাজত হৈছিল। কিন্তু তাৰ দুবছৰৰ পাছতেই ১৯৫৯ খ্ৰীঃৰ ১৬ জুনত গুণাভিৰামৰ জীৱনৰ আটাইতকৈ শোকাবহ ঘটনাটো ঘটিল। ৩০ বছৰ বয়স হ'বলৈ আৰু কেইটামান দিন বাকী থাকোতেই অকালতে আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হ'ল। তাৰ পাছত নিজৰ গুৰু, আদৰ্শ ব্যক্তি তথা অভিভাৱক আনন্দৰামৰ ঘৰৰ সকলোৰে দায়িত্ব কান্ধত লয় গুণাভিৰামে। মৃত্যুৰ সময়ত পত্নী মাহিন্দ্ৰী দেৱী, দুজন পুত্ৰ আৰু একমাত্ৰ কন্যাক এৰি থৈ গৈছিল ঢেকিয়াল ফুকনে। ঢেকিয়াল ফুকনৰ মৃত্যুৰ তিনি মাহ পাছতেই ইংৰাজ প্ৰশাসকৰ অধীনত 'ছাব-এছিষ্টেন্ট কমিছনাৰ' নিযুক্ত হৈ গুণাভিৰাম তেজপুৰলৈ যায়। তাৰ পাছত ১৮৬০ চনৰ প্ৰথম ভাগৰ পৰা গোৱালপাৰা, ১৮৬৪ চনৰ পৰা বৰপেটা, তাৰ পাছত পুনৰ গোৱালপাৰা, ১৮৬৬ চনৰ পৰা নগাওঁ, ১৮৬৭ চনৰ পৰা ধুবুৰী, ১৮৬৯ চনৰ পৰা গোৱালপাৰা আৰু ১৮৭১ চনৰ পৰা নগাঁৱত এই পদতে থাকি কাম কৰে তেওঁ। ১৮৭১ চনৰ পৰা ১৮৯০ চনৰ ৩১ মাৰ্চ তাৰিখলৈ নগাঁৱতে কাৰ্যনিৰ্বাহ কৰি এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ ৰূপে চৰকাৰী চাকৰিৰ পৰা (৩১ বছৰ চাকৰি কৰি) ৫৩ বছৰ বয়সত অৱসৰ গ্ৰহণ কৰিলে গুণাভিৰামে। অতি সুদক্ষ চৰকাৰী বিষয়া এইগৰাকী ব্যক্তিক ১৮৮৭ চনত মহাৰাণী ভিক্টোৰিয়াৰ ভাৰতত ৰাজত্বৰ সোণালী জয়ন্তী উৎসৱ উপলক্ষে ইংৰাজ চৰকাৰে 'ৰায়বাহাদুৰ' উপাধিও প্ৰদান কৰিছিল।

এইবাৰ আকৌ গুণাভিৰামৰ ব্যক্তিগত জীৱনলৈ উভতি যোৱা হওক। কলিকতাত পঢ়ি থকা কালতে ব্ৰাহ্মধৰ্মৰ প্ৰতি আকৃষ্ট হ'লেও প্ৰকাশ্যভাৱে তেওঁ ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল ১৯৬৯ চনত ধুবুৰীত থকা সময়ছোৱাতহে। ইয়াৰ পূৰ্বে ১৮৬৭ চনৰ জুলাইত জীৱনৰ দ্বিতীয় অভিঘাত, গুণাভিৰামৰ পত্নী ব্ৰজসুন্দৰী দেৱীৰ মৃত্যু হয়। এইবাৰ গুণাভিৰাম নিঃসঙ্গ হৈ পৰে। কাৰণ ব্ৰজসুন্দৰীৰ গৰ্ভৰ পৰা জন্ম হোৱা প্ৰতিটো সন্তানেই মৃত আছিল। ....ভাৰতৰ প্ৰথম বিধৱা বিবাহ ১৮৫৬ চনৰ আঠ ডিচেম্বৰত কলিকতাত চুকিয়াছ পথৰ ১২ নম্বৰ ঘৰত হৈছিল আৰু গুণাভিৰাম এই বিবাহৰ প্ৰত্যক্ষদৰ্শী আছিল।..... ১৮৭০ চনৰ এপ্ৰিলত গুণাভিৰামে দ্বিতীয় বিয়া কৰায়, এই বিবাহে অসমীয়া সমাজত তীব্ৰ আলোড়নৰ সৃষ্টি কৰে। কাৰণ তেওঁ আনন্দৰাম ঢেকিয়াল ফুকনৰ বন্ধু পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰাইছিল। পৰশুৰামে ১৮৫৩ চনত বিষ্ণুপ্ৰিয়াক বিয়া কৰাইছিল আৰু ১৮৬৩ চনত বিষ্ণুপ্ৰিয়া বিধৱা হৈছিল। এইখনকে অসমৰ প্ৰথম বিধৱা বিবাহ বুলি আমি ক'ব বিচাৰিলেও ঐতিহাসিক বেণুধৰ শৰ্মাৰ মতে, গুণাভিৰামৰো পূৰ্বে যাদুৰাম ডেকা বৰুৱাই বিধৱা বিবাহ কৰাইছিল। অৱশে, ১৮৭২ চনত ভাৰতত বিবাহ পঞ্জীয়ন আইনখন প্ৰণীত হোৱাৰ পাছতহে

গুণাভিৰামে বিষ্ণুপ্ৰিয়াৰ সৈতে বিয়াৰ ৰেজিষ্টাৰী কৰিছিল। এইখনেই অসমৰ প্ৰথম ৰেজিষ্টাৰ্ড বিয়া। উল্লেখ কৰি থোৱা ভাল যে এই ৰেজিষ্টাৰৰ পূৰ্বে ১৮৭১ চনৰ ফেব্ৰুৱাৰীত গুণাভিৰামৰ প্ৰথমা কন্যা স্বৰ্ণলতাৰ জন্ম হৈছিল।

কথা আৰু কামৰ মাজত সঙ্গতি ৰখা গুণাভিৰামে নিজৰ জীৱনৰ মূল আদৰ্শৰূপে চিহ্নিত কৰিছিল কু-সংস্কাৰ শেষ কৰা আৰু নৱজাগৰণ অৰ্থাৎ নতুন উদাৰপন্থী চিন্তাধাৰাৰ প্ৰতি মানুহক আকৰ্ষিত কৰা। তাৰ বাবেই তেওঁ সাহিত্যৰ আশ্ৰয় লৈছিল। স্বদেশ প্ৰেম, মাতৃভাষাৰ প্ৰতি প্ৰেম আৰু সংস্কাৰমুখিতা, এইবোৰেই মূল লক্ষ্য আছিল গুণাভিৰামৰ সাহিত্য সাধনাৰ। অৰুণোদইত প্ৰকাশিত 'অচম দেশৰ লোকসকলৰ প্ৰতি নিবেদন পত্ৰ, অচমীয়া লোকে অচমীয়া ভাষা সিকাৰ ফল, অচমীয়া লোকলৈ নিবেদন পত্ৰ, বিবাহৰ সময়ত জি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা আদি অৰুণোদইত প্ৰকাশিত চিঠি-পত্ৰৰ যোগেদি তেওঁ অসমীয়া সমাজলৈ উদাৰ ধাৰা আনিবৰ যত্ন কৰিছিল। তদুপৰি ভেটি খোৱাৰ নিসেধ কথা, এজন কবি আৰু এজন বিয়াকৰণ সাস্ত্ৰ জনা পণ্ডিতৰ কথা, ইংৰাজী বিদ্যা জনাৰ ফল, অচমীয়া ভাষা, বিধৱা বিবাহ, বন্ধুত্বৰ কথা, ইংলণ্ড আৰু অচম দেস, তিৰ্থ আৰু পুৰাণৰ উত্‌পতিৰ কথা, পুৰুষে তিৰোতাক জি ৰূপে সমাদৰ কৰিব লাগে, দুজনী বিধৱা চোৱালিৰ বিবাহ হোৱা কথা, মাত্ৰিভাষাৰ সক্তি, ঘোষা পুথি চপা হোআ বিগ্যাপন আদি বিভিন্ন প্ৰবন্ধও তেওঁ অৰুণোদইত লিখিছিল।

জোনাকী (১৮৮৯-৯৫) কাকতৰো তেওঁ আছিল নিয়মীয়া লেখক। সৌমাৰ ভ্ৰমণ, স্যাৰ জৰ্জ কেম্বেল, অসমত কৌলিন্য প্ৰথা নাই কিয়, অসমত বৌদ্ধ ধৰ্মৰ চিন, অলিখিত বুৰঞ্জী, কামৰূপীয়া পত্ৰ, জুৰি প্ৰথা আদি প্ৰবন্ধ তেওঁ জোনাকীত লিখিছিল। সেই সময়ৰে 'বিজুলী' কাকততো তেওঁ লিখা-মেলা কৰিছিল। গুণাভিৰাম বৰুৱাৰ জীৱনৰ অন্য এক কৃতিত্ব হ'ল 'আসাম বন্ধু' নামৰ অসমীয়া ভাষাৰ প্ৰথম আলোচনীখন সম্পাদনা কৰা। নগাঁৱত থকাকালতে ১৮৮৫ চনৰ জানুৱাৰী মাহৰ পৰা তেওঁ মাহেকীয়া সাহিত্য আলোচনী 'আসাম বন্ধু'ৰ প্ৰকাশ আৰু সম্পাদনা কৰিবলৈ লয়। এই আলোচনীৰ মুঠ ১৪ টা সংখ্যা প্ৰকাশ পায়। আসাম বন্ধুৰ প্ৰথমটো সম্পাদকীয়তেই তেওঁ আলোচনীখন বিজ্ঞান, শিল্প আৰু সাহিত্যৰ আন্দোলন গঢ়ি তোলাৰ চেষ্টাৰ কথা প্ৰকাশ কৰিছিল। সেই ভূমিকা লোৱাত 'আসাম বন্ধু' সফলো হৈছিল।

গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' অসমীয়া বুৰঞ্জী সাহিত্যত এক আপুৰুগীয়া অৱদান। অসমৰ পূৰ্ণাঙ্গ এই ইতিহাসখন কলিকতাৰ নিউ আৰ্য প্ৰেছত ১৮৮৪ চনত প্ৰকাশ কৰা হৈছিল। তাৰ বাহিৰে গুণাভিৰাম বৰুৱাই পাঠ্যপুথি হিচাপে লিখি উলিয়াইছিল, অসমীয়া ল'ৰাৰ ভূগোল, পদাৰ্থবিদ্যা

আৰু ল'ৰাপুথি। কাব্য কুসুম নামৰ কবিতা পুথি এখনো তেওঁ প্ৰকাশ কৰিছিল।

গুণাভিৰাম বৰুৱাৰ অনুজ সাহিত্যিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লিখিছে--"বৰুৱাৰ নিচিনা অমায়িক আৰু নিৰহংকাৰী লোক অতি বিৰল। বাটৰ অচিনাকি সৰু ল'ৰা এটিৰে সৈতেও তেওঁ যেনেকুৱা কথা-বাৰ্তা পাতে, তাক দেখিলে আচৰিত হ'ব লাগে। তেওঁ সদায় এটা বস্তুৰ উজ্জ্বল পিঠিটোহে দেখিছিল। ...তেওঁৰ স্বদেশ প্ৰেম ইমান প্ৰবল যে অসমীয়া মানুহৰ কেনেকৈ উন্নতি হ'ব, তাকেহে ভাবিছিল আৰু পাৰ্যমানে তাক নিজেও কৰিছিল। .....তেওঁৰ আত্মসংযম দেখিলে তবধ মানিব লাগে। তেওঁৰ প্ৰথম পুত্ৰ কৰুণাভিৰাম বৰুৱা ঢুকাবৰ পিছদিনা যেতিয়া তেওঁ মধুপুৰৰ পৰা কলিকতালৈ ঘূৰি আহিল, তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ যাওঁতে সকলোৰে মুখত বিমৰ্ষ, কিন্তু ঘূৰি আহোতে সকলোৰে মুখ উজ্জ্বল দেখা গৈছিল।"

অনুজ সাহিত্যিকসকলকো তেওঁ অহৰহ লিখিবলৈ প্ৰেৰণা দিছিল। তদুপৰি পদ্মাৱতী দেৱী ফুকননীৰ 'হিতসাধিকা', বলৰাম শৰ্মাৰ 'হৰ্ষবিষাদ বিষয়ক ৰচনা', পত্নী বিষ্ণুপ্ৰিয়া দেৱীৰ 'নীতি কথা', কন্যা স্বৰ্ণলতাৰ 'আৰ্হি তিৰোতা' প্ৰকাশ কৰা আৰু পুত্ৰ কৰুণাভিৰামৰ 'ল'ৰা বন্ধু' সম্পাদনাৰ মূলতো তেওঁৰ অহৰহ প্ৰেৰণা আছিল। পদ্মনাথ গোহাঞিবৰুৱা, ৰত্নেশ্বৰ মহন্ত, হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা আদিৰ প্ৰতি থকা সহানুভূতিৰ কথা এই বিখ্যাত সাহিত্যিকসকলে স্বীকাৰ কৰিছে।

কলিকতাত ঘৰ এটি সজাবৰ বাবে তেওঁ মাটি এডোখৰ কিনি থৈছিল। জীৱনৰ প্ৰকৃত আদৰ্শৰ সন্ধান পোৱা কলিকতা চহৰখনৰ প্ৰতি তেওঁৰ মৰম আছিল যথেষ্ট। সেইবাবেই তেওঁ তাতেই চকু মুদাৰো ইচ্ছা কৰিছিল। ১৮৯০ চনত কামৰ পৰা অৱসৰ গ্ৰহণৰ পাছত তেওঁ কলিকতাৰ বিভিন্ন ঠাইৰ ভাড়াঘৰত জীৱন অতিবাহিত কৰিছিল। ১৮৯৪ চনৰ ২৫ মাৰ্চত কলিকতাৰ আঠ নম্বৰ কলেজ স্কোৱাৰত গধূলি ৬-০০ বজাত ইহলীলা সম্বৰণ কৰে অসমীয়া নৱজাগৰণৰ এই পুৰোধা ব্যক্তিগৰাকীয়ে। গুণাভিৰামৰ সাহস, উদ্যম, পৰিশ্ৰম, স্বজাতিপ্ৰেম, কু-সংস্কাৰৰ বিৰোধিতা আৰু কষ্টসহিষ্ণুতা, এইবোৰ আজিও আমাৰ প্ৰেৰণাৰ উৎস হ'ব পাৰে।



# হেমচন্দ্ৰ বৰুৱা

ক্ষুৰধাৰ লেখক আৰু সমাজ সচেতক ব্যক্তি আছিল হেমচন্দ্ৰ বৰুৱা। প্ৰথম অসমীয়া পূৰ্ণাঙ্গ অভিধান 'হেমকোষ'ৰ জন্মদাতাও তেৱেঁই। অসমীয়া সাহিত্যক আধুনিক পৰেশেৰে আগুৱাই নিব বিচৰাসকলৰ অন্যতম সেনাপতি আছিল তেওঁ। ঊনৈশ শতিকাৰ তৃতীয় দশকত জন্মলাভ কৰি শেষ দশকত মৃত্যুবৰণ কৰা হেমচন্দ্ৰ বৰুৱাই দেখিছিল অসমীয়া ভাষা আৰু স্বদেশ অসমৰ পৰাধীনতা। অৱশ্যে তেওঁ অসমক ৰাজনৈতিকভাৱে স্বাধীন কৰাতকৈ অসমীয়া ভাষাক স্বাধীন আৰু পূৰ্ণাঙ্গ ৰূপ দিবলৈহে দেহে-কেহে খাটিছিল। 'অৰুণোদই'ৰ এজন অন্যতম লেখক হিচাপে প্ৰসিদ্ধি লাভ কৰা হেমচন্দ্ৰ বৰুৱাই ড° নাথন ব্ৰাউন, মাইলছ ব্ৰন্সন, নিধি লেভি ফাৰৱেল আদিৰ সৈতে ফেৰ মাৰি নিভাঁজ অসমীয়া বৰ্ণবিন্যাস প্ৰতিষ্ঠা কৰিবলৈ উঠি-পৰি লাগিছিল আৰু তেওঁ এইক্ষেত্ৰত সফলতা দেখুৱাইছিল। তেওঁৰ ৰচনাসমূহ অসমীয়া জাতীয় সত্বা আৰু সামাজিক চেতনাৰ বাহক বুলিলেও বাহুল্য কৰা নহয়। তেওঁ ৰচনা কৰা গ্ৰন্থসমূহৰ ভিতৰত অসমীয়া ব্যাকৰণ, অসমীয়া ল'ৰাৰ ব্যাকৰণ, কানীয়াৰ কীৰ্ত্তন, বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী আদি অন্যতম। এই পাছৰ দুখন ব্যঙ্গ ৰচনাৰ যোগেদি তেওঁ ঊনবিংশ শতিকাৰ সমাজৰ অন্তঃসাৰশূন্যতাক তীব্ৰ ব্যঙ্গৰ মাজেদি উদঙাই দেখুৱাবৰ যত্ন কৰিছিল। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাই ভাৰতীয় নৱজাগৰণৰ ঢৌ অসমতো বিয়পাইছিল। এই লেখকসকলে আমাৰ সমাজ জীৱনৰ সমস্ত কলুষত, কু-সংস্কাৰ আৰু পঙ্কিল দিশসমূহ উদঙাই নতুন চিন্তাৰ উন্মেষ ঘটাইছিল।

নানা জাতি-জনজাতিৰ, গোষ্ঠী-সম্প্ৰদায়ৰ মিলনভূমি আমাৰ এই অসমভূমি। ভাৰতৰ বিভিন্ন ঠাইৰ মানুহ এই ৰাজ্যলৈ আহি অসমীয়া জাতি গঠনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। হেমচন্দ্ৰ বৰুৱাৰ পূৰ্বপুৰুষো কান্যকুব্জৰ পৰা অসমলৈ আহিছিল। এইজনা প্ৰথম পুৰুষ কলিবৰ জাতিত ব্ৰাহ্মণ আছিল আৰু তেওঁ আহোম ৰজা জয়ধ্বজ সিংহৰ ৰাজত্বকালৰ ভিতৰত (১৬৪৯-১৬৫৩) অসমলৈ আহি 'বেজবৰুৱা' খিতাপ লাভ কৰি লক্ষীমপুৰত প্ৰতিষ্ঠিত হৈছিল। আহোম ৰজাই কলিবৰ বৰুৱাক এহেজাৰ পুৰা মাটি দিয়াৰ লগতে লগুৱা-লিকচৌ দিছিল। গতিকে এই কথা সহজেই ক'ব পাৰি যে পুৰণিকালৰে পৰা 'সম্ভ্ৰান্ত' খিতাপ অৰ্জন কৰা বংশৰে উত্তৰাধিকাৰী আছিল হেমচন্দ্ৰ বৰুৱা।

কলিবৰৰ পুত্ৰ গোবিন্দ, গোবিন্দৰ পুত্ৰ পুৰুষোত্তম, পুৰুষোত্তমৰ পুত্ৰ নিৰঞ্জন, নিৰঞ্জনৰ পুত্ৰ জগন্নাথ বৰভৰালী বৰুৱা, জগন্নাথৰ পুত্ৰ কমলাকান্ত খঙ্গীয়াল

বৰুৱা, কমলাকান্তৰ পুত্ৰ গঙ্গাই বৰভাণ্ডাৰ বৰুৱা আৰু গঙ্গাইৰ পুত্ৰ মধুৰাম বৰুৱা। এই মধুৰাম বৰুৱাই আছিল হেমচন্দ্ৰ বৰুৱাৰ ককাক। অসম ইংৰাজৰ হাতলৈ যোৱাৰ কেইবছৰমানৰ পাছত পিতৃ মুক্তাৰাম বৰুৱা নিজ মিছামৰা মৌজাৰ মৌজাদাৰ হয় অৰ্থাৎ মুক্তাৰাম তথা তেওঁৰ পূৰ্বপুৰুষসকল আহোম ৰজাৰ একোজন সম্ভ্ৰান্ত বিষয়া হ'লেও মুক্তাৰামে ইংৰাজ শাসনৰ বিৰোধিতা কৰা নাছিল। মুক্তাৰামে দুগৰাকী নাৰীক বিয়া কৰাইছিল। প্ৰথম গৰাকী পত্নীৰ যোগেশ্বৰ নামে এটি সন্তান আছিল। সৰুতে মাউৰা হোৱা যোগেশ্বৰে নিজৰ বুদ্ধিমত্তাৰ গুণত সংস্কৃত ভাষা আৰু বৈদ্যবিদ্যাত বৰ পাৰ্গত হৈ উঠিছিল। কিন্তু ১৮ বছৰ বয়সতে যোগেশ্বৰৰ মৃত্যু হয়। যোগেশ্বৰৰ মৃত্যুৰ সময়ত হেমচন্দ্ৰ বৰুৱা এবছৰীয়া শিশু আছিল।

প্ৰথমতে হেমচন্দ্ৰৰ পঢ়া-শুনাৰ প্ৰতি পিতৃ মুক্তাৰামৰ মুঠেই আগ্ৰহ নাছিল। সাত-আঠ বছৰলৈও বৰ্ণমালাৰ আখৰকেইটা পৰ্যন্ত তেওঁ চিনি নাপাইছিল। হেমচন্দ্ৰৰ শিক্ষাত এনে ধৰণে অৱহেলা কৰাৰ কাৰণ হিচাপে পিতৃয়ে আনক কৈছিল—"এটাক (যোগেশ্বৰ) বহুত যত্নেৰে বিদ্যা শিকোৱাৰ পৰা কি লাভ পালো? কেৱল শোকৰ অগ্নিৰ তাপ দুগুণ হ'ল, শিক্ষাৰ অন্তত হেমচন্দ্ৰৰো তাৰ দৰেই দশা হ'লে, সেই জুয়ে মোক পুৰি মাৰিব।..."

অৱশ্যে ন বছৰমানৰ পৰা হেমচন্দ্ৰৰ বিদ্যাৰম্ভ হ'ল। পিতৃয়ে তেওঁক বৰ্ণমালাৰ ভেটাভেটি নকৰোৱাকৈ একেবাৰে শব্দ শিকোৱাতহে লাগিল।... পিতৃৰ একাণপতীয়া চেষ্টাৰ বলত হেমচন্দ্ৰৰ শিক্ষা আগুৱাই গ'ল। অতি কম দিনৰ ভিতৰতে তেওঁ দ্ৰোণপৰ্ব, কৰ্ণপৰ্ব আদি অসমীয়া পদপুথি আওৰাব পৰা হ'ল। অৱশ্যে অঙ্ক বিষয়ত হেমচন্দ্ৰ একেবাৰে কেঁচা হৈয়েই থাকিল।

মুক্তাৰাম বৰুৱা আছিল আনক সহায় কৰি ভালপোৱা মানুহ। ১৮৪৭ চনত (হেমচন্দ্ৰৰ জন্ম হৈছিল ১৮৩৫ চনত শিৱসাগৰ জিলাৰ ৰজাবাহৰ নামে ঠাইত) জহনী অৰ্থাৎ হাইজা ৰোগত বহু মানুহৰ মৃত্যু হৈছিল। এই মহামাৰীৰ পৰা ওচৰ-পাঁজৰৰ গাওঁবোৰৰ মানুহবোৰক আৰোগ্য কৰাৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু মহামাৰী শাম কটাৰ পাছত গাঁৱৰ মানুহ নিশ্চিত হৈছিল। কি নিষ্ঠুৰ নিয়তি! সেই সময়তে জহনীয়ে প্ৰবলভাৱে আক্ৰমণ কৰাত মাথো এটা দিনৰ ভিতৰতে তেওঁৰ মৃত্যু হয়। পিতৃৰ মৃত্যুৰ সময়ত হেমচন্দ্ৰৰ বয়স আছিল মাথো ১২ বছৰ।

তাৰ পাছত এগৰাকী বাইদেউ আৰু মাতৃৰ সৈতে হেমচন্দ্ৰই আশ্ৰয় ল'লে খুৰাক লক্ষ্মীনাথ বৰুৱাৰ ওচৰত। সেই সময়ত লক্ষ্মীনাথ শিৱসাগৰত কালেক্টৰীৰ চিৰস্তাদাৰ আছিল। খুৰাকে কিশোৰ হেমচন্দ্ৰক চৰকাৰী কাম শিকিবৰ বাবে মাহে চাৰি টকা বেতনত নবিছ নিযুক্ত কৰিলে। তাতে তেওঁ নিতৌ দিনত কাছাৰীত বঙালা ভাষাত লিখা-পঢ়া শিকি পুৱা-গধূলি উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ

পঢ়াশালিত সংস্কৃত ভাষাৰ শিক্ষা ল'বলৈ ধৰিলে। খুৰাক ইংৰাজী ভাষাৰ বিৰোধী আছিল। সেইবাবে তেওঁ ইংৰাজী ভাষা শিকিবলৈ দিয়া নাছিল হেমচন্দ্ৰক। অৱশ্যে শিক্ষাৰ প্ৰতি প্ৰবল অনুৰাগী হেমচন্দ্ৰই মাজে-সময়ে সেই সময়ৰ শিবসাগৰ জিলাৰ অধিপতি কাপ্তান ব্ৰ'ডিৰ ওচৰত দেৱনাগৰী আখৰেৰে লিখা হিন্দী ভাষা শিকিবলৈ লৈছিল। এদিন তেওঁ খুৰাকৰ অগোচৰে ইংৰাজী শিক্ষাৰ পাঠ ল'বলৈ ব্ৰ'ডি চাহাবৰ পৰা পাঠ্যপুথি বিচাৰিলে আৰু বন্ধুসকলৰ সাহায্যত ইংৰাজী ভাষাৰ বৰ্ণমালাৰ আভাস পালে।

তাৰ পাছত কি হ'ল সেই কথা 'আত্মজীৱন চৰিত'ত হেমচন্দ্ৰ বৰুৱাই লিখিছে এনেদৰে—".....উল্লিখিত সময়ত অসমত বঙলা ভাষাৰ বৰ আদৰ আছিল। মাতৃভাষাক সকলোৱে ঘিণাইছিল। স্কুলত বঙলা, কাছাৰীত বঙলা, ডেকাবিলাকৰ আলাপত বঙলা আৰু তেওঁলোকৰ চিঠিতো বঙলা ভাষাহে চলিছিল। অৱশ্যে ময়ো এই নিয়মৰ বাহিৰা নাছিলো।... মই ইংৰাজীৰ পাঠ ল'ব বিচৰা কথা শুনি দদাইদেউৰ খং উঠিছিল আৰু মোক ঘৰলৈ নিছিল। মই তেতিয়াৰ দিনত কাছাৰীলৈ গৈ কাম কৰা আৰু পুৱা-গধূলি মুকলি মূৰে গা-ঘেলাই ফুৰাত বাদে আন ব্যৱসায় নাছিল। এদিন মোৰ এজন বন্ধু ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ কুশৰাম গগৈৰ সৈতে সাক্ষাৎ হোৱাত তেওঁ মোক পুনৰ ইংৰাজী পঢ়িবলৈ পৰামৰ্শ দিলে। তেতিয়া মোৰ বয়স কুৰি বছৰ হৈছিল আৰু ইংৰাজী বৰ্ণমালাৰ বাহিৰে আন একো নাজানিছিলো।"

পৰিশেষত আমেৰিকাৰ পৰা অহা মিছনেৰিসকলৰ ওচৰ চাপিছিল তেওঁ। এই মিছনেৰিসকলে হেমচন্দ্ৰক ইংৰাজী, বঙলা আদি ভাষাৰ শিক্ষা ভালদৰেই দিছিল। তেতিয়াৰ পৰাই হেমচন্দ্ৰই 'অৰুণোদই' কাকতখনত লিখিবলৈ লৈছিল। তাতে তেওঁ অৰুণোদইৰ বৰ্ণবিন্যাসৰ সংশোধনৰ বাবে যত্ন কৰিবলৈ ধৰিলে। অসমীয়া আখৰৰ 'ৱ' ব্যৱহাৰৰ বাবে হেমচন্দ্ৰই জোৰ দিছিল আৰু তেওঁ সফলো হৈছিল। তেওঁৰ গ্ৰন্থ 'আদিপাঠ' ছপা হোৱাৰ সময়ত বহু যুঁজ কৰি 'ৱ' আখৰটো ব্যৱহাৰ কৰাৰ সুযোগ পাইছিল।

১৮৬০ চনত ২৫ বছৰ বয়সত হেমচন্দ্ৰৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' প্ৰকাশ পাইছিল। সেই ব্যাকৰণ লিখাৰ ক্ষেত্ৰত আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাই হেমচন্দ্ৰক যথেষ্ট সহায় কৰিছিল। উল্লেখ কৰি থোৱা ভাল হ'ব যে ইংৰাজী ভাষাত সম্পূৰ্ণ ব্যুৎপত্তি অৰ্জন নকৰালৈকে তেওঁ খুৰাকক এই কথা জনোৱা নাছিল। পাছত এই কথা জানিব পাৰি খুৰাকে খং কৰা নাছিল বৰং তেওঁ বঙলাৰ পৰা ইংৰাজী আৰু ইংৰাজীৰ পৰা বঙলালৈ ভাঙনি কৰিবলৈ হেমচন্দ্ৰক কাছাৰীত কাকত-পত্ৰ গোটাই দিছিল।

১৮৫৮ চনত গোলাঘাটৰ 'ৰেভিনিউ পেছকাৰ'জন বিদ্ৰোহত লিপ্ত থকাৰ অপৰাধত চাকৰিৰ পৰা নিলম্বিত হয় আৰু সেই পদত হেমচন্দ্ৰ বৰুৱাই ছমাহকাল

চাকৰি কৰে। তাৰ পাছত শিৱসাগৰৰ ইংৰাজী স্কুল এখনত কিছুদিন কাম কৰে। তাৰ পাছত মাহে ২৫ টকা দৰমহাত 'ৰেবনিউৰ মহাফেচ' নিযুক্ত হৈ ১৮৬১ চনলৈ সেই কামকে কৰে। তাৰ পাছত গুৱাহাটীৰ আদালতত তেওঁ ট্ৰেন্সলেটৰ বা ভাষা ভঙা কাকতী নিযুক্ত হয়।

১৮৬২ চনৰ পৰা গুৱাহাটীৰ জুডিচিয়েল কমিছনাৰ চাহাবৰ কাৰ্যালয়ত কাম কৰি ক্ৰমশঃ উন্নতি কৰি চুপাৰিণ্টেডেণ্ট হয়। ১৮৮১ চনত এই চুপাৰিণ্টেডেণ্ট পদ উঠি যায়। তাৰ পাছতেই তেওঁ অৱসৰো লয়। চাকৰিৰ সময়ছোৱাৰ কিছুমান কথা হেমচন্দ্ৰ বৰুৱাই 'আত্মজীৱন চৰিত'ত এনেদৰে লিখিছে—"জুডিচিয়েল কমিছনাৰ চাহাবৰ অফিচত চুপাৰিণ্টেডেণ্ট হৈ থাকোতে প্ৰথম ১৮৭৫ চনত তিনি মাহৰ নিমিত্তে মোক এক্সট্ৰা এছিষ্টেণ্টৰ পদ যচা হৈছিল। কিন্তু চিৰস্থায়ীভাবে নাপালে সেই পদ নলওঁ বুলি তাক ল'বলৈ মই অমান্তি হওঁ। তাৰ পাছতো মোক পুনৰ তিনি মাহৰ বাবে এই পদ যচা হয় যদিও পূৰ্বে এবাৰ অচিৰস্থায়ী পদ ল'বলৈ অস্বীকাৰ কৰি পাছে তেনে পদ লোৱা অযুগুত বুলি সেই পদ মই প্ৰত্যাখ্যান কৰো।... মনৰ সন্তোষেই সুখ। ১৮৭৩ চনত তেতিয়াৰ লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ জৰ্জ কেম্বেল চাহাবৰ জাননী অনুসৰি আন অনেকৰ দৰে মই 'আদিপাঠ' নামেৰে অসমীয়া ভাষাত প্ৰথম শিক্ষাৰ পুথি লিখো। সেইবাৰ এই প্ৰকাৰৰ ৫০ খনমান পুথি লিখা হৈছিল। সেইবিলাকৰ গুণাগুণৰ বিবেচনা কৰিবৰ বাবে বহা সমজুৱাবিলাকে 'আদিপাঠ'ক সকলোতকৈ শ্ৰেষ্ঠ বোলাত ৫০০ টকাৰ বঁটা পাওঁ। তাৰ পাছতো পুথি আদি লিখাৰ বাবে গৱৰ্ণমেণ্টৰ পৰা ১১০০ টকাৰ পুৰস্কাৰ পাইছোঁ।"

এক নিবন্ধত সাহিত্যিক ৰণজিৎ কুমাৰ দেৱগোস্বামীয়ে লিখিছে—"হেমচন্দ্ৰ বৰুৱাৰ 'কৃতিত্ব' অৱশ্যে এইখিনিতেই যে আনন্দৰাম ঢেকিয়াল ফুকনৰ দৰেই নৈষ্ঠিকভাৱে তেওঁ ইংৰাজ শাসনৰ পথ বাছি লৈছিল।... আমোলাগিৰিয়ে আন বহুতৰ ক্ষেত্ৰত কৰাদি হেমচন্দ্ৰৰ আদৰ্শ ভাবকো তাৰ নিৰ্দিষ্ট ৰূপ দিছিল। ইংৰাজ লালিত অন্যান্য অসমীয়া মধ্যবিত্তৰ দৰে তেৰোঁ ইংৰাজৰ কল্যাণকামী প্ৰশাসনত বিশ্বাস স্থাপন কৰিছিল, চৰকাৰী ৰীতি-নীতিৰ প্ৰতি বিশেষভাৱে নিষ্ঠাবান আছিল। আৰু ক্ৰমাগতভাৱে বাঢ়ি অহা ইংৰাজ দমন নীতিৰ বিষয়ে তেওঁ উদাসীন মনোভাব পোষণ কৰিছিল।... কিন্তু ইংৰাজ পুঁজিৰ সহচৰ এই হেমচন্দ্ৰ বৰুৱা সামন্তবাদী ধ্যান-ধাৰণাৰ তীক্ষ্ণ সমালোচক আছিল।"

১৮৮২ চনত চৰকাৰী কামৰ পৰা অৱসৰ লোৱাৰ কেইবছৰমানৰ পাছত হেমচন্দ্ৰ বৰুৱাই দেশহিতৈষী কিছুমান অসমীয়া ভদ্ৰলোকৰ সাহায্যত 'আসাম নিউজ' নামেৰে এখন অসমীয়া-ইংৰাজী সাপ্তাহিক বাতৰি কাকতৰ সম্পাদক হয়।.....তেওঁ এগৰাকী প্ৰকৃত পণ্ডিত আছিল। সংস্কৃত আৰু অসমীয়া ভাষাৰ অসামান্য পণ্ডিত হোৱাৰ উপৰি ইংৰাজী, বঙালী, হিন্দী, ব্ৰজাবলী, মৈথিলী আদি কেইবাটাও ভাষা তেওঁ

ভালদৰে জানিছিল। সেই সময়ৰ এজন উত্তম ইংৰাজী লেখক হিচাপেও বৰুৱাৰ প্ৰসিদ্ধি আছিল। তথাপি তেওঁ পাৰ্যমানে আন ভাষাৰ পৰা শব্দ ধাৰ নকৰাকৈ নিভাঁজ অসমীয়া সাহিত্য ৰচনা কৰিছিল। ইংৰাজীতো তেওঁ প্ৰবন্ধ আদি লিখিছিল। 'ওৱে টু হেলথ' নামেৰে এখন ইংৰাজী পুথি অসমীয়ালৈ অনুবাদ কৰাৰ উপৰি জীৱনৰ শেষছোৱাত 'Assamese Marriage System' নামেৰে অসমীয়া বিবাহ পদ্ধতি বৰ্ণাই তেওঁ এখনি সৰু ইংৰাজী কিতাপ লিখি প্ৰচাৰ কৰিছিল।

হেমচন্দ্ৰ বৰুৱাই নিয়মিতভাৱে দৈহিক শ্ৰম কৰিছিল। প্ৰকৃততে তেওঁ সংসাৰ উদাসী জ্ঞান-তপস্বীও আছিল। হেমচন্দ্ৰই যিটো বছৰত জন্মগ্ৰহণ কৰিছিল, সেই বছৰত (১৮৩৫) আহোম ৰজাৰ মুদ্ৰাৰ প্ৰচলন বন্ধ হৈছিল আৰু ইংৰাজী প্ৰশাসনৰ মুদ্ৰা চলিবলৈ লৈছিল। ৬৩ বছৰীয়া আয়ুস লাভ কৰা হেমচন্দ্ৰৰ বিয়োগ ঘটিছিল ১৮৯৬ চনত অৰ্থাৎ উনবিংশ শতিকাৰ ঘটনাবহুল সময়ছোৱাৰ এগৰাকী মধ্যবিত্ত, ইংৰাজৰ চাকৰিয়াল হ'লেও, অসমীয়া জাতিৰ উত্তৰণৰ বাবে তেওঁৰ অৰিহণা উল্লেখযোগ্য। ২২,৩৪৬ টা শব্দবিশিষ্ট অসমীয়া পূৰ্ণাঙ্গ শব্দকোষ লিখি উলিয়াই তেওঁ অসমীয়া ভাষাক জীৱনীশক্তি প্ৰদান কৰিছিল। এই শব্দকোষেই পাছত "হেমকোষ' নামেৰে চিহ্নিত হৈছে।

নাৰী স্বাধীনতাৰ প্ৰতি তেওঁৰ আন্তৰিক সহানুভূতি আছিল। এইক্ষেত্ৰত তেওঁ পাৰ্যমানে ওকালতিও কৰিছিল। এই সম্পৰ্কত বৰুৱাদেৱে লিখা অলপ কথা ইয়াত উদ্ধৃত কৰিলো—"মই গুৱাহাটীলৈ অহাৰ আগেয়েই বিয়া কৰি মোৰ ভাৰ্যাক ঘৰলৈ আনিছিলো আৰু মই শিৱসাগৰ এৰি অহাৰ সময়ত তেওঁ সগৰ্ভা আছিল। পাছে ইংৰাজী ১৮৬৩ চনত এজনী ছোৱালী পাই তাৰ দুমাহৰ পাছত জহনী ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে। মই পুনৰায় বিয়া নকৰালো।..... মই ভাবি চালো, মোৰ ভাৰ্যাৰ নহৈ মোৰ মৃত্যু হোৱা হ'লে, তেওঁৰ কি অৱস্থা হ'লহেঁতেন? তেওঁ মৰিছে তথাপি মোৰ ইচ্ছা হ'লেই মই এটা কিয় তিনিটা বা অধিক বিয়া কৰিব পাৰো; কিন্তু বিধবা হোৱাৰ পাছত পুনৰ বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গ'লহেঁতেন।... কিন্তু মতা-তিৰোতা দুটা সমান জীৱ। ভোক, পিয়াহ, টোপনি, ইচ্ছা, অঙ্গ-প্ৰত্যঙ্গ আদি দুয়োৰো সমান। তথাপি এটাৰ যি স্বত্ব আছে, আনটোৰ সি নাই বোলাটো কিমান অন্যায়।"

হেমচন্দ্ৰই বিধৱা বিবাহৰ সপক্ষেও অহৰহ মাত মাতিছে। উচ্চ আৰু যুক্তিপূৰ্ণ বিচাৰবোধ সম্পন্ন এই ব্যক্তিগৰাকীয়ে অসম আৰু অসমীয়া জাতিক বহু কিছু দিলে। আনবোৰতো বাদেই, তেওঁ যদি মাথো 'শব্দকোষ' (হেমকোষ)খনকেই লিখি গ'লহেঁতেন তথাপি, তেওঁৰ নাম আমি বিশিষ্ট অসমীয়াৰ তালিকাত ৰাখিবলৈ বাধ্য হ'লোহেঁতেন।



# আনন্দৰাম বৰুৱা

অতি চোকা বুদ্ধিৰ, পৰিশ্ৰমী ব্যক্তি আছিল আনন্দৰাম বৰুৱা। ভাৰতীয় প্ৰশাসনিক সেৱাৰ প্ৰথমগৰাকী অসমীয়া বিষয়া আছিল তেওঁ। খুউব কম সময় জীয়াই থাকি নিজৰ বুদ্ধিমত্তা আৰু পৰিশ্ৰমেৰে অসমীয়া জাতি আৰু দেৱ ভাষা-সাহিত্যলৈ যি অৱদান আগবঢ়াইছিল সেয়া সঁচাই স্মৰণীয়। আনন্দৰামৰ সাধনা প্ৰতিজন জ্ঞান পিপাসু আৰু উচ্চাকাংক্ষী অসমীয়াৰ বাবে প্ৰেৰণাৰ উৎস।

আনন্দৰাম বৰুৱা অসমৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱাৰ বংশৰ লোক আছিল। এই বংশৰ প্ৰতিষ্ঠাতা দুৰ্গাচৰণে আহোম ৰজা চুখাম্‌ফা খোৰা ৰজাৰ দিনত 'বৰকাকতি'ৰ বিষয়বাব লৈ উজনিৰ গড়গাঁৱত বাস কৰিছিল। এইজনা ব্যক্তিৰ নাম প্ৰথমতে দুৰ্গাচৰণ বসু আছিল। ১৫৫৫ চনৰ আহাৰ মাহত কোঁচবিহাৰৰ ৰজা নৰনাৰায়ণে আহোম ৰজালৈ কেঁচুৰ ৰসেৰে লিখি এখন চিঠি দিয়ে। কিন্তু পাত্ৰমন্ত্ৰী কোনেও সেই আখৰ চিনি নাপালে। পাছত দুৰ্গাচৰণে আন্ধাৰতহে সেই আখৰ পঢ়িব পৰা যায় বুলি কৈ আন্ধাৰতে পঢ়িলে। দুৰ্গাচৰণৰ বুদ্ধি দেখি খোৰা ৰজা অতি আনন্দিত হ'ল আৰু তাৰ পাছত দুৰ্গাচৰণৰ নাম 'মাণিক চন্দ্ৰ' ৰাখিলে। কাৰণ তেওঁ আন্ধাৰত মাণিকৰ দৰে আখৰ পঢ়িছিল। এই বংশৰ 'মাণিক' সঁচাই উজলি থাকিল আৰু আনন্দৰামৰ সময়ত ই পূৰ্ণ ৰূপ পালে।

মাণিক চন্দ্ৰৰ পুতেক দামোদৰ, দামোদৰৰ পুতেক সহজানন্দ, সহজানন্দৰ পুতেক দশৰথ বৰকাকতী, দশৰথৰ পুতেক কমললোচন, কমললোচনৰ পুতেক বন্ধুৰাম মজিন্দাৰ বৰুৱা, বন্ধুৰামৰ পুতেক গৰ্গৰাম মজিন্দাৰ বৰুৱা। মাণিক চন্দ্ৰৰ বংশধৰ গৰ্গৰাম আছিল আহোম ৰজাৰ শেষ মজিন্দাৰ বৰুৱা। বংশত উপযুক্ত মানুহ নথকাত তেওঁ সৰুতে এই বাব পাইছিল। মানৰ আক্ৰমণৰ সময়ত মানহঁতে তেওঁক ধৰি লৈ গৈছিল যদিও পাছত তেওঁ পলাই সাৰিছিল। অৱশেষে মানেও তেওঁক 'বৰুৱা' উপাধি দিবলৈ বাধ্য হৈছিল। ল'ৰাকালতে বৰুৱাৰ বিষয়বাব পোৱাৰ বাবে তেওঁক 'পোৱালি বৰুৱা' নামেৰেও জনা গৈছিল।

ব্ৰিটিছৰ আমোলত গৰ্গৰামে সদৰামীন (মেজিষ্ট্ৰেট)ৰ কাম কৰিছিল। প্ৰাচীন ৰীতি-নীতি, সংস্কাৰ আদিক বৰকৈ গুৰুত্ব দিয়া গৰ্গৰাম সংস্কৃত ভাষাৰ পণ্ডিত আছিল। গৰ্গৰাম বৰুৱাই দুগৰাকী গাভৰুক বিয়া কৰাইছিল। প্ৰথমগৰাকী

দুৰ্লভেশ্বৰী আৰু নলবাৰী মহকুমাৰ অধিপতি হৈ থাকোতে বিয়া কৰায় পূৰ্ণিমা নামৰ এগৰাকী গাভৰুক।

গৰ্গৰাম বৰুৱাৰ প্ৰথমগৰাকী পত্নীৰ গৰ্ভতেই ১৮৫০ চনৰ মে' মাহত উত্তৰ গুৱাহাটীৰ বজাদুৱাৰত আনন্দৰাম বৰুৱাৰ জন্ম হয়। দুৰ্লভেশ্বৰী বৰুৱানীৰ চাৰিটা সন্তান— পৰশুৰাম, জানকীৰাম, আনন্দৰাম আৰু মণিৰাম। দ্বিতীয় ভাৰ্যা পূৰ্ণিমাৰ গৰ্ভত জন্ম লৈছিল— আত্মাৰাম, অমৃতৰাম আৰু কেশৱৰামে।

গৰ্গৰাম বৰুৱাই তেওঁৰ সন্তানসকলক সৰুৰে পৰা সংস্কৃতৰ শিক্ষা দিবলৈ শিক্ষক নিয়োগ কৰিছিল। আনন্দৰামৰ সাত-আঠ বছৰ বয়সতে মাতৃ দুৰ্লভেশ্বৰীৰ মৃত্যু হয়। আনন্দৰামে প্ৰথমতে গাঁৱলীয়া পঢ়াশালিতেই শিক্ষাৰ শলিতা জ্বলাইছিল যদিও পাছত গুৱাহাটীৰ উজান বজাৰত স্থায়ীভাৱে বসবাস কৰা ককাইদেউ পৰশুৰাম বৰুৱাৰ লগতে অন্যান্য ককায়েকহঁতৰ সৈতে থাকিবলৈ লৈছিল। এই পৰশুৰাম বৰুৱা আছিল জাহাজৰ এজেণ্ট। তেওঁ ভূটান যুদ্ধত ব্ৰিটিছসকলক সহায় কৰিছিল। আনন্দৰামে দুবছৰমান (১৮৬১-৬২ চনত) গোৱালপাৰাত সদৰামীন হৈ থকা পিতৃৰ লগত থাকি তাতেই পঢ়া-শুনা কৰিছিল। সেই সময়ৰে পৰা তেওঁ পঢ়া-শুনাত একান্তভাৱে মনোযোগী হৈ পৰিছিল।

পৰশুৰাম বৰুৱা অতি উদাৰ চৰিত্ৰৰ মানুহ। তেওঁৰ গাত ইংৰাজ সভ্যতাৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। ডেকা বয়সৰ পৰা তেওঁ সুৰাপান কৰিবলৈ লৈছিল আৰু আনে সেয়া কৰিলেও দোষৰ কথা বুলি গণ্য নকৰিছিল। সেইবাবে তেওঁৰ সংস্পৰ্শত থাকি আনন্দৰামৰো সুৰাপানৰ অভ্যাস হয়। মৃত্যু পৰ্যন্ত আনন্দৰামে শৃঙ্খলাবদ্ধতাৰ মাজেৰে সুৰাপান কৰিছিল বুলি ভাবিবৰ থল আছে।

১৮৬৪ চনৰ ডিচেম্বৰ মাহত আনন্দৰাম বৰুৱাই গুৱাহাটী হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলে। সেইবাবেই স্বাভাৱিক প্ৰতিভা নহয়, অতি কষ্টসহিষ্ণু আৰু পৰিশ্ৰম শক্তিহে আনন্দৰামৰ আছিল বুলি ক'ব পাৰি। অৱশ্যে বৰুৱাৰ সমসাময়িক চন্দ্ৰশেখৰ বৰুৱাৰ মতে, পৰীক্ষাৰ আগৰে পৰা আৰম্ভ হোৱা জ্বৰৰ গাৰেই তেওঁ প্ৰৱেশিকা পৰীক্ষাত বহিছিল। তদুপৰি তেওঁ পৰীক্ষাৰ বাবেও বিশেষ পৰিশ্ৰম কৰা নাছিল। প্ৰৱেশিকা পাছ কৰি কলিকতাৰ কলেজলৈ যোৱাৰ পাছতহে আনন্দৰামৰ প্ৰতিভাৰ বিকাশ (বিস্ফোৰণ!) ঘটিছিল।

১৮৬৫ চনৰ প্ৰথম ভাগত আনন্দৰামে কলিকতাৰ শ্ৰেষ্ঠ কলেজ প্ৰেছিডেন্সীত নাম লগায়। প্ৰেছিডেন্সী কলেজত সেই সময়ত বহু প্ৰতিভাশালী ছাত্ৰই পঢ়া-শুনা কৰিছিল। আনন্দৰামেও তেওঁলোকৰ সৈতে প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হৈ প্ৰেছিডেন্সীত উজ্জ্বলি উঠিছিল। ১৮৬৬ চনৰ ডিচেম্বৰ মাহত

দিয়া ইণ্টাৰমিডিয়েট (সেই সময়ত এফ-এ) পৰীক্ষাত প্ৰথম বিভাগৰ ষষ্ঠ স্থান অধিকাৰ কৰে। সেই সময়ত আনন্দৰামৰ লগত পঢ়া দুজন ছাত্ৰ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়। আনন্দৰামৰো সেই ইচ্ছা আছিল যদিও বহু বেছি টকা-পইচা খৰচ হ'ব বুলি বি এ পাছ কৰি চৰকাৰী বৃত্তি লৈহে বিলাতলৈ যাব বুলি তেওঁ থিৰাং কৰিলে। সেইবাবে বি এৰ পাঠ্যক্ৰম মনপুতি পঢ়িবলৈ ধৰিলে। আনন্দৰামৰ পৰিশ্ৰম আৰু আকাংক্ষাৰ ফলস্বৰূপে ১৮৬৯ চনত বি এ পৰীক্ষাত প্ৰথম শ্ৰেণীৰ তৃতীয় স্থান লৈ উত্তীৰ্ণ হ'ল।

বি এ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ ষ্টেট স্কলাৰশ্বিপ আৰু গিলক্ৰিষ্ট স্কলাৰশ্বিপ লাভ কৰে। এই দুই বৃত্তিৰ তেতিয়া মুঠ মূল্য আছিল মাহিলি প্ৰায় ৪০০ টকা। উল্লেখ কৰা ভাল হ'ব যে উচ্চ শিক্ষাৰ বাবে বৃত্তি দি বিলাতলৈ পঠিয়াবলৈ ইংৰাজ চৰকাৰে সেই সময়ত বি এ পৰীক্ষাৰ পাছতে যি বৃত্তি পৰীক্ষা পাতিছিল, তাত সৰ্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল আনন্দৰামে।

১৮৬৯ খ্ৰীষ্টাব্দৰ গৰমকালি আনন্দৰাম বিলাতত উপস্থিত হয়। বিলাতত তেওঁৰ প্ৰধান লক্ষ্য আছিল আই চি এছ পৰীক্ষা দিয়া। কিন্তু তেওঁ একেলগে বেৰিষ্টাৰী পঢ়িবৰ বাবে মিডল টেম্পোল আৰু বি এছ চি পঢ়িবৰ বাবে লণ্ডন বিশ্ববিদ্যালয়তো নামভৰ্তি কৰিলে। গণিত বিষয়ত অতি ৰাপ থকা আনন্দৰামে বিজ্ঞান স্নাতকৰ ডিগ্ৰী ল'বলৈ হয়তো বৰকৈ ইচ্ছা কৰিছিল। কোনো বন্ধুৱে নাজানিছিল যে আনন্দৰামে আই চি এছ পৰীক্ষাৰ বাহিৰে অন্য পৰীক্ষাৰ বাবেও সাজু হৈছে।... বিলাতত তিনি বছৰ থাকি চিভিল ছাৰ্ভিচ, বি এছ চি, এল এল বি আৰু বেৰিষ্টাৰ-এট-ল এই চাৰিটা পৰীক্ষা অতি দক্ষতাৰে সৈতে পাছ কৰি ১৮৭২ চনৰ ছেপ্টেম্বৰ মাহৰ ন তাৰিখে আনন্দৰামে বোম্বাই (বৰ্তমানৰ মুম্বাই) বন্দৰত ভৰি দিলে।

উল্লেখ কৰা ভাল হ'ব যে সেই সময়ত পৃথিৱীৰ বছা বছা ছাত্ৰসকলৰ মাজত অনুষ্ঠিত এই প্ৰতিযোগিতামূলক আই চি এছ পৰীক্ষাৰ প্ৰথমটোত তেওঁ ৩৮তম স্থান অধিকাৰ কৰে। প্ৰথমটো পৰীক্ষাত তেওঁ লাভ কৰা নম্বৰ আছিল— সংস্কৃতত ৫০০ৰ ভিতৰত ২৫৬ (প্ৰথম স্থান), গণিতত ১২৫০ৰ ভিতৰত ৮৩৬ৰ (চতুৰ্থ স্থান), ইংৰাজী ৰচনাত ৫০০ৰ ভিতৰত ৩৯, ইংৰাজী সাহিত্যত ৫০০ৰ ভিতৰত ১১০, ইংৰাজী ইতিহাসত ৫০০ৰ ভিতৰত ৬০ আৰু মনোবিজ্ঞানত ৫০০ৰ ভিতৰত ৯৪। আনন্দৰাম বৰুৱাই এই প্ৰথমটো পৰীক্ষাত পাইছিল মুঠ ১৩৯৫ নম্বৰ। সেইবাৰৰ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰা মিষ্টাৰ এডোৱাৰ্ড ষ্টোইকৰ নম্বৰ আছিল মুঠ ২৯৯২। ফাইনেল পৰীক্ষাত সপ্তম স্থান লাভ কৰা আনন্দৰামে বিভিন্ন বিষয়ত পোৱা নম্বৰ আছিল এনে ধৰণৰ— আইনত ১৭৫০ৰ ভিতৰত ৭৩৩, ভাৰতৰ ইতিহাস আৰু ভূগোলত

৩৫০ৰ ভিতৰত ২৮০, অৰ্থনীতিত ৩৫০ৰ ভিতৰত ২০৬, হিন্দীত ৪০০ৰ ভিতৰত ১৮৪, হিন্দুস্থানীত ৪০০ৰ ভিতৰত ২৯১, বঙলাত ৪০০ৰ ভিতৰত ৩৬৪ আৰু সংস্কৃতত ৫০০ৰ ভিতৰত ৪৫৪। উল্লেখ কৰা ভাল হ'ব যে আই চি এছ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ সময়ত আনন্দৰামৰ বয়স আছিল মাথো ২২ বছৰ। তেতিয়াৰ দিনত ইমান কম বয়স হোৱাৰ বাবে পৰীক্ষাত বহিবলৈ তেওঁ বহুবাৰ বাধা পাইছিল।

বিলাতত আনন্দৰাম বৰুৱাৰ অন্তৰঙ্গ বন্ধু আছিল তাৰকনাথ পালিত। আনন্দৰাম বৰুৱা সম্পৰ্কে পালিতে কৈছিল—"আনন্দৰাম বৰ নিমাতী স্বভাৱৰ মানুহ আছিল। নিজৰ মনৰ সংকল্প কাকো ভাঙি নকৈছিল।" বি এছ চি পৰীক্ষাৰ কাৰণে পঢ়ি থাকোতে লণ্ডন বিশ্ববিদ্যালয়ৰ প্ৰসিদ্ধ অধ্যাপক ড° কাৰ্পেণ্টাৰে এবাৰ কৈছিল—"মই ইমানদিনে অধ্যাপনা কৰিছো কিন্তু আনন্দৰামৰ দৰে অনুসন্ধিৎসু ছাত্ৰ আজিলৈকে পোৱা নাই।" চিভিলিয়ান আনন্দৰাম অসমৰ প্ৰথম আৰু ভাৰতৰ পঞ্চমগৰাকী আই চি এছ বিষয়া। বিলাতত থাকোতেই আনন্দৰামে ফৰাচী ভাষা এনে ভালকৈ শিকি লৈছিল যে ফ্ৰান্সৰ মানুহেও বৰুৱাৰ কথা-বাৰ্তা শুনি তবধ মানিছিল।

ভাৰতলৈ উভতি আহি আনন্দৰামে প্ৰথমতে শিৱসাগৰ জিলাৰ ডেপুটি কমিছনাৰৰ এছিষ্টেণ্ট হিচাপে নিযুক্ত হয়। এইখিনিতে কৈ থোৱা উচিত হ'ব যে আনন্দৰামে বোম্বাইত জাহাজৰ পৰা নামি কলিকতালৈ আহি কিছুদিন কটায়। সেই সময়ত সংস্কৃতৰ এক প্ৰতিযোগিতামূলক পৰীক্ষাত বহি মোটা অঙ্কৰ বৃত্তিও পায়। কলিকতাৰ পৰা পোনতে গুৱাহাটীলৈ আহি আনন্দৰামে দেউতাকৰ পদধূলা লয়। দেউতাক গৰ্গৰামে আনন্দৰামক কয়—"বিলাতত তিনি বছৰকাল থাকি অহাৰ পাছত বিভিন্ন অখাদ্য খাই অহা হেতুকে পৰাচিত হ'ব লাগে।" কিন্তু স্বাধীনচিতীয়া আনন্দৰাম দেউতাকৰ কথাত মান্তি নহ'ল। তেওঁ ক'লে—"বিলাতত মই স্বজ্ঞানে নিজ ইচ্ছামতে অখাদ্য খাই আহিছো আৰু বিজাতীয় নীতি-নিয়ম পালন কৰি আহিছো, এনেস্থলত মোৰ প্ৰকৃতপক্ষে প্ৰায়শ্চিত্ত হ'ব নোৱাৰে। যদিহে হয়, তাৰ পৰা হিন্দু ধৰ্মৰ গৌৰৱ নাবাঢ়ে। বিশেষতঃ মোৰ যেনে চাকৰি, সদায় চাহাব-চুহাবৰ লগত খাই-বৈ মিলা-মিচা কৰি ফুৰিব লাগে। এনেস্থলত নিতৌ পৰাচিত হ'লেহে মোৰ হ'ব!....."

তাৰ পাছত গৰ্গৰাম বৰুৱাই পুতেকক বিয়া কৰাবলৈ ক'লে। আনন্দৰামে ক'লে—"মোৰ ধন নাই, এই মাথোন চাকৰিত সোমাবলৈ গৈছো।" পিতাকে ক'লে—"মোৰ অজস্ৰ ধন, খায় কোনে?" আনন্দৰামে ক'লে—"নহয় দেউতা, সেই ধন আপোনাৰ বুঢ়াকালত কামত আহিব।" ...ইয়াৰ পাছত অৱশ্যে গৰ্গৰাম বৰুৱা বেছিদিনলৈ জীয়াই নাথাকিল। আনন্দৰাম বৰুৱা শিৱসাগৰত থাকোতেই

১৮৭৩ চনত তেওঁৰ মৃত্যু হয়।

এই কথা ঠিক যে চলন-ফুৰণ আৰু পিন্ধনত আনন্দৰাম বৰুৱা সম্পূৰ্ণ অসমীয়া আছিল। বিলাতত থাকোতেও হেনো প্ৰায়েই তেওঁ দেশীয় সাজপাৰহে পিন্ধিছিল। ৰাতি শোওতে চাহাবৰ শয়ন সজ্জাৰ সলনি চুৰিয়া পিন্ধিছিল। শিৱসাগৰত মেজিষ্ট্ৰেট হৈ থাকোতেও তেওঁ বৰ সৰলভাৱে চলন-ফুৰণ কৰিছিল। আজৰি সময় উলিয়াই যথেষ্ট পঢ়া-শুনা কৰিছিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে তেওঁৰ বিষয়ে এনেদৰে লিখিছে—"তেওঁৰ প্ৰতি কথাতে মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকি পোৱা যায়। শিৱসাগৰত এছিষ্টেণ্ট কমিছনাৰ হৈ থকা সময়ত কৰ্ণেল কেম্বেল তাত ডেপুটি কমিছনাৰ হৈ আছিল আৰু লেফটেনেণ্ট গ্ৰে এছিষ্টেণ্ট কমিছনাৰ আছিল। পদমৰ্যাদাত বৰুৱাদেৱ লেফটেনেণ্ট গ্ৰেৰ ওপৰত আছিল। সেইবাবে ডেপুটি কমিছনাৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত থাকে। এবাৰ ডেপুটি কমিছনাৰ বাহিৰত থকাত বৰুৱাদেৱে গ্ৰে চাহাবৰ ওপৰত কিবা এটা দোষ ধৰি তেওঁৰ কৈফিয়ৎ খোজাত, গ্ৰেই সেই কথাত অপমান বোধ কৰি ডেপুটি কমিছনাৰক জনোৱাত পাছৰবাৰ ডেপুটি কমিছনাৰ ফুৰিবলৈ যাওঁতে জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত দি থৈ গ'ল। বৰুৱাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি হৈ গুচি গ'ল, তেতিয়াৰে পৰা তেওঁ আৰু অসম দেশলৈ উভতি নাহিল।"

আনন্দৰাম বৰুৱা বঙ্গদেশলৈ গৈ পোনতে মৈমনসিংহ জিলাৰ এছিষ্টেণ্ট মেজিষ্ট্ৰেট আৰু কালেক্টৰ নিযুক্ত হ'ল। মৈমনসিংহৰ পৰা তেওঁ দিনাজপুৰলৈ বদলি হয়, তাৰ পাছত ১৮৭৭ চনত বৰ্দ্ধমানৰ এছিষ্টেণ্ট মেজিষ্ট্ৰেট নিযুক্ত হয়। ইয়াতেই তেওঁৰ সংস্কৃত অভিধানৰ প্ৰথম খণ্ড প্ৰকাশ পায়। বৰ্দ্ধমানৰ পৰা তেওঁ ৰাণীগঞ্জ মহকুমাৰ অধিপতি নিযুক্ত হয়। এইদৰে বিভিন্ন ঠাইত প্ৰশাসকৰ ৰূপত থাকিও তেওঁ পঢ়া আৰু লিখাৰ কামত আগবাঢ়ি গৈ থাকে।

সংস্কৃত ভাষা, ধাতু, ছন্দ, অলঙ্কাৰ, ব্যাকৰণ, শব্দকোষ ইত্যাদি ফঁহিয়াই এখন বিৰাট গ্ৰন্থ লিখিবলৈ বৰুৱা সঙ্কল্পবদ্ধ হ'ল। ইতিমধ্যে আনন্দৰামে ভাৰতৰ পণ্ডিতমণ্ডলী আৰু ইউৰোপীয় বিদ্বৎ সমাজৰ পৰা বিশেষ সমাদৰ লাভ কৰিছিল। তেওঁ ভাবিলে যে, বিলাতলৈ গ'লেহে এই গ্ৰন্থ ৰচনাৰ কাম সহজ হ'ব। ব্ৰিটিছ মিউজিয়াম আৰু বডেলিয়ান লাইব্ৰেৰীৰ বহু বিখ্যাত গ্ৰন্থ ভাণ্ডাৰ তেওঁ পঢ়িবলৈ পাব। ইতিমধ্যে বৰুৱাই কিতাপ-পত্ৰ প্ৰকাশ কৰাৰ সুবিধাৰ্থে কলিকতাত 'মণিৰাম যন্ত্ৰ' আৰু বৰহমপুৰত 'অৰুণোদয় যন্ত্ৰ' নামেৰে দুখন ছপাশাল নিজাকৈ বহুৱায়। ১৮৮২ চনৰ শেষ ভাগত তেওঁ বিলাতলৈ যাত্ৰা কৰে আৰু ১৮৮৩ চনৰ ছেপ্টেম্বৰ মাহলৈকে তাত থাকি নিজৰ গ্ৰন্থৰ নানা

আহিলা-পাতি গোটাই ভাৰতলৈ উভতি আহে।

১৮৮৪ চনৰ মে' মাহত তেওঁ নোৱাখালীৰ মেজিষ্ট্ৰেট নিযুক্ত হয়। তাৰ পাছত তেওঁ নোৱাখালীৰ উন্নতিৰ বাবে যিখিনি কাম কৰিলে, তাৰ স্মৃতিচিহ্ন এতিয়াও তাত মজুত আছে। আমাৰ এই চমু নিবন্ধত বৰুৱাৰ সকলোবোৰ কামৰ আভাস দিব পৰা নাযাব। কিন্তু এই কথা জানি থোৱা ভাল যে, উচ্চ বিষয়া হোৱাৰ ভেম তেওঁৰ কোনোদিনেই নাছিল। একেবাৰে সাধাৰণ মানুহৰ উন্নতিৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল, দুখীয়া ছাত্ৰৰ শিক্ষাৰ বাবে নিজৰ টকা খৰচ কৰিছিল।

১৮৮৮ চনৰ প্ৰথম ভাগৰ পৰাই বৰুৱা শাৰীৰিকভাৱে ক্ৰমশঃ দুৰ্বল হৈ পৰিছিল। সেই বছৰৰে ডিচেম্বৰ মাহত তেওঁ চাকৰিৰ পৰা ছুটী লৈ যেতিয়া চিকিৎসাৰ বাবে কলিকতালৈ যোৱাৰ কথা ভাবিলে, তেতিয়া তেওঁ বন্ধু তাৰকনাথ পালিতলৈ লিখিলে—"মোৰ শৰীৰৰ অৱস্থা বৰ ভাল নহয়। মোৰ লৰিব-চৰিব পৰা শক্তিও নাইকিয়া হৈছে বুলি ক'লেও সৰহ কোৱা নহয়। আপুনি অনুগ্ৰহ কৰি শিয়ালদহ ষ্টেচনলৈ নিজে এখন লেণ্ডো গাড়ী লৈ আহিব, যাতে মই কোনো কষ্ট নোপোৱাকৈ শুই-মেলি যাব পাৰো।"

তাৰকনাথ পালিতৰ ঘৰলৈ আহি বৰুৱাৰ অৱস্থা ক্ৰমশঃ বেয়াৰ ফালেহে ঢাল খালে। কলিকতাৰ ডাঙৰ ডাঙৰ ডাক্তৰ-কবিৰাজে তেওঁৰ চিকিৎসা কৰাতো বেমাৰ ভাল নহ'ল। শেষত পক্ষাঘাত ৰোগত আক্ৰান্ত ৩৮ বছৰীয়া ভাৰত গৌৰৱ আনন্দৰামক জীয়াই তোলাৰ চিন্তাই এৰি দিলে সকলো চিকিৎসকে। ১৮৮৯ চন ১৯ জানুৱাৰী, শুকুৰবাৰে চিভিলিয়ান আনন্দৰাম বৰুৱাৰ পৰলোক প্ৰাপ্তি ঘটে।

সংস্কৃত ভাষা-সাহিত্যৰ সৈতে আনন্দৰামৰ যেন তেজৰ সম্পৰ্ক আছিল। তেওঁ ভাবিছিল যে নীতি, দৰ্শন, বিজ্ঞান, নাটক, কাব্য, গণিত এই সকলোবোৰ বিষয়তে সংস্কৃত গ্ৰন্থ উভৈনদী আছিল। গতিকে সংস্কৃত ভাষাত মৌলিক লিখা লিখিবলৈ তেওঁ প্ৰয়াস নকৰিলে। সেইবাবে তেওঁৰ কোনো মৌলিক গ্ৰন্থও আমি নাপালো। তেওঁৰ গ্ৰন্থাৱলীৰ ভিতৰত ব্যৱহাৰোপযোগী ইংৰাজী-সংস্কৃত অভিধান (তিনিটা খণ্ড), উচ্চ সংস্কৃত ব্যাকৰণ (Higher Sanskrit Grammar : Gender and syntax, 1879) ইংৰাজীত লিখা। তেওঁৰ অন্যান্য গ্ৰন্থবোৰৰ ভিতৰত ভৱভূতিৰ মহাবীৰ চৰিত (ইংৰাজী আৰু সংস্কৃত বিশ্লেষণ সম্বলিত), কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত শিক্ষাৰ্থী আণ্ডাৰ গ্ৰেজুৱেটৰ সহচৰ, ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই, সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ (বৈশ্লেষণিক, ঐতিহাসিক আৰু আভিধানিক) আদি অন্যতম।

আনন্দৰাম বৰুৱা সম্পৰ্কে সাহিত্যিক লম্বোদৰ বৰাই কোৱা কথা

তাৎপৰ্যপূৰ্ণ—"যেতিয়ালৈকে জগতত ভাল বস্তুৰ আদৰ থাকিব, সংস্কৃত ভাষা-সাহিত্যই জগতত ওখ ঠাই অধিকাৰ কৰি থাকিব, তেতিয়ালৈকে আনন্দৰাম বৰুৱা জীয়াই থাকিব। সংস্কৃত ভাষা আৰু সাহিত্যই হিন্দু জাতিৰ কীৰ্তিস্তম্ভ। পতিত ভাৰতক উদ্ধাৰ কৰাৰ এই ভাষাই, এই সাহিত্যই ঘাই উপায়। ইয়ে মৃত হিন্দু জাতিৰ সঞ্জীৱনী। কিন্তু আজিকালি সকলোতে ধনৰ যোগ। সংস্কৃত টান ভাষা, তাৰ পৰা ধন লাভো প্ৰায় নহয়; গতিকে অধিক ভাগ হিন্দুৱে নিজৰ পবিত্ৰ দেৱভাষাক অনাদৰ কৰি আন অৰ্থকৰী ভাষাৰ সেৱক হৈ পৰিছে। সেই মহাপুৰুষসকল ধন্য, যিসকলে এই দিনত সংস্কৃত ভাষা আৰু সাহিত্যৰ উন্নতিৰ নিমিত্তে পুৰুষাৰ্থ কৰে। সেইসকল মহাপুৰুষৰ ভিতৰত আনন্দৰাম বৰুৱা অগ্ৰগণ্য।"

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ বক্তব্যৰে এই নিবন্ধ শেষ কৰিব বিচাৰিছো—"আনন্দৰাম বৰুৱা এজন বিচক্ষণ শাসনকৰ্তা আছিল। বিচাৰকৰ আসনত বহি তেওঁ যিবিলাক 'ৰায়' লিখিছিল বা গবৰ্ণমেণ্টৰ নিমিত্তে যিবোৰ ডাঙৰ ডাঙৰ শাসন বিষয়ক ৰিপৰ্ট লিখিছিল, সেইবিলাকৰ প্ৰতি ছত্ৰেই বৰুৱাদেৱৰ অসীম পাণ্ডিত্য, অসাধাৰণ প্ৰতিভা আৰু মানুহ বা বস্তুৰ বিষয়ে তেওঁৰ বিশাল জ্ঞানৰ চিনাকি দিছে। কিন্তু সংস্কৃত সাহিত্য সম্বন্ধে তেওঁ যি কাম কৰিলে, তাৰ লগত ৰিজালে আনবিলাক কামক অতি নগণ্য বুলিলেও হানি নহয়! উত্তৰ গুৱাহাটীত তেওঁৰ ল'ৰাকালতে যি সংস্কৃত শিক্ষাৰ বীজ পচোৱা হ'ল, সেয়ে গজালি মেলি এনে দকৈ শিপালে আৰু ইমান বহলকৈ ঠাল-ঠেঙুলি মেলিলে যে সি শেহত 'অক্ষয় বট'ৰ নিচিনা এজোপা প্ৰকাণ্ড গছ হৈ উঠিল। সেই গছৰ অমৃতময় ফল ভোগ কৰি জগতবাসীয়ে অনন্তকাল বৰুৱাদেৱৰ গুণৰ পূজা কৰিব।"



(৩৪)

# মাণিক চন্দ্ৰ বৰুৱা

পৃথিৱী বিখ্যাত দাৰ্শনিক জা-পল ছাৰ্ত্ৰেই নোবেল বঁটা প্ৰত্যাখ্যান কৰিছিল। তেওঁৰ বিশ্বাস আছিল যে সেই বঁটা গ্ৰহণ কৰিলে তেওঁ স্বাধীন চিন্তাধাৰাৰ ব্যক্তি হৈ নাথাকি এটা প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত হ'ব। তেতিয়া মানুহে তেওঁক মাথো 'জা-পল ছাৰ্ত্ৰে' বুলি নকৈ 'নোবেল বঁটা বিজয়ী জা-পল ছাৰ্ত্ৰে' বুলি সম্বোধন কৰিব।... সেইদৰেই ব্ৰিটিছ চৰকাৰে যচা 'ৰায়বাহাদুৰ' খিতাপ দুবাৰকৈ প্ৰত্যাখ্যান কৰিছিল মাণিকচন্দ্ৰ বৰুৱাই। এই খিতাপ ল'লে দেশ আৰু ৰাইজৰ কাম নিৰপেক্ষভাবে কৰাত ব্যাঘাত জন্মিব বুলিয়েই হয়তো তেওঁ 'ৰায়বাহাদুৰ' উপাধি গ্ৰহণ কৰা নাছিল। অথচ ব্ৰিটিছ চৰকাৰৰ লগত তেওঁৰ সম্পৰ্ক আছিল সুহৃদ। বৰুৱাই অসমীয়া সমাজৰ উন্নতিৰ ক্ষেত্ৰত বহু কাম কৰিছিল আৰু সেয়া ব্ৰিটিছ চৰকাৰৰ পৰা আদায় কৰি ল'বলৈ সক্ষম হৈছিল। কটন কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত মাণিকচন্দ্ৰৰ সমান অৱদান কাৰো নাই। তদুপৰি অসমীয়া মানুহে জীৱিকাৰ বাবে মাথো চাকৰি কৰাটো উচিত নহয় বুলি তেওঁ ব্যৱসায়ত লাগিছিল। মাণিকচন্দ্ৰ ব্যৱসায়ত সফল হওক্ নহওক কথা নাই, কিন্তু অসমীয়াৰ নতুন প্ৰজন্মক বিভিন্ন ব্যৱসায়ত নামি পৰিবলৈ আৰু পৰিশ্ৰম কৰিবলৈ 'উদাহৰণ' দেখুৱাইছিল। দুখৰ কথা মাণিকচন্দ্ৰৰ মৃত্যুৰ আজি আশী-নৱৈ বছৰৰ পাছতো অসমীয়া যুৱকৰ নগণ্য সংখ্যকেহে ব্যৱসায়ত মন দিছে। উন্নত শিল্প-কৃষি ব্যৱস্থা আৰু ব্যৱসায়ৰ যোগেদিহে কোনো এটা জাতিৰ অৰ্থনৈতিক ভেটি সুদৃঢ় হোৱাৰ লগতে ৰাজনৈতিক ভেটিও সুদৃঢ় হয় বুলি মাণিকচন্দ্ৰই বিশ্বাস কৰিছিল আৰু সেই মতে কাম কৰিছিল।

নগাঁও জিলাত কৰ্হালৰ বৰুৱা বুলি যি ঘৰ কায়স্থ আছিল, সেই ঘৰৰে বংশধৰ গুণাৰাম বৰুৱাৰ পুত্ৰ হাবিৰাম বৰুৱা। হাবিৰামৰ তিনিজন পুত্ৰ। দেৱনাথ, ফটিকচন্দ্ৰ আৰু মাণিকচন্দ্ৰ। হাবিৰাম বৰুৱাই ব্ৰিটিছ চৰকাৰৰ অধীনত চাকৰি কৰিছিল। তেওঁৰ আৰ্থিক অৱস্থাও যথেষ্ট উন্নত আছিল। ১৮৫১ চনৰ চাৰি ছেপ্টেম্বৰত হাবিৰাম বৰুৱাৰ কনিষ্ঠ পুত্ৰ মাণিকচন্দ্ৰৰ জন্ম হয়। মাণিকচন্দ্ৰৰ ছয় বছৰ বয়সতে পিতৃ হাবিৰামে চাকৰিৰ বদলি লৈ গুৱাহাটীলৈ আহে। গুৱাহাটীতেই আৰম্ভ হয় মাণিকচন্দ্ৰৰ প্ৰাথমিক শিক্ষা। সাধু শুনি ভাল পোৱা মাণিকচন্দ্ৰ সৰুৰে পৰা বুৰঞ্জীৰ প্ৰতি আকৃষ্ট হয়। অসমৰ বুৰঞ্জী পঢ়ি নমস্য অসমীয়াসকলৰ প্ৰতি তেওঁৰ ভক্তিভাৱ গদ্‌গদ্ হৈ উঠে। সেই সময়ৰে পৰা

তেওঁ যেন পণ লয় যে তেৰোঁ অসমদেশ আৰু স্বজাতিৰ বাবে কিবা আদর্শ স্থানীয় কাম কৰি যাবই। তেওঁৰ এই ইচ্ছাই পাছত বাস্তব ৰূপ পায়।

এইখিনিতে তেওঁৰ দ্বিতীয়জন ককায়েক ফটিক চন্দ্ৰ বৰুৱাৰ বিষয়ে সম্যক আভাস দিয়াটো উচিত হ'ব। ফটিকচন্দ্ৰও আছিল পৰম দেশহিতৈষী আৰু ব্ৰিটিছ চৰকাৰৰ ওপৰৱালা চাকৰিয়াল— এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ। অতি দক্ষ এইজনা প্ৰশাসকে কামৰূপ জিলাৰ লাখেৰাজ আৰু নিস্পিখেৰাজ ভূ-স্বত্ব সম্পৰ্কে ব্ৰিটিছ গৱৰ্ণমেণ্টক অতি বহুমূলীয়া মন্তব্যৰে সহায় কৰিছিল।... মাণিকচন্দ্ৰৰ জীৱনত এইজনা ককায়েকৰ প্ৰভাৱ যথেষ্ট আছিল। গৱৰ্ণমেণ্টৰ ঘৰত ফটিকচন্দ্ৰ বৰুৱাৰ এতিয়াও বৰ নাম, এতিয়াও তেওঁৰ কিছুমান মন্তব্য কলেক্টৰী আদালতত সংজ্ঞাৰূপে পৰিগণিত। এয়া কম কৃতিত্ব নহয়।

মাণিকচন্দ্ৰই গুৱাহাটীৰ কলেজিয়েট হাইস্কুলত শিক্ষা লাভ কৰিছিল আৰু ইংৰাজী ভাষাতো পাৰ্গত হৈছিল। সেই স্কুলৰ পৰাই মাণিকচন্দ্ৰ বৰুৱাই এণ্ট্ৰেন্স আৰু এফ এ পৰীক্ষাত উত্তীৰ্ণ হৈ বঙ্গ গৱৰ্ণমেণ্টৰ পৰা বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেছিডেন্সী কলেজত বি এ পঢ়িবলৈ যায়।... সৰুৰে পৰাই মাণিকচন্দ্ৰৰ শৰীৰ বৰ বেছি সবল নাছিল। মাজে-সময়ে তেওঁ বিভিন্ন বেমাৰত আক্ৰান্ত হৈছিল। কলিকতাত থাকিবলৈ লোৱাৰ পাছত তেওঁৰ শৰীৰৰ পৰা বেমাৰ প্ৰায় নুগুচাই হৈছিল। হয়তো সেই চহৰৰ পানী-বতাহৰ সৈতে তেওঁৰ শৰীৰে সামঞ্জস্য ৰক্ষা কৰিব পৰা নাছিল। সেইবাবে তেওঁ কলিকতা এৰিবলৈ বাধ্য হ'ল আৰু পাটনাৰ কলেজত নামভৰ্তি কৰিলে। কিন্তু স্বাস্থ্যৰ উন্নতি নঘটিল। তথাপি পাটনাৰ বাঁকিপুৰ কলেজত বি এৰ চূড়ান্ত পৰীক্ষা দিবলৈ ইচ্ছা কৰিছিল। কিন্তু সেই সময়তে পিতাকৰ টান বেমাৰৰ বাবে অসমলৈ উভতি আহিল। তাৰ পাছত উচ্চ শিক্ষাৰ বাবে বৰুৱা ক'লৈকো নগ'ল অৰ্থাৎ বি এ পৰীক্ষাত উত্তীৰ্ণ নোহোৱাকৈয়ে তেওঁৰ শিক্ষা জীৱনৰ সামৰণি পৰে।

মাণিকচন্দ্ৰ বৰুৱাৰ বহিৰ্মুখী চৰিত্ৰ আৰু উচ্চাভিলাষৰ বিষয়ে জানিব পৰা যায়, তেওঁ কলিকতাত পঢ়ি থকা সময়ৰ এটা ঘটনাৰ পৰা। সেই সময়তে তেতিয়াৰ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুক কলিকতালৈ আহে। মাণিকচন্দ্ৰ বৰুৱাই অসমীয়া ছাত্ৰ বন্ধুসকলৰ সৈতে আলোচনা কৰি অসমীয়া ছাত্ৰৰ তৰফৰ পৰা লৰ্ড নৰ্থব্ৰুকক এখন অভিনন্দন পত্ৰ দিলে। এই অভিনন্দন পত্ৰত নৰ্থব্ৰুকক অসমলৈ আহিবলৈও অনুৰোধ জনোৱা হৈছিল। এই অনুৰোধ প্ৰত্যাখ্যান কৰিব নোৱাৰি দুবছৰমানৰ পাছত গৱৰ্ণৰ জেনেৰেলগৰাকী অসমলৈ আহে। ৰাজ প্ৰতিনিধিক যথাযোগ্য সন্মান দেখুৱাবৰ বাবে মাণিকচন্দ্ৰই টকা-পইচা সংগ্ৰহ কৰে আৰু শুক্ৰেশ্বৰ ঘাটত 'নৰ্থব্ৰুক গেট' নামৰ এক তোৰণ নিৰ্মাণ কৰে। সেয়া বোধহয় ১৮৭৩ চনৰ কথা। উল্লেখ্য যে এইবোৰ কামত মাণিকচন্দ্ৰ বৰুৱা সহযোগী

আছিল জগন্নাথ বৰুৱা (পাছলৈ চাহ খেতিয়ক, ৰায়বাহাদুৰ)।

পাটনাৰ পৰা টালি-টোপোলা লৈ ঘৰলৈ উভতি অহাৰ পাছত কেইমাহমান এনেয়েই (!) থকাৰ পাছত ব্ৰিটিছ চৰকাৰে যাচি দিয়া ডেপুটি মেজিষ্ট্ৰেটৰ দৰে পদো গ্ৰহণ নকৰি, চাহ খেতিৰ ব্যৱসায় কৰিবলৈ মন মেলিলে। মাণিকচন্দ্ৰ মিষ্টাৰ বেইনব্ৰিজ নামৰ এগৰাকী ইউৰোপীয়ান চাহ খেতিয়কৰ সৈতে অংশীদাৰ হৈ ব্যৱসায়ত নামি পৰিল। তাৰ পাছত বেইনব্ৰিজে যেতিয়া কামৰ পৰা অব্যাহতি ল'লে, তেতিয়া প্ৰখ্যাত আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ অন্নদাৰাম ফুকনে মাণিকচন্দ্ৰ বৰুৱাৰ লগত সহঃকাৰবাৰী হ'লহি। দুয়ো লগ হৈ 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' নামেৰে এটা কোম্পানী প্ৰতিষ্ঠা কৰি চাহৰ লগতে কাঠৰ ব্যৱসায়তো মন-প্ৰাণ সঁপি দিলে। এই কাৰবাৰ ভালদৰে চলি থাকোতেই মাণিকচন্দ্ৰ বৰুৱাৰ আগেয়ে এবাৰ ভাঙি যোৱা স্বাস্থ্যই আকৌ জটিল ৰূপ লয়, সেইবাবে ১৮৮০ চনত বিলাস ভ্ৰমণৰ উদ্দেশ্যে সাগৰীয় পথেৰে কলম্বোৰ পৰা তেওঁ ভ্ৰমণ কৰি আহিল। ইয়াৰ কেইবছৰমানৰ পাছতে মাণিকচন্দ্ৰৰ ব্যৱসায়ৰ অন্যতম সহযোগী অন্নদাৰাম ফুকন আৰু ককায়েক ফটিকচন্দ্ৰ বৰুৱাৰ মৃত্যু হয়। এই দুটা মৃত্যুৱে মাণিকচন্দ্ৰৰ ব্যৱসায়ৰ প্ৰচুৰ ক্ষতি কৰিলে। অন্নদাৰামৰ মৃত্যুৰ পাছত ব্যৱসায়ত মাণিকচন্দ্ৰৰ দুগুণ কষ্ট বাঢ়ি গ'ল আৰু ফটিকচন্দ্ৰৰ মৃত্যুত তেওঁ অভিভাৱকহীন হৈ পৰিল, মনত যথেষ্ট কষ্ট পালে। ফলত ইয়াৰ প্ৰভাৱ পৰি মাণিকচন্দ্ৰৰ স্বাস্থ্য অত্যন্ত বেয়াৰ ফালে ঢাল খালে। কিন্তু তেওঁ কাৰবাৰত মন-প্ৰাণ সঁপি কাম কৰিয়েই থাকিল। তথাপি...।

পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে—"...কিন্তু এনে অৱস্থাতো মনৰ উৎসাহ আৰু হৃদয়ৰ বলে মাণিকচন্দ্ৰ বৰুৱাক এৰা দিয়া নাছিল। তেওঁ গাৰো পাহাৰৰ অটব্য শাল-কাঠনি হাত কৰিবৰ অভিপ্ৰায়ে তেওঁৰ কাঠৰ কাৰবাৰ দাম্বু আৰু দামৰালৈ উঠাই আনিলে; আৰু সেই অৰ্থে তেওঁ বিলাতৰ ভাৰত মন্ত্ৰীৰে (Secretary of States for India) সৈতে যুগুত বন্দবস্ত কৰি লৈ, সেই দুই ঠাইৰ মাজত আৰু কাঠনিলৈ এটা গাড়ী যোৱা আলিবাট খোলোতে কুৰি হেজাৰমান টকা ব্যয় কৰে। কিন্তু দুৰ্ভাগ্য অকলে নাহে, মাণিকচন্দ্ৰ বৰুৱাৰ কাৰবাৰ পেলাবলৈকে অহাৰ নিচিনাকৈ, সেই সময়তে অসমত ভয়ঙ্কৰ কলাজ্বৰে ভুমুকি মাৰেহি আৰু তাৰ প্ৰথম প্ৰকোপ গাৰো পাহাৰৰ পৰাই আৰম্ভ হয়। এই মহামাৰীৰ প্ৰকোপত পৰি মাণিকচন্দ্ৰ বৰুৱাৰ কাঠৰ কাৰবাৰত লাগি থকা কুলী, মহৰী, মিস্ত্ৰী, ঠিকাদাৰ ইত্যাদিৰ এভাগ মৰিল, এভাগ ধন খাই পলাল আৰু বাকী এভাগ কাৰবাৰৰ ধনেৰেই প্ৰবৰ্তি থাকি শেহত নাঅনং-নাবস্ত্ৰং হৈ দিহা-দিহি গুচি গ'ল। মাণিকচন্দ্ৰ বৰুৱাৰ তাৰে কাৰবাৰ তাতে পৰি ৰ'ল। ৰেল কোম্পানীক যোগাবলৈ যুগুত কৰা অসংখ্য শ্লিপাৰ বা চলি কাঠ-কাঠনিত পৰি ৰ'ল। এনে স্লিমোৰ

হ'বলগীয়া অৱস্থাত মাণিকচন্দ্ৰ বৰুৱাই কলিকতাত কোনোবা সাহায্যকাৰী কোম্পানীৰ জৰিয়তে তেওঁৰ পৰি যোৱা কাৰবাৰ আকৌ তুলিবলৈ অশেষ যত্ন কৰি চালেঁগ, কিন্তু কৃতকাৰ্য হ'ব নোৱাৰিলে। গতিকে তাৰ পাছত তেওঁৰ অৱস্থা অতিশয় বিষম হৈ পৰিল। মাণিকচন্দ্ৰই প্ৰথমে ধাৰ লৈ থোৱা কলিকতাৰ কোম্পানী দোকানীবিলাকে হাইকোৰ্টত তেওঁৰ ওপৰত গোচৰ দাখিল কৰিলে আৰু ইফালে অসমৰো মাৰোৱাৰী মহাজনবিলাকে সেই পথকে অনুসৰণ কৰিলে। ইয়াৰ উপৰি বিবিধ ঘৰুৱা বিপদ-জঞ্জালে জুমুৰি দি ধৰাত মাণিকচন্দ্ৰ আপদৰ অপাৰ সাগৰত উপঙিবলৈ ধৰিলে। এনেতে মেচাৰ্ছ কিং হেমিণ্টন কোম্পানী প্ৰমুখ্যে কলিকতাৰ কোম্পানী দোকানীবিলাকে জানিবা সদয় হৈ সিবিলাকে পাবলগীয়া ঋণ ৰেহাই দি মাণিকচন্দ্ৰ বৰুৱাক মুক্তি দিলে; আৰু ইফালেও কিছুকালৰ পাছত তেওঁৰ সম্বন্ধীয় ভায়েক ভোলানাথ বৰুৱাৰ সাহায্যত মাৰোৱাৰী মহাজনৰ ধাৰ-ঋণ মাৰি উঠি তেওঁ আকৌ নিজঞ্জলীয়া হৈ বহিল। ইয়াৰ পাছত তেওঁ ১৮৯৬ খ্ৰীষ্টাব্দত এ চি কেলে চাহাবৰ পৰা গুৱাহাটীত সৰু বাগিচা এখন কিনি লয়। মাণিকচন্দ্ৰই গুৱাহাটীতে থিতাপি লৈ, সেই বাগিচাৰ উৎপন্ন পণ্য বিক্ৰী কৰি আৰু তাৰ লগতে ৰায়বাহাদুৰ জগন্নাথ বৰুৱা আৰু ভোলানাথ বৰুৱাৰ পৰা মাজে-সময়ে আৰ্থিক সাহায্য পাই সুচলকৈ দিন নিয়াবলৈ ধৰিলে। কিন্তু তাৰ কিছুকালৰ পাছত অন্তিম কাললৈকে উক্ত সাহায্য নোহোৱাকৈও তেওঁৰ সংসাৰ নিজঞ্জলীয়াকৈ চলিছিল।"

আগতেই উল্লেখ কৰি আহিছো যে, কলিকতাত লৰ্ড নৰ্থব্ৰুকক লগ ধৰি জগন্নাথ বৰুৱাৰ সহযোগত মাণিকচন্দ্ৰ বৰুৱাই এক অভিনন্দন-পত্ৰ দিছিল। সেই সময়ৰ 'হিন্দু পেট্ৰিয়ট' কাকতৰ সম্পাদক প্ৰখ্যাত ৰাজনীতিজ্ঞ কৃষ্ণ দাস পালৰ সহায় লৈ তেওঁলোকে এই কাম কৰিছিল। অভিনন্দন-পত্ৰত তেওঁলোকে এই কথাও লিখিছিল যে অপেক্ষাকৃতভাৱে পিছপৰি থকা অসমৰ প্ৰাকৃতিক সম্পদৰ ব্যৱহাৰৰ অৰ্থে ৰেল লাইনৰ আৱশ্যক। উল্লেখ্য, ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেলক এনেদৰে প্ৰথম অভিনন্দন-পত্ৰ দিয়া প্ৰথম অসমীয়াই হ'ল মাণিকচন্দ্ৰ আৰু জগন্নাথ।

পূৰ্বতে আমি দেখিছো উনবিংশ শতিকাৰ যিসকল মধ্যবিত্ত অসমীয়া গুণী-জ্ঞানী আৰু স্বজাতিৰ প্ৰতি দৰদী আছিল, সেইসকল আছিল ইংৰাজৰ অধীনত কাম কৰা চাকৰিয়াল। মণিৰাম দেৱানৰ পৰা আনন্দৰাম ঢেকিয়াল, গুণাভিৰাম, হেমচন্দ্ৰলৈকে সকলো বুদ্ধিদীপ্ত অসমীয়াই ইংৰাজৰ চাকৰি কৰি সময় উলিয়াই দেশ-ভাষা-সাহিত্যৰ উন্নতি কল্পে চেষ্টা কৰিছিল। কিন্তু স্বাধীন ব্যৱসায়ী মাণিকচন্দ্ৰ আছিল অন্য ধাতুৰে গঢ়া ব্যক্তি। তেওঁ ইংৰাজৰ অধীনত চাকৰিতো কৰা নাছিলেই, ৰায়বাহাদুৰ'ৰ খিতাপো লোৱা নাছিল। অথচ ইংৰাজৰ

শাসনৰ বিপক্ষে তেওঁ 'টু' শব্দ এটা কৰাৰ বিষয়েও আমি এই পৰ্যন্ত শুনা নাই। আচলতে এই স্বাধীনচিতীয়া অসমীয়াজনে অসমীয়াসকলক শিক্ষিত কৰি, সকলো ফালেদি উপযুক্ত কৰি এক সবল জাতি হিচাপে গঢ়ি তুলিবহে বিচাৰিছিল। এই কথা অনস্বীকাৰ্য যে 'সবল' জাতিয়ে স্বাধীনতা পালেহে কামত আহিব বা সকলোৱে তাৰ মোল বুজিব পাৰিব। আজি আমি সকলো ফালেদি সবল জাতি নোহোৱাকৈ স্বাধীনতা লাভ কৰাৰ 'কুফল'বোৰো পাইছো।

মানৰ আক্ৰমণৰ পাছত ধ্বংস হৈ যোৱা অসমীয়া জাতিক স্বাধীন চিন্তা-শক্তিৰে সানি-পিটি গঢ় দিয়াৰ চেষ্টা কৰাসকলৰ ভিতৰত মাণিকচন্দ্ৰ অন্যতম।... অসমীয়াৰ ভিতৰত মাণিকচন্দ্ৰ প্ৰথম লোকেল ব'ৰ্ডৰ মেম্বাৰ আৰু ভাইচ চেয়াৰমেন। তেৱেঁই প্ৰথম মিউনিচিপাল কমিছনাৰ আৰু চেয়াৰমেন। ১৮৮২ চনত যেতিয়া পোন প্ৰথমবাৰৰ বাবে লোকেল ব'ৰ্ড আৰু মিউনিচিপালিটিত নিৰ্বাচন ব্যৱস্থা আৰম্ভ হয়, তেতিয়াই মাণিকচন্দ্ৰই ব'ৰ্ড আৰু মিউনিচিপালিটিত ৰাইজৰ নিৰ্বাচিত মেম্বাৰ (কাউন্সিলাৰ!) ৰূপে প্ৰৱেশ কৰে আৰু মৃত্যু পৰ্যন্ত সেই পদতে থাকে। তদুপৰি ১৮৮৪ চনৰ পৰা অনাৰেৰি মেজিষ্ট্ৰেটৰ বিষয়বাব লৈ, জীৱনৰ অন্তিমকাললৈকে সুখ্যাতিৰে কাম চলাই আছিল।

১৮৪৬ চনত অৰুণোদইৰ যোগেদি অসমৰ বাতৰি কাকতৰ ইতিহাস আৰম্ভ হৈছিল। ১৮৮৮ খ্ৰীষ্টাব্দৰ পৰা কেইবছৰমান মাণিকচন্দ্ৰই অন্যান্য কেইজনমানৰ সহযোগত প্ৰকাশ কৰিছিল 'আসাম নিউজ'নামৰ বাতৰি কাকত। উল্লেখ্য, আসাম নিউজেই অসমৰ প্ৰথম সাদিনীয়া বাতৰি কাকত। ইংৰাজী আৰু অসমীয়া, দুয়োটা ভাষাতেই প্ৰকাশিত এই কাকতখনৰ সম্পাদক আছিল ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা। মাণিকচন্দ্ৰ প্ৰথমতে কাকতৰ মালিক হ'লেও পাছলৈ তেৱোঁ 'আসাম' নামৰ সাদিনীয়া কাকতৰ সম্পাদক হৈছিল। ১৮৯৫ চনত গুৱাহাটীত কালিৰাম বৰুৱাই প্ৰকাশ কৰা এই কাকতখন মাণিকচন্দ্ৰই কেইবাবছৰ ধৰি সম্পাদনা কৰিছিল।

মাণিকচন্দ্ৰ বৰুৱাক প্ৰথম অসমীয়া 'বিধায়ক' বুলিও ক'ব পাৰি। ১৯০৯ চনত অসম উপত্যকাৰ লোকেল ব'ৰ্ডৰ পৰা নিৰ্বাচিত হৈ তেওঁ 'পূৰ্ববঙ্গ আৰু অসম' চৰকাৰৰ বিধান পৰিষদৰ সদস্য হয়। তাৰ পাছত যেতিয়া সেই চৰকাৰ ভাঙি অসমক এখন সুকীয়া চৰকাৰৰ অধীনলৈ অনা হ'ল, তেতিয়াও আমৃত্যু সেই চৰকাৰৰ এজন নিৰ্বাচিত সদস্য হিচাপে তেওঁ কাৰ্যনিৰ্বাহ কৰিছিল। অসম সাহিত্য সভাৰ প্ৰথম সভাপতি পদ্মনাথ গোহাঞিবৰুৱাই কৈছে— অসম আৰু পূৰ্ববঙ্গৰ কাউন্সিলত মেম্বাৰৰূপে মাণিকচন্দ্ৰ বৰুৱাই স্বদেশ আৰু স্বজাতিৰ হকে যিমান কৰি গ'ল, আজিলৈকে আন কোনোৱে সিমান কৰিব পৰা নাই। ব্ৰিটিছ গৱৰ্ণমেণ্টে তেওঁক এডুকেশ্বন কনফাৰেন্স, ইণ্ডাষ্ট্ৰিয়েল কনফাৰেন্স,

ফিমেল এডুকেশ্বন কমিটী, এম্বুলেন্স ছ'চাইটি, মৰাল এণ্ড এডুকেশ্বন কনফাৰেন্স ইত্যাদি সভা-সমিতিত উপযাচি মেম্বাৰ পাতি লৈছিল আৰু সেইবিলাক সম্পৰ্কত তেওঁৰ মতামত অনেক স্থলত মূল্যবান বুলি গ্ৰহণ কৰা হৈছিল।

'অসম এছ'চিয়েছন'ৰ স্থাপনকৰ্তা হিচাপেও মাণিকচন্দ্ৰ বৰুৱাৰে নাম ল'ব পাৰি সৰ্বপ্ৰথমে। অসমীয়া ৰাইজৰ এই সভা গঠন কৰিবৰে পৰা তেওঁৰ অন্তিম-কাললৈকে মাণিকচন্দ্ৰ বৰুৱাই সাধাৰণ সম্পাদকৰ বিষয়বাব লৈ তাৰ কাম সুচাৰুৰূপে সম্পন্ন কৰিছিল। এই সভাৰ তৰফৰ পৰা ব্ৰিটিছ চৰকাৰক অসমৰ বাবে কাম কৰিবলৈ ভালেমান আবেদন-নিবেদন কৰিছিল। ব্ৰিটিছেও তেওঁৰ নিবেদন সহানুভূতিৰে বিবেচনা কৰিছিল।... ব্ৰিটিছ ৰাজ দৰবাৰ আদিলৈকো তেওঁ অসমৰ সৰ্বাতোকৈ অগ্ৰগণ্য প্ৰতিনিধিৰূপে আমন্ত্ৰিত হৈছিল। ১৯০২ আৰু ১৯১১ চনত দিল্লী চহৰত ক্ৰমে সপ্তম এডোৱাৰ্ড আৰু সম্ৰাট পঞ্চম জৰ্জৰ যি অভিষেক দৰবাৰ হৈছিল, তালৈ তেওঁক সাদৰেৰে নিমন্ত্ৰণ কৰা হৈছিল।

অসমত উচ্চ শিক্ষানুষ্ঠান গঢ়ি তোলাৰ ক্ষেত্ৰত মাণিকচন্দ্ৰ বৰুৱাৰ সমান অৱদান আন কাৰোবাৰ আছে বুলি আমাৰ মনে নধৰে। কটন কলেজ আৰু 'আৰ্ল ল' কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেওঁৰ অৱদান সৰ্বাতোকৈ বেছি। 'অসমত উচ্চ শিক্ষাৰ বাবে এখন কলেজ লাগে' বুলি ঊনবিংশ শতিকাৰ শেষ দশকটোত মাণিকচন্দ্ৰই এক ধৰণৰ জন-জাগৰণৰ সৃষ্টি কৰিছিল। আনকালে কেইগৰাকীমান গুণী-জ্ঞানী অসমীয়াই অসমত কলেজ স্থাপনৰ বিৰোধিতা কৰিছিল। তেওঁলোকে কৈছিল, অসমৰ আন ঠাইৰ ল'ৰাই গুৱাহাটীত পঢ়িলেও ২০ টকা খৰচ হ'ব, কলিকতাতো ২০ টকাৰেই হয়। তদুপৰি গুৱাহাটীত চাৰি বছৰ পঢ়ি যি শিকিব, কলিকতাত সেয়া এবছৰ থাকিয়েই শিকিব ইত্যাদি ইত্যাদি। গুৱাহাটীত কলেজ নালাগে বুলি কোৱাসকলৰ পক্ষত জগন্নাথ বৰুৱা, গঙ্গাগোবিন্দ ফুকন, আব্দুল মজিদ (পাছত কলিকতা হাইকোৰ্টৰ জজ) আদিৰ দৰে প্ৰগতিশীল ব্যক্তিও আছিল। কিন্তু ফণীধৰ চলিহা, বেণুধৰ ৰাজখোৱা আদি ব্যক্তিসকলে অসমত কলেজ এখনৰ প্ৰয়োজন আছে বুলি মাণিকচন্দ্ৰ বৰুৱাৰ সপক্ষে মত দিছিল। মাণিকচন্দ্ৰ বৰুৱাই 'আসাম' নামেৰে তেওঁ সম্পাদনা কৰা কাকতখনত অসমত যে কলেজৰ প্ৰয়োজন আছে, এই সম্পৰ্কত তীব্ৰ বিতৰ্কৰো সৃষ্টি কৰিছিল।

১৮৯৮ চনৰ মাৰ্চত মাণিকচন্দ্ৰই গুৱাহাটীত কলেজ পতাৰ বিপক্ষে থকা যুক্তিবোৰ এটা এটাকৈ খণ্ডন কৰি ব্ৰিটিছ চৰকাৰৰ ওচৰত আবেদন জনালে। তাত তেওঁ কৈছিল যে অসমেই এনে এখন প্ৰদেশ, য'ত কলেজ নাই। ক'বলৈ গ'লে ইয়াত উল্লেখযোগ্য উচ্চ শিক্ষানুষ্ঠান এখনো নাই। ইউৰোপীয় অধ্যক্ষ এজন ৰাখি কলেজ এখন উজনি আৰু নামনিৰ সংযোগস্থল গুৱাহাটীতে স্থাপন কৰা উচিত।

অৱশেষত অসমৰ সেই সময়ৰ শাসনকৰ্তা (চীফ কমিছনাৰ) ছাৰ হেনৰী কটনে এক জাননীযোগে ৰাইজৰ মতামত জানিব বিচাৰিলে। ৰাইজৰ ফালৰ পৰা কলিকতাত অসমীয়া ছাত্ৰৰ বাবে হোষ্টেল সজাতকৈ অসমত এখন প্ৰথম শ্ৰেণীৰ কলেজ পতাৰ অভূতপূৰ্ব সঁহাৰি পাই হেনৰী কটনে ১৮৯৯ চনৰ ২৯ ছেপ্টেম্বৰৰ আসাম গেজেটত গুৱাহাটীত এখন কলেজ পতাৰ সিদ্ধান্ত ঘোষণা কৰে। তাৰ পাছত ১৯০১ চনৰ ২৭ মে'ৰ দিনা কটন কলেজৰ প্ৰথম ভেটি স্থাপন কৰা হয়। সেইদিনা ছাৰ হেনৰী কটনে এক দীঘলীয়া ভাষণ দিছিল। ভাষণৰ মূল বক্তব্য আছিল মাণিকচন্দ্ৰ বৰুৱা আৰু কটন কলেজ। উদ্বোধনী অনুষ্ঠানত গীত পৰিবেশন কৰিছিল বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে আৰু হাৰমণিয়াম বজাইছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে।

ভাৰতৰ সেই সময়ৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জন গুৱাহাটীলৈ (১৯০০ চনত) আহোতে তেখেতৰ অভ্যৰ্থনাৰ বাবে যি বৃহৎ পুঁজি সংগৃহীত হৈছিল, তাৰ অপব্যয় নকৰি মাণিকচন্দ্ৰই নিজৰ উদ্যোগত কাৰ্জন হল (বৰ্তমান তাৰ নাম নবীন চন্দ্ৰ বৰদলৈ হল) প্ৰতিষ্ঠা কৰিলে।

ইমান পৰে মাণিকচন্দ্ৰৰ সাংসাৰিক জীৱনৰ বিষয়ে কোৱাই নহ'ল। ১৮৮১ চনত মুন্সিফ লক্ষ্মীলাল বৰুৱাৰ তৃতীয়া কন্যাক বিয়া কৰাইছিল যদিও ১৭ বছৰীয়া সংসাৰ জীৱন পাৰ কৰাৰ পাছত দুগৰকী কন্যা সন্তান এৰি পত্নীৰ মৃত্যু হৈছিল। তেতিয়াৰে পৰা তেওঁ গৃহিণীহীন গৃহস্থ হৈ বৰজীয়েক-জোঁৱায়েক আৰু ভাগিনৰ ওপৰতে সংসাৰৰ ভাৰ অৰ্পণ কৰি ৰাইজৰ সেৱাত জীৱন উৎসৰ্গা কৰিছিল।

মাণিকচন্দ্ৰৰ গুণৰ অন্ত নাই। তেওঁ স্বদেশ আৰু স্বজাতিক যিমানখিনি দিলে, তাৰ বিনিময়ত কিন্তু একো নল'লে। মাথো কৰ্মত বিশ্বাসী মাণিকচন্দ্ৰৰ কোনো পুৰস্কাৰ-সন্মান বা বিষয়বাবৰ প্ৰতি কাহানিও মোহ নাছিল। তেওঁৰ স্বাস্থ্য প্ৰায়েই ভালে নাথাকিছিল যদিও কামত পিছ হুহকি যোৱা স্বভাৱ তেওঁৰ কোনোকালেই নাছিল। কৰ্মত বিশ্বাসী এইজনা মহৎ অসমীয়াৰ ১৯১৫ চনৰ সাত ছেপ্টেম্বৰত মৃত্যু হয়। দীঘলীয়া জ্বৰত আক্ৰান্ত হৈ ২১ দিন নৰিয়া পাটীত পৰি মৃত্যুবৰণ কৰা স্বৰ্গীয় বৰুৱা আমাৰ বাবে হ'ব পাৰে উত্তম প্ৰেৰণা। স্বদেশ আৰু স্বজাতিৰ বাবে গঠনমূলক কামত আগভাগ লোৱা ব্যক্তিৰ আজি অত্যন্ত প্ৰয়োজন হৈছে।



(৩৫)

# জগন্নাথ বৰুৱা

আনন্দৰাম বৰুৱা আছিল অসমৰ প্ৰথম বি এ অৰ্থাৎ গ্ৰেজুৱেট। জগন্নাথ বৰুৱা অসমৰ দ্বিতীয়গৰাকী বি এ আৰু উজনি অসমৰ প্ৰথমগৰাকী গ্ৰেজুৱেট। তথাপি এইজনা ব্যক্তি 'বি এ জগন্নাথ' বুলি পৰিচিত আৰু আনন্দৰাম বৰুৱা 'চিভিলিয়ান' ৰূপে পৰিচিত। বি এ জগন্নাথ আৰু মাণিকচন্দ্ৰ বৰুৱা এনে দুজন ঘনিষ্ঠ বন্ধু, য'ত এজনৰ বিষয়ে লিখি, আনজনক বাদ দিলে কোনো লিখাই সম্পূৰ্ণতা নাপায়। এই দুয়োগৰাকী বিশিষ্ট ব্যক্তিৰ জন্ম হৈছিল একেটা বছৰতেই অৰ্থাৎ ১৮৫১ চনত (১৭৭৩ শক)। অসমৰ সামাজিক, ব্যৱসায়িক আৰু ৰাজনৈতিক জগতত এই ভোটাতৰা দুগৰাকীৰ যি প্ৰভাৱ আছিল, সেয়া অসমীয়া জাতিয়ে কোনোকালেই পাহৰিব নোৱাৰে। অৱশ্যে আজিৰ প্ৰজন্মই জগন্নাথ বৰুৱাৰ বিষয়ে বৰকৈ নাজানে। মাথো তেওঁৰ নামত প্ৰতিষ্ঠিত যোৰহাটৰ জগন্নাথ বৰুৱা বা জে বি কলেজখনৰ বিষয়েহে জানে। এই জে বি কলেজৰ প্ৰথমগৰাকী অধ্যক্ষ আছিল স্বনামধন্য কৃষ্ণকান্ত সন্দিকৈ। তেওঁ সুদীৰ্ঘ ডেৰটা দশকৰো অধিককাল এইখন কলেজলৈ সেৱা আগবঢ়াই অসমৰ অন্যতম জাকত জিলিকা শিক্ষাকেন্দ্ৰ হিচাপে গঢ়ি তুলিছিল। এইখন কলেজ গঢ়াৰ ক্ষেত্ৰত কৃষ্ণকান্তৰ পিতৃ ৰাধাকান্ত সন্দিকৈৰ ভূমিকা সৰ্বজনবিদিত। ৰাধাকান্ত সন্দিকৈ জগন্নাথ বৰুৱাৰ স্নেহধন্য আছিল।

উজনি অসমৰ যোৰহাটৰ এক ঐতিহ্যমণ্ডিত পৰিয়ালত জগন্নাথ বৰুৱাৰ জন্ম। তেওঁৰ পিতৃ হেমধৰ বৰুৱা এগৰাকী বিচক্ষণ পণ্ডিত আছিল। তেওঁ প্ৰথমতে পুলিচ বিভাগত দাৰোগা হিচাপে কাম কৰি পাছলৈ ডিপুটি কলেক্টৰৰ বিষয়বাব লাভ কৰিছিল। জগন্নাথৰ জন্মৰে পৰা পিতৃয়ে তেওঁক জ্ঞানৰ প্ৰতি স্পৃহা বঢ়াইছিল। পুত্ৰক শিক্ষাৰ জগতত খোজ পেলাবৰ বাবে সংস্কৃত সাহিত্য পঢ়ুৱাইছিল। ১৮৬৮ চনত ১৭ বছৰ বয়সত এণ্ট্ৰেন্স পাছ কৰি জগন্নাথে কলিকতাৰ ঐতিহ্যমণ্ডিত প্ৰেছিডেন্সী কলেজত মাণিকচন্দ্ৰ বৰুৱাৰে সৈতে নাম লিখাইছিল। ইয়াৰ বহু আগতেই দুয়োৰে মাজত বন্ধুত্ব গঢ়ি উঠিছিল।

সৰুৰে পৰা বিভিন্ন ক্ষেত্ৰত বুদ্ধিমত্তা প্ৰদৰ্শন কৰা জগন্নাথ বৰুৱাই কৈশোৰতে লেখক হিচাপেও প্ৰতিভা দেখুৱাইছিল।১৮৬৯ চনত গুৱাহাটী ইংলিছ চেমিনাৰীত 'গুৱাহাটী স্কুল ক্লাৱ' নামৰ এটি ক্লাৱ গঠন কৰা হৈছিল, যিটো ক্লাৱৰ অগ্ৰণী কৰ্মী আছিল জগন্নাথ বৰুৱা। গুৱাহাটী স্কুল ক্লাবৰ সভাত

১৮৬৯ আৰু ১৮৭০চনত জগন্নাথ বৰুৱাই (১) French Revolution (২) Physical Circumtances of a country with regard to civilisation আৰু (৩) History of Assam নামেৰে তিনিটা প্ৰবন্ধ লিখি পাঠ কৰিছিল। য'ত তেওঁৰ প্ৰভুত অধ্যয়ন আৰু বিচক্ষণতা ফুটি উঠিছিল। অথচ সেই সময়ত জগন্নাথ বৰুৱা আছিল কলিকতাৰ কলেজৰ প্ৰথম বা দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ।

কলিকতাৰ কলেজত পঢ়ি থাকোতেই ১৮৭২ চনত জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাই লগ লাগি ৰাধিকাৰাম ঢেকিয়াল ফুকনক লৈ তেতিয়াৰ ভাৰতৰ বৰলাট লৰ্ড নৰ্থব্ৰুকক অসম দেশৰ কথাৰে সুন্দৰ ইংৰাজীৰে এখন আবেদন-পত্ৰ দিয়ে। আবেদনত বিভিন্ন সমস্যাৰ উপৰি অসমৰ প্ৰাকৃতিক সম্পদ দেশৰ বিভিন্ন ঠাইত পৰিবহণ কৰিবৰ বাবে ৰেলপথ স্থাপনৰ বাবেও দাবী জনায়। ইয়াৰ পাছত কলিকতাৰ 'ইণ্ডিয়ান মিৰৰ', 'হিন্দু পেট্ৰিয়ট', 'অমৃত বাজাৰ পত্ৰিকা'ত তিনিটা কলেজীয়া ল'ৰাই বৰলাটক আবেদন দিছে বুলি নানা ধৰণৰ বিৰূপ আলোচনা হ'বলৈ ধৰিলে। অৱশ্যে 'হিন্দু পেট্ৰিয়ট' কাকতৰ সম্পাদকগৰাকীয়ে জগন্নাথ আৰু মাণিকচন্দ্ৰক এই আবেদন কৰাৰ ক্ষেত্ৰত সহায়ো কৰিছিল।

ভাৰতৰ বৰলাট বা গৱৰ্ণৰ জেনেৰেল এগৰাকীয়ে কোনো অসমীয়া মানুহৰ আবেদন-পত্ৰ গ্ৰহণ কৰাটো সেয়াই আছিল প্ৰথম ঘটনা। আবেদন-পত্ৰখন ইমানেই ভাল হৈছিল যে কলেজীয়া ল'ৰাৰ দৰ্খাস্ত বুলি গৱৰ্ণৰ জেনেৰেলে সেয়া আওকাণ নকৰি পাছত নিজে অসমলৈ আহি দৰ্খাস্তত লিখা অভাৱ-অভিযোগবোৰৰ বিচাৰ-খোচাৰ কৰি ভালেখিনি কথা সু-মীমাংসা কৰিবলৈ যত্নবান হৈছিল। উল্লেখ্য, বৰলাট লৰ্ড নৰ্থব্ৰুক অসমলৈ আহোতে তেখেতক অভ্যৰ্থনা জনাবলৈ যি টকা-পইচা গোটোৱা হৈছিল, তাৰে পৰা বৰলাটক আদৰিবলৈ শুক্ৰেশ্বৰৰ ওচৰত এক সুন্দৰ তোৰণ নিৰ্মাণ কৰা হৈছিল। জাহাজৰ পৰা নামি বৰলাটে সেই তোৰণ দেখি মুগ্ধ হৈছিল। জগন্নাথ আৰু মাণিকচন্দ্ৰৰ আছিল সেয়াই প্ৰথম ৰাজহুৱা কাম।

১৮৭২ চনত জগন্নাথ বৰুৱাই বি এ পাছ কৰে। অৱশ্যে পৰীক্ষাৰ আগতেই তেওঁৰ পিতৃৰ বিয়োগ ঘটিছিল। তেওঁ বি এ পাছ কৰা বছৰতে 'নেটিভ চিভিল ছাৰ্ভিচ' (Native Civil Service) পৰীক্ষাত উচ্চস্থান অধিকাৰ কৰি উত্তীৰ্ণ হৈছিল। কলিকতাত পঢ়ি থাকোতেই বিভিন্ন সাংগঠনিক আৰু সামাজিক কামত দক্ষতা লাভ কৰি জগন্নাথ বৰুৱাই তেওঁৰ স্বদেশপ্ৰেম, স্বজাতিপ্ৰেম আৰু বহলকৈ ক'বলৈ গ'লে মানৱপ্ৰেমৰ উদাহৰণ দেখুৱাইছিল। বি এ আৰু নেটিভ চিভিল ছাৰ্ভিচ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতে বঙ্গদেশৰ চৰকাৰে বি এ জগন্নাথক ১০০ টকা দৰমহাৰে এছ ডি চিৰ চাকৰি যাচিছিল। তেতিয়া এনেদৰে

উচ্চ পদস্থ চৰকাৰী চাকৰি পোৱাটো কম সৌভাগ্যৰ কথা নাছিল! কিন্তু স্বাধীন চিন্তা-চেতনাৰে উদ্বুদ্ধ জগন্নাথ বৰুৱাই লোভনীয় চাকৰি নেওচি স্বাধীন ব্যবসায় কৰি স্বাবলম্বী হিচাপে থিয় দিয়াৰ কথাহে চিন্তা কৰিছিল।

জগন্নাথ বৰুৱাই যোৰহাটলৈ ঘূৰি আহি পৈতৃক সম্পত্তি হিচাপে হাবিয়নী হৈ থকা ৩০ একৰ খেতিৰ মাটি কামত লগোৱাৰ কথা চিন্তা কৰিলে আৰু সেই মাটিত চাহ বাগিচা গঢ়ি তুলিবলৈ সংকল্প ল'লে।... সেই সময়ত চৰকাৰী চাকৰি কৰি আনন্দত জীৱন উপভোগ কৰাটোৱেই মধ্যবিত্ত অসমীয়াৰ একমাত্র আকাংক্ষা আছিল। ব্যৱসায়-বাণিজ্যত নামি মিছাকৈ অযথা কষ্ট কৰাৰ বাবে কোনো পক্ষপাতী নাছিল। সেইবাবেই জগন্নাথ বৰুৱাই ব্যৱসায়ত নামি পৰাৰ বাবে হাবি ভাঙি চাহ খেতি কৰিব ওলোৱা দেখি তেওঁৰ বন্ধুসকলে ইতিকিং কৰিছিল। এদিন এজন বন্ধুৱে জগন্নাথক বলিয়া বুলি কৈছিল। বন্ধুজনৰ কথাত খং নকৰি জগন্নাথ বৰুৱাই হাঁহি হাঁহি কৈছিল, '২০ বছৰৰ ভিতৰত মই তোমাক দেখুৱাম যে চাকৰি নকৰিও মানুহে কেনেকৈ মানুহ বোলাই খাব পাৰে।' ঠিক ২০ বছৰৰ পাছত এদিন আবেলি চাহ খোৱা মেলত জগন্নাথ বৰুৱাই ৰায়বাহাদুৰ জগন্নাথ ফুকনৰ আগত সেই বন্ধুজনৰ কথা কৈছিল—"তুমি আজিকালি স্বীকাৰ কৰানে যে চাকৰি নকৰিও মানুহে মানুহ বোলাই খাব পাৰে?"

বোধহয় ব্যৱসায়-বাণিজ্য কি বুজি নোপোৱা বা তেনেক্ষেত্রত আগবাঢ়িবলৈ সাহস নকৰা (সুবিধা নোপোৱা!) জাতিয়েই হ'ল অসমীয়া। ভাৰতৰ বিভিন্ন ৰাজ্যৰ জনজাতি সকলো অৱশ্যে অসমীয়াৰ দৰেই। অসমীয়াৰ বাহিৰে অন্যান্য ভাৰতীয় জাতি, যেনে— গুজৰাটী, মাৰাঠী, বঙালী, পাঞ্জাবী, মাৰোৱাৰীসকল অসমীয়াৰ তুলনাত বহু গুণে আগবঢ়া। পর্তুগীজ নাবিক ভাস্কো-দা-গামাই সাগৰীয় পথেদি ভাৰতলৈ আহোতে ইউৰোপ বা আফ্রিকাৰ বহু উপকূল পাৰ হৈ আহিছিল। তেওঁ সেই সময়ত পৃথিৱীৰ বিভিন্ন প্রান্তৰত ব্যৱসায় কৰা গুজৰাটী লোকক লগ পাইছিল। কোৱা হয়, এজন গুজৰাটী ব্যৱসায়ীয়েই ভাস্কো-দা-গামাক সাগৰীয় পথেদি আনি কালিকট বন্দৰত উপস্থিত হোৱাত সহায় কৰিছিল। আজি কেইবাশ বছৰ আগৰ গুজৰাটীসকলৰ ব্যৱসায়িক ঐতিহ্য আজিও অটুট আছে। জনজাতিসকলে পাহাৰ-পর্বত আৰু তাৰ নামনিৰ হাবি-বননিত বাস কৰাৰ বাবেই বৰ বেছিকৈ ঘূৰা-ফিৰা নকৰিছিল। বাহিৰৰ সংস্কৃতিৰ সৈতে তেওঁলোকৰ যোগাযোগ নাছিল। কিন্তু বাহিৰৰ সংস্কৃতিৰ সৈতে পৰিচিত অসমীয়াসকলে কেতিয়াও ব্যৱসায়-বাণিজ্যত সমূহীয়াভাৱে আগবাঢ়ি যোৱা জাতি হিচাপে নিজকে প্রতিপন্ন কৰিব নোৱাৰিলে, অথচ ব্রহ্মপুত্র নদীয়ে অসমৰ জল পৰিবহণ ব্যৱস্থাত বৈপ্লৱিক পৰিবর্তন আনিব পাৰিলেহেঁতেন! দুখৰ কথা আজিৰ পৰা ১২৮ বছৰমানৰ আগতেই জগন্নাথ

বৰুৱা বা মাণিকচন্দ্ৰ বৰুৱাই যি চিন্তা কৰিছিল আজিৰ অসমীয়াইও সেই চিন্তা কৰিব পৰা নাই। ব্যৱসায়ৰ ক্ষেত্ৰত (ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয় ভৰত) আগবাঢ়ি যোৱা এজন অসমীয়াৰ নামো আমি এই পৰ্যন্ত ভাবি উলিয়াব পৰা নাই।

অৱশ্যে নিজৰ মুল্লুকতে, নিজৰ মানুহকে ঠগি, দাদাগিৰি কৰি ব্যৱসায়(!) কৰা অসমীয়া ডেকা ল'ৰাৰ সংখ্যা আজি বহুত। আজি অৱশ্যে অসমৰ বিভিন্ন ঠাইৰ ডেকাই চাহ খেতিৰ কথা চিন্তা কৰিছে আৰু সেই কামত আগবাঢ়িছে। এয়া নিশ্চয় জগন্নাথ বৰুৱাৰ অৱিহণাৰে ফল। জগন্নাথ বৰুৱাক অসমৰ প্ৰথমজন সফল চাহ ব্যৱসায়ী বুলিও চিহ্নিত কৰিব পাৰি। ব্যৱসায়ত উন্নতি কৰিবলৈ যিবোৰ গুণৰ অতি আৱশ্যক, সেই সৎসাহস, ধৈৰ্য, উদাৰতা, কষ্ট সহিষ্ণুতা, নিয়মানুবৰ্তিতা— সকলো ধৰণৰ গুণেই বৰুৱাৰ আছিল। কোনো মানুহকে তেওঁ বেয়া ব্যৱহাৰ নকৰিছিল। আনকি ঘৰত কাম কৰা লগুৱাকো তেওঁ 'তুমি' বুলি সম্বোধন কৰিছিল। তেওঁৰ উদাৰতাত মুগ্ধ হৈ সেই সময়ৰ ইংৰাজ, বঙালী আৰু অসমীয়া সকলোৱেই তেওঁক সন্মান কৰিছিল আৰু শ্ৰদ্ধাত নতশিৰ হৈছিল।

অসমত তেতিয়া সৰ্বসাধাৰণৰ 'পাব্লিক অপিনিয়ন' বা জনমতৰ গঠন প্ৰক্ৰিয়াই গঢ় লৈ উঠা নাছিল। এনে এক মূল্যবান অত্যাৱশ্যকীয় বিষয় সম্পৰ্কে কলিকতাত পঢ়া-শুনা কৰি থাকোতেই চিন্তা-চৰ্চা কৰিছিল জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাই। অসমীয়াসকলৰ ৰাজহুৱা মতামত কেনেকৈ শক্তিশালীভাৱে প্ৰতিষ্ঠা কৰিব পৰা যায়, সেই সম্পৰ্কত দুয়ো চিন্তা কৰিছিল। পাছত মাণিকচন্দ্ৰই কাঠ আৰু চাহৰ ব্যৱসায় আৰু জগন্নাথ বৰুৱাই চাহ খেতিৰ বাবে পৰিশ্ৰম কৰিও ৰাজহুৱা কামত দুয়ো লাগি থাকিছিল।

১৮৭৫ চনত জগন্নাথ বৰুৱাৰ যত্নত যোৰহাটত 'সাৰ্বজনীন সভা' নামেৰে ৰাইজৰ প্ৰতিনিধিমূলক এক অনুষ্ঠানে গঢ় লয়। এই অনুষ্ঠানৰ জৰিয়তে যোৰহাটত তেতিয়া বহু কাম সম্পন্ন হৈছিল। তাৰ ভিতৰত মাজুলী আৰু ব্ৰহ্মপুত্ৰৰ চাপৰিত উৎপন্ন হোৱা গাখীৰ, মাছ, মাহ, সৰিয়হ, শাক-পাচলি আদিৰ বেহা-বেপাৰ যোৰহাট নগৰৰ সৈতে সুচল কৰিবলৈ কঁকিলামুখৰ পৰা যোৰহাট নগৰলৈ ১০ মাইল দীঘল আলি বন্ধোৱা হয়। এই সাৰ্বজনীন সভাৰ জৰিয়তে এবাৰ ইংৰাজ চৰকাৰে খাজনা বঢ়োৱাৰ বাবে তীব্ৰ আন্দোলন গঢ়ি তোলা হয়। সেই আন্দোলনত চৰকাৰে ভালেকেইজন লোকক গ্ৰেপ্তাৰ কৰিছিল। সেই মোকৰ্দমাত বি এ জগন্নাথে নিজৰ ধন খৰচ কৰি কলিকতাৰ পৰা ডাঙৰ উকীল আনিছিল আৰু মোকৰ্দমাত জয়লাভ কৰি গ্ৰেপ্তাৰ হোৱা লোকসকলক মুক্ত কৰিছিল। এই সভাই অসমত কানিৰ প্ৰচলন বন্ধ কৰাৰ বাবেও বিভিন্ন কৰ্মপন্থা হাতত লৈছিল। এই সাৰ্বজনীন সভাই সমগ্ৰ অসমত

বিস্তৃতি লাভ কৰি 'অসম এছোচিয়েশ্বন' নামেৰে শক্তিশালী অনুষ্ঠানৰ ৰূপ লয় আৰু ৰাইজৰ বিভিন্ন দাবীত সৰৱ হৈ পৰে। এই এছছিয়েশ্বনৰ তিনিগৰাকী মূল ব্যক্তি আছিল— মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আৰু গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা।

স্মৃতিশক্তিত অতি প্ৰখৰ জগন্নাথ বৰুৱাই তেতিয়াৰ অসমৰ বিভিন্ন কথাই ভালদৰে মনত ৰাখিছিল। কোনে কি কাম কৰিছে, বাতৰি কাকতবোৰত কোনে কি লিখিছে সেই কথাও তেওঁৰ নখ দৰ্পণত আছিল। তদুপৰি ইংৰাজী আৰু সংস্কৃত ভাষাতো তেওঁ পণ্ডিত আছিল। এনেবোৰ গুণৰ বাবেই তেওঁ সৰ্বসন্মত নেতা হোৱাৰ লগতে ইংৰাজ চৰকাৰৰো প্ৰিয়পাত্ৰ হৈ উঠিছিল। ইংৰাজ চৰকাৰে তেওঁক ১৮৯৮-৯৯ চনত 'ৰায়বাহাদুৰ' খিতাপ দি সন্মান যাচিছিল আৰু তেওঁক অনাৰেৰী মেজিষ্ট্ৰেট পাতি ঘৰতে গোচৰ সুধিবলৈ দিছিল। মেজিষ্ট্ৰেট হিচাপেও নিৰপেক্ষভাৱে যুক্তি-তৰ্কৰ বিচাৰ কৰি জগন্নাথ বৰুৱাই বিচক্ষণতা দেখুৱাইছিল।

১৮৭৫ চনৰ ফেব্ৰুৱাৰী মাহত জগন্নাথ বৰুৱাই গুৱাহাটীৰ উজান বজাৰৰ পৰ্বতীয়া ফুকণৰ ঘৰৰ লীলাৱতী দেৱীক বিয়া কৰায়। লীলাৱতীয়ে এটা পুত্ৰ আৰু এজনী কন্যা সন্তানৰ জন্ম দি ইহসংসাৰৰ পৰা মেলানি মাগিলে। মনৰ দুখত কেইবছৰমান বিয়া নকৰালেও বাধ্যত পৰি জগন্নাথে প্ৰথম অসমীয়া ৰায়বাহাদুৰ পূৰ্ণানন্দ বৰুৱাৰ কণিষ্ঠা কন্যা ত্ৰৈলোক্যেশ্বৰী দেৱীক ১৮৮৮ চনৰ ১৯ জুনত বিয়া কৰায়। ত্ৰৈলোক্যেশ্বৰী দেৱীৰ ফালৰ পৰা জগন্নাথ বৰুৱাৰ কোনো সন্তান-সন্ততি নাছিল। জগন্নাথৰ একমাত্ৰ পুত্ৰ দেৱেন্দ্ৰ নাথ বৰুৱা চাহ ব্যৱসায়ীৰ ওপৰিও কবি, গীতিকাৰ, সুৰকাৰ আৰু শিল্পী আছিল। জগন্নাথৰ একমাত্ৰ কন্যা স্বৰ্ণশশী দেৱীক বিয়া কৰাইছিল কবি-সাহিত্যিক চন্দ্ৰধৰ বৰুৱাই।

জগন্নাথ বৰুৱা এগৰাকী বাগ্মী পুৰুষ আছিল। ১৯০২ চনত বিলাতত হোৱা ইংলণ্ডৰ ৰজা সপ্তম এডোৱাৰ্ডৰ অভিষেকলৈ তেওঁ নিমন্ত্ৰিত হৈছিল অসমৰ প্ৰতিনিধি স্বৰূপে। ইংলণ্ডৰ বিভিন্ন সভাত বক্তৃতা দি তেওঁ সন্মানিত হৈছিল। তেতিয়াৰ ইংলণ্ডৰ কাকতবোৰে লিখিছিল যে অতি কমসংখ্যক ইংৰাজেহে তেওঁৰ দৰে ইংৰাজী ভাষাত বক্তৃতা দিব পাৰে।

জগন্নাথ বৰুৱাৰ যোৰহাটৰ বিশাল ঘৰটো তেতিয়া অসমৰ ভিতৰতে বাঞ্ছকৰনীয়া বাসগৃহৰূপে স্বীকৃত হৈছিল। পাশ্চাত্য ধৰণেৰে এই সুসজ্জিত 'বৰপাত্ৰ কটেজ'নামৰ ঘৰটো বিভিন্ন ব্যৱসায়িক, সামাজিক আৰু ৰাজনৈতিক আলোচনা গৃহ হৈ পৰিছিল। ইয়াতেই পাছত জগন্নাথ বৰুৱা কলেজে মূৰ দাঙি উঠিছিল।

জগন্নাথ বৰুৱাই নিজে চাহ ব্যৱসায় কৰিছিল আৰু অন্যান্য লোকৰ চাহ খেতিত আত্মনিয়োগ কৰি স্বাধীন জীৱিকাৰ বাট দেখুৱাইছিল। নিজৰ ব্যৱসায়ৰ

লগতে অসমৰ ৰাজহুৱা জীৱনতো বিৰল ভূমিকা গ্ৰহণ কৰা জগন্নাথ বৰুৱাৰ বিষয়ে ৰাধানাথ ফুকণে লিখিছে - "তেওঁ বৰ উদাৰ, সৰল আৰু ওখ মনৰ মানুহ আছিল। তেওঁ অসমীয়া, ইংৰাজ, বঙ্গালী সকলোকে সমানে ভাল পাইছিল। তেওঁৰ এটা আশ্চাৰ্য গুণ আছিল যে তেওঁ সকলোৰে লগত মিলিব পাৰিছিল আৰু সকলোকে কথাৰে তুষ্ট কৰিব পাৰিছিল। জগন্নাথ বৰুৱাৰ প্ৰত্যেক কথাই তেওঁৰ উদাৰ ভাৱৰ পৰিচয় দিছিল ; আৰু সেইৰাবেই তেওঁৰ কথাত সকলো মোহিত হৈছিল ; আৰু সেই অসাধাৰন গুণ নথকা হ'লে বিলাতলৈ গৈ তেওঁ সকলোৰে আদৰ আৰু প্ৰশংসা লাভ কৰিব নোৱাৰিলেহেঁতেন।" এই মহান অসমীয়াৰ মৃত্যু ঘটে কলিকতাত ১৯০৭ চনৰ ২১ এপ্ৰিলৰ দিনাখন। মাথো ৫৬ বছৰতে হোৱা এই মৃত্যুৰ পূৰ্বে তেওঁৰ শৰীৰ ভাঙি পৰিছিল আৰু বহু চিকিৎসা কৰায়ো তেওঁৰ স্বাস্থ্যৰ উন্নতি নহ'ল।

বিশাল ব্যক্তিত্বৰ অধিকাৰী জগন্নাথ বৰুৱাই অসমৰ শিক্ষা জগতখনক পোহৰাই তুলিবলৈ অশেষ যত্ন কৰিছিল। তাৰ বাবে উজনি অসমৰ প্ৰধান নগৰ যোৰহাটত এখন কলেজ খোলাৰো পৰিকল্পনা হাতত লৈছিল। কিন্তু তেওঁৰ অকাল মৃত্যুয়ে সেয়া সম্ভৱ হ'বলৈ নিদিলে। তাৰ পাছত ১৯৩০ চনত ৰাধাকান্ত সন্দিকৈ, শিক্ষাবিদ তুলসীনাৰায়ণ শৰ্মা, মুৰলীধৰ বৰুৱা আদিৰ উদ্যোগত যোৰহাটত এখন কলেজ গঢ় লৈ উঠে। প্ৰথমতে কলেজখনৰ নাম 'আপাৰ আসাম কলেজ' দিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল যদিও পাছত জগন্নাথ বৰুৱাৰ নামতহে কলেজখনৰ নামকৰণ কৰা হয়। উজনি অসমৰ শিক্ষা জগতত এক উজ্জ্বল বৰঙণি যোগোৱা জে বি কলেজে আজিও জগন্নাথ বৰুৱাৰ দৰে প্ৰবল আত্মসন্মানেৰে মূৰ দাঙি থিয় দি আছে।



(৩৬)

# ভোলানাথ বৰুৱা

একেবাৰে শূন্যৰ পৰা ওপৰলৈ উধাব জনা মানুহ ভোলানাথ বৰুৱা। সকলো যেন উছন্ন গ'লেও হাৰ নামানে এইগৰাকী ব্যক্তিয়ে। অসীম সাহস, পৰিশ্ৰম আৰু বুদ্ধিমত্তাৰে তেওঁ শূন্যক এশ কৰিব পাৰে। ব্যৱসায় ধ্বংস হৈ গৈছে কথা নাই, আকৌ নতুনকৈ গঢ়ি তোলাত যি তৃপ্তি... সেই তৃপ্তি লভিবৰ বাবেই যেন ভোলানাথ বৰুৱা বদ্ধপৰিকৰ।..... আজিও অসমীয়া মানুহৰ ব্যৱসায়িক বুদ্ধি (মানসিকতা) গঢ়ি নুঠিল বুলি যি বদনাম আছে, সেয়া আজিৰ পৰা এশ বছৰৰ আগতেই ভোলানাথে নাশ্চাৎ কৰি গৈছিল। সেইবাবেই ভোলানাথ বৰুৱাক অসমীয়াৰ শ্ৰেষ্ঠ ব্যৱসায়ী হিচাপে আখ্যা দিয়াত বোধহয় কাৰো দ্বিমত নাথাকিব। কাৰণ সঁচা অৰ্থতেই তেওঁ আছিল ব্যৱসায়ী, পকা ব্যৱসায়ী; তাৰ বাহিৰে আন একো নহয়।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক ভোলানাথেই প্ৰথমতে ব্যৱসায়ৰ পাঠ দিছিল। ভোলানাথে নিজতকৈ ১৫ বছৰে সৰু লক্ষ্মীনাথক কলিকতাত নিজৰ ভাই বুলিয়েই পৰিচয় কৰি দিছিল। দুয়ো গঢ়ি তুলিছিল যৌথ ব্যৱসায়। অৱশ্যে বেছিদিনলৈ সেয়া টিকি নাথাকিল।... লক্ষ্মীনাথে গোটেই জীৱনছোৱা পাৰ কৰিলে ব্যৱসায় কৰিয়েই। এই যে ব্যৱসায়ৰ প্ৰতি লক্ষ্মীনাথৰ ৰাপ অথবা যৎসামান্য ব্যৱসায়িক বুদ্ধি, সেয়াও কিন্তু ভোলানাথ বৰুৱাৰে প্ৰেৰণাৰ ফচল।

লক্ষ্মীনাথ বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত ভোলানাথ বৰুৱাৰ বিষয়ে লিখিছে যে চন্দ্ৰকুমাৰ আগৰৱালা আৰু তেওঁ (লক্ষ্মীনাথে) কলিকতাৰ শোভাৰাম বসাক লেনত দুই মহলাৰ ঘৰ এটা ভাড়াত লৈ থাকিবলৈ ল'লে। ঘৰখনত মুঠ তলে-ওপৰে মিলাই ছটা কোঠালি। ওপৰৰ তিনিটা কোঠালিৰ দুটাত চন্দ্ৰকুমাৰ আৰু লক্ষ্মীনাথক (তলত থাকে চাকৰ-নাকৰ) জোৰে দেখি এটা কোঠালি বাঢ়ি গ'ল। সেই কোঠালিটো তেওঁলোকে কলিকতাৰ 'মৰ্টন স্কুল'ৰ হেডমাষ্টৰ আৰু ৰামকৃষ্ণ পৰমহংস দেৱৰ প্ৰধান শিষ্য মহেন্দ্ৰনাথ গুপ্তক ভাড়াত দিছিল।..... কিছুদিনৰ পাছত চন্দ্ৰকুমাৰে কলিকতা এৰি পাটনালৈ বি এ পঢ়িবলৈ গুচি গ'ল। তাৰ পাছত চন্দ্ৰকুমাৰে এৰি থৈ যোৱা কোঠালিটো আনন্দচন্দ্ৰ আগৰৱালাই অধিকাৰ কৰিছিল আৰু তাৰ পৰাই বেজবৰুৱা সম্পাদিত 'জোনাকী' কাকত ওলাইছিল।

এদিন মহেন্দ্ৰ গুপ্ত বাবুৱেও কোঠালিটো এৰি দিলে আৰু ভোলানাথ

বৰুৱা মহেন্দ্ৰ বাবুৰ সেই কোঠালিটোৰ বাসিন্দা হ'ল। এয়া বোধহয় ১৮৯২-৯৩ চনৰ ঘটনা। বেজবৰুৱাৰ নিজৰ ভাষাত—"মাণিকচন্দ্ৰ বৰুৱাৰ সৈতে কৰা তেওঁলোকৰ ডাঙৰ ব্যৱসায়টো বন্ধ হ'লত ভোলানাথ বৰুৱা কলিকতালৈ গুচি আহিল।... ভোলানাথ বৰুৱা মানুহজন কেনে সৰবৰহী আৰু সুচতুৰ পকা ব্যৱসায়ী আছিল, তেওঁক দেখাসকলক সৰহকৈ কৈ দিবৰ আৱশ্যক নাই (ইয়াৰ কিছু বছৰ আগতেই ভোলানাথৰ সৈতে লক্ষ্মীনাথৰ চিনাকি হৈছিল কলিকতাতে)। মই তেতিয়াও কলেজীয়া জীৱনৰ পৰা একেবাৰেই হাত ধুই নোলোৱা কেঁচা ডেকা ছাত্ৰ। তেওঁৰে সৈতে কথা-বাৰ্তা পাতি, মিলি-জুলি মই তেওঁৰ ব্যৱহাৰত একেবাৰে মুগ্ধ হৈ প'লো। দিনে দিনে তেওঁ মোৰ মনৰ চাৰিওটা ঢাপ ভালকৈ অধিকাৰ কৰিবলৈ ধৰিলে। সাংসাৰিক জীৱন যাত্ৰা নিৰ্বাহত তেওঁ পকা জুনা নাৰিকলটো যেন আৰু মই কেঁচা ডাব। মোৰ সম্বল কলেজত সংগ্ৰহ কৰা 'পুস্তকস্থা বিদ্যা', আকাশত চাং আৰু অদূৰদৰ্শিতা। তেওঁৰ সম্বল জীৱন যুদ্ধত যুঁজি-বাগি সংগ্ৰহ কৰা ব্যৱহাৰিক জ্ঞানৰ অভিজ্ঞতা আৰু বহুদৰ্শিতা (তেতিয়া ভোলানাথৰ বয়স ৩৯/৪০ বছৰ)।... 'জোনাকী'ত ওলোৱা মোৰ লেখাবোৰ পঢ়ি আগৰে পৰা মোৰ গঢ়-গতি, স্বভাৱ আনেকখিনি তেওঁ জানি লৈছিল। এতিয়া মোৰে সৈতে একেলগে থাকি বাকীখিনি তীক্ষ্ণ বুদ্ধিসম্পন্ন তেওঁৰ বুজিবলৈ পলম নালাগিল। খুহুতীয়া গল্প, ৰঙিয়াল কথা আৰু ঘাইকৈ লোকৰ মন আকৰ্ষণ কৰিব পৰা কথা আৰু ব্যৱহাৰেৰে তেওঁ মোক বশ কৰি পেলালে। মোৰ হৈ যোৱা বিয়াৰ বিষয়তো তেওঁৰ উদাৰ মন্তব্য আদিয়ে মোৰ মনৰ প্ৰসন্নতা বঢ়ালে; কাৰণ সেই কাৰ্যৰ তীব্ৰ মন্তব্যহে অহকাণে-পহকাণে মই শুনিবলৈ পাইছিলো [কে থোৱা ভাল, প্ৰজ্ঞাসুন্দৰীৰ লগত লক্ষ্মীনাথৰ তেতিয়া বিয়া হ'লেও প্ৰজ্ঞাসুন্দৰীৰ দেউতাকৰ ঘৰ অৰ্থাৎ জোড়াসাঁকোতে আছিলগৈ। হয়তো প্ৰজ্ঞাৰ স'তে সংসাৰ কৰাৰ সামৰ্থ্য (অৰ্থ-সম্পত্তি) বেজবৰুৱাৰ তেতিয়া নাছিল]।

আমি একেলগে থকাৰ ১৫ দিনমানৰ পাছতে তেওঁ (ভোলানাথ) নৰিয়াত পৰিল। সেই নৰিয়া দীঘলীয়াকৈ দুমাহমান আছিল। তেওঁ একপ্ৰকাৰ শয্যাগত।... তেওঁ দিনে-ৰাতিয়ে প্ৰায় সকলো সময়তে মোক নৰিয়াপাটীৰ কাষত বিচাৰিছিল (লক্ষ্মীনাথে সমুখত বি এল পৰীক্ষা থকা সত্ত্বেও ভোলানাথ বৰুৱাৰ একাণপতীয়াকৈ সেৱা-শুশ্ৰূষা কৰিছিল, পাছত বি এল পৰীক্ষাত ফেইল কৰিছিল)।

বি এল আৰু এম এ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে লক্ষ্মীনাথ বেজবৰুৱাই। তাৰ পাছত ভোলানাথ বৰুৱাৰ কাষ চাপিল। তেওঁৰেই ভাষাত-"...স্বাধীনভাৱে ব্যৱসায়-বাণিজ্য বৃত্তিকে ধৰি জীৱন কটাবলৈ সংকল্প কৰিলো।

শ্ৰীযুত ভোলানাথ বৰুৱাক মোৰ মনৰ কথা এদিন ক'লতে তেওঁ মোক আঁকোৱালি ল'লে। তেওঁৰে সৈতে লগ লাগি ব্যৱসায় কৰাকে স্থিৰ কৰি একান্ত মনেৰে মই কাৰ্যত লাগি গ'লো। তেওঁ গা ভাল পাই উঠি সৰু-সুৰা ব্যৱসায়ত ধৰিছিল। প্ৰথমতে কলিকতাৰ মেক্ লিউড (Mc-leod) কোম্পানীক তেওঁ বাৰচেৰেক গাৰো পৰ্বতৰ পৰা অলপ-অচৰপ কপাহ আনি বেচিছিল। তাৰ পাছত 'বি ব্ৰাদাৰ্ছ' নাম দি কলিকতাৰ বঙলা বাতৰি কাকত 'সঞ্জীৱনী'ত বিজ্ঞাপন দিছিল যে 'বি ব্ৰাদাৰ্ছ কোম্পানী'য়ে চেগুন কাঠৰ চ'তি, বৰগা, চৌকাঠ ইত্যাদি যাক লাগে, সোনকালে আৰু সস্তাত যোগাব। তেওঁৰ এই উদ্যম সফল হ'ল। তাৰ পাছত তেওঁ ই আই আৰৰ আছান্সোল ষ্টেচনত সৰু দুমহলীয়া ঘৰ এটা কেৰেয়াকৈ (ভাড়া) লৈ তাতে অসমৰ চাহ খুচুৰাকৈ বিক্ৰী কৰাত ধৰিছিল। চাহৰ লগতে দুই-চাৰিডাল কাঠো বিক্ৰী কৰিবলৈ লৈ থৈছিল।... তাৰ পাছত বেঙ্গল-নাগপুৰ ষ্টেচন গুইলেকৰ আৰু মনোহৰপুৰত সৰু-সুৰাকৈ ৰেলৰ শ্লিপাৰৰ ব্যৱসায় কৰিবলৈ মনস্থ কৰি তেওঁ গৱৰ্ণমেণ্টৰ ফৰেষ্ট ডিপাৰ্টমেণ্টৰ পৰা তাকৰীয়াকৈ গছ 'ৰয়েণ্টী'ত বন্দবস্ত কৰি লৈ সেই কাৰ্যত হাত দিছিল।" আৰু সেই সময়তে লক্ষ্মীনাথে ভোলানাথৰ লগ লাগিছিল।

ওপৰত লক্ষ্মীনাথ বেজবৰুৱাৰ লিখাৰ উদ্ধৃতি বহুখিনি দিলো, কিয়নো সাহিত্যৰথীৰ কলমত ভোলানাথ বৰুৱাক সম্পূৰ্ণ জীৱন্ত ৰূপত দেখা গৈছে।... এই জীৱন্ত ৰূপেৰেই ব্যৱসায়-বাণিজ্যক বহু দূৰলৈ বিস্তৃত কৰিছিল সদাগৰ ভোলানাথ বৰুৱাই।

১৮৫৩ চনত নগাঁও জিলাৰ পুৰণি গুদামত ভোলানাথৰ জন্ম। তেওঁৰ পিতৃ ঘনশ্যাম বৰুৱা আৰু মাতৃৰ নাম ভোগদৈ আছিল। ভোলানাথ আছিল ঘনশ্যামৰ দ্বিতীয় পুত্ৰ। ভোলানাথ বৰুৱাৰ এগৰাকী আত্মীয় তথা 'জয়ন্তী' আলোচনীৰ প্ৰতিষ্ঠাপক কেশৱকান্ত বৰুৱাই লিখা প্ৰবন্ধত (বি বৰুৱা কলেজ ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ, ১৯৬৯ চন) কোৱা হৈছে যে ভোলানাথৰ পিতৃ ঘনশ্যাম বৰুৱা মৌজাদাৰ আছিল, কিন্তু পাছত মৌজা হেৰুৱাই অৱস্থা একেবাৰে শোচনীয় হৈ পৰিছিল। ভোলানাথে নগাঁও চৰকাৰী হাইস্কুলত তেতিয়াৰ থাৰ্ড ক্লাছ (অষ্টম শ্ৰেণী)লৈ পঢ়িছিল আৰু তেওঁ পুৰণিগুদামৰ পৰা সাত-আঠ মাইল বাট খোজকাঢ়ি নগাঁৱৰ স্কুলখনলৈ পঢ়িবলৈ আহিছিল। সেই সময়ৰে এটা কাহিনী ভোলানাথে সাংবাদিক লক্ষ্মীনাথ ফুকনৰ আগত কৈছিল যে সৰুকালত কেনেকৈ তেওঁ জাৰত ঠেৰেঙা লগা পুহমহীয়া পুৰা পুখুৰীত ডুব মাৰি থাকি পাঁচ টকাৰ বাজিত জিকিছিল। সেই পুহমহীয়া চেঁচা পুখুৰীত জোবোৰা মৰাৰ আগতে তেওঁ যে 'ব্ৰাণ্ডি' এটুপিৰে গাটো গৰম কৰি লৈছিল, সেই কথাও লক্ষ্মীনাথ ফুকনক স্পষ্টভাৱে কৈছিল :

কৈশোৰকালতে 'ব্ৰাণ্ডি' খাই গাটো গৰম কৰি ৰখাৰ কৌশল জানিছিল ভোলানাথ বৰুৱাই। তেওঁৰ সাহস আছিল, জেদ আছিল। অৱশ্যে এই সাহস (দুঃ) অথবা জেদ যদি বেয়া কামত ব্যৱহৃত হ'লহেঁতেন, তেন্তে তেওঁ হয়তো ভয়ানক মানুহ হৈ উঠিলহেঁতেন! কিন্তু নগাঁৱৰ স্কুল এৰাৰ লগে লগে ভোলানাথ বৰুৱাই বিখ্যাত মাণিকচন্দ্ৰ আৰু তেওঁৰ ককায়েক ফটিকচন্দ্ৰ বৰুৱাৰ সান্নিধ্যত থাকি গুৱাহাটীত এণ্ট্ৰেন্স ক্লাছলৈ কমলাকান্ত ভট্টাচাৰ্য, দুৰ্গাকান্ত বৰুৱা, গোবিন্দ মিশ্ৰ আদিৰ সৈতে পঢ়াৰ সুযোগ পাইছিল। সেই সময়ত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ ৰণতো তেওঁ নামি পৰিছিল। কৈ থোৱা ভাল যে ভোলানাথৰ আত্মীয় তথা মাণিকচন্দ্ৰৰ ককায়েক ফটিকচন্দ্ৰ বৰুৱা ইংৰাজ চৰকাৰৰ অধীনৰ এক্সট্ৰা এছিষ্টেণ্ট কমিছ্নাৰ আছিল। পাছত তেওঁ বৰপেটাৰ মহকুমাধিপতি হৈছিলগৈ। অৱশ্যে এইজনা লোকৰ অকালতে মৃত্যু হৈছিল।

এণ্ট্ৰেন্স ক্লাছ পৰ্যন্ত পঢ়া-শুনা কৰি ভোলানাথে (কিছু দিন ইফাল-সিফাল কৰি) মাণিকচন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ফুকন (আনন্দৰাম ঢেকিয়াল ফুকনৰ পুত্ৰ)ৰ যৌথ ব্যৱসায় প্ৰতিষ্ঠান 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ'ত সোমাল। বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত লিখা মতে, ভোলানাথ হ'ল বৰুৱা-ফুকন ব্ৰাদাৰ্ছৰ 'কাঠৰ বিজনেছ বিভাগৰ মেনেজাৰ'। ব্যৱসায় ভালদৰেই চলিছিল, কিন্তু হঠাৎ অন্নদাৰামৰ মৃত্যু হ'ল। ফলত 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' ৰূপান্তৰিত হ'ল এম চি (মাণিক চন্দ্ৰ) বৰুৱা এণ্ড কোম্পানীলৈ। মাণিকচন্দ্ৰই এইবাৰ গাৰো পাহাৰৰ অটব্য শালকাঠনি হাত কৰিবৰ অভিপ্ৰায়েৰে তেওঁৰ কাঠৰ কাৰবাৰ গাৰো পাহাৰলৈ নিলে। সেই সময়ৰ অটব্য কাঠনি ভাঙি ৰাস্তা তৈয়াৰ কৰাতেই মাণিকচন্দ্ৰই ২০ হেজাৰমান টকা খৰচ কৰিলে। কাম চলিবলৈ ধৰিলে... কিন্তু গাৰো পাহাৰৰ পৰাই ভয়ঙ্কৰ ক'লাজ্বৰৰ প্ৰকোপ আৰম্ভ হ'ল। মহামাৰীৰ প্ৰকোপত কাঠৰ কাৰবাৰত লাগি থকা কুলী, মহৰী, মিস্ত্ৰী, ঠিকাদাৰ আদিৰ এভাগ মৰিল আৰু আনভাগ সেই ঠাই এৰি পলাল। মাণিকচন্দ্ৰৰ ব্যৱসায় তাতে পৰি ৰ'ল। ফলত এম চি বৰুৱা এণ্ড কোম্পানী বন্ধ হ'ল। মাণিকচন্দ্ৰৰ মূৰত অৱশ্যে থাকি গ'ল গুৱাহাটী আৰু কলিকতাৰ বহু ব্যৱসায়ীৰ ঋণৰ গধুৰ বোজা।

মাণিকচন্দ্ৰৰ ব্যৱসায় বন্ধ হোৱাত মেনেজাৰ ভোলানাথৰো কাম নাইকিয়া হ'ল। কিন্তু এইবাৰ তেওঁ স্বাধীন হ'ল। এই সময়ছোৱাই ভোলানাথ বৰুৱাৰ জীৱনৰ 'টাৰ্নিং পইণ্ট'। নহ'লে হয়তো তেওঁ মাণিকচন্দ্ৰ বৰুৱাক বা গুৱাহাটী এৰি কলিকতালৈ স্বাধীন ব্যৱসায় কৰিবলৈ নগ'লহেঁতেন (হয়তো পলম হ'লহেঁতেন)! কৈছোৱেই নহয়, ভোলানাথ বৰুৱা শূন্যৰ পৰা যাত্ৰাৰম্ভ কৰা মানুহ। নিবনুৱা ভোলানাথ এইবাৰ গুচি গ'ল কলিকতালৈ আৰু লক্ষ্মীনাথ বেজবৰুৱাৰে একেখন ঘৰত থাকিবলৈ ল'লে।... তাৰ পাছৰ কথাখিনি আমি

লক্ষ্মীনাথ বেজবৰুৱাৰ ভাষাৰে ওপৰত কৈ আহিছো।

কলিকতাত নতুন ব্যৱসায় আৰম্ভ কৰিবলৈ ভোলানাথৰ হাতত কিমান টকা আছিল সেয়া জনা নাযায়। কিন্তু মাণিকচন্দ্ৰ আৰু অন্নদাৰাম ফুকনৰ সহযোগী হিচাপে থকা কালত বহু কলিকতীয়া ব্যৱসায়ীৰ স'তে তেওঁৰ চিনাকি হৈছিল, ব্যৱসায়ৰ বহু পথৰ নাড়ি-নক্ষত্ৰ তেওঁ জানিছিল। অতি তীক্ষ্ণ বুদ্ধিৰ এইজন লোকৰ মনৰ দৃঢ়তা আৰু পৰিশ্ৰম শক্তি আছিল অপৰিসীম। সেইবাবেই টকা-পইচাতকৈও লাগতিয়াল ব্যৱসায়িক সম্পদ তীক্ষ্ণ বুদ্ধি, মনৰ দৃঢ়তা আৰু পৰিশ্ৰম শক্তিৰে ভোলানাথে স্বাধীন ব্যৱসায়ৰ জগতত ভৰি দিছিল আৰু সৰ্বশ্ৰেষ্ঠ অসমীয়া ব্যৱসায়ী হিচাপে পৰিগণিত হৈছিল।

কলিকতাত ভোলানাথৰ ব্যৱসায়িক জীৱনৰ বিষয়ে জানিবলৈ আমাৰ হাতত অন্য কোনো উৎস নাই। সেইবাবেই আমি আকৌ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'খনৰে ওচৰ চাপিব লাগিব। বৰুৱাই লিখিছে—"আমাৰ কাঠৰ ব্যৱসায় লাহে লাহে ভাল হৈ আহিবলৈ ধৰিলে।... কিছুদিনৰ পাছত বি বৰুৱা আৰু মই শোভাৰাম বসাক লেনৰ ঘৰ এৰি দি ১৪ নম্বৰ গোপীকৃষ্ণ লেনৰ ঘৰ এটালৈ উঠি গ'লো। মোৰ গৃহিণীকো তেওঁলোকৰ জোড়াসাঁকোৰ ঘৰ ছয় নম্বৰ দ্বাৰকানাথ ঠাকুৰ লেনৰ পৰা তালৈ লৈ আহিলো।"

বেজবৰুৱাৰ পৰিয়ালৰ সৈতে একেলগে (খোৱা-বোৱা কৰি) থাকিবলৈ ল'লে ভোলানাথে। ব্যৱসায়ত তেওঁলোকে সহযোগী হিচাপে ল'লে ইঞ্জিনিয়াৰ বলিনাৰায়ণ বৰাৰ ভায়েক মহীনাৰায়ণক। ভোলানাথ আৰু লক্ষ্মীনাথে অসম্ভৱ পৰিশ্ৰম কৰিবলৈ ধৰিলে।..... "আমাৰ প্ৰথমডোখৰ ব্যৱসায় জীৱনৰ পাঁচ বছৰমানলৈকে, কলিকতাত নিজৰ গাড়ী, ঘোঁৰা আৰু কেৰাণী-মহৰীৰ অস্তিত্ব সমূলি নাছিল। আমি নিতৌ ট্ৰেমগাড়ীত বা পদব্ৰজে ফুৰিছিলো। দুয়ো সকলোবোৰ ঠাইলৈকে একেলগে গৈছিলো। বি বৰুৱাৰ গাত খাকী কোট (ডিঙি নোখোলা) বা পটলুং, মূৰত ক'লা বা ছাই বৰণীয়া টুপী এটা, হাতত ছাতি এটা আৰু মূৰৰ পৰা ভৰিলৈকে পুৰা য়ুৰোপীয় সাজ। বি বৰুৱাই ট্ৰেমৰ পৰা নামি পদব্ৰজৰ আশ্ৰয় ল'লেই তেওঁৰ মুখত এটা গান ওলাইছিল— চল ৰে মন যাই ৰে কাশী/বাবা বিশ্বনাথকে দেখে আসি/কাশী গেলে দেখতে পাব/কত শত যোগী ঋষি।

মানুহক নানা কৌশলেৰে বশ কৰা বিদ্যাত বি বৰুৱা বৰ পটু আছিল। বেঙ্গল টিম্বাৰ ট্ৰেডিং কোম্পানীৰ ফৰেষ্ট মেনেজাৰ আছিল মিষ্টাৰ হুইফিন। তেওঁৰ হেড কোৱাৰ্টাৰ আছিল পানপোছ ষ্টেচনত।... বি বৰুৱাই লাহে লাহে হুইফিন চাহাবক সন্তুষ্ট কৰি বেঙ্গল টিম্বাৰত শ্লিপাৰ যোগাবলৈ বন্দবস্ত কৰিলে। জংঘল লোৱা আৰু শ্লিপাৰ কটোৱা সকলো খৰচ বেঙ্গল টিম্বাৰে প্ৰতি সপ্তাহে বি বৰুৱা কোম্পানীক দিবলৈ ধৰিলে।... গাংপুৰৰ ৰজাৰে সৈতে ভালকৈ চিনাকি

হৈ বন্ধুত্ব কৰি বি বৰুৱাই তেওঁৰ ষ্টেটত শাল কাঠৰ ভাল জংঘল এখন বন্দবস্ত কৰি ল'লে।" উপৰোক্ত কথাখিনি আকৌ লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ৰ পৰাই তুলি দিলো। কাৰণ ভোলানাথৰ ব্যৱসায়িক বুদ্ধিৰ বিষয়ে লক্ষ্মীনাথ বেজবৰুৱাতকৈ আন কোনেনো ভালদৰে জানিছিল? ভোলানাথ আৰু লক্ষ্মীনাথে কেনেদৰে ব্যৱসায়ত উন্নতি কৰিছিল, তাৰ অনুমান কৰিব পাৰি তেওঁলোকৰ আৰ্থিক লেন-দেনৰ পৰাই। ১৮৯৫ চনত বি বৰুৱা কোম্পানীয়ে কৰা আৰ্থিক লেন-দেনৰ এক মোটামুটি হিচাপ ১,৫৭,৫৯৩ টকা। ১৯০১ চনত এই হিচাপ বৃদ্ধি পালে ৭,৪৯,২১২ টকালৈ।... টকাৰ হিচাপত আমি তেওঁলোকৰ ব্যৱসায়িক উত্তৰণৰ বিষয়টো দেখুৱাব বিচৰা নাই। আমি মাথো উত্তৰণৰ এক ধৰণৰ 'গ্ৰাফ'হে দেখুৱাইছো যাতে পঢ়ুৱৈয়ে বুজিব পাৰে।

প্ৰথমতে কপাহ, কাঠ, চাহ আদি আৰু পাছত ভোলানাথ বৰুৱাই কয়লা আৰু কেৰাচিনৰ (১৮৯৫-৯৬ চনত) ব্যৱসায়তো হাত দিছিল। অৱশ্যে কেৰাচিন আৰু কয়লাৰ ব্যৱসায় তেওঁ বেছিদিন চলাব নোৱাৰিলে। ১৮৯৯ চনৰ আৰম্ভণিৰে পৰা ভোলানাথ বৰুৱাই লোহাৰ বাকচ যোগানৰ ব্যৱসায়তো হাত দিছিল। 'ৰাধা বজাৰ ষ্ট্ৰীট ট্ৰাংক শ্বপ' আৰু 'মিছলেনিয়চ ষ্ট'ৰ' নামৰ দুখন দোকানো আছিল ভোলানাথৰ। আনকি শিলগুটি যোগান ধৰা ব্যৱসায় এটাতো তেওঁ বেছ কিছুদিন লাগিছিল। ব্যৱসায়ৰ নিত্য নতুন পৰীক্ষা-নিৰীক্ষা চলাই গৈছিল এই পৰিশ্ৰমী ব্যক্তিগৰাকীয়ে।

১৯০৩ চনৰ শেষৰ ফালে লক্ষ্মীনাথ আৰু ভোলানাথৰ মাজত সংঘাত আৰম্ভ হয়। অৱশ্যে এই সংঘাত সম্পৰ্কত বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত একো লিখা নাই। ভোলানাথ-লক্ষ্মীনাথৰ ব্যৱসায়িক (কিছু অংশ অৱশ্যে থাকিল) আৰু ঘৰুৱা বিচ্ছেদ সম্পূৰ্ণ হয় ১৯০৪ চনৰ এক জুনত।... অৱশ্যে ইয়াৰ পাছতো লক্ষ্মীনাথৰ স'তে, তেওঁৰ পৰিয়ালৰ স'তে ভোলানাথৰ সম্পৰ্ক অটুট থাকে। লক্ষ্মীনাথক টকা-পইচা ধাৰে দিয়া, মাজে সময়ে গৈ লক্ষ্মীনাথৰ ঘৰত খোৱা-বোৱা কৰা বা লক্ষ্মীনাথৰ ছোৱালীকিজনীক উপহাৰ দিয়াত ভোলানাথে কৃপণালি কৰা নাছিল। ১৯০৬ চনৰ ২২ মে'ৰ পৰা সাত জুলাই পৰ্যন্ত লক্ষ্মীনাথ আৰু ভোলানাথে (মাথো দুয়ো!) চিমলা, শ্ৰীনগৰ, বাৰমুল্লা, লাহোৰ আদিলৈ গৈছিল একমাত্ৰ প্ৰমোদ ভ্ৰমণৰ বাবে। তদুপৰি ১৯০৪ চনত বোম্বাইত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনলৈ যোগ দিবলৈ অন্যান্য প্ৰতিনিধিৰ লগতে তেওঁলোক দুয়ো গৈছিল। ১৯১০ চনত জ্ঞানদাভিৰাম বৰুৱাক লগত লৈ বোম্বাই হৈ বিলাতলৈ গৈছিল ভোলানাথ বৰুৱাই। প্ৰায় পাঁচ মাহ কাল ভোলানাথে বিলাতত আছিল। ১৯১১ চনৰ চাৰি অক্টোবৰত ভোলানাথ বৰুৱাই বি বৰুৱা কোম্পানীৰ পৰা লক্ষ্মীনাথক সম্পূৰ্ণৰূপে বিদায় দিয়ে। এই সম্পৰ্কত

মহেশ্বৰ নেওগে পাছত লিখিছিল—"ব্যৱসায়ৰ ক্ষেত্ৰত দুইৰো মনোমালিন্য আৰু এৰা-এৰি হোৱাৰ পাছতো তেওঁলোকৰ সৌহাৰ্দ অটুট আছিল, এইটিহে এই দুজনা মহৎ অসমীয়াৰ মহত্ত্বৰ পৰিচয়।"

সদাগৰ ভোলানাথ বৰুৱাৰ অসমত বিশেষ একো নাছিল কিন্তু কলিকতা, চিমলা, দিল্লী আদিত ঘৰ-বাৰী আছিল। সৰুৰে পৰা অতি কষ্টৰ মাজত ডাঙৰ হোৱা এইজনা ব্যক্তিয়ে গোটেই জীৱন মাথো পৰিশ্ৰমকে কৰিলে। জীৱনত তেওঁ বিয়া নকৰালে। ১৮৯২-৯৩ চনত কলিকতালৈ যোৱাৰ পাছত তেওঁ অসমলৈ প্ৰায় অহাই নাছিল, অথচ অসমৰ আত্মীয়সকলৰ সৈতে গভীৰ সম্পৰ্ক ৰাখিছিল। বহুকেইজন ভাগিন-ভতিজাক নি তেওঁ নিজৰ সহযোগী কৰিছিল।... অসমৰ পৰা কলিকতালৈ পঢ়িবলৈ যোৱা ছাত্ৰসকল দুৰৱস্থাত পৰিলে ভোলানাথে হাত খুলি সহায় কৰিছিল। তেওঁৰ বহুকেইটা দানৰ ভিতৰত দুটা দানৰ কথা বিশেষভাৱে উল্লেখযোগ্য। হেমচন্দ্ৰ গোস্বামী সংকলিত 'অসমীয়া সাহিত্যৰ চানেকি' নামৰ গ্ৰন্থখন ছপাবলৈ কলিকতা বিশ্ববিদ্যালয়ক ১০ হেজাৰ টকা আৰু যোৰহাটৰ 'প্ৰিন্স অব ৱেলচ' নিৰ্মাণৰ বাবে এক লাখ টকা তেওঁ দান কৰিছিল।

সৰুৰে পৰা অতি সচেতন, তীক্ষ্ণ বুদ্ধিৰ লোক আছিল ভোলানাথ বৰুৱা। সম্পূৰ্ণ চাহেবী আদব-কায়দাৰে থাকিবলৈ ভালপোৱা এইজনা ব্যক্তিয়ে জীৱনত পৰাজয় আৰু লোকচানৰ মুখ দেখা নাছিল। তেওঁ জানিছিল যুঁজাৰ শক্তি আহৰণ কৰিব পাৰিলে যুদ্ধত জয় নিশ্চিত। পৰিতাপৰ কথা, গুৱাহাটীৰ মাজমজিয়াত ভোলানাথ বৰুৱা (বি বৰুৱা) কলেজে মূৰ দাঙি থিয় দি থাকিলেও এইজনা সৰ্বশ্ৰেষ্ঠ অসমীয়া সদাগৰৰ বিষয়ে সিমান আলোচনা হোৱা নাই। মাথো ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই বহু পুথি-পত্ৰ অধ্যয়ন কৰি ভোলানাথৰ জীৱনী গ্ৰন্থ এখন লিখিছে।... আজিৰ এই ব্যৱসায়ৰ যুগত এনে এজন সফল অসমীয়াৰ জীৱন কাহিনী পঢ়িও বহু যুৱ ব্যৱসায়ীয়ে প্ৰেৰণা পাব পাৰে।

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যই কৈছিল যে, অসমত অসমীয়া ভাষা পুনৰ্বাসন ঘটোৱা সম্পৰ্কত ঊনবিংশ শতিকাৰ ৬০ দশকৰ শেষৰ ফালে কলেজিয়েট স্কুলৰ যিকেইজন ছাত্ৰই অহোপুৰুষাৰ্থ কৰিছিল, ভোলানাথো আছিল সেই কেইজনৰে এজন। পাছৰ জীৱনত অসমৰ পৰা দূৰত থাকিও অসমীয়া ভাষা আৰু জাতিক প্ৰকৃততে ভাল পাইছিল তেওঁ। তেওঁৰ জীৱন আৰু কৰ্মৰাজিতেই এই ভালপোৱা প্ৰকাশ পাইছে। ১৯২৩ চনৰ ৩০ মে'ৰ পুৱতি নিশা হাওড়াত ভোলানাথ বৰুৱাৰ মৃত্যু হয়।



(৩৭)

# কমলাকান্ত ভট্টাচাৰ্য

তুলনা নাই কমলাকান্তৰ স্বদেশপ্ৰেমৰ। তেওঁৰ এই স্বদেশপ্ৰেম অসমীয়া জাতীয়তাবাদৰ পৃষ্ঠভূমিত প্ৰতিষ্ঠিত। এটা জাতিৰ সুখ-দুখ, আশা-আকাংক্ষা, সাহিত্য-সংস্কৃতি, অৰ্থনীতি-ৰাজনীতি আদিৰ ওপৰতে জাতীয়তাবাদেও গঢ় লৈ উঠে। জাতীয় জীৱনত এইবোৰৰ ক্ষেত্ৰত সংকটে দেখা দিলেই জাতীয়তাবাদী চিন্তা-চেতনাই জাতিটোৰ নাগৰিকৰ সমগ্ৰ সত্তাতেই বাহ বান্ধি লয়। অসমৰ জাতীয় জীৱনত তীব্ৰ সংকটে দেখা দিয়াৰ সময়তে কমলাকান্ত ভট্টাচাৰ্যই জাতীয় সত্তা আৰু স্বদেশপ্ৰেমৰ সাহিত্য ৰচনা কৰাৰ লগতে বিভিন্ন কামেৰেও অসমীয়াসকলক নেতৃত্ব দিছিল। অসমীয়াক সাহসী, নিৰ্ভীক, পৰিশ্ৰমী জাতি হিচাপে গঢ় দিবলৈ অহৰহ চেষ্টা কৰিছিল। এইবোৰ কৰোঁতে তেওঁ কেতিয়াবা ক্ৰোধান্বিত হৈছিল, পৰিশ্ৰম বিমুখী অসমীয়া জাতিটোক গালি দিছিল, পৃথিৱীৰ বিভিন্ন উন্নত ঠাইৰ উদাহৰণ দি বুজাই দিছিল যে স্বদেশপ্ৰেম আৰু পৰিশ্ৰম কৰাৰ দুৰ্বাৰ হেঁপাহ মনত নাথাকিলে কোনো জাতিৰ উন্নতি নহয়। জাতিৰ উন্নতি হোৱা মানেই সেই জাতিৰ বুলি পৰিচয় দিয়া সংশ্লিষ্ট লোকসকলৰ উন্নতি হোৱা। 'অগ্নিকবি' হিচাপে খ্যাত কমলাকান্তই আজিৰ পৰা এশ বছৰৰ আগতেই জাতিটোক যিদৰে গালি দিছিল অথবা হাঁহিবলৈ শিকাইছিল আৰু পৰিশ্ৰমী হ'বলৈ কৈছিল, তাৰ শিক্ষা অসমবাসীয়ে নোলোৱাটো দুখৰ কথা। আজি একৈশ শতিকাৰ পৰিশ্ৰম বিমুখী অসমীয়াই কমলাকান্তৰ 'সাহিত্য' পঢ়ি প্ৰেৰণা ল'ব পাৰে। নিজকে এই উন্নত পৃথিৱীৰ অংশীদাৰ হিচাপে গঢ়ি তুলিব পাৰে।.....

শোণিতপুৰ জিলাৰ বিশ্বনাথ চাৰিআলিৰ গঁড়েহাগি গাঁৱত বিখ্যাত ভট্টাচাৰ্য বংশত কমলাকান্ত ভট্টাচাৰ্যৰ জন্ম (১৮৫৫ খ্ৰীঃ)। তেওঁৰ পিতৃ বানেশ্বৰ ভট্টাচাৰ্য আছিল পুলিচ বিভাগৰ দাৰোগা। কমলাকান্ত সৰুৰে পৰা অতি তীক্ষ্ণ বুদ্ধিৰ ল'ৰা আছিল। বিশ্বনাথ চাৰিআলিতেই তেওঁৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয়। সেই সম্পৰ্কত কমলাকান্তই লিখিছে—"নিতাই ঠাকুৰে নিতৌ ৰাতিপুৱা মোক ক খ লিখিবলৈ শিকাব ধৰিলে। মই অলপ দিনতে ফলিত লিখিবলৈ শিকিলো, কিন্তু নিতাই ঠাকুৰৰ চেকনিৰ মাৰৰ কোবকিটা এতিয়াও মনত পৰি থাকে।" তাৰ পাছত কমলাকান্তই বানেশ্বৰ নামৰ এগৰাকী সংস্কৃত পণ্ডিতৰ ওচৰত পঢ়িবলৈ ধৰিলে। ছমাহৰ ভিতৰতে তেওঁ সেই শিশু শিক্ষাৰ বিষয়খিনি শেষ

কৰে, আনকি শিক্ষাগুৰুৰ মুখত চাণক্য শ্লোকবোৰ শুনি শুনি মুখস্থও মাতে। তাৰ কেইদিনমানৰ পাছতে বিশ্বনাথ চাৰিআলিৰ পৰা দেউতাকে কমলাকান্তক তেজপুৰলৈ আনিলে আৰু সেই ঠাইৰ স্কুলত পঞ্চম শ্ৰেণীত নাম লগাই দিলে।

এজন শিশু বা কিশোৰে খেলিব পৰা সকলো ধৰণৰ খেলেই খেলিছিল কমলাকান্তই। তেতিয়াৰ দিনত প্ৰচলিত বিভিন্ন খেলৰ লগতে ম'হৰ পিঠিত উঠি ফুৰা আৰু মাঘৰ বিহুত ভেলাঘৰ সাজি, ম'হ যুঁজ লগাই বং চোৱাত তেওঁৰ নিচা আছিল। তেজপুৰত কেইবছৰমান পঢ়াৰ পাছত হাইস্কুলীয়া শিক্ষাৰ বাবে তেওঁক গুৱাহাটীলৈ পঠিয়াই দিয়া হয়। গুৱাহাটীত পঢ়াৰ সময়ছোৱাৰ বিষয়ে তেওঁ লিখিছে—"গুৱাহাটীত স্কুলত পঢ়ি থাকোতে মই এজন প্ৰচণ্ড ল'ৰা আছিলো। মোৰ চোকা বুদ্ধি দেখা পাই মাষ্টৰসকলে বৰকৈ শলাগিছিল। কোনো কোনো শিক্ষকে মোক 'ফিলছ'ফাৰ' বুলিও মাতিছিল।... স্বদেশপ্ৰেমৰ গুটি সৰুকালতেই মই মহাভাৰত পঢ়োতে পাইছিলো। পঢ়াশালিত পঢ়াৰ সময়ত মই সদায় মহাভাৰত, ৰামায়ণ পঢ়িছিলো। সেই সময়ত ধেমালি কৰোতে নিজক অৰ্জুন পাতো। ভালকৈ বাঁহৰ ধনু তৈয়াৰ কৰাই লৈ বিৰিণাৰ ঠাৰিৰে কাঁড় সাজি আকাশলৈ সেই কাঁড় বৰিষণ কৰিছিলো। তাৰেই যেন শত্ৰুসেনা জিনি দেশ স্বাধীন কৰি বিদেশী অজাতিবিলাকক দেশৰ পৰা খেদাই দিছিলো।... গুৱাহাটী হাইস্কুলত পঢ়োতে ৰঙ্গলাল বন্দ্যোপাধ্যায়ৰ 'স্বাধীন হীনতাই কে বাচিয়ে চায়রে, দাসত্ব শৃঙ্খল বল কে পাড়িবে পায়রে' এই কবিতাই, হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ কবিতাবোৰে মোৰ, দুৰ্গাকান্ত বৰুৱা, ভোলানাথ বৰুৱা আৰু গোবিন্দ মিশ্ৰৰ মন এনে তপত কৰি তুলিছিল যে আমি স্বদেশৰ কল্যাণ সাধিবলৈ প্ৰতিজ্ঞা কৰিবলৈ শপত খাই মাৰ বান্ধিছিলোহঁক। এই সকলোবোৰ ক্ষেত্ৰতে আগৰণুৱা (Champion) আছিলো মই।"

১৮৭০-ৰ দশকৰ প্ৰথম বছৰটো অসমৰ বাবে এক সন্ধিক্ষণৰ সময় আছিল। তেতিয়াও অসম বঙ্গদেশৰ অধীনত আছিল আৰু অসমত বঙলা ভাষাৰ প্ৰচলন হৈছিল। সেই সময়ৰ বঙ্গ আৰু অসমৰ লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ জৰ্জ কেম্বল চাহাবে অসমত অসমীয়া ভাষা প্ৰচলন হ'ব লাগে নে নালাগে, তাৰ মতামত ল'বৰ বাবে গেজেটত এই বিষয়টো প্ৰকাশ কৰি মুখিয়াল লোকসকলৰ মতামত বিচাৰিছিল।... কমলাকান্তই পুনৰ অসমীয়া ভাষা অসমৰ স্কুল-কাছাৰীত প্ৰচলন আৰম্ভ কৰিব লাগে বুলি সহপাঠীসকলক লৈ এক আন্দোলন চলাইছিল। এই বিষয়ত তেওঁ লিখি থৈ গৈছে—"এতিয়া দেশৰ ডাঙৰ ডাঙৰ নেতাসকলে সঁচা কথা ক'লে ফিতাহি দেখুওৱা বুলি ভাবিব পাৰে; কিন্তু পোনপ্ৰথমে অসমত মাতৃভাষা চলোৱাৰ গুৰিতে ময়েই আছিলো।" ...সেই সময়ত প্ৰতি শনিবাৰে একোখন ছাত্ৰসভা পতা হৈছিল আৰু সেই

সভাত অসমীয়া প্ৰবন্ধ, কবিতা আদি লিখি পাঠ কৰা হৈছিল। বলিষ্ঠ অসমীয়া সাহিত্য ৰচনাৰ দিশত ছাত্ৰসকলেও আগভাগ লৈছিল। সেইসকলৰ ভিতৰত অগ্নিকবি কমলাকান্ত আছিল আগৰণুৱা। সেই সময়ত ছাত্ৰ সভাত পঢ়িবলৈ কবি কমলাকান্তই লিখা বহু কবিতা, গদ্য 'অৰুণোদই', 'অসম বিলাসিনী' আদি কাকতত প্ৰকাশ পাইছিল। কমলাকান্ত আৰু অন্যান্য জাতীয়তাবাদী ব্যক্তিয়ে চলোৱা আন্দোলনৰ পৰিণতিতেই অসমত জনমত প্ৰতিষ্ঠিত হৈছিল যে অসমত অসমীয়া ভাষা বিদ্যালয়, চৰকাৰী অফিচ-কাছাৰীত চলিব লাগে। ব্ৰিটিছ গৱৰ্ণমেণ্টেও এই জনমতক মানি লৈছিল।

কমলাকান্তৰ পিতৃৰ আৰ্থিক অৱস্থা ভাল নাছিল। ঘৰৰ ডাঙৰ ল'ৰা হিচাপে তেওঁ পৰিয়ালক আৰ্থিক সকাহ দিবৰ বাবে পঢ়া-শুনা এৰিবলৈ বাধ্য হয়। কিন্তু ব্ৰিটিছ চৰকাৰৰ অধীনত কোনো চাকৰি কৰিবৰ ইচ্ছা তেওঁৰ নাছিল, সেইবাবেই এখন ব্যক্তিগত চাহ বাগিচাত কেৰাণীৰ চাকৰিত তেওঁ যোগ দিছিল।

সেই সময়ত অসমীয়া মধ্যবিত্ত চিন্তাবিদসকলতকৈ কমলাকান্তৰ চিন্তাধাৰা কিছু বেলেগ আছিল। তেওঁ অসমীয়া ভাষাৰ উন্নতিৰ বাবে চিন্তা-চৰ্চা কৰাৰ লগতে বিদেশী ইংৰাজসকলৰ হাতৰ পৰা কেনেকৈ দেশখন স্বাধীন কৰিব পৰা যায়, সেই বিষয়তো তেওঁৰ চিন্তা আছিল। তদুপৰি অসমীয়া জাতিক কৰ্মঠ-পৰিশ্ৰমী আৰু ব্যৱসায়-বাণিজ্যৰ দিশত ইচ্ছা জগাই তুলিবলৈও তেওঁ দেহে-কেহে খাটিছিল। কমলাকান্তই চাহ বাগিচাত চাকৰি কৰি থাকোতে মাৰোৱাৰীসকলে ঠায়ে ঠায়ে দোকান দি কেনেকৈ বহু পৰিমাণৰ ধন ঘটিছিল, সেইবোৰ দেখি স্বাধীনভাৱে ব্যৱসায় কৰিবলৈ তেওঁ আগবাঢ়ি আহিছিল আৰু অসম হিতৈষী হৰিবিলাস আগৰৱালাৰ সহায়ত তেওঁ ৰবৰৰ কাৰবাৰ গঢ়ি তোলে। এই ৰবৰৰ ব্যৱসায় কৰোতে তেওঁ পাৰ্বত্য অঞ্চলত সোমাই মিৰি, ডফলা, নগা আদি বিভিন্ন জনজাতিসকলৰ দোৱান শিকি এওঁলোকক লৈয়েই বৃহৎ অসমীয়া জাতি গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল। উত্তৰ-পূৰ্বাঞ্চলৰ জাতি-জনজাতিক মনে-প্ৰাণে আপোন কৰি, নিজকে তেওঁলোকৰ মাজৰে এজন বুলি ভাবি এক বৃহত্তৰ অসম গঠনৰ চিন্তা-চৰ্চা কৰা প্ৰথমজন অসমীয়া বোধহয় কমলাকান্তই।

কমলাকান্তৰ দূৰদৰ্শী দৃষ্টিভঙ্গীৰ পৰিচয় পোৱা যায় তেওঁৰ বিভিন্ন লেখাত। বৰ্তমান বা ভৱিষ্যতে অসমত যিবোৰ সমস্যাই দেখা দিব পাৰে, সেই কথা তেওঁ প্ৰথমেই অনুভৱ কৰিছিল। 'আসামৰ উন্নতি' নামৰ প্ৰবন্ধত তেওঁ লিখিছিল—"ভাৰতবৰ্ষৰ আন আন দেশৰ ৰায়ততকৈ অসমীয়া মানুহে সুখে থকাৰ মুল কাৰণ অসমৰ মাটি বৰ সাৰুৱা আৰু মানুহতকৈ মাটি অনেক গুণে সৰহ। অসমীয়া মানুহে ধানখিনি আৰ্জিব পাৰিলেই আন একো নালাগে.

কাৰণ অসমখন প্ৰাকৃতিক ধনৰ ভঁৰাল। মানুহে যিহকে বিচাৰে তাক গা-খৰচ কৰিলেই পায়। মাছ-শাক দুৱাৰ মুখতেই, আনি চৰুত পেলাই দিলেই হ'ল।... অসমীয়া জাতিয়ে অভাৱৰ বুজ নাপায় আৰু আন এটা সভ্য জাতিৰ ভালটো দোখ তাৰ আৰ্হি ল'ব নোখোজে অথবা নিজৰ ভাল কাম জগতৰ আন জাতিক দেখাই শলাগ ল'বৰ ইচ্ছা নকৰে, সেই জাতিৰ মানত দুখেই বা কি, সুখেই বা কি? বনৰীয়া মানুহে ঘৰ নোহোৱাৰ দুখ কি বুজি পাব?....

অসমীয়া মানুহৰ এতিয়া যিখিনি সুখ আছে, আগলৈ সি নাথাকিব। সোৰোপা হোৱাৰ ফল অসমীয়া মানুহে অলপতে ভোগ কৰিবলৈ পাব।... অসমলৈ ৰেলগাড়ী হোৱাৰ অলপো পলম নাই। যেতিয়া কাকতি ফৰিঙৰ দৰে চাৰিওফালৰ পৰা বিদেশীয়ে আহি অসমৰ মাটিত হেতা-ওপৰা লগাব, অসমীয়াই তেতিয়া ঘৰৰ ভেটিকো হেৰুৱাব লাগিব হেন পাইছো।....." কমলাকান্তৰ ভৱিষ্যৎ বাণী অথলে নগ'ল। আজি অসমীয়া অন্যান্য ভাৰতীয় জাতিৰ তুলনাত বহুগুণে পিছপৰা আৰু আপোন ঘৰতেই পৰ হৈ পৰিছে।

কমলাকান্তৰ অন্যতম অনুৰাগী ঐতিহাসিক বেণুধৰ শৰ্মাই অগ্নিকবিৰ বিষয়ে লিখিছে—"কমলাকান্তই হৰিবিলাস আগৰৱালাৰ সৈতে ৰবৰ এঠাৰ কাৰবাৰ কৰিছিল। বাতৰি কাকত 'অসম বন্তি' উলিয়াবলৈ জোঁটশলীয়াকৈ কোম্পানী পাতিছিল, হাতী মহল লৈছিল, বিশ্বনাথ চাৰিআলিত ব্ৰজকান্ত বিদ্যাৰত্ন আৰু ৰঘুনাথ বিদ্যাবাগীশক আনি টোল স্থাপন কৰিছিল, জীৱনৰ বান্ধনি বেলি ওলোৱাৰ পৰতো বিশ্বনাথৰ গঁড়েহাগি গাঁৱত ৰায়ত সভা পাতিছিল। তেওঁ 'আসাম হিতৈষী' কাকতৰ সম্পাদকো আছিল। স্বৰূপাৰ্থত ক'বলৈ গ'লে কমলাকান্ত ভট্টাচাৰ্যৰ গভীৰ চিন্তা আৰু অফুৰন্ত উৎসাহ দুয়োটাই সমানে সমানে লৰ মাৰি চলিছিল।

ৰবৰ এঠাৰ ব্যৱসায় গ্ৰাহকৰ অভাৱত তল পৰিল। গাৰো পৰ্বতত হাতী মহল ল'লে; ক'লাজ্বৰে পাই ফান্দি-মাউত, চৰ্দাৰ-গৰৱালা সকলোকে মাৰিলে। মহনাৰ মানুহো মৰিল। ভেৰোণীয়াকৈ নিয়া কুনকীৰ (বনৰীয়া হাতী ধৰিব পৰা শিক্ষিত ঘৰচীয়া হাতী) গিৰিহঁত আৰু ৰচদপাতি যোগোৱা মাৰোৱাৰীহঁতৰ ধনৰ আক্ৰোহ কিন্তু মৰিব নাজানিলে। এই আক্ৰোহেই কমলাকান্তক চঞ্চলা কমলাৰ কান্ত (কমলাকান্ত) গুচাই সুস্থিৰা পাৰ্বতীৰ কান্ত দিগম্বৰ কৰিলে। দিগ্বাস হৈয়ো তত্ত্বদৰ্শী কমলাকান্তই বৈপ্লৱিক চিন্তাৰ দ্বাৰা ভৱিষ্যৎ অসমীয়া জাতিলৈ বৰভঁৰাল এটা বান্ধি থৈ গ'ল।"

কমলাকান্ত চূড়ান্তভাৱে অসমীয়া ভাবাপন্নই নাছিল; ভাৰতীয় জাতীয়তাবাদৰো তেওঁ অগ্ৰণী চিন্তাবিদ আছিল। ইংৰাজক খেদি স্বাধীন বৃহত্তৰ অসম আৰু বিশাল ভাৰতবৰ্ষৰ গঢ় দিয়াৰ বাবেও তেওঁ চেষ্টাৰ ত্ৰুটী কৰা

নাছিল। সেই সময়ৰ ভাৰতীয় জাতীয়তাবাদৰ একমাত্ৰ বৃহত্তৰ প্ৰতিষ্ঠান 'কংগ্ৰেছ'ৰ তেওঁ আছিল সক্ৰিয় কৰ্মী। ১৮৮৫ চনত দাদা ভাই নৱৌজিৰ সভাপতিত্বত কলিকতাত অসমৰ প্ৰতিনিধি হিচাপে কমলাকান্তই যোগ দিছিল।

কৰ্মসূত্ৰে বিশ্বনাথ চাৰিআলি, তেজপুৰ, ধুবুৰী, গুৱাহাটী, কলিকতা আদি বিভিন্ন ঠাইত কমলাকান্তই বসবাস কৰিছিল। কলিকতাত থকাৰ সময়ত তেওঁ যেনেদৰে অসমৰ বাবে উগ্ৰ(!)ভাৱে ভাবিছিল, আন কোনো মানুহে ভাবিব পাৰেনে সন্দেহ! তেওঁৰ মনে-প্ৰাণে কেৱল অসমীয়া জাতিৰ উন্নতিৰ চিন্তাই ক্ৰিয়া কৰিছিল। তেওঁ ভাবিছিল যে প্ৰতিটো জাতিয়ে সমানভাৱে আগুৱাই গ'লেহে বৃহত্তৰ ভাৰতবৰ্ষই কোনো ভাঙোনৰ মুখামুখি নোহোৱাকৈ উন্নতি কৰি যাব পাৰিব। কলিকতাৰ পৰা তেওঁ 'অসম হিতৈষী' নামৰ মাহেকীয়া আলোচনী এখন প্ৰকাশ কৰিছিল। তদুপৰি জোনাকী, বাঁহী, আসাম বন্ধু আদি বিভিন্ন কাকতত তেওঁ বহু প্ৰবন্ধ লিখাৰ লগতে বঙালী ভাষাৰ 'তত্ত্ব বোধিনী' কাকতত লিখিও কলিকতীয়া বুদ্ধিজীৱীৰ প্ৰশংসা বুটলিছিল। বেণুধৰ শৰ্মাই এবাৰ তেওঁক সুধিছিল—"ইমান লিখা-মেলা কৰে কেনেকৈ?" কমলাকান্তই হাঁহি উত্তৰ দিছিল—"মোৰ লিখাই মোৰ জীৱনৰ অভিব্যক্তি। মই লিখো বুলি নিলিখো। মনে-কাপে যি লিখে, সেয়ে।"

এজন সাহিত্যিক, এজন ব্যৱসায়ী, এজন জাতীয়তাবাদীয়েই নহয়; কমলাকান্ত সমাজ সংস্কাৰক হিচাপেও আগৰণুৱা আছিল। নৈষ্ঠিক ব্ৰাহ্মণ বংশত জন্মগ্ৰহণ কৰিও আমাৰ কৌটিকলীয়া ৰীতি-নীতিবোৰৰ সংস্কাৰ সাধনৰ বাবে তেওঁ মনে-প্ৰাণে চেষ্টা কৰিছিল। তেওঁ কৈছিল—"পূৰ্বে মনুৰ দিনত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ— এই চতুবৰ্ণ আছিল আৰু গুণ-কৰ্ম লৈয়েই সেই বৰ্ণৰ সৃষ্টি হৈছিল। মনুৰ সময়ৰ কাহানিবাই ওৰ পৰিল; কিন্তু জাতিভেদৰ আজিও ওৰ নপৰিল। এতিয়াও সিয়েই নতুন ৰূপত আমাৰ সমাজত বিৰাজমান। যেনে—(১) খুঁটিপোতা ঃ ধৰমৰ খুঁটি পোতোতে; সন্ত-মহন্তসকল। (২) নিকপ্‌কপীয়া ঃ প্ৰাচীন বিশ্বাসকে খামোচ মাৰি ধৰোতে; ৰক্ষণশীল; শ্ৰুতি-স্মৃতি আৰু চেৰিয়াই অনুগামীসকল। (৩) পাবত গঁজা ঃ ঐতিহ্য নোহোৱাকৈ ঐতিহ্য বিচাৰি ফুৰোতা। (৪) হুমুনিয়াহ কঢ়া ঃ সহায়-সাৰথি পায়ো সামাজিক মৰ্যাদাত তল পৰি থাকোতা; নিজকে নীচ বুলি ভবা সম্প্ৰদায়সকল।"

বিধৱা বিবাহ, অস্পৃশ্যতা, বাল্যবিবাহ, জাতিভেদ প্ৰথা আদি সামাজিক সমস্যাবোৰক কেনেকৈ শেষ কৰিব পৰা যায়, সেই লৈ তেওঁৰ চিন্তাৰ অন্ত নাছিল। সেই সময়ত অসমত এনে এক সমস্যা নাছিল, যাৰ বাবে কমলাকান্তই যুঁজ দিয়া নাছিল। বঙালী, ইংৰাজী, অসমীয়াৰ লগতে অন্যান্য জনজাতীয় ভাষাতো সমানে কথা ক'ব পৰা অগ্নিকবিয়ে যিদৰে দুৰ্ভগীয়া-দুখীয়াৰ হৈ

মাত মাতিছিল, সেইদৰে ওপৰৱালা বিষয়া-শাসকৰ পৰা বিভিন্ন কামো আদায় কৰিছিল। সঁচা অৰ্থত মাটিৰ মানুহ আছিল তেওঁ। যাক সহায় কৰিব পাৰে কৰিছিল, লাগে নিজেই উচ্ছন্ন হৈ নাযাওক কিয়।

অসমীয়া সাহিত্যত তেওঁৰ কবিতা, প্ৰবন্ধ আৰু দাৰ্শনিক তথ্য সমৃদ্ধ পুথি 'চিন্তা তৰঙ্গ', 'অষ্টাবক্ৰৰ আত্মজীৱনী' আদিৰ বাবে তেওঁ সদায় উচ্চ আসন পাই থাকিব। জাতীয়তাবাদী আৰু সমাজ সংস্কাৰৰ ভাবধাৰাৰে অসমীয়া জাতিক চিন্তা-চৰ্চা কৰিব শিকোৱা বাবেওতেওঁ নমস্য হৈ থাকিব। কিন্তু তাতোকৈও ডাঙৰ কথা, চাৰিকুৰি বছৰ বয়সতো তেওঁ ডেকা ল'ৰাবোৰৰ সৈতে একাত্ম হৈ বিভিন্ন সামাজিক কাৰ্যত নামি পৰিছিল। জাতিৰ বাবে কাম কৰাৰ শক্তি তেওঁৰ শেষ সময়লৈ আছিল। ১৯২৮ চনত যোৰহাট সাহিত্য সভাৰ অধিবেশনৰ সভাপতি আছিল তেওঁ।

কমলাকান্তই কৈছিল—"ধন নহ'লে সংসাৰত একো কামেই নিসিজে। অসমীয়া মানুহে ব্যৱসায়লৈ মন মেলিব লাগিব।..... আমাৰ মানুহবোৰ কেৱল পৰশ্ৰীকাতৰ। কু-সংস্কাৰেৰে ভৰা ধৰ্মটোকে ধৰ্ম ধৰ্ম বুলি চিঞৰি থাকিলে নহয়। মনু সংহিতাৰ কথা বাদ দি আমি ধৰ্ম সংস্কাৰক নতুন ধৰণে গঢ়ি তুলিব লাগিব। আমাক লাগে দয়ানন্দ সৰস্বতী— আৰ্য সমাজ পাতি নতুন জাতি এটা সৃষ্টি কৰিবলৈ; আমাক লাগে গৌৰবন্ডি-মেট্‌ছিনি, মৰাশৰ দৰে অচেতন হৈ পৰি থকা অসমীয়া মানুহবোৰক সঞ্জীৱনী মন্ত্ৰ শুনাবলৈ।"

ইয়াৰ লগতে যোগ দি আমি ক'ব পাৰো, আজি আমাক অন্য এজন কমলাকান্ত লাগে, অসমীয়া জাতিক সঁচা অৰ্থত জগাই তুলিবলৈ...। ১৯৩৬ চনৰ ১৪ ডিচেম্বৰত গুৱাহাটীত মৃত্যুবৰণ কৰা কমলাকান্তই অহৰহ স্বজাতি আৰু স্বদেশৰ বাবেই কাম কৰি গ'ল। আমি আজি অন্য এজন কমলাকান্ত নাপাওঁ সঁচা, কিন্তু তেওঁৰ সাহিত্য কৰ্ম পঢ়ি অনুপ্ৰাণিত হ'ব পাৰো; ত্যাগী, কৰ্মঠ আৰু সাহসী হৈ স্বজাতিৰ-স্বদেশৰ উন্নতিত অৰিহণা যোগাব পাৰো, সঁচা অৰ্থত।



(৩৮)

# ৰাধাকান্ত সন্দিকৈ

দানৰ ক্ষেত্ৰত ৰাধাকান্ত সন্দিকৈৰ সুখ্যাতি শিখৰত। মাথো দানেই নে, প্ৰচণ্ড ব্যক্তিত্বসম্পন্ন এই মানুহগৰাকী আছিল নিজেই এক অনুষ্ঠান। তেওঁ এনে যুগসন্ধিৰ এক বিশিষ্ট লোক, যাক ড° সূৰ্য কুমাৰ ভূঞাই 'The last of the Romans' বাক্যটিৰ আহিঁত 'The last of the Ahoms' বুলি কৈছিল। সঁচাকৈয়ে ছশ বছৰ ধৰি অসম শাসন কৰা প্ৰৱল প্ৰতাপী আহোম বংশৰ (শেষ!) প্ৰতিভূ আছিল তেওঁ। 'কৰ্মই ধৰ্ম' বুলি প্ৰচলিত বাণীটোক জীৱনৰ মূলধন হিচাপে বিচাৰ কৰা সন্দিকৈদেৱে জীৱনত কৰা কামবোৰৰ প্ৰতিটোতে সফলতা লাভ কঁৰিছিল। কি দেশপ্ৰেম, কি জাতিপ্ৰেম অথবা কৰ্মপ্ৰেম, সকলোতে ৰাধাকান্ত সন্দিকৈ আছিল আগৰণুৱা। একেবাৰে সন্মুখত।

১২২৯ চনত পাটকাই পৰ্বত পাৰ হৈ স্বৰ্গদেৱ চুকাফাৰ লগত যিসকল বীৰপুৰুষ আহিছিল, তাৰে এজনৰ নাম আছিল থাওমুংট্যাও। এইজনা পুৰুষৰে বংশধৰ এজন এদিন আহোম বংশৰ তৃতীয় ৰজা স্বৰ্গদেউ চুবিনফাৰ স'তে চিকাৰলৈ যাওঁতে হাবিৰ মাজত এটা দ' জুৰি পালেগৈ। এই জুৰিটো পাৰ হ'বলৈ একো উপায় নোপোৱা হ'ল ৰজাই। তেতিয়া ততালিকে থাওমুংট্যাওৰ সেই বংশধৰ (নাতি!)জনে ওচৰৰে গছ এজোপা কুঠাৰেৰে কাটি জুৰিটোৰ পাৰত সাঁকো তৈয়াৰ কৰি পেলালে। সেই সাঁকোৰেদি স্বৰ্গদেৱে জুৰিটো পাৰ হ'ল আৰু সাঁকো তৈয়াৰ কৰা মানুহজনক 'হুন-দি-কাই' বুলি সম্বোধন কৰিলে। 'হুন-দি-কাই' শব্দৰ অৰ্থ (একেলগে) হ'ল— বুধিয়ক লোক (টাই ভাষাত)। তেতিয়াৰে পৰা সেই মানুহজন 'হুন-দি-কাই' নামেৰে জনাজাত হ'ল। সেয়াই মানুহৰ মুখে মুখে বাগৰি 'স্বন্দিকৰী' বা 'সন্ধিকৰী' আৰু বুৰঞ্জীত 'সন্দিকৈ' ৰূপ ল'লৈগে। সন্দিকৈ ফৈদটো সাতঘৰীয়া আহোমৰ এটা অৰ্থাৎ সম্ভ্ৰান্ত আহোম।

এনে এটা সম্ভ্ৰান্ত বংশতে ১৮৫৭ চনত জাঁজী নৈৰ পশ্চিমে হাঁহচৰাৰ চেতীয়া গাঁৱত জন্ম হ'ল ৰাধাকান্ত সন্দিকৈৰ। তেওঁৰ ককাদেউতাক সোণাই বা সোণাৰাম জালভাৰী ফুকনৰ ঘৰ আছিল যোৰহাট নগৰৰ পূবে থকা মেলেঙত। স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ লগত তেওঁ মানৰ আক্ৰমণত নাৱেৰে গোৱালপাৰালৈ পলাই যায়। তেওঁ পত্নী-পুত্ৰক লগত নিয়া নাছিল। পলাই থকা অৱস্থাতে জালভাৰী ফুকনৰ মৃত্যু হোৱাত তেওঁৰ পত্নী জননী ফুকনীয়ে মেলেং এৰি পুত্ৰ বোপাৰামক লৈ চেতীয়া গাঁৱলৈ গুচি গ'ল। সেই গাঁৱত

তেওঁৰ ভাই-ককাই আছিল।... বোপাৰাম এজন তেজস্বী লোক আৰু বুদ্ধিবৃত্তিতো আগৰণুৱা লোক আছিল। চেতীয়া গাওঁ অঞ্চলৰ মেলবোৰত বোপাৰামৰ কথাই শেষ কথা আছিল। তেতিয়াৰ সমাজৰ সম্ভ্ৰান্ত ব্যক্তিসকলে সাধাৰণ প্ৰজাক অনেক ধৰণে কৰা সহায়ৰ উপৰি বেমাৰ-আজাৰ হ'লে ঔষধ-পথ্য আদিৰেও জীৱন দান কৰিছিল। বোপাৰামো চিকিৎসাৰ ক্ষেত্ৰত পৰিপক্ক লোক আছিল। এই বোপাৰামৰ প্ৰথম সন্তানেই হ'ল ৰাধাকান্ত।

খাচ আহোম গঢ়ৰ, স্বাস্থ্যবান উজ্জ্বল লোক আছিল ৰাধাকান্ত। সেই সময়ত বেছিভাগ অসমীয়া ছাত্ৰ-ছাত্ৰীৰে পঢ়াৰ প্ৰতি ধাউতি নাছিল। মান সৈন্যই মৰণা মাৰি থৈ যোৱা অসম ইংৰাজৰ হাতলৈ যোৱাৰ পাছত অসমীয়াসকলে মাথো দুবেলা দুমুঠি খাই জীয়াই থকাৰ কথাহে চিন্তা কৰিছিল। সেইবাবে কোনে পঢ়িছে, কোনে নাই পঢ়া এই কথাত অভিভাৱকসকলে বৰ বিশেষ মন-কাণ দিয়া নাছিল।... কিন্তু সৰুৰে পৰা ৰাধাকান্তৰ আছিল পঢ়া-শুনাৰ প্ৰতি ভীষণ আগ্ৰহ। অৱশ্যে সেই সময়ৰ নিয়ম মতে তেওঁ ১১-১২ বছৰতহে স্কুলৰ দুৱাৰ গচকিছিল। ৰাধাকান্ত ভৰ্তি হৈছিল হাঁহচৰাৰ 'চূড়ামণি পাঠশালা'ত। সেই সময়ত শিৱসাগৰৰ সম্ভ্ৰান্ত ঘৰৰ ৰত্নধৰ বৰুৱা আছিল নগাঁৱৰ পৰা ডিব্ৰুগড়লৈ স্কুল পৰিদৰ্শন কৰা ডেপুটি ইন্সপেক্টৰ। তেওঁ কেতিয়াবা স্কুল পৰিদৰ্শনৰ বাবে চূড়ামণিলৈ গ'লে বোপাৰামৰ ঘৰত আলহী হৈছিলহি। ১৮৭২-৭৩ চনত চূড়ামণি পঢ়াশালিৰ পৰা নিম্ন প্ৰাইমেৰী পৰীক্ষাত উত্তীৰ্ণ হৈ ৰাধাকান্তই জলপানি পায। তাৰ পাছত শিৱসাগৰৰ স্কুলত নাম লিখাই কিছুদিন এগৰাকী সম্বন্ধীয়া লোকৰ ঘৰত থকাৰ পাছত ৰত্নধৰ বৰুৱাৰ ঘৰতে থাকি ৰাধাকান্তই পঢ়া-শুনা কৰিবলৈ লয়।

পঢ়া-শুনাত আগবঢ়া ৰাধাকান্ত অন্যান্য খেলা-ধূলা আৰু যাত্ৰা-অভিনয়তো পাকৈত আছিল। যাত্ৰাত তেওঁ 'চোকৰা' হৈ নচা আৰু তিৰোতাৰ ভাও দিয়াতো শ্ৰেষ্ঠ হৈছিল। আনকি বেহেলা আৰু বাঁহী বজোৱাতো তেওঁ পাকৈত হৈ উঠিছিল।

১৮৮১ চনত ৰাধাকান্তই শিৱসাগৰ হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষা পাছ কৰিছিল। পলমকৈ স্কুলত নাম লগোৱাৰ বাবে তেতিয়া তেওঁৰ বয়স হৈছিলগৈ প্ৰায় ২৪ বছৰ। এন্ট্ৰেন্স পাছ কৰি ৰাধাকান্তই উচ্চ শিক্ষাৰ বাবে কলিকতাৰ চিটি কলেজত নাম লগাইছিল। দুবছৰৰ পাছত এফ এ পাছ কৰি সেই কলেজতে বি এ পঢ়িবলৈ লয় যদিও আৰ্থিক ক্ষেত্ৰত সংকটে দেখা দিয়াত পঢ়া-শুনা তাতে এৰি চাকৰি কৰিবলৈ মনস্থ কৰে।

শ্বিলঙৰ 'ডাইৰেক্টৰ অৱ লেণ্ড ৰেকৰ্ডছ'ৰ অফিচত কেৰাণীৰ কাম পালে ৰাধাকান্তই। এই পদবীতে পাঁচ বছৰকাল চাকৰি কৰাৰ পাছত সেই অফিচৰ ডেৰ কুৰি কেৰাণীৰ ভিতৰত সবাতোকৈ বিচক্ষণ বুলি প্ৰমাণিত হোৱাত তেওঁৰ ছাব ডেপুটি কলেক্টৰৰ পদলৈ প্ৰমোচন দিয়া হয়। তাৰ পাছত কাছাৰ, যোৰহাট,

গোলাঘাট আদিত বিভিন্ন পদত কাম কৰাৰ পাছত তেওঁ ১৯০২ চনত এক্সট্ৰা এছিছটেণ্ট কমিছনাৰৰ পদলৈ প্ৰমোচন পাই শিৱসাগৰত চাকৰি কৰেগৈ। সেই বছৰৰে শেহত আকৌ প্ৰমোচন পাই সন্দিকৈ এছিছটেণ্ট ছেটেলমেণ্ট অফিচাৰ হৈ যোৰহাটলৈ আহে। তাৰ পাছত ১৯০৮ চনত অসমৰ এছিছটেণ্ট ডিৰেক্টৰ অৱ লেণ্ড ৰেকৰ্ডছৰ পদবী দি সন্দিকৈক শ্বিলঙলৈ নিয়ে ব্ৰিটিছ চৰকাৰে। তাৰ পাছত অসম চৰকাৰৰ অন্য উচ্চ পদবীত চাকৰি কৰি ১৯১৬ চনত তেওঁ স্বেচ্ছাই অৱসৰ লয়। চৰকাৰী চাকৰি কৰি থাকোতেই তেওঁ বি এ জগন্নাথ বৰুৱাৰ অতি ঘনিষ্ঠ হৈ পৰে। ১৮৯৭ চনত ৰাধাকান্ত সন্দিকৈয়ে উত্তৰ লক্ষীমপুৰৰ ঘিনাৰাম বৰুৱাৰ কনিষ্ঠা কন্যা আৰু সাহিত্যিক পদ্মনাথ ভগ্নী নাৰায়ণী সন্দিকৈক বিয়া কৰাইছিল।

বি এ জগন্নাথৰ ঘনিষ্ঠ হোৱাৰ পাছত ৰাধাকান্ত সন্দিকৈ চাহ খেতিৰ প্ৰতি আগ্ৰহী হয় আৰু জগন্নাথৰ উদ্‌গনিত ৰাধাকান্তই ন-কছাৰীৰ কাকজান বাগিচাৰ বৰ মহৰী বুধুৰাম গগৈৰ পৰা সাত-আঠ বিঘা মাটিত চাহ গছ থকা গ্ৰডোখৰ মাটি ক্ৰয় কৰে। কিন্তু চৰকাৰী চাকৰি কৰি নিজে বাগিচাখন চলোৱাত অসুবিধা হোৱাত সেই বাগিচাখনৰ কাম জগন্নাথ বৰুৱাই চোৱা-চিতা কৰে। কেৱল সন্দিকৈয়ে দৰমহাৰ পৰা যি পাৰে মাহে মাহে টকা-পইচা বাগিচাৰ বাবে জমা দি থাকিব লাগিব। এই বাগিচাখনৰ নাম ভিতৰুৱাল বাগিচা ৰখা হ'ল আৰু লাহে লাহে সাত-আঠ বিঘাৰ বাগিচাখন বহলাই ডেৰশ একৰৰ হ'লগৈ। জগন্নাথ বৰুৱাৰ মৃত্যুৰ পাছত এই বাগিচাখনৰ সকলো দায়িত্ব লৈ সুচাৰুৰূপে চলাবলৈ ল'লে ৰাধাকান্তৰ পত্নী নাৰায়ণী সন্দিকৈয়ে। চৰকাৰী কামৰ পৰা অৱসৰ লৈ ৰাধাকান্তই বাগিচাৰ কামত মনোনিবেশ কৰিছিল। এই কথা তেতিয়া সকলোৰে দৃষ্টিগোচৰ হৈছিল যে কোনো কোনো সময়ত চাহৰ বজাৰ প্ৰচণ্ড অৰ্থনৈতিক মাৰঘাতৰ সন্মুখীন হৈ বহু কেইখন বাগিচাৰ অৱস্থা পানীত হাঁহ নচৰা হওঁতেও ৰাধাকান্ত সন্দিকৈৰ বাগিচা ভালদৰে চলি আছিল।

১৮৭২ চনত অসমীয়া ভাষা অসমত চৰকাৰীভাৱে মঞ্জুৰ হৈছিল। তাৰ আগৰে পৰা আৰু পাছতো কলিকতাত পঢ়ি থকা ছাত্ৰসকলৰ একনিষ্ঠ সাহিত্য সেৱাৰ বলত অসমীয়া ভাষাই উন্নতি লাভ কৰিছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন সোঁৱৰণত পোৱা যায় যে ১৮৮৪-৮৫ চনত, ১৪/১ প্ৰতাপচন্দ্ৰ চেটাৰ্জী লেনত সত্যনাথ বৰা, দেৱীচৰণ বৰুৱা, ৰাধাকান্ত সন্দিকৈ, কালীকান্ত বৰকাকতি আদি ছাত্ৰসকলে মেছ কৰি আছিল। অন্যান্য ঠাইতো কলিকতাত পঢ়া অসমীয়া ল'ৰা আছিল। অসমীয়া ছাত্ৰসকলে তেতিয়া তেওঁবিলাকৰ মেছে মেছে সপ্তাহত আৰু মাহেকত একো একোখন চাহমেল পাতি সকলো অসমীয়া ছাত্ৰ সমবেত হৈ অসমীয়া ভাষা আৰু সাহিত্যৰ সম্বন্ধে আলোচনা কৰি ভৱ

চিন্তা কৰিছিল। সেয়ে এদিন ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীটৰ মেছত বহা এখন চাহমেলত ১৮৮৮ চনৰ ২৫ আগষ্ট তাৰিখে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' নামেৰে এক অনুষ্ঠানৰ জন্ম দিয়ে। অঃ ভাঃ উঃ সাঃৰ জন্মৰ আগতে ৰাধাকান্ত সন্দিকৈ সেই চাহমেলবোৰৰ সক্ৰিয় সভ্য আছিল। তদুপৰি তেতিয়া তেওঁ ইংৰাজী ভাষাত প্ৰবন্ধ লিখি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। বুৰঞ্জীবিদ কনকলাল বৰুৱাই অসম সাহিত্য সভাৰ পত্ৰিকা (১৯৩৯ চন)ত লিখা মতে, 'ৰাধাকান্ত সন্দিকৈয়ে কলিকতাত পঢ়ি থকা সময়ত ৰবাৰ্ট নাইট চাহাবে সম্পাদনা কৰা 'ষ্টেটচমেন' কাকতত ইংৰাজী প্ৰবন্ধ লিখি প্ৰকাশ কৰাইছিল। আমি তেতিয়া তেওঁকে অনুকৰণ কৰি ইংৰাজী বাতৰি কাকতলৈ লিখিছিলো।'

নীৰৱ সাহিত্যসেৱী বুলিলে যাক বুজা যায়, তেৱেঁই আছিল ৰাধাকান্ত সন্দিকৈ। সেই সময়ত নতুন গ্ৰন্থকাৰক আৰ্থিকভাৱে সকাহ দিয়াৰ বাবেই সন্দিকৈয়ে সেই গ্ৰন্থ আগ্ৰহেৰে ক্ৰয় কৰিছিল। কলিকতাৰ অঃ ভাঃ উঃ সাঃৰ নিৰ্দেশত তেতিয়া অসমৰ গাঁও-চহৰত হাতে লিখা বিভিন্ন গীত-মাত-নাটৰ অভিনয় চলিছিল। সেই সময়ত বহুত গীত আৰু নাটক সন্দিকৈ ডাঙৰীয়াই লিখি দিছিল। যিবোৰ সংৰক্ষণৰ অভাৱত হেৰাই গ'ল।

বিজ্ঞানত ৰাপ থকা অসমীয়া ছাত্ৰসকলৰ বাবে কোনো বিশেষ কিতাপ-পত্ৰ নথকাত ৰাধাকান্ত সন্দিকৈয়ে 'পদাৰ্থ দৰ্শন' নামৰ বহুমূলীয়া কিতাপ এখন লিখে। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছতেই 'মূলাগাভৰু' নামৰ বুৰঞ্জীমূলক নাটক লিখি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছতেই অসম চৰকাৰে ৰাধাকান্ত সন্দিকৈক আসাম এছেম্বলি বা আইন সভাৰ সদস্য মনোনীত কৰে। এই কাউন্সিলত থকাৰ সময়ত দেশৰ স্বাৰ্থৰ প্ৰতি তেওঁ বিশেষ নজৰ দিছিল। এইখিনিতে কৈ থোৱাটো উচিত হ'ব যে চাকৰিৰ কালত অসম চৰকাৰে সন্দিকৈ ডাঙৰীয়াক ৰাজহ বিভাগৰ এজন বুদ্ধিদীপ্ত বিষয়া বুলি তেওঁৰ পৰামৰ্শবোৰ সাদৰেৰে গ্ৰহণ কৰিছিল। তেওঁ সুচাৰুৰূপে অসম উপত্যকাৰ মাটি শ্ৰেণী-বিভাগ কৰি খাজনা ধাৰ্য কৰি দিয়াত চৰকাৰ সন্তুষ্ট হৈছিল। ৰাইজৰ ফালৰ পৰাও আপত্তি উঠা নাছিল। ১৯০০ চনত যোৰহাটত প্ৰথম বাইচাইকেলখনো আছিল ৰাধাকান্ত সন্দিকৈৰে। বি এ জগন্নাথৰ ছেক্ৰেটাৰী তথা উকীল ৰাধানাথ ফুকন আৰু সন্দিকৈয়ে একেলগে বিদেশৰ পৰা মগাই অনা চাইকেল দুখনে তেতিয়া যোৰহাট চহৰৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

শ্বিলঙত চাকৰি কৰি থাকোতে কলিকতাৰ অঃ ভাঃ উঃ সাঃৰ স'তে বিশেষ যোগাযোগ ৰাখিছিল ৰাধাকান্ত সন্দিকৈয়ে। তদুপৰি শ্বিলঙত সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান হিচাপে 'আসাম ক্লাব' গঠনত সন্দিকৈৰ অৱিহণা সৰ্বজনবিদিত। অসম

সাহিত্য সভাৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত ৰাধাকান্ত সন্দিকৈ যোৰহাটত বহা পঞ্চম সন্মিলনৰ আদৰণি সমিতিৰ সভাপতি আছিল। সভাপতিৰ অভিভাষণত তেওঁ কৈছিল—"সাহিত্য হৈছে এক জাগ্ৰত-জীৱিত মহোপকাৰী জ্ঞানৰ ভঁৰাল। মানুহৰ মানসিক শক্তিৰ দ্বাৰা সৃজন হোৱা এক জ্ঞানমৃতৰ পোহৰ পূৰ্ণ জগতৰ নিচিনা, যাৰ সহায়ত মানুহ জাতি আজি সৃষ্টিৰ আন বস্তুতকৈ শ্ৰেষ্ঠ আৰু মহৎ। মানুহৰ মনৰ ভাব আৰু ভাষাৰ পৰাই হৈছে সাহিত্যৰ উৎপত্তি। ভাব হৈছে জানিবা তাৰ শৰীৰ।... সাহিত্য বহল, ৰসাল, গম্ভীৰ, চহকী আৰু পৰিবৰ্তনশীল সময়ৰ লগে লগে ন ন সাজেৰে ধুনীয়া কৰিবলৈ মানুহৰ ভাব, চিন্তা, কল্পনা, বিচাৰ আদি কাৰ্যবোৰে নিৰ্মল, উদাৰ, নিৰপেক্ষ, স্বাৰ্থহীন, ভ্ৰান্তি আৰু কু-সংস্কাৰ শূন্য হ'ব লাগিব। তেনে হ'লেহে সাহিত্যৰ প্ৰকৃত উন্নতিৰ বাট মুকলি হ'ব।"

১৮৯৬ চনত এথেন্সত আৰম্ভ হৈছিল বিশ্বৰ বিভিন্ন দেশে ভাগ লোৱা প্ৰথম অলিম্পিক। সেইদৰে ভাৰতৰ বিভিন্ন ৰাজ্যবোৰে ভাগ লোৱা ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতা অনুষ্ঠিত হয়। অসমতো ইয়াৰ প্ৰভাৱ পৰে আৰু বিভিন্ন জিলাৰ খেলুৱৈসকলে ভাগ লোৱা সদৌ অসম ভিত্তিক খেল প্ৰতিযোগিতা আৰম্ভ হয় ১৯৩৪ চনত। যোৰহাটত এপ্ৰিল মাহৰ ২৩, ২৪ আৰু ২৫ তাৰিখে অনুষ্ঠিত হোৱা এই খেল-ধেমালি প্ৰতিযোগিতাৰ (শক্তিমেলা) সভাপতি আছিল ৰাধাকান্ত সন্দিকৈ। খেল-ধেমালিৰ পৰিবেশ তৈয়াৰৰ বাবে আৰু খেলুৱৈসকলে যাতে সকলো ধৰণৰ সুযোগ পায়, তাৰ বাবে সন্দিকৈ ডাঙৰীয়া অহৰহ সচেষ্ট আছিল।

১৯২৩ চন। তেতিয়া সন্দিকৈ ডাঙৰীয়াৰ বৰপুত্ৰ কৃষ্ণকান্ত সন্দিকৈ আৰু তৃতীয় পুত্ৰ উচ্চ শিক্ষাৰ বাবে বিলাতত আছিল। দ্বিতীয় পুত্ৰ চন্দ্ৰকান্তই চেনিমৰা বাগিচাত চাহ খেতিৰ কাম শিকিছিল আৰু চতুৰ্থ পুত্ৰ ইন্দ্ৰকান্ত আছিল গুৱাহাটীৰ কটন কলেজৰ বি এ মহলাৰ ছাত্ৰ। সেই বছৰৰে আগষ্ট মাহত ইন্দ্ৰকান্ত সন্নিপাত ৰোগত আক্ৰান্ত হয় আৰু কেইদিনমানৰ ভিতৰতে তেওঁৰ মৃত্যু হয়। ইন্দ্ৰকান্তৰ মৃত্যুৰ ২২ দিনৰ পাছত ন ছেপ্টেম্বৰত চন্দ্ৰকান্তৰো একে ৰোগত পৰি অকাল মৃত্যু ঘটে। দুজন চফল ডেকা সন্তানৰ তেনেদৰে অকাল মৃত্যু হোৱা দেখি সন্দিকৈ ডাঙৰীয়া ভাগি পৰে। কিন্তু কিছুদিনৰ পাছতে মন টঙাই সন্দিকৈয়ে ঠিক কৰে যে পুত্ৰ দুগৰাকীৰ স্মৃতি সজীৱ কৰি ৰাখিবলৈ তেওঁ ভাল কাম কৰিব, যাতে দেশৰো কল্যাণ হয়। চেনেহৰ সন্তান দুগৰাকীৰ 'স্মৃতি'ৰ অৰ্থে সন্দিকৈদেৱে অসম সাহিত্য সভাক ৩০ হেজাৰ (সেই সময়ত!) টকা দিয়ে। ইয়াৰে ১৫ হেজাৰ টকাৰে যোৰহাটৰ সাহিত্য সভাৰ মুখ্য কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন নিৰ্মাণ কৰা হয়। বাকী ১৫ হেজাৰ টকাৰে এখন বৃহৎ অসমীয়া অভিধান 'সংকলন আৰু ছপা'ৰ কাম কৰোৱা হয়। 'হেমকোষ'ৰ পাছত 'চন্দ্ৰকান্ত অভিধান'খনেই অসমীয়া ভাষাৰ দ্বিতীয় বৃহৎ অভিধান। উল্লেখ্য, ১৯২৬ চনত চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ নিৰ্মাণ

সম্পূর্ণ হয় আৰু ১৯৩৩ চনত 'চন্দ্ৰকান্ত অভিধান' ছপা হয়। অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী বিভাগলৈ সন্দিকৈয়ে দিয়া দানৰ কথাও স্মৰণ কৰিব পাৰি। এই বিভাগৰ গুৰি ধৰোতা ডা° সূৰ্য কুমাৰ ভূঞাৰ হাতত বিভাগৰ স্থায়ী গৃহ নিৰ্মাণৰ বাবে ১০ হেজাৰ টকা দান স্বৰূপে আগবঢ়ায়। সেই ধনেৰেই ১৯৩৬ চনত 'নাৰায়ণী সন্দিকৈ হিষ্টৰিকেল ইন্‌ষ্টিটিউট' নামৰ ঘৰটো নিৰ্মাণ কৰা হয়। তদুপৰি সন্দিকৈদেৱে দান কৰা মুঠ ৭০ হেজাৰ টকাৰ বাবেই ছোৱালী কলেজ সু-প্ৰতিষ্ঠিত হয়। যাৰ বাবে পাছত উদ্যোক্তাসকলে কলেজখনৰ নাম 'ৰাধাকান্ত সন্দিকৈ' ছোৱালী কলেজ ৰাখে। দীঘলীপুখুৰীৰ পাৰৰ এই কলেজ এতিয়াও অসমৰ উচ্চ শিক্ষাৰ অন্যতম কেন্দ্ৰ হিচাপে জাকত জিলিকা হৈ আছে।

মাথো এয়াই নহয়, সন্দিকৈদেৱে অন্যান্য বহু প্ৰতিষ্ঠানকো দান দি থৈ গৈছে। আড়ম্বৰহীন দানত বিশ্বাসী সন্দিকৈ ডাঙৰীয়াই এই দানৰ কথা কৈ ক'তো ঢাক-ঢোল বজোৱা নাছিল। অথচ এই দানৰ বাবেই তেওঁ অমৰ। অসমত বহু সমৃদ্ধিশালী অসমীয়া থকা সত্ত্বেও সন্দিকৈ ডাঙৰীয়াৰ দৰে হাত খুলি ৰাইজৰ কামত ধন খৰচ কৰিব পৰাৰ উদাহৰণ নাই। ভাষা-সাহিত্যৰ উন্নতিকল্পে, খেলা-ধূলা আৰু উচ্চ শিক্ষাৰ উন্নতিকল্পে সন্দিকৈ ডাঙৰীয়াই যিমান কষ্ট স্বীকাৰ কৰিছে, যিমানখিনি অৰ্থ দান কৰিছে, সেই বদান্যতাৰ বাবেই তেওঁ অমৰ হৈ থাকিব। যোৰহাটৰ জে বি কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তেওঁৰ ভূমিকা অনস্বীকাৰ্য। সেইবাবেই ১৯০৭ চনত ইংৰাজ চৰকাৰৰ এগৰাকী শ্ৰেষ্ঠ কৰ্মচাৰী হিচাপে 'ৰায়বাহাদুৰ' খিতাপ পালেও কিন্তু তেওঁৰ নামৰ আগত সদায়েই 'দানবীৰ' উপাধিটোৱেহে শোভাবৰ্ধন কৰি থাকিব। কথিত আছে যে দানবীৰ পৰিয়ালৰে সন্তান আছিল ৰাধাকান্ত। এই পৰিয়ালটোৱে আহোম ৰাজত্বৰ সময়ত অসমৰ বিভিন্ন ঠাইত মন্দিৰ, পুখুৰী আদি নিৰ্মাণ কৰাইছিল। গুৱাহাটীৰ উমানন্দ মন্দিৰটো ৰাধাকান্তৰ পূৰ্বপুৰুষ গড়গঞা বৰফুকনে সাজিছিল। প্ৰচণ্ড সাহসী, আত্মবিশ্বাসী আৰু শৃঙ্খলা পৰায়ণ এইগৰাকী ব্যক্তি ৯৫ বছৰ জীয়াই আছিল। পুত্ৰ কৃষ্ণকান্ত সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমজনা উপাচাৰ্য হৈ থকাৰ সময়তে যোৰহাটৰ নিজা ঘৰত ১৯৫২ চনৰ ২৬ জানুৱাৰীৰ দিনা দানবীৰ সন্দিকৈৰ মৃত্যু হৈছিল। তেওঁৰ মৃত্যুৰ আজি অৰ্দ্ধ শতিকাৰ পাছতো তেওঁৰ দান আৰু কৰ্মই অসমীয়াক প্ৰেৰণা দি আছে।



(৩৭)

# লম্বোদৰ বৰা

যিকেইগৰাকী মহৎ অসমীয়া জীয়াই আছিল খুউব কম দিন, অথচ জাতিটোক দি গৈছিল বহু বেছি, সেইসকলৰ ভিতৰত অন্যতম হ'ল লম্বোদৰ বৰা। ৩২ বছৰীয়া জীৱনকালত এজন পৰিশ্ৰমী, বুদ্ধিমত্তাশালী লোকে যিমানখিনি কাম কৰিব পাৰে, সকলোখিনিয়েই কৰিছিল তেওঁ। আনন্দ চন্দ্ৰ আগৰৱালাই লম্বোদৰ বৰাৰ অকাল মৃত্যুৰ সময়ত 'বিজুলী' কাকতত লিখিছিল- —"অসমীয়াৰ বৰ দুৰ্দিন। অসম আই বৰ দুৰ্ভাগিনী।..... নহ'লেনো লম্বোদৰ বৰাৰ মৰণৰ সম্বাদ লৈ পাঠকসকলৰ আগত উপস্থিত হ'ব লগাত পৰেনে?... কলিকতা বিশ্ববিদ্যালয়ৰ পৰা খিতাপ লৈ কেইবাজনো আমাৰ অসমীয়া ডেকা অসমলৈ উলটি গৈছে। কিন্তু কোনে লম্বোদৰৰ নিচিনাকৈ এটি ৰুগীয়া দেহা লৈ, সদায় অসমত থাকি, দেশৰ নিমিত্তে, দেশীয় ভাষাৰ নিমিত্তে ইমান খাটিব পাৰিছে? মোকৰ্দমাৰ কথালৈ কত ভাবিব-চিন্তিব লাগে, আয় কত চাব লাগে, তাৰ উপৰি তেওঁ সদায় পুথি লিখিব; জোনাকী, বিজুলী প্ৰভৃতি কাকতলৈ প্ৰবন্ধ লিখিব, দুখীয়া ৰায়তবিলাকৰ ওপৰত কেনেকৈ অত্যাচাৰ কমে, এইবোৰ চিন্তা কৰি থাকোতেই ৰাতি বাৰটা বাজি যায়, তেতিয়াহে তেওঁৰ শোৱা হয়। বৰ বেজাৰৰ কথা, তেওঁ নতুনকৈ ঘৰ-বাৰী, বিয়া-বাৰু কৰাই আগলৈ কত কি কৰিম বুলি কল্পনা কৰিছিল, এগৰাকী গাভৰু তিৰোতা আৰু এটি কেঁচুৱা ল'ৰাক সংসাৰত অনাথ কৰি তেওঁৰ জীৱন-তৰী অকালতে অনন্তকাল সাগৰত বুৰ গ'ল, মনৰ যত আশা, যত বাঞ্ছা মনতে লয় পালে।..... অসমীয়া ভাষা-সাহিত্যৰ এটি উজ্জ্বল তৰা খহি পৰিল। ..."

অসমীয়া ভাষা-সাহিত্যৰ সংকটৰ কালতে লম্বোদৰ বৰাই ১৮৬০ চনত গহপুৰৰ পৰা কেই কিলোমিটাৰমান দূৰৈৰ ব্ৰহ্মজানৰ থালিপোকৰীয়া (বৰ্তমান থালিপুখুৰী) নামৰ একেবাৰে পিছপৰা অঞ্চলটোত জন্মগ্ৰহণ কৰিছিল। গাওঁখনত তলিখন থালিৰ দৰে ৰজাদিনীয়া পুখুৰী এটা আছিল।... লম্বোদৰৰ দেউতাক বৃকোদৰ কাকতি আছিল গমিৰি মৌজাৰ কাকতি (আনন্দ চন্দ্ৰ আগৰৱালাৰ মতে, দুখীয়া খেতিয়ক)। বৃকোদৰৰ দেউতাক আছিল আহোম ৰজাৰ কুৰি গোট সেনচোৱা পাইকৰ ওপৰৰ বৰা।

লম্বোদৰ বৰা আছিল পিতৃ-মাতৃৰ প্ৰথম সন্তান। তেওঁৰ 'মহোদৰ' নামৰ ভ্ৰাতৃ এগৰাকীও আছিল। লম্বোদৰৰ মাথো আঠ বছৰ বয়সতে মাতৃৰ মৃত্যু

হৈছিল। তাৰ পাছৰে পৰা তেওঁ বিভিন্ন ঘৰুৱা কামৰ দায়িত্ব ল'বলগীয়া হ'ল। আনকি দেউতাক চাকৰিত ব্যস্ত থকাৰ বাবে মহোদৰৰ অভিভাৱকৰ দায়িত্বও লম্বোদৰ বৰাই ল'বলগীয়া হৈছিল। বৃকোদৰে পুত্ৰৰ শিক্ষাৰ বাবে ঘৰতে কিতাপ-পত্ৰ গোটাই দিছিল, কাৰণ সেই সময়ত সেই অঞ্চলত কোনো শিক্ষাকেন্দ্ৰ নাছিল। ১৮৭২ চনত প্ৰথম সেই অঞ্চলত পঢ়াশালি স্থাপন হয় আৰু ১২ বছৰ বয়সত প্ৰথমবাৰৰ বাবে বিদ্যালয়ৰ দুৱাৰ গচকাৰ সুযোগ পায় বৰাদেৱে।

এবাৰ ছাব ইন্সপেক্টৰ এগৰাকীয়ে স্কুল পৰিদৰ্শন কৰিবলৈ আহি লম্বোদৰৰ তীক্ষ্ণ বুদ্ধিৰ উমান পাই পিতৃ বৃকোদৰক পৰামৰ্শ দিয়ে যাতে পুতেকক চহৰৰ ভাল স্কুললৈ পঢ়িবলৈ পঠিয়ায়। এই অস্থায়ী ছাব ইন্সপেক্টৰ গৰাকী আছিল তেজপুৰৰ সদৰ মজলীয়া স্কুলৰ প্ৰধান শিক্ষক। সেইবাবেই নিজেই কিছু দায়িত্ব লৈ তেওঁ লম্বোদৰক পঢ়াবলৈ বুলি নিজৰ স্কুললৈ আনিলে।

বৰাৰ স্কুলীয়া শিক্ষা আৰু সাহিত্যত ৰাপ থকাৰ সম্পৰ্কে আনন্দ চন্দ্ৰ আগৰৱালাই এইদৰে লিখিছে—"লম্বোদৰ বৰাই সামান্য এজন খেতিয়কৰ ঘৰত জনম লৈ, নিজহাতে হালবাই, ম'হ ৰখি, নিজৰ পৰিশ্ৰম, অধ্যৱসায় আৰু মনোযোগৰ বলত, গাঁৱলীয়া পঢ়াশালিৰ পৰা মহলা দি উত্তীৰ্ণ হৈ মাহিলি তিনি টকা জলপানি পাই তেজপুৰৰ বঙলা স্কুলত পঢ়ে। তাৰ পৰা মহলা দি অসমত সৰ্বপ্ৰথম হৈ মাহিলি চাৰি টকা জলপানি আৰু শলাগ কাকত পাই ইংৰাজী স্কুলত পঢ়ে। তাৰ পৰা এণ্ট্ৰেন্স মহলা দি কলিকতাত পঢ়ি ক্ৰমে এফ এ, বি এ আৰু বি এল মহলাত উঠি শলাগ কাকত পায়। বঙলা স্কুলত পঢ়াৰে পৰা 'আসাম-বিলাসিনী'লৈ প্ৰবন্ধ লিখিছিল।....."

হাইস্কুলৰ শেষ বৰ্ষত পঢ়ি থাকোতে তেওঁৰ পিতৃ বিয়োগ ঘটে। সেইবাৰ আৰু তেওঁৰ এণ্ট্ৰেন্স পৰীক্ষা দিয়া নহ'ল। ঘৰৰ বিভিন্ন জঞ্জাল মাৰোতেই বছৰটো পাৰ হৈ গ'ল। ভায়েক ইতিমধ্যে খেতি পথাৰৰ কামত লাগিছিল। ভায়েকৰ উৎসাহতে তেওঁ নিৰাশ নহৈ পাছৰ বছৰত নতুন উদ্যমেৰে এণ্ট্ৰেন্স পৰীক্ষা দিয়ে আৰু সুখ্যাতিৰে উত্তীৰ্ণ হৈ কুৰিটকীয়া বৃত্তি লৈ উচ্চ শিক্ষাৰ বাবে কলিকতাৰ মেট্ৰ'পলিটান কলেজ (বৰ্তমান বিদ্যাসাগৰ কলেজ)ত নাম লিখালে। নানা অভাৱ-অনাটনৰ মাজত পঢ়িব লগা হোৱাৰ বাবেই তেওঁ প্ৰথমবাৰ এফ এ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। ফলত কুৰিটকীয়া বৃত্তিও বন্ধ হ'ল। পাছৰ বছৰত এফ এ পৰীক্ষাত উত্তীৰ্ণ হৈ বহু কষ্ট কৰি হেৰুওৱা বৃত্তি পুনৰ পাবলৈ সক্ষম হ'ল আৰু দুবছৰৰ পাছত বি এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। পঢ়াৰ সময়ছোৱাত ৰায়বাহাদুৰ মাধৱ চন্দ্ৰ বৰদলৈ আৰু হৰিবিলাস আগৰৱালাই তেওঁক আৰ্থিক সাহায্য আগবঢ়াইছিল। উল্লেখযোগ্য যে অবিভক্ত দৰং জিলাৰ ভিতৰত প্ৰথম বি এ পাছ কৰা ব্যক্তি হ'ল লম্বোদৰ বৰা।

বি এ পাছ কৰি তেওঁ অন্যান্য শকত দৰমহাৰ চৰকাৰী চাকৰি নকৰি কহিমা চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰ চাকৰি ল'লে। তেওঁৰ সেই সময়ত আইন পঢ়াৰ ইচ্ছা বৰকৈ আছিল। সেইবাবে দুবছৰ চাকৰি কৰি কিছু টকা সঞ্চয় কৰি পুনৰ কলিকতালৈ গৈ আইন কলেজত পঢ়ি বি এল পৰীক্ষাত উত্তীৰ্ণ হয়।

বেচেলৰ অব ল'ৰ ডিগ্ৰী লাভ কৰি লম্বোদৰ বৰাই তেজপুৰত স্বাধীনভাৱে ওকালতি কৰিবলৈ ল'লে। অতি কম দিনৰ ভিতৰতে তেজপুৰৰ প্ৰথন অসমীয়া উকীল লম্বোদৰ বৰাই আইনৰ ব্যৱসায়ত সুনাম অৰ্জন কৰিলে। উকীল হিচাপে তেওঁ মাথো টকা উপাৰ্জনকেই লক্ষ্য হিচাপে নলৈ দুখীয়া গাঁৱলীয়া লোকক বিভিন্ন ধৰণে সহায়-সাহায্য কৰিবলৈ ল'লে।

লম্বোদৰ বৰাৰ যত্নতে সেই সময়ত তেজপুৰত চৰকাৰী বিষয়াসকলৰ স্বেচ্ছাচাৰিতা ভালেখিনি লোপ পাইছিল। তেওঁ বিভিন্ন ৰাজহুৱা কামত আগভাগ লৈছিল। তেওঁৰ যত্নতে তেজপুৰত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' প্ৰতিষ্ঠা কৰা হৈছিল।

১৮৭১ চনত মাজুলীৰ আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ দ্বাৰা প্ৰকাশ হোৱা 'আসাম বিলাসিনী' আছিল 'অৰুণোদই'ৰ পাছত প্ৰকাশ পোৱা অসমৰ দ্বিতীয়খন সংবাদ-পত্ৰ। এই সংবাদ-পত্ৰখনতে লম্বোদৰ বৰাই লিখিবলৈ লয় অতি কম বয়সতে, তেজপুৰৰ বঙলা স্কুলত পঢ়ি থাকোতে। নানা অভাৱ-অনাটনৰ মাজত জীৱন অতিবাহিত কৰিব লগা হোৱাত তেওঁ মানৱ জীৱনৰ প্ৰকৃত স্বৰূপ আৰু কৰ্তব্য উন্মোচন কৰিছিল আৰু সেয়া সাহিত্যৰ যোগেদি প্ৰকাশ কৰিছিল। সেইবাবেই তেওঁৰ সাহিত্য অতি পৰিপক্ক। সাহিত্য ৰচনা আছিল তেওঁৰ জীৱনৰ প্ৰধান কৰ্তব্য, বিলাস নহয়। 'আসাম নিউজ'ত 'দৰং জিলাত বেগাৰ ধৰা প্ৰথা' নামৰ এক নিবন্ধ লিখাৰ লগতে বিভিন্ন আন্দোলন অথবা ৰাজহুৱা সভাৰ যোগেদি আৰু ওকালতিৰ জোৰত তেওঁ বেগাৰ প্ৰথা বন্ধ কৰিছিল। 'বেগাৰ' শব্দৰ অৰ্থ হ'ল– এনেয়েই কাম কৰিবলৈ ধৰি অনা মানুহ, 'গোলাম'।

বিভিন্ন ব্যঙ্গ লিখাৰ জৰিয়তে সোৰোপা অসমীয়া মানুহক সজাগ কৰা আৰু সামাজিক ন্যায় স্থাপনৰ বাবে অহৰহ চেষ্টা চলাইছিল লম্বোদৰ বৰাই। গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত 'আসাম বন্ধু' (১৮৮৫-৮৬)ত তেওঁ সদানন্দৰ সানমিহলি টোকা, সদানন্দৰ কলা ঘুমটি আদি ব্যঙ্গাত্মক ৰচনা লিখিছিল। সদানন্দৰ নতুন অভিধানত কিছুমান শব্দৰ অৰ্থ অতি ব্যঙ্গাত্মক ৰূপত অথচ এক অপ্ৰিয় সত্যৰ ৰূপত দাঙি ধৰিছিল। যেনে-- **শিক্ষিত :** কিতাপৰ ভাৰ বোৱা, ইংৰাজী বকা, নিজ ভাষা পাহৰা, ঈশ্বৰৰ নামকে নুশুনা,

পিতৃ-মাতৃ নমনা, নিজ ধৰ্ম এৰা, ম্লেছ, গোলাম, জন্মভূমিৰ কলঙ্ক, শাস্ত্ৰত গাধ, মুখত ব্ৰহ্মা, উপদেশত বৃহস্পতি, কাৰ্যত অসুৰ, দুৰ্বলী, অহঙ্কাৰী, সৰ্বভক্ষ, বিবাদ প্ৰিয় ইত্যাদি প্ৰকাৰৰ এবিধ দুঠেঙীয়া প্ৰাণী। ভাৰ্যা ঃ স্বামীৰ গলগ্ৰহ, বংশৰ কলঙ্ক, ধাৰৰ পথ, খৰচৰ বাহ, অলঙ্কাৰ বোৱা গাধ, দ্বন্দ্ব-হাইৰ ভঁৰাল, দাঁতৰ ছল, চকুৰ কুটা। ভীৰু ঃ যি ঈশ্বৰক ভয় কৰে, পিতৃ-মাতৃক ভক্তি কৰে. গুৰু-গোসাঁইক মান কৰে; যি মদ খাবলৈ ভয় কৰে, বেশ্যা ঘৰলৈ যাবলৈ সংকোচ কৰে, পিতৃ-মাতৃ, ভাই-বন্ধু আদি এৰিবলৈ ভয় কৰে যি নিজ ধৰ্ম নেৰে, পূৰ্বপুৰুষৰ সদাচাৰ নেৰে, আপোন সমাজ, দেশ ভাষা নেৰে ইত্যাদি ইত্যাদি।

অসমীয়া ব্যঙ্গ সাহিত্যক জনপ্ৰিয় কৰা প্ৰথম সাহিত্যিকগৰাকীয়ে হৈছে লম্বোদৰ বৰা। গুণাভিৰাম বৰুৱা (১৮৩৭-৯৫) বয়সত লম্বোদৰ বৰাতকৈ বহু প্ৰবীণ হ'লেও তেওঁৰ শ্ৰেষ্ঠ ব্যঙ্গ ৰচনা 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' বৰাতকৈ বহু পাছতহে লিখিছিল (১৮৯২ চনত 'বিজুলী' কাকতত)। লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যঙ্গ ৰচনাৱলীও বৰাদেউতকৈ বহু পাছৰ। অৱশ্যে হেমচন্দ্ৰ বৰুৱাই তেওঁৰ আগতেই 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰি' (১৮৬৭) গ্ৰন্থখন লিখিছিল।

কিতাপ-পত্ৰ বাতৰি কাকত আদি কিনি নপঢ়া বা কিনিলেও পইচা নিদিয়াটো অসমীয়া মানুহৰ স্বভাৱ। আন ক্ষেত্ৰত টকা-পইচা উৰাই দিবলৈ সংকোচ নকৰিলেও, কিতাপ-আলোচনী-বাতৰি কাকত আদিত টকা খৰচ কৰিবলৈ অসমীয়া মানুহে বৰকৈ সংকোচ কৰে। ফলত অসমীয়া মানুহৰ জ্ঞানাৰ্জন নহয়েই, বৰং সাহিত্য চৰ্চা কৰাসকলৰো লাম-লাকটু পৰ্যন্ত বিক্ৰী হোৱাৰ উপক্ৰম হয়। এই বিষয়ত আজিৰ পৰা এশ বছৰৰ আগতেই 'আসাম বন্ধু' কাকতত লম্বোদৰ বৰাই বক্ৰোক্তি কৰিছিল—"কাকত নপঢ়িলে মানুহে ভেৰা বোলে, Enlightened (শিক্ষিত) নোবোলে। এই দুই কাৰণত মই অনেক বাতৰি কাকত লওঁ, কিন্তু কাৰো বেচ (মূল্য) নিদিওঁ। এদিন 'সুলভ সমাচাৰ'ৰ এজেণ্টে ধন খুজিছিল; মই উচিত উত্তৰ দিলো—যোৱা, এক পইচাৰ কাকতৰ দাম সাধিবলৈ আহিছা, মোৰ অলপীয়া ধন দিবলৈ লাজহে লাগে। 'আসাম নিউজ'ৰ দাম পাঁচ টকা, তাকো বৰ বেছি দেখি নিদিওঁ। ন মাহ 'ইণ্ডিয়ান মিৰ'ৰ লই এদিন এজন বন্ধুৰ দ্বাৰাই তাৰ ওপৰত 'Sadananda is dead' (সদানন্দ মৰিল) এই কথা লিখাই ফিৰাই দিলো। ১৪ বছৰ 'আসাম বিলাসিনী' পঢ়ি তাৰ পইচা এটাও নিদিলো। কাৰণ গোসাঁইৰ প্ৰসাদ আমি এনেয়ে পাওঁ।"

ছিৰিয়াছ লেখক হিচাপেও যথেষ্ট দখল থকা লম্বোদৰ বৰাই বহু তত্ত্বগধুৰ মূল্যবান প্ৰবন্ধ লিখিছিল, সেই সময়ৰ বহু কাকতত। অসমীয়া ভাষাৰ আখৰ

জোঁটনি, আনন্দৰাম বৰুৱা (পাতনি) আদি তেওঁৰ অতি চিন্তাশীল ৰচনা। তেওঁৰ প্ৰকাশিত গ্ৰন্থ তিনিখন হ'ল— 'জ্ঞানোদয়', 'ল'ৰাবোধ' আৰু 'শকুন্তলা'।

'জ্ঞানোদয়'ত তেওঁ সচৰাচৰ আমাৰ অসমীয়া মাধ্যমৰ প্ৰায় সকলো শিশুৱে পঢ়া বহু সাধুৰ যোগেদি নীতিশিক্ষা দিয়াৰ চেষ্টা কৰিছিল। তদুপৰি ইয়াত তেওঁ ছাত্ৰৰ কৰ্তব্যৰ বিষয়ে বহু কথা সন্নিবিষ্ট কৰিছিল। 'ল'ৰাবোধ'ত ঈশ্বৰ, স্বাস্থ্য আৰু শৰীৰ, বতাহ, খোৱাবস্তু, পানী, টোপনি, পৰিষ্কাৰ-পৰিচ্ছন্নতা, ব্যায়াম আৰু ধেমালি, ভূমিকম্প আৰু আগ্নেয়গিৰি, একতা, সময়, ৰাগিয়াল বস্তু, পৰিশ্ৰম আদি বহু মূল্যবান নিবন্ধ সন্নিবিষ্ট কৰিছিল।

মহাকবি কালিদাসৰ 'অভিজ্ঞান শকুন্তলম' নাটকৰ অসমীয়ালৈ অনুবাদ কৰি অসমীয়া সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। মাথো ৩২ বছৰীয়া জীৱনকালত এজন মানুহে ইয়াতকৈ অধিকনো কি কৰিব পাৰে?

লম্বোদৰ বৰাই অন্যান্য বহু প্ৰবন্ধ লিখিছিল। যিবোৰ এতিয়া দুষ্প্ৰাপ্য হ'ল অথবা অগ্নিৰ গৰ্ভত জাহ গ'ল। হাইজা ৰোগত ১৮৯২ চনত মৃত্যু হোৱা লম্বোদৰ বৰাৰ বহু মূল্যবান প্ৰবন্ধ আৰু নথি-পত্ৰ ৰোগ বিয়পাৰ ভয়ত ঘৰটোৰ সৈতে পুৰি পেলোৱা হৈছিল।

'লম্বোদৰ বৰা ৰচনাৱলী'ৰ সংকলক আৰু সম্পাদক নন্দ তালুকদাৰে বৰাৰ বিষয়ে লিখিছে—"যেতিয়া আধুনিক অসমীয়া সাহিত্যৰ এক প্ৰকাৰ এমা-ডিমা অৱস্থা, যিসময়ত অসমীয়া মানুহৰ দ্বাৰা লিখিত অভিধান প্ৰকাশ হোৱা নাছিল, নামত পঢ়াশালি আৰু অভিধানৰ ভাষা অসমীয়া হ'লেও কাৰ্যত বঙলা ভাষাই চলি আছিল, উচ্চ শিক্ষাৰ নামত আছিল কেইখনমান চৰকাৰী আৰু বেচৰকাৰী হাইস্কুল, আঙুলিৰ মূৰত লিখিব পৰা কেইখনমান ছপা পুথি; সেই সন্ধিক্ষণৰ কালছোৱাতে জোনাকী যুগৰ পূৰ্বৰে পৰা লম্বোদৰ বৰাই নিভাঁজ সহজ-সৰল অথচ শক্তিশালী গদ্য ৰচনাৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰিছিল।... তেওঁৰ মাজত আছিল ভৱিষ্যতৰ বিৰাট সম্ভাৱনা। কিন্তু কালৰ নিষ্ঠুৰ পৰশত সকলো আশাৰ নামত চেঁচা পানী পৰিল।"

শৈশৱৰ পৰা অতি দুৰ্বল স্বাস্থ্যৰ লম্বোদৰ বৰাৰ মন কিন্তু অতি শক্তিশালী আছিল। মানসিক শক্তিয়েই তেওঁক জীৱনত সফলতা আনি দিছিল। সেইবাবেই প্ৰায় ডেৰ কুৰি বছৰ মাথো জীয়াই থাকিও তেওঁ এগৰাকী মহৎ অসমীয়া হিচাপে নিজৰ আসন প্ৰতিষ্ঠা কৰি থৈ গৈছে।



(৪০)

# সত্যনাথ বৰা

দুখ, দুখ, কেৱল দুখেই শৈশৱত তেওঁক অহৰহ পীড়া দিছিল। সেইবাবেই হয়তো জীৱন সম্পৰ্কে তেওঁৰ অভিজ্ঞতা বৃদ্ধি পাইছিল, চিন্তাৰ শিপা দ'লৈকে সোমাই পৰিছিল। এই চিন্তাৰ শিপাৰ পৰাই গজি উঠিছিল গভীৰ মননশীল, চিন্তা-ভাবনাৰে সমৃদ্ধ পৈণত গদ্য। সত্যনাথ বৰাৰ গভীৰ বিশ্লেষণ আৰু দাৰ্শনিক চিন্তাৰে সমৃদ্ধ গদ্যই অসমীয়া সাহিত্যলৈ 'যুগান্তৰ' আনিছিল বুলি ক'লেও বঢ়াই কোৱা নহয়। তেওঁৰ 'সাৰথি', 'চিন্তাকলি' আদি চিন্তাগধুৰ প্ৰবন্ধ সন্নিৱিষ্ট গ্ৰন্থই অসমীয়া পঢ়ুৱৈক জীৱন আৰু সমাজ সম্পৰ্কে বহু কথা ভাবিবলৈ বাধ্য কৰাইছিল। অতি সহজ ভাষাত গভীৰ মননশীল প্ৰবন্ধ লিখাৰ ক্ষেত্ৰত আজিৰ লেখকেও যে সত্যনাথ বৰাৰ স'তে ফেৰ মাৰিব নোৱাৰে, তাৰ উজ্জ্বল উদাহৰণ আমাৰ হাতত আছে। কুৰি শতিকাৰ শেহৰখন গুৱাহাটী গ্ৰন্থমেলাত সবাতোকৈ অধিক বিক্ৰী হোৱা গ্ৰন্থখন আছিল 'সাৰথি'। গতিকে বৰ বেছি চিন্তা-ভাবনা নকৰাকৈ এটা কথা ক'ব পাৰি যে অসমীয়া ভাষা-সাহিত্য জীয়াই থকালৈকে সত্যনাথ বৰাৰ চিন্তা-ভাৱনা আৰু লেখাৰ গুৰুত্ব অসমীয়া পঢ়ুৱৈৰ বাবে থাকিবই।

শৈশৱতে মাতৃহাৰা মহাপুৰুষ শঙ্কৰদেৱক আইতাক খেৰসুতীয়ে যেনেদৰে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল, সৰুতে ঘাটমাউৰা সত্যনাথ বৰাকো আইতাক সূৰ্যা বৰবৰাণীয়ে অসীম কষ্টেৰে জীয়াই ৰাখিছিল, শিক্ষাৰ প্ৰতি আগ্ৰহী কৰি তুলিছিল। নানা অভাৱ-অনাটনৰ মাজত শৈশৱ, কৈশোৰ আৰু যৌৱন পাৰ কৰা সত্যনাথ অৱশ্যে একেবাৰে সাধাৰণ পৰিয়ালত জন্মগ্ৰহণ কৰা লোক নাছিল।

সত্যনাথ বৰাৰ পূৰ্বপুৰুষে বাস কৰিছিল তেজপুৰৰ নদুৱাৰ অঞ্চলৰ হেৰাপোৱা গাঁৱত। সত্যনাথ বৰাৰ ককাক জীউনাথ বৰবৰা আহোম ৰজাৰ দিনত কলিয়াবৰ অঞ্চলৰ ৰাজপ্ৰতিনিধি সলাল বৰগোহাঞিৰ তলৰ ৰাজবিষয়া আছিল। তেতিয়া তেওঁ ৰজাৰ টেকেলা চলোৱা বিষয়বাব পাইছিল। সেই সময়ত গুৱাহাটীত বদন চন্দ্ৰ 'বৰফুকন' (বৰ্তমান আয়ুক্তৰ দৰে!) হৈ আছিল। কিন্তু বদন চন্দ্ৰই তলে তলে ৰাজদ্ৰোহ কৰাৰ সন্দেহ পাই আহোম ৰজাই অসমৰ বিভিন্ন ঠাইত থকা উপযুক্ত বিষয়াসকলক গুৱাহাটীলৈ মকৰল কৰে যাতে বদন চন্দ্ৰৰ 'ৰাজদ্ৰোহ'ৰ কাৰচাজি শেহ কৰিব পৰা যায়। এই উপযুক্ত

আৰু বহু বহু বৰা বিষয়াসকলৰ মাজত জীৱনাথ বৰবৰাও আছিল। ৰজাৰ নিৰ্দেশ মতে জীৱনাথে তেজপুৰৰ পৰা উঠি গৈ গুৱাহাটীৰ ভৰলুমুখত ৰাজবিষয়া হিচাপে স্থায়ীভাৱে থাকিবলৈ লয়। জীৱনাথ বৰববাৰ মৃত্যুৰ পাছত পুত্ৰ ৰাধানাথে ৰাজবিষয়া বাব লাভ কৰে। ৰাধানাথ বিষয়া হৈ থকাকালতে বদন চন্দ্ৰই মান আনি অসমখন বিপৰ্যস্ত কৰি তোলে। সেইবাবে ৰাধানাথক 'মানৰ দিনৰ বৰবৰা' বুলিও কোৱা হৈছিল।

.....কিন্তু 'ইয়াণ্ডাবু সন্ধি'ৰ পাছত ৰাধানাথৰ আহোম ৰজাৰ বিষয়বাব শেষ হৈছিল। সেইবাবে তেওঁৰ পুত্ৰ দয়ানাথৰ বৰ বিশেষ একো সংস্থান নাছিল। দয়ানাথ বৰবৰাৰ কেইবাটাও ল'ৰা-ছোৱালীৰ জন্ম হৈছিল যদিও বহুদিনলৈ কোনো সন্তানেই জীৱিত হৈ থকা নাছিল। পাছত নিজস্ব বিশ্বাস অনুসৰি সত্যনাৰায়ণ পূজা এভাগ আগবঢ়াই এটি পুত্ৰ সন্তান লাভ কৰিলে। সত্যনাৰায়ণ পূজা কৰি পুত্ৰৰ জন্ম হোৱা বুলি বিশ্বাস কৰিয়েই দয়ানাথে পুত্ৰৰ নাম সত্যনাথ ৰাখিলে। ১৮৬০ চনত গুৱাহাটীত সত্যনাথ বৰাৰ জন্ম। সত্যনাথৰ সাত বছৰতেই মাতৃ অময়াৰ মৃত্যু হয়, তাৰ দুবছৰৰ পাছত পিতৃ দয়ানাথৰো মৃত্যু হয়। গতিকে সৰুতে ঘাটমাউৰা হোৱা সত্যনাথ আৰু তেওঁৰ চাৰি বছৰীয়া ভগ্নী হেমকান্তীৰ অভিভাৱক হয় আইতাক সূৰ্যা বৰবৰাণী। এইগৰাকী নাৰী উত্তৰ গুৱাহাটীৰ বিখ্যাত মজিন্দাৰ বৰুৱা বংশৰ জীয়ৰী আৰু শিক্ষাৰ প্ৰতি আগ্ৰহী নাৰী আছিল।..... পিতাক জীয়াই থকা অৱস্থাতে সত্যনাথৰ বিদ্যালয়ত শিক্ষা আৰম্ভ হৈছিল। সেই সময়ত বঙলাহে চৰকাৰী স্বীকৃত ভাষা আছিল। গতিকে মদনমোহন তৰ্কালঙ্কাৰৰ 'শিশু শিক্ষা' আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ 'বৰ্ণ পৰিচয়' পুথিৰ যোগেদি অ আ, ক খ শিকিছিল। বুঢ়ীমাকৰ যত্নত সত্যনাথে উদ্যমেৰে পঢ়া-শুনা চলাই যায় যদিও সেই সময়ত দুৰ্ভগীয়া পৰিয়ালটিত ভাতমুঠি যোগাৰ কৰাতো ভাগ্যৰ ওপৰতহে নিৰ্ভৰ কৰিব লগা হৈছিল। নানা কষ্ট-যাতনাৰ মাজত পঢ়া-শুনা চলাই যাবলগীয়া সত্যনাথক 'মধ্য বঙ্গ বিদ্যালয়'ৰ পৰা নি 'ইংৰাজী হাইস্কুল'ত নাম লগাই দিয়ে আইতাকে। কিন্তু সেই ইংৰাজী স্কুলত দুবছৰমান পঢ়াৰ পাছতেই সত্যনাথৰ জীৱনলৈ চৰম দুৰ্ভাগ্য নামি আহিল, কাৰণ আইতাকৰ মৃত্যু হ'ল।

সত্যনাথে স্কুললৈ যাবলৈ বাদ দিলে। আইতাকে এৰি থৈ যোৱা ভগা পঁজাটোতে দিন নিয়াই ভগ্নীক পোহপাল দিবলৈ তেওঁ বাধ্য হৈ পৰিল। কিন্তু সৰুৰে পৰা অতি চোকা বুদ্ধিৰ প্ৰতিভাৱান ছাত্ৰ বুলি চিহ্নিত সত্যনাথে স্কুল এৰিব লগা হোৱাত শিক্ষকসকলে বৰ দুখ পালে। সত্যনাথ আৰু তেওঁৰ ভগ্নীক সেই যমৰ যাতনাৰ পৰা কেনেকৈ উদ্ধাৰ কৰিব পাৰি সেই সম্পৰ্কত উপায় চিন্তিব ধৰিলে শিক্ষকসকলে। গতিকে তাৰ ফলাফল এনে হ'ল যে সত্যনাথৰ

খুৰাক সোণাৰাম বৰাই তেওঁৰ শিক্ষাৰ খৰচ যোগাবলৈ মান্তি হ'ল। সত্যনাথ আৰু তেওঁৰ ভগ্নীক সোণাৰাম বৰাই নিজৰ লগতে ৰাখিলে। ইংৰাজী হাইস্কুলত পুনৰ পঢ়িবলৈ ল'লে ঘাটমাউৰা সত্যনাথে। এই কথা কৈ থোৱা ভাল হ'ব যে তেতিয়াৰ পৰা আৰু সত্যনাথে কাহানিও আৰ্থিক অনাটনত ভুগিব লগা হোৱা নাছিল।

১৮৮১ চনত সত্যনাথ বৰা গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত দ্বিতীয় বিভাগত উত্তীৰ্ণ হয়। খুৰাক সোণাৰাম বৰাই সত্যনাথৰ পঢ়া-শুনাৰ প্ৰতি ধাউতি দেখি উচ্চ শিক্ষাৰ বাবে কলিকতালৈ পঠিয়ালে। কলিকতালৈ যাবলৈ সত্যনাথে ব্ৰহ্মপুত্ৰৰ পাৰত জাহাজত উঠিল। ব্ৰহ্মপুত্ৰইদি জাহাজত গৈ ন দিনৰ মূৰত গোৱালন্দত নামি তাৰ পৰা ৰেলত উঠি কলিকতা পালেগৈ। কলিকতাত তেওঁ ১০৪ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা অসমীয়া ছাত্ৰৰ মেছত থাকিবলৈ ল'লে। সেই বছৰতে কলিকতাত প্ৰেছিডেন্সীৰ দৰেই চিটি কলেজ খোলা হৈছিল। সেই কলেজতে সত্যনাথ এফ এ শ্ৰেণীত ভৰ্তি হ'ল।

এফ এ পৰীক্ষাত ভালদৰে উত্তীৰ্ণ হ'লেও বি এ পৰীক্ষাত অকৃতকাৰ্য হ'ল।..... বি এত ফেইল কৰি সত্যনাথে খুৰাকৰ পৰা টকা-পইচা ল'বলৈ টান পালে। তেওঁ তেতিয়া কলিকতাৰ পৰা গৈ ফৰিদপুৰৰ এখন স্কুলত শিক্ষকতা কৰিবলৈ ল'লে আৰু দৰমহাৰ ধন গোটাই আকৌ কলিকতালৈ আহি পাছৰ বছৰত বি এ পৰীক্ষা দি উত্তীৰ্ণ হ'ল।

বি এ পাছ কৰাৰ পাছত সত্যনাথে পুনৰ আইন পঢ়াত লাগিল কলিকতাৰ মেট্ৰ'পলিটান কলেজত। তাত তেওঁ নিজে টকা-পইচা উপাৰ্জন কৰি আৰু কেতিয়াবা খুৰাকৰ পৰা পোৱা সাহায্যৰে পঢ়িলে। ১৮৮৯ চনত বৰাই বি এল ডিগ্ৰী লাভ কৰিলে আৰু আইনৰ স্নাতক হ'ল।

সত্যনাথ বৰাৰ সাহিত্যৰ প্ৰতি বীজ অঙ্কুৰিত হৈছিল স্কুলত পঢ়া দিনৰে পৰা। কলেজীয়া জীৱনত নিজৰ সাহিত্যিক প্ৰতিভা বিকাশৰ সুযোগ তেওঁ কলিকতাত পালে আৰু তাৰ সম্পূৰ্ণ সদ্ ব্যৱহাৰ কৰিলে। তেওঁ বিভিন্ন কাকত-আলোচনীত লিখিবলৈ ল'লে আৰু সাহিত্য বিষয়ক সভা-সমিতিতো যোগ দি বক্তৃতা দিবলৈ ল'লে। সত্যনাথ বৰাৰ প্ৰথম ৰচনা প্ৰকাশ পায় গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু'ত (১৮৮৫-৮৬)। আসাম বন্ধুত তেওঁৰ 'ভাষা', 'শান্তি আৰু আশা', 'সামাজিক' আদি প্ৰবন্ধ আৰু 'ঘড়ি', 'ফুলনি' 'পূৰ্ণিমাৰ জোন', 'ল'ৰাকাল' আদি বহু কবিতা প্ৰকাশ পাইছিল। তাৰ বাহিৰেও তেওঁ 'জোনাকী', 'উষা', 'বিজুলী' আদি কাকতৰ যোগেদি সাহিত্য চৰ্চাত ব্ৰতী হৈছিল। মাথো প্ৰবন্ধ আৰু কবিতাই নহয়, গানো লিখিছিল সত্যনাথ বৰাই। অসমীয়া

ভাষাত আধুনিক গীতৰ অভাৱ থকাৰ কথা উপলব্ধি কৰি ভালেমান গীত তেওঁ নিজেই সুৰ-তাল দি ৰচনা কৰিছিল। তাৰে ২৮ টা গান সন্নিৱিষ্ট 'গীতাৱলী' নামৰ পুথিখন তেওঁৰ কলেজীয়া ছাত্ৰাৱস্থাতে প্ৰকাশ কৰিছিল। বহুতেই লক্ষীৰাম বৰুৱাৰ 'অসমীয়া সঙ্গীত কোষ'কেই প্ৰথম অসমীয়া আধুনিক গীতৰ (গীত বিষয়ক) পুথি বুলি ক'লেও আমি এই বিষয়ত স্পষ্ট যে সত্যনাথ বৰাৰ 'গীতাৱলী'খনেই প্ৰথম অসমীয়া আধুনিক গীতৰ পুথি। অৱশ্যে লক্ষ্মীৰাম বৰুৱায়ো তেওঁৰ প্ৰথম গীতৰ পুথি 'গীতাৱলী' ১৮৮৮ চনতে প্ৰকাশ কৰিছিল।

বি এল ডিগ্ৰী লাভ কৰি সত্যনাথ বৰাই কোনো চৰকাৰী চাকৰি কৰাৰ অভিপ্ৰায় মনত নাৰাখি স্বাধীনভাৱে আইনৰ ব্যৱসায় চলাই যোৱাৰ ইচ্ছা কৰিলে আৰু গুৱাহাটীলৈ আহিল। গুৱাহাটীত সেই সময়ত কোনো অসমীয়া উকীল নথকাত ৰাইজে বৰ ভাল পালে আৰু কিবা বিপদ-আপদ হ'লেই সত্যনাথ বৰাৰ ওচৰলৈ দৌৰিবলৈ ল'লে। প্ৰচণ্ড বুদ্ধিমত্তা আৰু পৰিশ্ৰম শক্তিৰ বলত লাহে লাঁহে এগৰাকী খ্যাতনামা উকীল হিচাপে সত্যনাথ বৰা প্ৰতিষ্ঠিত হ'ল। এই সম্পৰ্কত পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে—"অলপ দিনৰ ভিতৰতে সত্যনাথ বৰা উকীলৰ হাতত বিবিধ বিষয়ক গোচৰ উপচি পৰা হ'ল; এনে কি তেওঁ সকলোবোৰ গোচৰ সমভাৱে তনায়ৎ কৰিবলৈ আজৰি নোপোৱা হ'ল। কিন্তু যিবোৰ গোচৰ মিছা, জাল, অমূলক বুলি বুজিব পাৰিছিল, সেইবোৰত তেওঁ ওকালতি কৰিবলৈ মান্তি নহৈছিল; সত্যনাথে সত্য ৰক্ষা আৰু সত্যৰ জয়ৰ অৰ্থেহে সততে প্ৰাণটাকি তৰ্কযুদ্ধ কৰিছিল। তদুপৰি অকল ওকালতি কৰাই তেওঁৰ কৰ্তব্য নাছিল, বিবিধ বিষয়ক ৰাজহুৱা কাৰ্যত ৰাইজক বুদ্ধি-পৰামৰ্শ দিয়া আৰু বিশেষকৈ আন্তৰিক ৰাপ থকা সাহিত্য চৰ্চাকো সত্যনাথ বৰাই দৈনিক কৰ্তব্যৰ ভিতৰত ধৰি লৈছিল। গতিকে তেওঁৰ হাতত গোচৰৰ অপৰিমিত লেখ ক্ৰমাৎ টুটি গৈ নিয়মীয়া হৈ ৰ'ল। তালৈ লক্ষ্য কৰি অন্য উকীলসকলেও সত্যনাথৰ সত্যনিষ্ঠা মুকলি মনেৰে শলাগিছিল। সেই সময়ৰ তেওঁৰ প্ৰতিদ্বন্দ্বী উকীল ৰায়বাহাদুৰ মহেন্দ্ৰ মোহন লাহিড়ীয়ে এদিন মুগ্ধ হৈ 'He was most honourable in his profession' বুলি নিজৰ অভিমত প্ৰকাশ কৰিছিল।

১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপন হোৱাৰ সময়ত অসমীয়া বিষয়টো পঢ়ুৱাইছিল কলেজিয়েট স্কুলৰ শিক্ষক ৰামেশ্বৰ বৰুৱা আৰু লক্ষ্মীনাথ শৰ্মাই। ১৯১৩ চনত কটন কলেজত অসমীয়া পঢ়ুওৱাৰ দায়িত্ব গ্ৰহণ কৰে সত্যনাথ বৰাই। তাৰ পাছৰ বছৰত গুৱাহাটীত আইন বিষয়ক শিক্ষা দিবলৈ আৰ্ল ল কলেজ প্ৰতিষ্ঠা কৰা হয়। এই কলেজতো সত্যনাথ বৰাই আইন বিষয়ক অধ্যাপনা কৰিবলৈ বাধ্য হ'ল। এইদৰে অধ্যাপক হিচাপে যোগ দিয়াৰ

পাছত তেওঁ কাছাৰী-আদালতৰ কাম বহুখিনি কমাই দিলে। তদুপৰি বহু কাম চম্ভালি থকাৰ বাবেই তেওঁ সাহিত্য চৰ্চাৰ সময় নোপোৱা হ'ল। সেইবাবে আৰু স্বাস্থ্য ভাঙি পৰাৰ বাবেও ১৯২৪ চনত কটনৰ অধ্যাপনা বাদ দি সাহিত্য চৰ্চাৰ সময় উলিয়াই ল'লে।

সাহিত্য চৰ্চাৰ ক্ষেত্ৰত আন কোনো কামৰ লগতে তেওঁ আপোচ নকৰিছিল। সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ নিষ্ঠা সন্দৰে পৰা, সেইদৰে ওকালতিৰ ক্ষেত্ৰতো তেওঁৰ নিষ্ঠাৰ কথা সৰ্বজনবিদিত। তেওঁ বিশ্বাস কৰিছিল যে সাহিত্যৰ স্ৰষ্টাসকলে যি কামেৰেই জীৱিকা অৰ্জন নকৰক কিয়, তাত সততা থকাটো একান্ত প্ৰয়োজনীয়। এজন লেখক যদি আন্তৰিকভাৱেই সৎ নহয়, তেন্তে তেওঁৰ সাহিত্যই সমাজত প্ৰতিষ্ঠা পাব নোৱাৰে, সেই সাহিত্য মহৎ হ'ব নোৱাৰে। বহু মানুহেই ওকালতিৰ ব্যৱসায়ত নামি নিজৰ সততা বিক্ৰী কৰাৰ কথা সত্যনাথ বৰাই জানিছিল, কিন্তু তেওঁ নিজে ওকালতিক ধন ঘটাৰ আহিলা হিচাপে নলৈ টকা-পইচাতকৈ সাহিত্যৰ সৃষ্টিকহে নিজৰ তথা জাতিৰ মূল সম্পত্তি বুলি গণ্য কৰিছিল। টকা-পইচাৰ প্ৰতি কোনোদিনে লালায়িত নোহোৱা সত্যনাথ বৰাই কোনো মোকৰ্দমা আদালতত উঠাৰ পূৰ্বতে মিট-মাট হ'লে তেওঁ আগধন হিচাপে লোৱা সম্পূৰ্ণ টকা ততালিকে ঘূৰাই দিছিল। মক্কেলক কেতিয়াও মিছা আশা নিদিছিল আৰু পাৰিলে বিৰোধী পক্ষৰ লগত মিট-মাট কৰিবলৈহে নিজৰ মক্কেলক পৰামৰ্শ আগবঢ়াইছিল।

সত্যনাথ বৰা এগৰাকী সংস্কৃতিৱান অসমীয়া আছিল। তেওঁৰ সাহিত্য সৃষ্টিতো সম্পূৰ্ণ নিভাঁজ অসমীয়াৰ গোন্ধ অহৰহ লাগি থাকিছিল। নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ নিভাঁজ অসমীয়া শব্দ বিচাৰি উলিয়াইছিল। তেওঁ কেতিয়াও অনুস্বৰ, বিসৰ্গ বৰ্জিত বঙলুৱা-সংস্কৃত ঠাচৰ শব্দ ব্যৱহাৰ নকৰিছিল। তেওঁ কেতিয়াও আজিৰ দিনত সচৰাচৰতে ব্যৱহাৰ হোৱা সাফল্যমণ্ডিত, উন্নতিকামী, পাৰিপাৰ্শ্বিক আদি শব্দবোৰ ব্যৱহাৰ কৰা নাছিল। নিভাঁজ অসমীয়া শব্দৰ ব্যৱহাৰেও যে সাহিত্যক শক্তিশালী কৰিব পাৰে সত্যনাথ বৰাৰ চিন্তাশীল প্ৰবন্ধবোৰেই তাৰ প্ৰমাণ।

১৯১১ চনত প্ৰকাশিত 'সাৰথি' নামৰ ১৪ টা ৰচনা সন্নিবিষ্ট পুথিখনৰ পৰাই সত্যনাথ বৰাৰ অভিজ্ঞতাপুষ্ট জীৱন দৰ্শনৰ কথা স্পষ্টকৈ ধৰা পৰে। পুথিখনৰ পাতনিত তেওঁ লিখিছে—"...পুথিখনত মনেৰে ভাবি থকা কথা লিখা হোৱা নাই। যি কথা নিজৰ জীৱনত ফলিয়াইছে তাৰ আনৰ জীৱনত ফলিওৱা দেখিছো, তাকেহে মাথোন ইয়াত ঠাই দিয়া হৈছে।" ১৯২৪ চনত প্ৰকাশিত 'কেন্দ্ৰসভা' নামৰ পুথিখনত সমাজৰ কু-সংস্কাৰবোৰৰ বিৰুদ্ধে গৰিহণা দিয়া হৈছে। তদুপৰি এই পুথিখনত সন্নিবিষ্ট ৰচনা— জীৱনৰ ছয় ঋতু, ভকতীয়া

ব্যাকৰণ আদিৰ মাজেৰে ছিৰিয়াছ গদ্য লেখক সত্যনাথ বৰাই হাস্য ৰসবো সৃষ্টি কৰিছে। সত্যনাথৰ 'সাহিত্য বিচাৰ' নামৰ পুথিত সাহিত্যৰ সাধাৰণ লক্ষণ, গদ্য-পদ্য-নাটক-গীত আদিৰ বিভিন্ন প্ৰসঙ্গ আলোচনা কৰা হৈছে। অসমীয়া সাহিত্য সম্পৰ্কে আলোচনা কৰা 'সাহিত্য বিচাৰ'খনেই অসমীয়া ভাষাৰ প্ৰথম পুথি। চিন্তাগধুৰ প্ৰবন্ধৰ সংকলন 'চিন্তাকলি' অসমীয়া সাহিত্যৰ এখন লেখত ল'বলগীয়া গ্ৰন্থ। এইখনৰ যোগেদি সেই সময়ৰ মানুহৰ চিন্তাৰ বেগ কিমান প্ৰবল আছিল, সেই কথাৰ উমান পাব পাৰি। মাথো সাহিত্যই নহয়, অসমীয়া ব্যাকৰণ আৰু বিজ্ঞান বিষয়ক গ্ৰন্থও বৰাদেৱে প্ৰণয়ন কৰিছিল। 'আকাশ ৰহস্য' নামৰ গ্ৰন্থখনত বিশ্বব্ৰহ্মাণ্ড, উল্কা, হাতীপটি, সূৰ্য, চন্দ্ৰ, তৰা, গ্ৰহ আদি সকলোবোৰ কথাই সামৰি অসমীয়া মানুহ আৰু ছাত্ৰই বুজি পোৱাকৈ লিখিছিল। সত্যনাথ বৰাৰ দ্বাৰা প্ৰণীত 'বহল ব্যাকৰণ' অসমীয়া ভাষাক সুশৃঙ্খলাবদ্ধ কৰাৰ এক মৌলিক প্ৰয়াস।

কলিকতাৰ কলেজত পঢ়ি থাকোতেই সত্যনাথ বৰাৰ বিবাহ হয় ভুৱনমোহিনী বৰুৱাৰ স'তে। ভুৱনমোহিনী হ'ল মুন্সিফ লক্ষ্মীলাল বৰুৱাৰ কন্যা আৰু বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ ভগ্নী। সত্যনাথ আৰু ভুৱনমোহিনীৰ দুজন পুত্ৰ সন্তানৰ এজন অম্বিকানাথ (১৮৮৯) আৰু আনজন জ্ঞাননাথ (১৮৯১)। উল্লেখ্য, অম্বিকানাথে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক আৰু জ্ঞাননাথে কলিকতা হাইকোৰ্টৰ উকীল হিচাপে যথেষ্ট নাম-যশ গোটাইছিল। ভুৱনমোহিনী শিক্ষিতা মহিলা আছিল। এইগৰাকী নাৰী সুদক্ষা শিপিনীও আছিল। ভুৱনমোহিনীয়ে স্বামীক সকলো ধৰণে সহায় কৰাৰ লগতে নিজে 'বিয়ানাম'ৰ পুথি এখনো সংকলন কৰিছিল।

১৯১৭ চনত 'অসম এছ'চিয়েছন'ৰ পঞ্চদশ বছৰেকীয়া অধিবেশন শিৱসাগৰত বহে। এই অধিবেশনৰ সভাপতি আছিল সত্যনাথ বৰা। এছ'চিয়েছনৰ সেই বৈঠকৰ সভা মণ্ডপতে প্ৰথমদিনা 'অসম সাহিত্যিক সন্মিলনী' (পাছত অসম সাহিত্য সভা)ৰ প্ৰথম অধিবেশন বহিছিল। সেই সময়তে শিৱসাগৰত থকা জয়দৌল, শিৱদৌল, ৰংঘৰ প্ৰভৃতি চাই সত্যনাথ বৰাই দীঘলীয়া হুমুনিয়াহেৰে খেদ প্ৰকাশ কৰি কৈছিল—"দেহি ঐ, সুসভ্য জাতিসুলভ এনেবোৰ কীৰ্তিচিহ্ন মাৰ নৌযাওঁতেই চুবুৰীয়া 'বঙ্গভায়া'সকলে আমাক অসভ্য, জংঘলী বুলি হাঁহে।"

চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা 'জোনাকী' আলোচনীখন কলিকতাৰ পৰা একেৰাহে ছয় বছৰকাল প্ৰকাশ হৈ বন্ধ হয়, পাছত ১৯০১ চনত সত্যনাথ বৰাৰ সম্পাদনাত পুনৰ 'জোনাকী' প্ৰকাশ হ'বলৈ ল'লে। পূৰ্বৰ জোনাকীতকৈ নতুন জোনাকীৰ আকাৰ বেছ ডাঙৰ আছিল। অসম সাহিত্য সভাৰ স'তে

জন্মলগ্নৰে পৰা জড়িত সত্যনাথ বৰা প্ৰথম বছৰত সভাৰ কাৰ্যনিৰ্বাহক সদস্য আছিল। ১৯১৯ চনত তেওঁ সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰিছিল। .....ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'The Times of Assam' নামৰ কাকতখনত 'stray thought' নামেৰে যি অভিজ্ঞতাপুষ্ট চিন্তাশীল এলানি প্ৰবন্ধ লিখিছিল, সেয়া পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ লেখক-দাৰ্শনিক ভাব-ভাষাৰ স'তে সহজে ফেৰ মাৰিব পৰা।

মাথো সাহিত্য আৰু ওকালতিতেই নহয়, ৰাজনৈতিক ক্ষেত্ৰতো তেওঁৰ চিন্তা আছিল পৰিপক্ক। দেশৰ নানা সমস্যা সমাধানৰ উদ্দেশ্যে পতা সভা-সমিতিত তেওঁৰ যোগদান প্ৰায় নিয়মীয়া আছিল আৰু তাত বক্তৃতাও দিছিল। সেই সময়ৰ ৰাজনৈতিক ব্যক্তিত্ব মাণিকচন্দ্ৰ বৰুৱাৰ চ'ৰাঘৰত সন্ধিয়াপৰত সত্যনাথ বৰাক সততে দেখা গৈছিল। মাণিকচন্দ্ৰই সত্যনাথ বৰাৰ পৰা বহু বিষয়ত পৰামৰ্শ লৈছিল।

সৰল অনাড়ম্বৰ জীৱন ভালপোৱা সত্যনাথে অহৰহ জাতি আৰু দেশৰ কথাই চিন্তা কৰিছিল। যৌতুক আনকি বিভিন্ন উপহাৰ বিনিময় কৰাটোও তেওঁৰ সহ্য নহৈছিল। সেয়া তেওঁ ভণ্ডামি বুলি গণ্য কৰিছিল আৰু পুত্ৰ দুজনৰ বিয়াত যাতে কোনেও উপহাৰ নানে, তাৰ বাবে নিমন্ত্ৰণী-পত্ৰৰ তলত লিখি সকীয়াই দিছিল। সৰু কথা, অথচ তেতিয়াৰ দিনত সেয়া নীতি-নিয়ম ভঙ্গৰেই নামান্তৰ আছিল।

দুবাৰকৈ দুৰ্ঘটনাত পতিত হৈ বহুদিন কষ্ট ভোগ কৰি ৬৫ বছৰ বয়সত ১৯২৫ চনৰ ১৩ ডিচেম্বৰত সত্যনাথ বৰাৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ দুমাহৰ পাছতেই পত্নী ভুৱনমোহিনীয়েও ইহলীলা সম্বৰণ কৰে।... পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে—"সত্যনাথ ভাৱত অসমীয়া, চিন্তাত অসমীয়া, ভাষাত অসমীয়া, শব্দত অসমীয়া, বাক্যত অসমীয়া, ব্যাকৰণত অসমীয়া আৰু ব্যাখ্যাতো সুগম অসমীয়া সাহিত্যিক আছিল।" .....এনে প্ৰকৃত অসমীয়া লোকৰ সংখ্যা অসমত আজি একেবাৰে কম। কিন্তু এই কথা ঠিক যে এনে 'অসমীয়া' নাথাকিলে সকলো বিজতৰীয়া হৈ যাব; ভাষা-সাহিত্য, কলা-সংস্কৃতি সকলো.....। বিজতৰীয়া সাহিত্য-সংস্কৃতি কিন্তু বেছিদিনলৈ টিকি নাথাকে। গতিকে অসমীয়া মানুহে, সাহিত্যিকসকলে সত্যনাথ বৰাৰ জীৱন আৰু সাহিত্য সম্পৰ্কত আৰু অধিক অধ্যয়নেৰে, সেই অনুসাৰে কাম কৰাৰ সময় আহি পৰিছে।



# লক্ষ্মীৰাম বৰুৱা

পুৰণিকালৰে পৰা অসমত সঙ্গীত চৰ্চা চলি আহিছে। তথাপি লক্ষ্ণৌ, ৰাজস্থান, ভূপাল আদিৰ দৰে পৰিপক্কভাৱে অসমত সঙ্গীত চৰ্চাৰ পৰিবেশ গঢ় লৈ উঠা নাছিল। মুছলমান শাসকসকলৰ সময়ছোৱাত দিল্লী বা ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত সঙ্গীতজ্ঞসকলক যি গুৰুত্ব দিয়া হৈছিল, ৰাজ অনুগ্ৰহত সঙ্গীতজ্ঞসকলক সাধনা কৰাৰ যি সুযোগ দিয়া হৈছিল, অসমৰ ইতিহাসত তেনে হোৱা দেখা নাযায়। মহাপুৰুষ শঙ্কৰদেৱ আছিল এগৰাকী প্ৰতিভাৱান সঙ্গীতজ্ঞ। কিন্তু ধৰ্ম প্ৰচাৰ আৰু সাহিত্য ক্ষেত্ৰত থকা তেওঁৰ বলিষ্ঠতাৰ দিশটোৱে সঙ্গীত বিষয়টোক বৰ বেছি ওপৰলৈ উঠি আহিব নিদিলে। সেইবাবেই তানসেনতকৈও প্ৰতিভাৱান শঙ্কৰদেৱৰ সঙ্গীত সাধনাৰ দিশটোৱে বৰ বেছি প্ৰচাৰ আৰু প্ৰসাৰ লাভ নকৰিলে। সেইবাবে পাছৰ কালত বিলায়েত খাঁ, ওস্তাদ ৰবিশঙ্কৰ, বেগম আখতাৰ আদিৰ দৰে সঙ্গীতজ্ঞসকলৰ অসমত জন্ম নহ'ল।

কিন্তু সঁচাই অসমত প্ৰতিভাৱান সঙ্গীতজ্ঞৰ জন্ম হোৱা নাছিলনে? হৈছিল, কিন্তু এওঁলোকে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰচাৰ পোৱাৰ বাবে বৰ বেছি সুবিধা নাপালে।... সঙ্গীতৰ সু-শৃঙ্খলাবদ্ধ চৰ্চাৰে অসমীয়া গীত-সঙ্গীতক উচ্চ মৰ্যাদাসম্পন্ন কৰিব বিচৰা প্ৰথমগৰাকী ব্যক্তি আছিল লক্ষ্মীৰাম বৰুৱা। অৱশ্যে মাথো সঙ্গীতৰ জগততে বিচৰণ নাছিল লক্ষ্মীৰাম বৰুৱাৰ; তেওঁৰ নিভাঁজ দেশ-হিতৈষিতা, সাহিত্যপ্ৰেম, জীৱন যুঁজত কঠোৰ কষ্ট সহিষ্ণুতা আদি গুণো তেওঁৰ সঙ্গীত ক্ষেত্ৰৰ স'তে যুক্ত হৈ পৰিছিল।

১৮৬৫ চনত উত্তৰ গুৱাহাটীৰ শিলসাঁকোত প্ৰখ্যাত বেজদলৈ ভৰালী বৰুৱাৰ বংশৰ বেথাৰাম বৰুৱাৰ পুত্ৰ লক্ষ্মীৰামৰ জন্ম হয়। বেজদলৈ ভৰালী বৰুৱাৰ পূৰ্বপুৰুষ নৰসিংহদেৱ আহিছিল কনৌজৰ পৰা। অসমলৈ আহি অন্যান্য পৰিয়ালৰ দৰেই ৰাজ্যৰ বায়ু-পানী-মাটিৰ স'তে নৰসিংহদেৱ সম্পৃক্ত হৈ পৰিছিল। লক্ষ্মীৰামৰ মাতৃ আছিল চিভিলিয়ান আনন্দৰাম বৰুৱাৰ বংশৰ হৰকান্ত বৰুৱাৰ জীয়েক সেউতী বৰুৱানী। লক্ষ্মীৰামৰ বয়স এবছৰমান হওঁতেই ঘাটমাউৰা হয় আৰু তেওঁৰ সমস্ত দায়িত্ব গ্ৰহণ কৰে ককায়েক ললিতৰাম বৰুৱাই। কৈ থোৱা ভাল হ'ব যে লক্ষ্মীৰামৰ দুগৰাকী বায়েকো আছিল। তাৰে ডাঙৰজনীক দ্বিতীয়া পত্নী হিচাপে বিয়া কৰাইছিল মাণিকচন্দ্ৰ বৰুৱাৰ

পিতৃ হাবিৰাম (হৰিনাথ) বৰুৱাই।

উত্তৰ গুৱাহাটীৰ মজলীয়া ইংৰাজী স্কুলতে লক্ষ্মীৰাম বৰুৱাৰ শিক্ষা আৰম্ভ হয়। সেই স্কুলতে ছয় বছৰকাল পঢ়ি বিশেষ বৃত্তি লাভ কৰি গুৱাহাটীৰ হাইস্কুলত চতুৰ্থ শ্ৰেণীত ১৮৮৩ চনত ভৰ্তি হয় লক্ষ্মীৰাম। কিন্তু গুৱাহাটীৰ পৰিবেশত থাকি পঢ়িবলৈ মন নোযোৱা হ'ল লক্ষ্মীৰামৰ। দুষ্ট ল'ৰাৰ সঙ্গত ধিতিঙালি কৰি ফুৰা আৰু বঙালী যাত্ৰাদল চাই সময় অপব্যয় কৰাত গুৱাহাটীৰ পৰিবেশ সলনি কৰিবলৈ নগাঁৱলৈ পঠিওৱা হ'ল তেওঁক। কিন্তু পঢ়া-শুনাত তেওঁ আৰু উধাব নোৱাৰিলে। পঢ়া-শুনা এৰি তেওঁ এইবাৰ চাকৰি বিচৰাত লাগিল। সেই সময়ত আজিৰ দৰে চাকৰিৰ অভাৱ নাছিল, চাকৰিৰ বাবে ডিগ্ৰীৰো প্ৰয়োজন নাছিল। ফলত লক্ষ্মীৰামে মঙলদৈ-খাৰুপেটীয়াৰ জাহাজ কোম্পানীত চাকৰি এটা পালে। সেই চাকৰিতো তেওঁৰ মন নবহিল। এইবাৰ পুনৰ চাকৰি বিচাৰি তেওঁ শ্বিলং পালেগৈ। শ্বিলঙলৈ তেওঁ হাতত মাত্ৰ আঠ অনাৰ সম্বল লৈ খোজকাঢ়িয়েই গৈছিল। শ্বিলঙলৈ গৈ জীৱিকাৰ খৰচ উলিয়াবলৈ তেওঁ বিভিন্ন মঞ্চত অভিনয় কৰিবলৈ ল'লে। ইতিপূৰ্বে গুৱাহাটীত বঙালী যাত্ৰাদলৰ সম্পৰ্কলৈ আহি তেওঁ অলপ-অচৰপ অভিনয় শিকিছিল। এইবাৰ সেই শিক্ষাই কাম দিলে। শ্বিলঙত চৰকাৰী চাকৰি পালে, দৰমহা ৪৫ টকা। কেৰাণীৰ এই চাকৰিত তেওঁ সাত বছৰ আছিল। তাৰ পাছত তেওঁ নগা পৰ্বতলৈ বদলি হয়। নগা পৰ্বতৰ পৰা পুনৰ ১৮৯০ চনৰ ৩১ জানুৱাৰীত ধুবুৰীৰ ইঞ্জিনিয়াৰিং অফিচলৈ বদলি হয়। ধুবুৰীত তেওঁ ১৯০৪ চনলৈ চাকৰি কৰিছিল। ধুবুৰীত থকা কালছোৱাতে লক্ষ্মীৰামে জাহ্নবী নামে এগৰাকী গাভৰুক বিয়া কৰায়।

লক্ষ্মীৰামৰ তেজত আছিল সঙ্গীত। জীৱন পথত নানা ধৰণৰ বিশৃঙ্খলতা আৰু দুখ-কষ্ট সহ্য কৰিব লগা হ'লেও সঙ্গীত শাস্ত্ৰত তেওঁৰ অনুৰাগ হ্ৰাস পোৱা নাছিল। গুৱাহাটীৰ হাইস্কুলত পঢ়ি থকাৰে পৰা তেওঁ গান গাই বহুতক অভিভূত কৰিছিল। নগাঁৱত তেওঁৰ এই বিদ্যাই পৰিপক্কতা পাইছিল। তেওঁৰ কণ্ঠত আছিল মোহিনী শক্তি। তদুপৰি এটা গান এবাৰ শুনিলেই তাৰ কথা আৰু সুৰ তেওঁৰ মনত বৈ গৈছিল আৰু নিজেও সেই মতে গোৱাৰ অভ্যাস কৰিছিল। নগাঁৱত লক্ষ্মীৰামৰ গীত শুনি সু-সাহিত্যিক ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই যথেষ্ট প্ৰশংসা কৰিছিল আৰু সঙ্গীত চৰ্চা চলাই যাবলৈ প্ৰেৰণা যোগাইছিল। অৱশ্যে সিমান দিনলৈ লক্ষ্মীৰাম বৰুৱাই সঙ্গীতৰ কোনো বিশেষ বাদ্যযন্ত্ৰৰ অভ্যাস কৰাৰ সুবিধা পোৱা নাছিল। শ্বিলঙত থাকোতে তেওঁৰ এই ইচ্ছাও পূৰণ হ'ল। শ্বিলঙত বেহেলা আৰু চেতাৰ তেওঁ নিজাকৈ পালে আৰু প্ৰিয়লাল বাবুৰ তত্ত্বাৱধানত চেতাৰ আৰু গুৰুচৰণ ধৰৰ তত্ত্বাৱধানত বেহেলাৰ

শিক্ষা লয়। চাকৰিৰ সময়খিনিৰ বাহিৰে বেছি ভাগ সময়েই তেওঁ গীত গোৱাৰ লগতে বেহেলা আৰু চেতাৰৰ চৰ্চা অতি পৰিশ্ৰম আৰু সাধনাৰে চলাই গ'ল। সেই সময়তে শ্বিলঙত এক থিয়েটাৰ পাৰ্টি নতুনকৈ গঠিত হৈছিল। এই থিয়েটাৰ পাৰ্টিয়ে মাজে-সময়ে নাটক আৰু সঙ্গীতৰ অনুষ্ঠান পৰিবেশন কৰিছিল। এই পাৰ্টিৰ সহকাৰী বেণ্ড মাষ্টাৰ হিচাপে যথেষ্ট কৃতিত্ব দেখুৱাইছিল লক্ষ্মীৰাম বৰুৱাই। কঠোৰ সঙ্গীত সাধনাৰে কম দিনৰ ভিতৰতে তেওঁ প্ৰতিষ্ঠিত সঙ্গীতজ্ঞ হৈ পৰিছিল। তেওঁৰ কণ্ঠই শ্বিলঙৰ অসমীয়া, বঙালী, আনকি ইংৰাজকো মুহিছিল। বাদ্যযন্ত্ৰৰ ওপৰত তেওঁৰ আঙুলিৰ নৃত্যই যি অপূৰ্ব সুৰ-ঝংকাৰৰ সৃষ্টি কৰিছিল, সেয়া বাৰে বাৰে শ্বিলং পাহাৰত প্ৰতিধ্বনিত হৈছিল।

ধুবুৰীলৈ বদলি হৈ আহি লক্ষ্মীৰাম বৰুৱাই সঙ্গীত চৰ্চাৰ পূৰ্ণ সুযোগ পালে। সঙ্গীত চৰ্চাৰ যোগেদিয়েই তেওঁৰ গোৱালপাৰা, ধুবুৰী আদিৰ জমিদাৰসকলৰ সৈতে সখ্যতা স্থাপন হ'ল। ৰূপসীৰ জমিদাৰে আনকি তেওঁৰ সৈতে বৈবাহিক সম্পৰ্কৰে দুয়োজনৰ বন্ধুত্বৰ ভেটি আৰু সুদৃঢ় কৰিবলৈ বিচাৰিছিল। কিন্তু বৰুৱাই অনিচ্ছা প্ৰকাশ কৰাত দুয়ো 'সখী' হ'ল। সেই সময়তে গৌৰীপুৰৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱাৰ সৈতেও লক্ষ্মীৰামৰ বন্ধুত্ব স্থাপন হৈছিল। উল্লেখ্য যে প্ৰভাতচন্দ্ৰ বৰুৱা কায়স্থ বংশীয় সন্তান। গৌৰীপুৰৰ জমিদাৰ প্ৰতাপ চন্দ্ৰৰ মৃত্যুৰ পাছত তেওঁৰ বিধবা পত্নী ভবানী দেৱীয়ে প্ৰভাত চন্দ্ৰ বৰুৱাক পোষ্যপুত্ৰ হিচাপে গ্ৰহণ কৰিছিল। ১৯১১ চনৰ পৰা প্ৰভাতচন্দ্ৰই জমিদাৰী চলাবলৈ লৈছিল। মাণিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাৰ লগতে 'অসম এছ'চিয়েছন'ৰ জন্ম দিছিল প্ৰভাতচন্দ্ৰ বৰুৱাই। ১৯০৫ চনত ডিব্ৰুগড়ত বহা এই এছ'চিয়েছনৰ প্ৰথম সভাত প্ৰভাতচন্দ্ৰ বৰুৱা সভাপতি আছিল। আসাম কাউন্সিলৰো তেওঁ দুবাৰকৈ সভাপতি আছিল। বহু প্ৰাথমিক আৰু মাইনৰ স্কুল খোলাৰ লগতে অন্যান্য জনহিতকৰ কাম কৰা বৰুৱাই অনেক ব্ৰাহ্মণ আৰু কায়স্থক ভূমি-সম্পত্তি দান কৰিছিল। বিধৱা মহিলাসকলক আনি আশ্ৰমৰ দৰে কৰি ৰাজটোলত বহু সুবিধা দি ৰখাইছিল। সঙ্গীতত যথেষ্ট ৰাপ থকা বৰুৱাই অনেক অসমীয়াক নিজৰ খৰচত সঙ্গীতৰ শিক্ষা দিয়াইছিল। এইজনা প্ৰভাত চন্দ্ৰ বৰুৱাৰে সুযোগ্য পুত্ৰ প্ৰমথেশ বৰুৱাই চিনেমাৰ জগতত যথেষ্ট খ্যাতি ৰাখি থৈ গৈছে।

ধুবুৰীত থকা কালত লক্ষ্মীৰাম বৰুৱাই বহু সামাজিক-সাংস্কৃতিক কৰ্মত জড়িত হৈ পৰিছিল। সেই সময়ৰ ধুবুৰীৰ থিয়েটাৰ পাৰ্টি, বিজনী হ'ল আৰু অসম এছ'চিয়েছনৰ কামত তেওঁ দেহে-কেহে খাটিছিল। লক্ষ্মীৰাম বৰুৱা ধুবুৰীত ১৪ বছৰ আছিল। তাৰ পাছত দুবছৰৰ ছুটী লৈ গুৱাহাটীত থাকি, জীৱনৰ শেষ সময়ছোৱাত তেজপুৰলৈ যায়। এই তেজপুৰত থকা কালছোৱা

লক্ষ্মীৰাম বৰুৱাৰ জীৱনৰ গুৰুত্বপূৰ্ণ সময়।

লক্ষ্মীৰাম বৰুৱা তেজপুৰত থকা কালত ৰাধানাথ ফুকন, হেমচন্দ্ৰ গোস্বামী আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ উদ্যোগত এক সাংস্কৃতিক পৰিবেশে গা কৰি উঠিছিল। পদ্মনাথ গোহাঞিবৰুৱা তেতিয়া 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ সম্পাদক আছিল। তেতিয়া এই সভাৰ ডাঙৰ কাৰ্যালয় তেজপুৰত সজোৱা হৈছিল। সেই কাৰ্যালয়তে বাণ ৰঙ্গমঞ্চ প্ৰতিষ্ঠা কৰা হৈছিল। তেজপুৰলৈ গৈয়েই লক্ষ্মীৰাম বৰুৱাই নিজৰ ঘৰতে সঙ্গীত বিদ্যালয় স্থাপন কৰি যুৱকসকলক সঙ্গীত শিক্ষা দিবলৈ ল'লে। বাণ ৰঙ্গমঞ্চত সাংস্কৃতিক সংঘ স্থাপন হোৱাত তাত তেওঁ সঙ্গীতৰ অধ্যাপক নিযুক্ত হ'ল। লক্ষ্মীৰাম বৰুৱাৰ চেষ্টা আৰু সাধনাৰ বলত এই বাণ থিয়েটাৰ পাৰ্টিয়ে দেশৰ অন্যান্য পাৰ্টিৰ লগত ফেৰ মাৰিব পৰা ধৰণে উন্নতি কৰিছিল। বাণ থিয়েটাৰৰ সৈতে যুক্ত সকলোৱেই লক্ষ্মীৰামক সঙ্গীত গুৰু হিচাপে শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ ধৰিলে। সেই সময়ত লক্ষ্মীৰামক বীৰৰ দৰে শ্ৰদ্ধা কৰা দেখি পদ্মনাথ গোহাঞিবৰুৱাই কৈছিল যে—"কেৰাণীৰ বীৰত্ব পূজা তেজপুৰত এই নতুন দেখিলো, ই অকল অসমতে নহয় ভাৰততে নতুন।"

১৮৮৮ চনত লক্ষ্মীৰাম বৰুৱাৰ প্ৰথম গান পুথি 'গীতাবলী' প্ৰকাশ পায়। তেজপুৰত থকা অৱস্থাত 'পূৰ্ববঙ্গ আৰু অসম' প্ৰদেশৰ স্কুল ইন্সপেক্টৰ গেৰেটেই বৰুৱাক 'Teachers manual' নামে গানৰ কিতাপ ৰচনাৰ কামত লগায়। তাত বহু গানৰ অসমীয়া, বঙালী আৰু ইংৰাজী নোটেছন (Notation) ঠিক কৰিছিল বৰুৱাই। তেজপুৰত থাকোতেই পদ্মনাথ গোহাঞিবৰুৱা, মুন্সিফ ৰাধানাথ ফুকন আৰু হেমচন্দ্ৰ গোস্বামীৰ প্ৰেৰণাত লক্ষ্মীৰাম বৰুৱাই অসমীয়া সঙ্গীত জগতৰ অমৰ গ্ৰন্থ দুখন 'অসমীয়া সঙ্গীত কোষ' আৰু 'সঙ্গীত সাধনা' লিখি প্ৰকাশ কৰিছিল। 'অসমীয়া সঙ্গীত কোষ'ত তেওঁ অসমৰ বিভিন্ন গীতিকাৰৰ মুঠ ৪২২ টা গীতৰ সুৰ আৰু ৰাগসহ সংকলন কৰি উলিয়াইছিল। 'সঙ্গীত সাধনা'ত সঙ্গীত তত্ত্বৰ বিষয়ে বিস্তৃত আলোচনা কৰিছিল। অসমীয়া গীতৰ পাশ্চাত্য স্বৰলিপি কৰা প্ৰথমগৰাকী ব্যক্তিয়েই হ'ল লক্ষ্মীৰাম বৰুৱা। তেওঁৰ সঙ্গীত প্ৰতিভা অসমৰ বাহিৰলৈও বিয়পি গৈছিল, যাৰ বাবে তেওঁক 'সৰ্বভাৰতীয় সঙ্গীত সন্থা'ৰ 'এছ'চিয়েটেড মেম্বাৰ'ৰ লগতে ডিপ্ল'মা দিও সন্মান যচা হৈছিল। সেই সময়ত তেওঁ ভাৰতৰ অন্যতম বেহেলাবাদক হিচাপেও প্ৰসিদ্ধি পাইছিল।

১৯০৫ চনত গুৱাহাটীত থকা অৱস্থাত পত্নী জাহ্নবীক তেওঁ অকালতে হেৰুৱায়। সেই সময়ত বৰপুত্ৰ প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ বয়স মাথো পাঁচ বছৰ আৰু কনিষ্ঠ পুত্ৰ ফুনু বৰুৱাৰ বয়স মাথো চাৰি বছৰ। তিনিগৰাকী কন্যা আৰু

এই দুই পুত্ৰক লৈ লক্ষ্মীৰামৰ সংগ্ৰামী জীৱন আৰম্ভ হৈছিল। অৱশ্যে পিতৃৰ সততা আৰু পৰিশ্ৰম দেখি প্ৰফুল্ল আৰু ফুনুয়েও নিজৰ সততা আৰু পৰিশ্ৰমেৰে পাছত প্ৰসিদ্ধি লাভ কৰিছিল। প্ৰফুল্ল চন্দ্ৰ বৰুৱা (১৯০০-১৯৮৬)ই কলিকতাৰ ৰিপন কলেজত বি এছ চি পঢ়ি থাকোতে স্বাধীনতা আন্দোলনত যোগ দি পঢ়া এৰিছিল। কেইবাবাৰো কাৰাবৰণ খাটিছিল তেওঁ। অৱশ্যে পাছত মদনমোহন মালব্যৰ অনুপ্ৰেৰণাৰ বাবেই কাশী হিন্দু বিশ্ববিদ্যালয়ত ইঞ্জিনিয়াৰিং পঢ়িছিল। তেওঁ প্ৰথম অসমীয়া গানৰ ৰেকৰ্ড তৈয়াৰ কৰা ব্যক্তি। কেইবাখনো চাহ বাগিচাৰ মালিক প্ৰফুল্ল চন্দ্ৰই ১৯৫৭ আৰু ১৯৬২ চনত দুবাৰকৈ লোকসভাৰ সদস্য নিৰ্বাচিত হৈছিল। ভাৰতীয় চাহ নিগমৰ কেইবাবাৰো উপ-সভাপতিৰ পদ অলংকৃত কৰা প্ৰফুল্ল চন্দ্ৰই ১৯৬০ চনত আচাৰ্য বিনোৱা ভাবেৰ ভূ-দান আন্দোলনত এহেজাৰ বিঘাৰো অধিক মাটি দান দি অভিলেখ স্থাপন কৰিছিল।

লক্ষ্মীৰাম বৰুৱাৰ দ্বিতীয় পুত্ৰ ফুনুৰ আচল নাম আছিল পৰশুৰাম (১৯০১-১৯৮২)। ভাৰতীয় স্বাধীনতা আন্দোলনত গ্ৰেপ্তাৰবৰণ কৰি পঢ়া-শুনা এৰা এইজনা ব্যক্তি ডেকা বয়সত গোসাঁইবাৰী আৰু কৰঙ্গনি চাহ বাগিচাৰ মেনেজাৰ হৈছিল। পাছত অন্যান্য ব্যৱসায় কৰি চাহ ব্যৱসায়ত নামি ছয়-সাতখন চাহ বাগিচাৰ মালিক হৈছিল। ফুনু বৰুৱা আছিল দক্ষ বেহেলাবাদক আৰু অভিনেতা। জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'জয়মতী' কথাছবিত তেওঁ গদাপাণিৰ ভাও দিছিল। 'অসম নাট্য সন্মিলন'ৰ প্ৰতিষ্ঠাতা ফুনু বৰুৱাৰ কন্যা শুভলক্ষ্মী বৰুৱাক ভাৰতৰ বিখ্যাত সৰোদবাদক আমজাদ আলী খাঁই বিয়া কৰাইছে।

অসমীয়া সামাজিক আৰু সাংস্কৃতিক জগতত ওতঃপ্ৰোতভাৱে জড়িত সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ সকলোবোৰ দিশ এই চমু নিবন্ধত আলচ কৰাটো সম্ভৱ নহয়। মাথো ৪৯ বছৰীয়া জীৱনকালতে এইজনা সঙ্গীত সাধকৰ মৃত্যু হয় ১৯১৩ চনৰ ১৫ মাৰ্চত। লক্ষ্মীৰাম বৰুৱাৰ অকাল মৃত্যুৰ পাছত গোহাঞিবৰুৱা সম্পাদিত 'উষা' কাকতত প্ৰকাশিত এক নিবন্ধত চন্দ্ৰনাথ শৰ্মাই লিখিছিল—"তেওঁৰ বহু 'নোটেছন' আধা লিখাতে থাকি গ'ল। 'বীণাপাণি' নামেৰে অসমীয়া গানৰ এখন মাহেকীয়া আলোচনী চলাবলৈ গৱৰ্ণমেণ্টৰ পৰা অনুমতি আদি লৈ থোৱাতেই থাকিল। তেওঁৰ অকাল বিয়োগে অসমৰ আৰু অসমীয়া সাহিত্যৰ পূৰাব নোৱৰা ক্ষতি কৰিলে। তেওঁ যিমান কৰিলে, তাতকৈ আৰু তিনিভাগ কৰিবলৈ বাকী থাকি গ'ল। অসমীয়া সঙ্গীতক তেওঁ পুনৰ্জীৱন দি যেনেকৈ ঠন ধৰাই আনিছিল আৰু ১০ বছৰ তেওঁৰ বেহেলাৰ তাল অসমীয়াই শুনিবলৈ পোৱা হ'লে নিশ্চয় অসমীয়া সঙ্গীতৰ অভাৱ গুচিলহেঁতেন।... অসমীয়া সঙ্গীত সাহিত্যত তেওঁ অমৰ। অসমীয়া ভাষা সাহিত্যত তেওঁৰ ঠাই দেশপূজ্য স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ লগত।"

লক্ষ্মীৰামৰ মৃত্যুৰ পাছত তেওঁৰ ঘাটমাউৰা ল'ৰা-ছোৱালীৰ পোহপাল আৰু শিক্ষাৰ বাবে গোহাঞিবৰুৱা, মুন্সিফ যোগেন্দ্র নাথ বৰুৱা আদিৰ যত্নত এটি পুঁজি খোলা হৈছিল। এই পুঁজিৰেই লক্ষ্মীৰামৰ পুত্র-কন্যাই বিপদত নপৰাকৈ শিক্ষা লাভ কৰিছিল।...

ভাল মানুহৰ কাহানিও বিপদ নাই। প্রতিভাশালী লোকৰ বন্ধুৰ অভাৱ নাই। জীৱিকাত লক্ষ্মীৰাম এজন সাধাৰণ কেৰাণী আছিল, কিন্তু তেওঁৰ সঙ্গীতৰ প্রতিভাই জমিদাৰ-মুন্সিফ আদিকো বন্ধু কৰি তুলিছিল। অসমীয়া সঙ্গীতৰ জগতত পাশ্চাত্য ধাৰাৰ সুৰ আৰু নোটেছন তৈয়াৰ কৰি সঙ্গীতক জনপ্রিয় কৰা লক্ষ্মীৰাম বৰুৱাৰ আধৰুৱা কর্ম পাছত জ্যোতিপ্রসাদ, বিষ্ণু ৰাভা, ভূপেন হাজৰিকা আদিয়ে আগবঢ়াই নিলে। অসমত সঙ্গীত চর্চাৰ যি বীজ লক্ষ্মীৰাম বৰুৱাই সিঁচিছিল, তাৰপৰা গজালি হৈ বহু গছ গজিছে। তথাপি বীজৰ মহত্ত্বই সুকীয়া। এই সুকীয়া মহত্ত্ব লৈয়েই লক্ষ্মীৰাম বৰুৱা অনন্তকাল আমাৰ মাজত জীয়াই থাকিব।



(৪২)

# ৰজনীকান্ত বৰদলৈ

অসমীয়া সাহিত্যত 'উপন্যাস সম্রাট' উপাধিৰে বিভূষিত যিগৰাকী লোকে সম্পূৰ্ণ আধুনিকতাৰ বাৰ্তা বহনেৰে উপন্যাস (বুৰঞ্জীমূলক) লিখি ভাষা-সাহিত্যক চহকী কৰিলে, তেৱেঁই ৰজনীকান্ত বৰদলৈ। আজি একবিংশ শতিকাতো ঊনৈশ শতিকাৰ শেহছোৱাত আৰু বিংশ শতিকাৰ প্ৰথমছোৱাত লিখা যিগৰাকী ব্যক্তিৰ উপন্যাসৰ মূল্য অলপো টুটা নাই, তেৱেঁই ৰজনীকান্ত।... ঔপন্যাসিক বৰদলৈৰ উপন্যাসৰ ভাব-ভাষাৰ লগত ইংৰাজ সাহিত্যিক ছাৰ ৱাল্টৰ স্কট আৰু বাংলা ভাষাৰ সাহিত্যিক বঙ্কিম চন্দ্ৰৰ উপন্যাসৰহে তুলনা কৰা হয়। স্কট আৰু বঙ্কিম চন্দ্ৰই দেশৰ গৌৰৱময় বুৰঞ্জীৰ প্ৰধান ঘটনাৱলী উপন্যাস আকাৰে লিখিছিল সম্পূৰ্ণ আধুনিক ৰূপত। সেই কাম কৰিছিল বৰদলৈয়েও। যিসকল ব্যক্তিয়ে বুৰঞ্জীৰ গদ্য পঢ়াত অনীহা প্ৰকাশ কৰে, যিসকলে চন-তাৰিখ কালৰ পৰিপ্ৰেক্ষিতত ঘটনাবোৰৰ অনুধাৱন আৰু বিশ্লেষণ কৰিবলৈ সক্ষম নহয়, সেইসকল ব্যক্তিক অতি ৰসালভাৱে সেই সময়ৰ দেশ-কাল আৰু সামাজিক-ৰাজনৈতিক প্ৰেক্ষাপটৰ লগত অতি সহজে চিনাকি কৰি দিয়ে ৰজনীকান্তৰ সাহিত্যই। তেওঁৰ ভাষাত আছিল যাদু। কালৰ সকলো পৰিপ্ৰেক্ষিতকে তেওঁ নিজৰ সাহিত্যত স্বাভাৱিকভাৱে স্থান দিছিল। ভাষাৰ গতি আছিল স্বাচ্ছন্দ্য। সেইবাবেই আজিৰ পঢ়ুৱৈয়েও বৰদলৈৰ 'ৰহদৈ লিগিৰি', 'মনোমতী', 'ৰঙিলী', 'মিৰি জীয়ৰী' আদি উপন্যাসবোৰ গোগ্ৰাসে পঢ়িব পাৰে।

ৰজনীকান্তই হয়তো কেতিয়াও ঔপন্যাসিক নহ'লহেঁতেন! হ'লেও বুৰঞ্জীমূলক উপন্যাস লিখাকে জীৱনৰ ব্ৰত নকৰিলেহেঁন, যদিহে তেওঁ কাহানিও গেইট্ চাহাবক লগ নাপালেহেঁতেন। ইংৰাজ বুৰঞ্জীবিদ ছাৰ এডোৱাৰ্ড গেইট্ (তেওঁ লিখা বুৰঞ্জীখন অসমৰ বুৰঞ্জীৰ দলিল, এতিয়াও শৃঙ্খলাবদ্ধ লেখা হিচাপে এই বুৰঞ্জীৰ স্থান অদ্বিতীয়) চাহাব আছিল অসমৰ উচ্চ পদস্থ চৰকাৰী বিষয়া। এদিন চৰকাৰী কামতেই গেইট্ চাহাবৰ স'তে ৰজনীকান্তৰ সংযোগ ঘটিল। বুৰঞ্জীবিদ গেইট্ চাহাবে ৰজনীকান্তক অসমৰ বুৰঞ্জী সম্পৰ্কে কেইটামান প্ৰশ্ন সোধে, কিন্তু তেওঁ সেই সম্পৰ্কত কোনো স্পষ্ট উত্তৰ দিব নোৱাৰিলে। তাৰ পাছত গেইট চাহাবে ৰজনীকান্তক গৰিহণা দিয়াৰ সুৰত ক'লে—"তুমি অসমৰ শিক্ষিত ডেকা, এজন গ্ৰেজুৱেট। অথচ অসমৰ বিষয়ে একো নাজানা।"

এই কথাত ৰজনীকান্তই লাজ পায় আৰু গ্ৰেইট্ চাহাবৰ অনুপ্ৰেৰণাত বুৰঞ্জী বিষয়ত তেওঁৰ আগ্ৰহ বাঢ়ে। সেই আগ্ৰহেই ৰজনীকান্ত বৰদলৈক অসমৰ বুৰঞ্জীৰ স'তে সংপৃক্ত হৈ থকা কাহিনীৰ আলম লৈ উপন্যাস লিখিবলৈ আদি উৎসাহ দিলে।

ৰজনীকান্ত বৰদলৈৰ পূৰ্বপুৰুষ কনৌজৰ পৰা অহা। সেই সময়ত ১২ ঘৰ বৰদলৈ অসমলৈ আহিছিল। এই ১২ ঘৰৰ ভিতৰত 'বিজয়খৰি'ৰ ঘৰৰ দিহিঙীয়া বৰদলৈৰ পৰিয়ালে উজনি অসমৰ শিৱসাগৰৰ দিহিং নদীৰ পাৰত বাস কৰিছিল। অনুমান কৰিব পাৰি যে আহোম ৰজাৰ বিষয়বাবো তেওঁলোকে ভোগ কৰিছিল। বদন বৰফুকনে যেতিয়া অসমলৈ মান আনিলে, মানৰ ভয়ত যেতিয়া ৰজাঘৰীয়া পলাল, তেতিয়া প্ৰজাৰ ওপৰত মানৰ উপদ্ৰৱ আৰম্ভ হ'ল। ৰাজ্যত চৰম নৈৰাজ্যই দেখা দিলে। সেই সময়তে দিহিঙৰ পাৰৰ বৰদলৈৰ পৰিয়ালেও ঘৰ-বাৰী এৰি নামনি অসমলৈ পলাই গুচি আহিল। তেওঁলোকে আহি কামৰূপৰ হাজোৰ ওচৰৰ বাউসী গাঁৱত বসতি স্থাপন কৰিলে। কিন্তু হাজোতো তেওঁলোকে বেছি বছৰ থাকিব নোৱাৰিলে। তাৰ পাছত গুৱাহাটীলৈ উঠি আহি বৰ্তমান কটন কলেজ থকা ঠাইত থাকিবলৈ লয়। শেষত তেওঁলোক স্থায়ীভাৱে থাকিবলৈ ল'লে শিলপুখুৰী (গুৱাহাটী)ৰ পঞ্চৱতী আশ্ৰমৰ ওচৰত। এই পঞ্চৱতী আশ্ৰমৰ ওচৰতে থাকি মাটিৰ পিয়লৰ কাম কৰি তিনিটা পুত্ৰ সন্তান আৰু পত্নীক পোহপাল দিছিল নৰকান্ত বৰদলৈয়ে। এই নৰকান্ত বৰদলৈয়েই ৰজনীকান্ত বৰদলৈৰ পিতৃ।

১৮৬৭ চনৰ ২৪ নৱেম্বৰত গুৱাহাটীত জন্ম হৈছিল ৰজনীকান্ত বৰদলৈৰ। সৰুৰে পৰা তীক্ষ্ণ বুদ্ধিৰ ৰজনীকান্তই পঢ়াশালিত ভৰি দিয়াৰ পাছতেই অৰ্থাৎ ন বছৰ বয়সতে পিতৃক হেৰুৱায়। ফলত এজনৰ উপাৰ্জনৰ ওপৰতে খাই থকা পৰিয়ালটো অনাথ হয়গৈ। কিন্তু পৰিয়ালটোক বিপদত পৰিবলৈ নিদি ধৰি ৰাখে ৰজনীকান্ত বৰদলৈৰ মোমায়েক দুৰ্লভ চাংকাকতিয়ে। ৰজনীকান্তয়ো তেওঁলোকৰ পৰিয়ালৰ অভাৱ-অনাটন আৰু দুৰ্দশাৰ কথাটো মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। সেইবাবেই ইয়াৰ পৰা উদ্ধাৰ পাবৰ বাবে কেৱল 'শিক্ষা লাভ' কৰাৰ বাহিৰে অন্য উপায় নাই বুলি পঢ়া-শুনাত ধ্যান দিলে। মোমায়েক চাংকাকতিযেও ৰজনীকান্তক এই বিষয়ত উৎসাহ দিলে। নিজৰ সাধনা আৰু মোমায়েকৰ উৎসাহৰ বলতে ১৮৮৫ চনত গুৱাহাটীৰ চৰকাৰী হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰি কুৰিটকীয়া বৃত্তি লৈ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাত্ৰা কৰে আৰু তাৰ বিদ্যাসাগৰ কলেজত পঢ়ি, অতি কম খৰচতে চলি, এফ এ পৰীক্ষা পাছ কৰিলে প্ৰথম বিভাগত। ৰজনীকান্তৰ পৰিশ্ৰম আৰু একাগ্ৰতাৰ বলতেই এই উত্তৰণ সম্ভৱ হৈছিল।

কৈ থোৱা ভাল যে বৰদলৈৰ জ্ঞানপিপাসু মনে বুজি পাইছিল যে যৌৱনেই হ'ল আচল বিদ্যা-শিক্ষাৰ সময়। এই সময়ছোৱাতে সকলো ধৰণৰ বিষয়ৰ ওপৰত জ্ঞানৰ ভেটি গঢ়ি লোৱা উচিত। সেইবাবেই সেই সময়ত সুবিধা থকা মতে বৰদলৈয়ে কলিকতা মেডিকেল কলেজৰ আয়ুৰ্বেদ ডাক্তৰিতো নিজৰ নামভৰ্তি কৰিব পাৰিছিল। মনত ইচ্ছা আৰু আকাংক্ষা থাকিলে যে কোনো ধৰণৰ অভাৱ-অনাটন বাধা হ'ব নোৱাৰে, বৰদলৈৰ শিক্ষা লাভৰ স্পৃহাই তাকেই প্ৰতিপন্ন কৰে।..... অৱশ্যে দুখন কলেজত সমানে পঢ়া-শুনাৰ তাল বজাই ৰাখিব নোৱাৰি বৰদলৈয়ে শেষত মেডিকেলৰ পঢ়া এৰিবলৈ বাধ্য হয়।

ৰজনীকান্তই সুখ্যাতিৰে বি এ পাছ কৰিলে। তাৰ পাছত আইন পঢ়িবৰ ইচ্ছাৰে ল কলেজতো নামভৰ্তি কৰিলে। কিন্তু ঘৰত অভাৱ-অনাটনৰ মাজত বিধৱা মাতৃ আৰু পিতৃহীন ভায়েক দুটাৰ অভিভাৱকত্ব গ্ৰহণ কৰিবলৈ তেওঁ আগ্ৰহী হ'ল। তদুপৰি মোমায়েকৰ সাহায্যতে ইচ্ছা মতে পঢ়া-শুনা কৰি থকাৰ সুযোগ লোৱাটো উচিত নহয় বুলি তেওঁ থিৰাং কৰিলে আৰু আইন পঢ়া আধাতে এৰি ১৮৯০ চনত গুৱাহাটীলৈ উভতি আহিল। সেই সময়তে তেওঁৰ সৰু ভায়েক ৰোহিনীকান্তৰো মৃত্যু হ'ল।... গুৱাহাটীলৈ আহি তেওঁ ৪০ টকীয়া দৰমহাৰ কেৰাণীৰ চাকৰি লয়।

অসমৰ সাহিত্যিকসকলৰ ভিতৰত যাক 'ট্ৰেজেদি কিং'ৰ অভিধা দিব পাৰি, তেঁৱেই ৰজনীকান্ত বৰদলৈ। ডেকাকালত নিজৰ প্ৰাণসম ভ্ৰাতৃক হেৰুওৱাৰ পাছত তেওঁ দুজন পুত্ৰক আৰু কন্যাকো হেৰুৱালে। তদুপৰি যি অভাৱ-অনাটনে কৈশোৰ আৰু যৌৱনত তেওঁক জুৰুলা কৰিছিল, মাজ বয়সত অৱস্থাৰ ভালদৰেই উন্নতি হোৱাৰ পাছত শেষ জীৱনত তেওঁ আকৌ দুখীয়া-নিঃস্ব হৈ পৰিছিল।

মানুহৰ অভাৱ-অনাটন আৰু দুখ-শোকেই হেনো সাহিত্য সৃষ্টিত অৰিহণা যোগায়, সাহিত্যক শক্তিশালী কৰে। শ্বেক্সপীয়েৰৰ পৰা জমিদাৰ টলষ্টয়লৈকে এনে হোৱাই দেখা গৈছে। এই কথা খাটিছে ৰজনীকান্ত বৰদলৈৰ জীৱনতো। তেওঁ সুখ-দুখ, অভাৱ-অনাটন অন্তঃকৰণেৰে অনুভৱ কৰিছে, দেখিছে অসংখ্য প্ৰিয়জনৰ মৃত্যু, সেইবাবেই তেওঁৰ জীৱন হৈছে 'অভিজ্ঞ', সাহিত্য হৈছে 'পৰিপক্ক'।

অতি প্ৰতিভাৱান ৰজনীকান্ত বৰদলৈয়ে কেৰাণীৰ চাকৰি বেছিদিন কৰিবলগীয়া নহ'ল। অতি সোনকালেই তেওঁ 'কাননগো' পদলৈ আৰু তাৰ পাছত ছাব ডেপুটি কলেক্টৰ পদলৈ প্ৰমোচন পাই উত্তৰ লক্ষীমপুৰলৈ বদলি হয়। তাৰ আগতেই ৰজনীকান্তই গুৱাহাটীৰ কলিয়া বৰদলৈৰ কন্যা স্বৰ্ণময়ী দেৱীক বিয়া কৰায় আৰু ক্ৰমে পাঁচজন পুত্ৰ সন্তান আৰু পাঁচগৰাকী কন্যা সন্তানৰ

পিতৃ হয়। তাৰ পাছত বৰদলৈ এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰৰ পদলৈ প্ৰমোচন পাই গোলাঘাটলৈ বদলি হৈ কিছুদিন থকাৰ পাছত নগাঁৱলৈ বদলি হয়।... কৈ আছিলোঁ বৰদলৈৰ জীৱনৰ ট্ৰেজেডিৰ কথা। নগাঁৱত থকাকালতে বৰদলৈৰ প্ৰথম পুত্ৰ গোলোককান্ত বৰদলৈৰ মৃত্যু হয়। গোলোককান্তৰ মৃত্যুৰ পাছতেই খবৰ আহিছিল যে আই এ পৰীক্ষাত গোলোককান্তই বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিছে।... পুত্ৰ শোকত ভাগি পৰা বৰদলৈয়ে শান্তি অলপ বিচাৰি তীৰ্থযাত্ৰালৈ যায়। সেই সময়ছোৱাতে তেওঁৰ অন্তৰত এক ধৰণৰ তৃষ্ণা জাগি উঠে আৰু তীৰ্থ যাত্ৰাৰ পৰা উভতি আহি একাগ্ৰতাৰে সাহিত্য সাধনাত নিমগ্ন হয় অৰ্থাৎ আন সাহিত্যিকসকলৰ দৰে শৈশৱ বা যৌৱনতে সাহিত্য সাধনাৰ প্ৰতি বিশেষভাৱে আকৃষ্ট নহৈ মধ্য বয়সতহে তেওঁৰ লিখাৰ তৃষ্ণা প্ৰবলভাৱে জাগি উঠিছিল। সেই সময়তে বাৰে বাৰে মনত পৰিছিল অসমৰ বিষয়ে একো নজনাৰ বাবে ১৮৯১ চনত গেইট চাহাবে কৰা মন্তব্য ইয়াতে কৈ থোৱা উচিত হ'ব যে লিখাৰ ক্ষেত্ৰত বৰদলৈয়েও যৌৱনতে কিছু হাত পকাইছিল। অৱশ্যে সেয়া মৌলিক সাহিত্য নাছিল। কলিকতা মেডিকেল কলেজত পঢ়ি থকাৰ সময়ত চন্দ্ৰ কুমাৰ আগৰৱালা সম্পাদিত জোনাকীত 'শৰীৰতত্ত্ব' নামেৰে এটা দীঘল প্ৰবন্ধ লিখিছিল। তাৰ পাছত গেইট চাহাবৰ অনুপ্ৰেৰণাৰ বাবে কনকলাল বৰুৱা আৰু গোপালকৃষ্ণ দে আদি বন্ধুৰ স'তে মিলিত 'ভ্ৰমৰঙ্গ', 'সাবিত্ৰী-সত্যৱান' নামেৰে নাটক দুখন লিখি, ভাও লৈছিল। লক্ষীমপুৰত চাকৰি কৰি থাকোতেই তেওঁ মিচিং সমাজৰ জীৱনযাত্ৰা প্ৰণালী পৰ্যবেক্ষণ কৰি 'মিৰি জীয়ৰী' লিখাৰ সমল গোটাইছিল। এই উপন্যাস লিখি উলিয়াইছিল ১৮৯৫ চনত। 'মিৰি জীয়ৰী'খনে অসমৰ এখন শ্ৰেষ্ঠ উপন্যাস হিচাপে কালোত্তীৰ্ণ সাহিত্যৰ মৰ্যাদা লাভ কৰিছে। মিচিং ডেকা-গাভৰুৰ প্ৰেম আৰু জীৱনদানৰ এই কাহিনী ভাৰতৰ বিভিন্ন ভাষালৈও অনূদিত হৈছে।

নগাঁৱৰ পাছত শিলচৰ, তাৰ পাছত মঙলদৈ, মঙলদৈৰ পৰা বৰপেটা আৰু চাকৰি জীৱনৰ শেষ সময়ছোৱাত তেওঁ ডিব্ৰুগড়লৈ বদলি হয় আৰু তাতেই ঘৰ-বাৰী কৰে।

ৰাজভক্ত বিষয়া ৰজনীকান্তই নিজৰ কাম অতি একাগ্ৰতাৰে কৰিছিল কিন্তু শৈশৱ-যৌৱনত অভাৱ-অনাটনত জুৰুলা হোৱা শৰীৰে তেওঁৰ দেহৰ ভাৰ যেন নটনা হৈ আহিল আৰু ডাক্তৰৰ পৰামৰ্শ মতে তেওঁ ১৯১৮ চনত চাকৰিৰ পৰা অৱসৰ লয়। অৱসৰৰ সময়ত তেওঁৰ বয়স হৈছিলগৈ মাথো ৫১ বছৰ।... পৰিশ্ৰমী বিষয়া আৰু একাগ্ৰ লেখক এজনে জানো অৱসৰ লৈ শান্তি পায়? বৰদলৈয়েও নাপালে। সেইবাবে চাকৰিৰ পৰা অৱসৰ পোৱাৰ সেইমাহমানৰ পাছতে তেওঁ ডিব্ৰুগড়ৰ 'মাকুম'ত এখন চাহ বাগিচা খোলে।

মাথো এখনেই নহয়, লাহে লাহে বৰদলৈৰ চাহ বাগিচাৰ সংখ্যা বাঢ়ি গৈ থাকিল। বেছ কিছু বছৰৰ ভিতৰতে এজন মহান সাহিত্য স্ৰষ্টাৰ আখ্যা পোৱাৰ উপৰি এগৰাকী সফল ব্যৱসায়ী হিচাপেও তেওঁ প্ৰতিষ্ঠিত হয়।

...কিন্তু যাৰ ভাগ্যত অৰ্থনৈতিক নিৰাপত্তা নাই, গৃহস্থ-ব্যৱসায়ী হিচাপে সফলতা নাই, তেওঁৰ সৌভাগ্যক লৈ নিয়তিয়েও অট্টহাস্য কৰে। ১৯৩১ চনত ভাৰতবৰ্ষ আনকি সমগ্ৰ বিশ্বতে হোৱা তীব্ৰ আৰ্থিক সংকটে বৰদলৈকো স্পৰ্শ কৰে। চাহৰ বজাৰ সংকটত পৰে। লাহে লাহে ধাৰ-ঋণত তেওঁ জুৰুলা হৈ পৰিল। শেষত একো উপায় নাপাই ১৯৩৫ চনত তেওঁ ডিব্ৰুগড়ৰ ঘৰ-মাটি আৰু বাগিচাকেইখন বিক্ৰী কৰি ঋণমুক্ত হয় আৰু পুনৰ গুৱাহাটীত বসবাস আৰম্ভ কৰে। তাৰ পাছৰে পৰা তেওঁক নানা বেমাৰ-আজাৰে ক্ৰমশঃ আক্ৰান্ত কৰে।

বৰদলৈ ডাঙৰীয়াই জীৱনত যি লিখিছে, তাতেই তেখেতৰ প্ৰতিভাৰ স্বাক্ষৰ এৰি থৈ গৈছে। উপন্যাসৰ বাহিৰেও তেখেতে অসমীয়া আৰু ইংৰাজী ভাষাত ভালেমান প্ৰবন্ধ লিখিছিল। বৰদলৈৰ উপন্যাসসমূহ হ'ল 'মিৰি জীয়ৰী' (১৮৯৫), 'মনোমতী' (১৯০০), 'দন্দুৱাদ্ৰোহ' (১৯১৪), 'ৰঙিলী', 'নিৰ্মলভকত', 'তাম্ৰেশ্বৰীৰ মন্দিৰ' আৰু 'ৰাধা ৰুক্মিণীৰ ৰণ' (১৯২৫), 'ৰহদৈ লিগিৰি' (১৯৩৩) আৰু 'তিলোত্তমা' (১৯৩৫)। উল্লেখ কৰি থোৱা উচিত হ'ব যে 'ভোলাই শৰ্মা' ছদ্মনামেৰে এখন ব্যঙ্গ অথচ আত্মজীৱনীমূলক পুথিও তেওঁ লিখিছিল। 'গা-ধন' নামৰ তেওঁৰ এখন গল্প পুথিও প্ৰকাশ পাইছিল। 'প্ৰদীপিকা' নামৰ মাহেকীয়া আলোচনী এখনো তেওঁ সম্পাদনা কৰিছিল।

জীৱনৰ উত্থান-পতনে বৰদলৈক অহৰহ যন্ত্ৰণা দিছিল। যাৰ বাবে তেওঁ শেহ জীৱনতো পৰিত্ৰাণ নাপালে। বহুদিন বহুমূত্ৰ ৰোগত ভোগাৰ পাছত মৃত্যুৰ চাৰি বছৰমান আগৰে পৰা 'ৰক্তচাপ'জনিত বেমাৰত পৰে আৰু 'পেৰালাইছিছ' (একাঙ্গী) ৰোগত আক্ৰান্ত হৈ বিছনা ল'বলৈ বাধ্য হয়। সেই সময়ছোৱাত পত্নীৰ পৰা যথেষ্ট সেৱা-শুশ্ৰূষা পায়, যাৰ বাবে তেওঁ জীৱনৰ নৰক-যন্ত্ৰণাৰ কথা বহুখিনি পাহৰি থাকিব পাৰিছিল। তেওঁৰ মৃত্যু হয় ১৯৪০ চনৰ মাৰ্চ মাহৰ ২৫ তাৰিখে। আধুনিক অসমীয়া শ্ৰেষ্ঠ উপন্যাসকেইখনৰ স্ৰষ্টা ৰজনীকান্ত বৰদলৈ সদায়েই অসমীয়া ভাষী পঢ়ুৱৈৰ মনত অমৰ হৈ থাকিব।



(৪৩)

# চন্দ্র কুমাৰ আগৰৱালা

চক্রেটিছে কৈছিল—"কবি এটা পাতল পাখি লগা পবিত্র বস্তু, অনুপ্রাণিত বা উন্মত্ত নহয় মানে, বিচাৰ শক্তি লুপ্ত নহয় মানে, কোনো কবিয়ে কবিতা ৰচনা কৰিব নোৱাৰে।" কবি চন্দ্র কুমাৰো দেশৰ স্বাৰ্থত, অসমীয়াৰ স্বাৰ্থত আছিল উন্মত্ত(!) আৰু মানৱতাবোধৰ দ্বাৰা অনুপ্রাণিত। স্বাধীনতা আছিল তেওঁৰ তেজত, হৃদয়ত। কবিতা লিখাৰ লগতে স্বাধীনতাৰ জয়গান গাই কাকত উলিয়াইছিল, সাহিত্য সেৱাত মন-প্ৰাণ উছৰ্গা কৰিছিল। জীৱনকালত মাথো অসম আৰু অসমীয়াৰ বিষয়ে ভাবিছিল, অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ কথা চিন্তা কৰিছিল আৰু আনকো এই কাম কৰিবলৈ অনুপ্রাণিত কৰিছিল। সেইবাবেই 'আগৰৱালা' পৰিয়ালত জন্ম গ্ৰহণ কৰিও অসমৰ মাটি, পানী আৰু বায়ুক ভাল পাই জন্মগতভাৱে অসমীয়া এজনতকৈও বহু বেছি অসমীয়া হৈ পৰিছিল।

চন্দ্র কুমাৰ আগৰৱালাৰ পূৰ্বপুৰুষ ৰাজস্থানৰ। তেওঁৰ ককাদেউতাক নৱৰঙ্গ ৰাম আগৰৱালাৰ জন্ম হৈছিল ৰাজস্থানৰ ৰাজধানী জয়পুৰৰ ওচৰৰ 'টাইৰ' নামৰ এখন গাঁৱত ১৮১১ চনত। তেওঁ ১৬/১৭ বছৰ বয়সতে পিতৃ-মাতৃক অকালতে হেৰুৱাই ভাগ্যৰ অন্বেষণত ভটিয়াই আহি গোৱালপাৰাত ১৮২৯ চনত উপস্থিত হয়। গোৱালপাৰা তেতিয়াৰ ইংৰাজ চৰকাৰৰ অধীনৰ অসমৰ অন্যতম বাণিজ্য কেন্দ্ৰ। গোৱালপাৰাতেই এজন পোদ্দাৰৰ গোলাত সহকাৰী হিচাপে কামত সোমায়। তাৰ পাছত সেই দোকানৰে সহকাৰী ৰূপে তেওঁ তেজপুৰৰ বিশ্বনাথ চাৰিআলিলৈ যাব লগা হয়। এসময়ত সৰহ দিন আনৰ সহকাৰী হিচাপে কাম নকৰি তেওঁ নিজেই ব্যৱসায় আৰম্ভ কৰিলে। কিন্তু বিশ্বনাথ চাৰিআলিত তেওঁৰ ব্যৱসায়ে ঠন ধৰি নুঠিল। যাৰ বাবে বিশ্বনাথৰ পৰা ৫০ কিলোমিটাৰমান পূৱৰ গমিৰি অঞ্চললৈ ব্যৱসায় উঠাই নিলে। এই গমিৰি অঞ্চলতেই ব্যৱসায়ত উন্নতি কৰি নৱৰঙ্গ ৰাম আগৰৱালা এগৰাকী সফল ব্যৱসায়ী হিচাপে প্ৰতিষ্ঠিত হয়।

নৱৰঙ্গ ৰামে অসমত থাকি অসমীয়া মাত-কথা শিকি নিজকে এগৰাকী অসমীয়া হিচাপে চিনাকি দিবলৈ ভাল পাইছিল। সেইবাবে যেতিয়া বিয়াৰ সময় আহিল, তেতিয়া ৰাজস্থানী ছোৱালীক নিজৰ জীৱন সঙ্গিনী কৰাতকৈ অসমৰে অসমীয়াভাষী ছোৱালীৰ পাণিগ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিল। তেওঁ বিয়া কৰালে গমিৰি অঞ্চলৰে প্ৰখ্যাত ব্যক্তি থুনুক ৰাজখোৱাৰ ভনীয়েক সাদৰীক। এই সাদৰীৰ গৰ্ভতেই ১৮৪২ চনত প্ৰথম পুত্ৰ হৰিবিলাস আগৰৱালাৰ

জন্ম হয়। সাদৰীৰ গৰ্ভত নৱৰঙ্গৰামৰ আন দুটি ল'ৰা-ছোৱালীৰো জন্ম হৈছিল। যাৰ নাম থ'লে থানুৰাম আৰু কেটেউ। তাৰ পাছতেই নৱৰঙ্গৰামে আন এগৰাকী ছোৱালীক বিয়া কৰায়। সেইগৰাকী আছিল নেওগ বংশৰ কন্যা সোণপাহী। সোণপাহীৰ প্ৰথম সন্তানৰ নাম কাশীৰাম আছিল অৰ্থাৎ এই কাশীৰাম হৰিবিলাসৰ ভাতৃ আছিল। কাশীৰামৰ ঔৰসত ৰাধিয়াৰ গৰ্ভতেই জন্মলাভ কৰিছিল ভাঙনি কোঁৱৰ, জিলিকনি কবি আনন্দ চন্দ্ৰ আগৰৱালাই।

নৱৰঙ্গ ৰামৰ পুত্ৰ হৰিবিলাসেও পিতৃ আজ্ঞা শিৰোধাৰ্য কৰি গহপুৰৰ হাজৰিকা বংশৰ 'মলয়া' নামৰ গাভৰু এগৰাকীক বিয়া কৰায়। ব্যৱসায়ৰ স্বাৰ্থত হৰিবিলাসে গমিৰিৰ পৰা পাঁচ কিলোমিটাৰমান পূবে ব্ৰহ্মজানত বসবাস আৰম্ভ কৰে। কমলাকান্ত ভট্টাচাৰ্যৰ লগত ব্যৱসায় কৰা, অসমৰ বহু ব্যক্তিক ব্যৱসায়-বাণিজ্য শিকোৱা হৰিবিলাস আগৰৱালাৰো সাহিত্য-সংস্কৃতিত যথেষ্ট ৰাপ আছিল। তেওঁ বহু মূল্যবান প্ৰবন্ধ লিখি অসমীয়া সাহিত্যক চহকী কৰি থৈ গৈছে। সাহিত্যিক, উকীল লম্বোদৰ বৰাকে ধৰি বহু যুৱকক নিজৰ গাঁঠিৰ ধন খৰচ কৰি তেওঁ পঢ়া-শুনাত সহায় কৰিছিল। তেওঁৰ যত্নতে অসমীয়া কীৰ্তন, নামঘোষা, দশম, বৰগীত, ৰত্নাৱলী আদি বহু পুথিয়ে ছপাৰ মুখ দেখিছিল। হৰিবিলাস আগৰৱালাৰ ঔৰসত আৰু মলয়া হাজৰিকাৰ গৰ্ভত ছয়টি সন্তানৰ জন্ম হৈছিল। তেওঁলোক যথাক্ৰমে বিষ্ণুপ্ৰসাদ, চন্দ্ৰ কুমাৰ, পৰমানন্দ, কৃষ্ণপ্ৰসাদ, যজ্ঞেশ্বৰী আৰু গোলাপ চন্দ্ৰ। বিষ্ণুপ্ৰসাদ আগৰৱালা আছিল 'জোনাকী' যুগৰ এগৰাকী প্ৰসিদ্ধ লেখক। কৃষ্ণপ্ৰসাদো আছিল 'জোনাকী' যুগৰ এগৰাকী কবি। অৱশ্যে তেওঁ অকালতে প্ৰাণ হেৰুৱাইছিল। চন্দ্ৰ কুমাৰৰ ভগ্নী যজ্ঞেশ্বৰীও আছিল এগৰাকী লেখিকা। সাহিত্যৰ সেৱক পৰমানন্দৰ পুত্ৰই আছিল অসমীয়া জাতীয় জীৱনৰ পুৰোধা ব্যক্তি জ্যোতিপ্ৰসাদ আগৰৱালা। অৰ্থাৎ নৱৰঙ্গৰাম আগৰৱালাৰ পৰিয়ালে অসমীয়াৰ ব্যৱসায় জগত, সাহিত্য-সংস্কৃতি আৰু অন্যান্য ক্ষেত্ৰত যি অৱদান আগবঢ়াই থৈ গৈছে, সেয়া অসমৰ কোনো ঐতিহ্যমণ্ডিত পৰিয়ালে কৰি থৈ গৈছে নে নাই সন্দেহৰ অৱকাশ আছে।

চন্দ্ৰ কুমাৰ আগৰৱালাৰ জন্ম ১৮৬৭ চনৰ ২৮ নৱেম্বৰত ব্ৰহ্মজানত। অলপ ডাঙৰ হোৱাৰ পাছত পিতৃ হৰিবিলাসে চন্দ্ৰ কুমাৰ আৰু ভায়েক-ভনীয়েকক কলিকতালৈ পঠিয়াইছিল পঢ়া-শুনাৰ সুবিধাৰ বাবে। কাৰণ সেই পৰ্যন্ত সেই অঞ্চলত ভাল স্কুল নাছিল। কলিকতাৰ হেয়াৰ স্কুলত পঢ়া-শুনা আৰম্ভ কৰে যদিও কৈশোৰ উত্তীৰ্ণ হোৱাৰ পাছত চন্দ্ৰ কুমাৰে তেজপুৰ গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়া-শুনা কৰি তাৰ পৰাই এণ্ট্ৰেন্স পাছ কৰিলে। তেজপুৰত পঢ়া-শুনা আৰম্ভ কৰাৰে পৰা সাহিত্য চৰ্চাৰ প্ৰতি চন্দ্ৰ কুমাৰ আকৰ্ষিত হয় লম্বোদৰ বৰা, আনন্দ চন্দ্ৰ আগৰৱালা আদিৰ অনুপ্ৰেৰণাত।

অৱশ্যে এইক্ষেত্ৰত পিতৃ হৰিবিলাসৰ অনুপ্ৰেৰণাই আছিল সৰ্বাধিক।

এণ্ট্ৰেন্স পাছ কৰাৰ পাছত চন্দ্ৰ কুমাৰ পুনৰ কলিকতালৈ পঢ়িবলৈ যায় আৰু প্ৰেছিডেন্সী কলেজত কলা বিভাগত নামভৰ্তি কৰে। প্ৰেছিডেন্সী কলেজত বি এ পঢ়ি থাকোতে বিলাতলৈ পঢ়া-শুনা কৰিবলৈ যোৱাৰ বাবে চন্দ্ৰ কুমাৰৰ তীব্ৰ হেঁপাহ আছিল যদিও পিতৃয়ে সন্মতি নিদিয়াত মনৰ আশা মনতে মৰহি যায়।

কলিকতাৰ পৰা উভতি আহি চন্দ্ৰ কুমাৰে গুৱাহাটীত কিছুদিন থাকিল আৰু ব্যৱসায়ত মন দিলে। ইতিমধ্যে পিতৃ হৰিবিলাসে ডিব্ৰুগড়ত 'তামোলবাৰী' নামেৰে এখন চাহ বাগিচা আৰম্ভ কৰিছিল, কিন্তু ভাগ্যই বিড়ম্বনা দিয়াত ব্যৱসায়ৰ ক্ষেত্ৰত বিপৰ্যয় ঘটিছিল। সেই সন্ধিক্ষণতে গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ গৈ চন্দ্ৰ কুমাৰে চাহ বাগিচা চোৱা-চিতাত মনোনিবেশ কৰে।

কলেজীয়া জীৱনত চন্দ্ৰ কুমাৰৰ কৃতিত্ব কি আছিল? এই সম্পৰ্কত ক'ব পাৰি যে ছাত্ৰাৱস্থাতেই 'জোনাকী' নামৰ আলোচনীখন কলিকতাৰ পৰা উলিয়াইছিল চন্দ্ৰ কুমাৰে। এই সম্পৰ্কত তেওঁ লিখিছে—"অনেকে আমাৰ নিবুৰ্দ্ধিতাৰ সাহস দেখি হাঁহিব— সন্দেহ নাই। আমি যে এই বিপদ সাগৰত ভুৰ চলাই পৰিত্ৰাণ পাবলৈ চেষ্টা চলাইছো তাক আমি জানো। অসমত কাকত (আলোচনী)ৰ গতি কচুপাতৰ পানী টুপিৰ দৰে। মানুহৰ চেষ্টা 'অজৰ-অমৰ' বুলি জানিহে আমাৰ সাহ। উদ্যোগীয়ে মৰণ কি ক'ব নোৱাৰে। জীৱনেই হৈছে কাৰ্যশীল। কৰিবলগীয়া আমি কৰিম। যশ লাভ পাছৰ কথা। কালৰ চকৰীৰ তলত বহু মৰেও, জীয়েও। মৰি-জীহে সংসাৰৰ কাৰ্য সাধিব পাৰি।..... আমাৰ উদ্দেশ্য অনেকেই সুধিব। সম্প্ৰতি ইয়াকে ক'লেই হ'ব যে ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজা নীতিহে ধৰিবলগীয়া। সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়।... নকৈ উঠি অহা অসমৰ নিমিত্তে আমি আটাইখিনি শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেন্তে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম।........"

এয়া 'জোনাকী' কাকত প্ৰকাশ কৰা কলেজীয়া যুৱক এজনৰ ভাষ্য। সেই সময়ৰ পৰিপ্ৰেক্ষিতত এয়া কম কঠিন কাৰ্য নহয়। এই মহৎ তথা কঠিন কামেই কৰিছিল চন্দ্ৰ কুমাৰে। তেওঁৰ দুই সহযোগী আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। সাহিত্যৰথীয়ে জীৱন সোঁৱৰণত লিখিছে—"ইংৰাজী সাহিত্য চৰ্চা, সংস্কৃত সাহিত্য চৰ্চা আৰু ঘাইকৈ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হাবিয়াসেই জয়জয়তে আমাৰ (চন্দ্ৰ কুমাৰ আৰু তেওঁৰ) ভিতৰত বন্ধুত্বৰ সূত্ৰপাত কৰে। তাৰ ফলত 'জোনাকী' নামৰ মাহেকীয়া

কাকতৰ জন্ম আৰু বৃদ্ধি হ'ল। মিষ্টভাষী হাঁহিমুখীয়া চন্দ্ৰ কুমাৰে প্ৰথম দৰ্শনতে মোৰ মন অধিকাৰ কৰি পেলালে।"

চন্দ্ৰ কুমাৰ আগৰৱালাৰ 'জোনাকী'ৰ বিষয়ে প্ৰসিদ্ধ সাংবাদিক সতীশ চন্দ্ৰ কাকতিয়ে লিখিছে—"যেতিয়া অসমীয়া ভাষা-সাহিত্য বিজতৰীয়া ভাষা-সাহিত্যৰ হেঁচাত পেঁপুৱা লাগিছিল, তেতিয়া এইজনা লোকেই 'জোনাকী' নামৰ আলোচনী প্ৰকাশ কৰি, কেইবাগৰাকী অসমীয়া সাহিত্যসেৱীক কলম ধৰিবলৈ সুযোগ দিছিল। আগৰৱালা প্ৰতিষ্ঠিত 'জোনাকী' অসমীয়া সাহিত্যৰ প্ৰথম গঢ়শালি আছিল। এই কাকতখনেই আমাৰ ভাষা-সাহিত্যৰ যুগান্তৰ আনে। ঊনৈশ শতিকাৰ শেহ ভাগত যিসকল প্ৰবসুৱা অসমীয়া লোকে অসমীয়া সাহিত্যৰ চৰ্চা কৰিব পাৰিছিল, তাৰ মূলত আছিল চন্দ্ৰ কুমাৰৰ 'জোনাকী'। সেই সময়ত 'জোনাকী'য়ে বল্তিৰ যোগাৰ নধৰা হ'লে সেই যুগৰ সাহিত্যসেৱী-সকলে আন্ধাৰত পথ হেৰুৱালেহেঁতেন।"

আগতেই কৈ আহিছো, কলিকতাৰ ছাত্ৰ জীৱনৰ অন্ত পেলাই চন্দ্ৰ কুমাৰ আগৰৱালাই আহি চাহ খেতিত লাগিবলগীয়া হ'ল। তাৰ পাছত ১৮৯৮ চনত ৩০ বছৰ বয়সত চন্দ্ৰ কুমাৰে গোলাঘাটত দণ্ডধৰ বৰুৱা (অমিয় কুমাৰ দাসৰ মতে চন্দ্ৰধৰ বৰুৱা।)ৰ কন্যা মুক্তাপ্ৰভাৰ লগত বিবাহ বন্ধনত আবদ্ধ হয়।

ব্যৱসায়তো যথেষ্ট উন্নতি কৰিলে চন্দ্ৰ কুমাৰ আগৰৱালাই। কিন্তু তেওঁৰ তেজত ব্যৱসায় নাছিল। নিয়তিয়ে তেওঁক ভাষা-সাহিত্যৰ স্ৰষ্টা হিচাপেহে প্ৰতিষ্ঠিত কৰিব বিচাৰিছিল। কবিতা লিখাৰ যোগেদি তেওঁ অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। অসমীয়া ৰোমাণ্টিক কবিতাৰ জনক হৈ পৰিছিল। তথাপিতো তেওঁৰ অন্তৰত অহৰহ হেঁপাহ আছিল ছপাখানা খোলা আৰু তাৰ যোগেদি বাতৰি কাকত-আলোচনী প্ৰকাশ কৰা। বাতৰি কাকতৰ যোগেদি মাথো ভাষা-সাহিত্যৰ ভঁৰালেই চহকী কৰিব সেয়া নহয়, অসমীয়া মানুহক ৰাজনৈতিক, সামাজিক আৰু বৌদ্ধিক দিশত সচেতন কৰি ইংৰাজৰ হাতৰ পৰা ৰক্ষা কৰা আৰু অৰ্থনৈতিক সমৃদ্ধিত অৰিহণা যোগোৱা।........মনৰ হেঁপাহ পূৰাবলৈ তেওঁ 'আসাম প্ৰিণ্টাৰ্চ এণ্ড পাব্লিচাৰ্ছ' নামেৰে এক যৌথ কোম্পানীৰ লগতে নিজাববীয়াকৈ 'নিউপ্ৰেছ' স্থাপন কৰে। এই পাব্লিচাৰ্ছ কোম্পানীৰ পৰাই ১৯১৮ চনৰ ১৫ আগষ্টৰ পৰা নিয়মীয়াকৈ নিজৰ সম্পাদনাত 'অসমীয়া' নামৰ সাদিনীয়া কাকত উলিওৱাত লাগে। পাছত অৱশ্যে তেওঁ সম্পাদকৰ কাম ত্যাগ কৰে আৰু কাকতখন তিনিদিনীয়া আৰু দৈনিকলৈ ৰূপান্তৰিত হয়। নিউপ্ৰেছৰ পৰাই লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' আলোচনীখন বহু বছৰ প্ৰকাশিত হৈছিল

'অসমীয়া' কাকতত প্ৰকাশিত সুন্দৰীদিয়াৰ ঘটনাটোৰ কথা উল্লেখ কৰিব পাৰি, য'ত চন্দ্ৰ কুমাৰৰ স্বাধীন মনৰ দাঙি ধৰি দিয়া [illegible] সম্যক আভাস

পোৱা যায়।... এজন ইংৰাজ কৰ্মচাৰীয়ে হেনো সুন্দৰীদিয়া কীৰ্তন ঘৰত থিয়ৈ থিয়ৈ প্ৰস্ৰাব কৰিছিল। বাতৰিটো 'অসমীয়া'ত প্ৰকাশ কৰি ইংৰাজ কৰ্মচাৰীক নিন্দা কৰা হ'ল। কিন্তু ব্ৰিটিছ চৰকাৰে সেই কাৰ্য মিছা বুলি 'অসমীয়া'ৰ ওপৰত মান হানিৰ গোচৰ তৰিলে। এই বাতৰি সত্য নহয় বুলি 'অসমীয়া'ই ভুল স্বীকাৰ কৰা হ'লে চৰকাৰে গোচৰ উঠাই ল'লেহেঁতেন! আনকি সেই সময়ৰ 'অসমীয়া'ৰ সম্পাদক মহেশ্বৰ বৰুৱাই ক্ষমা খুজিব বিচাৰিছিল। কিন্তু চন্দ্ৰ কুমাৰ মান্তি নহ'ল। মহেশ্বৰ বৰুৱাক তেওঁ কৈছিল—"বিচাৰত আপোনাৰ (বা মোৰ) কাৰাদণ্ড হ'লে মই আপোনাৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব ল'ম।" চিৰ স্বাধীন চন্দ্ৰ কুমাৰে শেষত মোকৰ্দমাত হাৰি বহু জৰিমনা ভৰিব লগা হৈছিল, কিন্তু তথাপি ইংৰাজ চৰকাৰৰ ওচৰত নতশিৰ নহ'ল।

ভাষা-সাহিত্য আৰু কাকত-আলোচনীৰ যোগেদি ইংৰাজ চৰকাৰৰ বিৰোধিতা কৰিলেও প্ৰথম অৱস্থাত চন্দ্ৰ কুমাৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ আন্দোলনৰ সৈতে জড়িত নাছিল। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহি ডিব্ৰুগড়ৰ আগৰৱালা পৰিয়ালতেই আলহী হৈ আছিল। গান্ধীৰ সান্নিধ্যত চন্দ্ৰ কুমাৰ আপ্লুত হ'ল আৰু তেওঁৰ আদৰ্শেৰেই অহিংসা আন্দোলনৰ সহযাত্ৰী হ'ল।

অসমীয়া ভাষা-সাহিত্যক নৱজন্ম দিয়াসকলৰ ভিতৰত যে চন্দ্ৰ কুমাৰ অন্যতম, সেই সম্পৰ্কত কাৰো দ্বিমত নাই। ১৮৮৮ চনত কলিকতাত জন্মলাভ কৰা 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ মুখ্য পৃষ্ঠপোষক তেঁৱেই আছিল। সেই সময়তে এমুঠি ছাত্ৰই সংকল্প কৰিছিল যে অসমীয়া ভাষাৰ উন্নতিৰ লগে লগে নৱন্যাস ভাবধাৰাৰ সূচনা কৰিব লাগিব। তেতিয়া ইউৰোপত জন্মলাভ কৰা 'ৰোমাণ্টিচিজম' বা নৱন্যাস ভাবধাৰা আৰু সাহিত্য, ভাৰতৰ অন্যান্য সাহিত্যত সোমাই পৰিছিল। অসমীয়া ভাষাতো এই ভাবধাৰা আমদানি কৰি ভাষা-সাহিত্য শক্তিশালী কৰাৰ ক্ষেত্ৰত প্ৰধান পৃষ্ঠপোষক চন্দ্ৰ কুমাৰেই আছিল।

কম সাহস নাছিল চন্দ্ৰ কুমাৰৰ! মাথো একৈশ বছৰ বয়সতে অৰ্থাৎ ১৮৮৯ চনৰ জানুৱাৰীত 'জোনাকী' নামৰ অসমীয়া সাহিত্যৰ দিক্‌দৰ্শক আলোচনী এখন প্ৰকাশ কৰিছিল। এই আলোচনীখনৰ প্ৰথম বছৰৰ সম্পাদক আছিল চন্দ্ৰ কুমাৰেই। দ্বিতীয় বছৰত হেমচন্দ্ৰ গোস্বামী, তৃতীয় আৰু চতুৰ্থ বছৰত লক্ষ্মীনাথ বেজবৰুৱা, পঞ্চম বছৰত কনকলাল বৰুৱা আৰু শেষৰটো বছৰত সম্পাদক আছিল ৰমাকান্ত বৰকাকতী। ইয়াতে উল্লেখ কৰিব পাৰি যে 'জোনাকী'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰ কুমাৰৰ 'বনকুঁৱৰী' নামৰ কবিতাটোৱেই প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা।

নীৰৱ সাধক, সক্ৰিয় কৰ্মী চন্দ্ৰ কুমাৰ। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিয়েই তেওঁৰ জীৱনৰ ব্ৰত আছিল, য'ত কোনো স্বাৰ্থ জড়িত হৈ থকা

নাছিল। নাছিল তেওঁৰ কোনো বিষয়বাব, সন্মানৰ প্ৰতি মোহ! অসম সাহিত্য সভাৰ সভাপতিৰ পদ তেওঁক কেইবাবাৰো যচাৰ পাছতো বাৰে বাৰে সেই সন্মান তেওঁ প্ৰত্যাখ্যান কৰিছিল।

১৯২৫ চনত 'অসমীয়া' কাকতৰ প্ৰেছ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ অনা হৈছিল। 'অসমীয়া'ই সকলো ক্ষেত্ৰতে মাত মাতি গৈছিল, অন্যায়ৰ ওচৰত কাহানিও আপোচ কৰা নাছিল। ১৯৩০ চনত সাদিনীয়া 'অসমীয়া' তিনিদিনীয়ালৈ ৰূপান্তৰিত হৈছিল। সেই সময়ছোৱাতে মহাত্মা গান্ধীৰ সত্যাগ্ৰহ আন্দোলনো আৰম্ভ হৈছিল। তিনিদিনীয়াৰ জন্মলগ্নত কাকতত প্ৰকাশ কৰা হৈছিল—"আজি অমৃতৰ সন্ধান মিলিছে। সেই অমৃতৰ সন্ধানত তীৰ্থযাত্ৰী লৈ ওলাওঁতে 'তিনিদিনীয়া অসমীয়া'ই আজি সকলোকে সেৱা জনাইছে। ভাৰতবৰ্ষৰ মুক্তি লাভৰ অৰ্থে এই যে সংগ্ৰাম, এই সংগ্ৰামৰ পৰা যেন কোনো বাদ পৰি নাথাকে।..... বন্দে মাতৰম।"

এজন আন্দোলনকাৰীয়ে ভাৰতৰ মুক্তিৰ বাবে যিমান কৰিছিল, চন্দ্ৰ কুমাৰৰ 'অসমীয়া'ই তাতকৈ বহু বেছি কৰিছিল।..... ১৯৩৮ চনত চন্দ্ৰ কুমাৰ আগৰৱালাৰ মৃত্যু হয়। অসমলৈ 'বাতৰি কাকতৰ শক্তি'ৰ যিটো যুগ চন্দ্ৰ কুমাৰৰ সেনাপতিত্বত আগবাঢ়ি আহিছিল, সেই যুগে ৰাইজৰ পক্ষত, ৰাইজৰ হৈ, ৰাইজৰ আকাংক্ষাৰ বিষয়ে মাত মাতিবলৈ সকলোকে সুযোগ দিছিল। আজি অসমত বাতৰি কাকতৰ যি গুৰুত্ব, সেই গুৰুত্ব নিৰ্মাণৰ প্ৰথমগৰাকী আধুনিক ব্যক্তিয়েই আছিল চন্দ্ৰ কুমাৰ। পাছৰ জীৱনছোৱাত তেওঁৰ একমাত্ৰ ধ্যান-জ্ঞান আছিল মাথো 'অসমীয়া'খনৰ ওপৰতে। এই তিনিদিনীয়া 'অসমীয়া' পাছত দৈনিক হৈ কিছুদিন চলিছিল।

বিশিষ্ট অসমীয়া ব্যক্তিসকলৰ জীৱন আৰু কৰ্মৰ বিষয়ে আলোচনা কৰিবলৈহে আমি এই প্ৰবন্ধলানিৰ অৱতাৰণা কৰিছো। কিন্তু তথাপি চন্দ্ৰ কুমাৰৰ সাহিত্যৰ বিষয়ে সম্যক আভাস নিদিলে এয়া অসম্পূৰ্ণ হ'ব। ...জীৱনকালত 'প্ৰতিমা' (১৯১৪) আৰু 'বীণ বৰাগী' (১৯২৩) এই দুখন গ্ৰন্থ প্ৰকাশ পোৱাৰ পাছত ১৯৬৭ চনত তেওঁৰ জন্ম শতবাৰ্ষিকীত 'চন্দ্ৰামৃত' নামৰ সংকলন এখন প্ৰকাশ পায়। চন্দ্ৰ কুমাৰ মাথো ৰোমাণ্টিক কবিতাৰ পথ প্ৰদৰ্শকেই নাছিল, এই ঠাচৰ কবিতাৰ প্ৰায়বোৰ লক্ষণেই তেওঁৰ কবিতাত বিদ্যমান। নাম নিবিচৰা, মাথো কৰ্ম কৰি যোৱা এই তপস্বীগৰাকীৰ গভীৰ ভাবাবেগেৰে সমৃদ্ধ কবিতাবোৰে 'কালোত্তীৰ্ণ' ৰূপ লৈ বহু কাল, বহু যুগলৈ অসমীয়া ভাষা-সাহিত্যপ্ৰেমীসকলৰ অন্তৰত খলকনি তুলি থাকিব।



# লক্ষ্মীনাথ বেজবৰুৱা

বিশিষ্ট চিকিৎসক বংশৰ সন্তান আছিল লক্ষ্মীনাথ বেজবৰুৱা। লক্ষ্মীনাথৰ পূৰ্বপুৰুষ জগন্নাথ বেজবৰুৱাই আহোম ৰাজপৰিয়ালৰ চিকিৎসক হিচাপে যথেষ্ট খ্যাতি লাভ কৰিছিল। জগন্নাথৰ পুত্ৰ অনঙ্গদেৱ, অনঙ্গদেৱৰ পুত্ৰ কৃষ্ণৰাম বেজবৰুৱা। কৃষ্ণৰামৰ পুত্ৰ দীননাথ বেজবৰুৱা। দীননাথ অৱশ্যে মাথো ৰজা পুৰন্দৰ সিংহৰ চিকিৎসকেই নাছিল; তেওঁ মুন্সিফ, ডেপুটি কলেক্টৰ আদি ইংৰাজ চৰকাৰৰ বিশিষ্ট বিষয়াৰ পদো অলঙ্কৃত কৰিছিল। এই দীননাথ বেজবৰুৱাৰ পুত্ৰই লক্ষ্মীনাথ। যিগৰাকীক অসমীয়া সাহিত্যৰ ৰসৰাজ, সাহিত্যৰথী আদি সন্মানেৰে বিভূষিত কৰা হৈছে, যিগৰাকী ব্যক্তিক কুৰি শতিকাৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া হিচাপে এখন বিশিষ্ট সাহিত্য আলোচনীয়ে (গৰীয়সী) সন্মান যাচিছে। অৱশ্যে এই সৰ্বশ্ৰেষ্ঠতাৰ বাছনিত বহু বিতৰ্ক হোৱাও দেখা গৈছে। কিন্তু আলোচনীখনে কোৱাৰ দৰে আমি বহু কথাত একমত! লক্ষ্মীনাথ বেজবৰুৱা কেৱল বিংশ শতাব্দীৰে শ্ৰেষ্ঠ নহয়, অসমৰ সকলো কালৰ শঙ্কৰদেৱ-মাধৱদেৱকে আৰম্ভ কৰি দহজন শ্ৰেষ্ঠ অসমীয়াৰ মাজৰ নিৰ্বিবাদে এজন। বেজবৰুৱাই এনে এক বিশেষ ৰচনাত হাত দিয়া নাছিল, যাৰ লক্ষ্য (কেতিয়াবা সেই লক্ষ্য পৰোক্ষ আৰু সুদূৰপ্ৰসাৰী হ'লেও) অসমক ওপৰলৈ তোলা বা অসমৰ সৰ্বাঙ্গীণ উন্নতিয়েই নহয়, অসমৰ সৰ্বাঙ্গীণ উন্নতিৰ বাবে অসমীয়া লোকক গভীৰ স্বদেশপ্ৰেমেৰে উদ্বুদ্ধ কৰাই আছিল তেওঁৰ প্ৰায় ৰচনাৰাজিৰ উদ্দেশ্য। তাৰ বাবে তেওঁ সমল লৈছিল অসমৰ অতীত গৌৰৱক। তেওঁ দেখিছিল, অসমৰ বৰ্তমান যেতিয়া অন্ধকাৰাচ্ছন্ন আৰু ভৱিষ্যৎ অনিশ্চিত, তেতিয়া সেই সুপ্ত, দুৰ্বল আৰু বিদেশী শাসনৰ দ্বাৰা শোষিত, বঞ্চিত জাতিটোক উদ্বুদ্ধ কৰিবৰ বাবে তেওঁৰ সন্মুখত মাত্ৰ এটা পন্থা আছিল আৰু সেইটো হ'ল অসমৰ বিশাল হীৰকমণ্ডিত অতীত গৌৰৱক পুনৰাবিষ্কাৰ কৰি তাৰ তড়িৎ শক্তিৰে অসমীয়া জাতিটোক গতিশীল কৰা।

দীননাথ বেজবৰুৱাৰ আছিল দুগৰাকী পত্নী। এই দুগৰাকী পত্নীৰ গৰ্ভত ১৩ টা ল'ৰা আৰু ছোৱালীৰ জন্ম হৈছিল। ১৮৬৮ চনৰ (নৱেম্বৰ মাহ) কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাৰ দিনাখন লক্ষ্মীনাথৰ জন্ম হৈছিল। তেওঁৰ মাতৃৰ নাম আছিল থানেশ্বৰী বেজবৰুৱানী। লক্ষ্মীনাথৰ জন্মৰ কাহিনীও আমোদজনক। দেউতাক দীননাথ বেজবৰুৱাই চৰকাৰী মুন্সিফৰ কাম কৰি নগৰে-চহৰে ভ্ৰমি

ফুৰিব লগা হৈছিল। লক্ষ্মীনাথৰ জন্মৰ সময়ত তেওঁ নগাঁৱৰ পৰা বৰপেটালৈ বদলি হৈছিল। সেই সময়ত দূৰ-দূৰণিলৈ আহ-যাহৰ বাবে জাহাজ বা নাৱেই আছিল উত্তম বাহন। দীননাথ বেজবৰুৱায়ো নগাঁৱৰ পৰা বৰপেটালৈ যাওঁতে নাৱেৰে গৈছিল। নাৱেৰে গৈ থাকোতে আঁহতগুৰি নামে ঠাইত 'লক্ষ্মী পূৰ্ণিমা'ৰ দিনাখনেই নাৱৰ ভিতৰত সৰিয়হৰ থৈলাৰ ওপৰতেই লক্ষ্মীনাথৰ জন্ম হয়। ভূমিষ্ঠ নহৈ নৌকাষ্ঠ হোৱা আৰু লক্ষ্মী পূৰ্ণিমাৰ দিনা জন্মলাভ কৰা বাবেই তেওঁৰ নাম লক্ষ্মীনাথ ৰখা হয়।

দীননাথ বেজবৰুৱাই চৰকাৰী চাকৰি কৰা বাবেই তেওঁৰ পৰিয়াল বৰপেটা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ, গুৱাহাটী আদি বিভিন্ন চহৰত কটাব লগা হৈছিল। লক্ষ্মীনাথেও নিজৰ পৰিয়ালৰ লগতেই অসমৰ বিভিন্ন ঠাইৰ বতাহ-পানী খাই ডাঙৰ হৈছিল। চাকৰি সংক্ৰান্তীয় কামত অ'ত-ত'ত ঠাই সলাই ফুৰিব লগা হ'লেও দীননাথ বেজবৰুৱা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰত অত্যন্ত নৈষ্ঠিক আছিল। সেইবাবেই লক্ষ্মীনাথেও সৰুৰে পৰা সেই নৈষ্ঠিকতা পালন কৰিব লগা হৈছিল। কিন্তু চোকা বুদ্ধিৰ লক্ষ্মীনাথ শৈশৱ আৰু কিশোৰত উদ্ধতালিতো এক নম্বৰ আছিল। এই সম্পৰ্কত লক্ষ্মীনাথৰ ভতিজা মাধৱচন্দ্ৰ বেজবৰুৱাই লিখিছে—"টাং গুটি, হাডু-ডুডু, গছ বগোৱা আদি খেল খেলিয়েই সেইকালৰ ল'ৰা লক্ষ্মীনাথে কাঠনিত কুঠাৰ লৈ সোমাবলৈ দেহাৰ বল বান্ধিছিল আৰু তিনিকুৰি পোন্ধৰ বছৰ বয়সলৈকে সেই ডেকাটি হেন হৈয়েই ডেকা তেজ সকলোকে দেখুৱাইছিল। সৰুকালত লক্ষ্মীনাথে বৰশী বোৱা, দল চেলাই মাছ মৰা, গছত উঠা, সাঁতোৰা, তামোল গছত বগোৱা, ভুব খেলা আদি বিদ্যাত অঘাইতং বুলি খ্যাতি আৰ্জিছিল। দিখৌ নৈৰ বুকুলৈ মাৰ নাৱত উঠি গৈ মাজ পানীত জাঁপ দি বুৰ মাৰি ওভতগোৰে নচা... সেইকালৰ ল'ৰা লক্ষ্মীনাথৰ দৈনন্দিন ক্ৰীড়া-কলাপত খেল স্বৰূপে আৰু ল'ৰালিকালৰ লীলা হিচাপে চলি আহিছিল আৰু আদহীয়া বয়সতো মাজে-সময়ে তেনে কাৰ্যত জাঁপ মাৰি পৰিবলৈ দেহাই নাটানিলেও মনে যে কল্‌কলাই আছিল, তাৰ সেই সময়ত লগত থকা জনেহে ভু-পাব পাৰিছিল।"

১৮৮৬ চনত দ্বিতীয় বিভাগত শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে আৰু কুৰিটকীয়া বৃত্তি লাভ কৰি কলিকতালৈ উচ্চ শিক্ষাৰ বাবে যায়গৈ। শিৱসাগৰত থকা কালত দুগৰাকী কৃতী শিক্ষকৰ অধীনত পঢ়া-শুনা কৰি অসমীয়াৰ বাহিৰেও ইংৰাজী আৰু সংস্কৃত বিষয়ত যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল।... লক্ষ্মীনাথক কলিকতালৈ পঠিয়াবলৈ একেবাৰে ইচ্ছা নাছিল পিতৃ দীননাথৰ। দীননাথৰ এই মতক সমৰ্থন জনাইছিল আন এগৰাকী ভাতৃ জগন্নাথ বেজবৰুৱায়ো; কাৰণ ইয়াৰ আগতে দুই পুত্ৰ গোবিন্দ

বেজবৰুৱা আৰু ডাক্তৰ গোপাল বেজবৰুৱাক কলিকতালৈ পঠিয়াই প্ৰায় হেৰুওৱাৰ দৰেই হৈছিল। এই দুয়োজনে পশ্চিমীয়া ধৰণ-কৰণেৰে চলি চাহাবৰ দৰে হৈ পৰিছিল, যিটো দীননাথৰ পছন্দ নহৈছিল। লক্ষ্মীনাথো কলিকতালৈ গৈ চাহাব হওক, সেয়া হ'বলৈ দিবলৈ দীননাথৰ ইচ্ছা নাছিল। কিন্তু লক্ষ্মীনাথৰ হকে ওকালতি কৰি দুই ককায়েক গোবিন্দ আৰু বিনন্দই একপ্ৰকাৰ টানি নিয়াৰ দৰেই লক্ষ্মীনাথক কলিকতা পোৱাইছিল।

কলিকতালৈ গৈ প্ৰথমতে কালিঘাটৰ এঘৰ পৰিয়ালত থাকি ৰিপন কলেজত লক্ষ্মীনাথে নাম লিখায়। কিন্তু আন পৰিয়ালত থাকি পঢ়া-শুনা কৰিবলৈ অসুবিধা হৈছিল; বিশেষকৈ 'বঙালী খাদ্য' খাই তেওঁৰ শৰীৰত অসুখে লম্ভিছিল বুলি শুনা যায়। সেইবাবেই পঢ়া-শুনা এৰি শিৱসাগৰত তিনি মাহ কাল থাকেহি। কিন্তু ভাগ্যৰ কি পৰিহাস, যি বঙালী খাদ্য তেওঁৰ শৰীৰে সহা নাছিল, পাছত এগৰাকী বঙালী ছোৱালীক বিয়া কৰাই গোটেই জীৱনকাল বঙালী খাদ্য(!) খায়েই জীৱন-ধাৰণ কৰিব লগা হৈছিল।

শিৱসাগৰৰ পৰা পুনৰ কলিকতালৈ উভতি গৈ এইবাৰ চিটি কলেজত নামভৰ্তি কৰিলে। থাকিবলৈ ল'লে অসমীয়া ছাত্ৰৰ মেছত। বন্ধু হিচাপে লক্ষ্মীনাথে মেছত লগ পালে সেই সময়ত কলিকতাত পঢ়ি থকা ৰমাকান্ত বৰকাকতি আৰু ঘনশ্যাম বৰুৱাক (পাছত মন্ত্ৰী, ৰায়বাহাদুৰ)। তাৰ কিছুদিনৰ পাছতে গুণাভিৰাম বৰুৱা পৰিয়ালৰ লগত লক্ষ্মীনাথৰ ঘনিষ্ঠতা বাঢ়ে। সাহিত্যৰ প্ৰতি তেওঁৰ অনুৰাগো ক্ৰমশঃ তীব্ৰতৰ হয়। সেই সময়তে তেওঁৰ কলিকতাৰ বিভিন্ন মেছত সাহিত্য অনুৰাগী বহু ছাত্ৰৰ স'তে সান্নিধ্য ঘটে। সেইসকলৰ ভিতৰত সত্যনাথ বৰা, ৰাধাকান্ত সন্দিকৈ, কালিকান্ত বৰকাকতি, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী অন্যতম। সেই সময়তে গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু' কাকতখন বন্ধ হয়। অসমীয়া সাহিত্য-সংস্কৃতি প্ৰকাশৰ মাধ্যমস্বৰূপ তেনে উচ্চ পৰ্যায়ৰ কাকত এখন বন্ধ হোৱাত সকলো চিন্তিত হয়।

১৮৮৮ চনত কলিকতাত জন্ম পোৱা 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ অন্যতম পৃষ্ঠপোষক আছিল লক্ষ্মীনাথ বেজবৰুৱা। সেই সময়ত কলিকতাত পঢ়ি থকা এদল ছাত্ৰই সংকল্প গ্ৰহণ কৰিছিল যে যিকোনো প্ৰকাৰে অসমীয়া ভাষা-সাহিত্যক শক্তিশালী ৰূপ দি অন্যান্য ভাৰতীয় ভাষা-সাহিত্যতকৈও আগবঢ়াই নিব। অসমৰ সকলো শিক্ষানুষ্ঠানতে অসমীয়া ভাষাৰ প্ৰচলন, পুৰণি পুথি প্ৰকাশ, শুদ্ধ ব্যাকৰণ আৰু বৰ্ণবিন্যাসৰ প্ৰচলন আদি বহুকেইটা উদ্দেশ্য আগত ৰাখি 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ জন্ম হয়। ১৮৮৯ চনৰ জানুৱাৰীত লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ প্ৰচেষ্টাত জন্ম হয় 'জোনাকী' কাকতৰ। এই কাকতখনে অসমীয়া

ভাষা-সাহিত্যলৈ স্নিগ্ধ পোহৰ বিলায়। 'জোনাকী' কাকতখনৰ তৃতীয় আৰু চতুৰ্থ বৰ্ষৰ সম্পাদক আছিল লক্ষ্মীনাথ। তেওঁৰ দিনত 'জোনাকী'য়ে বিশেষ পৰিপক্কতা লাভ কৰা বুলি ক'ব পৰা যায়।

১৮৯০ চনত বি এ পৰীক্ষা দি বেজবৰুৱা ঘৰলৈ আহে। ঘৰতেই তেওঁ বি এ পাছ কৰা খবৰ পালে। বি এ পাছ কৰি কি কৰিব, কি নকৰিব আদি চিন্তা-ভাৱনা কৰি থাকোতে ইংৰাজ গৱৰ্ণমেণ্টে তেওঁক তিনিবাৰকৈ হাকিম পদ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰে। কিন্তু লক্ষ্মীনাথে বাৰে বাৰে সেই অনুৰোধ প্ৰত্যাখ্যান কৰে। পাছত এই সম্পৰ্কত 'মোৰ জীৱন সোঁৱৰণ'ত তেওঁ লিখিছে—"হাকিমী পদ গ্ৰহণ নকৰি ভালকে কৰিলো নে 'অহন্মকী'কে কৰিলো, আজি মই নকওঁ। লোকে মোৰ স্বভাৱৰ বিষয়ে কি বিশেষণ কৰি থৈছে, মই ক'ব নোৱাৰো। কিন্তু মই নিজে যিটো কৰি থৈছো, সেইটো শুধেই হওক বা অশুধেইহওক মই কওঁ, যথা— মই গোঁড়োৰা স্বভাৱৰ মনুষ্য। স্বাধীনতাহীনতকৈ মন শ্ৰেষ্ঠতৰ বুলি সদায় ভাবি আহিছো। মোৰ যেতিয়া অন্তৰত গুহ্যাতিগুহ্যৰ পৰা এই ভাব আৰু সংকল্প ওলাইছিল যে মই স্বাধীনভাৱে পৰিশ্ৰম কৰি ভাত এমুঠি খাম, পৰৰ গোলামি কৰি নহয়।... স্বাধীন ব্যৱসায় বা চেষ্টাত মই যদি বৰ ডাঙৰ হ'ব পাৰো ভালেই. নহ'লে নাই।".....

এই স্বাধীন চিন্তা-চৰ্চাই লক্ষ্মীনাথক বহু ওপৰলৈ লৈ গৈছিল। ব্যৱসায়ী হিচাপে তওঁ সফল হৈছিল নে নাই পাছৰ কথা, কিন্তু ব্যৱসায়মুখী অসমীয়াসকলৰ বাবে তেওঁ প্ৰেৰণা হ'ব পাৰিছিল। তদুপৰি প্ৰবাসত থাকি ব্যৱসায় কৰি তেওঁ স্বাধীনভাৱে লিখা-মেলা কৰিছিল, ব্যঙ্গ কৰিছিল, ভাষা-সংস্কৃতিৰ মোল নুবুজাসকলক নাঙঠ হৈ যোৱাকৈ গালি পাৰিছিল। তেওঁৰ অহৰহ চিন্তা আছিল অসমীয়া ভাষা-সাহিত্যক কেনেকৈ উচ্চতাৰ শিখৰলৈ নিব পাৰি...। অৱশ্যে লক্ষ্মীনাথৰ এই সকলোবোৰ প্ৰচেষ্টাই অথলে যোৱা নাছিল। অসমীয়া জাতিটোৰ উন্নতিৰ বাবে সাহিত্য ৰচনাৰ যোগেদি ফুটি উঠা তেওঁৰ ব্যগ্ৰতা, আন্তৰিক ইচ্ছাই সুদূৰপ্ৰসাৰীভাৱে ক্ৰিয়া কৰিছিল অসমীয়া জনমানসত, ফলত বহুতেই নিজৰ অলসতা আৰু হীনমন্যতা ধুই পেলাইছিল কৰ্মস্পৃহা আৰু একাগ্ৰতাৰ বিশুদ্ধ নিৰ্মল পানীৰে।

বি এ পাছ কৰি লক্ষ্মীনাথে ৰিপন কলেজৰ এম এ আৰু ল শ্ৰেণীত নাম ভৰ্তি কৰিলে। এম এ পঢ়ি থকাকালত তেওঁ 'জোনাকী' কাকতখনৰো সম্পাদক হয়। সেই সময়তে ২৩ বছৰ বয়সত কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ হেমেন্দ্ৰ নাথৰ কন্যা প্ৰজ্ঞাসুন্দৰী দেৱীক বিয়া কৰায় লক্ষ্মীনাথে। ঠাকুৰ পৰিয়ালৰ স'তে তেওঁ সম্পৰ্কত আহিছিল চন্দ্ৰ কুমাৰৰ জৰিয়তে। চন্দ্ৰ কুমাৰে লক্ষ্মীনাথৰ বিয়াৰ ঘটকালি কৰিছিল। যিজন লোকে অসমীয়া ভাষা-সংস্কৃতি-

সাহিত্যৰ বাবে জীৱন উছৰ্গা কৰিবলৈ বদ্ধপৰিকৰ, তেনে এজন লোকে অসমীয়া ছোৱালী বিয়া কৰোৱা নাই বুলি সৰ্বত্ৰতে তীব্ৰ সমালোচনাৰ সন্মুখীন হৈছিল লক্ষ্মীনাথ। কিন্তু এই সমালোচনাৰ উত্তৰ লক্ষ্মীনাথে দিছিল অতি বুদ্ধিমত্তাৰে। বেজবৰুৱাই লিখিছিল—“অনেকে নাজানে যে কলিকতাত ঠাকুৰ বংশৰ উপৰি পুৰুষ বিখ্যাত পুৰুষোত্তম বিদ্যাবাগীশে কোঁচবিহাৰৰ ৰাজসভাত থাকি অসমত প্ৰচলিত ‘ৰত্নমালা ব্যাকৰণ’ লিখিছিল।” অৰ্থাৎ পুৰণি অসমীয়া পৰিয়ালৰে সম্লন দেবেন্দ্ৰ নাথ বা তেওঁৰ পুত্ৰ হেমেন্দ্ৰ নাথ, ৰবীন্দ্ৰনাথ ঠাকুৰ আদি।

এম এ আৰু ল দুয়োটা পৰীক্ষাতে লক্ষ্মীনাথ অকৃতকাৰ্য হ'ল। এই সম্পৰ্কত তেওঁৰ প্ৰতি অন্যায় কৰা হৈছে বুলি বেজবৰুৱাই কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ বিৰুদ্ধে মোকৰ্দমা তৰে। কিন্তু এই চাঞ্চল্যকৰ মোকৰ্দমাত তেওঁ পৰাজয়বৰণ কৰে।

ব্যৱসায়ী হিচাপেই স্বাধীনচিতীয়া বেজবৰুৱাই কৰ্ম জীৱন আৰম্ভ কৰিছিল। সেই সময়ৰ অসমীয়া ব্যৱসায়ী ভোলানাথ বৰুৱাৰে লগ লাগি লক্ষ্মীনাথে প্ৰথমতে কপাহৰ, পাছত কাঠৰ কাৰবাৰত যোগ দিয়ে। ব্যৱসায়ত যথেষ্ট লাভ কৰি দুয়োজনে কলিকতাৰ হাওৰাত এক অট্টালিকা লৈ ডাঙৰ কাৰবাৰ চলাবলৈ ধৰিলে। অৱশ্যে পাছত ১৯০৪ চনত ভোলানাথ আৰু লক্ষ্মীনাথৰ মাজত মনোমালিন্য ঘটাত এই যৌথ ব্যৱসায় বন্ধ হয়। তাৰ পাছত বাৰ্ড নামৰ ইংৰাজ কোম্পানী এটাৰ তলতো লক্ষ্মীনাথে কিছুদিন কাৰবাৰ কৰে, তেওঁ সম্বলপুৰতো কাঠৰ ব্যৱসায় কৰে। বেজবৰুৱাই ব্যৱসায় যোগে যথেষ্ট অৰ্থ-সম্পত্তি কৰিব নোৱাৰিলেও, কেতিয়াও বিপদত নপৰাকৈ জীৱন-নিৰ্বাহ কৰি গৈছিল। কাৰণ ধন ঘটা তেওঁৰ জীৱনৰ উদ্দেশ্য নাছিল, তেওঁৰ একমাত্ৰ চিন্তা আছিল সাহিত্য সেৱাহে।

বেজবৰুৱা ৰচিত সাহিত্যই অসমীয়া ভাষা-সাহিত্যৰ শ্ৰেষ্ঠত্বৰ মৰ্যাদা দাবী কৰিব পাৰে। অসমীয়া জাতিৰ সাধাৰণ ৰীতি-নীতিবোৰকেই তেওঁৰ বৈচিত্ৰ্যপূৰ্ণ সাহিত্যৰ বিষয়বস্তু হিচাপে তেওঁ স্থান দিছিল। অতি সহজ-সৰল ভাষাত লিখিছিল বাবে অসমীয়া সাহিত্যমোদীৰ অন্তৰ তেওঁ সহজে স্পৰ্শ কৰিব পাৰিছিল। ১৯১০ চনৰ পৰা তেওঁ ‘বাঁহী’ নামৰ বিখ্যাত আলোচনীখন সম্পাদনা কৰিবলৈ লয়। এই কালছোৱাতে তেওঁ প্ৰায়খিনি পুথি লিখি ছপা কৰি উলিয়ায়। সেইবোৰৰ ভিতৰত ‘লিতিকাই’, ‘জোনবিৰি’, ‘বাখৰ’, ‘সুৰভি’, ‘জুনুকা’, ‘কদম-কলি’, ‘জয়মতী কুঁৱৰী’, ‘পদুম কুঁৱৰী’, ‘বুঢ়ী আইৰ সাধু’, ‘ভাৰত বুৰঞ্জী’, ‘কামত কৃতিত্ব লভিবৰ সংকেত’, ‘শ্ৰীমদ্ভাগৱত গীতা’, ‘শ্ৰীশঙ্কৰদেৱ’, ‘শ্ৰীমাধৱদেৱ’ আদিৰ নাম ল'ব পাৰি।

লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্যৰ বহুখিনি হাস্যৰসাত্মক। চন্দ্ৰপ্ৰসাদ

শইকীয়াই 'গৰীয়সী'ৰ পাতত লিখিছে—"প্ৰকৃততে গভীৰ চিন্তাশীল লেখকেহে সাৰ্থক হাস্যৰস আৰু শ্লেষৰ সৃষ্টি কৰিব পাৰে। তেওঁলোকৰ উদ্দেশ্য হ'ল সেইবোৰৰ যোগেদি সমাজক শুদ্ধ কৰা আৰু এক শ্ৰেণীৰ লোকৰ ভুলবোৰ দেখুৱাই শুধৰাই তেওঁলোকক সমাজৰ সৰ্বাঙ্গীণ হিতৰ বাবে নিয়োগ কৰা। অসমীয়া সমাজৰ ঘাই ভিত্তি বৈষ্ণৱ সাহিত্য আৰু চিন্তাক পুনৰ আৱিষ্কাৰ কৰি সঙ্গতিবিহীন বৰ্তমানৰ অসমীয়া সমাজক উদ্বুদ্ধ কৰা আৰু হাস্যৰসাত্মক ৰচনাবাজিৰ লক্ষ্য হ'ল ইংৰাজী শিক্ষা পাই বিদেশী আদব-কায়দা শিকি অসমীয়া জাতীয় জীৱনৰ পৰা আঁতৰি অহা এক শ্ৰেণীৰ লোকক বৃহত্তৰ কামৰ বাবে প্ৰস্তুত কৰা আৰু সমাজৰ অন্ধবিশ্বাসবোৰৰ নিৰ্মূল সাধন কৰি সমাজক শুদ্ধ কৰা ।..." বেজবৰুৱাৰ ব্যঙ্গ ৰচনা 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা', 'কৃপাবৰ বৰুৱাৰ ওভতনি' আদিয়ে অসমীয়া কৰ্ম-সংস্কৃতিহীন সমাজৰ চৰিত্ৰ উদঙাই দেখুৱাইছিল আৰু সমাজৰ অপশক্তিবোৰৰ পৰা আঁতৰত থাকিবলৈ মানুহক উদ্‌গনি দিছিল।

উৰিষ্যাৰ সম্বলপুৰৰ হাবিত সোমায়ো তেওঁ অহৰহ অসমীয়া ভাষা-সাহিত্য আৰু সমাজৰ কথা চিন্তা কৰিছিল। অৱশ্যে তেওঁ য'তে নাথাকক কিয়, সেয়া লাগে কলিকতাই হওক বা সম্বলপুৰেই হওক, এই সকলো ঠাইৰ ৰাজহুৱা অনুষ্ঠানবোৰৰ মুখ্য ব্যক্তি হৈ পৰিছিল। কিন্তু কোনো ঠাইতে অসমীয়া ভাষা-সংস্কৃতিৰ বিৰূপ সমালোচনা সহ্য কৰিব নোৱাৰিছিল। তেওঁৰ খুৰা শহুৰ বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ স'তে এই সম্পৰ্কত বিৰাট এক তৰ্কযুদ্ধতো অৱতীৰ্ণ হৈছিল। বেজবৰুৱাৰ হাতত পৰাজিত হৈ শেষত ৰবীন্দ্ৰনাথে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল যে অসমীয়া ভাষা-সাহিত্য বঙালীৰ পৰা সম্পূৰ্ণ বেলেগ আৰু উচ্চ মৰ্যাদাসম্পন্ন। সেইবাবেই ৰবীন্দ্ৰনাথে বেজবৰুৱাৰ মৃত্যুৰ পাছত দিয়া এক বক্তব্য আছিল—"ভারতবর্ষের প্রত্যেক প্রদেশে তাহার আপন ভাষার পূর্ণ ঐশ্বর্য উদ্ভাসিত হইলে তবেই পরস্পরের মধ্যে নিজের শ্রেষ্ঠ অর্ঘ্যের দান-প্রতিদান সার্থক হইতে পারিবে এবং সেই উপলক্ষেই শ্রদ্ধা-সমন্বিত ঐক্যের সেতু প্রতিষ্ঠিত হইবে। লক্ষ্মীনাথ বেজবরুয়ার জীবনে এই স্বতন্ত্রিত ছিল। মৃত্যুর মধ্যে দিয়া তাহার এই প্রভাব বল লাভ করুক, এই কামনা করি।"

১৯৩৩ চনত বৰোদাৰ গাইকোৱাড়ৰ দ্বাৰা আমন্ত্ৰিত হৈ বেজবৰুৱাই 'ভাৰতত বৈষ্ণৱ ধৰ্মৰ বুৰঞ্জী' আৰু 'শ্ৰীকৃষ্ণৰ ৰাসলীলা' নামৰ দুটা অতি চিন্তাশীল বক্তৃতা প্ৰদান কৰিছিল। বৰোদাৰ যুৱৰাজে এই দুয়োটা বক্তৃতাত অভিভূত হৈ সেয়া বিভিন্ন ভাষাত ছপাই প্ৰচাৰ কৰিছিল। তদুপৰি ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন দিয়া বেজবৰুৱাই এলাহাবাদত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনলৈ অসমৰ প্ৰতিনিধি হিচাপে গৈ মুকলি সভাত বক্তৃতা

দিছিল। এনেদৰে বক্তৃতা দিয়া বেজবৰুৱাই প্ৰথম অসমীয়া। 'আমি অসমীয়া নহও দুখীয়া', 'অ' মোৰ আপোনাৰ দেশ' আদি অতি কালোত্তীৰ্ণ কবিতা লিখি অসমীয়া ভাষা-সাহিত্য আৰু সমাজক সাহসেৰে আগুৱাই যাবলৈ প্ৰেৰণা যোগোৱা বেজবৰুৱাৰ মৃত্যু হয় ১৯৩৮ চনৰ ২৬ মাৰ্চত ডিব্ৰুগড়ৰ তেওঁৰ মাজু জোঁৱায়েকৰ ঘৰত। প্ৰবাসত ব্যৱসায় কৰিলেও অসমত জন্ম আৰু অসমতেই মৃত্যুবৰণ কৰা বেজবৰুৱাই অহৰহ অসমীয়াক স্বাধীন মনোভাবৰ আৰু পৰিশ্ৰমী হ'বলৈ উদ্‌গনি দিছিল। মৃত্যুৰ সময়ত তেওঁ পত্নী প্ৰজ্ঞাসুন্দৰী দেৱী (ৰন্ধন প্ৰণালীৰ বহু গ্ৰন্থৰ লেখিকা), তিনিজনী কন্যা— অৰুণা মুখাৰ্জী, ৰত্নাবলী বৰুৱা আৰু চিৰকুমাৰী দীপিকা বেজবৰুৱাক এৰি থৈ গৈছিল। আৰু অসমীয়া ৰাইজলৈ এৰি থৈ গৈছিল বুজন সংখ্যক সাহিত্য সম্ভাৰ। যিবোৰে আমাক কাহানিও 'দুখীয়া' হ'বলৈ নিদিয়ে। অৱশ্যে দুখীয়া নোহোৱাৰ চৰ্তও বেজবৰুৱাই নৱ-প্ৰজন্মক দি থৈ গৈছে। সেয়া হ'ল—"স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গল মন্দিৰৰ সিংহ দুৱাৰ মাতৃভাষা।" লগতে ব্যৱসায়-বাণিজ্য.....।



# পদ্মনাথ গোহাঞিবৰুৱা

সুযোগ্য পিতৃৰ সুযোগ্য সন্তান পদ্মনাথ গোহাঞিবৰুৱা। মাথো পিতৃয়েই নহয়, গোহাঞিবৰুৱাৰ বংশ পৰম্পৰাও চকুত লগা। ত্ৰয়োদশ শতিকাত চুকিনফা স্বৰ্গদেৱৰ ৰাজমন্ত্ৰী থাওৰুৰু বুঢ়াগোহাঞিৰ পুত্ৰ বকুল ওৰফে কুন্‌কাই গোহাঞি ডেকাবৰুৱাই এই বংশৰ আদি পুৰুষ। পদ্মনাথৰ ককাক কিনাৰাম গোহাঞি ডেকাবৰুৱা আছিল শিৱসাগৰ জিলাৰ জাঁজী নিবাসী। অসমলৈ প্ৰথমবাৰ 'মান' আহোতে মৰাণ সেনাৰ নায়ক হৈ যুদ্ধ কৰোতে কিনাৰামক হত্যা কৰা হৈছিল। সেই বছৰতে পদ্মনাথৰ পিতৃ ঘিণাৰামৰ জন্ম হৈছিল, জন্মৰ তিনি বছৰৰ পাছতেই ঘিণাৰামৰ মাতৃৰো মৃত্যু হ'ল। তাৰ কেইবছৰমানৰ পাছত ককায়েক, বিশেষকৈ বৌয়েকৰ উৎপাতত থাকিব নোৱাৰি গদাধৰ শৰ্মা নামেৰে এগৰাকী বন্ধুৰ লগত ঘিণাৰাম গুচি গৈছিল উত্তৰ লক্ষীমপুৰলৈ। গদাধৰ শৰ্মাৰ দেউতাক লক্ষীমপুৰ থানাৰ দাৰোগা (বামুণ দাৰোগা) আছিল। এই পুৰুষজনেই ঘিণাৰামৰ অভিভাৱক হৈ পৰে। কিছু পঢ়া-শুনা কৰি ১৮৪৯ চনত ঘিণাৰামো পুলিচৰ চাকৰিত সোমায় আৰু ১০ বছৰতে পাঁচটা পদোন্নতি লাভ কৰে। পুলিচ বিষয়াৰ চাকৰি এৰি ১৮৬২ চনত কাকতিৰ কামত সোমায় আৰু দুবছৰ সেই কাম দক্ষতাৰে চলোৱাৰ পাছত ঘিণাৰাম গোহাঞিবৰুৱা 'নকৰী' মৌজাৰ মৌজাদাৰ হয়। লাহে লাহে তেওঁ একেলগে তিনিটা মৌজাৰ মৌজাদাৰ হয় আৰু লক্ষীমপুৰৰ ভিতৰত সবাতোকৈ প্ৰতিপত্তিশালী আৰু জনপ্ৰিয় ব্যক্তি হৈ উঠে।

ঘিণাৰাম গোহাঞিবৰুৱাই দুগৰাকী পত্নী বিয়া কৰাইছিল আৰু প্ৰত্যেকগৰাকীৰ পৰা চাৰিটাকৈ ল'ৰা, চাৰিজনীকৈ ছোৱালী লাভ কৰি মুঠ ১৬ গৰাকী ল'ৰা-ছোৱালীৰ পিতৃ হৈছিল। অৱশ্যে অকালতে চাৰি পুত্ৰ আৰু চাৰি কন্যাৰ বিয়োগ হোৱাত তেওঁৰ বাকী চাৰি পুত্ৰ আৰু চাৰি কন্যাহে থাকেগৈ। বিভিন্ন শিক্ষানুষ্ঠান আৰু অনুষ্ঠান-প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত অগ্ৰণী পুৰুষ এইজনা ঘিণাৰাম গোহাঞিবৰুৱাৰে পুত্ৰ পদ্মনাথ গোহাঞিবৰুৱা। পদ্মনাথ গোহাঞিবৰুৱাৰ নুমলীয়া ভগ্নী নাৰায়ণীক বিয়া কৰাইছিল বিখ্যাত দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে। সেই সূত্ৰে বিখ্যাত প্ৰাচ্যতত্ত্ববিদ কৃষ্ণকান্ত সন্দিকৈ আছিল পদ্মনাথৰ ভাগিন।

১৮৭১ চনৰ ২৪ নৱেম্বৰত উত্তৰ লক্ষীমপুৰৰ নকৰী মৌজাৰ নকৰী

গাঁৱত পদ্মনাথ গোহাঞিবৰুৱাৰ জন্ম। স্থানীয় পাঠশালাতে তেওঁ বিদ্যাৰম্ভ কৰে আৰু সেই পাঠশালাৰ পৰা উত্তীৰ্ণ হৈ ছাত্ৰবৃত্তি স্কুলত নাম লগায়। ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ শিৱসাগৰ হাইস্কুলত সেইকালৰ তৃতীয় শ্ৰেণীত (আজি-কালি অষ্টম শ্ৰেণী) নাম লগায়। এণ্ট্ৰেন্স পৰীক্ষাত বহাৰ আগৰ বছৰটোত তেওঁক বৰ মৰম কৰোতা হেডমাষ্টৰ চন্দ্ৰমোহন গোস্বামী কহিমা হাইস্কুললৈ বদলি হোৱাত পদ্মনাথেও হাইস্কুলীয়া শিক্ষা গ্ৰহণৰ শেষৰটো বছৰ কহিমা হাইস্কুলত পঢ়েগৈ। ১৮৯০ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা কহিমা হাইস্কুলৰ প্ৰথমগৰাকী ছাত্ৰই আছিল পদ্মনাথ গোহাঞিবৰুৱা।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাই শিৱসাগৰ, লক্ষীমপুৰত চাকৰি কৰা কালত লক্ষ্মীনাথ (বয়সত তিনি বছৰে ডাঙৰ হ'লেও) হৈছিলগৈ পদ্মনাথৰ বন্ধু। এইগৰাকী অগ্ৰজ বন্ধুৰ সৈতেই ১৮৯০ চনত শিৱসাগৰৰ পৰা কলিকতালৈ উচ্চ শিক্ষাৰ বাবে গৈছিল পদ্মনাথ গোহাঞি-বৰুৱা। কলিকতাত প্ৰথমে ৰিপন কলেজ, জেনেৰেল এছেম্বলী, ইনষ্টিটিউচন কলেজ, চিটি কলেজ আদি বিভিন্ন কলেজ সলোৱাৰ পাছতো বিভিন্ন বাধা-বিপত্তিৰ সন্মুখীন হৈ এফ এ বা ওকালতি কোনো এটা পৰীক্ষাই দিয়া নহ'লগৈ পদ্মনাথৰ। সেই সময়ত তেওঁ ২৩ বছৰ বয়সত সোমাইছিল। 'মোৰ সোঁৱৰণী' নামৰ আত্মজীৱনীত পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে—"কলিকতাৰ পৰা দেখাত শুদাহাতেই উলটিলো বুলিও নেদেখাকৈ কাষলতিৰ তলত মোৰ মাতৃভাষা আৰু জাতীয় সাহিত্য সম্ভাৰৰ কঠীয়াৰ টোপোলা এটি অতি সন্তৰ্পণে লুকুৱাই লৈ আহিছিলো; সিয়ে মোক ওৰে বাটে হতাশাত আশাৰ সঞ্চাৰ দি উলাহিতকৈ আনিছিল। ঘৰলৈ ওলটি আহি হতাশে জঁয় পেলাবলৈ নৌপাওঁতেই মোৰ সেই সাহিত্যিক টোপোলা মেলি লৈ দৃঢ়চিত্তেৰে স্বজাতীয় সাহিত্য চৰ্চাত একাণপতীয়াকৈ লাগি গ'লো। দেখিলো, সেয়ে মোৰ ভৱিষ্যৎ জীৱন পোহৰোৱাত সুবিমল আভাস দিবলৈ ধৰিলে।"

পদ্মনাথক সাহিত্যত নিচা বহুৱালে 'জোনাকী' কাকতখনে। কলিকতালৈ গৈ তেওঁ এই কাকতখনৰ সৈতে জড়িত হৈ পৰে। লিখাৰ ক্ষেত্ৰতো তেওঁৰ হাত পকিবলৈ ধৰে। সেই সময়তে কৃষ্ণপ্ৰসাদ দুৱৰাই 'বিজুলী' নামৰ কাকতখন প্ৰকাশ আৰু সম্পাদনা কৰিবলৈ লয়। পদ্মনাথ কৃষ্ণপ্ৰসাদৰ অন্যতম সহযোগী হয়গৈ। প্ৰথম বছৰটো পূৰ্ণ কৰি দ্বিতীয় বছৰটোৰ দুটা সংখ্যা বাহিৰ হৈছিলহে. সেই সময়তে কৃষ্ণপ্ৰসাদ দুৱৰা কলিকতাৰ পৰা ঘৰলৈ একেবাৰে গুচি আহিবলগীয়া হ'ল। 'বিজুলী' চলোৱাৰ কাৰ্যভাৰ এইবাৰ পদ্মনাথৰ ওপৰত পৰিল। কাৰণ এনে এখন কাকত দুবছৰ পূৰ্ণ নৌহওঁতেই মৃত্যুমুখত পৰিব, এই কথা তেওঁ সহ্য কৰিব নোৱাৰিলে। একাণপতীয়াকৈ 'বিজুলী'ৰ সম্পাদনা

আৰু প্ৰকাশৰ কামত লাগিল। 'বিজুলী'ৰ আৰ্থিক অৱস্থা একেবাৰে তথৈবচ। ছাত্ৰ পদ্মনাথৰো একেবাৰে হাহাকাৰ অৱস্থা, তথাপি অসীম দুখ-কষ্টেৰে 'বিজুলী'ক তিনি বছৰলৈ জীয়াই ৰাখিলে পদ্মনাথে।

গোহাঞিবৰুৱাই যি সময়ত প্ৰাথমিক বিদ্যালয়ত পঢ়িছিল, সেই সময়ৰে পৰা কলিকতাত পঢ়া-শুনা কৰি অহালৈ অসমৰ স্কুল-আদালতত বঙালী ভাষা প্ৰচলিত আছিল। অৱশ্যে চৰকাৰে পদ্মনাথৰ জন্মৰ পাছৰটো বছৰৰ পৰাই অসমত অসমীয়া ভাষাৰ প্ৰচলন হ'ব বুলি কাগজে-কলমে ঘোষণা কৰিছিল। কিন্তু অসমৰ স্কুল-আদালতত বেছিভাগ বঙালী লোকেই কাম কৰি থকাৰ বাবেও এই ভাষাক আঁতৰোৱাটো ইমান সহজসাধ্য নাছিল। পদ্মনাথেও সৰুৰে পৰা বঙালী ভাষাতেই অধ্যয়ন কৰি আহিছিল। কলেজত মাজতে তেওঁ সংস্কৃত আৰু হাইস্কুলীয়া দিনৰে পৰা ইংৰাজী ভাষাতো কিছু পাৰ্গত হৈ উঠিছিল। কিন্তু অসমীয়া ভাষাৰ ক্ষেত্ৰত তেওঁ বিশেষ ব্যুৎপত্তি লাভ কৰিছিল নিজৰ গুণত, অসমত সেই সময়ত সাহিত্য চৰ্চা কৰা আনকেইজন ছাত্ৰৰ দৰেই।

এণ্ট্ৰেন্স পাছ কৰাৰ কেইমাহমান পাছতেই যেতিয়া কলিকতাত পদ্মনাথ 'বিজুলী'ৰ সহযোগী হয়গৈ, সেই বছৰটোতে (১৮৯০) 'বিজুলী'ত ছোৱা-ছোৱাকৈ প্ৰকাশ পাবলৈ ল'লে 'ভানুমতী' উপন্যাসখন। এইখনেই অসমীয়া সাহিত্যৰ প্ৰথম উপন্যাস। তাৰ পাছত কলিকতাত থকাৰ তৃতীয়টো বছৰত 'ফুকন এণ্ড মজিন্দাৰ কোম্পানী'ৰ পৰা ছপা হৈ ওলাল 'লাহৰী' নামেৰে পদ্মনাথৰ দ্বিতীয় উপন্যাস। অৱশ্যে কিতাপ আকাৰে প্ৰকাশ পোৱা অসমীয়া ভাষাৰ এইখনেই প্ৰথম উপন্যাস।

কলিকতাৰ পৰা উভতি আহিয়েই পদ্মনাথে জাতীয় পুনৰুত্থানৰ বাবে চেষ্টা চলালে। এই সম্পৰ্কত 'মোৰ সোঁৱৰণী'ত তেওঁ লিখিছে—"আগৰ দিনৰ অসমীয়া জাতিৰ গৌৰৱৰ মূল শক্তি আহোম জাতিয়ে খচকাত জঁয় পৰা দুবৰিবনৰ দৰে পুনৰপি মূৰ দাঙি উঠিব কেনেকৈ, সেই বিষয়ক ভাবনা মোৰ অন্তৰত বকবককৈ উতলিবলৈ ধৰিলে।... সেই উদ্দেশ্যে মই পদ্মনাথ গোহাঞি ফুকন ডাঙৰীয়াক সাৰথিকৈ লগত লৈ 'বতাহী' হাতীৰে সৈতে ভালেমান আহোম গাঁও ফুৰি গাঁৱে গাঁৱে গোটাদিয়েক কেন্দ্ৰত ডেকা, আদহীয়া আৰু বুঢ়া-মেথা আহোমবৰ্গক গোটাই লৈ লাগতিয়াল বুজনি বক্তৃতা দি থৈ উলটি আহি এদিন শিৱসাগৰ টাউনৰ ছোৱালী স্কুলঘৰত এখন ডাঙৰ আহোম সভা পাতিলো। সেই সভাত আহোমৰ পুনৰুত্থানৰ অৰ্থে ভালেমান সজ পন্থা আঁচি দেখুৱাই এটি উতঙ্গনি বক্তৃতাৰে সৈতে সমবেত জাতিবৰ্গৰ সবল সহযোগিতা লাভ কৰি সেই ছেগতে 'আহোম সভা' এখন সেইদিনাই প্ৰতিষ্ঠা কৰিলোঁহক। সেইখনেই পোন প্ৰথম 'আহোম সভা' আৰু সিয়েই পাছত 'অসম

এছ'চিয়েছন'ৰ আৰ্হিৰে তাৰ ছাঁতে আশ্ৰয় লৈ 'আহোম এছ'চিয়েছন' নামেৰে জিলিকি উঠে।... সেই আদি আহোম সভা ১৮১৫ শক (১৮৯৩ চন)ত প্ৰতিষ্ঠিত হয় আৰু সেই আদিৰে পৰা মই কেন্দ্ৰীয় আহোম এছ'চিয়েছনবিলাকৰ জেনেৰেল ছেক্ৰেটৰীৰ বিষয়-বাব একেহাৰে দুকুৰি বছৰ চলাই আহিছিলো। ১৯৪১ চনৰ পৰা 'সদৌ অসম আহোম এছ'চিয়েছন'ৰ নিগাজি সভাপতিৰ বিষয়-বাব বহন কৰি আছো।..."

১৮৯৪ চনত কহিমা চৰকাৰী হাইস্কুলৰ হেডমাষ্টৰৰ পদ খালী হোৱাত পদ্মনাথে সেই পদত নিযুক্তি পালে। তাৰ দুই বছৰমানৰ পাছত তেজপুৰৰ নৰ্মাল স্কুললৈ হেডমাষ্টৰ ৰূপে বদলি হ'ল (১৮৯৬)। সেই কামত থাকোতেই তেওঁ দেশী কচৰৎ শিক্ষাৰ প্ৰশিক্ষণৰ বাবে জব্বলপুৰলৈ গ'ল। জব্বলপুৰৰ পৰা ঘূৰি আহি কেইমাহমান শিক্ষকতা কৰি মঙলদৈত অস্থায়ীৰূপে তহছিলদাৰ (খাজনা তোলা বিষয়া) হিচাপে নিযুক্তি পালে। তহছিলদাৰী কাম শেষ হোৱাৰ পাছত তেওঁ পুনৰ শিক্ষক হ'বলৈ ওলাল। তেতিয়ালৈ তেওঁৰ হেডমাষ্টৰী শেষ হৈছিল। কাৰণ নৰ্মাল স্কুলবোৰ হাইস্কুলবোৰৰ সৈতে একেলগে কৰা হৈছিল। সেইবাবে তেওঁ তেজপুৰ হাইস্কুলৰ মাষ্টৰ হ'লগৈ। কিছুদিনৰ পাছত তেওঁক তেজপুৰৰ পৰা যোৰহাটলৈ বদলি কৰা হয়। যোৰহাটত কাম কৰি তেওঁ ভালপোৱা নাছিল। সেইবাবে তিনি মাহমানৰ ছুটী লৈ তেজপুৰতে থাকে। ছুটীৰ অন্তত তেওঁ তেজপুৰ হাইস্কুলতে শিক্ষক হিচাপে যোগ দিয়াৰ অনুমতি পায় যদিও তেওঁৰ বিৰুদ্ধে সেই স্কুলৰ প্ৰধান শিক্ষক আৰু এচাম শিক্ষক নামি পৰাত পদ্মনাথে চাকৰি একেবাৰেই বাদ দিলে।

কহিমা হাইস্কুলৰ প্ৰধান শিক্ষক হৈ থাকোতেই লীলাৱতী দেৱীক বিবাহ কৰাইছিল পদ্মনাথে। এই বিবাহ মাথো ছয় বছৰমানহে টিকি আছিল, ঠিক তেওঁৰ চাকৰিটোৰ দৰেই। চাকৰি এৰি স্বাধীনভাৱে কাম কৰিবলৈ লোৱাৰ লগে লগে পদ্মনাথে মৰমৰ পত্নীকো ইহসংসাৰৰ পৰা বিদায় দিব লগা হ'ল। অৱশ্যে পাছত মাতৃৰ অনুৰোধত হীৰাৱতী দেৱীক বিয়া কৰালে আৰু ১৯০৬ চনত ৩৫ বছৰ বয়সত তেওঁ প্ৰথমবাৰৰ বাবে পিতৃও হয়।

পদ্মনাথ য'তেই নাথাকক, অসমীয়া ভাষা-সংস্কৃতিৰ গছপুলি তেওঁ তাত ৰুবই। কহিমাতো তেওঁ সাহিত্য-সংস্কৃতিৰ পৰিবেশ এটা গঢ়ি তুলিছিল। কহিমাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ আৰু 'কহিমা সাহিত্য সভা'ৰ প্ৰতিষ্ঠা কৰিছিল। তাৰ পাছত তেজপুৰলৈ আহি বিভিন্ন স্কুলীয়া পাঠ্যক্ৰমৰ কিতাপৰ লগতে অসম বুৰঞ্জী কিতাপ লিখাতো হাত দিছিল। মঙলদৈত থাকোতে অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা চলোৱাৰ অৰ্থে 'মঙলদৈ মজলিচ সভা' বুলি এটা অনুষ্ঠান গঢ়ি তুলি অঞ্চলটোৰ ডেকা-বুঢ়া সকলোকে

সাহিত্যমোদী হ'বলৈ উদগনি দিছিল। লম্বোদৰ বৰাৰ নেতৃত্বত ১৮৯০ চনতে তেজপুৰত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' গঠিত হৈছিল। পাছত পদ্মনাথে দেহে-কেহে লাগি এই সভাক পূৰ্ণৰূপ দিয়ে। তেজপুৰৰ বাণ ৰঙ্গমঞ্চ নিৰ্মাণতো তেওঁ আছিল কৰ্ণধাৰ। তাৰ পাছত জয়দেৱ শৰ্মা, কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীকান্ত বৰকাকতি আদি কেইগৰাকীমান ব্যক্তিয়ে লগ লাগি 'আসাম চেণ্ট্ৰেল প্ৰেছ' নাম দি এখন ছপাশাল স্থাপন কৰে। সেই প্ৰেছৰ পৰাই 'আসাম বন্তি' আলোচনীখন ছপা হ'বলৈ ধৰে। ক্ৰমে মথুৰামোহন বৰুৱা আৰু জয়দেৱ শৰ্মা এই কাকতৰ সম্পাদক হোৱাৰ পাছত আসাম চেণ্ট্ৰেল প্ৰেছৰ যেতিয়া দুৰৱস্থা তেতিয়া পদ্মনাথে 'আসাম বন্তি'ৰ প্ৰকাশক আৰু সম্পাদকৰ দায়িত্ব ল'বলৈ বাধ্য হয়। 'আসাম বন্তি'ক বৰ বেছি বছৰলৈ জীয়াই ৰাখিব নোৱাৰিলেও পদ্মনাথে এই কাকতখনক ইমান মৰ্যাদা দি প্ৰচাৰ কৰিছিল যে 'আসাম বন্তি'ৰ নাম নুশুনা কোনো লোকেই অসমত তেতিয়া বোধহয় নাছিল। এই চেণ্ট্ৰেল প্ৰেছৰ পৰাই ১৯০৭ চনৰ পৰা পদ্মনাথে 'উষা' আলোচনী প্ৰকাশ আৰু সম্পাদনা কৰিছিল।

১৯০৩ চনৰ পৰা ৰায়বাহাদুৰ মাধৱ চন্দ্ৰ বৰদলৈৰে সৈতে যুটীয়াকৈ কলিকতা বিশ্ববিদ্যালয়ৰ এণ্ট্ৰেন্স আৰু এফ এ মহলাৰ অসমীয়া সাহিত্যৰ পৰীক্ষক হয়গৈ। তাৰ পাছত বি এ মহলাৰো পৰীক্ষক হয়। সেই সময়তে তেওঁ পাটনা বিশ্ববিদ্যালয়ৰো পৰীক্ষক হৈছিলগৈ। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ে তেওঁক সন্মানীয় বি এ (গ্ৰেজুৱেট উপাধি) ডিগ্ৰী প্ৰদান কৰিছিল। প্ৰায় ডেৰকুৰি বছৰকাল পদ্মনাথ দুয়োখন বিশ্ববিদ্যালয়ৰ পৰীক্ষক আছিল। এই কামত তেওঁৰ অন্যতম সহযোগী হিচাপে আছিল নবীন চন্দ্ৰ বৰদলৈ, পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু ড° বাণীকান্ত কাকতি।

মাথো ৩৭ বছৰ বয়সতে ভাৰত চৰকাৰৰ পৰামৰ্শ অনুসৰি (১৯০৮ চনৰ ১০ ডিচেম্বৰত) সম্ৰাট পঞ্চ জৰ্জৰ ভাৰত-সচিব লৰ্ড মৰ্লীয়ে পদ্মনাথ গোহাঞিবৰুৱাক আজীৱন সাহিত্যিক পেঞ্চন দিবলৈ অসম গৱৰ্ণমেণ্টক নিৰ্দেশ দিয়ে। এই নিৰ্দেশত কোৱা হৈছিল, বৰুৱাই যাতে জীৱনৰ বাকীছোৱা কাল সচ্ছল অৱস্থাৰে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে আত্মনিয়োগ কৰিব পাৰে, তাৰ বাবেই এই পেঞ্চন দিয়া হৈছে। এই পেঞ্চনৰ নেপথ্যত অৱশ্যে তেতিয়াৰ তেজপুৰৰ এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ যথেষ্ট পৰিশ্ৰম আছিল। উল্লেখযোগ্য যে, সাহিত্যিক পেঞ্চন পোৱা গোহাঞিবৰুৱাই প্ৰথম অসমীয়া।

'অসম এছ'চিয়েছন' স্থাপিত হোৱাৰ দিন ধৰি সেই সভাৰ নিয়মাৱলী, প্ৰস্তাৱ, বক্তৃতা আদি সকলো ইংৰাজী ভাষাৰেই সম্পাদনা কৰা হৈছিল। কিন্তু এই এছ'চিয়েছনৰ সভাপতিৰ ভাৰ পদ্মনাথে লোৱাৰ পাছত সভাৰ সকলো

কাম অসমীয়া ভাষাতেই সম্পন্ন হ'বলৈ লৈছিল। আজি পৰ্যন্ত অসমীয়া সাহিত্য-সংস্কৃতিৰ কাণ্ডাৰী স্বৰূপ হৈ থকা 'অসম সাহিত্য সভা'ৰ প্ৰথম সভাপতি (১৯১৭ চন, শিৱসাগৰ) আছিল পদ্মনাথ গোহাঞিবৰুৱা। মাথো সেয়াই নহয়, মণ্ডল-কাননগো সম্মিলনী, অসম ছাত্ৰ সম্মিলনী, জয়মতী উৎসৱ, অসম সংৰক্ষণী সভা আদি বহু ৰাজহুৱা অনুষ্ঠানৰ সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰি অনুষ্ঠানসমূহৰ যোগেদি গোহাঞিবৰুৱাই অসম, অসমীয়া জাতি আৰু ভাষাৰ উন্নতিৰ বাবে দেহে-কেহে খাটিছিল।

১৯১৭ চনত ভাৰত শাসন সংক্ৰান্ত অনুসন্ধানৰ উদ্দেশ্যে ইংলণ্ডৰ পৰা অহা 'ছেক্ৰেটৰী অব ষ্টেট ফৰ ইণ্ডিয়া' মণ্টেগু আৰু ভাৰতৰ বৰলাট লৰ্ড চেমচফোৰ্ডে শাসন সংস্কাৰ বিষয়ক যি সাক্ষ্য গ্ৰহণ কৰিছিল, তাত তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, গঙ্গাগোবিন্দ ফুকন আদিৰে সৈতে পদ্মনাথেও সাক্ষ্য দিছিলগৈ। গোহাঞিবৰুৱাই তাত কৈছিল—"অসম যে স্বায়ত্ত শাসন পাবৰ বিশেষ উপযুক্ত, ছশ বছৰ ৰাজত্ব কৰা স্বৰ্গদেওসকলৰ বুৰঞ্জীয়েই ক'ব।" ১৯১৯ চনত অসমত 'চৰকাৰ' (স্বায়ত্ত শাসিত) চলাবৰ নিমিত্তে এখন লেজিচলেটিভ কাউন্সিল গঠিত হয়। তাত অসম উপত্যকাৰ ১১ জন নিৰ্বাচিত আৰু ভাৰত চৰকাৰৰ দ্বাৰা মনোনীত ১৪ জন, মুঠ ২৫ জন সদস্য আছিল। পদ্মনাথ গোহাঞিবৰুৱাও এই লেজিচলেটিভ কাউন্সিলৰ সদস্য মনোনীত হৈছিল।

১৯১৭ চনৰ পৰা পদ্মনাথে তেজপুৰত প্ৰথম অনাৰেৰী মেজিষ্ট্ৰেট (সম্মানীয় হাকিম) হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। আচলতে নিজৰ দক্ষতা আৰু পৰিশ্ৰমৰ বলত এইগৰাকী ব্যক্তিয়ে এনে এটা বিষয়বাব লাভ কৰা নাছিল, যিটো সেই সময়ত এগৰাকী ভাৰতীয় সাহিত্যিকৰ 'প্ৰাপ্তি'ৰ ভিতৰত আছিল। ১৯২২ চনত তেওঁ তেজপুৰ পৌৰসভাৰ চেয়াৰমেন হিচাপে নিৰ্বাচিত হৈছিল। ১৯৩৩ চনত 'ৰায়বাহাদুৰ' উপাধিৰে ব্ৰিটিছ চৰকাৰে তেওঁক বিভূষিত কৰে (ইয়াৰ আগতে অৱশ্যে তেওঁ 'ৰায়চাহাব' উপাধি লাভ কৰিছিল)।

পদ্মনাথ গোহাঞিবৰুৱা একেধাৰে ঔপন্যাসিক, প্ৰবন্ধ লেখক, নাট্যকাৰ আৰু কবি আছিল। ভানুমতী, লাহৰী আদি উপন্যাসৰ বাহিৰেও জয়মতী, গদাধৰ, লাচিত বৰফুকন, গাওঁবুঢ়া, বাণৰজা, টেটোন তামুলী, ভূত নে ভ্ৰম আদি তেওঁৰ বিখ্যাত নাটক। ৰাণী ভিক্টোৰিয়াৰ জীৱনী 'মহাৰাণী', বুৰঞ্জী বিষয়ক গ্ৰন্থ 'বুৰঞ্জীবোধ', 'অসমৰ বুৰঞ্জী', 'হিন্দু বুৰঞ্জী' আদিৰ সহিতে 'নীতিশিক্ষা' তেওঁৰ অন্যতম সাৰ্থক ৰচনা। ইয়াৰ বাহিৰেও 'সাহিত্য সংগ্ৰহ' আৰু 'জীৱনী সংগ্ৰহ' নামৰ বিখ্যাত সংকলন দুটা তেওঁ সম্পাদনা কৰিছিল। পাছৰ বয়সত লিখা তেওঁৰ 'শ্ৰীকৃষ্ণ' আৰু 'গীতাসাৰ' ধৰ্মীয় আৰু দাৰ্শনিক চিন্তা-চৰ্চাৰ দুখন শ্ৰেষ্ঠ গ্ৰন্থ।... অসমীয়া ভাষা-সংস্কৃতি আৰু ৰাইজৰ বাবে

এজন মানুহে যিমানখিনি কৰিব পাৰে, তাতকৈ বহু বেছি কৰিছিল গোহাঞিবৰুৱাই। ভাষা-সাহিত্যৰ চৰ্চাৰ ক্ষেত্ৰত ইংৰাজ শাসকৰ সৈতে মিলা-মিচা কৰি সুবিধা (প্ৰাপ্য?) আদায় কৰাত সিদ্ধহস্ত পুৰুষ পদ্মনাথ গোহাঞিবৰুৱা কংগ্ৰেছৰ সৈতেও জড়িত আছিল। অৱশ্যে তেওঁ এই কথা সদায় মনত ৰাখিছিল যে ভাষা-সংস্কৃতি, সাহিত্য আৰু আৰ্থিকভাৱে স্বাধীন নোহোৱালৈ অসমীয়া জাতিয়ে ৰাজনৈতিক স্বাধীনতা লাভ কৰিব নোৱাৰে।

পদ্মনাথৰ ৫৫ বছৰ বয়সত একমাত্ৰ পুত্ৰ মুনীন্দ্ৰনাথৰ জন্ম হৈছিল আৰু সাতজনী কন্যাৰে সৈতে মুঠ আঠটা সন্তানৰ পিতৃ হৈছিল তেওঁ। অৱশ্যে আজীৱন ভাষা-সাহিত্যৰ চৰ্চা কৰি অসংখ্য গ্ৰন্থ, প্ৰবন্ধ-নিবন্ধ লিখা, বহু অনুষ্ঠান-প্ৰতিষ্ঠানৰ গঢ় দিয়া পদ্মনাথে নিজস্ব আদৰ্শৰে ভাষা জননীৰ সেৱাৰ বাবে বহু উত্তৰসুৰি এৰি থৈ গৈছে। ৭৫ বছৰীয়া (মৃত্যুঃ ১৯৪৬ চনৰ সাত এপ্ৰিল) জীৱনকালত নানা ধৰণৰ সুখ-দুখৰ অভিজ্ঞতা, অভাৱ-অনাটন, ভোগ-বিলাস সকলোবোৰেই উপভোগ কৰিলে তেওঁ। নিজেও ল'লে আনকো দিলে। এই দিয়া-লোৱাৰ নামেই জীৱন।



# হেমচন্দ্ৰ গোস্বামী

বিশাল ব্যক্তিত্বৰ মানুহ আছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামী। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই হেমচন্দ্ৰ গোস্বামীৰ বিষয়ে এনেদৰে লিখিছে—"ৰাতিপুৱা-আবেলি দেখিব কৰ্মপ্ৰাৰ্থী গোসাঁই-মহন্ত, টোলৰ পণ্ডিত, সাহিত্যিক— এইসকলে তেওঁক লগ পাবলৈ ঘৰৰ আগ চোতালত অৰিয়া-অৰি লগাইছেহি। বেৰৰ ভিতৰপিনে বহি বহি হয় তেওঁ কিবা কাগজ জুপি জুপি চাই আছে, নহয় কিবা-কিবি লিখি আছে। বাহিৰত মানুহৰ সমাগম শুনি খিৰিকীয়েদিয়েই জুমি চাই ভিতৰৰ পৰাই প্ৰত্যেকৰ লগত আলাপ কৰি দুআষাৰ সমিধান দিছে। সকলোৱে ঘৰা-ঘৰি উলটি যাওঁতে বাটে বাটে কৈ গৈছে, 'হেম গোসাঁইৰ ওচৰ পালত আমি ক'ব খোজা কথাখিনি পাহৰি গ'লো। তেওঁৰ কথাই আমাক মুহি পেলালে।' জনমত কবিতা বা প্ৰবন্ধ নিলিখা এনে মানুহ বহুত আছিল, যি তেওঁৰ সৈতে খন্তেক আলাপ কৰিয়েই একোটা একোটা চিৰস্মৰণীয় কবিতা বা মূল্যৱান প্ৰবন্ধ লিখিব পাৰিছিল। এনেকুৱাকে উদ্‌গনি দিয়া সাদৰী প্ৰেৰণামূলক বাক্য আছিল হেম গোসাঁইৰ।"..... অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে সৰ্বস্ব ত্যাগ কৰা অগ্ৰণী ব্যক্তি হেমচন্দ্ৰ গোস্বামীয়ে ইংৰাজ চৰকাৰৰ উচ্চ পদত কাৰ্যনিৰ্বাহ কৰিও অসম আৰু অসমীয়াৰ হকে অহৰহ স্বাধীনভাৱে নিজৰ মতামত ব্যক্ত কৰিছিল।

হেমচন্দ্ৰ গোস্বামীৰ পূৰ্বপুৰুষ গৌৰাঙ্গদেৱ কনৌজৰ পৰা আহি অসমত থাকিবলৈ লৈছিল। হেমচন্দ্ৰ গোস্বামীৰ ভাতৃ জগতচন্দ্ৰ গোস্বামীৰ মতে, গৌৰাঙ্গদেৱ শঙ্কৰদেৱৰ জীৱনৰ শেহছোৱাত আহি তেওঁৰ ওচৰত পাটবাউসীত থাকিবলৈ লৈছিল। তাৰ পাছত তেওঁ মাজুলীত থাকিবলৈ লয়। তাত বৈষ্ণৱ ধৰ্ম প্ৰচাৰক বংশীগোপাল দেৱৰ সান্নিধ্যলৈ আহে আৰু গৌৰাঙ্গদেৱে 'মহন্ত' হিচাপে মাজুলীত গৌৰাং সত্ৰ স্থাপন কৰে। গৌৰাঙ্গদেৱৰ তিনি-চাৰি পুৰুষৰ পাছৰ ৰামকানু দেৱৰ জীৱনকালত মোমাই তামুলী বৰবৰুৱাই ৰাজ্য গঠন কৰাৰ সময়ত এই সত্ৰক মাজুলীৰ পৰা গোলাঘাটৰ ঢেকীয়াললৈ তুলি অনায়। ৰামকানুৰ পুত্ৰ পুৰুষোত্তম, পুৰুষোত্তমৰ পুত্ৰ আত্মাৰাম, আত্মাৰামৰ পুত্ৰ যুৱানন্দ আৰু যুৱানন্দৰ পুত্ৰ ডম্বৰুধৰ। এই বংশৰ আটাইকেইজনেই আছিল পণ্ডিত বিদ্বান ব্যক্তি। এওঁলোক পুৰুষানুক্ৰমে গৌৰাং সত্ৰৰ সত্ৰাধিকাৰ হৈছিল। এই বংশৰেই বিদ্বান আৰু সমাজ হিতৈষী ব্যক্তি ডম্বৰুধৰ গোস্বামীৰ ঔৰসত আৰু

ঘনকান্তী দেৱীৰ গৰ্ভত ঢেকীয়ালৰ গৌৰাং সত্ৰত ১৮৭২ চনৰ ন জানুৱাৰীৰ দিনা হেমচন্দ্ৰ গোস্বামীৰ জন্ম হয়।

সেই সময়ত ঢেকীয়ালত কোনো ধৰণৰ শিক্ষানুষ্ঠান নথকাত ডম্বৰুধৰ গোস্বামীয়ে নিজৰ প্ৰচেষ্টাত এখন শিক্ষানুষ্ঠান গঢ়ি তুলিছিল। হেমচন্দ্ৰৰ আঠ বছৰ বয়সতে তীৰ্থ ভ্ৰমণ কৰিবলৈ যোৱা ডম্বৰুধৰৰ আকস্মিক মৃত্যু হৈছিল বাৰাণসীত। পিতৃৰ মৃত্যুৰ পাছত ঢেকীয়ালৰ বিদ্যালয়তেই মাতৃ ঘনকান্তীৰ নজৰত থাকি হেমচন্দ্ৰ আৰু তেওঁৰ ভাতৃ-ভগ্নী জগতচন্দ্ৰ আৰু জগদেশ্বৰীৰ শিক্ষা আৰম্ভ হৈছিল। প্ৰাথমিক শিক্ষা শেষ কৰি হেমচন্দ্ৰই গোলাঘাটৰ উইলিয়ামচন মধ্য ইংৰাজী বিদ্যালয়ত পঢ়িবলৈ লয়। তাৰ পাছত তেওঁ শিক্ষা গ্ৰহণ কৰে শিৱসাগৰ হাইস্কুলত। উইলিয়ামচনত যিদৰে হেমচন্দ্ৰৰ বেছিদিন পঢ়া নহ'ল, সেইদৰে শিৱসাগৰতো বিশেষ অসুবিধাৰ বাবে মাথো এবছৰহে পঢ়া হ'ল। তাৰ পাছত তেওঁ নগাঁৱৰ স্কুলত মোমায়েকৰ ঘৰত থাকি পঢ়িবলৈ ল'লে। সেই সময়ত নগাঁও আছিল অসমৰ বৌদ্ধিক চিন্তা-চৰ্চাৰ কেন্দ্ৰস্বৰূপ। বহু সাহিত্যিক সেই সময়ত নগাঁৱতে আছিল। সেইসকলৰ অনুপ্ৰেৰণাতে হাইস্কুলত পঢ়ি থাকোতে তেওঁ কবিতা লিখিবলৈ লয় আৰু সেয়া গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু'ত প্ৰকাশ পাবলৈ ধৰে।

১৮৮৮ চনত প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ হেমচন্দ্ৰ গোস্বামীয়ে কলিকতাৰ প্ৰেছিডেন্সী কলেজত নাম লিখালে। সেই বছৰতে কলিকতাত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ জন্ম হয়। এই সভাৰ প্ৰধান উদ্যোক্তাসকলৰ এজন আছিল হেমচন্দ্ৰ গোস্বামী। এই সভাৰ উদ্দেশ্য আছিল (১) পুৰণি পুথি সংগ্ৰহ আৰু প্ৰকাশ কৰা, (২) অসমৰ সকলো শিক্ষানুষ্ঠানতে অসমীয়া ভাষাৰ প্ৰচলন কৰা, (৩) অশুদ্ধ ব্যাকৰণ আৰু বৰ্ণ বিন্যাসৰ ঠাইত শুদ্ধ ব্যাকৰণ আৰু বৰ্ণ বিন্যাসৰ প্ৰচলন কৰা, (৪) সংস্কৃত বা আন ভাষাৰ পৰা ভাল পুথিৰ অসমীয়ালৈ অনুবাদ কৰা, (৫) অসমৰ সামাজিক আৰু ধৰ্মীয় ৰীতি-নীতিৰ বৃত্তান্ত সংগ্ৰহ আৰু বুৰঞ্জী প্ৰণয়ন কৰা আৰু (৬) সাহিত্য আৰু পাঠ্যপুথিৰ অভাৱ দূৰ কৰা ইত্যাদি।

হেমচন্দ্ৰ গোস্বামীৰ জন্মৰ সময়তে ইংৰাজ চৰকাৰে অসমীয়া ভাষাক ৰাজ্য ভাষা হিচাপে স্বীকৃতি দিলেও বহু লোকে তেতিয়াও অসমীয়া ভাষাক হেয়জ্ঞান কৰি বঙলা ভাষাৰ অপভ্ৰংশ বুলি প্ৰচাৰ কৰিছিল। সেইবাবে তেতিয়াও অসমীয়া ভাষাই সামাজিকভাৱে বহুল স্বীকৃতি পোৱা নাছিল। আচলতে ভাষাই সঁচা অৰ্থত পৈণত ৰূপ পোৱা নাছিল। অসমীয়া ভাষাৰ এই দুৰৱস্থা গুচাবলৈ হেমচন্দ্ৰ গোস্বামী প্ৰমুখ্যে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ উদ্যোক্তা-সকলে অহৰহ প্ৰচেষ্টা চলাইছিল। এইসকলে কলেজীয়া ছাত্ৰই অসমীয়া ভাষাক

শক্তিশালী কৰিবলৈ যি আঁচনি লৈছিল, সেয়া অসমীয়াভাষী সাহিত্যপ্রেমীৰ বাবে সদায়েই প্রেৰণাৰ উৎস হৈ ৰ'ব।

'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ই এখন আলোচনী প্রকাশৰো ব্যৱস্থা কৰিছিল। অৱশ্যে নিজৰ ধন ভাঙি 'জোনাকী' নামৰ আলোচনীখন প্রকাশ আৰু সম্পাদনা কৰিছিল চন্দ্রকুমাৰ আগৰৱালাই। হেমচন্দ্র গোস্বামী আৰু লক্ষ্মীনাথ বেজবৰুৱাই এইক্ষেত্রত সাৰথিৰ ভূমিকা পালন কৰিছিল। 'জোনাকী' আৰু 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ এই তিনিগৰাকী ব্যক্তিক অসমীয়া সাহিত্য-সংস্কৃতিত আজিও 'ত্রিমূর্তি' আখ্যা দিয়া হয়।

১৮৯০ চনত হেমচন্দ্রই এফ এ পৰীক্ষা সুখ্যাতিৰে পাছ কৰে। কিন্তু ১৮৯২ চনত বি এ পৰীক্ষাত তেওঁ উত্তীর্ণ হ'ব নোৱাৰিলে। কেনেকৈ উত্তীর্ণ হ'ব, অসমীয়া ভাষা-সংস্কৃতিৰ উন্নতিৰ বাবে লাগি থাকোতে তেওঁৰ পাঠ্যপুথি পঢ়িবলৈ আজৰি ক'ত? হেমচন্দ্রৰ পুনৰ বি এ পৰীক্ষা দিয়া নহ'ল।

এইখিনিতে উল্লেখ কৰাটো ভাল হ'ব যে এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হৈ প্রেছিডেন্সী কলেজলৈ পঢ়িবলৈ যোৱাৰ আগতে হেমচন্দ্রৰ বিবাহ সম্পন্ন হৈছিল গুৱাহাটীৰ কেশৱ চন্দ্র বৰুৱাৰ কন্যা বামাসুন্দৰী দেৱীৰ লগত। বি এ পৰীক্ষাত কৃতকার্য হ'ব নোৱৰাৰ পাছত কলিকতাৰ পৰা ঘূৰি আহি গুৱাহাটীৰ শহুৰেকৰ ঘৰত থাকি হেমচন্দ্রই সোণাৰাম হাইস্কুলৰ প্রধান শিক্ষকৰ দায়িত্ব গ্রহণ কৰে আৰু পাছত স্কুলৰ কর্তৃপক্ষৰ সৈতে মনোমালিন্য ঘটাত তেওঁ সেই চাকৰি ত্যাগ কৰে (১৮৯৪)। সেই সময়তে অসমৰ অস্থায়ী মুখ্য আয়ুক্ত চি জে লায়ালে অসমৰ হাতে লিখা বুৰঞ্জী আৰু অন্যান্য পুৰণি পুথি উদ্ধাৰ কৰাৰ এক প্রস্তাৱ দিয়ে। তেতিয়া প্রখ্যাত বুৰঞ্জীবিদ আৰু 'অসম বুৰঞ্জী'ৰ লেখক ছাৰ এডোৱার্ড গেইট আছিল কৃষি আৰু ৰাজহ বিভাগৰ উচ্চ পদস্থ বিষয়া।... সেইটো সময়তে গুৱাহাটীত বসবাস কৰিবলৈ লোৱা আহোম যুৱৰাজ ঘনকান্ত সিংহৰ পত্নী মাহিন্দ্রী দেৱীৰ ঘৰত পোৱা বুৰঞ্জীখন ভুৱনৰাম দাসে নি হেমচন্দ্রক ক'লে যে সেইখন গেইটক দি আহিব লাগে। হেমচন্দ্রই সেই বুৰঞ্জী গেইটক দেখুৱালত তেওঁ সেয়া ইংৰাজীলৈ অনুবাদ কৰিবলৈ হেমচন্দ্রক কয়। হেমচন্দ্রই বৰ দক্ষতাৰে সেয়া প্রায় ১০ মাহৰ মূৰত অনুবাদ সম্পূর্ণ কৰি ১৮৯৫ চনৰ ১৩ আগষ্টৰ দিনাখন সেই বুৰঞ্জী অনুবাদসহ গেইটক দিয়েগৈ।

হেমচন্দ্রৰ প্রতিভাৰ মোল বুজিলে গেইট চাহাবে। দুয়োৰে ঘনিষ্ঠতা বাঢ়ি গ'ল। গেইট চাহাবে হেমচন্দ্রক ইংৰাজ চৰকাৰৰ অধীনত চাকৰি দিয়ালে। হেমচন্দ্রই ১৮৯৫ চনৰ দুই ডিচেম্বৰত চাকৰিত যোগ দিলে আৰু গেইট চাহাবৰ হস্তক্ষেপত হেমচন্দ্র শ্বিলঙৰ সচিবালয়ৰ কার্যালয়ত অসমৰ ঐতিহাসিক অনুসন্ধানৰ কামত নিযুক্ত হ'ল।

শ্বিলঙত চাকৰি আৰম্ভ কৰি তেওঁ গেইট চাহাবৰ একেবাৰে ওচৰ চাপি আহিল। তেওঁ নিজৰ আৰু চৰকাৰী সকলো কাম নিয়াৰিকৈ সম্পন্ন কৰি গ'ল। তাৰ পাছত ১৮৯৭ চনৰ ১৭ মে'ত চৰকাৰে তেওঁক পদোন্নতি দিলে আৰু তেওঁ ছাব ডেপুটি কলেক্টৰ হ'ল। এইবাৰ তেওঁ অধিক উৎসাহেৰে পুৰণি পুথি সংগ্ৰহ, পুৰাতত্ত্ব উদঘাটন, ভাষা বিষয়ক আলোচনা-বিলোচনা আৰু সাহিত্য সৃষ্টিত নিজৰ মন-প্ৰাণ সঁপি দিলে। ছাৰ এডোৱাৰ্ড গেইটে 'অসম বুৰঞ্জী' প্ৰণয়ন কৰাৰ সময়ত হেমচন্দ্ৰ গোস্বামীয়েই তেওঁক সকলো ধৰণৰ সমল গোটাই সহায় কৰিছিল।

শ্বিলঙৰ সচিবালয়ত হেমচন্দ্ৰ গোস্বামীয়ে অসম পুৰণি বুৰঞ্জীৰ সংৰক্ষণ আৰু সেই সম্পৰ্কীয় কাম কৰি তামৰ ফলি, ৰজাৰ মোহৰ আদি চোৱা-চিতা আৰু অনুবাদৰ কাম কৰিছিল। পাছত ছাব ডেপুটি কলেক্টৰ হৈয়ো এইবোৰ কাম তেওঁ এৰি নিদিলে। অসমৰ ঐতিহ্য আৰু বুৰঞ্জীৰ যেন তেওঁ ৰখীয়া হৈ পৰিছিল।... ছাব ডেপুটি কলেক্টৰ বা হাকিম হিচাপে তেওঁ বৰমা, গুৱাহাটী, ডিব্ৰুগড়, তেজপুৰ, মঙ্গলদৈ আদি অসমৰ বিভিন্ন ঠাইত কাম কৰিছিল। তাৰ পাছত ১৯০৫ চনৰ দুই মে'ৰ দিনাখন পদোন্নতি পাই দণ্ডাধীশ এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ হিচাপে পুনৰ তেজপুৰলৈ বদলি হয়। সেই সময়ত পদ্মনাথ গোহাঞিবৰুৱায়ো তেজপুৰতে শিক্ষকতা কৰি আছিল। দুয়ো লগ লাগি অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে নিমগ্ন হয়। হেমচন্দ্ৰ গোস্বামীৰ অনুপ্ৰেৰণাতেই পদ্মনাথ গোহাঞিবৰুৱা সম্পাদিত 'উষা' নামৰ আলোচনীখন প্ৰকাশ পাবলৈ ধৰে।

ইতিপূৰ্বে বহু কবিতা আৰু প্ৰবন্ধ লিখা হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া ভাষা' আৰু 'মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম' নামৰ দুটা উচ্চ চিন্তাসম্পন্ন প্ৰবন্ধ 'জোনাকী'ত ধাৰাবাহিক ৰূপে প্ৰকাশ পাইছিল। এইবাৰ 'উষা'ত তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ক বিভিন্ন প্ৰবন্ধ লিখিবলৈ লয়। তেজপুৰত দণ্ডাধীশৰ চাকৰি কৰি থকা অবস্থাতে তেওঁ 'বাণ ৰঙ্গমঞ্চ' নিৰ্মাণত আৰু 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' শক্তিশালী কৰাত অনন্য ভূমিকা লৈছিল। তদুপৰি তেওঁ পদ্মনাথ গোহাঞিবৰুৱাক প্ৰথম সাহিত্যিক পেঞ্চন দিয়াইছিল ইংৰাজ চৰকাৰক হেঁচা দি।

হেমচন্দ্ৰ গোস্বামীয়ে কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চন চাহাবক বাৰে বাৰে অনুৰোধ জনাইছিল যে তেতিয়াও অসমৰ বিভিন্ন প্ৰান্তৰত সিঁচৰতি হৈ থকা পুৰণি অসমীয়া পুথিসমূহ উদ্ধাৰ কৰিবলৈ এগৰাকী বিষয়া নিযুক্ত কৰিব লাগে। চুডমাৰ্চনৰ চেষ্টাত ১৯১২ চনৰ অক্টোবৰৰ পৰা ১৯১৩ চনৰ মাৰ্চ মাহলৈ এই কামত হেমচন্দ্ৰ গোস্বামীকেই নিযুক্তি দিয়ে ইংৰাজ চৰকাৰে। সেই সময়ত

তেওঁ অসমৰ বিভিন্ন ঠাই আৰু কোঁচবিহাৰলৈকে গৈ বহু মানুহে দিব নোখোজা হেজাৰতকৈও অধিক পুৰণি পুথি সংগ্ৰহ কৰে। পুথিসমূহ গোটোৱাৰ অন্তত এই পুথিসমূহৰ বিৱৰণমূলক তালিকা প্ৰস্তুত কৰাৰ দায়িত্বও হেমচন্দ্ৰৰ ওপৰতে পৰিল। বিৱৰণমূলক তালিকাত পুথিৰ নাম, বিষয়, লেখক, তাৰিখ, বিৱৰণ, মুখবন্ধৰ পদ, পৰিসমাপ্তিৰ পদ, ভনিতা, বিষয়বস্তুৰ সাৰাংশ, পুথিৰ গৰাকী, সংৰক্ষণৰ স্থান আদি সকলো কথা স্পষ্টভাৱে উল্লেখ কৰাৰ লগতে নিজৰ মন্তব্যও দিব লাগিছিল। গতিকে ইমান সংখ্যক পুথি পঢ়ি এই কাম সম্পন্ন কৰাটো অতি কঠিন কাম আছিল। জাতিৰ সাহিত্য আৰু বুৰঞ্জী ৰক্ষা কৰিবলৈকে হেমচন্দ্ৰই এই কঠিন কামৰ বাবে খাটিছিল। এই কাম কৰোতে তেওঁৰ শৰীৰ ক্ৰমশঃ অসুস্থ হৈ পৰিছিল যদিও তেওঁ হাৰ মনা নাছিল।.....

সংগৃহীত পুথিবোৰ যাতে ভালদৰে সংৰক্ষণ হয়, তাৰ বাবে এক গৱেষণাগাৰ আৰু পুথিভঁৰাল নিৰ্মাণৰ কথা তেওঁ চিন্তা কৰিলে। তাৰ ফলস্বৰূপেই ১৯১২ চনত 'কামৰূপ অনুসন্ধান সমিতি' প্ৰতিষ্ঠিত হয় আৰু এই সমিতিৰ প্ৰথমগৰাকী সভাপতি হয় হেমচন্দ্ৰ গোস্বামী। চৰকাৰী কামত গুৱাহাটীৰ পৰা আঁতৰি থকা সময়ৰ বাহিৰে মৃত্যু পৰ্যন্ত তেওঁ এই সমিতিৰ সভাপতি হৈ আছিল। এই অনুসন্ধান সমিতিয়ে আজিও নিজৰ সামৰ্থ্যানুসৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব সংৰক্ষণ আৰু চৰ্চাৰ কামত ব্যস্ত আছে। অসমীয়া ভাষা-সাহিত্য আৰু বুৰঞ্জীক কেনেকৈ জগতত উচ্চ আসন দিব পাৰি, সেই সম্পৰ্কত অহৰহ চিন্তা কৰা হেমচন্দ্ৰই অসমলৈ কোনোবা বিশিষ্ট ইংৰাজ বা বঙালী ব্যক্তি আহিলেই ভাষা-সাহিত্যৰ বিষয়ে কৈছিল আৰু পুৰাতত্ত্ব সম্পৰ্কীয় বস্তুবোৰ দেখুৱাইছিল। বঙ্গীয় সাহিত্য পৰিষদৰ বিভিন্ন সভাত তেওঁ যোগ দিছিল, তাৰ স্মৰণিকাত প্ৰবন্ধ-পাতিও লিখিছিল আৰু অসমীয়া ভাষা যে এক স্বতন্ত্ৰ শক্তিশালী ভাষা, সেয়া প্ৰচাৰ কৰিছিল।

সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আশুতোষ মুখাৰ্জীৰ স'তে হেমচন্দ্ৰৰ বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল। ১৯১৮ চনত এদল শিক্ষাবিদৰ সৈতে কটন কলেজ পৰিদৰ্শন কৰিবলৈ গুৱাহাটীলৈ আহোতে মুখাৰ্জীয়ে হেমচন্দ্ৰ গোস্বামীক লগ ধৰি 'অসমীয়া সাহিত্যৰ চানেকি' লিখি উলিয়াবলৈ অনুৰোধ জনাইছিল। চৰকাৰী চাকৰিৰ লগতে পাৰিবাৰিক আৰু অন্যান্য দায়িত্বত মূৰ তুলিব নোৱৰা অৱস্থাতো এনে বৃহৎ গ্ৰন্থ লিখিবলৈ তেওঁ দায়িত্ব ল'লে আৰু তিনি বছৰৰ ভিতৰতে এই বিশাল গ্ৰন্থখন সংকলন কৰি উলিয়াইছিল। অৱশ্যে ধনৰ অভাৱৰ বাবে এই গ্ৰন্থখন কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিব নোৱাৰিলে। কিন্তু আশুতোষ মুখাৰ্জীয়ে ইয়াৰ দায়িত্ব নিজে লৈ সদাগৰ ভোলানাথ বৰুৱাৰ অৰ্থ সাহায্যৰে সাতটা খণ্ডত বিভক্ত এই বিশাল গ্ৰন্থখন

প্ৰকাশ কৰিছিল। যাৰ বাবে অন্যান্য শ্ৰেষ্ঠ ভাৰতীয় ভাষাৰ শাৰীলৈ অসমীয়া ভাষাও উত্তীৰ্ণ হ'ল আৰু কলিকতা বিশ্ববিদ্যালয়ত 'অসমীয়া' বিষয়টোও অন্তৰ্ভুক্ত হ'ল। মহাত্মা গান্ধীকো (১৯২১ চনত অসমলৈ আহোতে) হেমচন্দ্ৰই পুৰণি অসমীয়া পুথিবোৰ দেখুৱাইছিল। মহাত্মাই 'নৱজীৱন' পত্ৰিকাত পুৰণি অসমৰ ঐতিহ্যৰ বিষয়ে শলাগিছিল।

১৯২২ চনত তেজপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ সময়ত এই অনুষ্ঠানটোৰ অৱস্থা যথেষ্ট শোচনীয় হৈছিল। কিন্তু বিভিন্ন ঠাইৰ পৰা আৰ্থিক সাহায্য গোটাই সভাৰ পুঁজি তেওঁ শক্তিশালী কৰিছিল... ১৯১৯ চনত তেজপুৰত অসম ছাত্ৰ সন্মিলন বহে। এই সন্মিলনলৈ বিখ্যাত বিজ্ঞানী আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায় আহিছিল। সেই সময়তে হেমচন্দ্ৰ গোস্বামীয়ে লিখা 'কথা গীতা' নিজেই ৰায়ৰ হাতত অৰ্পণ কৰে। তেজপুৰৰ সন্মিলনত বক্তৃতা দি ৰায়ে কৈছিল—"বঙলাতকৈ অসমীয়া গদ্য-সাহিত্য বহু পুৰণি। .....মই এই কথা বঙ্গদেশৰ প্ৰতিনিধিস্বৰূপে কৈছো। ইয়াত যদি কোনোবা অসমীয়া পণ্ডিতে অসমীয়া সাহিত্যৰ পৰা ধাৰ কৰি নিয়া সম্পদেৰেহে বঙলা ভাষাটো চহকী হৈছে বুলিও কয়, তেন্তে তেওঁৰ কথা সতকাই ওফৰোৱা টান হ'ব।" কোৱা বাহুল্য যে হেমচন্দ্ৰৰ 'কথা গীতা' পঢ়াৰ পাছতেই তেওঁ এই মন্তব্য দিছিল। 'কথা গীতা'ৰ ভেটিতেই ছাৰ আশুতোষ মুখাৰ্জী আৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও অসমীয়া ভাষা-সাহিত্যৰ প্ৰাচীনত্ব আৰু বিশাল বিস্তৃতিৰ কথা স্বীকাৰ কৰিছিল। মাথো বঙালী পণ্ডিত-সাহিত্যিককেই নহয়, কাশীনাথ দীক্ষিত, ড° ডি আৰ ভাণ্ডাৰকাৰ, জিতুচ্চী আদি সৰ্বভাৰতীয় পৰ্যায়ৰ পণ্ডিতকো অসমৰ প্ৰাচীন সাহিত্য বা অন্যান্য কৃতীসমূহ দেখুৱাই সেইবোৰৰ বিশ্লেষণ কৰিছিল হেমচন্দ্ৰই।

হেমচন্দ্ৰ গোস্বামী কেইবছৰমান অসম উপত্যকাৰ আয়ুক্তৰ বিশেষ সহকাৰী হিচাপে নিযুক্ত হৈ অঞ্চলটোৰ ছখন জিলাৰ শাসন কাৰ্যত আয়ুক্তক সহায় কৰিব লগা হৈছিল। এই গুৰু দায়িত্ব পালন কৰিও সাহিত্য-সংস্কৃতিৰ পথাৰখনৰ 'কৃষক' বৃত্তিত তেওঁ অহৰহ লাগি আছিল। কিন্তু তেওঁৰ ইচ্ছা আৰু আগ্ৰহ আছিল অসমীয়া ভাষা-সংস্কৃতি আৰু বুৰঞ্জীৰ ক্ষেত্ৰত আৰু অধিক কাম কৰাৰ। সেইবাবেই ১৯২৫ চনৰ ফেব্ৰুৱাৰীত তেওঁ স্ব-ইচ্ছাই চৰকাৰী কামৰ পৰা অৱসৰ লয়। তাৰ পাছত চৰকাৰী সাহায্যৰে 'হস্তি বিদ্যাৰ্ণব', 'কামৰত্ন তন্ত্ৰ', 'ডাক-ভনিতা', দুখন অসম বুৰঞ্জী, বুৰঞ্জীমূলক চিঠি-পত্ৰৰ মূল অসমীয়া পাঠৰ লগত ইংৰাজী অনুবাদ আদি বহুকেইখন পুথি প্ৰকাশৰ এখন আঁচনি প্ৰস্তুত কৰিছিল। চৰকাৰেও তেওঁক সাহায্য দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। ইয়াৰে 'কামৰত্ন তন্ত্ৰ'খন ডিম্বেশ্বৰ নেওগৰ অনুবাদ আৰু হেমচন্দ্ৰৰ সম্পাদনাৰে প্ৰকাশ

পালে যদিও সকলোবোৰ কাম অধিকাৰীকে এৰি ১৯২৮ চনৰ দুই মে'ৰ দিনা হঠাৎ তেওঁৰ মৃত্যু ঘটে। তেওঁৰ মৃত্যুৰ ঠিক পাঁচ মাহৰ আগতে বৰপুত্ৰ কিৰণ গোস্বামী আৰু দুমাহৰ আগতে মাতৃ ঘনকান্তী দেৱীক হেৰুৱাইছিল।

অসমীয়া ভাষা, সাহিত্য, বুৰঞ্জী আৰু পুৰাতত্ত্বৰ দিশত কি কৰা নাই হেমচন্দ্ৰ গোস্বামীয়ে? হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা প্ৰণীত প্ৰথম অসমীয়া অভিধান 'হেমকোষ'খন গোস্বামীয়ে নিজেই সম্পাদনা কৰি, সেয়া চৰকাৰক প্ৰকাশ কৰিবলৈ বাধ্য কৰাইছিল। অসমীয়া বুৰঞ্জী আৰু ভাষাৰ প্ৰচাৰৰ বাবে তেওঁ প্ৰায় আঢ়ৈশ প্ৰবন্ধ আৰু ১৫ খনমান গ্ৰন্থ প্ৰণয়ন আৰু সম্পাদনা কৰিছিল। প্ৰায় ২৫০০ পৃষ্ঠাৰ 'অসমীয়া সাহিত্যৰ চানেকি'খনেৰেই তেওঁ অসমীয়া ভাষা-সাহিত্যৰ শক্তিশালী ভেটি নিৰ্মাণ কৰিছিল। মাথো ৫৬ বছৰীয়া জীৱনকালতেই অহৰহ চৰকাৰী চাকৰিৰ দায়িত্ব লৈয়ো অসমীয়া ভাষা-সাহিত্যক বিশ্বদৰবাৰত প্ৰতিষ্ঠাৰ বাবে তেওঁ যি কাম কৰি গ'ল, তাৰ তুলনা নাই। জাৰ্মানীৰ বাৰ্লিন বিশ্ববিদ্যালয়ৰ অধ্যাপক এইচ ভোঁ গ্ৰোচেনেপে 'অসমীয়া সাহিত্যৰ চানেকি'ৰ এটা অংশ তেওঁৰ গৱেষণা গ্ৰন্থখনত প্ৰকাশ কৰিবলৈ বিচাৰিছিল, এয়া নিশ্চয় গৌৰৱৰ কথাই আছিল।

ড° সূৰ্যকুমাৰ ভূঞাৰ মতে—"যিমান দিন অসমত শিক্ষা-দীক্ষাৰ আদৰ থাকে, তিমান দিন হেমচন্দ্ৰ গোস্বামীৰ নাম অসমীয়াৰ মাজত স্মৰণীয় হৈ থাকিব।" শিশুসকলক সৰুৰে পৰা অসমীয়া ভাষা-সংস্কৃতি আৰু শিক্ষাৰ ক্ষেত্ৰত আগ্ৰহী কৰি তুলিবলৈ হেমচন্দ্ৰ গোস্বামীয়ে অসমৰ প্ৰথম শিশু আলোচনী 'অৰুণ' সম্পাদনা কৰিছিল। সকলো অসমীয়াই বিদ্যা-শিক্ষা অৰ্জন কৰি যাতে নিজৰ অধিকাৰখিনি সাব্যস্ত কৰিব পাৰে আৰু পৃথিৱীৰ আন জাতিৰ সৈতে ভাষা-সাহিত্য, ৰাজনীতি, অৰ্থনীতি আৰু অন্যান্য ক্ষেত্ৰত যাতে অসমীয়া জাতিটোও সমানে আগবাঢ়ি যায়, সেয়াই আছিল হেমচন্দ্ৰৰ একমাত্ৰ চিন্তা। 'কৰ্মপ্ৰাণ' এইগৰাকী ব্যক্তিৰ বিষয়ে জ্ঞানদাভিৰাম বৰুৱাই কৈছিল—"কোনোৱে যদি মোক কয়— এটা কথাৰে হেম গোসাঁইৰ বিষয়ে কোৱা, মই কওঁ— কৰ্ম।" হেমচন্দ্ৰ গোস্বামীৰ কৰ্ম আৰু সাধনাই আজি সকলোকে নিশ্চয় নিজৰ ভাষা আৰু জাতিটোৰ বাবে কাম কৰিবলৈ প্ৰেৰণা যোগাব।



# কনকলাল বৰুৱা

কনকলাল বৰুৱা আছিল 'জোনাকী'ৰ চতুৰ্থগৰাকী সম্পাদক। তেওঁ একেধাৰে কবি, প্ৰবন্ধকাৰ, নাট্যকাৰ, বুৰঞ্জীবিদ, প্ৰত্নতত্ত্ববিদ, ৰাজনীতিক আৰু অসম চকাৰৰ উচ্চপদস্থ বিষয়া আছিল। স্বদেশ হিতৈষী, কৰ্মবীৰ এইজনা ব্যক্তিয়ে চৰকাৰী সুবিধা আদায় কৰি আৰু ৰাইজৰ পৰা টকা তুলি অ'ৰ-ত'ৰ পৰা পুৰণি কীৰ্তিচিহ্ন, ঐতিহাসিক সমল যোগাৰ কৰি গঢ়ি তুলিছিল অসমৰ যাদুঘৰ (বৰ্তমানে ৰাজ্যিক সংগ্ৰহালয়)। উদ্যোগ আৰু কৃষি বিভাগৰ সঞ্চালক হিচাপে কাম কৰি থকাকালতে তেওঁ অনেক উদ্যোগ প্ৰতিষ্ঠান আৰু কৃষিপাম গঢ়ি তুলিছিল একেবাৰে ব্যক্তিগত প্ৰচেষ্টাত। বিভিন্ন চৰকাৰী কাম আৰু মন্ত্ৰিত্বৰ দৰে দায়িত্বপূৰ্ণ পদত থাকিও অসমৰ বুৰঞ্জী-সংস্কৃতি আৰু ভাষা-সাহিত্যলৈ বৰঙণি যোগাই গৈছে হাড়ে-হিমজুৱে অসমীয়া এইজনা ব্যক্তিয়ে।

কনকলাল বৰুৱাই বেছিভাগ ৰচনাই লিখিছিল ইংৰাজী ভাষাত। ইয়াৰ কাৰণ আছিল অনা-অসমীয়া ব্যক্তিসকলক অসমীয়াৰ মহান সংস্কৃতিৰ বিষয়ে বুজাই দিয়া। টাই-চুট পিন্ধি প্ৰায়েই চাহাবৰ আদব-কায়দাত থকা এইজনা ব্যক্তিয়ে অসমীয়া কৃষ্টিক কিমান ভাল পাইছিল বেণুধৰ শৰ্মাই লিখি থৈ যোৱা এইখিনি কথাই তাৰ প্ৰমাণ—"১৯২৯ কি ৩০ চনত শ্বিলঙৰ কেক্কাচ ষ্ট্ৰীটত এদিন আবেলি তেওঁৰ (কনকলাল বৰুৱা) বহাতে চাহ খাবলৈ বহিছো। চাহ-পানীটোপা কাঁহৰ বানবাটিত। জা-জলপানো কাঁহৰ ফুল কটা পাচ্চোৱাত আৰু মুখ ধুই মুখ শুদ্ধি কৰিবলৈ তামোল দুখনো পাণ বঁটা এটাত।" বুৰঞ্জী সন্মিলন, অসম সাহিত্য সভা আদি অনুষ্ঠানত কৃতকাৰ্যতাৰে কাৰ্য সম্পাদন কৰা কনকলাল বৰুৱাই অহৰহ পৰিশ্ৰম আৰু সাধনাৰে ওপৰলৈ উঠাইছে। অৱশ্যে এই শক্তি তেওঁ পাইছে পূৰ্বপুৰুষসকলৰ পৰা।

আহোম ৰজা স্বৰ্গদেৱ প্ৰতাপ সিংহ বা বুদ্ধি স্বৰ্গনাৰায়ণৰ ৰাজত্বকালত (১৬০৩-১৬৪১) অসমৰ মাটি পিয়লৰ কাম কৰিবৰ বাবে মানুহ বিচৰাত বঙ্গৰ পৰা নবাবে পীতাম্বৰ ঘোষক ১৬১৯ খ্ৰীষ্টাব্দত অসমলৈ পঠিয়াই দিলে। বেণুধৰ শৰ্মাৰ মতে, অৱশ্যে পীতাম্বৰ ঘোষ উত্তৰ ভাৰতৰ মানুহ। পীতাম্বৰে উজনিৰ দিহিং নদীৰ পূবৰ চাৰগুৱাত থাকি পিয়লৰ কাম আৰম্ভ কৰিলে আৰু উচ্চ বংশৰ অসমীয়া ছোৱালীক বিয়া কৰালে। বিয়াৰ পাছত দিহিঙৰ গোসাঁইৰ ওচৰত শৰণ লৈ ধৰ্ম-কৰ্ম সকলোতে সম্পূৰ্ণ অসমীয়া হৈ পৰিল। পীতাম্বৰৰ

একমাত্র পুত্ৰৰ নাম লুবই ভাগ বৰকাকতি। লুবইৰ সৰু পুত্ৰ নোমল বৰকাকতি। আহোম ৰজাৰ শক্তিশালী বিষয়া (গদাধৰ সিংহৰ দিনত) আছিল এওঁ। নোমলৰ মাজু পুত্ৰ বলাই। বলাইৰ কনিষ্ঠ পুত্ৰ বৃকোদৰ চাংকাকতি বৰভাণ্ডাৰ বৰুৱা। বৃকোদৰৰ পাঁচজন পুত্ৰৰ চতুৰ্থজনৰ নাম বিকিলা মাজিউ মেলৰ বৰুৱা আছিল। বিকিলাৰ একমাত্ৰ পুত্ৰ কৃষ্ণ দাস ভৰালী বৰুৱা। কৃষ্ণ দাসৰ দুই পুত্ৰৰ ভিতৰত জ্যেষ্ঠজন দুতিৰাম বৰভাণ্ডাৰ বৰুৱা আছিল। তিনিগৰাকী নাৰীক বিয়া কৰোৱা দুতিৰামৰ প্ৰথমা পত্নী আছিল মণিৰাম দেৱানৰ ভগ্নী অৰ্থাৎ দুতিৰামৰ চাৰি পুত্ৰৰ ভিতৰত দুজন (প্ৰিয়লাল আৰু লক্ষ্মীলাল) আছিল মণিৰামৰ নিজা ভাগিন। উজনিৰ পৰা উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যোৱা প্ৰিয়লালেই হ'ল প্ৰথম ছাত্ৰ। ৰজাঘৰীয়া বৰভাণ্ডাৰ বৰুৱা দুতিৰামে ইংৰাজৰ অধীনত দাৰোগা আৰু পাছত ক্ৰিমিনেল চিৰস্তাদাৰৰ চাকৰি কৰিছিল। চিপাহী বিদ্ৰোহৰ সময়ত মণিৰাম দেৱানৰে লগ লাগি ইংৰাজৰ বিৰুদ্ধে নামি পৰাৰ বাবে দুতিৰামক কলিয়াপানীলৈ পঠিয়াই যাবজ্জীৱন কাৰাদণ্ড বিহা হৈছিল। অৱশ্যে ১৮৫৭ চনত কলিয়াপানীলৈ পঠিওৱা দুতিৰামক ছয় বছৰৰ পাছতে ইংৰাজে মুক্তি দিবলৈ বাধ্য হ'ল (পুত্ৰ প্ৰিয়লালৰ অশেষ কষ্টৰ মূৰত) যদিও তেওঁক গুৱাহাটীতে নজৰবন্দী কৰি ৰখা হ'ল। যথাসময়ত দুতিৰামে দুই পুত্ৰ প্ৰিয়লাল আৰু লক্ষ্মীলালৰ বিয়া একেলগে পাতি দিলে। নগাঁৱৰ হলধৰ মুন্সিফৰ জীয়েকক প্ৰিয়লালে আৰু বিখ্যাত মজিন্দাৰ বংশৰ ৰাধাকান্ত বৰুৱা মুন্সিফৰ কন্যা পদ্মাৱতীক লক্ষ্মীলালে বিয়া কৰালে। ১৮৭৩ চনত দুতিৰাম বৰুৱাৰ মৃত্যু হৈছিল।

প্ৰথমতে গুৱাহাটীৰ কাছাৰীত জুডিচিয়েল চুপাৰিণ্টেণ্ডেণ্ট, তাৰ পাছত ক্ৰমে শ্বিলঙত সচিবালয়ৰ হেড ক্লাৰ্ক আৰু ডিব্ৰুগড়ত জুডিচিয়েল চুপাৰিণ্টেণ্ডেণ্ট হিচাপে লক্ষ্মীলালে কাম কৰিলে। তাৰ পাছত ধুবুৰী আৰু গোৱালপাৰাত মুন্সিফৰ চাকৰি কৰিলে। এই লক্ষ্মীলালৰে চতুৰ্থ সন্তান কনকলাল বৰুৱাৰ ১৮৭২ চনত (১৬ ডিচেম্বৰ?) গুৱাহাটীত জন্ম হয়। গুৱাহাটীত জন্ম ল'লেও চাকৰিয়াল পিতৃৰ সৈতে ডিব্ৰুগড়, ধুবুৰী, গোৱালপাৰা, বৰপেটা আদি ঠাইত শৈশৱকাল অতিবাহিত কৰে। ছয় বছৰ বয়সত তেওঁৰ বিদ্যাৰম্ভ হয় বৰপেটাত। লক্ষ্মীলাল বৰুৱাৰ আছিল আঠটা সন্তান। কিন্তু তেওঁ তেওঁলোকক কাৰ্যক্ষম কৰি তোলাৰ বাবে সময় নাপালে। ১৮৮০ চনত লক্ষ্মীলালৰ মৃত্যু হয়। পিতাকৰ মৃত্যুৰ পাছত কনকলাল বৰুৱাহঁতে গুৱাহাটীত থিতাপি ল'লে। সেই সময়ত কনকলালৰ ঘৰৰ ওচৰতে থাকিছিল হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱা। তেওঁ কনকলালৰ পঢ়া-শুনাৰ চোৱা-চিতা কৰি দিছিল।

সৰুৰে পৰা চোকা বুদ্ধিৰ আৰু সাহিত্যত ৰাপ থকা ছাত্ৰ কনকলাল

বৰুৱাই হাইস্কুলত পঢ়ি থকা অৱস্থাতে 'আসাম বন্ধু'ত লিখা-মেলা কৰিছিল। ১৮৮৮ চনত তেওঁ গুৱাহাটী কলেজিয়েট হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰিলে। কৈ থোৱা ভাল হ'ব যে বিখ্যাত মাণিকচন্দ্ৰ বৰুৱা আছিল কনকলালৰ ভিনিহিয়েক (আৰু সাহিত্যিক সত্যনাথ বৰা আছিল ভনী জোঁৱাই), সেইবাবেই কনকলালক কলিকতালৈ উচ্চ শিক্ষা ল'বৰ বাবে আৰ্থিকভাৱে সহায় কৰিলে মাণিকচন্দ্ৰই।

কনকলাল বৰুৱাই কলিকতাৰ জেনেৰেল এচেম্বলী কলেজত এফ এ শ্ৰেণীত নাম লিখালে আৰু থাকিবলৈ ল'লে ৬৭ নম্বৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ অসমীয়া ছাত্ৰৰ মেছত। কলিকতালৈ যোৱাৰ আগে-পিছে চাৰিটা মৃত্যুৱে কনকলালৰ মানসিক জগতত তোলপাৰ লগালে। সেয়া আছিল ১৮৮৮ চনত অভিভাৱক স্বৰূপ ভিনিহিয়েক হোমেশ্বৰ বৰুৱা আৰু দ্বিতীয়া বাইদেউ স্বৰ্ণলতাৰ মৃত্যু আৰু ১৮৯০ চনত আকৌ মাতৃ পদ্মাৱতী আৰু কনিষ্ঠা ভগ্নীৰ মৃত্যু হয়। এই চাৰিওগৰাকীৰে মৃত্যুৰ কাৰণ আছিল ভয়ানক ক'লাজ্বৰ। ১৮৯১ চনত এফ এ পাছ কৰাৰ পাছত ১৮৯৪ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হৈ আইন পঢ়াৰ বাবে তেওঁ নাম লিখালে। কিন্তু ইমানদিনে পঢ়াৰ খৰচ যোগোৱা মাণিকচন্দ্ৰৰ ব্যৱসায় ডুবি যোৱাত তেওঁ কনকলালক সহায় কৰিব নোৱাৰ হ'ল। ধৈৰ্য নেহেৰুৱালে কনকলালে। পঢ়াৰ খৰচ উলিয়াবলৈ 'ভূগোল শিক্ষা' নামৰ এখন কিতাপ (স্কুলসমূহৰ পাঠ্যপুথি) লিখিলে আৰু বিভিন্ন ইংৰাজী কাকতে-পত্ৰই প্ৰবন্ধ লিখিবলৈ ল'লে। তদুপৰি (কৰ্মবীৰ) নবীনচন্দ্ৰ বৰদলৈৰ গৃহ শিক্ষক হিচাপে কনকলালে ২৫ টকাকৈ মাননি পাইছিল। ১৮৯৬ চনত কনকলাল বৰুৱাই বি এল পাছ কৰিলে।

১৮৭২ চনৰ পূৰ্বৰে পৰা কলিকতাত পঢ়া-শুনা কৰা অসমীয়া ছাত্ৰসকলে গঢ়ি তোলা এখন সভা আছিল। 'অসমীয়া সাহিত্য সভা' নামৰ এই সভাৰ উদ্যোক্তা আছিল গঙ্গাগোবিন্দ ফুকন, মাণিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱা। এই সভাই ১৮৮৮ চনৰ ২৫ আগষ্টত পৰিৱৰ্তিত হৈ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' নামেৰে নতুন ৰূপত গঢ় লৈ উঠিছিল। এই সভাৰ গঢ় দিওঁতাসকলৰ ভিতৰত কনকলাল বৰুৱা আছিল অন্যতম। প্ৰথম বছৰত এই সভাৰ সম্পাদক শিৱৰাম শৰ্মা বৰদলৈ, দ্বিতীয় বছৰত কমলচন্দ্ৰ শৰ্মা, তাৰ পাছত আছিল ৰমাকান্ত বৰকাকতি আৰু লক্ষ্মীনাথ বেজবৰুৱা।

চন্দ্ৰ কুমাৰ আগৰৱালা প্ৰতিষ্ঠিত কাকতত 'জোনাকী'য়ে ১৮৮৯ চনৰ ১৩ জানুৱাৰীত আত্মপ্ৰকাশ কৰিছিল। চন্দ্ৰ কুমাৰৰ পাছত হেমচন্দ্ৰ গোস্বামী, গোস্বামীৰ পাছত লক্ষ্মীনাথ বেজবৰুৱা আৰু বেজবৰুৱাৰ পাছত কনকলাল বৰুৱা 'জোনাকী' কাকতৰ সম্পাদক আছিল এবছৰকাল। সম্পাদক থকা

সময়ত কনকলাল আছিল বি এ মহলাৰ ছাত্ৰ। মাথো সাহিত্য চৰ্চাই নহয়, তেওঁ কলিকতাৰ অসমীয়া ছাত্ৰক লৈ বিভিন্ন সময়ত নাটকো কৰিছিল। এই ধৰণৰ নাটক কৰাৰ ক্ষেত্ৰত কনকলালৰ উৎসাহ আছিল চকুত লগা। তেওঁ পুৰুষ-নাৰী সকলো ধৰণৰ চৰিত্ৰতে অভিনয় কৰিছিল। পাছত অসমলৈ আহিও নাটক কৰিবলৈ এৰা নাছিল।

১৮৯৬ চনত বি এল ডিগ্ৰী লাভ কৰি কনকলাল বৰুৱাই গুৱাহাটীত ওকালতি আৰম্ভ কৰিলে। ইতিপূৰ্বে ১৮৮৯ খ্ৰীষ্টাব্দত গুৱাহাটীলৈ আহি সত্যনাথ বৰাই ওকালতি আৰম্ভ কৰিছিল। তেওঁ আছিল গুৱাহাটীৰ প্ৰথম অসমীয়া উকীল আৰু গুৱাহাটীত ব্যৱসায় আৰম্ভ কৰা প্ৰথম বি এল। কৈ আহিছোৱেই, সত্যনাথ বৰা কনকলাল বৰুৱাৰ ভনী জোঁৱায়েক আছিল। ভনী জোঁৱায়েকৰ উৎসাহত কনকলালে মৰ্যাদা সহকাৰে আইনৰ ব্যৱসায় আৰম্ভ কৰে। তেওঁ থাকিবলৈ লয় ভিনিহিয়েক মাণিকচন্দ্ৰ বৰুৱাৰ সৈতে গুৱাহাটীৰ উজান বজাৰৰ এক টিলাত। ১৮৯৮ চনত উত্তৰ গুৱাহাটীৰ ৰৰুৱা বংশৰ ভুৱনেশ্বৰীক মাণিকচন্দ্ৰৰ ঘৰৰ পৰাই বিয়া কৰালে ২৭ বছৰীয়া কনকলাল বৰুৱাই।

মাথো চাৰি বছৰহে ওকালতি কৰিলে কনকলাল বৰুৱাই। ১৯০০ চনৰ চাৰি ছেপ্টেম্বৰত এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ হিচাপে তেওঁ চৰকাৰী চাকৰিত যোগ দিলে আৰু শিৱসাগৰত থাকিবলৈ ল'লে। তেওঁ চাৰি বছৰকাল তাত আছিল। শিৱসাগৰত থকা সময়ত বিভিন্ন সাহিত্য সভা আৰু নাটকৰ দলৰ সৈতে জড়িত হৈ পৰিছিল। শিৱসাগৰত তেওঁ বহুবাৰ নাটক কৰিছিল। ১৯০৪ চনত পদোন্নতি লৈ তেওঁ যায় চুনামগঞ্জলৈ। সেই সময়ত চুনামগঞ্জলৈ গৈ থাকিব লগা হোৱা কনকলাল দ্বিতীয় অসমীয়া ব্যক্তি আছিল। তেওঁৰ পূৰ্বে নগাঁৱৰ নিৰঞ্জন বৰা চুনামগঞ্জৰ দাৰোগা হৈ আছিল। সকলোৰে লগত মিলি-জুলি চাৰি বছৰকাল সুখ্যাতিৰে এছ ডি অ' হিচাপে কাম কৰি কনকলাল বৰুৱা বদলি হ'ল বৰপেটালৈ। ১৯০৯ চনৰ এক নৱেম্বৰৰ দিনাখন বৰুৱাই বৰপেটাৰ মহকুমাধিপতি হিচাপে যোগদান কৰে। বৰপেটালৈ আহি তেওঁ বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে জড়িত হৈ পৰিছিল। ইতিমধ্যে কনকলালৰ জীৱনলৈ এক ভয়ঙ্কৰ দিন আহি পৰিল। ১৯১২ চনৰ মাৰ্চ মাহত তেওঁৰ সন্তান সম্ভৱা পত্নীৰ গুৱাহাটীত মৃত্যু হ'ল। অতি মৰমিয়াল আৰু বিদুষী এইগৰাকী মহিলাই মৃত্যুৰ সময়ত এজনী ছোৱালী জন্ম দিছিল যদিও কিছুদিনৰ পাছত কেঁচুৱাটিৰো মৃত্যু হৈছিল। চাৰিজন পুত্ৰ আৰু এজনী কন্যা সন্তানক লৈ পুনৰ জীৱন আৰম্ভ কৰিছিল বৰুৱাই। অৱশ্যে পাছত ১৯১২ চনৰ নৱেম্বৰ মাহত কনকলাল বৰুৱাই আত্মীয়-স্বজনৰ হেঁচাত আৰু সন্তানকেইটাৰ মুখলৈ চাই ভুৱনেশ্বৰীৰে ভগ্নী ১৫ বছৰীয়া প্ৰেমদা বৰুৱাক

বিয়া কৰালে।

১৯১৬ চনৰ এক জানুৱাৰীত কনকলাল বৰুৱাই 'ৰায়বাহাদুৰ' উপাধি লাভ কৰিছিল। ১৯১৭ চনৰ মাৰ্চ মাহত বৰপেটাৰ পৰা যোৰহাটলৈ অস্থায়ীভাৱে বদলি হৈছিল আৰু সেই বছৰৰে জুন মাহত গোৱালপাৰালৈ বদলি হৈছিল। পাৰিবাৰিক আৰু চৰকাৰী কামৰ হেঁচাৰ মাজতো অধ্যয়ন পিপাসু কনকলাল বৰুৱাই অহৰহ পঢ়া-শুনা কৰিছিল। এই বিষয়ে সেই সময়ত গোৱালপাৰাত এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ হিচাপে চাকৰি কৰা সাহিত্যিক কালিৰাম মেধিয়ে লিখিছে—"তেওঁ নভেল বা অসাৰুৱা কিতাপ নপঢ়ি গৱেষণামূলক কিতাপ পঢ়াহে দেখিছিলো আৰু চৰকাৰী কামৰ মাজত তেওঁৰ অনুসন্ধানমূলক আলোচনা দেখি আচৰিত মানিছিলো।" মাথো গোৱালপাৰাতেই নহয়, শিৱসাগৰত চাকৰি কৰাৰো আগৰে পৰা পুৰাতত্ত্ব সম্পৰ্কীয় অনুসন্ধানত একাণপৰীয়াকৈ লাগিছিল। ১৯১৮ চনৰ মাজ ভাগৰ পৰা (জুন জুলাই) কনকলাল বৰুৱাৰ চাকৰি সলনি হ'ল। তেওঁ ভাৰত চৰকাৰৰ উদ্যোগ আয়োগ (Royal Industrial Commission)ত অসমৰ সদস্য হিচাপে নিযুক্তি পালে। তেতিয়াৰে পৰা অসমৰ শিল্পানুষ্ঠান সম্পৰ্কে এখন প্ৰতিবেদন প্ৰস্তুত কৰাৰ দায়িত্ব তেওঁৰ ওপৰত পৰিল। তাৰ পাছত ছেপ্টেম্বৰ মাহৰ পৰা শ্বিলঙত তেওঁ ৰেজিষ্টাৰ অৱ কো-অপাৰেটিভ আৰু শিল্প বিভাগৰ সঞ্চালক, এই দুটা দায়িত্বত থাকি চৰকাৰী কাম চলাই গ'ল। প্ৰাদেশিক চৰকাৰৰ অধীনৰ কো-অপাৰেটিভৰ প্ৰথম ৰেজিষ্টাৰ হিচাপে এই বিভাগৰ যিটো নিয়মাৱলী বৰুৱাই ৰচনা কৰিছিল, সেয়া আজিও চলি আছে। ১৯২৭ চনৰ শেহভাগত কনকলাল বৰুৱাই চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে।

অতি ৰুচিসম্পন্ন মানুহ বৰুৱাদেৱ। কামতো তেনেদৰেই তেওঁ শৃঙ্খলাবদ্ধ আৰু নিখুঁত। শিল্প আৰু কৃষি বিভাগৰ সঞ্চালকৰ দৰে মৰ্যাদাপূৰ্ণ কামত তেওঁ দক্ষতা দেখুৱাইছিল, এই শৃঙ্খলাবদ্ধতা আৰু নিখুঁত-পাৰিপাটি গুণৰ বাবেই। সেইদৰে সামাজিক কামতো তেওঁ আছিল সদায়েই আগৰণুৱা। শ্বিলঙলৈ গৈয়েই তেওঁ 'অসম ক্লাব'ক শক্তিশালী কৰিছিল আৰু তাত থকা সুদীৰ্ঘ কালছোৱাত তেওঁ এই ক্লাবৰ স্থায়ী সভাপতি আছিল। কনকলাল বৰুৱাৰ উদ্যোগতে প্ৰখ্যাত সদাগৰ ভোলানাথ বৰুৱাৰ খৰচত শ্বিলঙত 'বি বৰুৱা মঞ্চ' আৰু তেনেদৰে শিৱপ্ৰসাদ বৰুৱাৰ পৰা দান লৈ 'শিৱপ্ৰসাদ বৰুৱা হল' সাজা হৈছিল। শ্বিলঙক সংস্কৃতি চৰ্চাৰ ক্ষেত্ৰত এই দুটা 'হল আৰু মঞ্চ'ৰ অৰিহণা বহুত। শ্বিলঙত তেতিয়া 'প্ৰাচীন কামৰূপী নৃত্যসংঘ' আৰু অসম ক্লাবৰ নাট্য শাখা গঠন কৰোতে প্ৰধান উদ্যোক্তা আছিল কনকলাল বৰুৱা। শ্বিলঙৰ গণেশ দাস হাস্পতাল নিৰ্মাণৰ মূল উদ্যোক্তাও আছিল তেওঁ। বৰুৱাই

গণেশ দাসৰ পৰা সেই হাস্পতাল নিৰ্মাণ কৰিবলৈ ৪০ হেজাৰ টকাৰ দান লৈছিল।

১৯২৪ চনৰ ১৯ আৰু ২০ এপ্রিলত অনুষ্ঠিত অসম সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক অধিবেশনৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল কনকলাল বৰুৱা। পাছত ১৯৩৭ চনত সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিত্বৰ ভাৰো তেওঁৰ হাততে অৰ্পণ কৰা হৈছিল।

চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি তেওঁ অসম ব্যৱস্থাপক সভালৈ বাণিজ্য আৰু শিল্প বিভাগৰ সমষ্টিৰ পৰা (Commerce and Industry seat) প্রতিদ্বন্দ্বিতা কৰিছিল। নিৰ্বাচনত জয়লাভ কৰি তেওঁ ১৯২৯ চনৰ ১৩ জুনত অসম ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হৈছিল। তেতিয়াৰ দিনত অসমত মুঠ চাৰিজন মন্ত্ৰী থাকিছিল গৱৰ্ণৰৰ অধীনত। তাৰে নিৰ্বাচিত মন্ত্ৰী দুজন আৰু গৱৰ্ণৰৰ এক্সিকিউটিভ কাউন্সিলৰ সদস্য দুজন। নিৰ্বাচিত মন্ত্ৰী দুজনৰ এজন অসম উপত্যকাৰ কনকলাল বৰুৱা আৰু আনজন সুৰমা উপত্যকাৰ মৌলবী আব্দুল হামিদ। সেই সময়ত গৱৰ্ণৰ ছাৰ লৌৰি হেমেণ্ড (১৯২৭-৩২ চন)ৰ কাউন্সিলৰ সদস্য দুজন আছিল আৰ্থাৰ উইলিয়াম বোথাম আৰু ছাৰ চৈয়দ মহম্মদ চাদুল্লা। কনকলাল বৰুৱাই স্বায়ত্তশাসন বিভাগৰ মন্ত্ৰী হিচাপে দায়িত্বভাৰ গ্ৰহণ কৰিছিল। বৰুৱাদেৱে ১৯২৯ চনৰ পৰা ১৯৩৭ চনলৈ একেৰাহে আঠ বছৰৰ বাবে মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিছিল।

মন্ত্ৰী হৈ থকা কালছোৱাতে কনকলাল বৰুৱাৰ বিখ্যাত গ্ৰন্থ 'প্ৰাচীন কামৰূপৰ বুৰঞ্জী' (Early History of Kamrup) প্রকাশ পাইছিল (১৯৩৩)। ৩৪২ পৃষ্ঠাৰ এই গ্ৰন্থখন ৰচনা কৰোতে তেওঁ শিলালিপি, তামৰ ফলি আৰু অলেখ সাঁচিপতীয়া পুথিৰ সহায় লৈছিল। প্ৰাক্ ঐতিহাসিক যুগৰ পৰা ষোল্লশ শতিকাৰ শেষ ভাগলৈ অসমৰ কথা এই বুৰঞ্জীত প্ৰকাশ পাইছিল। বৰুৱাই এই কাম কৰিছিল অতি সততা, নিষ্ঠা আৰু বিশ্বাসযোগ্যতাৰে। এই গ্ৰন্থখনৰ প্ৰকাশৰ কালছোৱাত অতি দায়িত্বপূৰ্ণ মন্ত্ৰী হৈ থকা সময়তো গ্ৰন্থখনৰ সকলো 'প্ৰুফ' তেওঁ নিজেই প্ৰেছত বহি চাইছিল।

১৯১২ চনৰ সাত এপ্রিলতে গুৱাহাটীত অনুষ্ঠিত এখন সভাত 'কামৰূপ অনুসন্ধান সমিতি' গঠনৰ সিদ্ধান্ত লোৱা হৈছিল। সেই সময়ত গুৱাহাটীৰ বাহিৰত চাকৰি কৰি থকা হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা আৰু কালিৰাম মেধিয়েও যিমান পাৰে এই সমিতিৰ সৈতে যোগাযোগ ৰক্ষা কৰি চলিছিল। প্ৰাচীন কামৰূপৰ পুৰাতত্ত্ব, মুদ্ৰা, তাম্ৰলিপি, শিলালিপি, অস্ত্ৰ-শস্ত্ৰ, শিল্পকলা আদিৰ অনুসন্ধান আৰু সংগ্ৰহ কৰাই এই সমিতিৰ উদ্দেশ্য আছিল। হেমচন্দ্ৰ গোস্বামী, জ্ঞানদাভিৰাম বৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালা (অস্থায়ী)ৰ পাছত ১৯২৮ চনত কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি নিৰ্বাচিত হৈছিল কনকলাল

বৰুৱা। ১৯৩৩ চনৰ এপ্ৰিল মাহৰ পৰা সমিতিৰ মুখপত্ৰ স্বৰূপ 'The Journal of the Assam Research society' প্ৰকাশ পাবলৈ ধৰিলে। তিনিমহীয়া এই আলোচনীখনৰ সম্পাদকৰ দায়িত্ব বহন কৰাৰ উপৰি শ্বিলঙৰ নেপালী প্ৰেছত বহি বৰুৱাই আলোচনীখনৰ 'প্ৰুফ' নিজেই চাইছিল। ১৯৩৯ চনৰ ডিচেম্বৰ মাহলৈ এই আলোচনীখন নিয়মীয়াকৈ প্ৰকাশ পাইছিল। অনুসন্ধান সমিতিৰ তৰফৰ পৰাই ১৯৩৩ চনত বৰোদাত অনুষ্ঠিত প্ৰাচ্য সন্মিলনলৈ তেওঁ প্ৰতিনিধি স্বৰূপে গৈছিল। কামৰূপ অনুসন্ধান সমিতিৰ পাছতেই তেওঁ অসমত সংগ্ৰহালয় বা যাদুঘৰ নিৰ্মাণৰ বাবে দেহে-কেহে খাটিছিল। এই নিমিত্তে তেওঁ চৰকাৰৰ পৰা ১০ হেজাৰ টকাৰ অনুদান, বিভিন্ন জিলাৰ উপায়ুক্ত আৰু মহকুমাধিপতিসকলৰ যোগেদি ৯৭০০ টকাৰ চান্দা আৰু ডিব্ৰুগড়ৰ ৰায়বাহাদুৰ নৌপত ৰায় কেভিয়াৰ পৰা আঠ হেজাৰ টকাৰ মোটা দান সংগ্ৰহ কৰিছিল। সংগ্ৰহালয়ৰ সকলো কাম যাতে ভালদৰে পৰিচালিত হয়, তাৰ বাবে প্ৰশিক্ষণ ল'বলৈ প্ৰেমধৰ চৌধুৰীক কলিকতালৈ পঠিয়াইছিল।

১৯৩৯ চনৰ শেহ ভাগত পকীঘৰৰ সংগ্ৰহালয় নিৰ্মাণৰ কাম সম্পূৰ্ণ হৈছিল। সংগ্ৰহালয় ভৱনটো থিয় কৰাবলৈ বৰুৱাই কৰা পৰিশ্ৰমৰ তুলনা নাই। সংগ্ৰহালয় নিৰ্মাণৰ পাছত বৰুৱাই ভাবিছিল, ১৯৪০ চনৰ আগভাগত সংগ্ৰহালয় মুকলি কৰা হ'ব। সেই ইচ্ছাৰেই ডিচেম্বৰ (১৯৩৯ চন) মাহত সৰ্বভাৰতীয় হিষ্টৰিকেল ৰেকৰ্ড কমিছনত যোগ দিবৰ বাবে কলিকতালৈ যাত্ৰা কৰিলে। কলিকতাত তেওঁ অসুস্থ হৈ পৰিল আৰু বেছ কিছুদিনৰ পাছত ১৯৪০ চনৰ আঠ জানুৱাৰীৰ পুৱা চাৰি বজাত কনকলাল বৰুৱাৰ বিয়োগ ঘটিল। ৬৭ বছৰীয়া জীৱনকালত বৰুৱাই অসমীয়া জাতি-ভাষা আৰু সংস্কৃতিলৈ যি অৱদান আগবঢ়াই গ'ল, সেয়া বিৰল।

কনকলাল বৰুৱাই বৰ বেছি গ্ৰন্থ ৰচনা কৰা নাছিল যদিও সেই সময়ৰ ইংৰাজী, অসমীয়া আলোচনীবোৰত তেওঁৰ অসংখ্য গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ পাইছিল। জীৱনত বহু কৰ্ম কৰিলেও, মান-সন্মান পালেও সংগ্ৰহালয়ৰ দুৱাৰ মুকলি কৰাৰ ইচ্ছা তেওঁৰ মনতে থাকি গ'ল। তেওঁৰ মৃত্যুৰ পাছত ১৯৪০ চনৰ ২১ এপ্ৰিলৰ দিনাখন তেতিয়াৰ অসমৰ গৱৰ্ণৰ ছাৰ ৰ'বাৰ্ট নীল ৰীডে আনুষ্ঠানিকভাৱে সংগ্ৰহালয়ৰ দ্বাৰ মুকলি কৰি ৰাইজৰ বাবে অৰ্পণ কৰে।



(৪৮)

# নবীন চন্দ্ৰ বৰদলৈ

সাহিত্য চৰ্চা, সাংগঠনিক দক্ষতা, সঙ্গীত, ৰাজনীতি, খেলা-ধূলা, ওকালতি... সকলো ক্ষেত্ৰতে বিশেষ প্ৰতিভা আছিল নবীন চন্দ্ৰ বৰদলৈৰ। নিজৰ ব্যক্তিত্বৰ গুণত জীৱিতকালতে তেওঁ ৰাইজৰ যিমান মৰম-সন্মান পাইছিল, সেয়া বিৰল। ৰাইজে তেওঁক 'কৰ্মবীৰ' আখ্যা দিছিল, আনফালে আকৌ প্ৰখ্যাত কংগ্ৰেছী নেতা ভুলাভাই দেশায়ে মৃত্যুৰ পাছত এক শোক-বাণীত তেওঁক 'অসমৰ মুকুটবিহীন সম্ৰাট' বুলি অভিহিত কৰিছিল। কৰ্মবীৰ বৰদলৈয়ে সবাতোকৈ গুৰুত্ব দিছিল, দেশৰ স্বাৰ্থ, ৰাইজৰ স্বাৰ্থ আৰু কংগ্ৰেছৰ স্বাৰ্থ। অন্ততঃ ভাৰতৰ স্বাধীনতাৰ সময়ছোৱালৈকো তেওঁ জীয়াই থকা হ'লে এগৰাকী সৰ্বভাৰতীয় নেতা হিচাপে নিশ্চয় প্ৰসিদ্ধি পালেহেঁতেন!

১৮৭৫ চনৰ তিনি নৱেম্বৰত নবীন চন্দ্ৰৰ জন্ম উত্তৰ গুৱাহাটীত। তেওঁৰ পিতৃৰ নাম ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ আৰু মাতৃৰ নাম সোমেশ্বৰী দেৱী আছিল। মাধৱচন্দ্ৰ বৰদলৈ চৰকাৰৰ উচ্চ পদস্থ কৰ্মচাৰী আছিল। তদুপৰি তেওঁ আছিল কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ পৰীক্ষক।

নবীন চন্দ্ৰই শৈশৱকাল অতিবাহিত কৰিছিল উত্তৰ গুৱাহাটীত। সেই সময়ত ঘোঁৰাত উঠা, নাও বোৱা, সাঁতোৰা, চিকাৰ কৰা আদি সকলো ক্ষেত্ৰতে তেওঁ আছিল পাৰ্গত। পাছত তেজপুৰত দেউতাকৰ ওচৰত থাকি ১৮৯২ চনত তেওঁ তেজপুৰ হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ চেণ্ট জেভিয়াৰ্চ কলেজৰ পৰা ১৮৯৪ চনত এফ এ আৰু তাৰ পাছত প্ৰেছিডেন্সী কলেজৰ পৰা ১৮৯৬ চনত বি এ পাছ কৰে। পাছত এম এ আৰু ল শ্ৰেণীত নামভৰ্তি কৰে যদিও এম এ পঢ়া সম্পূৰ্ণ নকৰি ল পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৯৯ চনত গুৱাহাটীলৈ প্ৰত্যাৱৰ্তন কৰে আৰু ওকালতি আৰম্ভ কৰে। ওকালতি কৰি তেওঁ যথেষ্ট সুনাম আৰু ধন-সম্পদ অৰ্জন কৰিছিল। সেই সময়তে তেওঁক চৰকাৰে মেজিষ্ট্ৰেট পদ যাচিছিল যদিও ইংৰাজৰ অধীনত চাকৰি কৰিবলৈ তেওঁ অসন্মত হয়। গুৱাহাটীত কেইবছৰমান ওকালতি কৰাৰ পাছত ১৯০৮ চনৰ পৰা ১৯১৮ চনলৈ কলিকতা হাইকোৰ্টত ওকালতি কৰে। মাতৃ নৰিয়াত পৰাৰ খবৰ পাই তেওঁ উভতি আহিছিল গুৱাহাটীলৈ। অৱশ্যে মাতৃৰ মৃত্যুৰ পাছত তেওঁৰ আৰু কলিকতালৈ ওকালতি কৰিবলৈ যোৱা নহ'ল। কলিকতাত থকাৰ কালতেই বিপিনচন্দ্ৰ পাল, দেশবন্ধু চিত্তৰঞ্জন দাস আদিৰ

সৈতে তেওঁৰ সম্পৰ্ক ঘটে আৰু স্বাধীনতা আন্দোলনত মন-প্ৰাণ সঁপিবলৈ ইচ্ছা কৰে।

১৯০৩ চনত মাণিকচন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, জগন্নাথ বৰুৱা প্ৰভৃতি বিশিষ্ট ব্যক্তিসকলৰ যত্নত 'অসম এছ'চিয়েছন' গঠন কৰা হয়। নবীনচন্দ্ৰই আৰম্ভণিৰে পৰা অসমৰ জাতীয় বিকাশৰ বাবে স্থাপিত বৃহৎ অনুষ্ঠানটোত যোগ দিয়ে। ১৯১৪ চনত এই এছ'চিয়েছনৰ ডিব্ৰুগড় অধিবেশনত বৰদলৈ সভাপতি হৈছিল। ১৯১৯ চনত ইংলণ্ডৰ পাৰ্লিয়ামেণ্ট মহাসভাত ভাৰতৰ শাসন সংস্কাৰৰ বাবে 'মণ্টেগু-চেমচফৰ্ড ৰিফৰ্ম' আলোচনা হয় আৰু এই শাসনতন্ত্ৰৰ পৰা অসমক বাদ দিবলৈ সিদ্ধান্ত লোৱা হয়। এই খবৰ পাই অসম এছ'চিয়েছনৰ সদস্যসকল উত্তেজিত হৈ উঠে আৰু ইয়াৰ বিৰোধিতা কৰিবলৈ নবীনচন্দ্ৰৰ নেতৃত্বত এক প্ৰতিনিধি দল বিলাতলৈ যায় আৰু কৰ্মবীৰে অনেক যুক্তি-তৰ্ক কৰি অসমক মণ্টেগু-চেমচফৰ্ড আইনৰ তলতীয়া কৰা হয়। নহ'লে অসমখন ৰাজনৈতিকভাৱে বহিৰ্ভূত অঞ্চল বুলি জনাজাত হ'লহেঁতেন।

১৯২০ চনৰ পৰা কংগ্ৰেছৰ সৈতে একেবাৰে সম্পৃক্ত হৈ পৰে বৰদলৈ ডাঙৰীয়া। সেই বছৰতেই নাগপুৰ কংগ্ৰেছত তেওঁ মহাত্মা গান্ধীৰ নিৰ্দেশ মতে ৰঙ্গস্বামী আয়েঙ্গাৰৰ সহকাৰী হৈ কংগ্ৰেছৰ নতুন নিয়মাৱলীখন প্ৰণয়ন কৰাত সহায় কৰে। ১৯২১ চনৰ এপ্ৰিল মাহত অসহযোগ আন্দোলনৰ প্ৰধান জননায়ক হিচাপে অসমত এই আন্দোলন তীব্ৰ ৰূপত চলাই নিয়ে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ সহযোগিতাত। সেই সময়তে দুয়োজনে ওকালতি ত্যাগ কৰি দেশ সেৱাৰ কামত আত্মনিয়োগ কৰে। লাহে লাহে স্বাধীনতা আন্দোলনে অসমত তীব্ৰ ৰূপ ধাৰণ কৰে। আন্দোলনৰ সফলতা দেখি ইংৰাজ চৰকাৰ শঙ্কিত হৈ পৰে। ফলত নবীন চন্দ্ৰ বৰদলৈক তিনিবাৰকৈ গ্ৰেপ্তাৰ কৰে আৰু মুঠ ডেৰ বছৰৰ কাৰাবাসৰ নিৰ্দেশ দিয়ে।

কৰ্মবীৰ বৰদলৈয়ে নিজৰ সাহিত্য প্ৰতিভাৰ বিকাশ কৰাৰ সুবিধা পায় কাৰাবাসৰ সময়তে। সেই সময়তে 'কৃষ্ণ-লীলা' নাটক প্ৰমুখ্যে ছয়খন কিতাপ লিখে। কৈ থোৱা উচিত হ'ব যে নবীন চন্দ্ৰ বৰদলৈয়ে ছাত্ৰাৱস্থাৰ পৰাই সাহিত্য চৰ্চা কৰিছিল। সেই সময়ত কলিকতাৰ পৰা প্ৰকাশিত 'জোনাকী', 'বিজুলী' আদি কাকতত লিখি সাহিত্য সৃষ্টিত হাত পকাইছিল। তাৰ পাছত তেওঁৰ দ্বাৰা ৰচিত সঙ্গীত, কবিতা, প্ৰবন্ধ আদি 'ঊষা', 'বাঁহী', 'আসাম বান্ধৱ' আদি কাকততো প্ৰকাশ পাইছিল। তেওঁৰ জাতীয় চেতনাৰে সমৃদ্ধ সঙ্গীত— "ডেকা-গাভৰুৰ দল/বীৰ বীৰাঙ্গনাৰ দল/নতুন তেজেৰে ৰাঙলী ৰূপহী/কৰহি ধৰণী তল/খোজৰ ভৰত কঁপক ধৰণী/তৰুণ চকুত জ্বলক অগনি/শত-সহস্ৰ মৃত্যু নেওচি/বল আগুৱাই বল" বা "শ্যাম বৰ্ণীয়া অসমী আই [illegible]

আদি গীতবোৰে সেই সময়ত দেশত নতুন উদ্দীপনা জগাই তুলিছিল। তেওঁ নিজেও গান গাইছিল আৰু বাদ্যযন্ত্ৰ বজাইছিল। কেইবাখনো গ্ৰন্থ, নাটক আদি লিখাৰ বাহিৰেও বৰদলৈয়ে শ্বেক্সপীয়েৰৰ তিনিখন নাটক আৰু উৰ্দু ভাষাত লিখা 'হাতেম তাই' কাহিনী অসমীয়ালৈ অনুবাদ কৰিছিল। ইয়াৰ পৰাই অনুমান কৰিব পাৰি যে সঙ্গীত আৰু সাহিত্যৰ ভাষা 'উৰ্দু' সম্পৰ্কে বৰদলৈৰ যথেষ্ট জ্ঞান আছিল। যশস্বী সাংবাদিক সতীশচন্দ্ৰ কাকতিয়ে লিখিছিল—"সাহিত্যৰ ক্ষেত্ৰত নবীন চন্দ্ৰৰ স্থান প্ৰথম শ্ৰেণীত।"

অসমৰ বিভিন্ন সমস্যা আৰু অভাৱবোৰৰ প্ৰতি তেওঁৰ দৃষ্টি আছিল ছাত্ৰাৱস্থাৰে পৰা। তেতিয়াই তেওঁ গভীৰভাৱে অনুভৱ কৰিছিল যে অসমত উচ্চ শিক্ষাৰ বাবে কলেজ এখনৰ খুবেই অভাৱ। কলিকতাত পঢ়ি থকাকালতো তেওঁ বিভিন্ন ব্যক্তিৰ সৈতে আলোচনা কৰি অসমত কেনেকৈ উচ্চ শিক্ষানুষ্ঠান গঢ়ি তুলিব পাৰি, সেই সম্পৰ্কত আলোচনা চলাইছিল। পাছত তেওঁ হৈছিলগৈ কটন কলেজৰ প্ৰতিষ্ঠাতা স্বৰূপ মাণিকচন্দ্ৰ বৰুৱাৰ অন্যতম সহযোগী। কটন কলেজৰ প্ৰাণ প্ৰতিষ্ঠা কৰা কাৰ্যসূচীত নবীন চন্দ্ৰ বৰদলৈ ডাঙৰীয়াই আনন্দত আত্মহাৰা হৈ উদ্বোধনী গীতত ৰঘুনাথ চৌধাৰীৰ সৈতে হাৰমণিয়াম বজাইছিল।

শিক্ষাবিদ হিচাপেও নবীন চন্দ্ৰ বৰদলৈৰ যথেষ্ট সুনাম আছিল। তেওঁ পদ্মনাথ গোহাঞিবৰুৱাৰ সৈতে কলিকতা বিশ্ববিদ্যালয়ৰ অধীনৰ এণ্ট্ৰেন্স আৰু এফ এ মহলাৰ অসমীয়া বিষয়ত যুটীয়া প্ৰশ্নকাৰ আৰু পৰীক্ষক আছিল কেইবছৰমান। তেওঁৰে একান্ত প্ৰচেষ্টাত গুৱাহাটীত প্ৰতিষ্ঠিত আৰ্ল ল কলেজখনত তেওঁ প্ৰথমছোৱাত শিক্ষকতাও কৰিছিল। অতি শুৱলাকৈ তেওঁ আইন বিষয়ৰ বিভিন্ন সূত্ৰৰ ব্যাখ্যা আগবঢ়াইছিল ছাত্ৰসকলৰ ওচৰত।

দেশভক্ত তৰুণৰাম ফুকনক ৰাজনৈতিক ক্ষেত্ৰলৈ আনিছিল নবীন চন্দ্ৰই। তৰুণৰাম ফুকনে নিজেই স্বীকাৰ কৰিছে যে নবীন চন্দ্ৰই যেতিয়া দেশৰ, বিশেষকৈ অসমৰ অৱস্থাৰ বিষয়ে ফুকনক বুজাবলৈ ধৰিলে, তেতিয়া আৰু ফুকনে হাত সাবটি বহি থাকিব নোৱাৰিলে। ১৯২১ চনত যেতিয়া মহাত্মা গান্ধী অসমলৈ প্ৰথমবাৰৰ বাবে আহিছিল, তেতিয়া কংগ্ৰেছৰ নেতা বুলিবলৈ অসমত দুজন ব্যক্তিহে শীৰ্ষস্থানত অধিষ্ঠিত হৈ আছিল। সেই দুয়োজন ব্যক্তিক জনসাধাৰণে 'ফুকন-বৰদলৈ' বুলি একে ভাই-ককাই যেন জ্ঞান কৰিছিল। মহাত্মা গান্ধী অসমলৈ অহাৰ সময়ত বা তাৰ পাছত বৰদলৈ-ফুকনৰ নেতৃত্বতেই ইংৰাজৰ বিৰুদ্ধে গৰজি উঠিছিল অসমবাসী জনগণ। অসম তথা অসমীয়াৰ সকলোবোৰ অভাৱ-অনুভৱ, সুখ-দুখ অন্তৰেৰে উপলব্ধি কৰিছিল বৰদলৈয়ে। অসমলৈ অহা গান্ধীজীৰ অন্যতম সহযোগী কৃষ্ণ দাসে তেতিয়া কৈছিল---"বৰদলৈদেৱৰ আঙুলিৰ আগতে অসমৰ সকলো সংবাদ থকা যেন অনুভৱ

হৈছিল। মহাত্মা গান্ধীৰ সকলো ধৰণৰ প্ৰশ্নৰ উত্তৰেই বৰদলৈয়ে সলসলীয়াকৈ দি গৈছিল। মোৰ আৰু পুথি-পাঁজি খুঁচৰি মহাত্মাই বিচৰা বিৱৰণ উলিয়াব লগা নহ'ল। বৰদলৈ ডাঙৰীয়াই অসম সম্পৰ্কে জানিবলগীয়া সকলো ধৰণৰ বিষয়েই আয়ত্ত কৰিছিল। তেনেদৰে আন কোনোৱে আয়ত্ত কৰা দেখা নগৈছিল।"

অসম আৰু অসমীয়াক অন্তঃকৰণেৰে ভালপোৱা নবীন চন্দ্ৰই ১৯২৫ চনত স্বৰাজ্য দলৰ যোগেদি অসম ব্যৱস্থাপক সভাৰ (সেই সময়ত কংগ্ৰেছে গ্ৰহণ কৰা কাউন্সিল) সদস্য নিৰ্বাচিত হয়। তাতো তেওঁ নিজৰ প্ৰত্যুৎপন্নমতিতা, বাগ্মিতা আৰু পৰিশ্ৰম শক্তিৰে দেশভক্তিৰ পৰিচয় দিয়ে। ১৯২৯ চনলৈকে তেওঁ এই ব্যৱস্থাপক সভাৰ সদস্য আছিল। কিন্তু যেতিয়াই মহাত্মা গান্ধীয়ে নিৰ্দেশ দিলে যে কংগ্ৰেছী লোকে ব্যৱস্থাপক পৰিষদ বৰ্জন কৰিব লাগে, গান্ধীজীৰ সেই নিৰ্দেশ মতে বৰদলৈয়ে ব্যৱস্থাপক সভা ত্যাগ কৰে। ১৯৩০-৩১ চনত যেতিয়া আইন অমান্য আন্দোলন আৰম্ভ হৈছিল, তেতিয়া উজান বজাৰত তেখেতৰ ঘৰৰ ওচৰত যিবোৰ নিজা কুটীৰ আছিল, সেইবোৰত স্বেচ্ছাসেৱকসকলৰ বাবে শিবিৰ পাতি দিছিল।

১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুলৈ জাতীয় কংগ্ৰেছৰ মহাসভা নিমন্ত্ৰণ কৰিছিল অসম ৰাজ্যিক কংগ্ৰেছৰ সম্পাদক ৰোহিণীকান্ত হাতীবৰুৱাই। সেই বিষয়ত আন বহু নেতাৰ অমত আছিল। কাৰণ অসমত পুঁজিৰ অভাৱ, যোগাযোগ ব্যৱস্থা উন্নত নহয় আদি বিভিন্ন কাৰণত অসমৰ বহু কংগ্ৰেছী নেতাই এই মহাসভাৰ বিৰুদ্ধে মাত মাতিছিল। কিন্তু নবীন চন্দ্ৰ বৰদলৈয়ে বহুখিনি দায়িত্ব নিজৰ কান্ধত লৈ পাণ্ডুৰ অধিবেশন যাতে সাফল্যমণ্ডিত হয়, তাৰ ব্যৱস্থা কৰিলে। তেতিয়া সেই মহাসভাত জাতীয় শিল্পৰ প্ৰদৰ্শনী, অসমীয়াৰ স্বদেশ প্ৰীতিৰ অলঙ্কৰণসহ অন্যান্য আহিলা, 'ডেলিগেট'ৰ জিৰণি চ'ৰাত বহা আসন, কপাহেৰে তৈয়াৰী বাট'চৰা, কংগ্ৰেছৰ বিৰাট খদ্দৰেৰে সজোৱা মণ্ডপ আদি সকলোবোৰ ইতিপূৰ্বে হোৱা কংগ্ৰেছৰ মহাসভাবোৰতকৈ বহুগুণে শ্ৰেষ্ঠ আছিল। দেশৰ বিভিন্ন ঠাইৰ প্ৰতিনিধিসকলে সেয়া দেখি তবধ মানিছিল। অৱশ্যে এই কৃতকাৰ্যতাৰ পৰিণাম (!) ভালদৰেই ভুগিছিল তিনিগৰাকী বিশিষ্ট নেতাই। তৰুণৰাম আৰু নবীন চন্দ্ৰৰ ধাৰৰ বোজা বাঢ়ি যোৱাৰ বাবে তেওঁলোকে নিজৰ বহু সম্পত্তিৰ নিলাম বি ক্ৰী কৰিছিল আৰু ৰোহিণীকান্ত হাতীবৰুৱা হৈ পৰিছিল সাংঘাতিকভাৱে দেওলীয়া।

১৯৩৪ চনত কংগ্ৰেছে পুনৰ ঘোষণা কৰিছিল যে কংগ্ৰেছী নেতাই পুনৰ ব্যৱস্থাপক সভাৰ সভ্য হ'ব পাৰিব। সেই বছৰতে অনুষ্ঠিত হোৱা গৱৰ্ণৰ জেনেৰেলৰ ইণ্ডিয়া লেজিচলেটিভ এছেম্বলিৰ সদস্য নিৰ্বাচনৰ বাবে দুই ভাতৃস্বৰূপ তৰুণৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈয়ে পৰস্পৰৰ প্ৰতিদ্বন্দ্বী

হৈছিল। অৱশ্যে বয়সত কিছু ডাঙৰ আৰু কংগ্ৰেছৰ প্ৰাৰ্থী নবীন চন্দ্ৰই নিৰ্বাচনত জয়লাভ কৰিছিল। এছেম্বলি মহাসভাত বৰদলৈয়ে ডেৰ বছৰকাল অসমৰ স্বাৰ্থৰ হকে যুঁজি গৈছিল। তেওঁৰ শানিত যুক্তি, বুদ্ধি আৰু কৰ্মস্পৃহাই বৰদলৈক সমগ্ৰ দেশৰে এগৰাকী আগশাৰীৰ দেশনেতালৈ উত্তৰণ ঘটাইছিল। সেই সময়তে ব্যৱস্থাপক সভাৰ নেতৃমণ্ডলীয়ে তেওঁক ভাৰত ব্যৱস্থাপক সভাৰ কাৰ্যকৰী সমিতিৰ সদস্য পাতে আৰু সেই বছৰতে অসমৰ জনসাধাৰণে তেওঁক 'কৰ্মবীৰ' উপাধিৰে বিভূষিত কৰি পৰিশ্ৰমী জননায়ক মৰ্যাদা দিলে। জনগণৰ পৰা এনে সম্মান পোৱা বৰদলৈয়ে কিন্তু নিজৰ দায়িত্ব আৰু বৰ বেছিদিনলৈ পালন কৰিব পৰা নাছিল। বৰদলৈৰ কৰ্মশক্তি দেখি নিষ্ঠুৰ নিয়তিয়ে যেন চক্ৰান্ত কৰাৰহে প্ৰয়াস কৰিছিল।

গুৱাহাটীত থকাৰ সময়ত তেওঁ জনসাধাৰণৰ অভিভাৱকস্বৰূপ আছিল। বিপদত পৰা মানুহবোৰে তেওঁৰ ওচৰলৈ আহি যেন স্বস্তি পাইছিল। ৰোগীক পথ্য, বিপন্নক আশ্ৰয়, শোকাতুৰক সান্ত্বনা দিয়াটো যেন বৰদলৈৰ কৰ্তব্যৰ ভিতৰতহে পৰিছিল।

গুৱাহাটীৰ থিয়েটাৰ হল কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ মাটি দান কৰাকে ধৰি উত্তৰ গুৱাহাটীত প্ৰথম ইংৰাজী স্কুল 'কমলদেৱ ইন্ষ্টিটিউচন' স্থাপন কৰালৈ বহু অনুষ্ঠানৰ পৃষ্ঠপোষক তেওঁ নিজেই আছিল। তদুপৰি তেওঁৰ অক্লান্ত পৰিশ্ৰমৰ ফলত অসমত তেতিয়া গঢ়ি উঠিছিল শিল্প সমিতি, কৈৱৰ্ত সন্মিলনী, খাদী প্ৰতিষ্ঠান, সেৱক সংঘ, কৃষ্ণ সন্মিলনী, স্ত্ৰীশিক্ষা অনুষ্ঠান আদি ভালেমান সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান।

গুৱাহাটী লোকেল বোৰ্ডৰ কেইবাবছৰ ধৰি চেয়াৰমেন আছিল তেওঁ। তেতিয়া কামৰূপৰ প্ৰতিটো ডিভিজনৰ প্ৰাথমিক স্কুল, নাদ-পুখুৰী, দলং, হাস্পতাল, ৰাস্তা-ঘাট আদি ঠিকে-ঠাকে আছেনে নাই সেয়া নিজেই পৰিদৰ্শন কৰিছিল। তেওঁৰ দিনতেই দুৰ্গম পাহাৰ কাটি হাজোৰ তীৰ্থৰ বাট মুকলি কৰা হৈছিল। ম্লাথো এয়াই নে? অসম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা, চাহ উদ্যোগ আদিৰ সৈতেও ওতঃপ্ৰোতভাৱে জড়িত আছিল তেওঁ।

নবীন চন্দ্ৰ বৰদলৈয়ে উজনিৰ চাহ খেতিয়ক মালভোগ বৰুৱাৰ কন্যা হেমন্ত কুমাৰী দেৱীক বিয়া কৰাইছিল। কালক্ৰমত তেওঁলোকৰ দুই পুত্ৰ আৰু দুগৰাকী কন্যাৰ জন্ম হয়। পুত্ৰ দুজনে, উমেশ (এম বি) আৰু অপূৰ্বই (বিলাতত পঢ়া ইঞ্জিনিয়াৰ) জীৱনত কৃতকাৰ্যতা লাভ কৰিছিল যদিও কন্যা দুগৰাকীৰ এগৰাকী ভৰ বয়সতে বিধৱা (নলিনীবালা দেৱী) হৈছিল আৰু আনগৰাকী মৃণালিনীৰ, অকাল মৃত্যু ঘটিছিল।

জীৱনৰ অন্তিম সময়ত বৰদলৈ ডাঙৰীয়াৰ 'ঋণ' যথেষ্ট বাঢ়িছিল।

কাৰাবাসৰ কালতে লগ লৈছিল বহুমূত্ৰ বেমাৰে। বৰদলৈৰ অযত্নত এই বেমাৰে তেতিয়াই তীব্ৰ ৰূপ ধাৰণ কৰে, যেতিয়া শ্বিলঙৰ পৰা নিজেই মটৰ গাড়ী চলাই আহোতে দুৰ্ঘটনাত পতিত হয়। তাৰ পাছত আৰম্ভ হয় নৰিয়াপাটীৰ জীৱন। কিন্তু কৰ্মবীৰক কৰ্ম কৰিবলৈ নিদিয়াকৈ শুৱাই ৰাখিব, সেই সাধ্য কাৰ? নৰিয়াপাটীত পৰি থকা সেই মাহটোত তেওঁ 'আনন্দ বাজাৰ পত্ৰিকা'ত (কলিকতা) প্ৰকাশ কৰিছিল 'আসামে বাঙাল খেদা আন্দোলন' শীৰ্ষক এক দীঘলীয়া ৰচনা। সেই সময়ছোৱাত 'অসম অসমীয়াৰ' এই আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। তাকে দেখি বঙ্গদেশৰ বাতৰি কাকতবোৰে অসমক বঙালী বিদ্বেষী বুলি কৈছিল। এই প্ৰতিক্ৰিয়াশীল বক্তব্যৰে সুন্দৰ জবাব দিছিল বৰদলৈয়ে আৰু 'অসম অসমীয়াৰ' যুক্তিৰ সাৰ্থকতা প্ৰমাণ কৰিছিল। জীৱনৰ শেষ তিনিদিনৰ আগতে ভাৰতীয় ব্যৱস্থাপক সভাৰ সভাপতি নীলকণ্ঠ পাণ্ডেলৈ লিখিছিল যে বৰ্তমানে বা ভাৰত স্বাধীন হোৱাৰ পাছতো যেন আমাৰ ৰাজ্যৰ 'অসম' (Assam) নামটো সলোৱা নহয়।

বৰদলৈদেৱ নৰিয়াপাটীত পৰি থকা কেইদিনত অহৰহ কেইবাশ মানুহে তেওঁৰ চোতালত, আনকি ৰাস্তাতো ভিৰ কৰিছিল। ৰাইজৰ সান্ত্বনাৰ বাবে ডাক্তৰসকলে তেওঁৰ স্বাস্থ্যৰ 'বুলেটিন' অহৰহ প্ৰচাৰ কৰি থাকিবলগীয়া হৈছিল। জীৱনকালতে ৰাইজৰ ইমান মৰম আন কোনো অসমৰ নেতাই পাইছিলনে নাই সন্দেহ! অন্তিম ক্ষণত বাহিৰলৈ ওলাই ৰাইজক শেহবাৰৰ বাবে প্ৰণিপাত জনাই বৰদলৈ ডাঙৰীয়াই মৃত্যুৰ চিৰন্তন কোলাত শুই পৰিল। সেয়া আছিল ১৯৩৬ চনৰ ১৬ জানুৱাৰী। মাথো ৬১ বছৰ বয়সতে বিস্তীৰ্ণ কৰ্ম জীৱনৰ অন্ত পেলায়ো তেওঁ অসমীয়া জাতিক যি শক্তিৰে টনকিয়াল কৰি গ'ল, সেয়া এই জাতিয়ে কেতিয়াও পাহৰিব নোৱাৰে। সঁচাই তেওঁ আছিল অসমৰ মুকুটবিহীন সম্ৰাট।



(৪৯)

# তৰুণৰাম ফুকন

অতি সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান আছিল তেওঁ। শৈশৱ আৰু যৌৱন তেওঁ পাৰ কৰিছিল ৰাজপুত্ৰৰ দৰে, অথচ দেশৰ বাবে সৰ্বস্ব দান কৰি তেওঁ আনকি দৰিদ্ৰৰ পৰ্যায়লৈ পৰ্যবসিত হ'বলৈও কুণ্ঠাবোধ কৰা নাছিল। ভাৰতৰ স্বাধীনতা আন্দোলনক আগুৱাই নিয়াত তেওঁৰ অৰিহণা আছিল যথেষ্ট। আছিল কংগ্ৰেছৰ নিঃস্বাৰ্থ কৰ্মী কিন্তু নিজৰ আদৰ্শৰ সৈতে তেওঁ কাহানিও আপোচ কৰা নাছিল। বিলাতৰ পৰা বেৰিষ্টাৰী পাছ কৰি আহিছিল অথচ আধুনিক বিলাসী জীৱনৰ লোভ-লালসাত বন্দী হোৱা নাছিল। কোনো উচ্চ পদবী লাভৰ বাবে কোনো ক্ষেত্ৰতে আপোচ কৰা নাছিল। দেশপ্ৰেম আছিল তেওঁৰ সিৰাই সিৰাই বৈ যোৱা প্ৰতিটোপাল তেজত। অসমবাসীয়ে সেইবাবেই তেওঁক উদাৰচিত্তে দান কৰিছিল 'দেশভক্ত'ৰ মৰ্যাদা। এইগৰাকী ব্যক্তিয়েই তৰুণৰাম ফুকন।

ঐতিহ্যমণ্ডিত, অভিজাত পৰিয়ালত হলিৰাম ঢেকিয়াল ফুকন, আনন্দৰাম ঢেকিয়াল ফুকন আদিৰ উত্তৰাধিকাৰী তৰুণৰাম ফুকনে জন্মলাভ কৰিছিল ১৮৭৭ চনৰ জানুৱাৰী মাহত (৮ মাঘ)। দেউতাক বলৰাম ফুকন আছিল আনন্দৰাম ঢেকিয়াল ফুকনৰ ভাতৃ। গুৱাহাটীৰ ভৰলুমুখত জন্মগ্ৰহণ কৰিলেও তৰুণৰামৰ উপৰি পুৰুষ মূলতঃ উজনিৰ। আহোম ৰজাৰ সময়ত উচ্চ বিষয়বাব গ্ৰহণ কৰা এই পৰিয়ালৰ লোকে ইংৰাজ চৰকাৰৰ অধীনত চাকৰি কৰিও এক মৰ্যাদাসম্পন্ন পৰিয়ালৰ দৰে জীৱন-যাপন কৰিছিল। গুৱাহাটীৰ খাৰঘৰীয়া ফুকন নামেৰে পৰিচিত এই পৰিয়ালৰ সন্তান তৰুণৰাম আছিল পিতৃ আৰু মাতৃ (ভাগিৰথী)ৰ চাৰি পুত্ৰৰ কনিষ্ঠ। সেইবাবেই তেওঁ অপৰ্যাপ্ত মৰম-আদৰো পাইছিল। পিতৃ বলৰাম এগৰাকী পাকৈত চিকাৰী আছিল। তেওঁ বিজনী ৰজাৰ দেৱান আছিল আৰু হাতীৰ মহলেৰে সৈতে তেওঁৰ ডাঙৰ কাৰবাৰো আছিল। শৈশৱতে ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধানত থাকি সংস্কৃত ভাষাৰ শিক্ষা গ্ৰহণ কৰাৰ সুবিধা পোৱা তৰুণৰাম ফুকনে ১৮৯২ চনত এণ্ট্ৰেন্স পৰীক্ষাত কৃতকাৰ্য হৈছিল।

সৰুৰে পৰা বহু বিষয়ত প্ৰতিভাধৰ আছিল তৰুণৰাম। পঢ়া-শুনাত যেনে পাকৈত, খেলা-ধূলাতো আছিল আগৰণুৱা। সংস্কৃত ভাষাত আছিল পৰিপক্ক আৰু ইংৰাজী ভাষাত বক্তৃতা দিও ছাত্ৰাৱস্থাতে সকলোৰে মন মুহিছিল। শৈশৱৰে পৰা অতি দেখনিয়াৰ তৰুণৰামক নাম দিয়া হৈছিল 'কন্দৰ্প কুমাৰ'।

চিকাৰ বিদ্যাতো তেওঁ আছিল পাকৈত আৰু সাহসী। প্ৰসিদ্ধ ঘোঁৰা চোৱাৰী হিচাপেও তেওঁৰ নাম আছিল। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত যোগাযোগ থকা, সাহিত্য সেৱাত যশস্যা লাভ কৰা তৰুণৰাম আছিল অতি শৃঙ্খলাপৰায়ণ আৰু চৌখিন ব্যক্তি।

গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতালৈ গৈ ফুকনে ইডেন হোষ্টেলত থাকি প্ৰেছিডেন্সী কলেজত নামভৰ্তি কৰে। ক্ৰমশঃ তেওঁৰ বন্ধুত্ব আৰম্ভ হয় কলিকতাৰ অভিজাত লোক আৰু তেওঁলোকৰ সন্তানসকলৰ সৈতে। অতি সুন্দৰকৈ ৰসাল কথা ক'ব জনা ফুকন আছিল সদালাপী আৰু বুদ্ধিমান। তেওঁ সৰুৰে পৰা পিন্ধা-উৰা, ফুৰা-চকা সকলোতে চৌখিন আছিল। লাহে লাহে তেওঁ এগৰাকী গম্ভীৰ পুৰুষলৈ উত্তীৰ্ণ হৈছিল। সেই সময়ত কলিকতা হেন চহৰতো বাইচাইকেলৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল। ফুকনে চাইকেল এখন কিনি সমগ্ৰ কলিকতাতেই ফুৰা-চকা কৰিছিল। তেৱেঁই আছিল বাইচাইকেলত উঠা প্ৰথমগৰাকী অসমীয়া।

যথা সময়ত এফ এ পৰীক্ষাত উত্তীৰ্ণ হ'ল যদিও বি এ পৰীক্ষা নিদিয়াকৈ নিজ বুদ্ধিৰে অৰ্থ সংগ্ৰহ কৰি তেওঁ বিলাতলৈ বেৰিষ্টাৰী পঢ়িবলৈ যায়। তেওঁক এইক্ষেত্ৰত সহায়ৰ হাত আগবঢ়াইছিল গোৱালপাৰা জিলাৰ 'মেছপাৰা ষ্টেট'ৰ বিদ্যানুৰাগী জমিদাৰ ভোলানাথ চৌধুৰীয়ে। বিলাতত অতি আড়ম্বৰপূৰ্ণ জীৱন-যাপন কৰি যথা সময়ত বেৰিষ্টাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ আহি তেওঁ কলিকতা হাইকোৰ্টত ওকালতি আৰম্ভ কৰে। তেওঁ আছিল তৃতীয়গৰাকী অসমীয়া বেৰিষ্টাৰ। নিজৰ তীক্ষ্ণ বুদ্ধি, পৰিশ্ৰম শক্তি আৰু সুদৰ্শন ব্যক্তিত্বৰ বাবে অতি কম দিনতে বিখ্যাত উকীল হিচাপে প্ৰতিষ্ঠিত হয়। সেই সময়ত তৰুণৰাম ফুকন কলিকতাত অতি জনপ্ৰিয় ব্যক্তিত্ব হৈ উঠিছিল। আনকি কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে তৰুণৰামলৈ নিজৰ কন্যা এগৰাকী বিয়া দিবৰো ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু নিজৰ পাৰিবাৰিক ঐতিহ্যক কৃতজ্ঞতা প্ৰদৰ্শন কৰা ফুকনে সেই প্ৰস্তাৱ সসন্মানে প্ৰত্যাখ্যান কৰিছিল।

পাছত কলিকতাৰ ওকালতি এৰি ফুকন গুৱাহাটীলৈ আহে আৰু ওকালতি আৰম্ভ কৰে। তেতিয়া নতুনকৈ স্থাপিত হোৱা আৰ্ল ল কলেজতো ১৯১৪ চনৰ পৰা তেওঁ অধ্যাপনা কৰিছিল। ওকালতি কৰি যথেষ্ট ধন ঘটিলেও সেয়া ধৰি ৰাখিব জনা নাছিল আমোদপ্ৰিয় তৰুণৰাম ফুকনে।

ডিব্ৰুগড়ৰ স্বনামধন্য ৰায়বাহাদুৰ পৰশুৰাম খাউন্দৰ তৃতীয়া কন্যা বিদ্যুৎপ্ৰভা দেৱীক বিয়া কৰাইছিল ফুকনে। নাৰী-পুৰুষৰ সমঅধিকাৰত বিশ্বাস ৰখা ফুকনে তেতিয়া নৱ-পৰিণীতা বিদ্যুৎপ্ৰভাক লৈ ৰাজআলিত ঘূৰি ফুৰিছিল। তেতিয়া অৱশ্যে বহু ৰক্ষণশীল মনোভাবৰ লোকে তৰুণৰাম ফুকনৰ সেই

কাৰ্যত ক্ষুব্ধ হৈছিল আৰু অভিজাত ঘৰৰ ফুকনে মহিলাৰ ওৰণি প্ৰথা গুচাই দিয়াৰ অপচেষ্টা কৰিছে বুলি বিষোদ্গাৰ কৰিছিল। তৰুণৰাম-বিদ্যুৎপ্ৰভাৰ আছিল দুগৰাকী কন্যা আৰু দুজন পুত্ৰ। প্ৰথমগৰাকী কন্যা প্ৰতিভা দেৱীৰ বিয়া হৈছিল সাহিত্যিক দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ সৈতে। এই জী-জোঁৱাইৰ অকাল মৃত্যু ঘটিছিল। পত্নী বিদ্যুৎপ্ৰভাও বৰ বেছিদিনলৈ জীয়াই থকা নাছিল।... সাংসাৰিক দায়-দায়িত্বৰ ক্ষেত্ৰতো সদা সচেতন আছিল তৰুণৰাম ফুকন।

তৰুণৰাম ফুকনে কলিকতাত পঢ়ি থাকোতেই ১৮৯৬ চনত কংগ্ৰেছৰ সদস্য পদ গ্ৰহণ কৰিছিল যদিও তেওঁ সক্ৰিয় কৰ্মী নাছিল। পাছত ভাতৃৰ দৰে নবীন চন্দ্ৰৰ উৎসাহ আৰু প্ৰেৰণাত ওকালতিৰ লগতে কংগ্ৰেছী আন্দোলন সফল কৰিবলৈ তেওঁ অহৰহ তৎপৰ হৈ উঠিছিল। ১৯১৭ চনত অসমৰ শাসন-সংস্কাৰ সংক্ৰান্তীয় কাৰ্যৰ বাবে অসমৰ পৰা যোৱা সঁজাতী দলৰ অন্যতম সদস্য আছিল তেওঁ। মতিলাল নেহৰু, চিত্তৰঞ্জন দাস প্ৰমুখ্যে সৰ্বভাৰতীয় নেতাসকলৰ লগত স্বৰাজ্য দলত যোগ দি এজন সৰ্বভাৰতীয় নেতাৰ মৰ্যাদা লাভ কৰিছিল। অসমৰ প্ৰতিনিধি হিচাপে ভাৰতীয় ব্যৱস্থাপক সভাত কেইবাবছৰো তেওঁ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

উল্লেখ কৰি থোৱা ভাল হ'ব যে ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোতে তৰুণৰাম ফুকনৰ ঘৰতে আলহী হৈছিল। সেই তেতিয়াৰে পৰাই ফুকনে একনিষ্ঠভাৱে ৰাজনীতি তথা স্বাধীনতা আন্দোলনত সোমাই পৰা বুলি ক'ব পাৰি। ১৯২১ চনৰ অসহযোগ আন্দোলন অসমত কৃতকাৰ্য হোৱাৰ মূলতে আছিল ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈৰ অদমনীয় নেতৃত্ব।

ফুকন আছিল সঁচাকৈয়ে দক্ষ আৰু জনপ্ৰিয় নেতা। তেওঁ গুৱাহাটী পৌৰ নিগম আৰু লোকেল বোৰ্ডৰ চেয়াৰমেন হিচাপে নিৰ্বাচিত হৈছিল কেইবাবাৰো। অসম এছ'চিয়েছনৰ গোৱালপাৰা অধিবেশন, অসম ছাত্ৰ সন্মিলনীৰ তেজপুৰ আৰু শিৱসাগৰৰ অধিবেশনত দুবাৰকৈ সভাপতি হৈছিল। ১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত কংগ্ৰেছ মহাসভাত আদৰণি সমিতিৰ সভাপতি হিচাপে তেওঁ অতি দৃঢ়তাৰে কাম কৰিছিল আৰু অন্যান্য সহযোগী নবীন চন্দ্ৰ বৰদলৈ আৰু ৰোহিণীকান্ত হাতীবৰুৱাৰ দৰে দেৱলীয়া পৰ্যন্ত হৈছিলগৈ। বহু অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ৰাজনীতিৰ লগত জড়িত অদ্বিতীয় নেতা তৰুণৰাম ফুকনৰ বিষয়ে ভাৰত ৰত্ন গোপীনাথ বৰদলৈয়ে কৈছিল যে যি ঠাইত ফুকনৰ উপস্থিতি, সেই ঠাইত নিৰানন্দ থাকিব নোৱাৰে, নৈৰাশ্যৰ ভাব আহিব নোৱাৰে, অসজ আৰু অন্যায় কথা আলোচনা হ'ব নোৱাৰে।

ফুকনৰ বিষয়ে দুটামান প্ৰসঙ্গ ইয়াতে উন্মোচিত কৰাটো উচিত হ'ব। মহাত্মা গান্ধী প্ৰথমবাৰ অসমলৈ আহোতে ফুকনে নিজৰ টৌলত এক বিৰাট

সভাৰ আয়োজন কৰিছিল। কোৱা হয়, সেই সভাত ২৫ হেজাৰ লোকে অংশগ্ৰহণ কৰিছিল। মহাত্মাই ইংৰাজীত বক্তৃতা দি গৈছিল আৰু ফুকনে সেয়া লগে লগে অনুবাদ কৰি ৰাইজক শুনাইছিল। তেতিয়া মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া' কাকতত লিখা হৈছিল—"বাস্তৱিকতে তৰুণৰাম ফুকনৰ ক্ষমতা অদ্ভুত; মহাত্মাজীৰ বক্তৃতা শেষ হ'লেই তেওঁ অকণো চিন্তা নকৰি তৎক্ষণাত তাক হুবহু অসমীয়ালৈ ভাঙি ৰাইজক কৈ যায়। আশ্চৰ্যৰ বিষয় এই যে আচল বক্তৃতাৰ এটা কথাও অনুবাদত বাদ নপৰে।" এনে বিচক্ষণ বক্তা আৰু নেতাই আদৰণি সমিতিৰ সভাপতিৰ দায়িত্ব লৈ পাণ্ডু কংগ্ৰেছ মহাসভাৰ সকলো কাম দক্ষতাৰে সম্পন্ন কৰা দেখি বহুতেই আশা কৰিছিল, তেওঁ সৰ্বভাৰতীয় কংগ্ৰেছ দলৰ সভাপতি হ'বলৈ আৰু বেছি দূৰ নাই।

কিন্তু সেই দূৰত্ব হ্ৰাস পোৱাৰ আগতেই কংগ্ৰেছৰ সৈতে তৰুণৰাম ফুকনৰ মনোমালিন্য হ'ল। এই মনোমালিন্য হৈছিল এটা নীতিক কেন্দ্ৰ কৰি। ১৯২৯ চনত লাহোৰত অনুষ্ঠিত কংগ্ৰেছত (সভাপতি আছিল জৱাহৰলাল নেহৰু) ভাৰতৰ মূল লক্ষ্য 'পূৰ্ণ স্বাধীনতা' বুলি ঘোষণা কৰা হয়। তাৰ লগে লগে কংগ্ৰেছৰ পৰা নিৰ্দেশ জাৰি কৰা হ'ল যে ভাৰতৰ জেনেৰেল এছেম্বলিত যিসকল কংগ্ৰেছ সদস্যই প্ৰতিনিধিত্ব কৰি আছে, তেওঁলোকে ততালিকে সেই পদ ত্যাগ কৰিব লাগে। তৰুণৰাম ফুকনে কিন্তু এই নিৰ্দেশ অমান্য কৰিলে। কাৰণ তেওঁ বুজিছিল যে ইংৰাজৰ সৈতে সমানকৈ বহি জেনেৰেল এছেম্বলিত বিভিন্ন দাবী জনালেহে ভাৰতে সোনকালে স্বাধীনতা পাব। তদুপৰি এই এছেম্বলিৰ সদস্যসকলে ৰাজনীতি আৰু গণতন্ত্ৰৰ বিষয়ে ইংৰাজ ৰাজনীতিবিদ আৰু প্ৰশাসকৰ পৰা শিকিবলগীয়াও বহু কথা আছিল। তেওঁ বুজিছিল যে নেতাসকলে ৰাজনীতি আৰু প্ৰশাসনৰ প্ৰকৃত অভিজ্ঞতা আৰু বিচক্ষণতা লাভ কৰিব নোৱাৰিলে এই দেশ স্বাধীন হ'লেও বিশেষ কামত নাহিব।

তৰুণৰাম ফুকনৰ মনোভাব বুজি চাবলৈ তেতিয়া কংগ্ৰেছৰ সময় নাছিল। তেওঁ কংগ্ৰেছৰ পৰা বাহিৰ হ'ল। কংগ্ৰেছৰ পৰা বাহিৰ হোৱাৰ পাছত অতি জনপ্ৰিয় এইগৰাকী নেতায়ো অনেক কটু সমালোচনা, লাঞ্ছনা-গঞ্জনা ভোগ কৰিবলগীয়া হৈছিল। অৱশ্যে তৰুণৰাম ফুকন কংগ্ৰেছৰ পৰা বিতাৰিত হোৱাৰ নেপথ্যত যিটো নীতি আছিল, সেই নীতিক পুনৰ আঁকোৱালি ল'বলৈ কংগ্ৰেছৰ বেছিদিন নালাগিল। কংগ্ৰেছে পুনৰ জেনেৰেল এছেম্বলিত যোগ দিয়াৰ কথা ঘোষণা কৰিলে। অৱশ্যে তৰুণৰাম ফুকন পুনৰ কংগ্ৰেছলৈ উভতি নাহিল। তেওঁ নিৰ্দলীয়ভাৱেই যুঁজ দিলে কংগ্ৰেছৰ প্ৰাৰ্থী নবীন চন্দ্ৰ বৰদলৈৰ বিৰুদ্ধে আৰু প্ৰত্যাশিতভাৱে পৰাজয়বৰণো কৰিলে। অথচ তাৰ আগতে তৰুণৰাম ফুকন এই এছেম্বলিৰ বহু বছৰ ধৰি একেৰাহে সদস্য হৈ আছিল।

আচৰিত কথা এয়াই যে অত্যন্ত বাকপটু এইজন লোকে বহু বছৰকাল সাংসদ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰিও বিশেষ কৃতকাৰ্যতা লাভ কৰিব পৰা নাছিল। ইয়াৰ প্ৰকৃত কাৰণ কি জানিব নোৱাৰিলেও তেওঁৰ বিলাসপ্ৰিয় স্বভাৱকে আমি দোষ দিব লাগিব। অৱশ্যে তেওঁ বিলাসপ্ৰিয় হ'লেও সন্ন্যাসী মনোভাৱৰো লোক আছিল। তেওঁ যেনেদৰে ওকালতি কৰি যথেষ্ট অৰ্থোপাৰ্জন কৰিছিল, ঠিক তেনেদৰেই কংগ্ৰেছৰ বাবে সৰ্বস্ব দান কৰি আৰ্থিক দুৰৱস্থাৰো সন্মুখীন হৈছিল। কথা প্ৰসঙ্গত তেওঁ এদিন এজন বন্ধুক কৈছিল—"তইঁতে ভাব যে মই টকা খৰচ কৰো আৰু টকা নহ'লে চলিব নোৱাৰো। মোৰ লগত ফেৰ মাৰি চলচোন। তইঁতক টকা দিলেও খৰচ কৰিব নোৱাৰ আৰু নহ'লেও নাই নাই কৰ। মোৰ টকা থাকিলে খৰচ হয় আৰু নহ'লেও চলি যায়।"

ৰাজনীতিৰ দৰেই সাহিত্যৰ ক্ষেত্ৰতো তৰুণৰাম ফুকনৰ আছিল অবাধ বিচৰণ। আন এটি বিশেষত্ব এয়াই আছিল যে তেখেতৰ বঙালী, উৰিয়া, হিন্দী, সংস্কৃত, পাৰ্চী, উৰ্দু, ইংৰাজী আদি বহুতো ভাষা আৰু সাহিত্যত যথেষ্ট জ্ঞান আছিল। দেশভক্ত ফুকনে অসহযোগ আন্দোলনত নেতৃত্ব দি কাৰাবাস খাটিব লগা হোৱা সময়ছোৱাতো প্ৰবন্ধ-কবিতা আদি লিখিছিল। অসমৰ প্ৰখ্যাত চিকাৰী এইজনা লোকে চিকাৰ বিষয়ক লিখা বহু প্ৰবন্ধই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। তেওঁৰ 'স্তুতিমালা' নামৰ কাব্যগ্ৰন্থখনে যথেষ্ট জনপ্ৰিয়তা লাভ কৰিছিল। সৰ্বেশ্বৰ শৰ্মা কটকীয়ে ফুকনৰ ভাষা-সাহিত্যলৈ অৰিহণাৰ বিষয়ে লিখিছে—"যৌনতত্ত্ব নামৰ উচ্চতম গ্ৰন্থ মাতৃভাষালৈ তেওঁৰ আন এটি দান। 'যৌনতত্ত্ব' বিষয়ক গ্ৰন্থ ৰচনা কৰিবৰ অধিকাৰ আৰু সেই গ্ৰন্থ ৰচনাৰ ভাব আৰু ভাষা প্ৰকাশৰ ক্ষমতাৰে সেই শ্ৰেণীৰ গ্ৰন্থ ৰচনা কৰা ক্ষমতা বা শক্তি সকলোৰে গাত নাই বুলি ক'ব পাৰি। দেশভক্ত ফুকনৰ গ্ৰন্থত তেনে শক্তিৰ বিকাশ পাইছে। ধুবুৰীত বহা সাহিত্য সন্মিলনীত দৈৱাৎ অসমীয়া আৰু বঙালী ভাষাৰ সম্বন্ধ লৈ এক বিষম সমস্যাৰ উদ্ভৱ হয় আৰু ডাঙৰ এটা সংঘৰ্ষ ঘটিবৰ উপক্ৰম হয়। সেই সভাত দেশভক্ত ফুকনে মাতৃভাষাৰ পৰিস্থিতি সম্পৰ্কে কেনে হৃদয়গ্ৰাহী, সময়োপযোগী তেজোময়ী বক্তৃতাৰে দীপ্তিমান জন-মণ্ডলীক সাম্য কৰিছিল, তাক দেখোতাসকলে পাহৰিব নোৱাৰে; অসমীয়া ভাষাৰ প্ৰাণময়ী মূৰ্তি যেন ফুকনৰ মুখেদি প্ৰকাশিত হৈছিল।... তেওঁৰ অসমীয়া লিখাৰ নীতি সৰল আৰু ৰসময় আছিল; ভাষা প্ৰাঞ্জল আৰু শব্দযোজনা মধুৰ আছিল। তেওঁ ঠাই বুজি খুহুটীয়া কথাৰ অৱতাৰণা কৰি শ্ৰোতা-পাঠকৰ মনত হাস্যৰসৰ উদ্ৰেক কৰিব পাৰিছিল; গভীৰ ভাবৰ কথাত সংস্কৃত, উৰ্দু আদি উক্তি দিব পাৰিছিল। তেওঁ মহাকবি ছেক্সপীয়েৰৰ বিখ্যাত উক্তিবোৰ মুখস্থ মাতিব পাৰিছিল।"

ৰাজনীতি, ওকালতি, সাহিত্য চৰ্চা, চিকাৰ আদি যিয়েই নকৰক, সকলোতে ফুকনে শ্ৰেষ্ঠতম প্ৰতিভাৰ পৰিচয় দিছিল। বিলাসিতা আৰু ভ্ৰমণতো তেওঁ আছিল আগৰণুৱা। আজি অ'ত কাইলৈ ত'ত ঘুৰি ফুৰা ফুকনৰ স্বভাৱ আছিল। জীৱনত তেওঁ কেইবাবাৰো বিলাতলৈ গৈছিল, ঠিক তেনেদৰে ঘূৰি ফুৰা বাহন মটৰ গাড়ীও সলাইছিল বাৰে বাৰে। মাথো অভিজাত্য আৰু ভৈয়ামৰ লোকৰ সৈতেই তেওঁৰ সম্পৰ্ক নাছিল, পৰ্বতীয়া জনজাতীয় লোকসকলকো মুহিছিল তেওঁলোকৰ নিজৰ ভাষা বা দোৱানত ভাষণ দি। সকলো জাতৰ, সকলো ধৰ্মৰ মানুহৰ সৈতে তেওঁৰ আছিল হৃদয়ৰ সম্পৰ্ক।

তৰুণৰাম ফুকনৰ মৃত্যু আছিল অতি আকস্মিক। সামান্য পানী লগা অসুখৰ বাহিৰে মৃত্যুৰ আগতে তেওঁৰ কোনো ধৰণৰ অসুখ-বিসুখ হোৱা নাছিল। ১৯৩৯ চনৰ ২৮ জুলাইৰ দিনাখন আবেলি প্ৰায় পাঁচমান বজাত গা ধোৱা কোঠালিলৈ যাওঁতে পিছলি পৰি হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তেওঁৰ মৃত্যু ঘটে। তেওঁৰ মৃতদেহ হেজাৰ হেজাৰ মানুহে শোভাযাত্ৰা কৰি কঢ়িয়াই নিছিল কামাখ্যা শ্মশানলৈকে। দেশভক্ত ফুকনৰ আকস্মিক মৃত্যুৰ বাতৰি পাই ড° ৰাজেন্দ্ৰ প্ৰসাদো আনকি মৰ্মাহত হৈ পৰিছিল। তেওঁ লিখিছিল—"ফুকনৰ মৃত্যুৰ বাতৰি পাই মৰ্মাহত হৈছো। সেই তাহানিৰ অসহযোগ আন্দোলনৰ দিনৰ পৰা তেওঁক জানিবলৈ সুযোগ পাইছিলো। তেওঁ এজন সাহসী আৰু সুনিপুণ যোদ্ধা আছিল। দেশৰ কাৰণে বিস্তৰ ত্যাগ কৰিছিল। যদিও শেহৰ কালডোখৰত সহকৰ্মীসকলৰ লগত মত-বিৰোধ হৈ অকলশৰীয়াকৈ জীৱন-যাপন কৰিছিল, তথাপি দেশকৰ্মী আৰু প্ৰসিদ্ধ নেতা হিচাপে তেওঁৰ স্থান অকণো কমা নাছিল। এই সন্ধিক্ষণত তেওঁৰ মৃত্যু এটা ডাঙৰ ক্ষতি।"

নীতি-আদৰ্শৰ ক্ষেত্ৰত কাহানিও আপোচ নকৰা, জনগণক মন্ত্ৰমুগ্ধ কৰা বাগ্মী পুৰুষ দেশভক্ত ফুকনে ইচ্ছা কৰা হ'লে বহু সুবিধা ভোগৰ সুযোগ পালেহেঁতেন। কিন্তু সেয়া তেওঁ নকৰিলে, কাৰণ তেওঁ বুজিছিল যে জীৱনৰ মহত্ত্ব সেইখিনিতে, য'ত থাকে ত্যাগ কৰাৰ মানসিকতা। সচৰাচৰ অৰ্থত তেওঁ 'ভোগী' হ'লেও তেওঁৰ তেজত আছিল 'যোগী'ৰ চৰিত্ৰ। সেইবাবেই তেওঁ মহৎ।



(৫০)

# ছাৰ চৈয়দ ছাদুল্লা

ব্ৰিটিছ চৰকাৰে প্ৰদান কৰা 'ছাৰ' (Knighthood) উপাধিৰে সন্মানিত কৰা একমাত্ৰ অসমীয়া ছাৰ চৈয়দ মহম্মদ ছাদুল্লা। তেওঁ এগৰাকী নিষ্ঠাবান মুছলমান আৰু সুদক্ষ প্ৰশাসক আছিল। অসমৰ সকলো জাতি-জনজাতিৰ সন্মানীয় ব্যক্তিত্ব আছিল। অসমৰ প্ৰথমজন প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) হিচাপে তেওঁ যথেষ্ট দক্ষতা দেখুৱাইছিল। ভাৰতীয় কংগ্ৰেছে মুছলমানক প্ৰয়োজনীয় বিশ্বাস দিব নোৱৰাত, সংহত কৰিব নোৱৰাত এক আবেগিক কাৰণতে দেশৰ বৃহত্তম সম্প্ৰদায়টোৰ মাজত মুছলিম লীগে প্ৰাণ পাই উঠিছিল। অসমৰ প্ৰথমখন সংযুক্ত চৰকাৰৰ নেতৃত্ব দিছিল চৈয়দ ছাদুল্লাই। যিটো কাম আজি একৈশ শতিকাতো অতি কষ্টকৰ, যিখন সংযুক্ত চৰকাৰ বৰ্তাই ৰাখিবলৈ চন্দ্ৰশেখৰ, বিশ্বনাথ প্ৰতাপ সিং, ইন্দ্ৰ কুমাৰ গুজৰাল আদি অভিজ্ঞ ৰাজনীতিকেও সক্ষম হোৱা নাছিল, সেই কাম ছাদুল্লাই কেইবাবাৰো কৰিছিল দেশ স্বাধীন হোৱাৰ আগতেই। ছাদুল্লাই মুছলিম লীগৰ নেতা হিচাপে মুছলমানসকলৰ স্বাৰ্থৰ উপৰি তেওঁৰ অংশীদাৰ গোটসমূহে প্ৰতিনিধিত্ব কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ স্বাৰ্থকো যথেষ্ট গুৰুত্ব দিবলৈ বাধ্য হৈছিল। স্বাধীনতাৰ আগৰ সেই সময়ছোৱাত অসমত মুছলমানসকলৰ জনসংখ্যা ২০ শতাংশৰ বেছি নাছিল, অথচ ছাদুল্লাৰ দৃঢ় নেতৃত্বই মুছলিম লীগক এক শক্তিশালী দলৰূপে প্ৰতিপন্ন কৰিছিল।

ছাৰ চৈয়দ ছাদুল্লাৰ জন্ম ১৮৮৫ চনৰ ২১ মে'ত গোলাঘাটৰ ওচৰৰ কছাৰীঘাটত। ছাদুল্লা আছিল আজান পীৰৰ বংশধৰ চৈয়দ মহম্মদ তৈয়বুল্লাৰ পুত্ৰ। তৈয়বুল্লা আছিল গুৱাহাটী কটন কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষক। সেইবাবেই কছাৰীঘাটত জন্মগ্ৰহণ কৰিলেও তেওঁৰ স্কুলীয়া শিক্ষা আৰম্ভ হয় গুৱাহাটীত। কটন কলেজিয়েট হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি প্ৰথমে কটন কলেজ আৰু তাৰ পাছত কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হয়। বিজ্ঞানৰ এগৰাকী নিষ্ঠাবান ছাত্ৰ চৈয়দ ছাদুল্লাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৰসায়ন বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লৈছিল। ১৯০১ চনত তেখেতে কলিকতাৰ পৰা বি এল পাছ কৰে আৰু আইন বিষয়টোৰ প্ৰতি ধাউতি দেখুৱায়।

ছাদুল্লাই গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ শিক্ষক হিচাপে কৰ্মজীৱন আৰম্ভ

কৰে। তাৰ পাছত তেওঁ কটন কলেজত ৰসায়ন বিজ্ঞান বিভাগৰ ডেমনষ্ট্ৰেটৰ হিচাপে যোগ দিয়ে। কটন কলেজত বেছ কিছু বছৰ শিক্ষকতা কৰাৰ অন্তত চৈয়দ ছাদুল্লাই ১৯২০ চনত কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰিবলৈ গুচি গ'ল। তেওঁ চাৰি বছৰকাল কলিকতাত ওকালতি কৰে আৰু সেই সময়ছোৱাতে ৰাজনীতিৰ জগতত ভালদৰে সোমাই পৰে। অৱশ্যে তেওঁ ১৯১৩ চনৰে পৰাই অসমৰ ৰাজনীতিত জড়িত আছিল। তেওঁ লাহে লাহে অসমৰ ৰাজনীতিৰ এগৰাকী 'সফল' কংগ্ৰেছ বিৰোধী ব্যক্তিত্ব হৈ উঠে। ১৯২৪ চনত তেওঁ অসম বিধান সভাৰ সদস্য হিচাপে মনোনীত হয় আৰু গুৰুত্বপূৰ্ণ শিক্ষা বিভাগৰ লগতে অন্যান্য কেইটামান বিভাগৰ মন্ত্ৰী হয়গৈ। চাৰি বছৰকাল অতি দক্ষতাৰে মন্ত্ৰীৰ দায়িত্ব পালন কৰি ১৯২৯ চনত তেওঁ একজিকিউটিভ কাউন্সিলৰৰ পদত অধিষ্ঠিত হয়। এই পদটো আছিল প্ৰশাসনিক ক্ষেত্ৰত তেতিয়াৰ ৰাজ্যপালৰ পাছতেই ক্ষমতাবান পদ।

চৈয়দ ছাদুল্লাৰ ব্যক্তিত্ব আছিল আকৰ্ষণীয়, ৰাজনৈতিক দক্ষতা আছিল অসীম। সেইবাবেই তেওঁৰ ৰাজনৈতিক মতাদৰ্শৰ দুৰ্ঘোৰ বিৰোধী দেৱেশ্বৰ শৰ্মাই আত্মজীৱনী "হেৰাই যোৱা দিনবোৰ"ত ছাদুল্লাক 'হাড়ে-হিমজুৱে অসমীয়া' বুলি আখ্যা দিবলৈ বাধ্য হৈছিল। প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই কৈছিল যে ৰাজনৈতিকভাৱে এশ শতাংশই মুছলিম লীগ হ'লেও, ছাদুল্লাৰ 'অসমীয়া বোধ'ত কোনো সন্দেহ নাছিল।

১৯১৩ চনৰ পৰা অসমৰ ৰাজনীতিত ওতঃপ্ৰোতভাৱে জড়িত থকা চৈয়দ ছাদুল্লাই 'মুছলিম লীগ'ৰ ৰাজনীতি কৰিলেও অথবা তেওঁৰ চৰকাৰ মুছলিম লীগৰ বুলি জনাজাত হ'লেও তেওঁ নিজে প্ৰথম বিধানসভালৈ মুছলিম লীগৰ সদস্য হিচাপে নিৰ্বাচিত হোৱা নাছিল। কুৰি শতিকাৰ দ্বিতীয় দশকত ব্ৰিটিছ অসম ব্যৱস্থাপক সভালৈ মনোনীত হোৱা ছাদুল্লাই 'অসম উপত্যকা মুছলিম পাৰ্টি' নামৰ ৰাজনৈতিক দল এটাৰহে নেতৃত্ব দিছিল। ১০৮ জনীয়া অসম বিধানসভাত ছাদুল্লাৰ এই দলৰ সদস্য সংখ্যা আছিল মাথো পাঁচজন। তদুপৰি ১৯৩৭ চনৰ এক এপ্ৰিলত অসমৰ প্ৰথমজন প্ৰধানমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰোতে বিধানসভাত মুছলিমসকলৰ সদস্য সংখ্যা আছিল ৩৪ জন। ইয়াৰে মাথো নজনহে আছিল মুছলিম লীগৰ। পাঁচজন আছিল সুৰমা উপত্যকা মুছলিম পাৰ্টিৰ, এজন আছিল মুছলিম প্ৰজা পাৰ্টিৰ আৰু ১৪ জন নিৰ্দলীয়। ৰাজনীতিৰে ক্ষমতা আয়ত্ত কৰাৰ সকলোবোৰ কৌশল নখ দৰ্পণত থকা এইজনা লোকে ৩৪ জন মুছলিম সদস্যক সৈ সংযুক্ত মুছলিম পাৰ্টি এটা গঠন কৰিছিল আৰু কংগ্ৰেছৰ কামৰ দুৰ্ঘোৰ বিৰোধিতাৰ বাবেই ১১জন ইংৰাজ সদস্যৰ সমৰ্থন লাভ কৰি সদস্য সংখ্যা ৪৫ জনলৈ বৃদ্ধি কৰিছিল। তদুপৰি তেওঁৰ চৰকাৰত

শক্তিশালী মন্ত্রিত্বৰ টোপ দি তিনিখন আহোম এছ'চিয়েছনৰ সুৰেন্দ্ৰনাথ বুঢ়াগোঁহাই, অসম ট্ৰাইবেল লীগৰ ৰূপনাথ ব্ৰহ্ম, মিলিত জনসংঘৰ ৰোহিণী কুমাৰ চৌধুৰী আৰু বিভিন্ন জনগোষ্ঠীৰ মেভিছ ভান, ড° মহেন্দ্ৰনাথ শইকীয়াৰ দৰে সদস্যৰ সমৰ্থন আদায় কৰিছিল।

চৈয়দ মহম্মদ ছাদুল্লাই গঠন কৰা অসমৰ এই প্ৰথম চৰকাৰৰ পতন ঘটে ১৯৩৮ চনৰ ১৮ ছেপ্টেম্বৰত। তাৰ পাছত কংগ্ৰেছ দলে গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমৰ শাসন ক্ষমতা দখল কৰে ১৪ মাহ। তাৰ পাছত ছাদুল্লাই আকৌ ১৯৩৯ চনৰ ১৭ নৱেম্বৰত তেওঁৰ দ্বিতীয় মন্ত্ৰীসভাৰে চৰকাৰ গঠন কৰে। ১৯৪১ চনৰ ২৫ ডিচেম্বৰত এই মন্ত্ৰীসভাৰ পতন ঘটে আৰু অসমৰ গৱৰ্ণৰে শাসনৰ বাঘজৰী লয়। তাৰ পাছত ১৯৪২ চনৰ ২৫ আগষ্টত ছাদুল্লাই পুনৰ সংযুক্ত চৰকাৰ গঠন কৰে। দক্ষ ৰাজনীতিক ছাদুল্লাই ১৯৪৫ চনৰ ২৩ মাৰ্চত এই মন্ত্ৰীসভাৰ পুনৰ গঠন কৰে। ১৯৪৬ চনৰ ১১ ফেব্ৰুৱাৰীত ছাদুল্লা মন্ত্ৰীসভা ভঙ্গ কৰি দিয়া হয় আৰু তাৰ পাছত কোনোদিনে তেওঁ চৰকাৰ গঠন কৰিব নোৱাৰিলে।

চৈয়দ ছাদুল্লাক অসমলৈ মুছলমানসকলৰ সোঁত বৃদ্ধি কৰা আৰু গ্ৰুপিং ব্যৱস্থাৰ সমৰ্থনকাৰী বুলি কোৱা হয়। এই বিষয়টোক লৈ ইতিমধ্যে তুমুল বিতৰ্ক চলিলেও ৰাজনৈতিক পৰ্যবেক্ষকসকলে কোনো এক বিশেষ সিদ্ধান্তলৈ আহিব পৰা নাই। অৱশ্যে এই কথা ঠিক যে ঊনবিংশ শতিকা বা তাৰ বহু আগতেই অসমলৈ মুছলমানসকলৰ প্ৰব্ৰজন আৰম্ভ হৈছিল। ১৯১১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত ৰাজ্যখনলৈ যে অবাধভাৱে মুছলমানৰ প্ৰব্ৰজন হৈছিল তাৰ বিশদ বিৱৰণ প্ৰকাশ কৰা হৈছিল। সেই সময়ত পাকিস্তান বা বাংলাদেশো ভাৰত ভূ-খণ্ডতে আছিল। অৱশ্যে সেই সময়ত মুছলমানৰ অবাধ প্ৰব্ৰজনক লৈ কোনো অসমীয়াই মূৰ ঘমোৱা নাছিল। ১৯১৫ চনত আয়ুক্ত আৰু উপায়ুক্তৰ জৰিয়তে ব্ৰিটিছ চৰকাৰে উদ্দেশ্য প্ৰণোদিতভাৱে মাটিৰ হস্তান্তৰ ক্ষমতা প্ৰদান নকৰাকৈ প্ৰব্ৰজনকাৰীক দখলীকৃত মাটিৰ বাৰ্ষিক ভাট্টা প্ৰদান কৰিছিল। তেতিয়াই মাটি বিক্ৰী কৰোতাসকলে ব্ৰিটিছ চৰকাৰৰ এই ভাট্টা প্ৰদান বিষয়টোক লৈ প্ৰতিবাদ কৰে আৰু এই প্ৰতিবাদকল্পে অসমৰ ৰাজহ আয়ুক্ত এছ এন মেকেঞ্জীৰ অনুমোদনক্ৰমে চৰকাৰে বিতৰ্কিত লাইন প্ৰথাৰ সূচনা কৰিছিল। তাৰ পাছৰে পৰা অসমীয়াসকলৰ অপছন্দৰ মাটি চৰ-চাপৰিতহে মুছলমানসকলক সংস্থাপিত হ'বলৈ সুবিধা দিয়া হৈছিল। গতিকে মুছলমান প্ৰব্ৰজনকাৰীক উৎসাহ দিছিল বুলি মাথো ছাদুল্লাকে দোষাৰোপ কৰাৰ থল নাই।

এই কথা ঠিক যে সেই তেতিয়াৰ পৰাই মুছলমানৰ অবাধ সোঁত অসমলৈ

বৈ অহা দেখি অসমৰ খিলঞ্জীয়াসকল চিন্তিত হৈ পৰিছিল। মুছলমানসকলৰ এই অবাধ প্ৰব্ৰজনক স্বয়ং জৱাহৰলাল নেহৰুৱে পাছত আখ্যা দিছিল 'Mass movement of a large body of ant's' অৰ্থাৎ পৰুৱাৰ লানি নিছিগা সোঁত। ১৯৩১ চনৰ ৰিপোৰ্টত অসমৰ লোকপিয়ল আয়ুক্ত চি এছ্ মুলান চাহাবে অসমীয়া মানুহক এই প্ৰব্ৰজনৰ বাবে সাৱধান কৰি দিছিল আৰু কৈছিল যে এই সোঁত অব্যাহত থাকিলে শিৱসাগৰ জিলাৰ বাহিৰে অসমীয়াৰ নিজাববীয়াকৈ কোনো জিলাই নাথাকিব।

ঊনবিংশ শতিকাতে আৰম্ভ হোৱা এই ব্যাপক প্ৰব্ৰজনৰ ক্ষেত্ৰত পাছত মুখ্যমন্ত্ৰী ছাদুল্লাই উৎসাহ দিয়া বুলি বাৰে বাৰে অভিযোগ উঠে। আনকি ১৯৪৫ চনত ভাৰতৰ ভাইচৰয় লৰ্ড ৱাভেলে শ্বিলঙত অসমৰ ৰাজ্যপাল ছাৰ এণ্ডুক্লো, মুখ্যমন্ত্ৰী ছাদুল্লা আৰু বিভিন্ন ব্যক্তিৰ লগত অসমৰ পৰিস্থিতি সম্পৰ্কে আলোচনা কৰিছিল আৰু ছাদুল্লা চৰকাৰৰ খাদ্য উৎপাদন বৃদ্ধি আঁচনিৰ (পমুৱা মুছলমানক আনি খেতি কৰিবলৈ উৎসাহ দিয়া।) চেলু লৈ ছাদুল্লাই অসমত মুছলমান বৃদ্ধি (Grow more mussalmans) কৰাৰ আঁচনি বুলিহে আখ্যা দিয়ে। অৱশ্যে লৰ্ড ৱাভেলৰ এই মন্তব্যত অসমত হিন্দু-মুছলমানৰ মাজত অন্তৰ্কলহ বৃদ্ধি কৰাৰ গোপন ষড়যন্ত্ৰহে লুকাই থকা বুলিও বহুতে অভিযোগ কৰে।

বিশিষ্ট সাংবাদিক সতীশচন্দ্ৰ কাকতিয়ে এই সম্পৰ্কত লিখিছে ('দৈনিক অগ্ৰদূত', চাৰি অক্টোবৰ ১৯৯৯)—"বঙ্গদেশৰ পৰা পমুৱা মুছলমানৰ সোঁত বৃদ্ধি পোৱাত একাধিক ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ উদ্ভৱ হৈছিল। এনে বিবেচনাতেই এজন ইংৰাজ বিষয়াই ১৯১৬ চনত আইন প্ৰথাৰ ব্যৱস্থা কৰি ১৯২০ চনত নগাঁও আৰু বৰপেটা মহকুমাত প্ৰযোজ্য কৰিছিল। এই আঁচনিৰে প্ৰব্ৰজনকাৰী মুছলমান আৰু স্থানীয় হিন্দু সম্প্ৰদায় সংৰক্ষিত এলেকাত থকাৰ নিয়ম কৰা হৈছিল...। কিন্তু লাইন প্ৰথা কাৰ্যকৰী কৰাত ছাদুল্লা চৰকাৰে শিথিলতা কৰিছিল আৰু পমুৱাৰ সোঁত দ্ৰুতগতিত বৃদ্ধি হোৱাত বিৰোধী দলৰ নেতা গোপীনাথ বৰদলৈয়ে এক পত্ৰযোগে এই বিষয়ে মুখ্যমন্ত্ৰী ছাদুল্লাৰ দৃষ্টি আকৰ্ষণো কৰিছিল। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনৰ সময়ত যি কেইজন কংগ্ৰেছী বিধায়ক জেললৈ নোযোৱাকৈ বাহিৰত আছিল, তেওঁলোকক বিধানসভাত যোগ দি চৰকাৰক ভূমি নীতি তথা লাইন প্ৰথা ৰক্ষা কৰাত হেঁচা দিবলৈ বৰদলৈয়ে নিৰ্দেশ দিছিল। তাৰ পৰিপ্ৰেক্ষিতত ভূমি উন্নয়ন আঁচনি প্ৰস্তুত কৰা হৈছিল; আনকি ছাদুল্লা মন্ত্ৰীসভাৰ সদস্য ৰোহিণী কুমাৰ চৌধুৰীৰ লগত বৰদলৈয়ে গোপন আলোচনা কৰি অসমৰ স্বাৰ্থ বিৰোধী বঙ্গদেশৰ প্ৰব্ৰজনৰ গতি ৰোধ কৰিবলৈ প্ৰচেষ্টা চলাইছিল। কিন্তু ছাদুল্লা চৰকাৰে এই বিষয়ত কোনো আগ্ৰহ নেদেখুৱালে। তাৰ ফলত

প্ৰদেশখনত মুছলমানৰ জনসংখ্যা বৃদ্ধি হৈছিল আৰু মুছলিম লীগৰ নেতা মহম্মদ আলি জিন্নাই অসমক তেওঁৰ পাকিস্তানত অন্তৰ্ভুক্ত কৰিবলৈ উৎসাহিত হৈছিল। আজি স্বাধীনতাৰ ৫০ বছৰৰ পাছতো এই সমস্যাটো সমাধান হোৱা নাই, বৰং বেছি জটিল হৈহে পৰিছে।..... ছিলেট বিচ্ছেদৰ পক্ষে ব্ৰহ্মপুত্ৰ উপত্যকাত বিভিন্ন ৰাজনৈতিক দলৰ মাজত একমত আছিল। কিন্তু ছাৰ ছাদুল্লাই এই বিষয়ত মন্তব্য দিয়াৰ কোনো প্ৰমাণ নাই, কাৰণ তেওঁ অসমত মুছলমানৰ লোকসংখ্যা নিম্নগামী হোৱাৰ সপক্ষে নাছিল। যিহেতু ছিলেট জিলা মুছলমান প্ৰধান আছিল আৰু ছিলেটৰ মুছলমান বিধায়কৰ সমৰ্থন তেওঁৰ চৰকাৰৰ বাবে অপৰিহাৰ্য আছিল, সেই কাৰণে মুখ্যমন্ত্ৰী ছাদুল্লাই ছিলেট বিচ্ছেদৰ পক্ষে মাত মাতিব পৰা নাছিল।... কেইজনমান অকংগ্ৰেছী জনজাতীয় আৰু আন জনগোষ্ঠীৰ সদস্যৰ সমৰ্থন লৈ ছাদুল্লা চাহাবে মন্ত্ৰীসভা গঠন কৰিছিল। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত মুখ্যমন্ত্ৰীজনে অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰাত কোনো সক্ৰিয় ভূমিকা ল'ব নোৱাৰিলে। তেওঁ মুছলিম লীগৰ সক্ৰিয় সদস্য হোৱাৰ পাছত জিন্নাৰ আদৰ্শ আৰু অসমক জিন্নাৰ কল্পিত পাকিস্তান আঁচনিৰ অন্তৰ্ভুক্তিক সমৰ্থন কৰিছিল আৰু তাৰ পৰা আঁতৰি নগৈছিল।"

সতীশচন্দ্ৰ কাকতিয়ে আৰু লিখিছে যে সন্দেহ নাই, ছাৰ চৈয়দ ছাদুল্লা অসমৰ এজন সদাচাৰী মুছলমান, সুদক্ষ প্ৰশাসক, বিশিষ্ট নাগৰিক, অসমৰ তৃতীয়জন এম এ (এম এছ চি), উত্তৰ-পূব ভাৰতৰ একমাত্ৰ ব্ৰিটিছ চৰকাৰৰ 'ছাৰ' উপাধিধাৰী আৰু সকলো সম্প্ৰদায়ৰ এজন সম্মানিত ব্যক্তি। তথাপি তেওঁৰ স্মৃতি পাহৰণিত নোহোৱা হ'ল। ইয়াৰ কাৰণে অসমীয়া ৰাইজে এই বৰ্ণাঢ্য ব্যক্তিজনাক অৱহেলা কৰিছে বুলি ব্যাখ্যা কৰিলে সত্যৰ অপলাপ কৰা হ'ব। ছাৰ চৈয়দ ছাদুল্লা অৱহেলিত হৈছে তেওঁৰ বিতৰ্কিত ৰাজনীতি তথা অসমীয়া জাতিৰ স্বাৰ্থত জন-হিতকৰ কাৰ্য কৰিবলৈ তেওঁৰ অক্ষমতাৰ হেতুকেহে।

অসমক পাকিস্তানত অন্তৰ্ভুক্ত কৰাৰ পক্ষপাতী অৰ্থাৎ গ্ৰুপিং প্ৰস্তাৱৰ সপক্ষে বুলি ছাদুল্লাৰ প্ৰতি অভিযোগ অনা হয় যদিও তেওঁৰ একমাত্ৰ জীৱনীকাৰ ৰফিউল হুছেইন বৰুৱাই 'মহান অসমীয়া ছাৰ চৈয়দ ছাদুল্লা আৰু সমসাময়িক অসম' নামৰ গ্ৰন্থখনত লিখিছে যে ছাদুল্লাই ১৬ জুলাইৰ (১৯৪৬ চন) বিধানসভাত গ্ৰুপিং বিৰোধী প্ৰস্তাৱৰ বিৰোধিতাৰে ভাষণ দিলেও পাছত গ্ৰুপিং প্ৰস্তাৱৰ সমৰ্থন জনাইছিল। এই সম্পৰ্কত পুষ্পলতা দাসৰ মন্তব্য এনে ধৰণৰ—"এই প্ৰস্তাৱটো উত্থাপন কৰি বৰদলৈদেৱে দিয়া ভাষণ আৰু বিৰোধী নেতা ছাদুল্লাই মুছলিম লীগৰ সুৰেৰে এই প্ৰস্তাৱৰ বিৰোধিতা কৰি অথচ শেষত অতি কৌশলেৰে সমৰ্থন দিয়া ভাষণ অসম বিধানসভাৰ বুৰঞ্জীত এটি

উল্লেখনীয় অধ্যায়।" সেই সময়ত বিধানসভাৰ কনিষ্ঠতম সদস্য আছিল শৰৎ চন্দ্ৰ সিংহ। তেওঁৰ মতে, গ্ৰুপিং বিৰোধী প্ৰস্তাৱৰ বিৰুদ্ধে ছাদুল্লা আৰু তেওঁৰ দলে ভোট দিয়া নাছিল। ফলত গোপীনাথ বৰদলৈৰ গ্ৰুপিং বিৰোধী প্ৰস্তাৱটো সৰ্বসম্মতিক্ৰমে গৃহীত হৈছিল।

তথাপি ছাদুল্লাক গ্ৰুপিং প্ৰস্তাৱৰ সমৰ্থক বুলি কোৱা হয়। ইয়াৰ নিশ্চয় ৰহস্য আছে। নহ'লে এজন বিশিষ্ট লোকৰ বিৰুদ্ধে এনে অভিযোগ উঠা ঘটনাটো অসমৰ ইতিহাসত বিৰল। ছাদুল্লাৰ বিষয়ে আলোচনা-বিশ্লেষণ আদি চলি থাকিলে ইয়াৰ স্বচ্ছ কথাটো এদিন নিশ্চয় উদ্ভাসিত হ'ব।

১৯২৮ চনত ছাদুল্লাক ইংলণ্ডৰ ৰাণীয়ে 'ছাৰ' উপাধি প্ৰদান কৰিছিল। ছাদুল্লাৰ তীব্ৰ কংগ্ৰেছ বিৰোধী (আন্দোলন বিৰোধী!) স্থিতিত আনন্দিত হৈয়েই ইংৰাজসকলে তেওঁক এই উপাধি প্ৰদান কৰিছিল। ছাদুল্লাৰ চৰিত্ৰত আছিল কিছু পৰিমাণে সুযোগ সন্ধানী আৰু ক্ষমতাৰ প্ৰতি মোহগ্ৰস্ততা। ৰাজনৈতিক, সামাজিক জ্ঞানো তেওঁৰ কম নাছিল। সেইবাবেই দেশ স্বাধীন হোৱাৰ পাছত সংবিধান প্ৰণেতা সাতজন সদস্যৰ ভিতৰত ছাৰ ছাদুল্লাও আছিল অন্যতম সদস্য।

কটন কলেজত যেতিয়া ছাদুল্লা শিক্ষক আছিল, তেতিয়া গোপীনাথ বৰদলৈ আছিল ছাত্ৰ। এই দুই ভিন্ন মতাদৰ্শৰ ব্যক্তিয়ে অতি বন্ধুত্বপূৰ্ণ আচৰণ দেখুৱাইছিল। দুয়ো একেলগে প্ৰায়েই টেনিছ খেলিছিল। মাথো সেয়াই নহয়, আধুনিক যুগৰ বিভিন্ন খেলা-ধূলা যেনে— ঘোঁৰা দৌৰ, কাৰ্ড আদিতো এই ব্যক্তিজনে ভাগ লৈছিল আৰু আধুনিক যুগৰ প্ৰতি উদাৰ মনোভাব পোষণ কৰিছিল। অথচ তেওঁ আছিল এগৰাকী নীতিপৰায়ণ মুছলমান।

অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ছাদুল্লাক 'কৰ্কইদেউ' বুলিছিল আৰু গ্ৰুপিং প্ৰস্তাৱৰ প্ৰাক্‌মুহূৰ্তত অসম আৰু অসমীয়াক ৰক্ষাৰ বাবে বিশেষভাৱে অনুৰোধ জনাইছিল। গোপীনাথ বৰদলৈয়ে গ্ৰুপিং বিৰোধী প্ৰস্তাৱ বিধানসভাত পাছ হোৱাৰ পাছত কৈছিল যে ছাদুল্লাৰ দেশপ্ৰেমৰ ওপৰত তেওঁৰ কেতিয়াও সন্দেহ নাই। সহকৰ্মী ৰোহিণী কুমাৰ চৌধুৰীয়ে কৈছিল— "মই ছাদুল্লা চাহাবক এজন ন্যায়বান ব্যক্তি হিচাপে পাইছিলো। ছাৰ ছাদুল্লাৰ মুছলমান ধৰ্মত অগাধ বিশ্বাস থাকিলেও, আন ধৰ্মৰ প্ৰতি তেওঁৰ বিৰূপ মনোভাব নাছিল।" কামাখ্যাৰাম বৰুৱাৰ মতে— "নিৰহংকাৰী আৰু আন ধৰ্মৰ প্ৰতি আস্থা থকাৰ বাবেই ছাদুল্লা চাহাবে সকলোৰে অন্তৰত সোমাব পাৰিছিল। তেওঁৰ সান্নিধ্যত থকা কোনো লোকেই তেওঁৰ অমায়িকতাৰ কথা পাহৰিব নোৱাৰে।"

স্বাধীনতাৰ পাছত ছাৰ ছাদুল্লাক 'পূব পাকিস্তান'ৰ গৱৰ্ণৰৰ পদ যচা হৈছিল। কিন্তু কি কাৰণত তেওঁ এই পদ গ্ৰহণ নকৰিলে তাৰ কোনো ৰেকৰ্ড পোৱা নাযায়। হয়তো ভাৰতবৰ্ষ এৰি যোৱাৰ মানসিকতা তেওঁৰ নাছিল। স্বাধীনতাৰ

পাছত ৰাজনীতিৰ পৰা অৱসৰ লোৱা এই ষাঠি উত্তীৰ্ণ ব্যক্তিজনে পুনৰ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰিছিল। পাছত তেওঁ পুনৰ অসমৰ নিজা ঘৰলৈ ঘূৰি আহিল আৰু লাখটকীয়াৰ নিজা বাসগৃহত ১৯৫৫ চনৰ আঠ জানুৱাৰীত চিৰদিনলৈ চকু মুদিলে।

ছাদুল্লা ডাঙৰীয়াক যে মুছলিম লীগেও ভাল পাইছিল, সেয়া নহয়। তেওঁক হিন্দুপ্ৰেমী(!) আখ্যা দিছিল এইসকলৰ বহুতেই। মুছলিম লীগৰ প্ৰভাৱশালী নেতা মৌলানা আব্দুল হামিদ খান ভাসানীয়ে কৈছিল—"কংগ্ৰেছী প্ৰধানমন্ত্ৰী বৰদলৈ আৰু মুছলিম লীগৰ ছাদুল্লাৰ মাজত পাৰ্থক্য মাথো টুপীৰ। এজনে পিন্ধে, আনজনে নিপিন্ধে।" আচলতে ছাদুল্লা আছিল এনে এজন ৰাজনীতিক, যিজনে হয়তো কৰিব বিচৰা কামখিনি নিজস্বভাৱে কৰিব পৰা নাছিল। সংযুক্ত চৰকাৰৰ নেতা হোৱাৰ বাবে স্পষ্টকৈ একো সিদ্ধান্ত ল'ব পৰা নাছিল। সেইবাবেই তেওঁৰ বিৰুদ্ধে সকলোৰে অভিযোগ।



# পৰিশিষ্ট

## (১)

## হৰিবৰ বিপ্ৰ

শংকৰদেৱৰ পূৰ্বে মাধৱ কন্দলিৰ সমসাময়িক যিসকল কবিয়ে অসমীয়া সাহিত্যক চহকী কৰিছে, সেই সকলৰ ভিতৰত হৰিবৰ বিপ্ৰ অন্যতম। ড°সত্যেন্দ্ৰ নাথ শৰ্মাই তেওঁৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত কৈছে যে কমতাপুৰৰ ৰজাৰ অনুপ্ৰেৰণা লাভ কৰা কবি হেম সৰস্বতী, কবিৰত্ন সৰস্বতী আদি সকলৰ ভিতৰত হৰিবৰ বিপ্ৰই সৰ্বশ্ৰেষ্ঠ।

লৱ-কুশৰ যুদ্ধ , বভ্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ, এই তিনিখন কাব্য ৰচনা কৰা হৰিবৰ বিপ্ৰৰ বিষয়ে বৰ বেছি একো পোৱা নাযায়। অৱশ্যে নিজৰ আত্মপৰিচয় দি কবিজনাই লিখিছে-"জয় জয় নৃপবৰ দুৰ্লভ নাৰায়ণ ৰজা, কমতাপুৰে ভৈলা বীৰবৰ /সপুত্ৰ-বান্ধৱে যেবে সুখে ৰাজ্য কৰন্তোক, জীৱন্তেক সহস্ৰ বৎসৰ// তাহান ৰাজ্যত থিত সৰ্বজন মনোনীত, অশ্বমেধ পৰ্ব মধ্যে সাৰ/ বিপ্ৰ হৰিবৰ কবি গৌৰীৰ চৰণ সেৱি,পদবন্ধে কৰিলো প্ৰচাৰ।।"

কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ অনুগ্ৰহ লাভ কৰি হৰিবৰ বিপ্ৰই সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। কিন্তু এই দুৰ্লভ নাৰায়ণৰ ৰাজত্বকাল সম্পৰ্কে বিশেষ একো ক'ব পৰা নাযায়। মাথো হৰিবৰ বিপ্ৰই নহয় হেম সৰস্বতী আৰু কবিৰত্ন সৰস্বতী আদিয়েও কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ কথা লিখিছে। অৱশ্যে এই কথাও অনুমান কৰিব পাৰি যে দুৰ্লভ বা ইন্দ্ৰনাৰায়ণ আছিল কোঁচ ৰজা বিশ্বসিংহৰ ঠিক পূৰ্বৰ ৰজা। শংকৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰক কামৰূপত প্ৰতিষ্ঠা কৰোতা এই দুৰ্লভনাৰায়ণেই আছিল বুলিও চিহ্নিত কৰাৰ প্ৰয়াস কৰা হৈছে। কালিৰাম মেধিয়ে হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' নতুনকৈ সম্পাদনা কৰি প্ৰকাশ (১৯১৪ চন) কৰোতে শংকৰদেৱৰ জন্মৰ পৰা প্ৰতি পুৰুষত ৫০ বছৰ পিছুৱাই গৈ চণ্ডীবৰ তথা দুৰ্লভনাৰায়ণৰ ৰাজত্বকালত উলিয়াইছে আৰু ১২৪৯ চন অৰ্থাৎ দ্বাদশ শতিকাৰ শেষভাগৰ পৰা ত্ৰয়োদশ শতিকাৰ আৰম্ভণিয়েই দুৰ্লভনাৰায়ণৰ সময় বুলি কৈছে। ড° বাণীকান্ত কাকতীয়ে আকৌ ত্ৰয়োদশ শতিকাৰ শেষ কিম্বা চতুৰ্দশ শতিকাৰ আগভাগক দুৰ্লভনাৰায়ণৰ সময় বুলি অভিহিত কৰিছে। আনফালে আকৌ ৰমানন্দ দ্বিজৰ শংকৰ চৰিতত আছে, কমতাৰ ৰজা অপুত্ৰক দুৰ্লভনাৰায়ণৰ মৃত্যু হোৱাত ১২ বছৰ দেশত অৰাজকতা হয় আৰু তাৰ পাছতেই নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহৰ অভ্যুত্থান ঘটে। গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীয়ে আকৌ কয় -'কমতাপুৰৰ ৰজা দুৰ্লভক বিশ্বসিংহই অনেক প্ৰবন্ধৰে আন ঠাইলৈ নি মৰোৱালে।'

যিয়েই নহওক, কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা হৰিহৰ বিপ্ৰ আছিল শংকৰদেৱতকৈ বেছ কিছু বছৰ আগৰ কবি। এওঁক মাধৱদেৱৰ অন্যতম শিষ্য বংশীগোপালদেৱৰ ককা বুলিও ৰমানন্দ দ্বিজে ক'ব বিচাৰে আৰু ড° মহেশ্বৰ নেওগেও বংশীগোপালৰ ককা আৰু দুৰ্লভনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা হৰিবৰ একেজন হ'ব পাৰে বুলি মন্তব্য কৰিছে।

হৰিবৰৰ জীৱনৰ বিষয়ে কোনো ধৰণৰ তথ্যই আমাৰ হাতত নাই। কিন্তু তেওঁৰ

কাব্যসমূহৰ নান্দনিক তাৎপৰ্যই আমাক আজিও মোহিত কৰে। যদিও বিপ্ৰই কোনো মৌলিক ৰচনা লিখা নাই, জৈমিনিৰ লেখনিৰ ভাঙনিহে কৰিছে তথাপি তেওঁৰ ৰচনাত নিজস্ব কল্পনা আৰু মৌলিকত্ব বহুখিনি চকুত পৰে। মহাভাৰতৰ আদি পৰ্বত আছে যে ব্যাসমুনিয়ে সুমন্ত, জৈমিনি,পৈল,শুক আৰু বৈশম্পায়ন নামেৰে তেওঁৰ পাঁচজন শিষ্যক মহাভাৰতৰ জ্ঞান দিয়ে আৰু তেওঁলোকে একোখনকৈ সংহিতা ৰচনা কৰি উলিয়ায়। এইসকলৰ ভিতৰত জৈমিনিয়ে মহাভাৰতৰ কাহিনীভাগ লিখোতে প্ৰসঙ্গক্ৰমে পূৰ্বৰ মহাকাব্য ৰামায়ণৰ বহু কথাই টানি আনিছে। হৰিবৰ বিপ্ৰই তেওঁৰ ৰচনাতো জৈমিনিৰ দৰেই ৰামায়ণৰ অভ্যন্তৰত প্ৰৱেশ কৰে আৰু 'লৱ-কুশৰ যুদ্ধ' ৰচনা কৰি উলিয়ায়। ৰামে ৰাৱণক বধ কৰি অপহৃতা সীতা,লক্ষ্মণ,হনুমান,বিভীষণ আদিৰে স'তে অযোধ্যালৈ ঘূৰি অহা, সীতাক ৰামে ত্যাগ কৰা, ঘোৰ বনৰ মাজত সীতাই দুটা পুত্ৰ সন্তানৰ জন্ম দিয়া আৰু লৱ-কুশৰ সৈতে শত্ৰুঘ্নৰ যুদ্ধ পৰ্যন্ত বৰ্ণনা আছে। হৰিবৰ বিপ্ৰৰ ৰচনাত আৰু তেওঁ পাঠক-শ্ৰোতাৰ ৰুচি অনুযায়ী লৱ-কুশৰ যুদ্ধৰ কাহিনীভাগ বৰ্ণনা কৰিছে।

'বভ্ৰুবাহনৰ যুদ্ধ'ৰ কাহিনীভাগ চিত্ৰাঙ্গদাৰ পুত্ৰ বভ্ৰুবাহনৰ স'তে অৰ্জুনৰ যুদ্ধৰ পৰা মাহীষ্মতীপুৰৰ ৰজা নীলধ্বজ আৰু ৰাণী জ্বালাৰ কাহিনী বৰ্ণনা কৰিছে। হৰিবৰ বিপ্ৰৰ 'তাম্ৰধ্বজৰ যুদ্ধ'আছিল বভ্ৰুবাহনৰ যুদ্ধৰ কাহিনী ভাগৰ প্ৰসাৰণ। এই কাহিনীভাগত মণিপুৰ নগৰৰ পৰা যজ্ঞৰ ঘোঁৰা লৈ মাধৱ আৰু ধনঞ্জয়, ময়ূৰধ্বজ ৰজাৰ বাণপুৰ (ৰত্নপুৰ) নগৰত প্ৰৱেশ কৰিলে। ময়ূৰধ্বজে ইতিমধ্যে ছটা অশ্বমেধ যজ্ঞ সমাপ্ত কৰিছিল আৰু সপ্তমটোও সমাপ্তৰ বাবে পুত্ৰ তাম্ৰধ্বজৰ স'তে অশ্বমেধৰ ঘোঁৰা মেলিছে। অৰ্জুনৰ ঘোঁৰাটোৰ স'তে তাম্ৰধ্বজৰ ঘোঁৰা লগালগি হয় আৰু দুয়োপক্ষৰ মাজত ভীষণ যুদ্ধ হয়। যুদ্ধৰ প্ৰথমভাগত তাম্ৰধ্বজৰ হাতত পাণ্ডৱ বাহিনী পৰাজিত হয় যদিও পাছত কৃষ্ণ আৰু অৰ্জুনে ব্ৰাহ্মণ আৰু শিষ্যৰ ভেশত আহি ছল আৰু বুদ্ধিৰে তাম্ৰধ্বজৰ হাতৰ পৰা নিজৰ ঘোঁৰাটো মুক্ত কৰিলে।

হৰিবৰ বিপ্ৰৰ বিষয়ে ড° মহেশ্বৰ নেওগে লিখিছে- "হৰিবৰৰ ভাষা আৰু ৰচনাশৈলী সহজ আৰু সৰল। জতুৱা খণ্ডবাক্যৰ প্ৰয়োগত তেওঁক প্ৰাক্‌শংকৰী কবিসকলৰ ভিতৰত মাধৱ কন্দলিৰ পাছতে ধৰিব লাগিব। তেওঁ পদ, দুলড়ি আৰু ছবিচ্ছন্দ মাত্ৰ ব্যৱহাৰ কৰিছে আন প্ৰাক্‌শংকৰী কবিসকলৰ দৰেই। অকল প্ৰাক্‌শংকৰী কবি বুলিয়েই নহয়, ৰচনাৰ সাধাৰণ সৌষ্ঠৱৰ গুণতো হৰিবৰ বিপ্ৰ অসমীয়া সাহিত্যৰ এজন ডাঙৰ কবি ।"

## (২)

## স্বৰ্গনাৰায়ণ

আহোম ৰজাসকলক স্বৰ্গদেৱ বোলাৰ প্ৰথা আৰম্ভ হ'ল এই ৰজাৰ দিনৰে পৰা। এইজনা ৰজাই স্বৰ্গনাৰায়ণ উপাধি লৈছিল। তদুপৰি এই স্বৰ্গনাৰায়ণ উপাধি গ্ৰহণৰ পৰাই বুজিব পাৰি যেসেই সময়তে আহোম ৰজাৰ ওপৰত ব্ৰাহ্মণৰ প্ৰভাৱ বৃদ্ধি পাইছিল। ৰজাই নিজৰ চাৰি পুতেক দিহিং, চাৰিং, তিপাম আৰু তুংখুঙক প্ৰত্যেকৰ নামেৰেই একোখন নগৰৰ নামকৰণ কৰি পুত্ৰ কেইজনক এই চাৰি নগৰৰ ৰজা পাতি আহোম ৰজাৰ এই চাৰিটা ফৈদৰ প্ৰতিষ্ঠা কৰিলে। ৰজা নিজে দিহিঙৰ ফৈদত থকাৰ বাবে আৰু দিহিঙৰ পাৰত ৰাজধানী পাতিছিল বাবে চুহুংমুঙক দিহিঙীয়া ৰজাও বোলা হৈছিল। ১৪৯৭চনত ৰাজপাটত

উঠা এইজন ৰজাই ১৫১০চনত তেওঁৰ ৰাজ্যৰ পিয়ল কৰাই প্ৰজাসকলক কেতবোৰ খেলত বিভক্ত কৰে। এইজনা ৰজাই চুতীয়া ৰাজ্যৰ ৰজাক যুদ্ধত পৰাস্ত কৰি সেই ৰাজ্যও আহোম ৰজাৰ শাসনত অন্তৰ্ভুক্ত কৰে আৰু ঠাইখন ভালদৰে শাসন কৰিবলৈ শদিয়াখোৱা গোহাঁই নামেৰে এটা নতুন পদৰ সৃষ্টি কৰে। এইজনা বিষয়াক শক্তিশালী কৰিবলৈ ঘৰফলীয়া কৈদৰ তিনিশ আহোমক ১২জন গাওঁবুঢ়াৰে সৈতে গড়গাঁৱৰ পৰা নি শদিয়াত বহুৱালে। আনহাতে ভালেমান কমাৰ আৰু ব্ৰাহ্মণক শদিয়াৰ পৰা আনি ৰাজধানীত বহুৱালে।

স্বৰ্গদেৱ চুহুংমুঙৰ পিতৃ ৰজা চুপিম্‌ফাই খণ্ডতে নিজৰ অন্তঃসত্বা কুঁৱৰী এগৰাকীক নগা এটাৰ লগত দি পঠিয়াইছিল। কুঁৱৰীয়ে নগাৰ চাঙতে এটি পুত্ৰ সন্তানৰ জন্ম দি তাৰ নাম ছেঙলুং ৰাখিছিল। ক্ৰমে ছেঙলুং ডাঙৰ হৈছিল, ৰজা চুহুংমুঙে এইকথাৰ ভুপাই ছেঙলুঙক নগাৰ চাঙৰ পৰা আনি কনচেং নাম দি বৰপাত্ৰ গোঁহাই নামেৰে নতুন মন্ত্ৰীপদ এটাৰ সৃষ্টি কৰি সেই পদত বহুৱালে আৰু ৰাজসভাত বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ মাজত নতুন মন্ত্ৰীজনক বহিবলৈ দি বৰপাত্ৰ গোহাঁয়ো সেই পৰ্য্যায়ৰে পদ বুলি ঘোষণা কৰিলে। তেতিয়াৰে পৰা আহোম ৰজাৰ তিনিজনকৈ ৰাজমন্ত্ৰী হোৱাৰ নিয়ম হ'ল।

স্বৰ্গনাৰায়ণৰ দিনতে ১৫২৮চনত মোগলে পোন প্ৰথমবাৰৰ বাবে আহোম ৰাজ্য আক্ৰমণ কৰিছিল। ইয়াক বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই মুছলমানৰ ষষ্ঠ আক্ৰমণ বুলি কৈছে। কিন্তু ইয়াৰ আগতে মুছলমানে আহোম ৰাজ্য আক্ৰমণ কৰাৰ বিষয়ে আমি তথ্য পোৱা নাই। গেইট চাহাবেও প্ৰথম আক্ৰমণ বুলি কৈছে। অৱশ্যে কিন্তু মোগল সৈন্য-সামন্তক উভতি ধৰিবলৈ আহোম ৰজাৰ বাহিনীয়ে আৰু ৰাজ্যৰ বাহিৰ কৰি খেদি পঠালে। সেই প্ৰথম যুদ্ধত মোগলৰ পৰা আহোম সৈন্যবাহিনীয়ে ৪০টা হাতী আৰু বহুকেইটা বৰতোপ কাঢ়ি লয়। তাৰ কেইবছৰমানৰ পাছত (১৫৩২চন) মুছলমানে পুনৰ ৫০খন যুদ্ধ জাহাজেৰে ব্ৰহ্মপুত্ৰইদি আগুৱাই আহিল। আহোমৰ হৈ এই যুদ্ধত মুলাগাভৰুও নামিছিল। কনচেং বৰপাত্ৰগোহাঁয়ে সেনাপতিৰ দায়িত্ব লৈ মুছলমানৰ বহুকেইটা হাতী, বন্দুক-বাৰুদ, বৰতোপ আদি জব্দ কৰি মুছলমানক খেদি পঠায়। এই সময়ছোৱাত অৱশ্যে কে'বাবাৰো আহোমৰ সৈতে মুছলমানৰ যুদ্ধ লাগে। মুছলমানৰ সেনাপতি তুৰ্বকো ৰণত পৰে।

মুছলমানসকলৰ স'তে এইলানি যুদ্ধৰ সময়তে আহোমে যুঁজত আগ্নেয়াস্ত্ৰ ব্যৱহাৰ কৰিব শিকিছিল তাৰ আগলৈকে আহোমসকলে কেৱল তৰোৱাল, যাঠি, ধনু-কাড় আদিৰেহে যুদ্ধ কৰিছিল। এইলানি যুদ্ধত বন্দী হোৱা মুছলমানক আহোম ৰাজ্যৰ বিভিন্ন ঠাইত সংস্থাপিত কৰা হৈছিল। ৰজা স্বৰ্গনাৰায়ণৰ সময়তে কেবাবাৰো কছাৰী ৰজাই আক্ৰমণ কৰিছিল যদিও বাৰে বাৰে আহোমৰ হাতত কছাৰী পৰাস্ত হৈছিল। কছাৰী ৰজা দেওচুঙৰ মূৰটো আনি আহোমে চৰাইদেও পাহাৰত পুতি থয়। এইজনা স্বৰ্গদেৱৰ দিনত মণিপুৰ আৰু কোঁচৰজাৰ স'তে সম্পৰ্ক উন্নত হৈছিল।

আহোম ৰাজ্যত ৪২বছৰ ধৰি ৰাজত্ব চলোৱা চুহুংমুঙ সাহসী, প্ৰজাবৎসল আৰু সৰ্বগুণ সম্পন্ন ৰজা আছিল। যুদ্ধ-বিগ্ৰহৰ প্ৰতি তেওঁৰ বিশেষ ৰাপ নাছিল যদিও ওচৰৰ বিদ্ৰোহী ৰজাসকলক তেওঁ পৰাজিত কৰি আহোম ৰাজ্যৰ বিস্তাৰ কৰিছিল। বাৰে বাৰে মুছলমানৰ আক্ৰমণক প্ৰতিহত কৰাৰ ক্ষমতা থকা এইজনা ৰজাই প্ৰজাৰ উন্নতিৰ বাবে বিশেষ চকু দিছিল। হিন্দুসকলৰ প্ৰতি অনুৰাগী এইজনা ৰজাৰ দিনত যেনেদৰে শাক্ত ব্ৰাহ্মণৰ প্ৰভাৱ বাঢ়িছিল, তেনেদৰে বৈষ্ণৱ সমাজ সংস্কাৰক শংকৰদেৱৰো প্ৰভাৱ বাঢ়িছিল।

সকলো ধৰ্মমতকে শ্ৰদ্ধা জনোৱা, নিৰহংকাৰী, সাহসী আৰু যথেষ্ট বুদ্ধিমত্তা থকা

এইজনা ৰজা কিন্তু নিজৰ পুত্ৰ চুক্লেংমুঙৰ আক্ৰোহৰ বলি হ'ল। অদৃষ্টৰ কি পৰিহাস। ১৫৩৯চনত সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ এইজনা ৰজা শুই থকা অৱস্থাতে পুত্ৰ চুক্লেংমুঙে (গড়গঞা ৰজা) তৰোৱালেৰে হানি খুঁচি হত্যা কৰিলে।

## (৩)

# মূলা গাভৰু

বহু সাহসী নাৰীয়ে অসমৰ ইতিহাস দখল কৰিছে। এই নাৰীসকলে নিজৰ প্ৰেম আৰু সাহসকে মূলধন হিচাপে লৈ দেশৰ তথা ব্যক্তিগত শত্ৰুৰ বিৰুদ্ধে যুঁজ কৰিছে। পুৰুষতকৈ যে নাৰীও কম সাহসী নহয়, এই কথা বিশ্ব ইতিহাসৰ পাতে পাতে আমি পাওঁ। কিন্তু এই নাৰীসকলৰ জীৱন আৰু কৰ্মৰ বিষয়ে অধিক চিন্তা-চৰ্চা হোৱা নাই। পুৰুষ বুৰঞ্জী লেখকসকলে এই 'নাৰী'সকলৰ বিষয়ে বৰ বেছি লিখা-মেলা নকৰাটো পৰিতাপৰ কথা।

আহোম যুগৰ সাহসী নাৰী বুলিলেই মূলা গাভৰুৰ কথা আহি পৰে। মূলা গাভৰুৱে মুছলমান সেনাৰ বিৰুদ্ধে যুঁজ দি সাহসৰ পৰিচয় দিছিল। ১৫২৮ৰ পৰা ১৫৩২ খ্ৰীষ্টাব্দলৈ এই চাৰি বছৰত মুছলমান সেনাই দুবাৰকৈ অসম দেশ আক্ৰমণ কৰিছিল। সেই সময়ত আহোম ৰাজ্যৰ ৰজা আছিল চুহুংমুং বা স্বৰ্গনাৰায়ণ। তুৰ্বক নামৰ সেনাপতি এজনৰ নেতৃত্বত মুছলমান সেনাই আহোম ৰাজ্য আক্ৰমণ কৰিছিল। তুৰ্বকৰ সেনাৰ সৈতে আহোম সৈন্যৰ প্ৰথম যুদ্ধ হৈছিল কলিয়াবৰত। এই যুদ্ধত খুনলুঙ্গ খামপেঙ্গ বুঢ়াগোহাঁইকে ধৰি সাতগৰাকী আহোমৰ প্ৰধান সেনাপতিৰ মুছলমান সৈন্যৰ হাতত মৃত্যু হয়। তাৰ পাছত চাও ফ্ৰাচেংমুং বৰগোহাঁই সেনাপতিৰূপে যুদ্ধলৈ যায়। এই যুঁজত চাও ফ্ৰাচেংমুঙৰো মৃত্যু হয়। মূলা গাভৰু আছিল এইগৰাকী বৰগোহাঁইৰে পত্নী। পতিৰ মৃত্যু সংবাদ পোৱাৰ পাছত মূলা গাভৰুয়ে নিজেই যুদ্ধলৈ গৈছিল আৰু শত্ৰুৰ সৈতে অসীম সাহসেৰে যুঁজ কৰি মৃত্যুবৰণ কৰিছিল...।

মূলা গাভৰুৰ বিষয়ে বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই কাব্য আকাৰে আৰু ৰাধাকান্ত সন্দিকৈয়ে নাটক আকাৰে বহুখিনি কথা লিখি থৈ গৈছে। আমি পঢ়িবলৈ পোৱা পদ্মনাথ গোহাঁঞিবৰুৱা, এডৱাৰ্ড গেইট, গুণাভিৰাম বৰুৱা বা অন্যান্য লেখকসকলে লিখি যোৱা অসম বুৰঞ্জীত মূলা গাভৰুৰ বিষয়ে মাথো দুই-এটা কথাহে পোৱা যায়।

মূলাৰ উপাধি কেনেকৈ গাভৰু হ'ল, এই প্ৰশ্ন বহুতেই কৰে। আমি এই কথা ইয়াতেই স্পষ্ট কৰি দিও যে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা, বৰফুকন আদি আহোম ৰজাৰ সম্ভ্ৰান্ত বিষয়াসকলৰ পত্নীক 'গাভৰু' বোলা হৈছিল। কোনোবাই তেওঁলোকক সম্বোধন কৰিলে 'গাভৰুদেও' বুলিছিল। সেইবাবে মূলা 'গাভৰু' হিচাপে জনাজাত, কাৰণ তেওঁ 'বৰগোহাঁই'ৰ পত্নী আছিল।



সেই সময়ত আহোম ৰাজ্যৰ ৰজা আছিল চুহুংমুং বা স্বৰ্গনাৰায়ণ। তেতিয়া মুছলমানে পঞ্চমবাৰৰ বাবে আক্ৰমণ কৰিছিল আহোম ৰাজ্য। ফ্ৰাচেংমুং বৰগোহাঁয়ে শুনিলে যে আহোমৰ ৰাজমন্ত্ৰী খুনলুঙ্গ বুঢ়াগোহাঁই আদিকে ধৰি বহু আহোম বীৰে মুছলমানৰ বিৰুদ্ধে যুঁজ কৰি প্ৰাণ হেৰুৱালে। এই কথা বৰগোহাঁয়ে আহি পত্নী মূলাক ক'লে। তেতিয়া মূলাই কৈছে

-"কি কাজ প্ৰাণত? নালাগে যি প্ৰাণ দেশৰ কামত? দেশৰ দুৰ্দিনত, অসমৰ আকাশ ঘোৰ মেঘাচ্ছন্ন। এই কালত এতিয়া সময় আহিছে। যোৱা স্বামী যুঁজ দিয়া, শত্ৰু সৈন্যক খেদি অসমৰ স্বাধীনতা অক্ষয় ৰাখা।"

মূলাৰ কথা শুনি বৰগোহাঁই আপ্লুত হ'ল। তেওঁ শত্ৰুৰ বিৰুদ্ধে যুঁজ দিয়াৰ সাহস পাইছে পত্নীৰ পৰা। তেওঁ কৈছে—"তোমাৰ দৰে শক্তিৰূপা মূৰ্তিমতী যাৰ পত্নী, তেওঁৰ জীৱনত কোনো ধৰণৰ ভয় নাই, চিন্তা নাই পৰাজয়ৰ! তুমি আজি মোক যি উৎসাহ দিলা, তাৰ ফলত মোৰ সিৰাই সিৰাই সাহসৰ বন্যা বৈছে। মই কাইলৈকে যুদ্ধলৈ যাম। মৃত্যু আৰু জীৱনতকৈ বহু ডাঙৰ-- স্বাধীনতা অথবা দেশপ্ৰেম।"

মূলাই কয়—"যাবা, তুমি যুদ্ধলৈ যাবা। কিন্তু যোৱাৰ আগতে মোৰো এষাৰ কথা শুনি যোৱা। আমি নাৰী 'লতা'ৰ দৰে। 'তৰু' নাথাকিলে লতাৰ কাম নাই। গতিকে তোমাৰ লগতে মোকো যুঁজলৈ নিয়া। মোৰ এই অনুৰোধ ৰাখা।"

বৰগোহাঁয়ে কয়—"যুদ্ধক্ষেত্ৰ নাৰীৰ বাবে নহয়। তুমি মোৰ অৰ্দ্ধাঙ্গিনী, সুখে-দুখে সমভাগী, ঘৰ-পৰ সকলোতে! কিন্তু যুদ্ধৰ কথা বেলেগ। তোমাৰ আৰু মোৰ কাম বেলেগ, পন্থা ভিন্ন। নাৰীৰ কৰ্তব্য হ'ল অতিথি শুশ্ৰূষা কৰা, সন্তানৰ প্ৰতিপালন কৰা আদি।" তাৰ পাছত মূলাই ভাৰতৰ ইতিহাসৰ বহু সাহসী নাৰীৰ কথা কয়। তেওঁ কয় যে সমগ্ৰ জগতে তিৰোতাক কোমল-পৰাণ বুলি কয়। নাৰীয়ে সকলোকে স্নেহ কৰে, সকলোৰে প্ৰতি দায়িত্ব পালন কৰে। কিন্তু যেতিয়া সময় আহে তেতিয়া নাৰীয়ে 'নৃ-মুণ্ডমালিনী' (মানুহৰ অথবা শত্ৰুৰ মূৰৰ মালা পিন্ধা)ৰ ভূমিকাও ল'ব পাৰে। কিন্তু বৰগোহাঁয়ে বুজনি দিয়ে—"তুমি মোৰ লক্ষ্মী। তোমাৰ ঘৰৰ দায়িত্বখিনি তুমি পালন কৰা।" বহু তৰ্ক-বিতৰ্ক, আবদাৰ-অনুৰোধৰ পাছত মূলা ক্ষান্ত হয় আৰু স্বামী আজ্ঞা পালন কৰি তেওঁ ঘৰতেই থাকি যায়।

'বুৰঞ্জীয়ে কথা কয়' নামৰ গ্ৰন্থখনত ড° লীলা গগৈয়ে লিখিছে—"ফ্ৰাচেংমুঙৰ ভাৰ্যা মূলা গাভৰুৰ এক মানসিক সংকট উপস্থিত হ'ল। ৰণুৱা স্বামীৰ যাত্ৰাপথত থিয় হৈ বাধাও দিব নোৱাৰে আৰু লগত লৈ যাবলৈ কৱচ কাপোৰো দিব নোৱাৰে। বৈ থোৱা কাপোৰ পেৰাত নাই; বৈ দিবও নোৱাৰে। গা-বিধূতি। অজানিত আশঙ্কাত মূলা গাভৰুৰ হৃদয়ত কঁপনি উঠিল।

কৱচ কাপোৰ আহোম সৈন্যৰ আত্মৰক্ষাৰ কৱচ। বিয়াৰ চকলং কৰোতে কন্যাই দৰাৰ হাতত হেংদান তুলি দি কয়--"এই অস্ত্ৰেৰে নিজৰ দেশ, নিজৰ পুত্ৰ-ভাৰ্যা, ঐশ্বৰ্য আৰু আত্মৰক্ষা কৰিবলৈ সমৰ্থ হওক। এইখনি কৱচ কাপোৰ দিলো, ইয়াক পিন্ধি অজেয় হওক।" দৰাই এশ এগছ জ্বলন্ত চাকিক সাক্ষী কৰি দেশ, জাতি, পুত্ৰ-ভাৰ্যা আৰু আত্মৰক্ষা কৰিবলৈ হাতত হেংদান লৈ সঙ্কল্প গ্ৰহণ কৰে।

একে ৰাতিৰ ভিতৰতে কপাহ নেওচি, পাঁজি বাটি, সূতা কাটি, তাঁত লগাই, বৈ উলিয়াব লাগে কৱচ কাপোৰ। এই অনাকটা কাপোৰখন লেংডন দেৱতা আৰু উপৰি পুৰুষক সুঁৱৰি ল'ব লাগে। এই কাপোৰখন টঙালি স্বৰূপে ব্যৱহাৰ কৰে, কৱচ কাপোৰ গাত থাকিলে আহোম সৈন্যই নিজকে অজেয় বুলি ভাবে। এই গভীৰ বিশ্বাস আৰু দৃঢ়তাৰেই খনে খনে ৰণত বিজয়ী হৈ আহোম সৈন্যই ৰাজ্যৰ সমৃদ্ধি বৃদ্ধি কৰিছিল।

মূলা গাভৰুৱে ৰণমুখী [illegible] লগত কৱচ কাপোৰ দি পঠিয়াব নোৱাৰিলে। [illegible] আগবাঢ়িল। [illegible] ঘনে ঘনে কঁপি উঠিছে। এইদৰে কঁপিলেই মনটো আতঙ্ক-আশঙ্কাই আৱৰি ধৰে [illegible]

ফ্রাচেংমুং যুদ্ধলৈ যোৱাৰ সাত দিনৰ পাছত মূলাই খবৰ পালে যে তেওঁৰ স্বামী আৰু ইহজগতত নাই। মূলাই হিয়া ঢাকুৰিয়াই কান্দিলে। কিন্তু লাহে লাহে তেওঁৰ কান্দোন মাৰ গ'ল। প্ৰিয় সখী মুহিলাক ক'লে যে যিসকলে তেওঁৰ স্বামীক হত্যা কৰিছে, যিসকলে আহোমৰ স্বাধীনতা হস্তগত কৰিব বিচাৰিছে, সেই শত্ৰুসেনাৰ বিৰুদ্ধে তেওঁ যুঁজ দিবলৈ যাব। মুহিলাই বাধা দিয়ে। কিন্তু মূলা এক কথাৰ নাৰী। কথা কৈ, কথা ৰখা নাৰী। আত্মসন্মানবোধ থকা সাহসী নাৰী। তেওঁ ঠিক কৰিলে যে স্বামী হত্যাৰ প্ৰতিশোধ ল'বলৈ তেওঁ যুঁজলৈ যাব।

পদ্মনাথ গোহাঞিবৰুৱাৰ 'অসমৰ বুৰঞ্জী' মতে, মুছলমানৰ পঞ্চম আক্ৰমণত ১৫২৭ চনত ফ্ৰাচেংমুঙৰ মৃত্যু হৈছিল। তাৰ পাছত ১৫৩২ চনত পুনৰ তুৰ্বকে অসম আক্ৰমণ কৰিছিল। এই ষষ্ঠ আক্ৰমণতহে তুৰ্বকৰ বিৰুদ্ধে যুঁজ দিবলৈ মূলা গাভৰু গৈছিল। অৰ্থাৎ স্বামী হত্যাৰ পাঁচ বছৰৰ পাছতহে মূলাই যুঁজলৈ গৈছিল। হয়তো সেই পাঁচ বছৰত যুদ্ধবিদ্যাৰ বহুখিনি তেওঁ আয়ত্ত কৰিছিল। মূলা যুঁজলৈ যাবলৈ সাজু হ'ল। লগত ওলাল তেওঁৰ সখী মুহিলা। এই দুই নাৰীৰ সাহস দেখি অন্য কেইগৰাকীমান নাৰীও যুদ্ধলৈ যাবলৈ সাজু হ'ল। লাহে লাহে মূলা গাভৰুৰ নেতৃত্বত আহোম নাৰীৰ বাহিনী গৈ যুদ্ধৰ শিবিৰত উপস্থিত হ'ল। প্ৰত্যেকৰে হাতত শেল-শূল, যাঠি-তৰোৱাল। শত্ৰু সৈন্যক কাটি-মাৰি অসমৰ স্বাধীনতাক জীয়াই ৰাখিবলৈ তেওঁলোক বদ্ধপৰিকৰ।

আহোম নাৰীসকলে সেইদৰে যুঁজ দিবলৈ যোৱা দেখি সকলো আহোম সৈন্য দুগুণে উৎসাহিত হৈ পৰিল। 'জয়, আহোমৰ জয়' এই ধ্বনি দি শত্ৰু সৈন্যৰ শিবিৰ অভিমুখে তেওঁলোক আগবাঢ়িল। যুদ্ধ আৰম্ভ হ'ল। আহোমৰ নাৰীবাহিনী শত্ৰুৰ ওপৰত জঁপিয়াই পৰিল। লাহে লাহে আন্ধাৰ হৈ আহিল। আকৌ পোহৰ। আকৌ যুদ্ধ। আকৌ আন্ধাৰ... পোহৰ... যুদ্ধ। এইদৰে সম্পূৰ্ণ তিনিদিন যুদ্ধ কৰিলে মূলাই। চতুৰ্থ দিনা পুৱা যেতিয়া শিবিৰৰ পৰা যুদ্ধলৈ যাবলৈ মূলা সাজু হ'ল, তেতিয়া যুৱৰাজ চুক্লেনে ক'লে—"তোমাৰ দেহা অৱশ হৈছে গাভৰু। তিনিদিন ধৰি যুঁজ কৰি তুমি ভাগৰি পৰিছা। আজিৰ দিনটো তুমি অন্ততঃ বিশ্ৰাম কৰা। গাত বল-শক্তি গোটাই লোৱা।"

মূলাই কয়—"কি কয় ডেকাৰজা? মূলা কেতিয়াও অৱশ নহয়। মূলা ভাগৰি নপৰে। মূলাৰ দেহা বজ্ৰতকৈও কঠিন। প্ৰাণ থকালৈকে মূলাই বিশ্ৰাম নকৰে। ...তুৰ্বকৰ সৈন্যবাহিনীক পৰাভূত কৰিহে মূলাই বিশ্ৰাম ল'ব।" মূলা যুদ্ধলৈ যায়।

যুদ্ধত এজন শত্ৰু সৈন্যই মূলাক কয়—"হে সুন্দৰী। কিয় তুমি এই বয়সত যুদ্ধ কৰিবলৈ আহিছা? এতিয়া তোমাৰ দেহত যৌৱন। সুখ-ভোগ-বিলাস কৰাৰ সময়। তোমাৰ এই কোমল দেহা হেংদান, তৰোৱালৰ আঘাতৰ বাবে নহয়। যোৱা, তুমি উভতি যোৱা যুদ্ধক্ষেত্ৰৰ পৰা। যুদ্ধত তোমাৰ স্বামী মৰিল কি হ'ল? তোমাৰ যৌৱন আছে, আন এজনক স্বামী বৰণ কৰি পুনৰ সুখেৰে ঘৰ-সংসাৰ কৰাগৈ।"

মূলাই কয়—"নিৰ্বোধ, নাজানা হিন্দু তিৰোতাই কেতিয়াও দুজন স্বামী বৰণ নকৰে। দুজন মানেই দ্বি-চাৰিণী। তুমি নাজানা সতীত্ব নাৰীৰ পৰম ধন। দ্বি-চাৰিণী কেতিয়াও সতী নহয়।... তোমালোক পুৰুষ, কিন্তু অতি নীচ হিয়া পুৰুষৰ। পুৰুষৰ বাবে নিজৰ প্ৰাণ প্ৰিয়তমা পত্নীগৰাকী মৃত্যুৰ পাছত হয়গৈ মাথো নিশাৰ সপোন।... পত্নীৰ মৃত্যুৰ ছমাহ পাৰ নোহোৱাকৈয়ে পুৰুষে পুনৰ বিয়া পাতে, ভোগ-বাসনাত মত্ত হয়। কিন্তু নাৰীয়ে এই কাম কৰিব নোৱাৰে। কিন্তু শুনা তুৰ্বকৰ সেনা, তোমাৰ সৈতে তৰ্ক কৰিবলৈ মই যুদ্ধক্ষেত্ৰলৈ

অহ্য নাই। মই আহোম সৈনিক, তুমি আমাৰ শত্ৰু। তোমাৰ আৰু আমাৰ কোনো ভাব নাই, ভাষা নাই। যুদ্ধ কৰাই মাথো আমাৰ কাম, কৰ্তব্য।"

চাৰিদিন যুদ্ধ কৰি মূলাই হাতত হেংদান লৈ বহু শত্ৰু সৈন্যক হত্যা কৰিলে।... চতুৰ্থ দিনাখনেই মূলাৰ দেখা হ'ল মুছলমানৰ সেনাপতি তুৰ্বকৰ সৈতে। স্বামী হত্যাকাৰী তুৰ্বকক উদ্দেশ্য কৰি মূলা গৰজি উঠিল। কিন্তু তুৰ্বকে ক'লে যে এগৰাকী সামান্য অবলা নাৰীৰ সৈতে তেওঁ যুঁজ নকৰে। যেন পশুৰাজ সিংহই শিয়ালীৰ সৈতেহে যুঁজ কৰে।

তুৰ্বকৰ কথা শুনি আত্মসন্মানত আঘাত লাগে মূলাৰ। তেওঁ হেংদান তুলি তুৰ্বকক খেদি যায় আৰু দুয়োৰে মাজত তীব্ৰ যুঁজ আৰম্ভ হয়।... সেই সময়তে তুৰ্বকৰ এক পাঠান যোদ্ধাই অলক্ষিতে আহি মূলাৰ বুকুলৈ শেল মাৰিলে। মূলা ঢলি পৰিল। মূলাৰ বুকুৰ তেজেৰে ৰাঙলী হ'ল যুদ্ধক্ষেত্ৰ। লগে লগে প্ৰিয় সখী মুহিলা আহিল। কান্দোনত তেওঁ ভাঙি পৰিল—"উঠা প্ৰাণসখী। যিটো দেহা নানা অলঙ্কাৰেৰে বিভূষিত আছিল, সেই দেহা আজি কিয় ধূলিত লুণ্ঠিত হৈছে?..." বিলাপ কৰি ভাঙি পৰে মুহিলা। মুহিলাক শান্ত কৰিবলৈ জীৱনৰ অন্তিম ক্ষণত লাহে লাহে কৈ গ'ল মূলাই—"নাকান্দিবা প্ৰাণসখী। এই সংসাৰত সকলো অনিত্য। কোনো কাৰো আপোন নহয়, কোনো পৰ নহয়। এই বিশ্বৰূপী গৃহ প্ৰাঙ্গণত আহোম-মুছলমান আমি সকলো একে পৰিয়ালৰ। সকলোবোৰেই অনিত্য, সকলোৰে ভাগ্যত মৃত্যুৰ কথা লিখা আছে। মৃত্যুৰ পাছত সকলো শেষ। কিন্তু মানুহৰ যশ-কীৰ্তি মৰ্ত্যত অক্ষয় হৈ থাকি যাব। তুমি বীৰ আহোম ৰমণী। তুমি সকলো জানা, তথাপি এনে আকুল-ব্যাকুল কৰিছা কিয়?..."

মূলাৰ মৃত্যুৰ পাছত নতুন শক্তিৰে জাগি উঠে আহোম সেনা। কনচেঙ বৰপাত্ৰগোহাঁইৰ নেতৃত্বত আহোম সেনাই দিকৰাইমুখৰ ৰণত মুছলমানক পৰাস্ত কৰে আৰু তুৰ্বকক হত্যা কৰে। ওপৰত কৈ আহিছোঁৱেই, মূলা গাভৰুৰ বিষয়ে অসমৰ বুৰঞ্জীয়ে বৰ বেছি কথা কোৱা নাই। ওপৰত আমি মূলাৰ বিষয়ে যি কথা লিখিছোঁ, সেয়া বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই লিখা 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' নামৰ কাব্যগ্ৰন্থৰ পৰা উদ্ধৃত কৰা।... মূলা গাভৰুৰ সাহসৰ কথা অসমৰ প্ৰতিখন বুৰঞ্জীয়েই স্বীকাৰ কৰে। ঘটনাটো সত্য; কিন্তু প্ৰকৃততে এনেকুৱাই হয় নে নহয়, সেয়া আমি ক'ব নোৱাৰিম। কাৰণ কাব্য বুৰঞ্জী কেতিয়াবা কাল্পনিক কথাৰে ৰহণ সানিও লিখা হয়। এয়া সম্পূৰ্ণ সত্যৰ ওপৰত প্ৰতিষ্ঠিত বুলিলে ভুল কোৱা হ'ব।...

মূলা গাভৰুৰ বিষয়ে ৰাধাকান্ত সন্দিকৈয়ে পাঁচ অঙ্কীয়া, ২২ টা দৃশ্য সম্বলিত নাটক এখন লিখিছে। এইনাটকখনো কাব্যগ্ৰন্থৰ দৰেই, বেছি ভাগ কথা কল্পনাৰ ওপৰতেই প্ৰতিষ্ঠিত। তদুপৰি হিতেশ্বৰ বৰবৰুৱাৰ কাব্যগ্ৰন্থৰ আলমতে সন্দিকৈয়ে নাটকখন লিখিছিল। লক্ষ্মীনাথ বেজবৰুৱাই 'জয়মতী' নাটকখনত নগা কন্যা ডালিমীৰ কাল্পনিক চৰিত্ৰ এটি যোগ দি নাটকৰ মূল চৰিত্ৰ জয়মতী আৰু গদাপাণিৰ ব্যক্তিত্বক এক অন্য মাত্ৰালৈ নিবলৈ যত্ন কৰিছিল। ঠিক সেইদৰে ৰাধাকান্ত সন্দিকৈয়েও ১৯২৪ চনত প্ৰকাশিত তেওঁৰ 'মূলাগাভৰু' নাটকখনত কছাৰী ৰাজকন্যা জয়ন্তীৰ চৰিত্ৰ সৃষ্টি কৰি নাৰীৰ ত্যাগ, সাহস আৰু প্ৰেমক উচ্চস্তৰলৈ নিবলৈ যত্ন কৰিছে। নাটকখনত জয়ন্তীৰ চৰিত্ৰটোৰ বিষয়ে ৰাধাকান্ত সন্দিকৈয়ে কৈছে—"বুৰঞ্জীত জয়ন্তীৰ কোনো নাম-গোন্ধ নাই। কছাৰী ৰজাই ৰণত হাৰি চুহংমুং বা স্বৰ্গনাৰায়ণ আহোম ৰজালৈ এটি ৰাজকন্যা ভেটি দি পঠোৱাৰ কথা মাথোন এঠাইত উল্লেখ আছে। এই কথাষাৰকে গুৰি ধৰি সেই ৰাজকন্যাকে জয়ন্তী নাম দি সজাই-পৰাই পাঠক-পাঠিকাৰ আগত থিয় কৰা হৈছে।"

চুহংমুং বা স্বৰ্গনাৰায়ণ বা দিহিঙ্গীয়া ৰজা আহোম ৰাজপাটত উঠিছিল ১৪৯৭ চনত। এওঁৰ পিতৃ আছিল চুপিম্‌ফা। চুপিম্‌ফাৰ ৰাজত্বকালত নগাৰ এটা খুনবাৱে পালসেৱা কৰোঁতে চমতা কুঁৱৰী এজনীয়ে ভিতৰৰ পৰা জুমি চাই আছিল। খুনবাওটো আছিল ধুনীয়া। খুনবাওক বিদায় দি ৰজা চুপিম্‌ফা যেতিয়া অন্তেষপুৰত সোমাল, তেতিয়া চমতা কুঁৱৰীয়ে খুনবাওটোৰ ৰূপ-গুণৰ বৰ্ণনা কৰিলে ৰজাৰ আগত। এই কথাত ৰজা ক্ষুন্ন হ'ল। পৰপুৰুষ এজনৰ এইদৰে ৰূপ বখনা দেখি ৰজাই ঠিক কৰিলে যে নগাৰ সেই খুনবাওটোৰ হাততে ৰাণীক গতাব। কথা মতেই কাম। খুনবাওক দিয়াৰ সময়ত চমতা কুঁৱৰী সগৰ্ভা আছিল। নগাৰ চাঙলৈ যোৱাৰ কেইমাহমানৰ পাছত তেওঁ এক পুত্ৰ সন্তান প্ৰসৱ কৰেহি। পাছত সেই ল'ৰাটো চুপিম্‌ফা স্বৰ্গদেউৰ সন্তান বুলি জনাজনি হোৱাৰ পাছত চুপিম্‌ফাৰ পুত্ৰ স্বৰ্গদেউ চুহুংমুঙে সেই কোঁৱৰক আনিলে আৰু কনচেং নাম দি বৰপাত্ৰগোহাঁই পাতিলে। এইদৰেই 'বৰপাত্ৰ গোহাঁই' নামৰ মন্ত্ৰী পদৰ সৃষ্টি হয়। ইয়াৰ পূৰ্বে আহোম ৰজাৰ বুঢ়াগোহাঁই আৰু বৰগোহাঁই পদত দুগৰাকীহে ৰাজমন্ত্ৰী আছিল।

ৰাধাকান্ত সন্দিকৈৰ নাটকত কনচেং বৰপাত্ৰগোহাঁয়ে লাহে লাহে ৰাজসভাত প্ৰতিষ্ঠা পাবলৈ ধৰিলে। আনফালে আকৌ দিহিঙ্গীয়া ৰজাৰ বৰপুত্ৰ চুক্লেন কোঁৱৰে ৰাজকাৰ্যত অন্যমনস্কতা দেখুৱাব ধৰিলে। তেওঁ বাৰেবাংকৰা কিছুমান পুথি লৈ ব্যস্ত থাকে আৰু নিজৰ ভাৱত ৰাজ্যত উটি-ভাহি ফুৰে। তেওঁ জয়ন্তীৰ প্ৰেমৰ বাবে পগলা। কিন্তু জয়ন্তীয়ে কোনোকালেই চুক্লেন কোঁৱৰৰ প্ৰেমক স্বীকাৰ কৰা নাই। জয়ন্তী প্ৰেমত পৰিছে কনচেং বৰপাত্ৰগোহাঁইৰ।

সেই সময়তে তুৰ্বকে দুবাৰকৈ অসম আক্ৰমণ কৰে আৰু যুদ্ধলৈ গৈ মৃত্যুবৰণ কৰে মূলা গাভৰুৰ স্বামীয়ে। তাৰ পাছত মূলাই যুদ্ধক্ষেত্ৰলৈ যাবলৈ নাৰী জাতিক আহ্বান জনাইছে। মূলাৰ এই যুঁজত সতীৰ্থ হৈছে মুহিলা, জয়ন্তী, পমিলা, ললিতা আদি অনেক গাভৰু।..... শেষত দিকৰাইমুখৰ ৰণত কনচেং বৰপাত্ৰগোহাঁইৰ নেতৃত্বত আহোম বাহিনীৰ ওচৰত তুৰ্বকৰ মুছলমান বাহিনীয়ে পৃষ্ঠভঙ্গ দিয়ে। যুদ্ধৰ শেষত জয়ন্তী আৰু কনচেঙৰ মিলন।

যিয়েই নহওক মূলা গাভৰুৰ পতিপ্ৰেম, শুদ্ধ অৰ্থত দেশপ্ৰেমে সেই সময়ৰ নাৰী সমাজত আলোড়নৰ সৃষ্টি কৰিছিল। মূলাই সকলো নাৰীকে বুজাই দিছিল যে পুৰুষতকৈ কোনো গুণে কম নহয় নাৰীৰ বল-বীৰ্য। নাৰীয়ে সকলো কৰিব পাৰে। স্বামীৰ সেৱা, সন্তানৰ প্ৰতিপালনৰ পৰা যুদ্ধ-বিগ্ৰহলৈ.... সকলো।

কিন্তু দুখৰ কথা এই যে মূলাৰ এই সাহসৰ কথা শুনি, মানসিক শক্তিৰ দ্বাৰা উদ্বুদ্ধ হৈ মূলাৰ পাছৰ কালৰ নাৰীসকলে তেনেদৰে দেশৰ স্বাধীনতাৰ বাবে সৰ্বস্ব ত্যাগ কৰাৰ কাহিনী আমি শুনা নাই। মূলাৰ দৰে আন কোনো ৰমণীয়ে উদাৰচিত্তে চিন্তা কৰা নাই দেশৰ কথা। জয়মতীৰ আত্মাহুতি আৰু মূলাৰ বীৰত্ব নিশ্চয় একে ধৰণৰ কথা নহয়।

.....অৱশ্যে অসম বুৰঞ্জীত আমি আন এগৰাকী বুদ্ধিমতী আৰু সাহসী নাৰী কাঁচনমালা বা কাঞ্চন আইদেউৰ বিবয়ে পাওঁ। অৱশ্যে এইগৰাকী নাৰীৰ বিষয়ে অসমৰ বুৰঞ্জীয়ে বিশেষ কথা নকয়। ১৯১৫ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আলোচনী' নামেৰে এখন মাহেকীয়া কাকতৰ পঞ্চম বছৰৰ নৱম সংখ্যাত 'বুদ্ধিমতী আহোম কন্যা' নামেৰে এটি প্ৰবন্ধ প্ৰকাশ পায়। সেই প্ৰবন্ধত কাঁচনমালা আইদেউৰ কথা লিখা আছিল, কিন্তু প্ৰবন্ধটোত কাঁচনমালাৰ সম্পৰ্কীয় মানুহ আৰু তেওঁলোকৰ সৈতে যুদ্ধ, চন, তাৰিখ আদিত যথেষ্ট খেলি-মেলি আছিল। পাছত বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই কাঁচনমালা আইদেউৰ বিষয়ে

বিতৰ্কৰ উৰ্ধ্বৰ সৰ্বসম্মত এক সিদ্ধান্ত (।) দিবলৈ যত্ন কৰিছিল।

কাঁচনমালা আইদেউৰ বিষয়ে ক'বলৈ হ'লে তেওঁৰ পিতৃ সোন্দৰ (সুন্দৰ) গোহাঁইৰ বিষয়ে প্ৰথমতে কিছু কথা কৈ থোৱা ভাল হ'ব। হিতেশ্বৰ বৰবৰুৱাৰ মতে, সুন্দৰ গোহাঁই তন্-খাম বৰগোহাঁইৰ ভতিজাক। চুক্লেনমুং বা গড়গঞা ৰজাৰ দিনত তন্‌খামে বৰগোহাঁইৰ পদ পাইছিল। সুন্দৰ গোহাঁইৰ আচল নাম আছিল আপচু গোহাঁই। কৈ থোৱা ভাল হ'ব যে পাছত গড়গঞা ৰজাৰ দিনতে কোঁচ ৰাজ্যৰ সেনাপতি মহাবীৰ চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰিছিল। এয়া ১৫৬২ চনৰ ঘটনা। ইতিমধ্যে গড়গঞা ৰজাৰ মৃত্যুৰ পাছত ১৫৫২ চনত চুখাম্‌ফা বা খোৰা ৰজা আহোম সিংহাসনত উঠিছিল। চিলাৰায়ৰ সৈতে যুদ্ধ কৰি আহোম সৈন্যই থৰকাচুটি হেৰুওৱাত খোৰা ৰজাই পৰ্বতলৈ পলাই যায়।

পাছত আহোম আৰু কোঁচৰ মাজত এক সন্ধিৰ প্ৰস্তাৱ হয়। সেই সন্ধিৰ এটা চৰ্ত মতে, চিলাৰায়ে ৰজাৰ পুতেক আকুত্যাং (এওঁ লাঙ্গী গোহাঁই বা পাছত স্বৰ্গদেউ প্ৰতাপ সিংহৰ ভাতৃ), বৰগোহাঁইৰ পুতেক ত্যাওপেত, ভতিজা আপচু আদি কৰি সকলো পাত্ৰমন্ত্ৰী আৰু ৰজাৰ ঘৰৰ ল'ৰা একোটা লৈ নিজ দেশলৈ গুচি যায়।

* নাম আপচু, কিন্তু আপচু গোহাঁই দেখিবলৈ বৰ সুন্দৰ আছিল। তেওঁৰ ৰূপ-সৌন্দৰ্য আৰু স্বাস্থ্যই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। সেইবাবেই তেওঁৰ 'আপচু' নাম গুচাই কোঁচবিহাৰত সকলোৱে তেওঁক 'সুন্দৰ' গোহাঁই বুলিবলৈ ল'লে আৰু পাছত তেওঁ সেই নামেৰেই পৰিচিত হ'ল।

দুবছৰমানৰ পাছত এদিন কোঁচৰজা নৰনাৰায়ণে সুন্দৰ গোহাঁইৰ সৈতে পাশা খেলিছিল। ৰজাই সুন্দৰক ক'লে—"যদি তুমি ২০ ঢাল জিকিব পাৰা, তেনেহ'লে তোমাৰ দেশৰ পৰা অনা মানুহখিনিৰে সৈতে তোমাক নিজ দেশলৈ যাবলৈ এৰি দিম।" সুন্দৰ গোহাঁয়ে ১৯ ঢাল জিকিল, পাছৰ ঢালযোৰ দহত লাগিল। ৰজাই বোলে—"এইযোৰ দহ ঢালিব পাৰিলে, মোৰ যি যি মানুহ যায়, সিহঁতকো তোমাৰ লগত এৰি দিম।" সুন্দৰ গোহাঁয়ে 'একেযোৰ দহ গ'ল' বুলি বিমুখে যোৰ দহ ঢালি পাশা জিকিলে (কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী)। অৱশ্যে এই আহোম যুৱকসকলক এৰি দিয়াৰ অন্য এক কাৰণো আছে [দ্ৰঃ (৭) নৰনাৰায়ণ]।

কথা মতে নৰনাৰায়ণ ৰজাই আমাৰ দেশৰ পৰা নিয়া সকলোখিনি মানুহৰে সৈতে সুন্দৰ গোহাঁইক নিজ দেশলৈ পঠিয়াই দিলে। সুন্দৰৰ সৈতে কোঁচ ৰাজ্যৰ পৰা তাঁতী, সোণাৰি আদিকে ধৰি ভালেমান অন্য বৃত্তিধাৰী লোকো অসমলৈ আহিছিল। ৰজাই তেওঁলোকক মাটি-বাৰী দি ভালদৰে সংস্থাপন কৰিছিল।

যিয়েই নহওক নিজ দেশলৈ উভতি আহি সুন্দৰ গোহাঁয়ে থাঁৰৰ জীয়েকক বিয়া পাতেহি। সুন্দৰ গোহাঁইৰ ঔৰসত আৰু থাঁৰৰ জীয়েকৰ গৰ্ভত তিনিটা সন্তানৰ জন্ম হয়। তাৰে দুটা ল'ৰা (আঁখেক আৰু কেঁৰা গোহাঁই) আৰু এজনী ছোৱালী। এই ছোৱালীজনীয়েই হ'ল— বুদ্ধিদীপ্তা আহোম ৰমণী কাঁচনমালা আইদেউ।

কাঁচনমালা আইদেউ তেতিয়া ভৰযৌৱনা গাভৰু, সেই সময়তে আহোম ৰজাৰ বল-বুদ্ধি পৰীক্ষা কৰিবৰ ইচ্ছাৰে মুছলমান ৰজাই একে গঢ়ৰ আৰু একে বৰণৰ, একে সাজ-পাৰ পিন্ধা দুজনী তিৰোতা, দুজনী ঘোঁৰা, দুটা মাছ, আগ-গুৰিৰ চিন নথকা এখন বাঁহৰ ধনু আৰু এখন চিঠি দি আহোম ৰজাৰ ওচৰলৈ কটকী এজন পঠায়। চিঠিখনত মুছলমান ৰজাই লিখিছিল যে তিৰোতা দুজনীৰ বেটী-ঘৈণী, ঘোঁৰা দুজনীৰ মাক-জীয়েকৰ চিন ধৰি দিব

লাগে। মাছ দুটাৰ কোনটো বিলৰ, কোনটো খাবৈৰ বাচি দিব লাগে, ধনুখনৰ আগ আৰু গুৰিৰ দিশটো স্থিৰ কৰি দিব লাগে। ইয়াকে কৰিব নোৱাৰিলে মুছলমানৰ কৰতলীয়া হ'ব লাগিব আহোম ৰজা।

ৰজাই পাত্ৰমন্ত্ৰীক মুছলমান ৰজাই পঠিওৱা মানুহ, ঘোঁৰা, মাছ, ধনু আদিৰ ভেদ ভাঙিবলৈ অনুৰোধ জনালে। বহু চিন্তা-চৰ্চা চলিল। কিন্তু সকলো অথলে গ'ল। কোনেও মুছলমান ৰজাৰ এটা প্ৰশ্নৰো উত্তৰ উলিয়াব নোৱাৰিলে।... শেষত এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ দিলে কাঞ্চন বা কাঁচনমালা আইদেৱে।

আইদেৱে তিৰোতা দুজনীক বোকা বাটেদি যাবলৈ দিলে। বেটীজনীয়ে কাপোৰ-কানি কোঁচাই লৈ নিসংকোচ মনেৰে বোকাৰ ওপৰেৰে যাবলৈ ধৰিলে। যিজনী প্ৰকৃত ঘৈণী, তাই কানি-কাপোৰ নাদাঙিলে, মাথো ধীৰে ধীৰে বোকা বাটেদি আগুৱাই গ'ল। স্থিৰ হ'ল বেটী (দাসী) আৰু ঘৈণী (সম্ভ্ৰান্ত অৰ্থত)। ঘোঁৰা দুজনী দুজন ঘোঁৰা চোৱাক দি চেঁকুৰাই অনালে। পশুৰ স্বাভাৱিক মনোবৃত্তি অনুসৰি জীয়েকে মাকৰ ওহাৰলৈ মুখ মেলিলে। তাৰ পৰাই ঘোঁৰাৰ মাক-জীয়েকৰ পৰিচয় ওলাই পৰিল। মাছ দুটা ভিন পাত্ৰত তপত পানীত পেলাই থ'লে। কিছু সময়ৰ পাছত দেখা গ'ল এটা পাত্ৰৰ পানী নিৰ্মল, আনটো কিছু মলিন। গতিকে তাৰ পৰাই স্থিৰ হ'ল যে মলিন পাত্ৰ [illegible] থকা মাছটো খাবৈৰ আৰু আনটো বিলৰ। ধনুখন পানীত পেলাই দিয়া হ'ল। দেখা গ'ল [illegible]ৰে গুৰি, সেই মূৰ বেছি গধুৰ হোৱা বাবে আগেয়ে বুৰ গ'ল। এইদৰে আটাইকেইটা বুদ্ধিৰ পৰীক্ষাত যুক্তিপূৰ্ণভাৱে কৃতকাৰ্য হ'ল কাঁচনমালা আইদেউ আৰু আহোম ৰজাৰো মান-সম্ভ্ৰম অটুট থাকিল।

কাঁচনমালা আইদেউৰ বুদ্ধিৰ বিষয়ে মুছলমান ৰজাই জানিব পাৰি কাঁচনমালাক লাভ কৰিবলৈ তেওঁ ব্যগ্ৰ হ'ল। পাছত মুছলমান ৰজাই যেতিয়া আহোম ৰাজ্য আক্ৰমণ কৰিলে (বোধহয় দ্বাদশ শতিকা), তেতিয়া কাঁচনমালা আইদেও আৰু তেওঁৰ মাতৃয়ে (খাঁৰৰ জীয়েক) মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰে। কাঁচন আইদেওৰ মাকৰ যুদ্ধত মৃত্যু হয় আৰু কাঁচনমালা মুছলমান সৈন্যৰ হাতত বন্দী হয়। মুছলমান সৈন্যই কাঁচনমালাক নবাবৰ হাতত গতাই দিবলৈ ব্ৰহ্মপুত্ৰইদি নাৱেৰে সেই দেশলৈ নিবলৈ প্ৰয়াস কৰিছিল। কিন্তু আহোমৰ ঐতিহ্য আৰু ধৰ্ম মানি চলা কাঁচনমালাই মুছলমান ৰজাৰ ওচৰলৈ যোৱাৰ ইচ্ছা নকৰি, স্বধৰ্ম অটুট ৰাখি নাৱৰ পৰা জাঁপ দি ব্ৰহ্মপুত্ৰৰ বুকুত আত্মাহুতি দিয়ে।

হিতেশ্বৰ বৰবৰুৱাই লিখিছে—"কাঞ্চন আইদেও আহোম 'খাম্ পাট গাভৰু', তেওঁ যি অসাধাৰণ বুদ্ধি আৰু বীৰত্বৰ চিন দেখুৱাই গ'ল, তাৰ গুণতে প্ৰাচীন আহোম পুৰোহিত দেওধাই, মহন আদিৰ মাজত জ্বলি আছে। আজিও তেওঁৰ অমৰ আত্মাই আহোম 'গুবেচনী' অৰ্থাৎ শক্তি উপাসনাত সেইসকলৰ পৰা এখনি শৰাই আৰু এভাগি পূজা পাইছে।"

মূলা গাভৰু আৰু কাঁচনমালাৰ সাহস আৰু বুদ্ধিমত্তাই যুগে যুগে অসমীয়া নাৰীক প্ৰেৰণা যোগাই যাব।

---

*[এই লেখা সম্পূৰ্ণ বুৰঞ্জীপ্ৰামাণ্য নহয়। ইয়াত সামান্য তথ্য-প্ৰমাণৰ ভিত্তি কৰিহে আহোম ৰমণীসকলৰ বীৰত্ব, ত্যাগ আৰু আত্মবলিদানৰ এক আভাস দিবলৈ চেষ্টা কৰা হৈছে। আশা কৰোঁ বুৰঞ্জীবিদসকলে এই সম্পৰ্কত অধিক তথ্যৰ সন্ধান কৰিব। এই নিবন্ধ বুৰঞ্জীৰ নাৰীসকলৰ বিষয়ে প্ৰকৃত তথ্যৰ সন্ধানৰ বাবে প্ৰয়াস কৰা এক চমু যাত্ৰাহে।—লিখক।]*

## (৪)

# বংশী গোপালদেৱ

১৪৭০ শক (১৫৪৮ চন)ত মালীপুৰত জন্ম হৈছিল বংশী গোপালদেৱৰ। ফাগুণ মাহৰ পূৰ্ণিমাত জন্ম লোৱা এইজনা ব্যক্তিৰ মাক-দেউতাকৰ সকতে মত্যু ঘটাত মালীপুৰৰ বায়েক-ভিনিহিয়েকৰ ঘৰতে তেওঁ ডাঙৰ-দীঘল হৈছিল। বংশী গোপালদেৱৰ পিতৃ গ্ৰামেশ্বৰ আছিল যদিও আহোম ৰজাৰ আক্ৰমণত ভূঞা সকলৰ সহযোগী হিচাপে ঘৰবাৰী এৰি পলাই যাব লগা হোৱাত আৰ্থিক অৱস্থা অত্যন্ত বেয়া হৈছিল। সেইবাবেই বংশীগোপালৰ পিতৃ (ধৰ্মাই আচাৰ্য) আৰু মাতৃ (যমুনাৱতী) য়ে জোঁৱায়েকৰ ঘৰ মালীপুৰতে আশ্ৰয়লৈছিল আৰু সেই সময়তে বংশীগোপালৰ জন্ম হৈছিল। ভিনিহিয়েকৰ ঘৰৰ অৱস্থাও ভাল নোহোৱাত গোপালে সকৰে পৰা গৰু চৰোৱাৰ লগতে ঘৰৰ ইটো-সিটো কাম কৰিবলগীয়া হৈছিল। উপনয়ন কৰাৰ পাছত এজন ব্ৰাহ্মণৰ ওচৰলৈ গৈ শিক্ষা লাভ কৰিছিল আৰু কেইদিনমানৰ ভিতৰতে ভাগৱত গীতাখন সলসলীয়াকৈ মুখস্থ গাব পৰা হৈছিল।

তাৰ পাছত পঢ়াশুনা এৰি পেটৰ ভাত মোকলাবলৈ বংশীগোপালক কেইজনমান মুদৈৰ লগ লগাই দিলে ভিনিহিয়েকে। তেওঁ মুদৈসকলৰ লগতে বিভিন্ন ঠাইত ঘুৰি ফুৰি বেপাৰ-বাণিজ্য কৰিবলৈ ধৰিলে। তেনেদৰেই ঘুৰি ফুৰোতে এদিন গোপালৰ নাও বৰদোৱা পালেগৈ আৰু ক্ষন্তেক সময়ৰ বাবে তেওঁ শংকৰদেৱৰ সাক্ষাৎ লাভ কৰিলে। গোপালৰ উপৰিপুৰুষসকলৰ বিষয়ে শংকৰদেৱে জানিছিল, তদুপৰি গোপালৰ ব্যক্তিত্বত মহৎ পুৰুষৰ লক্ষণ দেখা পাই শংকৰে তেওঁৰ লগতে কিছুদিন থাকিবলৈ গোপালক পৰামৰ্শ দিলে। কিন্তু মুদৈহঁতে কথাটো নামানিলে আৰু গোপালক তেওঁলোকৰ লগতে লৈ গ'ল। আকৌ ৰামৰায়ে লিখা দামোদৰদেৱৰ চৰিত 'গুৰুলীলা'ৰ মতে, গোপালে লগৰীয়াহঁতৰ স'তে গৈ পাটবাউসীত শংকৰদেৱক লগ ধৰিছিল আৰু সেই সময়তে গোপালে শংকৰদেৱৰ পৰামৰ্শমতে গুৰু দামোদৰদেৱৰ ওচৰত শৰণ লৈছিল। শৰণ লোৱাৰ পাছত দামোদৰে ঘৰ-সংসাৰ-আত্মীয় সকলোকে এৰি দামোদৰদেৱৰ লগতে সত্ৰত থাকিবলৈ লয় আৰু লাহে লাহে প্ৰধান শিষ্যৰ মৰ্যাদা লাভ কৰিলে। এইখিনিতে কৈ থোৱাটো ভাল হ'ব যে অতি পৰিশ্ৰমী আৰু অনুসন্ধিৎসু গোপালদেৱে যিয়েই কৰিছিল, তাতেই সফলতা পাইছিল। ব্যৱসায়-বানিজ্য কৰিও তেওঁ যথেষ্ট টকা-পইচা আয় কৰিছিল, যাৰ বাবে দামোদৰদেৱৰ ওচৰত শৰণ লওঁতে তেওঁ তেতিয়াৰ দিনতে ৫০০ টকা প্ৰণামী হিচাপে দি গুৰুৰ চৰণত সেৱা কৰিছিল (নীলকণ্ঠকৃত 'দামোদৰদেৱৰ চৰিত')।

সেই সময়ত ধৰ্মপ্ৰচাৰ কৰাটো অতি কঠিন কাম আছিল। তাতে আহোম ৰজাসকলে ৰাজত্ব কৰা উজনিত এই কাম আৰু কঠিন আছিল। সেইবাবে লাহে লাহে সুলক্ষণযুক্ত শ্ৰেষ্ঠ পুৰুষৰ মৰ্যাদা লাভ কৰা বংশীগোপালদেৱকে উজনিলৈ ধৰ্ম প্ৰচাৰৰ বাবে পঠিওৱা উচিত বুলি দামোদৰদেৱ আৰু মাধৱদেৱে চিন্তা কৰিলে। ৰামানন্দ কৃত চৰিতৰ মতে, গোপালদেৱ উজনিলৈ আহিল কিন্তু নানা উপদ্ৰৱৰ সন্মুখীন হৈ আকৌ পাটবাউসীলৈ গৈ বহুদিন থাকিল। কিন্তু উজনিৰ ভূঞাসকলে গোপালৰ অভাৱ অনুভৱ কৰি ধৰ্মপ্ৰচাৰৰ গতি কি হ'ব, সেই কথা চিন্তা কৰিলে আৰু গোপাল যাতে পুনৰ উজনিলৈ ঘুৰি আহে তাৰবাবে প্ৰাৰ্থনা জনালে। বংশীগোপালে এইবাৰ উত্তৰ ভাৰতৰ তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি আহি

যদুমণিদেৱক লগত লৈ উজনিত ধৰ্ম প্ৰচাৰৰ বাবে ওলাল।

যদুমণিদেৱ হৰিদেৱৰ প্ৰধান শিষ্য আছিল। তেওঁ উজনিলৈ আহি আধলীয়া গাৱঁত সত্ৰ পাতি থাকিল। গোপালদেৱে অত তত থাকি শেষত কাঁহীকুচি গাঁৱত সত্ৰ পাতি অনেক লোকক শৰণ দিলে। তাৰ পাছত গোপালদেৱে কলাবাৰীত সত্ৰ পাতি থাকি নাম-ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। কলাবাৰীত সত্ৰ পাতি শ শ লোকক শৰণ দি শেষত ডফলাৰ উৎপাত হোৱা যেন দেখি, তাৰ পৰা আঁতৰি গৈ ডফলাই ঢুকি নোপোৱা দেবেৰাপাৰাতে সত্ৰ পাতি থাকিবলৈ ল'লে। দেবেৰাপাৰাত সত্ৰ স্থাপনৰ সময়ত আনকি ভাণ্ডাৰী গোহাঁঞি আৰু সুন্দৰ গোহাঁঞিয়েও বংশীগোপালক সহায় কৰিছিল। এই দেবেৰাপাৰাই হ'ল বংশী গোপালদেৱৰ প্ৰথমখন পূৰ্ণ পৰ্য্যায়ৰ সত্ৰ। ইয়াতেই তেওঁ শ্ৰীক্ষেত্ৰৰ পৰা গোবিন্দমূৰ্ত্তি আৰু তাতে পোৱা মদন-গোপালৰ মূৰ্ত্তি আনি স্থাপন কৰিলে।

কছাৰীসকলৰ স'তে হোৱা ৰণত সুন্দৰ গোহাঁঞিৰ মৃত্যু হ'ল। তাৰ পাছত গোপালদেৱ পুণৰ ৰাজৰোষত পৰিল আৰু আত্ম গোপন কৰি পলাই ফুৰিবলৈ ধৰিলে। তেনেদৰে যাযাবৰ হৈ ফুৰোঁতেও তেওঁ অনেক লোকক শৰণ দিছিল। লাহে লাহে গোপালদেৱৰ শিষ্যৰ সংখ্যা দিনে দিনে বাঢ়ি গৈ বহু হেজাৰ হৈছিল। অৱশেষে প্ৰতাপ সিংহ সিংহাসনত উঠাৰ পাছত তেওঁ ধৰ্মগুৰুসকলক অত্যাচাৰ কৰাটো বন্ধ কৰিলে আৰু বংশী গোপালদেৱক কুৰুৱাবাহীত সত্ৰ পাতি থাকিবলৈ দিলে। এই সত্ৰত হেজাৰ-বিজাৰ লোকক শিষ্যত্ব প্ৰদান কৰি গোপালদেৱে এদিন বৃদ্ধ বয়সত ভৰি দিলে । তাৰ পাছত মিশ্ৰদেৱক প্ৰধান শিষ্য পাতি নিজে গঢ়া সত্ৰসমূহৰ দায়িত্ব দিলে। তীৰ্থনাথ শৰ্মাই লিখা 'আউনীআটী সত্ৰৰ বুৰঞ্জী' মতে, বংশীগোপালদেৱ ৭৪ বছৰ জীয়াই আছিল। গোপালদেৱে বহুকেইখন সত্ৰ স্থাপন কৰি বহু লোকক শৰণ দিছিল। উজনি অসমৰ আকাশত ধৰ্মৰ কিৰণ সিঁচা এইজনা মহাপুৰুষৰ পৰিশ্ৰম আৰু ত্যাগৰ মহিমা দেখি সকলোৱে তবধ মানিছিল। তীৰ্থনাথ শৰ্মাই লিখিছে- "গোপালদেৱৰ ত্যাগৰ সৰ্বোত্তম স্বৰূপ প্ৰকাশ পাইছে স্বোপাৰ্জিত পুণ্যৰাশি ভক্তসকলৰ কল্যাণৰ অৰ্থে উৎসৰ্গ কৰাত। জীৱনৰ শেষৰফালে এদিন লুইতৰ পানীত এবুকুলৈকে নামি ব্ৰহ্মপুত্ৰক সাক্ষী কৰি নিজৰ আৰ্জিত সকলো ধৰ্ম, পুণ্য আৰু সম্পত্তি সত্ৰ প্ৰতিপালক বৈষ্ণৱক উৎসৰ্গ কৰি দিছিল। ... যদিও গোপালদেৱে দামোদৰদেৱৰ কালৰ পাটবাউসী সত্ৰৰ আৰ্হিতে সত্ৰবিলাকৰ নিৰ্মাণ পদ্ধতি আৰু প্ৰসঙ্গ পৰিচালনাৰ নিয়ম-কৰণবিলাক গ্ৰহণ কৰিছিল, তথাপি কেবাখনো পূৰ্ণাঙ্গ সত্ৰ স্থাপন কৰোতে সঞ্চিত অভিজ্ঞতা আৰু প্ৰয়োজনীয়তাৰ গুণত সত্ৰৰ শ্ৰৱণি আদি নতুন ভাৱৰ সৃষ্টি কৰি, নামৰ উপযোগীকৈ ঘোষা আদি নতুনকৈ ৰচনা কৰি বিভিন্ন প্ৰসঙ্গ গোৱাৰ প্ৰণালী নিবদ্ধ কৰি দিবলগীয়া হৈছিল।" সেইবাবেই শংকৰ-দামোদৰৰ উত্তৰসূৰী হৈয়ো তেওঁৰ কাৰ্যপ্ৰণালী কিছু পৃথক আছিল।

## (৫)

# পদ্মপ্ৰিয়া আই

অসমৰ প্ৰথম মহিলা সাহিত্যিক পদ্মপ্ৰিয়া। এওঁৰ পিতৃ ভবানীপুৰীয়া গোপালদেৱ। এই গোপালদেৱ হ'ল মাধৱদেৱৰ অন্যতম শিষ্য আৰু 'কালসংহতি' পন্থাৰ প্ৰৱৰ্তক। গোপাল আতাই দুবাৰ বিয়া কৰাইছিল। দুয়োগৰাকী পত্নীৰ গৰ্ভত দুটাকৈ সন্তানৰ জন্ম হৈছিল। প্ৰথমা পত্নী সুভাগীৰ গৰ্ভত জন্ম লৈছিল ক্ৰমে কমললোচন আৰু যোগমায়াই। দ্বিতীয়

পত্নী বৃন্দাৱতীৰ গৰ্ভত ক্ৰমে পদ্মপ্ৰিয়া আৰু দামোদৰৰ জন্ম হৈছিল।

পদ্মাৱতীৰ শিক্ষাগুৰু আছিল পিতৃ গোপালদেৱ। গোপালদেৱৰ শাস্ত্ৰ অধ্যায়নৰ প্ৰতি আগ্ৰহ দেখি পদ্মপ্ৰিয়ায়ো পিতৃৰ পৰা আক্ষৰিক জ্ঞান লাভ কৰি শাস্ত্ৰ অধ্যায়ন কৰিবলৈ লয়। শাস্ত্ৰ অধ্যায়নৰ প্ৰতি অতিশয় আগ্ৰহী পদ্মপ্ৰিয়া আছিল ৰূপৱতী, গুণৱতী,শিক্ষিতা আৰু উদাৰ মহিলা। পাছত তেওঁ মাথো পঢ়া-শুনাৰ মাজতেই আবদ্ধ নাথাকি লেখা-মেলাও কৰিবলৈ লয় আৰু বহু গীত -কবিতা ৰচনা কৰে। অৱশ্যে তেওঁৰ দ্বাৰা ৰচিত সাহিত্যৰ বেছিখিনিয়েই কালৰ গৰ্ভত লীন গ'ল। পিতাৰ লগত মহাপুৰুষ, সাধকসকলক দেখা কৰিবলৈ প্ৰায়েই গৈছিল পদ্মপ্ৰিয়া। এই সন্তসকলৰ পৰা কেনেকৈ প্ৰকৃত জ্ঞান লব পাৰি, সেয়াই আছিল তেওঁৰ একমাত্ৰ আকাংক্ষা। পৰম জ্ঞানান্বেষী এই গৰাকী নাৰীয়ে উদাৰ আৰু নম্ৰ গুণৰ পৰিচয় দিছিল। পদ্মপ্ৰিয়াই সকলে পৰাই উপলব্ধি কৰিছিল যে, একান্ত নম্ৰ আৰু বিনয়ী নহ'লে প্ৰকৃত জ্ঞান লাভ কৰাটো কোনোপধ্যেই সম্ভৱ নহয়।

পূৰ্ণানন্দৰ দ্বাৰা ৰচিত গোপালদেৱৰ চৰিতপুথি অনুসৰি (৬৭৭-৬৮১ পদ) পদ্মপ্ৰিয়াক প্ৰিয় শিষ্য যদুমণিদেৱৰ হাতত সমৰ্পন কৰাৰ ইচ্ছা কৰিছিল গোপালদেৱে। কিন্তু গজলা সত্ৰৰ প্ৰতিষ্ঠাতা যদুমণিয়ে পদ্মপ্ৰিয়াক বিয়া কৰাবলৈ অমান্তি হ'ল। তাৰ কাৰণ হিচাপে মাধৱদেৱে শংকৰদেৱক কোৱাৰ দৰে যদুমণিয়েও গুৰুকন্যাক মাতৃজ্ঞান কৰিলে আৰু সেৱাহে জনালে। পাছত অৱশ্যে যদুমণিদেৱে অন্য কন্যা এগৰাকীক বিয়া কৰাই সাংসাৰী হ'ল।

পদ্মপ্ৰিয়াৰ বিবাহ সম্পৰ্কত অন্য এক তথ্য পোৱা যায়। বোধহয় যদুমণিদেৱৰ দ্বাৰা প্ৰত্যাখিত হোৱাৰ পাছত পদ্মপ্ৰিয়াই শাক্ত এজনৰ স'তে বিবাহ পাশত আবদ্ধ হৈছিল। গোপালদেৱৰ আন কোনো একশৰণপন্থী উপযুক্ত পাত্ৰ নোপোৱাৰ বাবেই হওঁক, প্ৰেমত পৰাৰ বাবেই হওঁক এজন শাক্ত ব্যক্তিৰ স'তে পদ্মপ্ৰিয়াই কিছুকাল সংসাৰ কৰিছিল। কিন্তু দুয়ো দুয়োৰে ধৰ্মমতৰ প্ৰতি উদাৰ হব নোৱৰাৰ বাবেই সম্ভৱ পদ্মপ্ৰিয়াই স্বামীক এৰি পিতৃগৃহলৈ উভতি আহি নাম ধৰ্ম কৰি, গীত-কবিতা লিখি কাল কটায়।

পদ্মপ্ৰিয়াই ধৰ্মপ্ৰচাৰ কৰা নাছিল। কিন্তু সেই যুগৰ ৰক্ষণশীল সমাজৰ এগৰাকী মহিলা হৈয়ো সন্ত , ভকত, শিক্ষিত সকলৰ লগতে জ্ঞানচৰ্চা ধৰ্মচৰ্চা কৰিছিল। নীতি নিয়মত সম্পূৰ্ণ বিশ্বাসী অথচ নিজস্ব স্বাধীনতাতো বিশ্বাসী এইগৰাকী ভক্তি পৰায়ণা নাৰীৰ বিষয়ে মহাপুৰুষসকলৰ বিষয়ে লিখা চৰিত পুথিত পোৱা যায়- "*পদ্মপ্ৰিয়া নামে ভৈলা তাহাৰ নন্দিনী/অতি ৰূপ ৱতী গুনৱতী যশস্বিনী/আইসকলৰ প্ৰসঙ্গত সুমুদায়/হৰিনাম লগাৱন্ত হয়া নম্ৰকয়/ কোকিলৰ স্বৰ যেন কণ্ঠ সুললিত...*"

পদ্মপ্ৰিয়াৰ ৰচনাসমূহত তেওঁৰ পূৰ্বৰ আৰু সমসাময়িক কবিসকলৰ ৰচনাৰ প্ৰভাব পৰা দেখা যায়। তদুপৰি তেওঁৰ সৰহভাগ ৰচনাৰে সোৱাদ উত্তৰ পুৰুষে নাপালে। তথাপি তেওঁৰ স্থান অসমীয়া সাহিত্যৰ বুৰঞ্জীত সদায়েই থাকিব, কাৰণ মধ্যযুগত তেওঁ মাথো ধৰ্মশাস্ত্ৰৰ শিক্ষা লাভ কৰা শিক্ষিতা মহিলাই নাছিল, তেওঁ নিজে গীত- কবিতা আদি মৌলিক সাহিত্য ৰচনা কৰি অসমীয়া নাৰীৰ সাহিত্যচৰ্চাৰ 'ৰূদ্ধ কপাট' খুলি পেলাইছিল।

## (৬)

# পিকচাই চেতিয়া ফুকন

আহোমৰ ৰাজধানীৰ পৰা গুৱাহাটী বহু দূৰৈত। সেইবাবে তাত কোনোবাই বিদ্ৰোহ কৰিলেও বা মুছলমানে আক্ৰমণ কৰিলেও বাধা দিওতা কোনো বিশেষ বিষয়া-ডাঙৰীয়া

নাথাকে। সেইবাবে কলিয়াবৰৰ পৰা পশ্চিম অঞ্চল শাসন কৰিবৰ বাবে ৰজা প্ৰতাপ সিংহই গুৱাহাটীত নিযুক্তি দিবলৈ 'বৰফুকন' নামেৰে উচ্চ বিষয়া পদৰ সৃষ্টি কৰিলে। লাঙ্গি পানীসিঙ্গিয়া আছিল আহোম ৰাজ্যৰ প্ৰথমজন বৰফুকন আৰু তৃতীয়জন বৰফুকন হৈছিলগৈ পিকচাই চেতিয়া। পিকচাইৰ সম্পৰ্কে প্ৰবাদ আছে যে, গুৱাহাটীত তেওঁ প্ৰথমবাৰ বৰফুকন হৈ থাকোতে মুছলমানে আক্ৰমণ কৰিলে। পিকচাইৰ দুজনী পত্নী আছিল। সিহঁতে দিনটো কাজিয়া কৰি থাকে। এই কাজিয়া শুনি থাকোতে তেওঁৰ বাহিৰ ওলাবৰো সময় নাথাকে, পত্নী দুজনীকো মাৰপিট কৰি শান্ত কৰিব নোৱাৰে। সেইবাবে মুছলমানে দেশ চাৰখাৰ কৰোতেও যুদ্ধলৈ যাবলৈ তেওঁৰ সময় নোলাল। এই কথা প্ৰতাপ সিংহৰ কাণত পৰিল আৰু পিকচাই বৰফুকনক বন্দী কৰিবলৈ হুকুম দিলে। পিকচাই বন্দী হ'ল, কিন্তু তেওঁ ৰজাৰ বিৰুদ্ধে টু শব্দ এটাও উচ্চাৰণ নকৰিলে।

প্ৰতাপ সিংহৰ কিন্তু পিকচাইৰ সাহসৰ ওপৰত বিশ্বাস আছিল বাবে সৰু চকুৱা গোহাঁই বৰফুকনৰ পাছত তেওঁকে আকৌ বৰফুকন পাতিলে। পিকচাইয়ে এইবাৰ মোমাই তামুলী বৰবৰুৱা সেনাপতিৰ সহযোগী হিচাপে মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ গ'ল আৰু গড় বান্ধি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পহৰাত থাকিল। অসীম পৰাক্ৰমেৰে যুদ্ধ কৰি পিকচায়ে মুছলমানক খেদিলে। তেতিয়াৰে পৰা উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি অসমৰ সীমা নিৰ্ধাৰিত হয়। পিকচাই চেতিয়া ফুকনে সম্পূৰ্ণ নিজৰ উদ্যোগতে অসমৰ এই সীমা নিৰ্ধাৰণ কৰিছিল। নিস্বাৰ্থ চৰিত্ৰৰ এইজনা বৰফুকনে কূট-কৌশল কৰি কেতিয়াও নিজৰ ক্ষমতা বঢ়োৱাৰ কামত প্ৰবৃত্ত হোৱা নাছিল। আহোম ৰজাকে নিজৰ ঈশ্বৰ বুলি ভাবিছিল আৰু আহোম ৰাজ্যৰ হকে কাম কৰি যোৱাকে পৰম কৰ্তব্য জ্ঞান কৰিছিল। কলিয়াবৰৰ দক্ষিণে মোমাই তামুলী আৰু উত্তৰে পিকচাই অসমৰ সেনাপতি আছিল। যুদ্ধ নথকা সময়ত এইজনা ব্যক্তিয়ে মোমাই তামুলীৰ আৰ্হিত বহুতো গাঁও গঠন কৰিছিল। ৰজা প্ৰতাপ সিংহৰ মৃত্যুৰ ঠিক আগে আগে এইজনা বীৰৰো মৃত্যু হয়।

## (৭)
## ৰাভাবীৰ পৰ্শুৰাম

লক্ষ্মীনাৰায়ণ কোঁচবিহাৰৰ ৰজা হৈ থাকোতে শান্তৰ ৰাজ্যৰ শালমাৰীৰ অধিপতি আছিল পৰ্শুৰাম। সেই সময়তে মুছলমানে লক্ষ্মীনাৰায়ণ আৰু তেওঁৰ ভতিজাক পৰীক্ষিত নাৰায়ণক (তেওঁৰ ৰাজধনী আছিল অশ্বক্ৰান্ত) নিজৰ বশলৈ আনিলে। তাৰ পাছত কৰৈবাৰীৰ অধিপতি স্বৰূপ বৃষকেতুৰ পুত্ৰ মধুসূদনক বন্দী কৰি চান্দ বাহাদুৰক কৰৈবাৰীৰ থানাদাৰ পাতিলে। কৰৈবাৰীৰ থানাদাৰ হোৱাৰ পাছত চান্দ বাহাদুৰৰ জিভা লকলকাবলৈ ধৰিলে পৰ্শুৰাম অধিপতি হৈ থকা শালমাৰীকো নিজৰ আয়ত্তলৈ আনিবলৈ। সেইবাবে শালমাৰীৰ পৰ্শুৰামক আক্ৰমন কৰিবলৈ মুছলমান নবাব মিৰ্জা নাথনৰ সহায় বিচাৰিলে। মিৰ্জাই সৈন্য-সামন্তলৈ নিজেই আক্ৰমণ কৰিলে পৰ্শুৰামক। পৰ্শুৰামে এই কথাৰ ভু পাই মুছলমানক প্ৰতিহত কৰিবলৈ কঠালবাৰীত গড় বান্ধিলে। তাৰ পাছত আৰম্ভ হ'ল পৰ্শুৰাম আৰু মোগলৰ যুদ্ধ। যুদ্ধত মোগলৰ বহুখিনি ক্ষতি কৰিলে পৰ্শুৰামে। কিন্তু অৱশেষত মোগল সৈন্যৰ লগত যুঁজিব নোৱাৰি পিছ হুহকি গ'ল। কঠালবাৰীত পৰ্শুৰামে মোগলক ১৩ দিন ধৰি প্ৰতিহত কৰিছিল। কিন্তু তেওঁ উপায় নাপাই পিছ হুহকি যোৱাৰ পাছত কঠালবাৰী মিৰ্জাই

অধিকাৰ কৰিলে।

মোগলৰ ওচৰত আত্মসমৰ্পণ কৰা বীৰ নহয় পৰ্গুৰাম। অলপীয়া সৈন্যৰেই মোগলৰ বিৰুদ্ধে এটাৰ পাছত এটাকৈ যুঁজ দিলে আৰু পৰাজয় বৰণো কৰিলে। বহুকেইটা যুদ্ধত পৰাজিত হৈ পৰ্গুৰাম এইবাৰ ৰংজুলি পালেগৈ। ৰংজুলিত পৰ্গুৰামে কোঠ বান্ধিলে। মিৰ্জাই কেবা হেজাৰ গাবো মানুহ লগত লৈ সৈন্য-সামন্তৰে ৰংজুলি কোঠ আক্ৰমণ কৰিলে। কিন্তু পৰ্গুৰামৰ প্ৰতি-আক্ৰমণত বিধ্বস্ত হ'ল মিৰ্জাৰ সৈন্যবাহিনী। অৱশ্যে পৰ্গুৰামৰ অলপীয়া সৈন্যই শেষত হাৰ মানিবলৈ বাধ্য হয়। এই বিষয়ত ইতিহাসবিদ বেণুধৰ শৰ্মাই লিখিছে; "ইতিমধ্যে মিৰ্জাই পাঁচটা গড় মৰালে। তিনিটা গড় সম্পূৰ্ণ হোৱা নাছিল। ৰংজুলি কোঠৰ নিচেই ওচৰত আছিল পঞ্চমটো গড়। দোকমোকালিতে মিৰ্জাই সেই গড়টোত সোমাই ৰংজুলি কোঠলৈ গুলিয়ালে। পৰীক্ষিতৰ মোমায়েক মামু গোবিন্দে ধৰিলেহি। ধাৰাসাৰ গুলীয়াগুলি হ'ল। ৰংজুলিত ঠাৱৰিব নোৱাৰি মিৰ্জাই হাতীবচাধাৰী পালেগৈ। বচাধাৰীত মিৰ্জাৰ সৈন্যই তিনিহেজাৰ গৰু সাঙুৰি আনিলে, ১৭০০ মানুহো বন্দী কৰি নিলে। গোবিন্দ দাসৰ সহায়ত ৰংজুলি অধিকাৰ কৰিলে। তাৰ পাছত শান্তোৰজা আৰু অকৰু ৰজাও মিৰ্জাৰ অধীনলৈ গ'ল। বলভদ্ৰ দাসৰ বুদ্ধি কৰিত পৰ্গুৰাম বন্দী হ'ল। পৰশুৰামৰ তিনিজন পুতেক আৰু এগৰাকী ভাৰ্যাকি মুছলমানে ধৰি লৈ গ'ল। কবিচ খাঁৰ হাতত গতাই দি পৰশুৰামক মিৰ্জাৰ ওচৰলৈ পঠিয়ালে।

এইদৰেই মোগল নবাবৰ হাতত বন্দী হ'ল কেতিয়াও হাৰ নমনা বীৰ পৰ্গুৰাম। স্বাধীনচিন্তীয়া মনোভাবৰ এই বীৰপুৰুষজনাৰ কোনো বিলাস-বৈভৱলৈ আকাংক্ষা নাছিল। তেওঁ মাথো ল'ব বিচাৰিছিল স্বাধীনতাৰ সোৱাদ। সেইবাবেই মোগলৰ হাতত বাৰে বাৰে পৰাজিত হৈয়ো, যুদ্ধ কৰি গৈ থাকিল তেওঁ। নিজৰ অলপীয়া সৈন্যৰেই মোগলৰ স'তে ৰণ জিকি তেওঁ যি স্বাধীনতাৰ বন্তি জ্বলাই ৰাখিব বিচাৰিছিল, সেয়া হ'বলৈ নিদিলে এই অসম মুলুকৰে ষড়যন্ত্ৰকাৰী, লুভীয়া মানুহবোৰে। সেই মানুহবোৰৰ এতিয়া কোনো অস্তিত্ব নাই, কিন্তু স্বাধীনচিতীয়া বীৰ হিচাপে ৰাভা বীৰ পৰ্গুৰাম যুগে যুগে পূজিত হৈ থাকিব।

## (৮)

## ডেবেৰা বৰবৰুৱা

ৰজাক ভত্তা-পতা কৰা আৰু হত্যা কৰাটো ডেবেৰাৰ বাবে যেন ভাতৰ জগত পানী খোৱাহে কথা আছিল। ডেবেৰাৰ পিতৃ খৰাগোম মাজুলীৰ দক্ষিণপাটৰ মানুহ আছিল। লুখুৰাখন ফৈদৰ মানুহ। ১৬৭০ চনত চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পাছত চাৰিঙৰ ৰজা চুন্যত্ফাই উদয়াদিত্য সিংহ নাম লৈ আহোম ৰাজপাটত উঠে। ইতিমধ্যে ডেবেৰাই মাজুলীৰ পৰা আহি আহোমৰ ৰাজধানীত যেন নিকপকপীয়াকৈ বহি গৈছিল। প্ৰবল উচ্চাকাংক্ষী আৰু বুদ্ধিয়ক ডেবেৰাই উদয়াদিত্য সিংহৰ সৰু ভয়েক (চুক্লেনফা)ৰ স'তে চলে-বলে বন্ধুত্ব গঢ়িছিল। লাহে লাহে তেওঁ চুক্লেনফাৰ অভিন্ন বন্ধু আৰু পৰামৰ্শদাতাও হৈ উঠিল। তেতিয়ালৈকে ডেবেৰা হাজৰিকীয়া বিষয়াহে আছিল। ৰাজ্যৰ অন্য কোনো বিশেষ বিষয়বাব পোৱা নাছিল, কিন্তু ভয়েকৰ মুখেদি ডেবেৰাৰ কাৰ্যকুশলতাৰ বিষয়ে শুনি স্বৰ্গদেউ মুগ্ধ হৈছিল আৰু ডেবেৰাক বৰবৰুৱাৰ বিষয়বাব দিছিল। ডেবেৰাই 'বৰবৰুৱা'ৰ বিষয়বাব পোৱাৰ পিছত তেওঁৰ উচ্চাকাংক্ষা আৰু বাঢ়ি গ'ল। এই উচ্চাকাংক্ষা বাঢ়ি গৈয়েই থাকিল।

সেই সময়তে চক্রপানী (মতভেদে বনমালী গোসাঁইবা পৰমানন্দ) নামৰ এজন পূজাৰীৰ পাণ্ডিত্য দেখি ৰজা উদয়াদিত্য সিংহ মোহিত হ'ল। ৰজাই তেওঁক চমাগুৰিত বহু ভূমি দান কৰি ৰাজগুৰু হিচাপে প্ৰতিষ্ঠা কৰিলে। ৰজা আতে ক্ষান্ত নাথাকিল, নিজৰ ডা- ডাঙৰীয়া, বিষয়া আৰু প্ৰজা সকলোকে চক্ৰপানীৰ ওচৰত শৰণ লবলৈ আদেশ জাৰি কৰিলে । এই কথাত অপমান পাই ডা- ডাঙৰীয়া সকলে ৰজাৰ ভায়েকৰ সৈতে লগ হৈ উদয়াদিত্যৰ বিৰুদ্ধে ষড়যন্ত্ৰত নামিল। ৰজাই ভায়েকক বন্দী কৰিবলৈ আদেশ দিলে, কিন্তু সকলোৱে মিলি ৰজাকহে বন্দী কৰিলে। ৰজাক বন্দী কৰাৰ বিষয়ত আগভাগ ল'লে ডেবেৰা বৰবৰুৱাই আৰু নিজেই উদয়াদিত্যক চবাইদেও পাহাৰলৈ নি হত্যা কৰিলে। অৱশ্যে কাশীনাথ তামুলীফুকনৰ বুৰঞ্জীমতে ডেবেৰাই বিষপান কৰাইহে উদয়াদিত্যক প্ৰাণে মাৰিছিল। চক্ৰপানীক শূলত দি মৰাই তেওঁৰ দেহ ভূৰত তুলি দিখৌত উটাই দিয়া হ'ল। ১৬৭৩ চনত চুক্লেনফাই ৰামধ্বজ সিংহ নাম লৈ সিংহাসনত উঠিল। এওঁক ৰজা পতাত মুখ্য ভূমিকা লোৱা ডেবেৰা বৰবৰুৱা এইবাৰ উঠিৰজা-বহিৰজা হ'ল। এওঁ ৰজা হোৱাৰ পাছতেই বৰগোঁহাই আৰু চাৰিংগীয়া ৰজাই ৰামধ্বজৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ উমান পাই ডেবেৰাই দুয়োকে হত্যা কৰিলে। ডেৰবছৰমানৰ পাছত ৰামধ্বজ সিংহৰ অসুখ আৰম্ভ হ'ল। তেওঁৰ মৃত্যুৰ পাছত কোন ৰজা হ'ব সেই লৈ আলোচনা চলিল। ডা- ডাঙৰীয়াসকলে উদয়াদিত্য সিংহৰ পুতেক এজনকে ৰজা পতাৰ কথা আলোচনা কৰাত ডেবেৰা শংকিত হ'ল। তেওঁ এইবাৰ নিজৰ নিৰাপত্তাৰ বাবে দেহৰক্ষীৰ বন্দোবস্ত কৰিলে। কিন্তু ৰামধ্বজ সিংহই ভাবিলে যে ডেবেৰাই তেওঁকহে মাৰিবলৈ ষড়যন্ত্ৰ কৰিছে, সেয়ে ডেবেৰাক বন্দী কৰিবলৈ সৈন্য পঠিয়ালে। কিন্তু বলবুদ্ধিত বলীয়ান ডেবেৰাইহে ১৬৭৫ চনৰ মাৰ্চ মাহত ৰজা ৰামধ্বজক হত্যা কৰিলে। তাৰ পাছত চমাগুৰিৰ চুহুং নামৰ এজন কোঁৱৰক আনি ডেবেৰাই ৰজা পাতিলে। যিসকল ডা-ডাঙৰীয়াই উদয়াদিত্যৰ পুত্ৰক ৰজা পাতিব বিচাৰিছিল, তেওঁলোকক ডেবেৰাই হত্যা কৰিলে। ইয়াতে ক্ষান্ত নাথাকি যিসকল বিষয়াক ডেবেৰাই ভাল নাপায়, সেইসকলক গুৱাহাটীৰ পৰা ৰজাই মাতি পঠিয়াইছে বুলি ৰাজধানীলৈ নি সকলোকে হত্যা কৰিলে।

ডেবেৰাৰ এইবোৰ উদ্ভণ্ডালিত ৰজা চুহুং নিজেই শংকিত হ'ল। আৰু ডেবেৰাক হত্যা কৰিলেহে নিজৰ সিংহাসন বাচিব বুলি ভাবি ডেবেৰাক হত্যাৰ যো-জা চলালে। এই কথাৰ উমান পাই ডেবেৰাই ৰজা চুহুংকো হত্যা কৰিলে। এওঁৰ ৰাজভোগ আছিল মাথো এমাহ পোন্ধৰ দিনহে (গেইট চাহাবৰ মতে, মাত্ৰ একৈশ দিন) ডেবেৰাই এইবাৰ তুংখুঙীয়া খৈলৰ সাৰেঙ্গ গোঁহাইৰ পুত্ৰ গোবৰক (গদাধৰ সিংহৰ পিতৃ) ৰজা পাতিলে। গুৱাহাটীৰ বৰফুকন লালুকসোলাক ৰাজধানীলৈ মাতি পঠিয়ালে। বৰফুকনে নিজৰ জীৱন বিপন্ন বুলি বুঢ়াগোহাঁই(আতন) আৰু বৰগোহাঁইক লগ ধৰি ডেবেৰাৰ উৎপাত বন্ধ কৰাৰ বিষয়ে আলোচনা চলালে। তেওঁলোকে গোপনে সৈন্যবাহিনী লৈ ডেবেৰাক বন্দী কৰিবলৈ আগবাই গ'ল। কিন্তু এওঁলোকক সৈন্য সামন্তৰে সৈতে আগভেটা দিলে ডেবেৰাই। কিন্তু ডেবেৰাক নিজৰ সৈন্যবাহিনীয়েই এৰি পলাল। আসন্ন মৃত্যুৰ কথা গম পাই ডেবেৰাও পলাব বিচাৰিছিল যদিও তেওঁক ধৰি আনি হত্যা কৰা হ'ল। এইদৰে তিনিজন ৰজাক হত্যা কৰি ৰাজধানীত তালফাল লগাই উঠিৰজা বহিৰজা হোৱা ডেবেৰাৰ জীৱনৰ কৰুণ পৰিসমাপ্তি ঘটিল। মাথো দুটা বছৰ ক্ষমতা লাভ কৰিয়েই ডেবেৰাই যি অভূতপূৰ্ব কাণ্ড কৰিছিল, সেয়া আহোম ইতিহাসত বিৰল।

## (৯)

# ৰুচিনাথ কন্দলি

ৰুচিনাথ কন্দলি ১৮ শতিকাৰ এগৰাকী অন্যতম শ্ৰেষ্ঠ কবি। এওঁৰ পূৰ্বপুৰুষ ৰত্ন কন্দলি আছিল লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ বাসিন্দা। নাৰায়ণপুৰ আছিল সেই সময়ত ৰজা মৃগাঙ্কৰ ৰাজধানী। এই ৰজাজনৰ আছিল হিন্দু ধৰ্মৰ প্ৰতি প্ৰবল অনুৰাগ। সেইবাবেই তেওঁ বিভিন্ন ঠাইৰ পৰা ব্ৰাহ্মণসকলক আনি নাৰায়ণপুৰত বহুৱাইছিল,সেই ব্ৰাহ্মণসকলৰে এজন ৰত্ন কন্দলি। তেওঁক ৰজাই ৰাজপুৰোহিত হিচাপে সন্মান জনাইছিল। ৰত্ন কন্দলি আছিল কাশ্যপ গোত্ৰীয় ব্ৰাহ্মণ। এওঁৰে উত্তৰপুৰুষ আছিল ৰামপতি। ৰামপতিয়ে নাৰায়ণপুৰৰ পৰা উঠি গৈ তামোলবাৰীত বসবাস কৰিছিল। এওঁৰ পুত্ৰ ৰঘুপতি। ৰঘুপতিৰ পুত্ৰ বলোৰাম আৰু তেওঁৰ পুত্ৰ ৰামন্যাশিক। ৰামন্যাশিকৰ পুত্ৰ কৃষ্ণাচাৰ্যই ৰুদ্ৰসিংহৰ আমন্ত্ৰণত তামোলবাৰী এৰি ৰংপুৰত বসতি কৰিবলৈ লৈছিল। সংস্কৃত পণ্ডিত কৃষ্ণাচাৰ্যই বিয়া কৰাইছিল ৰুক্মিনী দেৱীক। কৃষ্ণাচাৰ্য আৰু ৰুক্মিনীৰে পুত্ৰ হ'ল ৰুচিনাথ বিপ্ৰ বা কন্দলি।

শ্ৰীশ্ৰী চণ্ডী নামৰ বিখ্যাত কাব্যগ্ৰন্থৰ ৰচয়িতা ৰুচিনাথ কন্দলি আছিল সংস্কৃতৰ বিদগ্ধ পণ্ডিত। সংস্কৃত সাহিত্যৰ বহু ৰচনাই তেওঁৰ কণ্ঠস্থ আছিল আৰু পূৰ্বৰ কবিসকলৰ পৰম্পৰা ৰক্ষা কৰি তেওঁ পুৰাণ চৰ্চা কৰি গৈছিল। এই পুৰাণ চৰ্চাৰে এক অন্যতম স্বাক্ষৰ হ'ল শ্ৰীশ্ৰী চণ্ডী। শাক্তধৰ্মী এইজনা কবিয়ে শ্ৰীশ্ৰী চণ্ডী ৰচনা কৰোতে মাৰ্কেণ্ডয় পুৰাণ, বামণ পুৰাণ, ব্ৰহ্মাকৈবৰ্ত পুৰাণ আৰু কালিকা পুৰাণক ভিত্তি কৰিছে আৰু কোনোটোৰে হুবহু অনুবাদ নকৰি মূল কথাখিনিহে নিটোল ৰূপত নিজস্ব ভাষাৰে বৰ্ণনা কৰিছে।

অষ্টাদশ শতিকাৰ অসমীয়া শক্তি সাহিত্যৰ ভিতৰত ৰুচিনাথ কন্দলিৰ 'শ্ৰী শ্ৰী চণ্ডী' গ্ৰন্থখন এখন লেখত ল'বলগীয়া গ্ৰন্থ বুলি এই সম্পৰ্কীয় গৱেষক ড°পৰীক্ষিত হাজৰিকাই লিখিছে , " কাহিনী গঠনতো কবি পটু আৰু ঘটনাৰ বিকাশ সাধনতো সচেতন। কবিৰ ছান্দসিক নিপুণতাও কম নহয়। তেওঁৰ প্ৰকাশ ভঙ্গী প্ৰাঞ্জল আৰু সাৱলীল। চমুকৈ কবলৈ হ'লে, কাহিনীকাৰ হিচাপে, বাঙ্ময় শিল্পী হিচাপে, কবি হিচাপে আৰু অনুবাদক হিচাপে ৰুচিনাথৰ প্ৰতিভা 'শ্ৰী শ্ৰী চণ্ডী' গ্ৰন্থত পৰিস্ফুট হৈছে।"

শ্ৰীশ্ৰী চণ্ডীৰ বাহিৰেও ৰুচিনাথ কন্দলিয়ে কল্কি পুৰাণ নামৰ আন এখন পুথি লিখিছিল যদিও সেইখন এতিয়া পাবলৈ নাই। শ্ৰীশ্ৰীচণ্ডী গ্ৰন্থখনত কবিয়ে দেৱী-মাহাত্ম্যৰ বিষয়ে বৰ্ণনা কৰিছে আৰু কৈছে যে দেৱীক আৰাধনা কৰি তুষ্ট কৰিব পাৰিলে মানুহক মুক্তি প্ৰদ ফল দান কৰে। এই দেৱী ব্ৰহ্মা,বিষ্ণু আৰু শিৱৰো জন্মদাত্ৰী। গতিকে এই বিশ্বব্ৰহ্মাণ্ডত দেৱীতকৈ শ্ৰেষ্ঠ শক্তি নাই। দেৱীয়ে ক্ষেত্ৰ আৰু প্ৰয়োজন অনুযায়ী বিভিন্ন অৱতাৰ ধাৰণ কৰে আৰু তেওঁ সহস্ৰ নামেৰে বিভূষিতা, যেনে- কামাখ্যা,কৌশিকী,কালী, মহাকালী, চণ্ডী, দুৰ্গা,ভগৱতী,মহামায়া,কাৰ্ত্তিকী,চামুণ্ডা, ভৈৰৱী,ছিন্নমস্তা,কমলা,বাৰাহী,উগ্ৰচণ্ডা, ভুবনেশ্বৰী,মহাগৌৰী ইত্যাদি।

"শ্ৰী শ্ৰী চণ্ডী" পুথিখনত ৰুচিনাথ কন্দলিয়ে ১৩টা খণ্ডত ভাগ কৰিছে আৰু প্ৰতিটো খণ্ডতে দেৱীৰ একোটা মাহাত্ম্য দেখুৱাইছে। আমাৰ শাক্ত সাহিত্যক শক্তিশালী কৰাত ৰুচিনাথ কন্দলিৰ অৱদান স্মৰণীয়।

## (১০)

# লালুকসোলা বৰফুকন

পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু বদন বৰফুকনৰ মাজৰ ঈৰ্ষা-কলহৰ কাহিনী সকলোৱে জানে। তাৰ আগতো আহোম ৰাজ্যত ঠিক একেধৰণৰ ঘটনা ঘটিছিল- সেইবাৰ বুঢ়াগোহাঁই আছিল আতন আৰু বৰফুকন আছিল লালুকসোলা। লালুকসোলা আছিল মোমাই তামুলী বৰবৰুবাৰ পুত্ৰ আৰু লাচিত বৰফুকনৰ ককায়েক। লালুকসোলা আহোম ৰজা উদয়াদিত্য সিংহৰ দিনত লাচিত বফুকনৰ মৃত্যুৰ পাছত 'বৰফুকন' হৈছিল। এওঁ পূৰ্বতে সলাল গোহাঁই হৈ আছিল আৰু তেতিয়া লালুকী কচলুখেৰ গোহাঁই বুলি জনা গৈছিল। সলাল অঞ্চলৰ গোহাঁই হিচাপে এওঁ যথেষ্ট কৃতিত্বৰে কাম কৰিছিল বাবেই বৰফুকনৰ বিষয়বাব পাইছিল। অৱশ্যে, তেতিয়া বয়স কিছু হোৱাৰ বাবে মানুহে তেওঁক বুঢ়াফুকনো বুলিছিল।

ডেবেৰা বৰবৰুৱাক হত্যা কৰি আহোম ৰজা আৰু ৰাজ্যক সুস্থিৰ কৰাৰ ক্ষেত্ৰত আগভাগ লোৱা আতন বুঢ়াগোহাঁইৰ প্ৰধান সহযোগী আছিল লালুকসোলা। গোবৰ ৰজাকো আতন আৰু লালুকসোলা দুয়োয়ে মিলি হত্যা কৰিছিল। পাছত ছুজিনফা বা শূৰসিংহ (১৬৭৫-৭৭) ৰজাকো ৰাজধানীত থকা পাত্ৰ মন্ত্ৰীৰে সৈতে মিলি বুঢ়াগোহাঁইয়ে হত্যা কৰিছিল। সেই সময়তে লালুকসোলা গুৱাহাটীত আছিল। তেওঁ শুনিছিল নতুন ৰজা চুদাইফা বা তেজ সিংহক (১৬৭৭-৭৯) ৰজা পাতি আতন ক্ষমতাশালী হৈ উঠিছিল। আচলতে আতনৰ দৰে এজন বিজ্ঞ আৰু সাহসী পুৰুষে ৰাজ্যৰ সকলো ক্ষমতা নিজৰ হাতত ৰাখি আহোম ৰাজ্যক সুস্থিৰে পৰিচালনা কৰিছিল। লালুকসোলাই ঈৰ্ষাত জ্বলি পুৰি লাহে লাহে আতনৰ বিৰুদ্ধে ষড়যন্ত্ৰত নামি পৰিল। আতনে লালুকক ধৰিবলৈ মানুহ পঠোৱাৰ কথা জানিব পাৰি তেওঁ বঙ্গৰ নবাব আজমতৰাৰ সহায় প্ৰাৰ্থনা কৰিলে আৰু লালুকৰ সহায়ত আজমতৰাই গুৱাহাটী দখল কৰিলে (১৬৭৯চন)। লালুকে আজমতৰাৰ সৈন্যবাহিনী আৰু বহুতো আহোম বিষয়া-ডাঙৰীয়া আৰু তেওঁলোকৰ সৈন্যক হাত কৰি ৰাজধানী আক্ৰমণ কৰি আহোম ৰজা চুডৈফা আৰু আতন বুঢ়াগোহাঁইক হত্যা কৰিলে। তাৰ পাছত চুডৈফাক হত্যা কৰোতে তেওঁক সহায় কৰা চুলিক্‌ফা কোঁৱৰকে আহোম ৰাজ্যৰ ৰজা বুলি লালুকসোলাই ঘোষণা কৰিলে আৰু নিজৰ পাঁচ বছৰীয়া জীয়েকক ১৪বছৰীয়া চুলিক্‌ফালৈ বিয়া দি পাটৰাণী পাতিলে। এইবাৰ লালুক উঠিৰজা-বহিৰজা হ'ল। তেওঁ চুলিক্‌ফা বা ল'ৰাৰজাক নামমাত্ৰ সিংহাসন দি সকলো ক্ষমতা নিজৰ হাতত ৰাখি ৰজাৰ দৰে সাজ-পাৰ পিন্ধিবলৈ ল'লে। তাৰ পাছত লালুকে আহোম ইতিহাসত নোহোৱা-নোপোজা কাণ্ড কৰিব ধৰিলে। কোনো আহোম কোঁৱৰেই যাতে ৰজা হ'ব নোৱাৰে, তাৰ বাবে সকলোকে ঘুণীয়া কৰিব ল'লে। গদাপাণি অঙ্গক্ষত হোৱাৰ ভয়ত পলাল আৰু লালুকসোলাই চাওদাং লগাই অশেষ নিৰ্যাতন দি জয়মতীক মৰালে। কিন্তু লালুকৰ এই উৎপাত বেছিদিনলৈ নাথাকিল। ভোটাই ডেকা শইকীয়াই লালুকক হত্যা কৰিলে।

ভোটাই ডেকা শইকীয়া নগাঁৱৰ কলিতা কুলৰ মানুহ। অতি স্বাৰ্থপৰ অথচ বাহুবলী আৰু সাহসী ভোটায়ে মোগল সেনাবাহিনী কলিয়াবৰত সোমোৱাৰ (১৬৬২চনৰ মাৰ্চ) ক্ষেত্ৰত সেনাপতি মীৰজুমলাক সহায় কৰিছিল। ১৬৮০ চন মানত এবাৰ লালুকসোলা বৰফুকনৰ বাৰীত সোমোৱা ভালুক এটাক ভোটায়ে বৰ পৰাক্ৰমেৰে বধ কৰিছিল। কিন্তু লালুকে

ভোটাইক পুৰস্কৃত কৰাৰ সলনি এনে বাহুবলীয়ে পাছত বিপদৰ সৃষ্টি কৰিব পাৰে বুলি ভাবি শদিয়াৰ কেঁচাইখাতী গোসাঁনীৰ সন্মুখত বলি দিবলৈ থিৰাং কৰিলে। সেই কথা গম পাই ভোটাই পলাল আৰু মাধৱ পাছত তামুলী আৰু আঘোণা কছাৰী নামে দুজন লোকৰ লগলাগি লালুকসোলা বৰফুকন আৰু তেওঁৰ তিনিজন পুত্ৰক হত্যা কৰিলে।

## (১১)
## ৰাধা-ৰুক্মিণী

১৭৬৯ চনত স্বৰ্গদেৱ লক্ষ্মীসিংহক সিংহাসনৰ পৰা উচ্ছেদ কৰা মোৱামৰীয়া অভ্যুত্থানৰ মূল নায়িকা দুগৰাকী আছিল ৰাধা আৰু ৰুক্মিণী। এই দুগৰাকী সতীনী হ'লেও তেওঁলোকৰ মাজত প্ৰীতিৰ ভাব আছিল বুলি ভবাৰ থল আছে। দুয়ো আছিল মোৱামৰীয়া অভ্যুত্থানৰ অন্যতম হোতা নাহৰখোৰা শইকীয়াৰ পত্নী।

মোৱামৰীয়া অভ্যুত্থানৰ মূল হোতা দুগৰাকী আছিল ৰাঘ নেওগ আৰু নাহৰখোৰা। মোৱামৰীয়া মহন্ত অষ্টভুজদেৱৰ অন্যতম শিষ্য আছিল এই দুজন। তেওঁলোক মোৱামৰীয়া সমাজত নেতাৰ দৰেই আছিল। দুয়ো হাতী চুৰ্ভী আছিল আৰু বছৰেকত নিৰ্দিষ্ট কেইটামান হাতী আহোম ৰজাক সোধাইছিল। তেনেদৰে এবাৰ হাতী যোগোৱাৰ সময়ত কীৰ্তিচন্দ্ৰ বৰবৰুৱাই হাতীৰ কুৰিটা খুঁত উলিয়াই চমতাৰে কুৰিটা কোব দিয়াইছিল ৰাঘক। তেতিয়াৰে পৰা কীৰ্তিচন্দ্ৰ আৰু পাছত আহোম ৰজাৰ প্ৰতি বিতুষ্ট হৈ অষ্টভুজ প্ৰভুৰ সন্তান ডেকাগোসাঁই গাগিনীৰ স'তে পৰামৰ্শ কৰি মোহনমালা গোহাঁইক সেনাপতি পাতি ৰজাঘৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল ৰাঘ আৰু নাহৰে। অৱশ্যে পাছত এই দুজনকে বিশ্বাসঘাতকতা কৰিছিল ৰাঘ আৰু নাহৰে।

নাহৰখোৰাৰ পত্নী দুজনীৰ বিষয়ে বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই লিখিছে-"ৰাধাৰ নাম আছিল ভাতুকী আৰু ৰুক্মিণীৰ আছিল ভাকুলী। .......নাহৰখোৰাই স্বয়ম্ভুৰূপে 'নৱ-হৰি' (অৰ্থাৎ নতুন হৰি বা বৰ্তমান যুগৰ হৰি অথবা কৃষ্ণ) হৈ পৰিছিল যেতিয়া 'নতুন হৰি'ৰ পত্নী বা গৃহিণীসকল যে (নতুন) ৰাধা আৰু (নতুন) ৰুক্মিণী নহ'ব তাৰ কাৰণ কি? দ্বাপৰৰ শ্ৰীহৰিৰ প্ৰধান মহিষী ৰাধা আৰু ৰুক্মিণী আছিল; আহোম ৰাজত্বৰ কালত উদ্ভৱ হোৱা নতুন হৰিৰ পত্নীও নিশ্চয় ৰাধা আৰু ৰুক্মিণী হোৱাটো যুক্তিসঙ্গত হৈছিল।" অৱশ্যে বৰবৰুৱাই আৰু কেতবোৰ কথা কৈছে যিটো আমি মানি লোৱাত অসুবিধা পাইছো। সেয়া হৈছে —" ৰাধা ৰাঘৰ মাক আৰু ৰুক্মিণী হৈছে মাহীমাক। ৰমাকান্ত আৰু ৰাঘ দুয়ো সহোদৰ, ৰমাকান্ত বৰ, ৰাঘ সৰু। দুয়ো নাহৰখোৰাৰ ঔৰষজাত সন্তান। বৰবৰুৱাই (কীৰ্তিচন্দ্ৰই) খণ্ড ভমকভ আগ-পাছনুগুণি চাওডাঙৰ হতুৱাই নাহৰখোৰাৰ পিঠিত চমটাৰ কোব মৰাই, কাণ দুখন কাটি খেদি পঠাইছিল, ৰাঘক নহয়।"

ৰাধা আৰু ৰুক্মিণীৰ নাম অৱশ্যে মোৱামৰীয়া গোহাঁই অষ্টভুজে দিয়া বুলিও আমি পাইছো। যিয়েই নহওঁক, এই দুগৰাকী নাৰী অতি চতুৰ আছিল,আছিল দুৰ্দান্ত সাহসী। মোৱামৰীয়াই যেতিয়া আহোম সেনাৰ বিৰুদ্ধে যুদ্ধত নামিছিল তেতিয়া হেনো এই দুগৰাকী নাৰীৰ গাত কালী লম্বা বুলি প্ৰচাৰ কৰা হৈছিল; এই বুলিও প্ৰচাৰ কৰা হৈছিল যে এই দুগৰাকী ৰণচণ্ডীয়ে বন্দুকৰ গুলি আঁচল পাতি ধৰিব পাৰিছিল। সেই কথা শুনি আহোম সৈন্যই প্ৰচণ্ড ভয় খাইছিল আৰু ৰণভঙ্গ দিছিল, যাৰ ফলত মোৱামৰীয়াৰ জয়লাভ সহজসাধ্য হৈছিল।

বিদ্ৰোহৰ অন্তত যেতিয়া মোৱামৰীয়াৰ জয় হৈছিল,তেতিয়া তেওঁলোকে ৰমাকান্তক ৰজা পাতিলে। নাহৰখোৰা ঘূণীয়া থকাৰ বাবে তেওঁ পুত্ৰক ৰজা পাতি নিজে মন্ত্ৰী হ'ল। বাঘ নেওগ হ'ল বৰবৰুৱা। ৰাজ্যভাৰ লোৱাৰ পাছত নাহৰখোৰাই পত্নী ৰুক্মিণীৰ স'তে ৰংনাথৰ দ'লত থাকিবলৈ লয় আৰু বাধাই থাকিবলৈ লয় হৰগৌৰী দ'লত। পাছত মৰাণৰ বিষয়া কেইজনমানৰ সৈতে ৰুক্মিণী গুৱাহাটীলৈ গৈছিল আৰু লক্ষ্মী সিংহই পুনৰ ক্ষমতা লাভ কৰাৰ পাছত ৰাধাক ৰাজধানীতে আৰু ৰুক্মিণীক গুৱাহাটীত হত্যা কৰা হৈছিল। ৰমাকান্ত, নাহৰখোৰা আৰু বাঘ মৰাণকো আহোম সৈন্য আৰু বিষয়াসকলে হত্যা কৰিছিল।

## (১২)
# কুৰঙ্গনয়নী

যি কেইগৰাকী আহোম জীয়াৰী-বোৱাৰীয়ে নিজৰ বুদ্ধিমত্তা,সাহস আৰু ত্যাগৰ বলত আহোম ৰাজ্যৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হৈছিল, সেইসকলৰ ভিতৰত মণিপুৰৰ ৰজা জয়সিংহৰ কন্যা আৰু আহোম স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ পত্নী কুৰঙ্গনয়নীও অন্যতম। মণিপুৰৰ ৰজা জয়সিংহই আহোমৰ সৈতে ৰণত পৰাজিত হৈ যেতিয়া মিত্ৰতাৰ চিন স্বৰূপে কন্যা কুৰঙ্গনয়নীক স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহলৈ বিয়া দিব বিচাৰিলে, তেতিয়া কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক ক'লে - " মণিপুৰীয়া ৰজাৰ জীয়েক এটি আছে, নাম কুৰঙ্গনয়নী, পূৰ্বৰো মণিপুৰীয়া ৰজা বভ্ৰুবাহনৰ সন্তান। ক্ষত্ৰিয়,তাত সন্দেহ নাই। এতেকে স্বৰ্গদেৱে যেন বিবাহ কৰাব।" কীৰ্ত্তিচন্দ্ৰৰ কথামতে স্বৰ্গদেৱে কুৰঙ্গনয়নীক বিয়া কৰাবলৈ সন্মত হ'ল। এই গৰাকীক নিজ কন্যা হিচাপে মানি বৰবৰুৱাই কন্যাদান কৰিলে আৰু চকলং পদ্ধতিৰে ৰাজেশ্বৰ আৰু কুৰঙ্গনয়নীৰ বিয়া হৈ গ'ল।

স্বৰ্গদেৱে যথাযোগ্যভাৱে ৰাইডঙ্গীয়া মেল দি কুৰঙ্গনয়নীক বৰজনা আই কুঁৱৰীদেৱ পাতিলে। কুৰঙ্গনয়নীৰ নামত মোহৰ মাৰিবলৈ মন্ত্ৰী-বিষয়াসকলে ৰজাক অনুৰোধ জনালে। কিন্তু আহোম ৰজাই ক'লে যে নিজৰ দাম্পত্য প্ৰেমক তেওঁ ৰজাঘৰীয়া বিষয়ত সোমাব নিদিয়ে। .....মণিপুৰৰ ৰজাৰ কন্যা বাবে তেওঁৰ অন্য নাম মগলৌ বা মগলু কুঁৱৰী। কুৰঙ্গ নয়নীৰ লগত যিসকল মগলু আহিছিল, সিহঁতক আহোম ৰজাই সৰুচৰাই হাবিত মনাইমাজি গাঁৱত থাপিত কৰিলে, সেই ঠাইক আজিলৈকে 'মগলুখাট' বোলে। তাতে কুঁৱৰীয়ে এটা ডাঙৰ পুখুৰী খন্দালে, যাৰ নাম আছিল মগলুজীয়েকৰ পুখুৰী।

ৰাজেশ্বৰ সিংহৰ মৃত্যু হ'ল ১৭৬৯ চনত ৬৫ বছৰ বয়সত। ৰংপুৰৰ তলাতল ঘৰ নিৰ্মাণ কৰোঁতা আৰু সাহিত্য- সংস্কৃতিতো ৰাপ থকা এইজনা ৰজাৰ মৃত্যুৰ পাছত ভায়েক লক্ষ্মী সিংহ সিংহাসনত উঠিল আৰু তাৰ পাছতেই মোৱামৰীয়া অভ্যুত্থানৰ সূচনা হ'ল।

স্বৰ্গদেৱ লক্ষ্মী সিংহক জয়দৌলত বন্দী কৰা হ'ল আৰু বিধৱা কুৰঙ্গনয়নীৰ ৰূপ দেখি ভোল গৈ ৰাঘ মৰাণে তেওঁক পত্নী হিচাপে বিচাৰিলে। অন্যান্য মন্ত্ৰী- বিষয়াৰ কন্যাসকলক জোৰ-জবৰদস্তিকৈ ধৰি আনি ৰাঘ মৰাণ এশ পত্নীৰ স্বামী হ'ল। ড° সূৰ্য কুমাৰ ভূঞাই লিখিছে- " (ৰাঘৰ) এই উন্মত্ত লীলাৰ প্ৰতিকাৰ অতি সংগোপণে কৰোঁতাজনে কৰি আছিল। অসমৰ স্বৰ্গদেৱৰ গৌৰৱ হানি আৰু নিজৰ মৰ্য্যদা বিলোপত ক্ষুণ্ণ হোৱা কুৰঙ্গনয়নীয়ে দুৰ্দান্ত প্ৰকৃতিৰ ৰাঘ মৰাণক বধিবলৈ অসমীয়া দেশ প্ৰেমিকসকলৰ সৈতে ভিতৰি আলোচনা কৰে।"

"ৰাঘ মৰাণ বৰবৰুৱাই মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নীক বলেৰে অন্তেষপুৰত ঠাই দিছিল সঁচা, কিন্তু আই কুঁৱৰীদেৱৰ ধৰ্ম নষ্ট কৰিব নোৱাৰিছিল। আই কুঁৱৰীদেৱৰ লগত সোণাই নামে এজনী বিশ্বাসী লিগিৰী আছিল। ৰাতি হ'লে 'বৰবৰুৱাই চাকি লগাই শুব নাপায়' বুলি কৈ চাকি নুমাই সোণাই লিগিৰীক ৰাঘৰ লগত দি কুৰঙ্গনয়নী আই কুঁৱৰীদেৱে বৰবৰুৱাৰ খোটালিৰ পৰা আহি আন শয্যাত শুইছিলহি।"

এই সোণাইৰ যোগেদিয়েই বাহিৰৰ সকলো বিষয়াৰে সৈতে যোগাযোগ কৰিছিল কুৰঙ্গনয়নীয়ে। এদিন সোণাইৰ যোগেদিয়েই কেকেৰু কলিতা হাজৰিকাক কুৰঙ্গনয়নীয়ে গোপনে বৰবৰুৱাৰ হাড়লিলৈ মাতি পঠালে। ইতিমধ্যে কেকেৰু কলিতাই বহু চেষ্টা কৰিও মোৱামৰীয়াক ক্ষমতাৰ পৰা অপসাৰিত কৰাৰ কোনো বুদ্ধি ভাবি পোৱা নাছিল। আহোম বিষয়া বৰ্গই ভাবিছিল- বুদ্ধিমতী কুৰঙ্গনয়নীয়েই কিবা এটা পৰামৰ্শ দিব। যথাসময়ত কুৰঙ্গ নয়নীৰ ওচৰলৈ কেকেৰু কলিতা আহিল। কুৰঙ্গনয়নীয়ে কান্দি কান্দি ক'লে," মই মণিপুৰীয়া ৰজাৰ জী, স্বৰ্গী মহাৰাজৰ ঘৈণী,পৰ্বতীয়া কুঁৱৰী হৈ এতিয়া হাতীচুঙীৰ তিৰোতা হৈ আছো বুলি দেশে জানিলে। তথাপি ধৰ্মে জানে। 'বৰবৰুৱা চাকি লগাই শুব নাপায়' বুলি চাকি নুমাই সোণাইক দি মই ধৰ্মতে আছো। সিবিলাক ৰণেৰে জোৰ নহয়। উজনিৰ চেকনি কোবোঁৱাৰ ভেশ ধৰি সেই নামকে গাই-গৰু বিহুৰ দিনা আহিব, মই ৰাঘক উলিয়াই আনিম শৰাই খনচাৰেকেৰে। তাতে ৰাঘই নাম গোৱা চাই থাকোতে মই কোব মাৰি ভৰি কাটি দিম। কাপোৰৰ তলে তলে দা আনিব টোকোণৰ সমান কৰি কুৰা কাটি। পাটৰ বাঁহে শেল আনিব। মই বিহুৰ দিনা তাক ৰাজঘৰলৈ নিম। এইৰূপে ৰাতি ছল নকৰিলে আন উপায় নাই।"

বিহুৰ দিনা বুদ্ধি কৰি কুৰঙ্গনয়নীয়ে সেৱা সৎকাৰ কৰি ৰাঘক বাহিৰলৈ উলিয়াই আনিলে। আই কুঁৱৰীয়ে বিহুৰ পিঠা আদি ৰাঘক আপোন হাতে খুৱালে আৰু ভুৰা-পীৰাত বহুৱালে।

নিৰ্দিষ্ট সময়ত বিহু গোৱাৰ চলেৰে ছদ্মবেশত অহা আহোম বিষয়া- প্ৰজাসকলৰ আগত ৰাঘই সোঁ ভৰিত ভৰ দি বাওঁ ভৰি দাঙি ৰ'ল। কুৰঙ্গনয়নীয়ে সংকেত দিলে আৰু ৰাঘৰ পাছফালে থিয় দি দা এখনেৰে সোঁ ভৰিৰ কলাফুলত ঘপিয়ালে নিজেই। কুৰঙ্গ নয়নীৰ ঘাপত ৰাঘ আগফালে হামখুৰি খাই পৰিল। তাৰ পাছত কেকেৰু কলিতা-ঘনশ্যাম বুঢ়াগোহাঁইৰ দলে ৰাঘক দাৰে কাটি,যাঠিৰে খুঁচিবলৈ ধৰিলে। ৰাঘক হত্যা কৰা বুলি শুনি মোৱামৰীয়া ৰজা ৰমাকান্ত আৰু নাহৰখোৰাই ৰাজধানী এৰি পলাল আৰু লক্ষ্মীসিংহক আনি ৰজা পতা হ'ল। ৰাজসিংহাসনত পুনৰ বহাৰ পাছত লক্ষ্মী সিংহই ক'লে - ". বৌ মোক ৰজা তুমিহে পাতিলা। তুমি মোৰ আই হ'লা।"

এইদৰে অসীম বুদ্ধিমত্তা আৰু পৰাক্ৰমেৰে কুৰঙ্গনয়নীয়ে আহোম ৰজাৰ হৃত সন্মান ঘূৰাই আনিলে। মণিপুৰতো এইগৰাকী দুহিতাৰ বৰ আদৰ। তেওঁলোকে'অসম- কুঁৱৰী' নাম দিয়া এইগৰাকী সাহসী নাৰী কুৰঙ্গনয়নীয়ে ৰাঘ মৰাণক মৰাৰ বুদ্ধি নপঙাহেঁতেন কি ঠিক আহোম সূৰ্য কিজানিবা তেতিয়াই মাৰ গ'লহেঁতেন! ইংৰাজসকলতো তেতিয়ালৈ ভাৰতবৰ্ষলৈ আহিছিলেই!

## (১৩)

## বদন বৰফুকন

অসমলৈ মান আনি আহোম ৰাজবংশৰ সূৰ্য অস্তমিত কৰা বদনামী ব্যক্তি হিচাপে খ্যাত বদন বৰফুকন। তেওঁৰ পিতৃ আছিল হৰনাথ সেনাপতিফুকন। এই হৰনাথ বৰফুকন

আছিল বিখ্যাত মেচা বৰবৰুৱাৰ নাতি। মেচা আছিল প্ৰথমজনা ৰঙাচিলা ফুকনৰ পুত্ৰ। মেচাইয়ে চুডৈফা অৰ্থাৎ স্বৰ্গদেৱ তেজসিংহৰ দিনত বৰবৰুৱাৰ পদবী লাভ কৰিছিল। তদুপৰি স্বৰ্গদেৱ ৰামধ্বজ সিংহ (চুক্লুন্ফা) ৰ বিধবা কুৱঁৰীক বিয়া কৰাই আৰু জীয়েকক চুডৈফা স্বৰ্গদেৱলৈ বিয়া দি প্ৰতিপত্তিশালী হৈছিল। পাছত অৱশ্যে মেচাৰ অতপালি দেখি অতেন বুঢ়াগোঁহায়ে তেওঁৰ পৰা বৰবৰুৱাৰ বিষয়বাব কাঢ়িছিল। এইমেচাৰে নাতি হৰনাথে প্ৰথমে শিমলুগুৰিৰ ওচৰত বাস কৰি পাছত স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত ভিতৰুৱাল ফুকনৰ দায়িত্ব লাভ কৰিছিল। এওঁ ১৭৬৫ চনত মণিপুৰীয়া ৰজাৰ বিৰুদ্ধে হোৱা লতাকটা ৰণৰ সেনাপতিৰ দায়িত্বও পাইছিল। গৌৰীনাথ সিংহৰ দিনত হৰনাথক গুৱাহাটীৰ বৰফুকনৰ দায়িত্ব দিয়া হৈছিল।

গৌৰীনাথ সিংহৰ দিনতে বদনচন্দ্ৰয়ো বৰফুকনৰ বিষয়বাব পাইছিল। প্ৰথমতে তেওঁৰ নাম আছিল ঘিনাই। মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহৰ সময়ছোৱাতে বদনচন্দ্ৰ বৰফুকন হৈছিল আৰু তেতিয়া উজনিৰ পৰা পলাই আহি গুৱাহাটীত থকা ৰজা গৌৰীনাথক বহু ধৰণে পৰামৰ্শ দিছিল। গুৱাহাটীত আছিল যদিও বদন বৰফুকনে ওচৰ-পাজৰৰ (নামনিৰ)মানহুবোৰক 'ঢেকেৰী' বুলি বৰকৈ হাঁহিছিল।তেতিয়া গুৱাহাটীত থকা বহু বিষয়াই বদন বৰফুকনৰ প্ৰতি কষ্ট হৈ দৰঙৰ ৰজা কৃষ্ণনাৰায়ণৰ ফলীয়া হৈছিল। বদনৰ ব্যৱহাৰত আনকি গুৱাহাটীৰ ফালৰ মানুহ আহোম স্বৰ্গদেৱৰ ওপৰতে ৰুষ্ট হৈছিল। সেইবাবেই কমলেশ্বৰ সিংহৰ দিনত বদনক বৰফুকন পদৰ পৰা আঁতৰাই দি কলীয়া ভোমোৰাক বৰফুকন পতা হৈছিল। তেতিয়াৰে পৰা, অৱশ্যে তাৰো আগৰে পৰা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ প্ৰতিপত্তি দেখি বদনে ঈৰ্ষাত জ্বলি পুৰি মৰিছিল। অৱশ্যে কলীয়া ভোমোৰাৰ মৃত্যুৰ পাছত বদনে পুণৰ বৰফুকনৰ বাব পাইছিল আৰু পূৰ্ণানন্দ (সম্পৰ্কত বিয়ৈ)ৰ বিৰুদ্ধে ষড়যন্ত্ৰত নামিছিল। পূৰ্ণানন্দক সংৰামে হত্যা কৰিবলৈ কৰা ষড়যন্ত্ৰৰ গোপন সমৰ্থক আছিল। অৱশ্যে পূৰ্ণানন্দও ধোৱা তুলসীৰ পাত নাছিল। হিতেশ্বৰ বৰবৰুৱাই ' আহোমৰ দিন'ত লিখিছে, -" পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ অলেখ সদ্‌গুণ থকা সত্বেওতেখেত বৰ স্বাৰ্থপৰ আছিল ; আৰু ক্ষমতা পাই তেওঁ নিজৰ বংশৰ ভিতৰতে দেশৰ প্ৰায় সকলো ডাঙৰ ডাঙৰ বিষয়াবিলাক ৰাখিবলৈ ধৰিলে, আৰু তেওঁৰ নিজ মত আৰু অভিপ্ৰায়কে তেওঁ সকলো প্ৰকাৰে ৰক্ষা কৰিছিল।" গতিকে পূৰ্ণানন্দৰ স্বেচ্ছাৰিতাৰ বিৰুদ্ধে বদনচন্দ্ৰই বিদ্ৰোহ কৰাই স্বাভাৱিক। কিন্তু পূৰ্ণানন্দৰ প্ৰতি ঈৰ্ষাহি মাথো ক্ৰিয়া কৰা নাছিল বদনচন্দ্ৰৰ। এওঁৰ চৰিত্ৰতে আছিল মইমতালি আৰু স্বাৰ্থপৰতা। ছাৰ এডৱাৰ্ড গেইটে লিখিছে- "বৰফুকন হোৱাৰ অলপ দিনৰ ভিতৰতে তেওঁৰ অত্যাচাৰ আৰু দমন নীতিৰ বিষয়ে নানা অভিযোগ শুনা গৈছিল। তেওঁৰ পুত্ৰকেইজনৰ উৎপাতত ৰাইজ অতীষ্ঠ হৈছিল। তেওঁলোকে হাতীক ভাং খুৱাই প্ৰজাৰ মাজত মেলি দিছিল। হাতীয়ে প্ৰজাৰ ঘৰ ভাঙিছিল,মানুহক গুৰেৰে দলিয়াইছিল। এনে কৰি দুষ্ট ল'ৰাইতে হাঁহিত বাগৰি পৰিছিল।"

পূৰ্ণানন্দই বদনক পদচ্যুত কৰিলে আৰু বদন কলিকতালৈ পলাই গ'ল। তাৰ পৰা মানদেশলৈ গৈ ১৮১৬ চনৰ শেষৰ ফালে প্ৰায় আঠহেজাৰ মান সেনা লৈ অসমত সোমাল। বাটত মণ্ডকুণ্ড,হুকং আৰু মণিপুৰৰ বহু মুখীয়ালেও বদনক সহায় কৰিলে। তেনেদৰে নামৰূপ পাওতে বদনৰ সৈন্য সংখ্যা দুগুণ হ'ল। সেই সময়তে পূৰ্ণানন্দৰ মৃত্যু হ'ল। বদনে বুঢ়াগোঁহাইৰ পৰিয়ালৰ যাকেই পায়, তেওঁকেই মাৰি বয়বস্তুবোৰ কাঢ়ি থলে। বদন ৰাজমন্ত্ৰী ফুকন হ'ল। তাৰ পাছত তেওঁৰ উৎপাত আৰু বাঢ়িল। ৰাজমাও আৰু অন্যান্য বিষয়াসকলে নিজি

১৮১৭ চনত ৰূপসিং নামৰ চুবেদাৰ এটাৰ হতুৱাই বদনচন্দ্ৰক হত্যা কৰালে। অসমৰ ৰাজনৈতিক ইতিহাসক সলনি কৰি পেলোৱা বদনচন্দ্ৰৰ নাম মানুহে যুগে যুগে লৈ থাকিব, অৱশ্যে ঘৃণাৰে।

## (১৪)

# সৰ্বানন্দ সিংহ

খ্ৰীষ্টীয় অষ্টম শতিকাৰ মধ্যভাগত জন্মগ্ৰহণ কৰা সৰ্বানন্দ সিংহ তিনিচুকীয়া অঞ্চলৰ মটক সম্প্ৰদায়ৰ লোক।তেওঁৰ প্ৰকৃত নাম আছিল মাটিবৰ। তেওঁকমেজেৰা নামেৰেও জনা গৈছিল। জাতত মটক হ'লেও সৰ্বানন্দ সিংহ আছিল প্ৰকৃততে বুৰুক চুতীয়া। এই বুৰুক চুতীয়াটো কৰ পৰা আহিল, সেই সম্পৰ্কত ভীষ্মক ৰজাৰ কাহিনী টানি আনি কোৱা হৈছে যে, তাহানি বিদৰ্ভ ৰাজ্যৰ কুণ্ডিলত ৰাজধানী পাতি ৰজা ভীষ্মকে ৰাজত্ব চলাইছিল। কৃষ্ণই হৰণ কৰি নিয়া ৰুক্মিণী আছিল এওঁৰেই কন্যা। বিদৰ্ভৰ ৰাজ্যতেই আছিল স্বাতী নামেৰে এখন নৈ। এই স্বাতী নৈৰ পাৰত থকা বাবে ভীষ্মকক চতীয়া বা চুতীয়া বোলা হয়। লুইতপৰীয়া বুলিলে যেনেকৈ অনেক জাতি বুজাব পাৰে, চতীয়া বা চুতীয়া বুলিলেও তেনেকৈ অনেক ফৈদ,অনেক খেল, অনেক জাতি হব পাৰে। তাৰে এটা খেল হয়তো বুৰুক চুতীয়া।

মোৱামৰীয়াৰ প্ৰথম বিদ্ৰোহ স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনত হৈছিল। দ্বিতীয় আৰু তৃতীয় বিদ্ৰোহ হৈছিল স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত আৰু তেতিয়াই আহোম ৰজাই সহায় বিচৰাত ইংৰাজৰ সৈন্যবাহিনী অসমত সোমাই মোৱামৰীয়াক দমনত বিশেষ ভূমিকা লৈছিল। তৃতীয় বিদ্ৰোহৰ অন্তত মোৱামৰীয়াসকলে তেওঁলোকৰ দলপতি এজনক ভৰতসিংহ নাম দি ৰংপুৰৰ ৰজা পাতিলে। শুকৰা মৰাণ হ'ল বৰবৰুৱা আৰু বেংমৰাৰ অধিপতি মাটিবৰক সৰ্বানন্দ বৰসেনাপতি পাতি ৰাজ্য শাসনৰ দায়িত্ব মোৱামৰীয়াই ল'লেও সেয়া অতি কমদিনহে থাকিল। ৰজা হৈ দুয়োজনে মোহৰ মৰাইছিল। এই প্ৰসঙ্গতে বুৰঞ্জীবিদ ছাৰ এডোৱাৰ্ড গেইট চাহাবে লিখিছে, - "ভৰত সিংহ আৰু সৰ্বানন্দই নিজ নিজ নামত মোহৰ মৰাইছিল। ১৭৯১,১৭৯২,১৭৯৩,১৭৯৫,১৭৯৭ খ্ৰীষ্টাব্দত ভৰতসিংহই উলিওৱা মোহৰ দুই এটা আজিলৈকে বিচাৰিলে পোৱা যায়। সৰ্বানন্দৰ মোহৰ যথাক্ৰমে ১৭৯৪ আৰু ১৭৯৫ খ্ৰীষ্টাব্দত ওলাইছিল। ভৰতসিংহৰ মোহৰত তেওঁক ৰজা ভগদত্তৰ বংশধৰ বুলি কোৱা হৈছিল। সৰ্বানন্দই মোহৰত নিজকে স্বৰ্গদেৱ বুলিছিল।"

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বাবেই সমস্ত আহোম ৰাজ্য নিজৰ হাতৰ মুঠিলৈ নিলেও আহোম ৰাজ হাউলি আৰু সিংহাসন অধিকাৰ কৰিব পৰা নাছিল মোৱামৰীয়াসকলে । অৱশ্যে মোৱামৰীয়াসকলে তৃতীয়টো বিদ্ৰোহ কৰাৰ আগতে ১৭৮৭ চনত মৰাণ-মটক সকলে চাংমাই পথাৰত বেংমৰা নামেৰে নগৰ পাতি সৰ্বানন্দক তেওঁলোকৰ ৰজা পাতিছিল। ইংৰাজৰ সহায়ত সেই সম্মান ঘুৰাই পোৱাৰ পাছত গৌৰীনাথ সিংহৰ ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে সৰ্বানন্দ সিংহৰ অদ্ভুত ক্ষমতা আৰু মানুহৰ ওপৰত প্ৰতিপত্তি দেখি তেওঁক বৰসেনাপতি বাব দি বন্ধুভাবাপন্নভাবে সহাৱস্থানৰ ব্যৱস্থা কৰিছিল। অৱশ্যে চতুৰ বুঢ়াগোহাঁই পূৰ্ণানন্দই সৰ্বানন্দৰ পৰা 'কৰ' লৈছিল। অৱশ্যে এই সম্পৰ্কত কাপ্টান এচ.অ' হেনে চাহাবে ১৮৩৮ চনত লিখিছিল—" বৰসেনাপতি মোৱামৰা জাতিটোৰ ৰজা। মোৱামৰীয়া এটা

জাতি বা উপজাতি হ'ব নোৱাৰে। মোৱামৰীয়া হৈছে সকলো অসমীয়া জাত-কুলৰে গঠিত সুকীয়া ধৰ্মমত এটিৰ সম্প্ৰদায়, মোৱামৰীয়াৰ ভিতৰত বহুতো জাতি সম্প্ৰদায়ৰ মানুহ আছে।..... বৰ সেনাপতিক উপজাতি এটাৰ মুখীয়াল বুলি কোৱা হয় আৰু কোৱা হয় যে, তেওঁ অসম ৰজাৰ কৰতলীয়া। এই দুয়োটা কথা মিছা।"

যিয়েই নহওক বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ শাসনকৰ্তা হিচাপে গৌৰীনাথ সিংহৰ দিনত আৰু তাৰ পাছতো অৰ্থাৎ ইয়াণ্ডাবু সন্ধিলৈকে সৰ্বানন্দই দপদপাই আছিল। সৰ্বানন্দৰ মৃত্যুৰ পাছত ইয়াণ্ডাবু সন্ধিৰ সময়ত অৱশ্যে ইংৰাজ কোম্পানীৰ স'তে চুক্তি কৰি নিজৰ মুঠ পাইকৰ দুই - তৃতীয়াংশ কোম্পানীক দিবলৈ সৰ্বানন্দৰ পুত্ৰ মতিবৰ বাধ্য হৈছিল। অৱশ্যে তেওঁৰ স্বতন্ত্ৰতা বাহাল আছিল।

বদনচন্দ্ৰ ফুকনে অনা মান সেনায়ো সৰ্বানন্দৰ ৰাজ্যত প্ৰৱেশ কৰিবলৈ সাহস কৰা নাছিল। সেই সময়ত সৰ্বানন্দ সিংহক মানৰ পৰম মিত্ৰ বুলি জনা গৈছিল। প্ৰকৃততে খামতি, ডফলা, চিংফৌ আদি কোনেও সৰ্বানন্দ বৰ সেনাপতিৰ ৰাজ্যত সোমাবলৈ সাহস কৰা নাছিল। আনকি ইংৰাজসকলেও লাহে লাহে সাবধানেৰেহে এই মটক ৰাজ্য নিজৰ অধীনলৈ আনিব পাৰিছিল।

সৰ্বানন্দৰ পুত্ৰ মতিবৰো কম নাছিল। ইয়াণ্ডাবু সন্ধিৰ পাছত মতিবৰক ইংৰাজে তিনিশ চিপাহী দি মটক ৰাজ্যৰ বৰসেনাপতি পাতে। ১৮৩৯ চনৰ দুই জানুৱাৰীত মতিবৰৰ মৃত্যু হয়। তাৰ পাছৰেপৰা ব্ৰিটিছে বিভিন্ন চল-চাতুৰীৰে মটক ৰাজ্য নিজৰ অধীনলৈ আনে। অৱশ্যে মতিবৰৰ পুত্ৰ ভগীৰথ ৩৯ চনৰ ২৪ ডিচেম্বৰ পৰ্যন্ত মটক ৰাজ্যৰ বৰসেনাপতি হৈ আছিল। তাৰ পাছৰ পৰা মটক ৰাজ্যৰ অস্তিত্ব শেষহৈ বৃহত্তৰ অসমৰ লগত চামিল হ'ল। এইদৰেই মহান বীৰ সৰ্বানন্দ সিংহৰ অসীম সাহস, বীৰত্ব আৰু পৰিশ্ৰমেৰে গঢ়া মটক ৰাজ্যৰ ইতিহাসৰ সমাপ্তি ঘটিল।

## (১৫)

# কলীয়াভোমোৰা বৰফুকন

কলীয়াভেমোৰাৰ প্ৰকৃত নাম আছিল গেন্ধেলা। তেওঁ আহোম ৰজাৰ ৰাজখোৱা বিষা য়বাব খাইছিল আৰু গৌৰীনাথ সিংহৰ দিনৰ মোৱামৰীয়াৰ দুয়োটা বিদ্ৰোহতে স্বৰ্গদেৱৰ সপক্ষে বীৰত্বৰে যুঁজ দিছিল। সন্দিকৈ বংশৰ এইজনা বীৰে যুদ্ধক্ষেত্ৰত অতি ক্ষীপ্ৰ গতিৰে শত্ৰুসৈন্যক নিধন কৰাৰ বাবে 'কলীয়া ভোমোৰা' নামেৰে প্ৰসিদ্ধ হৈ উঠিছিল। বদন বৰফুকনে গুৱাহাটীত উৎপাত আৰম্ভ কৰাৰ পাছতে কমলেশ্বৰ সিংহে সিংহাসনত উঠিয়েই বদনক বৰফুকন পদৰ পৰা আঁতৰাই ৰজাৰ অতি বিশ্বস্ত তথা সাহসী পুৰুষ কলীয়াভোমোৰাক গুৱাহাটীৰ বৰফুকন পতা হ'ল। গুৱাহাটীৰ লোকসকলৰ লগত তেওঁ মিলিজুলি কাম কৰিব বিচাৰিছিল। কলীয়াভোমোৰা বৰফুকন হোৱাৰ কিছুদিনৰ পাছতেই গুৱাহাটীৰ বৰফুকনৰ তলৰ দুই বিষয়া ৰঙিয়াৰ হৰদত্ত আৰু বীৰদত্ত নামেৰে দুই ভ্ৰাতৃয়ে স্বৰ্গদেৱৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। মোৱামৰীয়া বিদ্ৰোহত বিধ্বস্ত আহোম ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা হৰদত্ত-বীৰদত্তক গুৱাহাটীৰ বহুলোকে সহায় কৰে। আনকি বিজনী আৰু কোঁচবিহাৰৰ ৰজাৰ পৰাও এই দুই বিদ্ৰোহীয়ে তলে তলে সাহায্য পাই কামৰূপৰ উত্তৰ ফাল অধিকাৰ কৰিলে। কলীয়াভোমোৰাই বহু চল, বুদ্ধি আৰু বীৰত্বৰে আনকি অসমৰ বাহিৰৰ পৰা শিখ

সৈন্য আনি হৰদত্ত- বীৰদত্ত চৌধুৰীৰ দৰে বিদ্ৰোহীক দমন কৰে আৰু সপৰিয়ালে ধৰি আনি বধ কৰালে। ইয়াৰ পাছতে আহোম স্বৰ্গদেৱে কলীয়াভোমোৰাক 'প্ৰতাপ বল্লভ' নাম দিয়ে আৰু হৰদত্তৰ মাটি সম্পত্তিৰ সকলোখিনি তেওঁক দান কৰে। উল্লেখ্য হৰদত্ত-বীৰদত্তৰ এই বিদ্ৰোহক দুন্দীয়াদ্ৰোহ বা ডুমডুমীয়া বিদ্ৰোহ বুলিও কোৱা হৈছিল।

তাৰ পাছত আকৌ ডফলা আৰু মোৱামৰীয়াই বিদ্ৰোহ কৰি আহি শিলঘাট পাইছিল। কলীয়াভোমোৰাৰ সৈন্যই কঠোৰ হাতেৰে বিদ্ৰোহ দমন কৰি, বিদ্ৰোহীক হত্যা কৰি, সিহঁতৰ মূৰবোৰ সকলোৱে দেখাকৈ শাৰী শাৰীকৈ সজাই থৈছিল, যাতে কোনোৱে বিদ্ৰোহ কৰিবলৈ সাহস নকৰে। 'আহোমৰ দিন'ত কলীয়াভোমোৰাৰ বিষয়ে হিতেশ্বৰ বৰবৰুৱাই লিখিছে- "প্ৰকৃততেও কলিয়া ভোমোৰা বৰফুকন বহু বুদ্ধিমন্ত, বহুদৰ্শী আৰু ৰাজনীতিজ্ঞ ল'ৰা আছিল। নগৰত পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া আৰু গুৱাহাটীত কলীয়াভোমোৰা বৰফুকন- এই দুজনা প্ৰধান বিষয়াৰ বিচক্ষণ বুদ্ধিৰ বলতে কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ কালত শাসনকাৰ্য অতি সুন্দৰভাবে চলিছিল।"

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সৈতে দক্ষিণপাৰৰ সংযোগ ঘটাই আহোম ৰাজ্যৰ শাসনকাৰ্য সুচাৰুৰূপে চলোৱাৰ লগতে ব্ৰহ্মপুত্ৰৰ এই দুয়োপাৰৰ লোকসকলৰ মাজত যাতে সু - সম্পৰ্কৰ সৃষ্টি হয়, তাৰ বাবে তেওঁ তেজপুৰৰ ওচৰত দুয়োপাৰ সংযোগ কৰিবলৈ এখন দলং সাজিব বিচাৰিছিল আৰু সেই ক্ষেত্ৰত শাল কাঠ আনি বহু আগবাঢ়িছিল। কিন্তু নিষ্ঠুৰ নিয়তিয়ে তেওঁক ১৮১০ চনৰ নৰেশ্বৰত ইহলীলা সম্বৰণ কৰিবলৈ বাধ্য কৰালে। এই বৰফুকনজনাৰ বিষয়ে হিতেশ্বৰ বৰবৰুৱাই আৰু লিখিছে—"তেওঁৰ বহুদৰ্শিতা গুণো নিত্যান্ত প্ৰশংসনীয়। ব্ৰিটিছ গৱৰ্ণমেন্টৰ পৰাক্ৰম যে শ্ৰেষ্ঠ আৰু সিবিলাকৰ সাহায্য যে আদৰণীয়, সেইটো তে ওঁ সুন্দৰৰূপে জানিছিল। সেই কাৰণে কোঁচবিহাৰৰ দৰে আমাৰ অসমদেশকো ব্ৰিটিছ গৱৰ্ণমেন্টক 'লালবন্দী' দি মিত্ৰতা কৰিবলৈ তেওঁ বৰ যত্ন কৰিছিল, কিন্তু পূৰ্ণানন্দ ডাঙৰীয়াই তাত প্ৰতিবন্ধক জন্মোৱাত সেয়ে হৈ উঠিব নোৱাৰিলে। তেনে হৈ উঠা হলে সম্ভৱত আজি অসমীয়া জাতিৰ, বিশেষকৈ আহোমৰ এনে শোচনীয় অৱস্থা নহল'হেঁতেন।"

## (১৬)

# তুলাৰাম সেনাপতি

ওঠৰ শতিকাৰ শেষভাগত কাছাৰত তুলাৰামৰ জন্ম। তুলাৰামৰ পিতৃৰ নাম আছিল কাশীচন্দ্ৰ বা কাছৰাও। পিছত গেইট চাহাব সহিতে বহুকেইজন বুৰঞ্জীলেখকে কাছৰাওৰ নাম কহিধন বুলি উল্লেখ কৰিছে। কহিধনৰ ঘৰুৱা অৱস্থা অত্যন্ত বেয়া থকাৰ বাবে তেওঁ কছাৰী ৰজা কৃষ্ণচন্দ্ৰৰ ৰান্ধনিৰ কামত সোমাইছিল। অৱশ্যে তুলাৰামে ইংৰাজ শাসক ডেভিড স্কট চাহাবক নিজৰ বংশাৱলীত এই বুলি দাবী কৰি কৈছিল যে তাম্ৰধ্বজৰ পুত্ৰ গম্ভীৰ, গম্ভীৰৰ পুত্ৰ স্মনকন্দৰ্প,তেওঁৰ পুত্ৰ হিমাদ্ৰি আৰু হিমাদ্ৰিৰ পুত্ৰই হ'ল কাশীচন্দ্ৰ বা কাছৰাও।

যিয়েই নহওঁক, অসম্ভৱ পৰিশ্ৰম শক্তি আৰু বুদ্ধিমত্তাৰ বলত এদিন কাছৰাও ৰান্ধনিৰ পৰা ৰাজবিষয়াৰ স্তৰলৈ উত্তীৰ্ণ হৈছিল, সেই সময়ত কাছাৰত ৰজা আছিল কৃষ্ণচন্দ্ৰ। কাছৰাও তেতিয়া উত্তৰ কাছাৰত ৰাজপ্ৰতিনিধি হৈ আছিল। সৰুৰে পৰা শাৰীৰিক বল আৰু বুদ্ধিমত্তাত শ্ৰেষ্ঠতা হৈ পৰিছিল কাছাৰাওৰ পুত্ৰ তুলাৰাম। কোৱা হয় তেতিয়া তুলাৰামক বনৰ হাতীয়েও পথ এৰি দিছিল। ৰজা কৃষ্ণচন্দ্ৰৰ মৃত্যুৰ পাছত তেওঁৰ ভায়েক গোবিন্দচন্দ্ৰ ৰজা হৈছিল। কিন্তু

এইজন ৰজাই কাছাৰাওক সন্দেহৰ চকুৰে চাইছিল আৰু তুলাৰামক ঈৰ্ষা কৰিছিল। সেইবাবেই এদিন চক্ৰান্ত কৰি কাছাৰাওক মাৰি পেলালে ৰজা গোবিন্দই।

পিতৃৰ মৃত্যুৰ পাছত হাত সাবটি বহি নাথাকিল তুলাৰাম বৰ্মন। নথকাৰ কথাই। যিজন পুৰুষৰ শৰীৰত সাত হাতীৰ বল আছিল, বুদ্ধিমত্তা আছিল, তেওঁ পিতৃ হত্যাৰ প্ৰতিশোধ নলব কিয়? তুলাৰামে এইবাৰ উত্তৰ কাছাৰত কছাৰী ৰজাৰ কথা নমনা হ'ল। ৰজাৰ মানুহক বিভিন্ন ধৰণে ভয় খুৱাই খেদি পঠিয়ালে। শেষত অসমৰ ইংৰাজ শাসক ডেভিড স্কটৰ পৰামৰ্শ অনুসৰি তুলাৰামক উত্তৰ কাছাৰৰ অধিপতি বুলি মানি লবলৈ কছাৰী ৰজা গোবিন্দচন্দ্ৰ বাধ্য হ'ল। কছাৰী বীৰ তুলাৰাম বৰ্মন এইদৰেই ১৮২৯ চনত উত্তৰ কাছাৰৰ ২২২৪ বৰ্গমাইল অঞ্চল একচত্ৰী অধিপতি হ'ল।

অৱশ্যে তুলাৰামক উত্তৰ কাছাৰ এৰি দি ৰজা গোবিন্দই শান্তিতো পোৱা নাছিলেই, বৰং তেওঁ ভয় খাইছিল যে অখণ্ড প্ৰতাপী তুলাৰামে এদিন সমগ্ৰ কাছাৰখনেই হস্তগত কৰি পেলাব। সেই মতে গোবিন্দই তুলাৰামক গোপনে হত্যা কৰিবলৈ পাং পাতিলে। ১৮৩৩ চনত দুটা মানুহে তুলাৰামক হত্যা কৰিবলৈ যাওঁতে তুলাৰামে মানুহ দুটাকহে হত্যা কৰি পেলালে।

লাহে লাহে তুলাৰামৰ অখণ্ড প্ৰতাপ দেখি ইংৰাজ বাহাদুৰেও ঈৰ্ষা কৰিব ধৰিলে। ইংৰাজে তুলাৰামক প্ৰস্তাৱ দিলে যে, তেওঁ ইংৰাজৰ কৰতলীয়া হৈ থাকিব লাগে। তুলাৰামেও ইংৰাজৰ শক্তিৰ কথা জানিছিল। সেইবাবে তেওঁ যুঁজ কৰিবলৈ মন নকৰি ১৮৩৪ চনৰ তিনি নবেম্বৰ তাৰিখে ইংৰাজৰ স'তে চুক্তি কৰিলে । সেইমতে তেওঁৰ পূৰ্বৰ ৰাজ্য সংকোচন কৰি ১৮০০ বৰ্গমাইল কৰা হ'ল। তদুপৰি ইংৰাজক বছৰি চাৰি যোৰ হাতী দাঁত দিবলৈ গাত লৈ কাকো আক্ৰমণ নকৰাৰ প্ৰতিশ্ৰুতি দিলে। আনহাতে ইংৰাজেও তেওঁক মাহে ৫০ টকাৰ পেঞ্চন দিবলৈ গাত ললে।

কিন্তু সিমানতে সন্তুষ্ট নহ'ল ইংৰাজ বাহাদুৰ। ইংৰাজে তুলাৰামক শেষ কৰিবলৈ বিভিন্ন ধৰণৰ নিকৃষ্ট পন্থা হাতত ল'লে। শেষত তুলাৰামে ক্ষমতাৰ পৰা অৱসৰ লৈ ১৮৪৪ চনৰ ৯ অক্টোবৰত ৰাজ্যভাৰ তেওঁৰ পুতেকহঁতক গতালে। তুলাৰাম বৰ্মনৰ বিষয়ে ইতিহাসবিদ বেণুধৰ শৰ্মাই লিখিছে-"তুলাৰাম বুদ্ধিত যেনেকুৱা চতুৰ, সাহসত যেনেকুৱা বীৰ আৰু কাৰ্যকুশলতাত যেনেকুৱা দক্ষ আছিল, ধৰ্মতো তেনেকুৱা অটল বিশ্বাসী আছিল। কাছমাৰী অঞ্চলত তেৱেঁই ভালেমান মন্দিৰ নিৰ্মাণ কৰি শিৱলিঙ্গ আৰু অন্যান্য দেব-দেবীৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰায়। তুলাৰামৰ ভাষা আছিল অসমীয়া, আচাৰ ব্যৱহাৰ অসমীয়া আৰু শৰণ লোৱা গোঁসাইয়ো আছিল অসমীয়া। ..... তুলাৰাম সেনাপতিৰ উপাধি আছিল বৰ্মন। বৰ্মনটো পাছত লোৱা। পূৰ্বত তেওঁ কছাৰী উপাধিৰেহে জনাজাত আছিল।

পুতেকহঁতক ৰাজ্যভাৰ দিয়াৰ পাছত তুলাৰাম কাছমাৰীত থাকিবলৈ লৈছিল। জীৱনৰ শেষছোৱা সেই সময় তেওঁৰ পাৰ হৈছিল অত্যন্ত কৰুণ অৱস্থাত। ১৮৫০ চনৰ ১২ অক্টোবৰত এইজনা বীৰৰ মৃত্যু হৈছিল।

## (১৭)

## আত্মাৰাম শৰ্মা

নগাঁৱৰ কলিয়াবৰত ১৭৮৭ চনত আত্মাৰাম শৰ্মাই জন্মগ্ৰহণ কৰিছিল।তেওঁৰ পিতৃৰ নাম আছিল পিথুদেৱ শৰ্মা আৰু মাতৃ কান্দুৰী। সৰুৰে পৰা পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ থকা

আত্মাৰামে ল'ৰা কালছোৱাত চামগুৰি সত্ৰৰ সত্ৰাধিকাৰ হৰিচৰণ আতা আৰু বালিসত্ৰৰ দেহ আতাৰ ওচৰত থাকি ধৰ্মীয়শাস্ত্ৰৰ শিক্ষা লৈছিল। এই ধৰ্মশাস্ত্ৰ অধ্যয়ন কৰাৰ কালছোৱাতে আত্মাৰাম শৰ্মাৰ পিতা-মাতা দুয়ো স্বৰ্গগামী হয়। পিতৃ-মাতৃৰ মৃত্যুৰ পাছত আত্মাৰাম তত্বাৱধায়ক হ'ব লগা হয়গৈ ভাতৃ মহোৰাম শৰ্মাবো। কিন্তু খেতি-বাতি কৰি পেট প্ৰবৰ্তোৱা ঘৰৰ সন্তান আত্মাৰাম আৰু মহোৰামে বানপানীৰ তাণ্ডৱত উপায় নাপাই কলিয়াবৰ এৰি বৰপেটা, শিঙৰী আদিৰ বিভিন্ন ধৰ্মানুষ্ঠানত অনাই-বনাই ঘূৰি ফুৰি শেহত আথিবঙ্গ গাঁৱত থাকিব ল'লে। এই যাযাবৰী জীৱনৰ কালছোৱাত আত্মাৰাম শৰ্মাই 'বিবাহ বিধি' নামৰ এখন পুথিও ৰচনা কৰিলে।

আথিবঙ্গত থিতাপি লাগিলেও খোৱা-বোৱাৰ সমস্যাই দুই ভাতৃক লগ এৰা নিদিলে। সেইবাবেই জীৱিকাৰ সন্ধান এটা উলিয়াবৰ বাবে ভাতৃক আথিবঙ্গতে থৈ আত্মাৰাম বাহিৰৰ জগতলৈ ওলাই আহিল।

আকৌ আত্মাৰামৰ যাযাবৰী জীৱন আৰম্ভ হ'ল। এইদৰে এদিন ঘূৰি ফুৰোতে আত্মাৰামে লগ পালে খ্ৰীষ্টধৰ্মৰ প্ৰচাৰক ব্ৰনছন নামেৰে চাহাব এজনক। আত্মাৰামৰ বুদ্ধিমত্তাৰ লগতে সততা, অমায়িকতা আদি গুণ দেখি ব্ৰনছন মোহিত হ'ল আৰু আত্মাৰামক নগাঁও মিছন স্কুলৰ শিক্ষক হিচাপে নিযুক্তি দিয়ে। কিছুদিন শিক্ষকতা কৰাৰ পাছত আত্মাৰামক 'ফাদাৰ' উপাধিৰে বিভূষিত কৰি শিৱসাগৰৰ মিছনাৰী ছপাশালৰ কৰ্মচাৰী হিচাপে নিযুক্তি দিলে।

সেই সময়ছোৱাত শ্ৰীৰামপুৰ মিছনেই আছিল পূব ভাৰতত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ মূলকেন্দ্ৰ। এই কেন্দ্ৰতেই ড০ উইলিয়াম কেৰী নামৰ এগৰাকী বিখ্যাত পণ্ডিতে থিতাপি লৈ আছিল আৰু তেওঁ বিভিন্ন ভাষাৰ পণ্ডিতৰ সহযোগত খ্ৰীষ্টান ধৰ্মৰ মূল ধৰ্মগ্ৰন্থ 'বাইবেল' বিভিন্ন ভাষালৈ অনুবাদ কৰিছিল, যাতে সেইখন সকলো ভাষা-ভাষীৰ লোকেই সহজে পঢ়িব পাৰে আৰু খ্ৰীষ্টান ধৰ্মৰ বিষয়ে জানিব পাৰে। উইলিয়াম কেৰীয়ে প্ৰথমতে বছা বছা ৩০ জন সংস্কৃত ভাষা জ্ঞান থকা লোকক লগত ৰাখি বাইবেলখন প্ৰথমবাৰৰ বাবে সংস্কৃত ভাষালৈ অনুবাদ কৰাৰ এক বৃহৎ কৰ্ম হাতত লয়। এই ৩০ জন লোকৰ ভিতৰত এজন আত্মাৰাম শৰ্মাও আছিল বুলি গুণাভিৰাম বৰুৱা, বাণীকান্ত কাকতী আদিয়ে ক'ব বিচাৰে। এই লোকসকলে প্ৰথমে বাইবেলখন সংস্কৃতলৈ অনুবাদ কৰি পাছত নিজৰ নিজৰ ভাষালৈ অনুবাদ কৰাৰ দায়িত্ব গ্ৰহণ কৰে। তাৰ পাছত বহু বছৰৰ অক্লান্ত পৰিশ্ৰমৰ অন্তত আত্মাৰাম শৰ্মাই বাইবেলখনৰ নিউ টেষ্টামেণ্ট খণ্ড অসমীয়ালৈ অনুবাদ কৰে। শুনা যায় আত্মাৰাম শৰ্মাই এই কাম কৰাৰ কিছুদিন পাছতেই জুই লাগি তেওঁৰ পাণ্ডুলিপিৰ বহুখিনি ভস্মীভূত হয়। অসীম ধৈৰ্যৰে তেওঁ পুনৰ বছৰজোৰা সাধনাৰে অনুবাদৰ কাম সম্পন্ন কৰে। ১৮১৩ চনত এই গ্ৰন্থখন প্ৰকাশো হয়।

আত্মাৰামৰ জীৱনৰ কৰ্মস্থল কলিকতা আৰু শ্ৰীৰামপুৰ। আত্মাৰাম শৰ্মাই বহুজনৰ লগতে গুৱাহাটীলৈ অহা ধৰ্মপ্ৰচাৰক জেমচ্ ৰে'ক অসমীয়া ভাষা শিকাইছিল। এগৰাকী অনুবাদক আৰু খ্ৰীষ্টান সকলৰ ছপাশালৰ কৰ্মচাৰী হিচাপে কাম কৰা আত্মাৰাম শৰ্মাই খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰাৰ কোনো প্ৰমাণ নাই। অৱশ্যে,তেওঁ চাহাবসকলৰ প্ৰিয়পাত্ৰ হোৱা আৰু কলিকতাতে বিয়া-বাৰু কৰোৱা দেখি আত্মাৰামে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিছিল যেনেই লাগে।

১৮৫৫ চনৰ আগষ্ট মাহত আত্মাৰামৰ মৃত্যু হয় নগাপাহাৰত। খ্ৰীষ্টান যাজকসকলে তেওঁৰ মৃতদেহ জন্মভূমি নগাঁৱলৈ কঢ়িয়াই আনিছিল আৰু খ্ৰীষ্টিয়ান কবৰস্থলীত কবৰ দিছিল।

## (১৮)

# জাদুৰাম ডেকাবৰুৱা

১৮০১ চনৰ এপ্ৰিল মাহত উত্তৰ লক্ষীমপুৰৰ ঘিলামাৰীত জন্ম হৈছিল প্ৰথম অসমীয়া প্ৰণেতা জাদুৰাম ডেকাবৰুৱাৰ। জাদুৰাম ডেকাবৰুৱাৰ পিতৃ কৃষ্ণদাস বৰভাণ্ডাৰ বৰুৱা আছিল বাৰ ভূঞাৰ বংশধৰ। তেওঁ লক্ষীমপুৰৰ নাগৰিক হ'লেও উনৈশ শতিকাৰ প্ৰথম ভাগত তাৰ পৰা উঠি কিছুদিন দেশান্তৰিত হৈ আহি যোৰহাটত থাকিবলৈ লয়। তাৰ পাছত সামান্য বিষয়াৰ পৰা দোপতদোপে উন্নতি কৰি আহি বৰভাণ্ডাৰ বৰুৱা হয়গৈ। চন্দ্ৰকান্ত সিংহৰ অতি বিশ্বস্ত বিষয়া হোৱাৰ বাবে যথেষ্ট ধন-সম্পত্তিৰ মালিক হৈছিল তেওঁ।

পিতৃৰ তত্ত্বাৱধানতে চন্দ্ৰকান্তৰ ৰাজহাউলিৰ আদৱ-কায়দা দেখিয়েই জাদুৰাম ডাঙৰ-দীঘল হৈছিল। পাছত ইংৰাজ আহি যেতিয়া অসম সোমাল, তেতিয়া নউবিল, বাৰ্ণেট আদি চাহাবে ৰাজ্যখনক নতুনকৈ পাতিবলৈ লওঁতে পিতা-পুত্ৰ দুয়োয়ে বিভিন্ন তথ্যপাতিৰ যোগান ধৰি ইংৰাজক সহায় কৰি দিছিল। তাৰ পাছত জাদুৰাম ডেকাবৰুৱাই ইংৰাজ চৰকাৰৰ একান্ত অনুগত বিষয়া হিচাপে বিভিন্ন বিভাগত কাম কৰিছিল। গমধৰ কোঁৱৰৰ বিচাৰ সভা বহোতে মণিৰাম দেৱান, মাধৱৰাম বৰগোহাঁই আদিৰে সৈতে একেলগে পঞ্চায়তত বহি গমধৰৰ বিৰুদ্ধে ৰায় দিছিল।

জাদুৰাম ডেকাবৰুৱাৰ জীৱনৰ আটাইতকৈ ডাঙৰ কৃতিত্ব হ'ল - অসমীয়া ভাষাৰ প্ৰথম অভিধান প্ৰণেতা হিচাপে। ১৮৩৯চনত তেওঁ নিজ হাতে অসমীয়া-ইংৰাজী দ্বিভাষিক অভিধান এখন লিখি সেইখন অসমৰ তেতিয়াৰ গৱৰ্ণৰ জেন্‌কিনছ চাহাবক দিছিল। জেনকিনছে সেইখন প্ৰকাশ কৰিবৰ বাবে বেপ্তিষ্ট মিছনাৰীসকলক দিছিল। কিন্তু বেপ্তিষ্ট মিছনাৰীসকলে সেইখন বোধকৰো প্ৰকাশ নকৰিলে আৰু সেই পাণ্ডুলিপিৰ অৱস্থা কি হ'ল জনা নাযায়।.....অসমীয়া ভাষা যে বঙলা ভাষাৰ অপভ্ৰংশ নহয়, ই যে এটা সম্পূৰ্ণ সুকীয়া ভাষা - এই কথা অভিধানখন লিখিয়েই প্ৰমাণ কৰিছিল জাদুৰাম ডেকাবৰুৱাই।

জাদুৰাম ডেকাবৰুৱাই অভিধান লেখাৰ বাহিৰেও সেই সময়ত বঙলা কাকত ' সমাচাৰ চন্দ্ৰকান্ত' আৰু ' সমাচাৰ দৰ্পন'ত লেখিছিল। এই দুখন কাকতত বঙলা ভাষাত বহু চিঠিৰ লগতে তেওঁৰ প্ৰবন্ধ- পাতিও প্ৰকাশ কৰিছিল। সমাজ সচেতক ব্যক্তি জাদুৰাম ডেকাবৰুৱাই সমাজৰ কু- সংস্কাৰৰ বিৰুদ্ধেও অহৰহ মাত মাতিছিল। বিশেষকৈ ' সতীদাহ' প্ৰথাৰ বিৰুদ্ধে তেওঁ চিঠি আৰু প্ৰবন্ধ ছপাইছিল। মাথো সেয়াই নহয়, বিধৱা বিবাহৰ সপক্ষে অহৰহ মাত মতা এইজনা লোকে ' কথা' নহয় 'কামো' কৰি দেখুৱাইছিল। অৰ্থাৎ তেওঁ নিজেই বিধৱা বিবাহ কৰাইছিল। গুণাভিৰাম বৰুৱাই অসমত প্ৰথম বিধৱা বিবাহ পাতি ৰেজিষ্টাৰ্ড কৰিছিল। জাদুৰামৰ দিনত ৰেজিষ্টাৰ্ড বিয়াৰ প্ৰচলন নাছিল বাবেই তেওঁৰ বিধৱা বিবাহৰ বিষয়ে আনকি বহু বিজ্ঞজনেও ভূ নাপালে।

ইংৰাজ চৰকাৰৰ মুন্সিফ জাদুৰাম ডেকাবৰুৱাই অহৰহ সমাজৰ ৰক্ষণশীলতালৈ আঙুলি টোঁৱাইছিল। তেওঁ শিৱসাগৰ,যোৰহাট, গোলাঘাট, লক্ষীমপুৰ আদিত চাকৰি কৰিছিল। ১৮৬০ চনত তেওঁ বৰপেটাৰ সদৰামীন হৈছিল। তাৰ পাছত ডিব্ৰুগড়ৰ সদৰামীন হিচাপে কাম কৰি তেওঁ চাকৰি জীৱনৰ পৰা অব্যাহতি লৈছিল। কৈ থোৱা ভাল হব যে ১৮৩২ চনৰ ৩০ জুলাইত এডাম হোৱাইট চাহাবে জাদুৰামক বৰ্তমান শোণিতপুৰ জিলাৰ ঘিলাধাৰীত

ৰাজখোৱা পাতি এখন চনদ দিছিল। সেই অনুসৰি নিজৰ কামৰ বাবে তেওঁ ৩৪ টা পাইক পাইছিল। শোণিতপুৰৰ কলাবাৰীত তেওঁ ৩৩০ পুৰামান মাটিৰ গ্ৰাণ্ট এটাও পাইছিল।

অভিধান লেখাৰ নিয়ম পালন কৰি, অসমীয়া ভাষাৰ প্ৰথম অভিধান লেখোতা চৰকাৰী বিষয়া জদুৰাম ডেকাবৰুৱাৰ ১৮৬৯ চনৰ অক্টোবৰত মৃত্যু হৈছিল।

## (১৯)

# হলিৰাম ঢেকিয়াল ফুকন

চকু কঢ়োৱা এজন মজুমদাৰক পুনৰ চক্ষুদান কৰিবলৈ স্বৰ্গদেৱ গৌৰীনাথ সিংহই বেজবৰুৱাসকলক নিৰ্দেশ দিয়ে। উপায়হীন হৈ বেজবৰুৱাসকলে চক্ষুদান কৰিব পৰা বিখ্যাত বৈদ্য বিচাৰি উত্তৰ ভাৰতলৈ মানুহ পঠিয়ালে। এই বৈদ্য বিচাৰি যোৱা দলটোৱে মুৰ্চিদাবাদত লগ পালে লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী নামৰ এজন দ্ৰাবিড়ী ব্ৰাহ্মণক। এই ব্ৰহ্মচাৰীয়ে কামাখ্যা মন্দিৰ দৰ্শনৰ অভিলাষত অসমলৈ আহিল। ব্ৰহ্মচাৰীয়ে সেই সময়তে গুৱাহাটীত জহৰী আৰু গ্ৰহণী ৰোগত আক্ৰান্ত হোৱা বহু লোকক আৰোগ্য কৰিলে। অৱশ্যে ব্ৰহ্মচাৰীৰ ভাগ্য ভাল আছিল যে তেওঁ আহি পোৱাৰ আগতেই অন্ধ মজুমদাৰৰ মৃত্যু হৈছিল বাবে সেই সময়ৰ অসম্ভৱ কাম 'চক্ষুদান'ৰ চিকিৎসা কৰিব লগা নহ'ল।

ব্ৰহ্মচাৰী আছিল বিচক্ষণ লোক। শাৰীৰিকভাৱেও আছিল প্ৰচণ্ড শক্তিশালী। তেওঁ আহোম ৰজাক পৰামৰ্শ দিছিল যে বাহিৰৰ পৰা হিন্দুস্থানী আৰু শিখ যুৱকক আনি সৈন্য দলত ভৰ্তি কৰিলেহে অসমীয়া সৈন্যবাহিনী শক্তিশালী হ'ব। গৌৰীনাথ সিংহৰ সময়ত অসমলৈ অহা এইজন ব্ৰহ্মচাৰীয়ে লাহে লাহে নিজৰ দক্ষতাৰ বলত হাদিৰাচকীত দুৱৰীয়া বৰুৱাৰ বিষয়বাব পাইছিল।

চিৰকুমাৰ এইজনা ব্যক্তিয়ে অনাথ আৰু দৰিদ্ৰ ঘৰৰ ছটা ল'ৰা আৰু এজনী ছোৱালীক আনি নিজৰ সন্তানৰূপে প্ৰতিপালন কৰিছিল। তাৰে এজন আছিল পৰশুৰাম। এই পৰশুৰামে ডাঙৰ হৈ অসম আৰু বঙ্গৰ সীমান্তত থকা হাদিৰাচকীৰ বিষয়বাবটো পালে।... পৰশুৰামৰ বৰগৰাকী পত্নীৰ গৰ্ভত ১৮০২ চনত হলিৰাম আৰু তাৰ তিনি বছৰৰ পাছতেই যজ্ঞৰামৰ জন্ম হয়। উল্লেখ কৰা ভাল যে লাহে লাহে পৰশুৰাম ইমান প্ৰবল প্ৰতাপী হৈছিল যে তেতিয়াৰ বিদেশী পৰ্যটকেও আনকি মন্তব্য কৰিবলৈ বাধ্য হৈছিল যে উজনিত বুঢ়াগোহাঁই (পূৰ্ণানন্দ) আৰু নামনিত পৰশুৰামৰ বিনে এই দেশত মানুহ নাই। এবাৰ ৰংপুৰৰ জজ আৰু কমিচনাৰ ডেভিদ স্কটে হাদিৰাচকীত তিনিদিন থাকিও অহৰহ ব্যস্ত পৰশুৰামক লগ কৰাৰ সুযোগ নাপালে।

লাহে লাহে হলিৰামে সংস্কৃত আৰু বঙলা ভাষাত শিক্ষা গ্ৰহণ কৰিবলৈ লয়। তদুপৰি আন বিভিন্ন বিষয়তো তেওঁ কৃতিত্ব দেখুৱাইছিল। তেওঁৰ ১৪ বছৰ বয়সতে পিতৃ পৰশুৰামৰ মৃত্যু হোৱাত হলিৰাম দুৱৰীয়াবৰুৱা হয়। হলিৰাম দুৱৰীয়াবৰুৱা হোৱাৰ লগে লগে বদনচন্দ্ৰই মান আনি নিজে মন্ত্ৰীফুকন হ'ল। মান সৈন্যই ৰাজ্যত অৰাজকতাৰ সৃষ্টি কৰিলে। হাদিৰাচকীত হলিৰামে মান সৈন্যৰ বিৰুদ্ধে নিজৰ হিন্দুস্থানী আৰু শিখসকলৰে গঠিত সৈন্যবাহিনীৰে অত্যন্ত বিক্ৰমেৰে যুঁজ কৰে যদিও পাছত যুদ্ধত পৰাজিত হৈ আহোম স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁয়ে আশ্ৰয় লৈ থকা চিলমাৰীত হলিৰামেও আশ্ৰয় লয়।

তাৰ পাছত হলিৰামে মাতৃ আৰু ভাতৃৰ লগত লৈ গঙ্গাস্নান কৰাৰ উদ্দেশ্যে মুৰ্চিদাবাদলৈ

যায় আৰু তাত সকলোৱে এজন গুৰুৰ ওচৰত দীক্ষা লয়। তাৰ পৰা উভতি আহি হলিৰামৰ পৰিয়াল গোৱালপাৰাৰ ওচৰৰ চন্দৰীয়াত থাকিবলৈ লয়। সেই সময়তে হলিৰামে বিয়াও কৰায়।

১৮২৩ চনত বঙ্গদেশৰ ৰংপুৰ জিলাৰ কমিচনাৰ ডেভিদ স্কটে ইংৰাজ বাহিনীক লৈ আগুবাই আহিল। হাদিৰাচকীৰ পৰা এফালেদি মান সৈন্যক পছ খেদা দি স্কট গুৱাহাটী পালেহি। হলিৰামেও স্কট চাহাবক সহায় কৰিলে। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ যোগেদি অসমখন ইংৰাজৰ হাতলৈ গ'লেও ১৮৩৮ চনলৈ অসমত আহোমৰ ৰাজবংশৰ চাকি টিমিক-ঢামাককৈ জ্বলি আছিল। সেই সময়ছোৱাত উজনি অসমত চন্দ্ৰকান্ত, যোগেশ্বৰ, পুৰন্দৰ সিংহ আদিয়ে ৰজাৰ বিষয়বাব পাইছিল। ইয়াণ্ডাবু সন্ধিৰ আগতে চন্দ্ৰকান্ত সিংহৰ সময়ছোৱাত হলিৰাম হৈছিলগৈ ঢেকিয়াল ফুকন আৰু যজ্ঞোৰাম হৈছিলগৈ খাৰঘৰীয়া ফুকন।

অসমৰ প্ৰথম ইংৰাজ প্ৰশাসক ডেভিদ স্কটৰ অন্যতম সহযোগী হৈ পৰে হলিৰাম। তেওঁ দেশ গঠনৰ কামত ঘূৰি ফুৰিবলৈ লয়। নগাঁও আৰু দৰং জিলাত প্ৰথম মাটিৰ বন্দৱস্তৰ কাম হলিৰাম ঢেকিয়াল ফুকনৰ দ্বাৰাই সম্পাদিত হয়। ইংৰাজ চৰকাৰৰ অধীনত চাকৰি কৰা হলিৰাম প্ৰথমবাৰৰ বাবে গুৱাহাটীৰ কলেক্টৰী চিৰস্তাদাৰৰ পদত নিযুক্ত হ'ল। তাৰ পাছত তেওঁ কামৰূপ জিলাৰ মাটিৰ বন্দবস্তিৰ কাম কৰিলে।

ভাতৃ যজ্ঞোৰাম খাৰঘৰীয়া ফুকন সেই সময়ত কলিকতাত আছিল। যজ্ঞোৰামে কলিকতাত ব্ৰাহ্ম ধৰ্মত দীক্ষিত হোৱাৰ খবৰ পাইছিল হলিৰামে। এই কথা তেওঁ ভাল পোৱা নাছিল। গুৱাহাটীত কলেক্টৰী চিৰস্তাদাৰ পদত কাম কৰি থাকোতে ওপৰৱালা কলেক্টৰৰ সৈতে বিবাদ লগাত তেওঁ সেই পদ এৰিলে আৰু ভাতৃক অসমলৈ ঘূৰাই আনিবলৈ বুলি কলিকতালৈ গুচি গ'ল। কিন্তু তেওঁ কলিকতা গৈ পোৱাৰ আগতেই যজ্ঞোৰামো গুৱাহাটীলৈ উভতি আহিল। দুয়ো ভিন্ন পথেৰে অহা-যোৱা কৰা বাবে মাজ ৰাস্তাত তেওঁলোকৰ ভেটা-ভেটি নহ'ল।

কলিকতাত তেওঁ বেছ কিছুদিন আছিল। তাৰ মাজতে উৰিষ্যাৰ বিভিন্ন ঠাইৰ মন্দিৰ দৰ্শন কৰিছিল। কলিকতাৰ ধৰ্ম সমাজৰ সভ্য হৈছিল তেওঁ। তাৰ অভিজাত সমাজত তেওঁৰ বিষয়ে নজনা লোক আছিল বুলি আমাৰ মনে নধৰে। বঙালী ভাষাত অতি বিচক্ষণ হলিৰামে তাৰ আগতে আৰু সেই সময়ছোৱাতো বঙালী পত্ৰিকা— সমাচাৰ দৰ্পণ, সমাচাৰ চন্দ্ৰিকা আদিত বিভিন্ন বিষয়বস্তুৰ চিঠি আৰু প্ৰবন্ধ লিখিছিল। বুৰঞ্জী আৰু তন্ত্ৰশাস্ত্ৰতো পাৰ্গত এইজনা ব্যক্তিয়ে ১৮২৯ চনত 'আসাম বুৰঞ্জী' (বঙালী ভাষাত) আৰু ১৮৩২ চনত 'কামাখ্যা যাত্ৰা পদ্ধতি' (সংস্কৃত ভাষাত) নামৰ দুখন পুথি কলিকতাৰ 'সমাচাৰ চন্দ্ৰিকা' প্ৰকাশক গোষ্ঠীৰ ছপাশালত ছপা কৰাই বিনামূলীয়াকৈ বিতৰণ কৰিছিল, যাতে বাহিৰৰ মানুহে অসমৰ ঐতিহ্যপূৰ্ণ ইতিহাস আৰু কামাখ্যা দেৱীৰ শক্তিৰ বিষয়ে অৱগত হয়।

'আসাম বুৰঞ্জী' ছপা হৈছিল চাৰিটা ভাগত, ১৮২৯ চনত। সেই বছৰতে তেওঁৰ প্ৰথমা পত্নী প্ৰসূতি দেৱীৰ ঔৰসত জন্ম লৈছিল অসম গৌৰৱ আনন্দৰাম ঢেকিয়াল ফুকনে। চাৰিটা ভাগত ছপা হোৱা হলিৰাম ঢেকিয়াল ফুকনৰ বুৰঞ্জীৰ প্ৰথম ভাগত বসুমতীৰ পুত্ৰ নৰকাসুৰ ৰজাৰ পৰা ইংৰাজৰ শাসনৰ সময়ছোৱালৈ, দ্বিতীয় ভাগত ৰাজ্যৰ বিভিন্ন ধৰণৰ শাসন প্ৰণালী, আদালত-আইন আৰু ৰাজহ বা কৰ দিয়া-লোৱাৰ বিভিন্ন আইনৰ বিষয়ে, তৃতীয় ভাগত নৈ, পৰ্বত, জনসংখ্যাৰ বিভিন্ন তথ্য আৰু কামাখ্যাসহিতে অসমৰ বিভিন্ন মন্দিৰ, দেৱালয় আদিৰ বিষয়ে বৰ্ণনা কৰা হৈছে। চতুৰ্থ ভাগত অসমত উৎপাদিত বিভিন্ন দ্ৰব্য, সাজ-পোছাকৰ সংস্কৃতি আৰু বিভিন্ন ধৰ্মৰ বিষয়ে বৰ্ণনা কৰা হৈছে। মুঠতে এই চাৰি

খণ্ডত বিভক্ত 'আসাম বুৰঞ্জী'খন মাথো সাধাৰণ ইতিহাসৰ স্তৰতে নাথাকি 'গৱেষণাসমৃদ্ধ বুৰঞ্জী'ৰ স্তৰলৈ উঠি গৈছে।

কলিকতাৰ পৰা উভতি আহি হলিৰাম ঢেকিয়াল ফুকনে আকৌ চাকৰিত যোগ দিছিল আৰু ১৮৩২ চনৰ ২০ ফেব্ৰুৱাৰীত গুৱাহাটীত এছিষ্টেণ্ট মেজিষ্ট্ৰেট হিচাপে নিযুক্তি পাইছিল। নিজৰ হাতৰ ক্ষমতাক জনগণৰ স্বাৰ্থত সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰিব পৰা এইজনা ব্যক্তিয়ে এই উচ্চ পদ লাভ কৰোতে সেই বছৰৰে মাৰ্চ মাহত কলিকতাৰ 'সমাচাৰ চন্দ্ৰিকা'ই লিখিছিল যে আমি এই বাতৰিত বৰ সন্তুষ্ট হৈছো। হলিৰাম ঢেকিয়াল ফুকন এই অঞ্চলৰ (অসমৰ) প্ৰথম হিন্দু এছিষ্টেণ্ট মেজিষ্ট্ৰেট।

জীৱনত বহু কাম কৰিলেও হলিৰাম ঢেকিয়াল ফুকনৰ শৰীৰটো ৰুগীয়া ধৰণৰ আছিল। যিকোনো ধৰণৰ বেমাৰে তেওঁক সহজেই আক্ৰান্ত কৰিছিল। বিশেষকৈ বাত বেমাৰে তেওঁক বৰ কষ্ট দিছিল। এছিষ্টেণ্ট মেজিষ্ট্ৰেট হোৱাৰ পাছত বাৰিষাকালত তেওঁ উমানন্দতে থাকি কাছাৰীলৈ নাৱেৰে অহা-যোৱা কৰিছিল। হলিৰামৰ লগত আছিল প্ৰথমা পত্নী প্ৰসূতি আৰু তিনি বছৰীয়া পুত্ৰ আনন্দৰাম। উমানন্দত থকাৰ পাছৰে পৰা তেওঁৰ শৰীৰ ক্ৰমশঃ বেয়া হৈ পৰিল। নানা ধৰণৰ ঔষধ-পাতিয়েও শৰীৰৰ অৱস্থা উন্নত কৰিব নোৱাৰিলে। শেষত তেওঁৰ সুস্থতাৰ বাবে উমানন্দত মহা-মৃত্যুঞ্জয় শিৱপূজা আৰম্ভ কৰা হ'ল। কিন্তু শিৱপূজা শেষ হোৱাৰ আগতেই ১৮৩২ চনৰ ২৫ আগষ্টত হলিৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হয়।

অতি ধৰ্ম বিশ্বাসী এইজনা ব্যক্তিয়ে উৰিষ্যাৰ জগন্নাথ মন্দিৰত আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ পৰা কিনি লোৱা সোণৰ ভৃঙ্গাৰ দান কৰিছিল আৰু কামাখ্যাত দান কৰিছিল সোণৰ কলহ। অথচ অতি বিচক্ষণ, নীতিনিষ্ঠ, শৃঙ্খলাবদ্ধভাৱে জীৱন-যাপন কৰা পৰিশ্ৰমী ব্যক্তিজনাক ঈশ্বৰে সোনকালে পৃথিৱীৰ পৰা আঁতৰাই নিয়াৰ ঘটনাটোত সকলো অসমীয়াৰে আক্ষেপ থাকি গ'ল।

বিশিষ্ট সাহিত্যিক যতীন্দ্ৰনাথ গোস্বামীয়ে হলিৰাম ঢেকিয়াল ফুকনৰ কৃতিত্বৰ বিষয়ে লিখিছে—"ফুকনৰ চৰিত্ৰৰ উল্লেখযোগ্য বৈশিষ্ট্য হৈছে, অসাধাৰণ ব্যক্তিত্ব, মহানুভৱতা, দেশ হিতৈষণা, সম্ভ্ৰম সচেতনতা ইত্যাদি। তেওঁ এজন দূৰদৰ্শী আৰু সুদক্ষ প্ৰশাসক আছিল। অসাধাৰণ পাণ্ডিত্য, নিৰ্ভীকমনা আৰু স্বাধীনচিতীয়া মনোভাবৰ কাৰণে ঢেকিয়াল ফুকন অসমীয়া জাতিৰ মাজত চিৰস্মৰণীয় হৈ থাকিব।"

মাথো ত্ৰিশ বছৰীয়া আছিল হলিৰাম ঢেকিয়াল ফুকনৰ আয়ুস। তেওঁৰ পুত্ৰ আনন্দৰামো মাথো ২৯ বছৰহে জীয়াই আছিল। আনকি আনন্দৰামৰ কৃতী সন্তান অন্নদাৰামো মাথো ২৮ বছৰহে জীয়াই আছিল। অথচ ইমান কম সময়লৈ জীয়াই থাকিও এই তিনি পুৰুষৰ তিনিজনা অসম সন্তানে জাতি আৰু দেশৰ বাবে কম কাম কৰা নাছিল। কৰ্ম আৰু প্ৰতিভাৰ কোনো বয়স নাথাকে বুলি কোৱা কথাষাৰ বোধকৰো এই ঢেকিয়াল ফুকনৰ বংশ পৰম্পৰাতহে খাটে।

## (২০)

# দীননাথ বেজবৰুৱা

আহোম ৰজাঘৰীয়া বেজবৰুৱা পৰিয়ালত ১৮১৩ চনত যোৰহাটত দীননাথ বেজবৰুৱাৰ জন্ম হৈছিল। সৰুৰে পৰা প্ৰচণ্ড চোকা বুদ্ধিৰ এইজনা লোকে যোৰহাটৰ যাদু অধ্যাপকৰ সংস্কৃত বিদ্যালয়ত পঢ়ি তাৰ শিক্ষা সমাপ্ত কৰি, মাথো ১৬ বছৰ বয়সতে

সংস্কৃত বিদ্যালয়খনৰ শিক্ষক হিচাপে নিযুক্ত হৈছিল। পিতৃ কৃষ্ণৰাম, ককাক অনঙ্গদেৱ আনকি আজোককাক জগন্নাথো আছিল আহোম ৰজাৰ চিকিৎসক অৰ্থাৎ বেজবৰুৱা। গতিকে দীননাথকো চিকিৎসা বিদ্যাত পাকৈত কৰিবৰ কাৰণে দেউতাক কৃষ্ণৰাম আৰু ককায়েক হলিৰামে আয়ুৰ্বেদৰ শিক্ষা দিয়ে। ৰাজ্যৰ বহুজন বিশিষ্ট আয়ুৰ্বেদ শাস্ত্ৰীৰ ওচৰত পঢ়া-শুনা কৰি চিকিৎসা বিদ্যাৰ শেষ পৰীক্ষাত তেওঁ ভাল ফলাফল দেখুৱাইছিল।

আয়ুৰ্বেদ শাস্ত্ৰ একনিষ্ঠভাৱে পঢ়িবলৈ ইচ্ছা কৰিয়েই দীননাথে সংস্কৃত বিদ্যালয়ৰ চাকৰি এৰি দিলে তাৰ পাছত ১৯ বছৰ বয়সত আয়ুৰ্বেদ শিক্ষা শেষ কৰি বিয়া কৰালে আৰু সেই বছৰতে পিতৃৰো মৃত্যু হ'ল। পিতৃৰ মৃত্যুৰ পাছত দীননাথে সংস্থাপনৰ আশাত ঘৰ এৰিলে। তেওঁ গুৱাহাটীলৈ আহিল। সেই সময়ত (১৮৩২-৩৩) পুৰন্দৰ সিংহ ইংৰাজৰ অধীনৰ কৰতলীয়া ৰজা হৈ আছিল আৰু তেওঁ পঞ্চতীৰ্থ (গুৱাহাটী)ত থাকিছিল। দীননাথে ৰজাক লগ ধৰাত কামাখ্যা মন্দিৰত শপত খুৱাই দীননাথক নিজৰ প্ৰধান চিকিৎসক হিচাপে পুৰন্দৰ সিংহই নিয়োগ কৰে। তাৰ পাছত ৰজাই শিৱসাগৰলৈ আহি থাকিবলৈ লওঁতে দীননাথো লগে লগে আহিল।

মাথো ৰজাৰ প্ৰধান চিকিৎসকেই নহয়, দীননাথ বেজবৰুৱাই ফৌজদাৰী চিৰস্তাদাৰৰ বিষয়বাবো চম্ভালিছিল। তাৰ পাছত যেতিয়া পুৰন্দৰৰ ৰাজত্ব শেষ হ'ল, অসমত ইংৰাজে সম্পূৰ্ণৰূপে নিজস্ব প্ৰশাসন চলাবলৈ আৰম্ভ কৰিলে; তেতিয়াও তেওঁৰ প্ৰতিভা দেখি ইংৰাজে ডাঙৰ বিষয়বাব যাচিছিল। ইংৰাজ গৰ্ভৰ্ণমেণ্টৰ অধীনত দেৱানী বিচাৰ বিভাগত চিৰস্তাদাৰ নিযুক্ত হ'ল তেওঁ। ১৮৬১ চনলৈ তেওঁ এই পদতেই সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি থাকিল। ১৮৬১ চনত মুন্সিফ পাতি চৰকাৰে তেওঁক নগাঁৱলৈ বদলি কৰিলে। নগাঁৱত বহু বছৰ ধৰি প্ৰথমে মুন্সিফ আৰু পাছলৈ ডেপুটি কলেক্টৰৰ কাম কৰাৰ পাছত তেওঁক বৰপেটালৈ বদলি কৰা হ'ল। বৰপেটাত তিনি বছৰ থাকি তেওঁ তেজপুৰলৈ বদলি হ'ল। তাৰ পাছত তেজপুৰৰ পৰা উত্তৰ লক্ষীমপুৰ আৰু শেষত গুৱাহাটীলৈ বদলি হয় আৰু ১৮৭৩ চনত এক্‌ষ্ট্ৰা এছিষ্টেণ্ট কমিচনাৰ হিচাপে থকা অৱস্থাতে তেওঁ অৱসৰ লয় (ষাঠি বছৰ বয়সত)।

কামৰ পৰা অৱসৰ লোৱাৰ সময়ত তেওঁৰ সুযোগ্য পুত্ৰ আৰু অসমীয়া সাহিত্যৰ ধ্ৰুৱ তৰা লক্ষ্মীনাথ বেজবৰুৱাৰ বয়স হৈছিল মাথো পাঁচ বছৰ। চাকৰিৰ পৰা অৱসৰ লৈ গুৱাহাটী এৰিলে দীননাথৰ পৰিয়ালে। তেওঁলোকে স্থায়ীভাৱে থাকিবলৈ ল'লে পুৰণি ঠাই শিৱসাগৰত। অৱসৰ লৈয়ো চিকিৎসা বিদ্যাৰ চৰ্চাৰ লগতে অন্যান্য সামাজিক কামতো তেওঁ দৃঢ়চিত্তে লাগি আছিল।

ঈশ্বৰৰ প্ৰতি এইজনা ব্যক্তিৰ আছিল অটল বিশ্বাস। নিজৰ জীৱনৰ বহু ঘটনা-দুৰ্ঘটনাত এইজনা ব্যক্তিয়ে স্থিতপ্ৰজ্ঞৰ দৰে আচৰণ দেখুৱাইছিল। দানবীৰ হিচাপেও তেওঁৰ নাম আছিল। দুখীয়াক মুক্ত হস্তে দান কৰা, বিনামূলীয়াকৈ বেমাৰ-আজাৰৰ পথ্যৰ যোগান ধৰা, অনেক দুখীয়া ছাত্ৰক নিজৰ খৰচত শিক্ষা দিয়া, আনকি স্কুল স্থাপনৰ ক্ষেত্ৰতো তেওঁ আছিল আগৰণুৱা।

লিখা-মেলাৰ ক্ষেত্ৰতো তেওঁৰ হাত আছিল পকা। অতি অধ্যয়নশীল এইজনা ব্যক্তিয়ে স্কন্দ পুৰাণৰ অন্তৰ্গত উৎকল খণ্ড পুথিৰ পদ অসমীয়ালৈ ভাঙনি কৰিছিল। হৰগৌৰী সম্বাদৰ আচাৰ্য সংহেতিৰো অসমীয়ালৈ অনুবাদ কৰিছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পূৰ্ণাঙ্গ জীৱন কথা 'গুৰুচৰিত্ৰ' লিখিছিল। ঐতিহ্যপূৰ্ণ বেজবৰুৱাসকলৰ বংশাৱলীও তেওঁ লিখিছিল। শেহ জীৱনত তেওঁ অসমৰ এখন পূৰ্ণাঙ্গ বুৰঞ্জী লিখিবলৈ প্ৰায় সকলোবোৰ সমলেই গোটাই-

মেলি শেষ কৰিছিল, কিন্তু সেয়া সম্ভৱ হৈ নুঠিল। কাৰণ ১৮৯৫ চনৰ মে' মাহত তেওঁৰ মৃত্যু হয়।

মৃত্যুৰ সময়লৈ অর্থাৎ ৮২ বছৰ বয়সলৈ তেওঁ আছিল অতি কর্মক্ষম। শৰীৰিকভাৱে অতি শক্তিশালী. ওখ-পাখ এইজনা পুৰুষে বাহুবলেৰেই বহু কাম কৰি পেলাইছিল। তেওঁৰ সুন্দৰ স্বাস্থ্য আৰু দীৰ্ঘজীৱনৰ ৰহস্যৰ বিষয়ে পাছৰ কালত সুযোগ্য পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱাই লিখিছিল—"তেওঁৰ গাত বৰ বল আছিল; দুটা-তিনিটা বলী মানুহে ধৰি তুলিব নোৱৰা বস্তু তেওঁ অকলে অলপ প্ৰয়াসতে তুলিব পাৰিছিল। নিয়মিত সাত্বিক আহাৰ, নিয়মিত পৰিশ্ৰম আৰু সদাচাৰ তেওঁৰ চিৰসঙ্গীৰে হৈ থকাৰ বাবেই তেওঁ ইমান দীৰ্ঘকাল সবল আৰু সুস্থ শৰীৰেৰে জীয়াই আছিল। ঘোঁৰাত উঠাৰ ক্ষেত্ৰত ঘোঁৰাত ভালকৈ উঠিব জনা ইংৰাজসকলেও তেওঁক হৰুৱাব নোৱাৰিছিল।"

## (২১)
# চাৰিগৰাকী অসমপ্ৰেমী ইংৰাজ

যিসকল অসমপ্ৰেমী বিদেশীয়ে অসমীয়া জাতি আৰু সাহিত্যক সমৃদ্ধ কৰিবলৈ অহৰহ চেষ্টা চলাইছিল সেইসকলৰ ভিতৰত মাইলচ ব্ৰনছন, নাথন ব্ৰাউন, ছাৰ এডৱাৰ্ড গেইট আৰু হেনৰী কটনৰ নাম উল্লেখযোগ্য।

মাইলচ ব্ৰনছনৰ জন্ম ১৮১২ খ্ৰীষ্টাব্দত আমেৰিকাৰ নিউয়ৰ্কৰ নৰবেত।১৮৩৬ চনত মিছনেৰিৰ সভ্য হয় আৰু জেকব টমাছ নামৰ এজন বন্ধুৰে সৈতে অসমত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ বাবে শদিয়ালৈ যাত্ৰা কৰে। বন্ধুজনৰ মাজ ৰাস্তাতে মৃত্যু হোৱাত নিজ পত্নী আৰু বন্ধুৰ বিধবা পত্নীক লৈ শদিয়া পায়হি। তাৰ পাছত শদিয়া, জয়পুৰ, নগাৰাজ্য, শিৱসাগৰ আদিত থাকি ১৮,১৪ চনত নগাঁও পায়হি। নগাঁৱত ' অৰ্ফেন ইনষ্টিটিউট' নামেৰে পঢ়াশালি স্থাপন কৰে। চৈধ্য হেজাৰ শব্দ সম্বলিত অসমীয়া - ইংৰাজী অভিধান ৰচনা কৰি ১৮৬৭চনত সেয়া শিৱসাগৰৰ মিছন প্ৰেছৰ পৰা ছপা কৰি উলিয়ায়। অসমীয়া প্ৰেমিক এইজনা লোকে ইংৰাজীত দুখনমান পুস্তিকা লিখাৰ লগতে বহুতো স্তুতি গীত ৰচনা কৰি থৈ গৈছে। ব্ৰনছন চাহাব 'অৰুনোদই'ৰ লগতো ভালদৰেই জড়িত আছিল। ১৮৮৩ চনৰ ১০ নবেম্বৰত এইজন অসমপ্ৰেমীৰ মৃত্যু হয়।

১৮০৭ চনত আমেৰিকাত জন্ম লোৱা নাথন ব্ৰাউনে কুৰি বছৰ বয়সত স্নাতক উপাধি লৈ কিছুদিন শিক্ষকতা কৰি এজন বেপ্তিষ্ট মিছনেৰি ৰূপে ১৮৩৩ চনত ব্ৰহ্মদেশত উপস্থিত হয়। তাত দুবছৰ থাকি ওলিভাৰ টি কাট্ৰাৰৰ সৈতে পৰিয়ালসহ শদিয়ালৈ আহে আৰু তাত কেইবছৰমান থাকি জয়পুৰ আৰু সৰ্বশেষত ১৮৪১চনত শিৱসাগৰত থিতাপি লয়। শিৱসাগৰ মিছন প্ৰেছ স্থাপন কৰি ১৯৪৬ চনৰ পৰা অসমীয়া ভাষাৰ প্ৰথমখন কাকত 'অৰুনোদই' প্ৰকাশ আৰু সম্পাদনাৰ দায়িত্ব লৈ অসমীয়া ভাষা - সংস্কৃতিক সমৃদ্ধ কৰিবলৈ অহৰহ চেষ্টা চলাইছিল।

'অৰুনোদই' প্ৰকাশৰ পূৰ্বেই ১৮৪৫ চনত 'যীশুখ্ৰীষ্টৰ বিবৰণ আৰু শুভযাত্ৰা' নামেৰে ধৰ্মপ্ৰচাৰৰ পুথি এখন ৰচনা কৰে। ১৮৪৮ চনত বাইবেলৰ নিউ টেষ্টামেণ্টৰ ভাঙণি সম্পূৰ্ণ কৰে আৰু সেয়া ' আমাৰ ত্ৰাণকৰ্তা যীশুখ্ৰীষ্টৰ নতুন বিষয়' নামেৰে প্ৰকাশ পায়। সেই বছৰতে তেওঁ অসমীয়া ভাষাৰ ব্যাকৰণ এখনো লিখি প্ৰকাশ কৰে— Grammartic]

Notes on The Assamese Language. মিছন প্ৰেছৰ যোগেদি এইজনা ব্যক্তিয়ে বহুকেইখন অসমীয়া ভাষাৰ গ্ৰন্থও ছপাইছিল। তাৰ ভিতৰত কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰঞ্জী পুথি', বকুল কায়স্থৰ দুই খণ্ডীয়া 'গণিতৰ পুথি', 'চুতীয়া বুৰঞ্জী' আদি উল্লেখযোগ্য। ১৮৫১ চনত নাথন ব্ৰাউন 'বেপ্তিষ্ট এছ'চিয়েছন অৱ আসাম' ৰ সভাপতি নিৰ্বাচিত হয়। অৱশ্যে পাছত মিছনৰ কামত তেওঁ সন্তোষ নোপোৱা হয় আৰু ১৮৬৫চনত কাম ইস্তফা দি আমেৰিকালৈ গুচি যায়। আমেৰিকাত তেওঁ 'আমেৰিকান বেপ্তিষ্ট' নামৰ আলোচনী এখন সম্পাদনা কৰিছিল আৰু সেই সময়ত ভয়ঙ্কৰ ৰূপ লোৱা দাস প্ৰথাৰ বিৰুদ্ধে যুঁজিছিল। পাছত তেওঁ জাপানলৈ গৈছিল আৰু জাপানী ভাষালৈও নিউ টেষ্টামেন্টৰ অনুবাদ কৰিছিল বুলি শুনা যায়। ১৮৮৬চনত জাপানতে নাথন ব্ৰাউনৰ মৃত্যু হয়।

অসমক লৈ বৰকৈ চিন্তা কৰিছিল হেনৰী ষ্টাডমেন কটনে। ভাৰতবৰ্ষই অসমক এলাগী ছোৱালী বুলি গণ্য কৰাৰ বিৰুদ্ধে মাত মাতিছিল। তেওঁৰ আত্মজীৱনী India and Home Memoriesত অসমৰ দুৰ্দশাৰ কথাও লিখিছিল। চাহ শ্ৰমিক সম্প্ৰদায়ক কৰা শোষণৰ বিৰুদ্ধেও মাত মতা এইগৰাকী মহান ব্যক্তিৰ জন্ম হৈছিল বৰ্তমান তামিলনাডুৰ তাঞ্জোৰ জিলাৰ কুমটকনম্ চহৰত, ১৮৪৫চনৰ ছেপ্টেম্বৰ মাহত। হেনৰীৰ পিতৃ আছিল এংলো-ইণ্ডিয়ান পৰিয়ালৰ যোচেফ। তামিলনাডুতে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি অক্সফোৰ্ডৰ মেকডলান কলেজিয়েট স্কুল আৰু লণ্ডনৰ কিংছ কলেজত উচ্চ শিক্ষা লাভ কৰিছিল। লণ্ডনতে ভাৰতীয় লোকসেৱাৰ (আই চি এছ) পৰীক্ষাত কৃতিত্ব প্ৰদৰ্শন কৰাৰ পাছত ১৮৬৭চনৰ পৰা ১৮৯৬চনলৈ বঙ্গদেশত বিভিন্ন পদত চাকৰি কৰি শেষত অসমৰ কমিছনাৰ হিচাপে দায়িত্ব ভাৰ গ্ৰহণ কৰে। ছবছৰ কাল অৰ্থাৎ ১৯০২চনলৈ এই পদত থাকি চাকৰিৰ পৰা অৱসৰ লয়। কটন কলেজ স্থাপনৰ ক্ষেত্ৰত অন্যতম ভূমিকা লোৱা এইজনা ভাৰতপ্ৰেমী ব্যক্তিৰ বিৰুদ্ধে ইংৰাজ চৰকাৰ সৰৱ হৈ উঠিছিল। আনকি পাছত নিজৰ নামতে স্থাপন হোৱা কটন কলেজতো তেওঁক ইংৰাজ প্ৰশাসনে সোমাব দিয়া নাছিল। ১৯১৪চনত মুম্বাইত অনুষ্ঠিত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত সভাপতিত্ব কৰা এইজনা ব্যক্তিৰ ১৯১৪চনৰ অক্টোবৰ মাহত ইংলণ্ডত মৃত্যু হয়। New India নামৰ গ্ৰন্থ এখনো হেনৰী ষ্টাডমেন কটনে লিখি থৈ গৈছে।

অসম বুৰঞ্জীক নিৰ্ভাজ ৰূপত লিখি বুৰঞ্জী সাহিত্যক সমৃদ্ধ কৰা ছাৰ এডৱাৰ্ড গেইটৰ জন্ম ১৮৫৩চনত ইংলণ্ডত। লণ্ডণ বিশ্ববিদ্যালয়ত পঢ়া - শুনা কৰি ইণ্ডিয়ান চিভিল ছাৰ্ভিচৰ পৰীক্ষাত উত্তীৰ্ণ হৈ ভাৰতৰ বিভিন্ন ঠাইত চাকৰি কৰি নগাঁৱৰ সহকাৰী আয়ুক্ত হিচাপে যোগদান কৰেহি। ১৮৯১চনত তেওঁ অসম পিয়ল বিভাগৰ সঞ্চালক হয়। তাৰ এবছৰৰ পাছতে ৰাজহ বিভাগৰ সঞ্চালক হিচাপে কাৰ্যনিৰ্বাহ কৰি অসমৰ মুখ্য আয়ুক্ত সচিব হয়গৈ। অসম বুৰঞ্জীৰ প্ৰখ্যাত গৱেষক এডৱাৰ্ড চাহাবে ১৮৯৪চনত অসম বুৰঞ্জী চৰ্চাৰ এখন বিস্তৃত আঁচনি যুগুত কৰিছিল। এই আঁচনি ৰূপায়ণৰ বাবে 'এথন গ্ৰাফি' বিভাগ স্থাপিত হোৱাত ইয়াৰ প্ৰথমজন সঞ্চালক হিচাপে তেৱেঁই মনোনীত হৈছিল। ১৯০৬চনত অসম বুৰঞ্জীৰ প্ৰমাণ্য দলিল ' হিষ্ট্ৰী অৱ্ আসাম' প্ৰকাশ পায়। এগৰাকী প্ৰশাসক আৰু বুৰঞ্জীবিদ হিচাপে অসমৰ উন্নতিৰ বাবে গেইট চাহাবে অহৰহ কাম কৰিছিল।

১৮৯৭চনত তেওঁ চাকৰি সূত্ৰে বঙ্গদেশলৈ যায় আৰু ১৯০১চনত ভাৰতবৰ্ষৰ লোকপিয়লৰ আয়ুক্ত হয়গৈ। ১৯১২চনৰ পৰা তিনিবছৰ ধৰি তেওঁ বিহাৰ আৰু উৰিষ্যা যুক্তপ্ৰদেশৰ ব্যৱস্থাপক সভাৰ সদস্য (বিধায়ক পৰ্যায়ৰ) হয়। ১৯১৫চনত তেওঁ সেই প্ৰদেশৰে

লেফেটেনেণ্ট গৱৰ্ণৰ হয়। ১৯২২চনত তেওঁ ভাৰতীয় ব্যৱস্থাপক সভাৰ সদস্য নিৰ্বাচিত হয়। সেই সময়ছোৱাতে গেইট চাহাব ' লণ্ডন স্কুল অৱ ওৰিয়েণ্টাল ষ্টাডিজ'ৰ কাৰ্যবাহী সদস্যও মনোনীত হয়। ভাৰতীয় মানুহৰ প্ৰতি সহানুভূতিশীল এইজনা ব্যক্তিয়ে নিজৰ উদ্যোগতে 'বিহাৰ এণ্ড উৰিষ্যা বিচাৰ্চ ছ'চাইটি' প্ৰতিষ্ঠা কৰিছিল। মহাত্মা গান্ধীয়েও নিজৰ আত্মজীৱনীত এইগৰাকী ব্যক্তিৰ কৃতিত্বৰ বিষয়ে লিখি থৈ গৈছে। ১৯৫০চনৰ ১৫মাৰ্চত ছাৰ এডৱাৰ্ড গেইটৰ মৃত্যু হয় লণ্ডনত।

## (২২)

## দত্তদেৱ গোস্বামী

খ্ৰীষ্টানসকলৰ পাছতে অসমত প্ৰথমটো ছপাশাল স্থাপন কৰোতা আৰু কাকত প্ৰকাশ কৰোতা প্ৰথম অসমীয়া আছিল আউনীআটী সত্ৰৰ অধিকাৰ দত্তদেৱ গোস্বামী। খ্ৰীষ্টান মিছনেৰিসকলে অসমত প্ৰথমখন ছপাশাল প্ৰতিষ্ঠা কৰি 'অৰুনোদই' প্ৰকাশ কৰাৰ পাছত দ্বিতীয়খন কাকত প্ৰকাশ কৰিছিল দত্তদেৱ গোস্বামীয়ে। ১৮১৮ চনত জন্মগ্ৰহণ কৰা এইগৰাকী ব্যক্তিক আউনীআটী সত্ৰৰ অধিকাৰ কৃষ্ণৰামদেৱে পুত্ৰ হিচাপে তুলি লয়। কৃষ্ণৰামদেৱ আছিল এগৰাকী তেজস্বী পুৰুষ। এওঁৰ দিনতে মানহঁতে আউনীআটী সত্ৰ দাহ কৰিছিল যদিও মান ৰজা মিঙ্গিমাহ্য তিলোৱাক সাক্ষাৎ কৰাৰ পাছত ৰজাই কৃষ্ণৰামক যথাযোগ্য সন্মান দি সত্ৰলৈ ঘিৰাই নিছিল। পাছত ইংৰাজসকলে অসম অধিকাৰ কৰাৰ পাছত তেওঁ ইংৰাজ কমিচনাৰ মেথি চাহাবক দেখা কৰি সত্ৰৰ নিৰাপত্তা আৰু সুবিচাৰৰ আশ্বাস বিচাৰিছিল। ইংৰাজে তেওঁক বিমুখ কৰিব পৰা নাছিল। কৃষ্ণৰামদেৱৰ পাছত দত্তদেৱ গোস্বামী ১৮৩১ খ্ৰীষ্টাব্দত আউনীআটী সত্ৰৰ ডেকা সত্ৰাধিকাৰ হয়গৈ।

দত্তদেৱ গোস্বামীয়ে ১৮৭১চনত অৰ্থাৎ অৰুনোদইৰ জীৱন কালতে আউনীআটী সত্ৰত আমাৰ দ্বিতীয়টো ছপাশাল প্ৰতিষ্ঠা কৰে। তাৰ আগলৈকে শিৱসাগৰৰ মিছন প্ৰেছৰ বাহিৰে অসমত আন ছপাশাল নাছিল। গোস্বামীয়ে কলিকতাৰ পৰা প্ৰেছৰ যন্ত্ৰপাতিখিনি আনিছিল আৰু নাম দিছিল 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'। এই নামটোৰ সতে বৈষ্ণৱ ধৰ্মক উচ্চস্থানত উপনীত কৰোৱাৰ এক ধৰণৰ প্ৰচেষ্টা সম্পৃক্ত হৈ আছে। উল্লেখ্য, দত্তদেৱ গোস্বামীয়ে অসমত প্ৰতিষ্ঠা কৰা এই 'ধৰ্ম প্ৰকাশ যন্ত্ৰ'ৰ আগতেই ১৮৫২ চনত আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতাত 'কলিকতা নিউ প্ৰেছ' নাম দি ছপাযন্ত্ৰ এটা প্ৰতিষ্ঠা কৰিছিল। গতিকে এই কথা নিশ্চয়কৈ স্বীকাৰ কৰিব লাগিব যে আনন্দৰাম ঢেকিয়াল ফুকন হ'ল ছপাশাল স্থাপন কৰোতা প্ৰথম অসমীয়া আৰু দত্তদেৱ গোস্বামী স্বদেশতে ছপাশাল প্ৰতিষ্ঠা কৰোতা প্ৰথম অসমীয়া।

মিছন প্ৰেছৰ পৰা খ্ৰীষ্টান মিছনেৰিসকলে অৰুনোদই ছপা কৰি অসমীয়া ভাষা-সাহিত্যলৈ মহৎ অৱদান আগবঢ়াইছিল কিন্তু তেওঁলোকৰ প্ৰধান উদ্দেশ্য আছিল খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰাহে। এই ধৰ্ম প্ৰচাৰৰ কামত খ্ৰীষ্টানসকল বহু পৰিমাণে সফলো হৈছিল, ফলত হিন্দু ধৰ্মৰ কাণ্ডাৰীসকলে নিজ ধৰ্মক মিছনেৰিসকলে গিলি পেলাব বুলি সংশয়ত ভুগিব ল'লে।

লক্ষ্মীনাথ তামুলীয়ে 'ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান' গ্ৰন্থত লিখিছে — " ব্ৰিটিছ প্ৰশাসনে মিছনেৰিসকলৰ 'ত্যাগী' প্ৰচেষ্টাৰে 'অৰুনোদই'ৰ যোগেদি খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ

অৰ্থে ব্ৰহ্মপুত্ৰত যি খলকনিৰ সৃষ্টি কৰিছিল,তাৰ উৎপাতত সনাতন ধৰ্মৰ ৰখীয়া স্বৰূপ সত্ৰানুষ্ঠানসমূহৰ শান্তি আৰু টোপনি ভাঙি গৈছিল।" তেতিয়া অৰুনোদয়ে সত্ৰসমূহক প্ৰকাশ্যে আক্ৰমণ নকৰিলেও সেই কাকতত প্ৰকাশ বিভিন্ন লিখনিত সত্ৰৰ প্ৰতি বিৰূপ মনোভাব জগাই তোলাৰ চেষ্টাও প্ৰত্যক্ষ কৰা যায়। অৰুনোদইৰ এই প্ৰচেষ্টাকে বিফল কৰিবলৈ দত্তদেব গোস্বামী সাজু হৈছিল।

আউনীআটী সত্ৰত 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' প্ৰতিষ্ঠা কৰাৰ পাছতেই দত্তদেৱ গোস্বামীয়ে 'আসাম বিলাসিনী (১৮৭১-৮৩) সম্পাদনা কৰিবলৈ লৈছিল। অৱশ্যে বিলাসিনীৰ সম্পূৰ্ণ দায়িত্ব বহন কৰিছিল আউনীআটী সত্ৰৰে শিক্ষিত বৈষ্ণৱ শ্ৰীধৰ ওজাই। বেণুধৰ শৰ্মাই 'অসমীয়া বাতৰি কাকতৰ ইতিহাস' নামৰ প্ৰবন্ধটোত লিখিছে—"শিৱসাগৰৰ মাজুলীৰ নিচিনা আওহতীয়া ঠাইত সংৰক্ষণশীল চাৰি সত্ৰীয়া সত্ৰাধিকাৰ গোস্বামী গৰাকীয়ে মৰসাহদি ধৰ্মপ্ৰকাশ নামে ছপাশাল পাতি সংবাদ-পত্ৰ এখন প্ৰকাশ কৰিবলৈ লোৱাটো সঁচাকৈয়ে কল্পনাৰো অতীত নুবুলি নোৱাৰি। সেই দিনত, বাতৰি কাকতৰ ব্যৱসায়,ধনৰ ভঁৰাল বন্ধা নাছিল-ধাৰবান্ধ লগাই খৰচৰ খাল খন্দাহে হৈছিল। এনে স্থলত গোস্বামী প্ৰভুয়ে ১২ বছৰকৈ কাকত চলাই বাতৰি কাকতৰ বুৰঞ্জীত খুঁটি এটি যে পুতি থৈ গ'ল সেইবাবে অসমীয়া মানুহে প্ৰভুক কেতিয়াও পাহৰিব নোৱাৰে।" হিন্দুধৰ্মৰ বিষয়ে সৰব হোৱাৰ উদ্দেশ্যেৰে স্থাপিত হোৱা ছপাশালত প্ৰকাশিত কাকত এখন হৈ আসাম বিলাসিনীয়ে মিছনেৰিৰ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ বিৰুদ্ধে নামি পৰিছিল। অৱশ্যে বিলাসিনীত সাহিত্য-সংস্কৃতি আৰু বিভিন্ন জ্ঞান-বিজ্ঞানৰ কথাও প্ৰকাশ কৰা হৈছিল। বিশিষ্ট লেখক সৃষ্টিতো বিলাসিনীৰ ভূমিকা যথেষ্ট। লম্বোদৰ বৰা, ভোলানাথ দাস আদি বহু সাহিত্যিকে এই কাকততে সাহিত্যিক জীৱনৰ পাতনি মেলিছিল। উল্লেখ কৰাটো ভাল হ'ব যে এই আউনীআটী সত্ৰৰ পৰাই ১৮৭৬ চনত আৰু ১৮৮৮ চনত 'আসাম দীপক' আৰু 'আসাম তৰা' নামৰ দুখন ধৰ্মালোচনী প্ৰকাশ পাইছিল।

ছপাশাল পাতি মাথো 'আসাম বিলাসিনী' কাকত প্ৰকাশ কৰাই দত্তদেৱ গোস্বামীৰ উদ্দেশ্য নাছিল, পুৰণি অসমীয়া সাহিত্যৰ হেৰাই যাব ধৰা সম্পদখিনি প্ৰকাশ কৰি মানুহৰ মাজত প্ৰচাৰ কৰাটোও আছিল গোস্বামীৰ অন্যতম উদ্দেশ্য। গুণাভিৰাম বৰুৱাৰ স'তে মাধবদেৱৰ 'নামঘোষা' প্ৰকাশ কাৰ্যত (কলিকতা নিউ প্ৰেছত) জড়িত দত্তদেৱ গোস্বামীয়ে ধৰ্ম প্ৰকাশ যন্ত্ৰৰ যোগেদি নিমি-নৱসিদ্ধ, ধ্ৰুবচৰিত,দক্ষযজ্ঞ,বেদস্তুতি,স্যমন্তহৰণ,গোবিন্দ গুণমালা, কীৰ্ত্তন, ৰুক্মিণীহৰণ,লীলামালা আদি বৈষ্ণৱ পুথি ছপাই ধৰ্মৰ প্ৰসাৰ ঘটোৱাৰ লগে লগে অসমীয়া সাহিত্যক মানুহৰ ঘৰে ঘৰে পঠিওৱাৰ দিহা কৰিছিল। গতিকে ক'ব পাৰি যে পুৰণি অসমীয়া সাহিত্যৰ সংৰক্ষণ আৰু প্ৰচাৰৰ ক্ষেত্ৰত দত্তদেৱ গোস্বামীৰ যি ভূমিকা, সেয়া অসমীয়াই যুগ যুগ ধৰি সুঁৱৰি থাকিব লাগিব। নহ'লে অসমীয়া সাহিত্য ভাণ্ডাৰক চহকী কৰা বৈষ্ণৱ সাহিত্যিক সকলৰ বহু ৰচনাই হয়তো সংৰক্ষণৰ অভাৱত হেৰাই গ'লহেঁতেন।

মাথো কাকত আৰু পুথি প্ৰকাশক হিচাপে নহয় সাহিত্যিক হিচাপেও গোস্বামীৰ কৃতিত্ব যথেষ্ট। তেওঁ কালিয়া দমন, কংসবধ, জানকীহৰণ, দ্ৰৌপদীৰ বস্ত্ৰ হৰণ প্ৰমুখ্যে ১১খন নাটৰ লগতে 'ইতিহাস মালা' নামেৰে সাধুকথাৰ পুথি এখনো ৰচনা কৰিছিল। সঙ্গীতজ্ঞ হিচাপেও খ্যাতি থকা গোস্বামীয়ে বহু গীত ৰচনা কৰি নিজস্ব সুৰেৰে সেইবোৰ সজাইছিল। ১৯০৪চনৰ এপ্ৰিল মাহত গোস্বামীয়ে পৰলোকলৈ গমন কৰে।

## (২৩)

# বাহাদুৰ গাওঁবুঢ়া

'ওমেদ, তই আজি মোৰ যি দশা কৰিলি ,(তোৰ বাবে).... চাবিতোৰ ঘৰত এদিন তিতা লাও গজিব।' এইখিনি কথা আছিল বাহাদুৰ গাওঁবুঢ়াৰ। এই সম্পৰ্কত ইৰফান ছফৰীয়ে লিখিছে- " সাতাৱন সালৰ সেই দিনটোত আহোম স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহৰ অতি বিশ্বস্ত সভাসদ, আখৰ কটা বৰুৱা বাহাদুৰ গাওঁবুঢ়াই ফিৰিঙ্গিহঁতৰ চিপাহীৰ দ্বাৰা আটক হৈ নিজ ঘৰৰ পৰা কাৰাগাৰলৈ যোৱাৰ পথত নিজ পদূলি পাৰ হৈয়েই নিকটবাসী ওমেদ মুন্সীৰ পদূলিমুখত খন্তেক ৰৈ এইদৰে চিএৰি মুন্সীজনাক অভিশাপ দি গ'ল ; 'কিয়নো ইংৰাজৰ সাহায্যকাৰী দেশমাতৃৰ বিশ্বাসঘাতক হৰনাথ দাৰোগাৰ মাধ্যমৰে ওমেদ মুন্সী নামৰ ওচৰ - চুবুৰীয়াজনেই সমুদ্ৰ প্ৰকৃতিৰ, মাতৃভূমিপ্ৰেমী, আহোম স্বৰ্গদেৱৰ বিপদৰ লগৰী বাহাদুৰ গাওঁবুঢ়াক ধৰাই দিছিল। চিপাহী বিদ্ৰোহৰ সেই সময়ছোৱাত একালৰ প্ৰবল প্ৰতাপী ইন্দ্ৰবংশী আহোম স্বৰ্গদেৱক এজন এজনকৈ প্ৰায়বোৰ প্ৰভাৱশালী উচ্চ বৰ্গৰ বিষয়া- সভাসদে এৰি যাব ধৰিছিল, সেই সময়ত এমুঠি অসমীয়াৰ সৈতে হেৰোৱা অস্তিত্ব ঘূৰাই অনাৰ প্ৰয়াসত ইংৰাজ বিৰোধী আন্দোলনত জঁপিয়াই পৰা স্বাধীনতাৰ সেনানীৰ মাজত আৰু এটা নাম আছিল বাহাদুৰ গাওঁবুঢ়া। ঔপনিৱেশিকতা উচ্ছেদ কৰি এই মাটিৰ সন্তানৰ হাতলৈ নিজ ভূমিৰ ক্ষমতা ঘূৰাই অনাৰ হেঁপাহেৰে উত্তাল 'চিপাহী বিদ্ৰোহ' ত সমগ্ৰ ভাৰতবাসীৰ সৈতে অসমৰ হিন্দু-মুছলমানেও মণিৰাম- পিয়লিৰ ত্যাগৰ আদৰ্শত জঁপিয়াই পৰিছিল ইংৰাজ বিৰোধী আন্দোলনত। এনে এজন ৰণুৱাৰ নামেই আছিল বাহাদুৰ গাওঁবুঢ়া, যি আহোম স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহক পুণৰ সিংহাসনত অধিষ্ঠিত কৰোৱাৰ বাবে লোৱা পৰিকল্পনা আৰু প্ৰচেষ্টাৰ বাবেই ইংৰাজৰ চকুত জগৰীয়া হৈ সুদূৰ আন্দামানৰ কলিয়াপানীলৈ নিৰ্বাসিত হ'ব লগা হৈছিল।"

শেখ বাহাদুৰ গাওঁবুঢ়া আছিল বহুতো গুণৰ অধিকাৰী। এগৰাকী নিপুণ ৰজাঘৰীয়া শিল্পীৰূপে মৰ্য্যাদা লাভ কৰা এইগৰাকী ব্যক্তি আছিল গাঁৱৰ মুখিয়াল, বেজ আৰু বিপ্লৱী। ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম বহ্নিশিখা চিপাহী বিদ্ৰোহত অসমৰ নেতৃত্ব দিয়া মণিৰাম দেৱানৰ এগৰাকী বিশ্বস্ত সহযোগী আছিল তেওঁ। তদুপৰি চিপাহী বিদ্ৰোহৰ জুই জ্বলোৱা প্ৰথমগৰাকী অসমীয়া মুছলমান ব্যক্তিয়েই হ'ল বাহাদুৰ গাওঁবুঢ়া। আনুমানিক ১৮১৫ চনৰ পৰা ১৮২০ চনৰ ভিতৰত জন্মগ্ৰহণ কৰা শেখ বাহাদুৰ (বাহাদিৰ) খান বৰুৱা অৰ্থাৎ বাহাদুৰ গাওঁবুঢ়াৰ জন্ম হৈছিল। (বহুতৰ মতে, জন্ম চন ১৮১৯)এওঁৰ উপৰি পুৰুষ চুবেদাৰ ছেৰ খান আছিল লক্ষ্ণৌৰ নবাবৰ এগৰাকী সেনাপতি, যিয়ে ১৭৫৩ চনত সংঘটিত হোৱা পাণিপথৰ তৃতীয় যুদ্ধত অংশগ্ৰহণ কৰিছিল। এই চুবেদাৰ ছেৰ খানৰ পুত্ৰ চুবেদাৰ হুছেইন খানো এগৰাকী নিপুণ যোদ্ধা আছিল। ১৭৮৮চনত তেওঁ অসমলৈ আহিছিল আৰু আহোম ৰজাৰ হিলৈধাৰী বিভাগত যোগদান কৰিছিল । পাছত তেওঁ হিলৈধাৰী বৰুৱা হৈছিলগৈ। চুবেদাৰ হুছেইন খানৰ পুত্ৰ চুবেদাৰ ৰমজান খান হিলৈধাৰী বৰুৱা। এইজনা হিলৈধাৰী বৰুৱাই মান সেনাৰ বিৰুদ্ধে হোৱা যুদ্ধত মৃত্যুবৰণ কৰিছিল। আনফালে কোৱা হয় যে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ ৰাজত্বকালত পশ্চিম ভাৰতৰ পৰা মুছলমান শিল্পীৰ আঠটা পৰিয়াল অসমলৈ আনি স্থাপন কৰা হয়। তাৰে এটা আছিল আখৰকটীয়া পৰিয়াল। এই

পৰিয়ালতে বাহাদুৰ গাওঁবুঢ়াৰ জন্ম । বাহাদুৰ গাওঁবুঢ়াই আহোম ৰাজপৰিয়ালত শিল্পী হিচাপে কাম কৰি সঁফুৰা, ফণি, পাটী আদি তৈয়াৰ কৰিছিল। আনকি ৰজাৰ মুদ্ৰাত খাজ কটা আৰু মাটি - বাৰী সম্পৰ্কীয় তামৰ ফলি লিখাৰ দায়িত্বও পালন কৰিছিল বাহাদুৰ গাওঁবুঢ়াই।

আহোম ৰজাৰ সভাসদ নবাব আমানতুল্লা আছিল বাহাদুৰ গাওঁবুঢ়াৰ শহুৰ। এওঁক আহোম স্বৰ্গদেৱে উপহাৰ দিছিল এগৰাকী আহোম কন্যা। এই আহোম কন্যাৰে সন্তান আছিল বাহাদুৰ গাওঁবুঢ়াৰ পত্নী। বাহাদুৰ গাওঁবুঢ়াৰ ১৪ টা সন্তানৰ ভিতৰত মাথো দুজন পুত্ৰহে জীয়াই আছিল । সেই দুজন আছিল মণিৰুদ্দিন আৰু দোস্ত মহম্মদ।

ইয়াণ্ডাবু সন্ধিৰ পাছৰে পৰা লাহে লাহে আহোম ৰজাৰ হাতত থকা ক্ষমতা ইংৰাজে হস্তগত কৰিব ল'লে। চন্দ্ৰকান্ত , পুৰন্দৰসিংহ আদিৰ পাছত কন্দৰ্পেশ্বৰ সিংহ ভণ্ডাৰজা হিচাপে স্বীকৃত হয়। প্ৰথমছোৱাত আহোম ৰজা বা মধ্যবিত্ত সকলে ইংৰাজক বন্ধু বুলিয়েই ভাবিছিল যদিও পাছলৈ তেওঁলোকৰ চকু খোল খালে। মণিৰাম দেৱান হৈ পৰিল এই ইংৰাজ বিদ্বেষীসকলৰ নেতা। ইতিমধ্যে সমগ্ৰ ভাৰতজুৰি ইংৰাজক বহিষ্কাৰ কৰা প্ৰথমটো বিপ্লৱ চিপাহী বিদ্ৰোহ আৰম্ভ হয়। অসমতো এই বিপ্লৱ সাফল্য মণ্ডিত কৰিবৰ বাবে এচাম স্বাধীনতা প্ৰেমী আগবাঢ়ি আহিল। এই সকলৰ ভিতৰত পিয়লি বৰুৱা, দুতিৰাম বৰুৱা, ফৰ্মুদ আলি আৰু বাহাদুৰ গাওঁবুঢ়া অন্যতম। মণিৰামৰ নেতৃত্বত এই সকলে ৰাজকাৰেঙৰ গোপন বৈঠকত বহি ইংৰাজক বহিষ্কাৰ কৰাৰ পৰিকল্পনা তৈয়াৰ কৰে। ইংৰাজৰ বিৰুদ্ধে এই গোপন বৈঠক বহে বাহাদুৰ গাওঁবুঢ়াৰ ঘৰতো। মাজত একুৰা জুই জ্বলাই সকলো বহে চাৰিওফালে। মাথো আলোচনাই নহয়, এওঁলোকে সাধাৰণ ৰাইজকো গোপনে বুজাব ধৰিলে স্বাধীনতাৰ কথা।

এসময়ত স্বাধীনতা আন্দোলনৰ বাবে ৰণকৌশল তৈয়াৰৰ কামত এওঁলোক নামি পৰা বুলি ইংৰাজৰ চোৰাংচোৱাই খবৰ পালে। এই চোৰাংচোৱা আন কোনো নাছিল, তেওঁ আছিল বাহাদুৰৰ চুবুৰীয়া ওমেদ মুন্সী। বাহাদুৰ গাওঁবুঢ়া ধৰা পৰিল। ইতিমধ্যে কন্দৰ্পেশ্বৰ সিংহ, মণিৰাম দেৱান , পিয়লি বৰুৱা আদিকো ধৰি ইংৰাজে চৰম শাস্তি বিহিলে।

১৮৫৯ চনৰ ন আগষ্টৰ দিনাখন যোৰহাটৰ কাছাৰীত বাহাদুৰ গাওঁবুঢ়াৰ বিচাৰ হয়। বিচাৰক কমিছনাৰ হলৰইদ চাহাবৰ ৰায়দান অনুসৰি বাহাদুৰৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰি তেওঁক কলীয়াপানীলৈ নিৰ্বাসন দিয়া হ'ল। ঘৰ- সম্পত্তি সকলোবোৰ বাজেয়াপ্ত কৰাৰ পাছত বাহাদুৰৰ পৰিয়ালৰ লোক ডফলাটিঙলৈ উঠি যায়।

কলীয়াপানীতো বাহাদুৰ গাওঁবুঢ়া এনেয়েই বহি নাথাকিল বিভিন্ন কাৰুকাৰ্যৰ কাম কৰি থকাৰ উপৰি তাত থকা লোকৰ ওপৰত বেজালি চলাই থাকিল। তেতিয়া তেওঁ এখন কোৰাণ শ্বৰিফো লেখিছিল। অৱশ্যে চাৰিবছৰমান কলীয়া- পানীত থকাৰ পাছত বাহাদুৰৰ পুত্ৰ মণিৰুদ্দিন কলিকতালৈ গৈ ইংৰাজৰ আদালতত আপীল কৰি বাহাদুৰক কলীয়াপানীৰ পৰা মুক্ত কৰি আনে। বাহাদুৰ গাওঁবুঢ়াই মুক্তি পোৱা দিনটো আছিল ১৮৬৩ চনৰ ২৬ ছেপ্টেম্বৰ। ডফলাটিঙৰ ঘৰলৈ উভতি অহাৰ পাছত বাহাদুৰ গাওঁবুঢ়াই সক্ৰিয়ভাৱে আন্দোলনৰ কামত নালাগিলেও অসমৰ মুক্তিৰ কথা চিন্তা কৰিছিল। ঘৰত জুই লগাৰ বাবেও বাহাদুৰৰ বহু সা সম্পত্তি নষ্ট হৈছিল। অৱশ্যে দৰিদ্ৰতা বা অন্যান্য ঘৰুৱা জঞ্জাল আৰু বয়স বাঢ়ি অহাৰ বাবেই বোধহয় তেওঁ সামাজিক কামত বৰ বেছি সক্ৰিয় হৈ থাকিব

পৰা নাছিল। ১৮৯১ চনত গ্ৰহণী ৰোগত আক্ৰান্ত হৈ বাহাদুৰ গাওঁবুঢ়াৰ পৰলোকপ্ৰাপ্তি ঘটে। অসমত স্বাধীনতা আন্দোলনৰ প্ৰথম জোৰাৰ আলোতা সকলৰ অন্যতম বাহাদুৰ গাওঁবুঢ়াৰ স্মৃতি স্বৰূপে যোৰহাটত থকা পথ, কবৰস্থান,উদ্যান আদিয়ে আমাক এই ব্যক্তিজনাৰ দেশপ্ৰেমৰ কথা সোঁৱৰাই থাকিব।

## (২৪)

## ৰমাকান্ত চৌধাৰী

স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ অন্ত পেলাবলৈ স্বৰ্গদেৱে ব্ৰিটিছসকলৰ সহায় বিচাৰে। ব্ৰিটিছেও নিৰুৎসাহ নকৰি ১৭৯২ চনত কেপ্টেইন বেলচৰ অধীনত এক সৈন্যবাহিনীৰ দল অসমলৈ পঠিয়ায়। পঞ্জাবৰ হিন্দু যুৱক কানু সিং আছিল কেপ্টেইন বেলচৰ অধীনত অসমলৈ অহা সৈন্য দলৰ চুবেদাৰ। যথা সময়ত মোৱামৰীয়া বিদ্ৰোহৰ অন্ত পৰিল। কেপ্টেইন বেলচৰ অধীনৰ সৈন্যবাহিনীও উভতি গ'ল। কিন্তু কানু সিং অসমতে থাকি গ'ল। স্বদেশলৈ উভতি নগৈ অসমৰে এগৰাকী সম্ভ্ৰান্ত ঘৰৰ ছোৱালীক বিয়া কৰাই থাকি গ'ল আৰু হাড়ে-হিমজুৰে অসমীয়া হোৱাৰ প্ৰয়াস কৰিলে। নলবাৰী জিলাৰ বতাহগিলা গাঁৱত থাকিবলৈ ল'লে কানু সিঙে। যথাসময়ত তেওঁৰ দুই পুত্ৰ কমল চন্দ্ৰ আৰু লক্ষ্মীকান্তৰ জন্ম হ'ল। কানু সিঙৰ মৃত্যুৰ পাছত জ্যেষ্ঠ পুত্ৰ কলম চন্দ্ৰৰ অকাল মৃত্যু হোৱাত লক্ষ্মীকান্ত 'চৌধাৰী' হ'ল। এই লক্ষ্মীকান্তৰে জ্যেষ্ঠ পুত্ৰ ৰমাকান্ত চৌধাৰী। কৈ থোৱা ভাল হ'ব যে ব্ৰিটিছ চৰকাৰৰ খাজনা আদি তোলা বিষয়াসকলক চৌধাৰীৰ বিবৰবাব লিয়া হৈছিল।

ৰমাকান্ত চৌধাৰীৰ পিতৃ লক্ষ্মীকান্তই মৌজা চলাই বিশেষ সুখ্যাতি লাভ কৰাৰ বাবেই পাছত তেওঁ 'সম্মানীয় হাকিম'ৰ পদ পাইছিল। তদুপৰি ভূটান যুদ্ধত ইংৰাজ চৰকাৰক বিশেষভাৱে সহায় কৰা বাবে তেওঁ ইংৰাজৰ বিশ্বাসী মানুহ হৈ উঠিছিল।..... অৱশ্যে এইজনা ব্যক্তি বৰ আপোন-ভোলা মানুহ আছিল। টকা-পইচা, সাংসাৰিক দায়-দায়িত্বৰ ক্ষেত্ৰত অ-সচেতন এইজনা ব্যক্তিয়ে সকলোকে সমানে বিশ্বাস কৰাৰ 'শিক্ষা' বাৰে বাৰে পাইছিল যদিও তেওঁৰ বোধোদয় হোৱা নাছিল। এবাৰ এজনৰ পৰা পোৱা বিশ্বাসঘাতকতাই তেওঁক ইমানেই দুখ দিছিল যে লক্ষ্মীকান্তই আনকি মৌজাদাৰ আৰু হাকিম এই দুয়োটা পদেই এৰিলে।

এই আত্মমগ্ন ব্যক্তিৰেই ১৮৪৬ চনত জন্মা আত্মমগ্ন সন্তান ৰমাকান্ত চৌধাৰী। পিতাকৰ দৰে আপোন-ভোলা ব্যক্তি হ'লেও সৈনিক ককাকৰ সাহসী গুণটো থকাৰ বাবেই বোধকৰো সৰুৰে পৰা ৰমাকান্তই বিভিন্ন ধৰণৰ চিকাৰ কৰি ভাল পাইছিল। কিশোৰ ৰমাকান্তই হাতত বন্দুক লৈ চিকাৰ কৰি প্ৰায়েই দিনৰ দিনটো ঘূৰুটিয়াই ফুৰিছিল।

অৱশ্যে এদিন ৰমাকান্তৰ হাতৰ পৰা বন্দুক সৰি পৰিছিল আৰু তেওঁ চিকাৰীৰ পৰা হৈ পৰিছিল কবি।..... সেইবোৰ পাছত। এতিয়া শিক্ষাৰ কথালৈ আহো। গুৱাহাটীত শিক্ষা জীৱন আৰম্ভ কৰা ৰমাকান্তই কটন কলেজিয়েট হাইস্কুলৰ পৰা এণ্ট্ৰেন্স আৰু সেই স্কুলৰ পৰাই ১৮৭০ চনত এফ. এ. পৰীক্ষা পাছ কৰিলে। উচ্চ শিক্ষাৰ বাবে তেওঁ কলিকতালৈ যাবৰ বাবে সাজু হৈছিল যদিও বিদেশলৈ গ'লে অন্যৰ হাতে ভাত খালে জাত যাব বুলি পৰিয়ালৰ লোকে তীব্ৰভাৱে বাধা দিলে।

ৰমাকান্তই উত্তৰ গুৱাহাটীৰ বজালীবাৰৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশৰ দয়াৰাম বৰুৱাৰ

জীয়েক নন্দীপ্ৰিয়াক বিয়া কৰালে আৰু গুৱাহাটীৰ কাছাৰীত আমোলাৰ কামত সোমাল। কিছুদিন কাছাৰীত কাম কৰাৰ পাছতেই তেওঁ গোৱালপাৰাৰ মহকুমা অফিচলৈ হেড ক্লাৰ্ক হৈ যোৱাৰ সুযোগ পায়। তাৰ পাছত তেওঁ ধুবুৰী জিলা অফিচত হেড ক্লাৰ্ক হিচাপে বদলি হয়।

পাছত ধুবুৰীৰ পৰা নিজ ইচ্ছাৰেই ভাতৃকে কম দৰমহাৰ পদ লৈ (চিৰস্তাদাৰ) গুৱাহাটীৰ জিলা অফিচলৈ আহে। সেই সময়ত তেওঁৰ ককায়েকো (বৰদেউতাক কমল চন্দ্ৰৰ পুত্ৰ দুলাল চন্দ্ৰ) গুৱাহাটীত চিৰস্তাদাৰ হৈ আছিল। তাৰ পাছত দুয়ো ভাই-ককায়ে উজান বজাৰত এক বিৰাট হাউলিত থাকিবলৈ ল'লে। ৰমাকান্ত আছিল ককায়েকৰ একান্ত বাধ্য। বহু বিখ্যাত লোকৰ বন্ধু হোৱাৰ লগতে দুলাল চন্দ্ৰ আছিল হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰো অন্তৰঙ্গ বন্ধু। সেইবাবেই হেমচন্দ্ৰই দুলালচন্দ্ৰক তেওঁৰ 'হেমকোষ' অভিধানৰ এগৰাকী ন্যাসৰক্ষক পাতি থৈ গৈছিল। ৰাজহুৱা জীৱনতো দুলাল চন্দ্ৰৰ যথেষ্ট প্ৰভাৱ আছিল। আনকি আয়ুৰ্বেদ শাস্ত্ৰৰো তেওঁ এগৰাকী খ্যাতনামা চিকিৎসক আছিল।

যি বছৰত অসমৰ প্ৰথমখন কাকত 'অৰুণোদই' ছপা হৈছিল, সেই বছৰতে ৰমাকান্ত চৌধাৰীৰ জন্ম হৈছিল। গতিকে তেওঁৰ জন্মৰ সময়ৰে পৰা অসমত ভাষা-সাহিত্য চৰ্চাৰ কাম আৰম্ভ হৈছিল। চোকা বুদ্ধিৰ ছাত্ৰ ৰমাকান্তও হাইস্কুলীয়া দিনৰে পৰা সাহিত্যৰ জগতৰ সৈতে পৰিচিত হৈছিল। আধুনিক অসমীয়া সাহিত্যৰ পুৰাতেই হাতত কলম লৈ চৌধাৰীয়ে নিজৰ ৪৩ বছৰীয়া জীৱনকালত লিখিছিল এখন কাব্যগ্ৰন্থ আৰু দুখন নাট। তেওঁৰ এই সকলোবোৰ ৰচনাৰ কাহিনী গ্ৰহণ কৰা হৈছিল ৰামায়ণ আৰু মহাভাৰতৰ পৰা। কৈ থোৱা ভাল হ'ব যে 'অভিমন্যু বধ' তেওঁৰ কাব্যগ্ৰন্থ আৰু 'সীতা হৰণ' আৰু "ৰাৱণ বধ'— এই দুখন তেওঁৰ নাট। এই সম্পৰ্কত সাহিত্যিক অতুলচন্দ্ৰ হাজৰিকাই লিখিছে— "ৰমাকান্তই যি সময়ত সাহিত্য চৰ্চাৰ কাৰণে হাতত কাপ তুলি লৈছিল, সেই কালত অসমীয়া মানুহৰ প্ৰাচীন যুগৰ অসমীয়া সাহিত্যৰ লগত যোগসূত্ৰ সোলোক-ঢোলোক হৈ পৰিছিল আৰু 'অৰুণোদই'ৰ পোহৰত সৃষ্টি হোৱা নতুন যুগৰ সাহিত্যয়ো ভালদৰে গঢ় লৈ উঠা নাছিল। তেওঁৰ এক অগ্ৰগামী আৰু সমসাময়িক সাহিত্যিক-শিল্পীৰ দৰে আগত কোনো আৰ্হি নোহোৱাকৈ তেঁৱো নিজেই নিজৰ সাহিত্যিক পৰিকল্পনাত কটকটীয়া হ'বলগীয়া হৈছিল।"

১৮৮৯ চনত ক'লাজ্বৰত আক্ৰান্ত হ'ল ৰমাকান্ত। সেইবাৰ অসমৰ বহু লোকক ক'লাজ্বৰৰূপী যমে নিঃশেষ কৰিছিল। ৰোগী ৰমাকান্তক কলিকতালৈ নিয়া হ'ল, বহু ডাক্তৰ-কবিৰাজক দেখুওৱা হ'ল; তথাপি ৰমাকান্তক বচাব পৰা নগ'ল। ১৮৮৯ চনৰ মাঘ মাহৰ কৃষ্ণ পঞ্চমী তিথিত ৰমাকান্ত চৌধাৰীয়ে চিৰদিনলৈ চকু মুদিলে।

## (২৫)

# হলিৰাম মহন্ত ঠাকুৰ

হলিৰাম মহন্ত ঠাকুৰৰ জন্ম হৈছিল ১৮৪৬চনত। তেওঁ শ্ৰীমন্ত শংকৰদেৱৰ পৰম ভক্ত নাৰায়ণ দাস ঠাকুৰৰ বংশৰ অষ্টম উত্তৰ পুৰুষ। হলিৰাম মহন্তৰ শিক্ষা আৰম্ভ হৈছিল বঙালী ভাষাৰ মাধ্যমেৰে। মজলীয়া স্কুলৰ শিক্ষা সাং কৰিয়েই শিক্ষকতাৰ চাকৰিত সোমাইছিল'হলিৰাম মহন্ত। বঙ্গালী অঞ্চলত তেওঁ শিক্ষকতা কৰিছিল। বহু পুথিৰ অধ্যয়ন

কৰিছিল তেওঁ, হাতৰ আখৰো আছিল সুন্দৰ। সেই ছপা পুথি আৰু হাতৰ আখৰ চাবৰ বাবে বহু দূৰৈৰ গাঁৱৰ পৰা মানুহ আহিছিল মহন্তৰ ওচৰলৈ। অধ্যয়নত আছিল মহন্তৰ বিৰাট ৰাপ, সেইবাবে শিক্ষকতা আৰু সাংসাৰিক জীৱনৰ উসাহ লব নোৱৰা পাকচক্ৰত পৰিও মহন্তই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি বিভিন্নজনৰ হাতত থকা পুৰণি পুথিপাঁজি সংগ্ৰহ কৰিছিল। ১৯২৫চনত হলিৰাম মহন্ত ঠাকুৰে ৰামচৰণ ঠাকুৰৰ দ্বাৰা ৰচিত 'চৰিত পুথি'খন সম্পাদনা কৰি প্ৰকাশ কৰে। সাতটা খণ্ডত ভাগ কৰি প্ৰকাশ কৰা এইখন গ্ৰন্থৰ সংগ্ৰহৰ কামতেই তেওঁ হেনো তিনিবছৰকাল অশেষ দুখ-কষ্ট কৰি অসমৰ বহু সত্ৰলৈ গৈছিল। হলিৰাম মহন্তই উক্ত গ্ৰন্থত শংকৰদেৱৰ লগতে মাধৱদেৱৰ বিষয়েও বহু কথা অন্তৰ্ভুক্ত কৰে। তদুপৰি 'শংকৰ-মাধৱ' নামৰ আন এখন বৃহৎ জীৱনী পুথিও তেওঁ ৰচনা কৰিছিল। তাৰ পাছত মূল সংস্কৃতত টোকা আৰু তাৰ সহজ অসমীয়া ব্যাখ্যাসহ মাধৱদেৱৰ 'নামঘোষা'খনো হলিৰাম মহন্তই সম্পাদনা কৰি প্ৰকাশ কৰে। প্ৰথমতে মূল সংস্কৃত টোকা, দ্বিতীয়তে মাধৱদেৱৰ দ্বাৰা ৰচিত পদ আৰু শেষত নিজে কৰা অসমীয়া ভাঙনী দিছিল এই নামঘোষাত।১৮ টা অধ্যায়ত বিভক্ত এই পুথিখনে নামঘোষাৰ মূল বিষয়বস্তু আৰু তাৰ মহত্ত্বৰ বিষয়ে উপলব্ধি কৰিবলৈ পাঠকক সুবিধা দিয়ে। তাৰ পাছত ৰামচৰণ ঠাকুৰে ৰচনা কৰা মুঠ ৩৬০টা ফকৰাৰ ৩৫১টা সংগ্ৰহ কৰি তাৰ ব্যাখ্যাৰে স'তে 'ফকৰা পুথি বা পৰমাৰ্থ তত্ত্ব' নাম দি পুথি আকাৰে প্ৰকাশ কৰিছিল। মহন্ত ঠাকুৰে বিশেষকৈ নাম-প্ৰসঙ্গ কৰোঁতাসকলৰ বাবে নামঘোষাৰ পৰা বাছি উলিয়াই 'নামছন্দ আৰু শৰণছন্দৰ যুগল পুথি' নামেৰে পুথি এখনো সম্পাদনা কৰিছিল। তদুপৰি হিন্দুধৰ্মৰ মূল ক্ৰিয়া-কৰ্ম আৰু ৰীতি-নীতিৰ বিষয়ে লিখি 'হিন্দু ধৰ্ম সাৰ' নামৰ পুথি এখনৰ লগতে আত্মাৰ লগত দেহতত্ত্ব, স্বৰ্গ-নৰক, পুৰ্ণজন্ম আৰু সম্পূৰ্ণ জীৱজগতক সম্পৃক্ত কৰি লিখি উলিয়াইছিল 'আত্ম পৰিচয়' নামেৰে আন এখন পুথি। হলিৰাম মহন্ত ঠাকুৰৰ অন্যান্য পুথিসমূহৰ অন্যতম হ'ল বিশ্বদৰ্পন, নীতি সোপান, ভক্তি ৰত্নাকৰ, শংকৰদেৱৰ শুদ্ধধৰ্ম, শ্ৰীমদ্ভাগৱত, জ্ঞানসিন্ধু, সাম্প্ৰদায়িক পৰিচয় আদি।

সংস্কৃত ভাষা সাহিত্যৰ এইজনা পণ্ডিতে ব্ৰজাবলী ভাষাৰ লগতে বঙালী আৰু ইংৰাজী ভাষাৰো চৰ্চা কৰিছিল। তেওঁ বিশুদ্ধ অসমীয়া ভাষাত লিখিছিল আৰু মাথো বৈষ্ণৱ সাহিত্যৰ বিষয়েই তেওঁ লিখা-মেলা কৰা নাছিল। তেওঁ ইংৰাজী কবিতাও অসমীয়ালৈ ভাঙনী কৰিছিল। ইয়াৰ পৰাই বুজিব পাৰি তেওঁৰ ভাষা জ্ঞানৰ বিস্তৃতি।

মাথো ভাষা-সাহিত্যৰ চৰ্চাতেই ব্যস্ত থকা ব্যক্তি নহয় হলিৰাম মহন্ত ঠাকুৰ। তেওঁ আছিল এগৰাকী আগশাৰীৰ মুক্তি যুঁজাৰু। ১৯২১চনত অসহযোগ আন্দোলনত জপিয়াই পৰি তেওঁ কাৰাবৰণ খাটিছিল আৰু অতি নৈষ্ঠিক এইগৰাকী ব্যক্তিয়ে জেলৰ ভিতৰত নিজেই ৰান্ধি-বাঢ়ি খাইছিল। ২২' চনত গয়াত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনতো অসমৰ প্ৰতিনিধি হিচাপে ঠাকুৰে যোগদান কৰিছিল। ১৯১৭চনত অসম সাহিত্য সভাৰ জন্মলগ্নৰে পৰা তেওঁ এগৰাকী অন্যতম পৃষ্ঠপোষক হোৱাৰ লগতে কৰ্মভূমি বৰনগৰতো সাহিত্য সভাৰ শাখা গঠন কৰিছিল। ১৯২৫চনত তেওঁ সম্পূৰ্ণ নিজৰ উদ্যোগতে স্থপন কৰিছিল সদৌ অসম ধৰ্মোন্নতি সভা। এই সভা গঠনৰ উদ্দেশ্য আছিল মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ চৰ্চা কৰা। বহুবছৰ ধৰি তেওঁ এই সভাৰ সম্পাদক আছিল।

১৯৫০চনৰ ১৫ ফেব্ৰুৱাৰীত এইগৰাকী ব্যক্তিৰ মৃত্যু হয়। ১০৪বছৰ বয়সত মৃত্যু হোৱা এইগৰাকী সাহিত্যিকে মৃত্যুৰ সময়লৈ সহিত্য চৰ্চা আৰু অধ্যয়ন নিযমিত ভাবেই কৰি গৈছিল।

## (২৬)

# কর্ণেল শিৱৰাম বৰা

কৰ্ণেল শিৱৰাম বৰাই ১৮৪৭ চনৰ ১৩ ছেপ্টেম্বৰত গুৱাহাটীৰ উত্তৰ পাৰে জন্মগ্ৰহণ কৰিছিল। সৰুতে পিতৃ-মাতৃৰ বিয়োগ হোৱাত শিৱৰামক খুৰাকে চাইছিল। কিন্তু খুৰাকো বৰ বেছিদিনলৈ জীয়াই নাথাকিল। তাৰ পাছত আৰম্ভ হ'ল শিৱৰামৰ কণ্টকৰ জীৱন পৰিক্ৰমা। এই কণ্টকৰ জীৱনৰ অন্ত পেলাই এদিন অতি পৰিশ্ৰমেৰে সফলতাৰ চিৰি ভাঙি ক্ৰমশঃ শিৱৰাম বৰাই নিজস্ব লক্ষ্য স্থানত উপনীত হৈছিল।

শিৱৰাম বৰাৰ উত্তৰণ প্ৰক্ৰিয়াৰ বিষয়ে দেৱেশ্বৰ চলিহা ডাঙৰীয়াই লিখিছে—"মানুহে কোনো কাম কৰো বুলি ইচ্ছা কৰিলে যে সময়ত মহৎ কাম সাধিব পাৰে আৰু একোৱে বাধা দিব নোৱাৰে, তাৰ জ্বলন্ত দৃষ্টান্ত কৰ্ণেল বৰা বাহাদুৰৰ জীৱন। মহৎ কাম কৰিবলৈ যদি প্ৰকৃত ইচ্ছা থাকে, ধনৰ অভাৱে কি সহায়ৰ অভাৱে কেতিয়াও তাক বন্ধ কৰি থ'ব নোৱাৰে- এই কথা আমি বহুতৰ মুখত শুনিছো, কিতাপতো পঢ়িছো, কিন্তু ডাক্তৰ শিৱৰাম বৰাৰ জীৱনত যেনে ফট্‌ফটীয়াকৈ সকলোৱে আৰ্হি স্বৰূপে দেখা পাইছো, তাক আন ঠাইত সহজে পোৱা টান।"

পিতৃ-মাতৃ, খুৰা আদিক শৈশৱ আৰু কৈশোৰতে হেৰুৱাই ইংৰাজী স্কুলৰ দ্বিতীয় শ্ৰেণীলৈকে পঢ়ি শিৱৰামে নগাঁও জিলাৰ গড়কাপ্টানী বিভাগত এটা সৰু চাকৰিত সোমাল। তাত এবছৰমান কাম কৰি কিছু টকা-পইচা গোটাই ১৮৬৫ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ মেডিকেল কলেজত নামভৰ্তি কৰিলে।

সেই সময়ত ডাক্তৰি পঢ়া মানে অতি গৰিহণাযোগ্য কাম আছিল। ডাক্তৰি পঢ়িলে জাতিভ্ৰষ্ট হয় বুলি সকলোৱে বিশ্বাস কৰিছিল। কিন্তু সেইবোৰ কথালৈ কাণ নিদি মানৱ সেৱাৰ উদ্দেশ্যে নিবেদিত প্ৰাণ শিৱৰামে নিজেতো পঢ়িলেই আনকি নিজৰ ভাগিনকো লগতে নিলে। মামা-ভাগিনে একেলগে ডাক্তৰি পঢ়িবলৈ ল'লে। ইফাল-সিফাল কৰি দুয়োয়ে খৰচ-পাতি উলিয়াই পঢ়া-শুনা চলাই গ'ল। অৱশ্যে প্ৰথমবাৰ এল. এম. এছ. পৰীক্ষাত শিৱৰামে উত্তীৰ্ণ হ'ব নোৱাৰিলে।

ভাগিনিয়েকে চাকৰিত সোমাই শিৱৰামক পঢ়াৰ খৰচ যোগাবলৈ ধৰিলে আৰু পাছৰ বছৰত তেওঁ অতি কৃতকাৰ্যতাৰে চিকিৎসা বিদ্যাৰ ডিগ্ৰী লৈ উত্তীৰ্ণ হ'ল। তাৰ পাছত তেওঁ কলিকতাৰ 'নেটিভ হাস্পতাল'ৰ ডাক্তৰ নিযুক্ত হ'ল। বিলাতলৈ উচ্চ শিক্ষাৰ বাবে যোৱাৰ তীব্ৰ ইচ্ছা আছিল শিৱৰাম বৰাৰ, কিন্তু সুযোগ আৰু ধনৰ অভাৱত সেয়া সম্ভৱ হৈ উঠা নাছিল।

কিন্তু এদিন সুযোগ আহিল। সেই সময়ত ভাৰতৰ পৰা বহু শ্ৰমিকক ফিজি, মৰিচাচ, আমেৰিকা আদিলৈ কাম কৰিবৰ বাবে নিয়া হৈছিল। সাগৰীয় পথেৰে যাত্ৰা কৰোতে বহুদিন লাগিছিল। ফলত নানা বেমাৰত আক্ৰান্ত হৈ বহু শ্ৰমিকৰ মৃত্যু হৈছিল। যিজন ডাক্তৰে সমস্ত দায়িত্ব লৈ শ্ৰমিকৰ মৃত্যু নোহোৱাকৈ সেই দেশত উপনীত কৰাইছিল, তেওঁক বহু টকা উপহাৰস্বৰূপে দিয়া হৈছিল। শিৱৰাম বৰাই তেনে শ্ৰমিককে মৰিচাচলৈ নিলে আৰু তাৰ পৰাই গ্লাছগোলৈ যোৱাৰ সুবিধা উলিয়ালে। তেওঁ বাহিৰে বাহিৰে বিলাতলৈ গ'ল আৰু তাৰ গ্লাছগো বিশ্ববিদ্যালয়ৰ অধীনৰ মেডিকেল কলেজ এখনত

নামভৰ্তি কৰিলে। তাৰ পাছ সেইবছৰমানৰ ভিতৰত চিকিৎসা বিদ্যাত উচ্চ ডিগ্ৰী আই. এম. এছ আৰু এম. বি. পৰীক্ষাত উত্তীৰ্ণ হ'ল। ১৮৭৪ চনৰ মাৰ্চত তেওঁ বিলাতৰে এখন চিকিৎসালয়ৰ চিভিল চাৰ্জন হয়। অৱশ্যে বহু অঙ্কৰ দৰমহা, বিলাতৰ বিলাসী জীৱন-যাত্ৰায়ো শিৱৰাম বৰাক আকৃষ্ট কৰিব নোৱাৰিলে। ভাৰতবৰ্ষক তেওঁ মনে-প্ৰাণে ভাল পাইছিল। তৃতীয় বিশ্বৰ এই দৰিদ্ৰ দেশৰ মানুহখিনিৰ 'দৰিদ্ৰ স্বাস্থ্য'ৰ উন্নতিৰ বাবে চেষ্টা চলাই যোৱাই জীৱনৰ কৰ্ম বুলি ভাবিছিল। সেইবাবেই তেওঁ ইংলেণ্ডৰ পৰা ভাৰতলৈ উভতি আহিল (১৮৭৪ চনৰ নৱেম্বৰত) আৰু প্ৰথমতে প্ৰেচিডেন্সী মেডিকেলত কিছুদিন চাৰ্জন হৈ থাকে। তাৰ পাছত তেওঁ কলীয়াপানী (পোৰ্টব্লেয়াৰ)লৈ যায়। ১৮৭৭ চনত তামিলনাডুত বৰকৈ আকাল হোৱাত তাৰ বিভিন্ন অঞ্চলত আকাল নিবাৰণ কাৰ্যত মন-প্ৰাণ সঁপি বহু লোকক জীৱনদান কৰিছিল।

তামিলনাডুৰ পৰা উভতি আহি তেওঁ বেঙ্গলৰ মছলিপটামত কিছুদিন ডাক্তৰি কৰি নগাৰাজ্যলৈ বদলি হৈ আহে। ১৮৭৮ চনত প্ৰায় এবছৰকাল তেওঁ নগা পৰ্বতত ডাক্তৰি কৰাৰ লগতে 'এছিষ্টেণ্ট পলিটিকেল অফিচাৰ' হিচাপেও নিযুক্তি পাইছিল। ১৮৮০ চনত তেওঁ সৈন্যবাহিনীৰ ডাক্তৰ হিচাপে কামত সোমায় আৰু কৰ্ণেল হিচাপে সাত বছৰকাল সেৱা আগবঢ়ায়।

১৮৮৭ চনত সৈন্যবাহিনীৰ চাকৰি এৰি তেওঁ পুনৰ অসামৰিক সেৱাৰ ডাক্তৰ হিচাপে চাকৰিত সোমায় আৰু শিৱসাগৰ, গুৱাহাটী, তেজপুৰ, কাছাৰ আদি বিভিন্ন ঠাইত ডাক্তৰ হিচাপে থাকি অদ্ভুত জনপ্ৰিয়তা লাভ কৰিছিল। শিৱসাগৰত থাকোতেই জগন্নাথ বৰুৱাৰ পৰামৰ্শ মতে চাহ বাগিচা এখনো কিনিছিল।

কাছাৰ জিলাৰ মুখ্য চিকিৎসা বিষয়া হিচাপে কৰ্মৰত অৱস্থাত অৱসৰ লোৱা শিৱৰাম বৰাই জীৱনৰ শেহ সময়ছোৱাত কলিকতাত ঘৰ-মাটি কিনি থাকিবলৈ লয়। আজীৱন পৰিশ্ৰমী, কষ্টসহিষ্ণু, দেশৰ-জাতিৰ স্বাৰ্থত নিয়োজিত প্ৰাণ ডাক্তৰ শিৱৰাম বৰাই ১৯০৭ চনৰ ২৭ মাৰ্চত শেষ নিশ্বাস ত্যাগ কৰে। ঊনৈশ শতিকাৰ এইগৰাকী ডাক্তৰৰ শিক্ষাৰ প্ৰতি ধাউতি আৰু সমাজ সেৱাৰ প্ৰতি থকা সদিচ্ছাৰ বিষয়ে জানিলে আজিৰ তৰুণ প্ৰজন্ময়ো এক অনন্য প্ৰেৰণা পাব।

## (২৭)

# বলদেৱ মহন্ত

একুৰি আঠটা কবিতাৰে এখন মাত্ৰ কবিতা সংকলন ' উজুপাঠ' লিখিয়েই বলদেৱ মহন্তই অসমীয়া জনজীৱনত তেওঁৰ যি চিহ্ন এৰি থৈ গৈছে, সেয়া কম কৃতিত্ব নহয়। সুখ নাই সুখ নাই ক'তো ধৰুৱাৰ/অনুমাত্ৰো সুখ নাই চিৰ ৰুগীয়াৰ/......বস্ত্ৰহীন অলংকাৰে শোভা নকৰায়/লোণহীন ব্যঞ্জন কি তৃপ্তিকৰ হয়? এই কবিতা নপঢ়া মানুহ অসমত শুওৰ কমেই ওলাব। আজিকালিৰ ছাত্ৰ-ছাত্ৰীয়ে নিজে নপঢ়িলেও এনে কবিতা নিশ্চয় পিতৃ-মাতৃ বা ককা-আইতাকৰ পৰা শুনিছে। এই কবিতা ৰচোতা কবিগৰাকী আছিল বলদেৱ মহন্ত।

১৯৫০ চনত নগাঁৱত জন্মগ্ৰহণ কৰা বলদেৱ মহন্ত আছিল নগাঁও সদৰ মজলীয়া পঢ়াশালিৰ শিক্ষক। শংকৰদেৱৰ পৰম ভক্ত নাৰায়ণ দাস ঠাকুৰ আতা হ'ল বলদেৱ মহন্তৰ পূৰ্বপুৰুষ। বলদেৱ মহন্তৰ পিতৃ নৰনাথ মহন্তও আছিল এগৰাকী সাহিত্যিক। 'আসাম বন্ধু'ৰ

এগবাকী নিয়মীয়া লেখক নবনাথ মহন্তই 'জ্ঞানাঙ্কুৰ' (প্ৰথম আৰু দ্বিতীয় খণ্ড) আৰু 'স্বাস্থ্যবিধি' নামেৰে তিনিখন মূল্যবান গ্ৰন্থ লিখি উলিয়াইছিল। পিতৃৰ সান্নিধ্যই বলদেৱকো সাহিত্য চৰ্চাৰ জগতখনলৈ আহিবলৈ উৎসাহ দিলে। সাহিত্য চৰ্চা আৰু শিক্ষকতা, এই দুয়োটাৰ মাজতেই একধৰণৰ বান্ধোন অনুভৱ কৰিছিল বলদেৱ মহন্তই। সেইবাবেই নিজৰ অধ্যয়ন আৰু অভিজ্ঞতাৰে তেওঁ উপলব্ধি কৰিব ল'লে যে, ছাত্ৰ ছাত্ৰীৰ বাবে ভাল পাঠ্যপুথি থাকিলেহে তেওঁলোকে পঢ়াশুনাত আগ্ৰহ অনুভৱ কৰিব আৰু ভৱিষ্যতে অধ্যয়নপিপাসু, জ্ঞানান্বেষী নাগৰিক আমি পাম। সেই লক্ষ্যকেই লৈ তেওঁ ভালে কেইখন পাঠ্যপুথি লিখি উলিয়ালে। বৰ্ণ শিক্ষা (তিনিটা ভাগ), শুভঙ্কৰৰ সংক্ষিপ্ত আৰ্য্যাৱলী, গণিতাঙ্কুৰ, কাৰ্যপ্ৰৱেশ, সৰলক্ষেত্ৰ জ্যামিতি, জৰীপ, পৰিমিতি আদি বলদেৱ মহন্তৰ দ্বাৰা ৰচিত পাঠ্যপুথি। এনেকৈ ভালেকেইখন পুথি লিখিলেও বলদেৱ মহন্তৰ শিশু উপযোগীকৈ লিখা 'উজুপাঠ' নামৰ কবিতা সংকলনৰে প্ৰভাৱ আটাইতকৈ অধিক। উজুপাঠ সম্পৰ্কত ড° মহেশ্বৰ নেওগে লিখিছিল- " কবি বুলি বলদেৱ মহন্তৰ ঠাই অসমীয়া কাব্যৰ বুৰঞ্জীত এসময়ত বিচাৰি নোপোৱা হৈ যাব পাৰে। পঢ়াশালীয়া পুথি লিখা শিক্ষক বলদেৱ মহন্তই ল'ৰাৰ কাৰণে লিখা 'উজুপাঠ' কিন্তু সাবলীল ছন্দৰ কাৰণে এটি ৰুচিৰ সৃষ্টি কৰিলে আৰু কেৱল ছন্দৰ সৌন্দৰ্যয়ে কেনেকৈ নগণ্য বিষয়বস্তুকো কবিতাৰ শাৰীলৈ তুলিব পাৰে তাকে দেখুৱালে। আমাৰ কাব্যৰ ইতিহাসত এয়া একো লুকাব লগীয়া পৰিচয় নহয়।" ডাকৰ বচনৰ দৰে বলদেৱ মহন্তৰ নীতি কথা আৰু অন্যান্য জ্ঞানৰ ভাণ্ডাৰ স্বৰূপ তেওঁৰ লেখনীবোৰৰ যোগেদি জগতৰ স্পষ্ট ছবি এখন উন্মোচন কৰিব পাৰি।

বজালেই কাঁহ পাত্ৰ ভগা ভাল চিনি ;
সাক্ষী কলে চিনি লোক কতদূৰ জ্ঞানী।

বিটো পুৰুষৰ নাই বিনয়বচন ;
সি কি কাৰোবাৰ হয় প্ৰণয়ভাজন?
প্ৰিয় ল'ৰা নকৰিবা তুমি অহঙ্কাৰ ;
বিনয় বচন সদৰুৱা ব্যৱহাৰ।

সাপৰ সমান খং কাৰো নাই নাই ;
হিমালয় সম গিৰি পৃথিৱীত নাই।
দ্বীপমধ্যে অষ্ট্ৰেলিয়া সবাতোকৈ বৰ;
সাগৰৰ বৰ নাই প্ৰশান্তৰ পৰ।
মিচিচিপি নদী সম নদী বৰ নাই ;
মিষ্টবাক্য সম মিঠা একো বস্তু নাই ।

কলাৰ কাম কি আছে সঙ্গীতত ;
অন্ধৰ কি প্ৰয়োজন আছে দৰ্পনত?
দুৰ্জনৰ ধৰ্মশাস্ত্ৰ নাই প্ৰয়োজন
বজাৰ দণ্ডলৈ ভয় নকৰে সজ্জন।

আমি এই আধুনিক সমাজৰ দুৰন্ত বতাহৰ মাজত বাস কৰি আজিও এই কথাৰ বিশ্বাস কৰো যে আগৰ যিবোৰ নীতিশিক্ষা আছিল, সেইবোৰক অতি সাধাৰণ যেন লাগিলেও আছিল অতি মহৎ, যেন জীৱনৰ সমস্ত অভিজ্ঞতাৰে সমৃদ্ধ ফচল। এই ফচলৰ বীজ আজি একবিংশ শতিকাৰ মানুহেও ৰোপণ কৰাৰ প্ৰয়োজন আছে।

## (২৮)

## পণ্ডিত ধীৰেশ্বৰাচাৰ্য

১৮৫১ চনৰ এপ্ৰিল মাহত কামৰূপ জিলাৰ আঠঘৰীয়া গাঁৱত ধীৰেশ্বৰ ভট্টাচাৰ্যৰ জন্ম হয়। পিতা কেশৱাচাৰ্য আৰু মাতৃ চন্দ্ৰপ্ৰভা দেৱী। ধীৰেশ্বৰাচাৰ্যৰ আঠ পুৰুষৰ ওপৰত আচাৰ্য জয়ভাৰতী। এওঁ নৈষধ চৰিতৰ কবি শ্ৰীহৰ্ষৰ বংশধৰ আৰু বঙ্গৰ শ্ৰীচৈতন্যদেৱৰ সহপাঠী আছিল বুলি প্ৰসিদ্ধি আছে।

অসমৰ সংস্কৃত শিক্ষাৰ অন্যতম বাটকটীয়া ধীৰেশ্বৰাৰ্যক পাঁচ বছৰ বয়সত পাঠশালাত নাম লিখালেও পঢ়াৰ প্ৰতি তেওঁৰ সমূলি ইচ্ছা নাছিল। দহ-বাৰ বছৰলৈ সেইবাবে বিশেষ একো শিকা নহ'ল তেওঁৰ। উপায় নাপাই দেউতাকে শিক্ষিত মোমায়েকৰ পৰিয়ালত ধীৰেশ্বৰক ৰাখিলে। চাৰি- পাঁচ বছৰ ধৰি মাতুলৰ ঘৰত থকাৰ সময়ছোৱাত ধীৰেশ্বৰ ভট্টাচাৰ্যই হিতোপদেশ, অমৰকোষ আৰু প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ কিছুমিনি অধ্যয়ন কৰে। তাৰ পাছত তেওঁ ধৰ্মপাল উপাধ্যায়, বাসুদেৱ উপাধ্যায় আদিৰ টোলত পঢ়ি- শুনি ক্ৰমশঃ সংস্কৃত সাহিত্যৰ এগৰাকী পণ্ডিত হৈ উঠে। তাৰ পাছত তেওঁ ঘৰলৈ উভতি আহে আৰু বিবাহ পাতি সংসাৰতো সোমায় আৰু জীৱিকাৰ বাবে ছাত্ৰক সংস্কৃত ভাষা-সাহিত্য পঢ়াবলৈ লয়। তাৰ পাছতে তেওঁ উত্তৰ গুৱাহাটীৰ এখন টোলত ছয়-সাত বছৰ অধ্যাপনা কৰে। এই টোল ভাগি যোৱাৰ পাছত গুণাভিৰাম বৰুৱা প্ৰমুখ্যে কেইগৰাকীমান বিশিষ্ট লোকে ধীৰেশ্বৰ ভট্টাচাৰ্যক নগাঁৱলৈ মাতি নিয়ে আৰু এখন টোল চলোৱাৰ দায়িত্ব অৰ্পণ কৰে। কিন্তু ছাত্ৰৰ সংখ্যা লাহে লাহে হ্ৰাস পাই অহাত এই টোলখনো বন্ধ কৰিব লগা হয় প্ৰায় তিনি বছৰমানৰ পাছত। টোল বন্ধ হোৱাৰ পাছত নগাঁও চৰকাৰী হাইস্কুলত সংস্কৃত পঢ়ুৱাবলৈ লয় যদিও প্ৰধান শিক্ষকৰ স'তে মনোমালিন্য হোৱাত ছমাহমানৰ পাছতে চাকৰি ইস্তফা দিয়ে।

ধীৰেশ্বৰ ভট্টাচাৰ্য নগাঁৱত থকাৰ সময়তে ৰমা বাই নামৰ এগৰাকী মাৰাঠী মহিলা অসমলৈ আহে। তেওঁ আছিল সংস্কৃত ভাষাৰ পণ্ডিত। এই গৰাকী মহিলাক নগাঁৱলৈকো মাতি নিয়া হৈছিল। তাতেই ৰমাবাইৰ সতে সাক্ষাত হয় ধীৰেশ্বৰ ভট্টাচাৰ্যৰ। ৰমাবায়ে ভট্টাচাৰ্যৰ সংস্কৃতত বিশাল পাণ্ডিত্য দেখি 'কবিৰত্ন' উপাধি প্ৰদান কৰিলে। ভট্টাচাৰ্যৰ নাম-যশ বৃদ্ধি পাবলৈ ল'লে, তেওঁৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ দ্বাৰা নগাঁৱৰ বহু সংখ্যক লোক প্ৰভাৱিত হ'ল। আনকি উচ্চ পৰ্যায়ৰ চৰকাৰী বিষয়াসকলেও এইজনা পণ্ডিতক শ্ৰদ্ধাৰ চকুৰে চাইছিল। গুণাভিৰাম বৰুৱাৰ ঘৰত প্ৰায়ে গধূলি বহা বিশিষ্ট ব্যক্তিসকলৰ মেলৰ অন্যতম মেলুৱৈ আছিল ধীৰেশ্বৰ ভট্টাচাৰ্য।

তাৰ পাছত ভট্টাচাৰ্যক আউনীআটী সত্ৰলৈ নি এখন বিদ্যালয় পাতি সেই বিদ্যালয়ৰ সমস্ত দায়িত্ব দিলে সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীয়ে। গোস্বামীদেৱৰ উৎসাহতে ধীৰেশ্বৰ ভট্টাচাৰ্যৰ প্ৰতিভাৰ চূড়ান্ত উত্তৰণ ঘটে। দত্তদেৱ গোস্বামীৰ প্ৰেৰণাত ভট্টাচাৰ্যই কালিদাস

ৰচিত বুলি প্ৰচলিত শ্ৰুতিবোধৰ সহায় লৈ এখন বৃহৎ গ্ৰন্থ 'বৃহৎ শ্ৰুতিবোধ' ৰচনা কৰে। তাৰ পাছত অৱশ্যে এই গ্ৰন্থৰ পৰা কালিদাসৰ শ্লোকবোৰ সম্পূৰ্ণ বাদ দি 'বৃত্তমঞ্জৰী' নামেৰে আঠোটা স্তবকৰ এখন সম্পূৰ্ণ গ্ৰন্থ প্ৰণয়ন কৰে। সেই গ্ৰন্থ কলিকতাৰ পৰা ছপা হৈ ওলায়। তাৰ পাছতেও তেওঁ লিখিলে 'লীলামঞ্জৰী'। সেই সময়তে দত্তদেৱ গোস্বামীয়ে সম্পাদনা কৰা 'আসাম বিলাসীনী' নামৰ সাপ্তাহিক বাতৰি কাকতৰ কামতো ধীৰেশ্বৰ ভট্টাচাৰ্যই যথেষ্ট সহায় কৰিছিল। তাৰ পাছত তেওঁ দক্ষিনপাট সত্ৰতো কিছুদিন আছিল। এইদৰে আউনীআটী আৰু দক্ষিণপাট সত্ৰত মুঠ আঠবছৰ কটোৱাৰ পাছত তেওঁ পুণৰ কামৰূপৰ ঘৰলৈ উভতি আহে। তাৰ দুবছৰৰ পাছতে ভট্টাচাৰ্য গুৱাহাটীলৈ আহিল আৰু প্ৰথমে কিছুদিন নিজে টোল সাজি ছাত্ৰক পঢুৱাবলৈ ধৰে আৰু কালীৰাম বৰুৱাৰ হাউলীত থকা টোলত তেওঁ প্ৰধান শিক্ষক হিচাপে যোগ দিয়ে। তাৰ পাছত আকৌ তেওঁ বিভিন্ন জনৰ সহায়ত শুক্ৰেশ্বৰত টোল সাজি ছাত্ৰক পঢুৱাবলৈ লয়। সেই সময়ছোৱাত কেঁবামাহ ধৰি ভট্টাচাৰ্যই ভাৰতবৰ্ষৰ বহুতো তীৰ্থ দৰ্শন কৰে আৰু তেওঁৰ দ্বাৰা ৰচিত গ্ৰন্থ বহু কেইজন সংস্কৃত পণ্ডিতক দেখুৱাই ভূয়সী প্ৰশংসা লাভ কৰে। শুক্ৰেশ্বৰ টোলত পাঁচ বছৰমান অধ্যাপনা কৰি তেওঁ পুণৰ পিতৃভিঠাত দুবছৰমান থাকে, তাৰ পাছত আকৌ কামাখ্যাধামত টোল স্থাপন কৰে।

১৯১০চনৰ পহিলা জুনত অসম চৰকাৰৰ পৰা 'মহামহোপাধ্যায়' উপাধি লাভ কৰে আৰু সংস্কৃত সাহিত্যৰ এগৰাকী প্ৰখ্যাত পণ্ডিত হিচাপে তেওঁ চিহ্নিত হয়। ভাৰতবৰ্ষৰ তেতিয়াৰ সম্ৰাট সপ্তম এডোৱাৰ্ডৰ মৃত্যুত শোক আৰু পঞ্চম জৰ্জৰ সিংহাসন আৰোহণত আনন্দ প্ৰকাশ কৰি 'হৰ্ষ প্ৰকাশ' নামেৰে কাব্যগ্ৰন্থ লিখি ভট্টাচাৰ্যই সম্ৰাটলৈ পঠিয়াই দিছিল হেমচন্দ্ৰ গোস্বামীৰ একান্ত অনুপ্ৰেৰণাত। সম্ৰাট জৰ্জ এই কাৰ্যত অতিশয় আনন্দিত হৈছিল আৰু কাব্যৰ বাবে ভূয়সী প্ৰশংসা কৰি ভট্টাচাৰ্যলৈ চিঠি দিছিল। কামাখ্যাত দহবছৰমান থাকি তেওঁ পুণৰ নিজা গাৱঁলৈ যায় আৰু ওচৰৰে পাণ্ডুলা গাঁৱত প্ৰতিষ্ঠিত 'দামোদৰ ধাম'ত পাণিনী ব্যাকৰণৰ অধ্যাপনাত লাগে। ১৯১৩চনত তেওঁ নলবাৰীত 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' গঠন কৰিলে সংস্কৃত ভাষাৰ সংৰক্ষণ আৰু প্ৰচাৰৰ বাবে। সংস্থাটোৰ প্ৰথম সভাপতি হিচাপে ধীৰেশ্বৰাচাৰ্যই ইয়াক এখন ঐতিহ্যমণ্ডিত, জাকতজিলিকা অনুষ্ঠানলৈ ৰূপান্তৰিত কৰিছিল।

অতি দুখ-কষ্টৰ মাজেৰে জীৱন-যাপন কৰিও তেওঁ জীৱনত বেছ কিছু টকা সঞ্চয় কৰিছিল। নিজ পত্নী আৰু বিধবা ভাই বোৱাৰীৰ নামত কিছু ধন ৰাখি নহেজাৰ টকাৰে 'ধীৰেশ্বৰাচাৰ্য ট্ৰাষ্ট ফাণ্ড' প্ৰৱৰ্তন কৰি পণ্ডুলাত দামোদৰ ধাম বিদ্যালয়ক পূৰ্ণাঙ্গ ৰূপ দিছিল। হৰ্ষপ্ৰকাশ, কামাখ্যাষ্টক, শিৱস্তুতি আদি বহুকেইখন গ্ৰন্থেৰে সংস্কৃত সাহিত্যত নিজা এক সুকীয়া স্থান দখল কৰা ধীৰেশ্বৰাচাৰ্যৰ পাণ্ডিত্যক সমগ্ৰ ভাৰতৰ সংস্কৃত পণ্ডিতসকলে স্বীকৃতি দিছিল। সংস্কৃত পৰীক্ষা বোৰ্ডৰ সদস্য হিচাপে তেওঁ অসমৰ বাহিৰলৈ বহুবাৰ গৈছিল। অতি স্বাধীনচিতিয়া এইজনা ব্যক্তিয়ে কেতিয়াও নিজা আদৰ্শ আৰু আত্মবিশ্বাসৰ বাহিৰৰ কথাত আপোচ নকৰিছিল। সেইবাবেই তেওঁ বহু ঠাই বাগৰি ফুৰিবলগীয়া হৈছিল। এবাৰ প্ৰতিপদ তিথিত টোল বন্ধ থকাৰ কৈফিয়ৎ বিচাৰিছিল শিক্ষা সঞ্চালক বুথ চাহাবে ধীৰেশ্বৰাচাৰ্যই উত্তৰ দিছিল, 'আপোনালোকৰ ৰবিবাৰ যেনে আমাৰো প্ৰতিপদ তিথি তেনে।'

নিজা ভাষা আৰু তাৰ মূল উৎস, নিজা ধৰ্ম আৰু অখণ্ড ভাৰতৰ সংস্কৃতিৰ প্ৰতি অগাধ প্ৰেম থকা জ্ঞানান্বেষী এইগৰাকী ব্যক্তিৰ মৃত্যু হয় ১৯১৯চনৰ অক্টোবৰ মাহত।

এই কথা অৱশ্যে স্বীকাৰ কৰিবই লাগিব যে সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়ন আৰু

গৱেষণাৰে ভাৰতৰ সংস্কৃতিক শ্ৰেষ্ঠত্বৰ মৰ্যাদা দিব বিচৰা আৰু বহু কেইগৰাকী অসমীয়া সংস্কৃত পণ্ডিতে ধীৰেশ্বৰাচাৰ্যৰ দৰেই অতি নিষ্ঠাৰে কৰ্ম কৰি গৈছে। এইখন গ্ৰন্থত সেই সকলোৰে কথা আলোচনা নকৰি মাথো ধীৰেশ্বৰাচাৰ্যৰ কথাহে আলোচনা কৰিলো।

## (২৯)

## গোবিন্দ বেজবৰুৱা

১৮৫১ চনৰ জুলাই মাহত দীননাথ বেজবৰুৱাৰ ঔৰষত আৰু থানেশ্বৰী বেজবৰুৱানীৰ গৰ্ভত গোবিন্দ বেজবৰুৱাৰ জন্ম হয়। স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ ৰাজত্ব কালত 'সুমথিৰা' নামৰ হাতী এজনীৰ কাঁড়ী ঘাঁ এডোখৰ ভাল কৰি এই বেজবৰুৱা বংশৰ আদি পুৰুষ কলিবৰৰ পুত্ৰ গোবিন্দই 'একাচেকা' নাম পায় আৰু তেতিয়াই আহোম স্বৰ্গদেৱৰ পৰা বেজবৰুৱা উপাধি লাভ কৰে। সেই তেতিয়াৰে পৰা এই বংশই আয়ুৰ্বেদিক শাস্ত্ৰ অধ্যয়ন আৰু চিকিৎসাৰ বাবে বিশেষ ৰাজ অনুগ্ৰহ লাভ কৰে। এই পৰম্পৰা চলি থাকে দীননাথ বেজবৰুৱাৰ সময়লৈ।

দীননাথ বেজবৰুৱা আছিল অতি ৰক্ষণশীল ব্যক্তি, অবশ্যে নিজৰ জাতি আৰু দেশৰ মৰ্যাদাৰ প্ৰতি তেওঁ আছিল অহৰহ সচেতন। স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ চিকিৎসক এইজনা দীননাথে বিশ্বাস কৰিছিল যে ইংৰাজী ভাষা শিকাজনৰ নিশ্চয়কৈ জাত যাব। অৱশ্যে পাছলৈ তেওঁৰ এই সংস্কাৰ শেষ হৈছিল। দীননাথৰ আছিল চন্দ্ৰাৱতী আৰু থানেশ্বৰী নামে দুই ভাৰ্যা। প্ৰথম গৰাকী ভাৰ্যা চন্দ্ৰাৱতীৰ গৰ্ভত ছটা ল'ৰা আৰু সৰুজনী ঘৈনীয়েক থানেশ্বৰীৰ গৰ্ভত সাতটা ল'ৰা, মুঠ তেৰ পুত্ৰৰ পিতৃ হৈছিল দীননাথ। বেজবৰুৱাৰ এই বিৰাট এটা পৰিয়ালত নিত্য-নৈমিত্তিক পূজা- অৰ্চনা চলিছিল। প্ৰাচীন ৰীতি-নীতি আৰু হিন্দু সমাজৰ সকলো বৈদিক ক্ৰিয়া-কাণ্ড নিকপকপীয়াকৈ পালিত হৈছিল দীননাথ বেজবৰুৱাৰ ঘৰত। এনে পৰিয়ালত ডাঙৰ-দীঘল হৈ গোবিন্দ (এওঁৰ ভাতৃ লক্ষ্মীনাথ বেজবৰুৱা) ই যথা সময়ত উৰ্দ্ধৰ্ধৰ শিৱসাগৰীয়া বৰুৱাৰ দ্বাৰা প্ৰতিষ্ঠিত সংস্কৃত টোলত নাম লিখালে। তাৰ পাছত দেউতাকৰ তীব্ৰ বিৰোধীতা সত্বেও তেওঁৰেই অনুমতি লৈ শিৱসাগৰ ইংৰাজী হাইস্কুলত নাম লিখালে। তাৰ পৰাই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৬৯ চনত গুৱাহাটীত পৰীক্ষামূলকভাৱে পতা প্ৰথমখন আৰ্টচ কলেজত নাম লিখায়। মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদিও এই কলেজৰে ছাত্ৰ আছিল। মাথো এবছৰতেই এই কলেজ বন্ধ হয়। তাৰ পাছত আন অসমীয়া ছাত্ৰৰ দৰেই গোবিন্দই কলিকতালৈ গৈ প্ৰেচিডেন্সী কলেজত নাম লিখালে আৰু '৭২ চনত এফ.এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছত তেওঁ শিৱপুৰ ইঞ্জিনিয়াৰিং কলেজত দুবছৰ পঢ়িলে। সেই পঢ়া এৰি তেওঁ '৭৪ চনত পুনৰ প্ৰেচিডেন্সি কলেজলৈ আহি বি এ মহলাত নাম লিখালে। কিছুমান ব্যক্তিগত আৰু ঘৰুৱা জঞ্জালৰ বাবে তেওঁ বি. এ ফাইনেল পৰীক্ষাত বহিব নোৱাৰিলে আৰু কলিকতাৰ লালবজাৰ থানাত কেৰাণীৰ কামত সোমাল। তাৰ পাছত তেওঁ কলিকতা হাইকোৰ্টত 'ট্ৰেন্সলেটৰ'ৰ কামো কৰিলে।

এবছৰ মানৰ পাছত গোবিন্দ বেজবৰুৱা কৰ্ণাটকৰ মহীশূৰলৈ গৈ তাৰে কলেজ এখনত ৰসায়ন বিজ্ঞানৰ শিক্ষক হয়গৈ। কিছুদিনৰ পাছতেই তেওঁ সেই কাম বাদ দি ৰবৰৰ ব্যৱসায়ত সোমাল হৰিবিলাস আগৰৱালাৰ সহযোগী হিচাপে। দক্ষিণাত্যৰ মহীশূৰেই আছিল ৰবৰ ব্যৱসায়ৰ কেন্দ্ৰস্বৰূপ। গোবিন্দ তাতেই থাকিল, কিন্তু এই ব্যৱসায় সৰহদিন নচলিল।

মহীশূৰৰ ৰবৰ কাৰখানা বন্ধ হৈ যোৱাত তেওঁলোকৰ ব্যৱসায়ো বন্ধ হৈ গ'ল। তাৰ পাছত কলম্বো, মুম্বাই আৰু দাক্ষিণাত্যৰ বহু ঠাই ক্রমশ কৰি গোবিন্দ বেজবৰুৱা কলিকতা পালেহি। কিন্তু তেওঁ কলিকতাত চাকৰিৰ বিশেষ একো সুবিধা কৰিব নোৱাৰিলে আৰু ১৮৮৩ চনত পুণৰ অসমলৈ উভতি আহিল। অৱশ্যে তেওঁ দেউতাকৰ ওচৰলৈ নাহিল, থাকিব ল'লে গোলাঘাটত।

তাৰ এবছৰ মানৰ পাছত গঙ্গাগোবিন্দ ফুকনে সম্পূর্ণ নিজৰ প্রচেষ্টাৰে প্রতিষ্ঠা কৰা ভাৰ্জী স্কুলখন চলাবলৈ গোবিন্দ আহিল আৰু এবছৰমান চলালে। তাৰ পাছত তেওঁ আকৌ নেঘেৰীটিঙলৈ গ'ল। এই নেঘেৰীটিং (বৰ্তমান ডেৰগাঁও) আছিল ব্যৱসায়-বাণিজ্যৰ কেন্দ্রস্বৰূপ। ইয়াতেই ১৮৮৬ চনত গোবিন্দ বেজবৰুৱাই এটি মাইনৰ স্কুল স্থাপন কৰিলেগৈ। এই স্কুলেই পাছলৈ ডেৰগাঁও বেজবৰুৱা হাইস্কুললৈ ৰূপান্তৰিত হ'ল।

১৮৮৬ চনত ইংৰাজী শিক্ষাৰ নিমিত্তে গোলাঘাট নগৰত বিদ্যালয় এখন প্রতিষ্ঠা কৰা হয় আৰু তাৰ প্ৰধান শিক্ষক হিচাপে দায়িত্ব লয় দেবীচৰণ বৰুৱাই। বৰুৱাই গোলাঘাট এৰাৰ পাছত সহকাৰী প্ৰধান শিক্ষক শ্রীনাথ বেজবৰুৱাই স্কুলখনৰ দায়িত্ব লয়। কিন্তু বিদ্যালয়খনৰ অৱস্থা শোচনীয় হৈ পৰাত ডেৰগাঁৱৰ পৰা গৈ গোবিন্দ বেজবৰুৱাই সেইখন স্কুল পৰিচালনা কৰিবলৈ লয়। ১৮৯০ চনত গোবিন্দ বেজবৰুৱা স্কুলখনৰ স্বত্বাধিকাৰী হয় আৰু কলিকতা বিশ্ববিদ্যালয়ে 'ব্যক্তিগত বিদ্যালয়' হিচাপে স্বীকৃতি দিয়ে। শেষত ১৯১১ চনত চৰকাৰে এইখন বিদ্যালয় গোবিন্দ বেজবৰুৱাৰ পৰা দহহেজাৰ টকাত ক্রয় কৰে আৰু ৰাইজৰ অনুৰোধত বিদ্যালয়খনৰ নাম ৰখা হয় 'গোলাঘাট গৱৰ্ণমেণ্ট বেজবৰুৱা হাইস্কুল'।

১৮৮৬ চনত গোবিন্দৰ পিতৃ দীননাথ বেজবৰুৱাই দিখৌৰ পাৰত এখন ইংৰাজী স্কুল পাতি দিবলৈ বাধ্য হয়, অন্য বহুতৰ হেঁচাত। পৰমানন্দ ভৰালী আছিল এই স্কুলৰ প্ৰধান শিক্ষক। '৮৯ চনত এই স্কুলত যেতিয়া ছাত্রৰ সংখ্যা ৯০ হয়গৈ, তেতিয়া দীননাথ বেজবৰুৱাই গোবিন্দক নির্দেশ দিলে যে স্কুলখনৰ স্বত্বাধিকাৰী আৰু প্ৰধান শিক্ষক হিচাপে তেওঁ দায়িত্ব ল'ব লাগে। অৱশ্যে বিভিন্ন ঠাইৰ স্কুলসমূহ চন্তালিব লগা হোৱাত গোবিন্দ বেজবৰুৱাই প্ৰধান শিক্ষকৰ পদ এৰি দিয়ে আৰু মাথো স্বত্বাধিকাৰীহে হৈ থাকে। কবি আনন্দচন্দ্ৰ আগৰৱালাই এইখন স্কুলৰ শিক্ষক হিচাপে কিছুদিন কাম কৰিছিল। দিখৌৰ পাৰৰ এই শিৱসাগৰ বেজবৰুৱা হাইস্কুলে সেই সময়ত আধুনিক শিক্ষাৰ ক্ষেত্ৰত ডাঙৰ অভাৱ এটা পূৰণ কৰিছিল।

১৮৯৩ চনত ২৩ জন ছাত্ৰকলৈ গোবিন্দ বেজবৰুৱাই যোৰহাট বেজবৰুৱা স্কুল আৰম্ভ কৰে। প্ৰধান শিক্ষক আৰু স্বত্বাধিকাৰী হিচাপে বেজবৰুৱাই এই স্কুলখনক বিশেষ মৰ্যাদাপূৰ্ণ হিচাপে গঢ়ি তুলিছিল। ১৯০২ চনত বেজবৰুৱাই যোৰহাটৰ চাৰিগাঁৱতো এখন ইংৰাজী স্কুল প্রতিষ্ঠা কৰে।........ জগন্নাথ বেজবৰুৱাই প্রতিষ্ঠা কৰা যোৰহাট সাৰ্বজনিক সভাৰ এগৰাকী নিষ্ঠাবান উদ্যোগী আছিল গোবিন্দ বেজবৰুৱা। পাছত তেওঁ এই সভাৰ সম্পাদকৰ দায়িত্ব গ্রহণ কৰিছিল। জনসাধাৰণৰ অভাৱবোধক প্রশাসনৰ ওচৰ পোৱাবলৈ এই সভাই ৰবকৈ যত্ন কৰিছিল। এই সভাৰ মতামতকেই ৰাইজৰ হৃদয়ৰ কথা বুলি চৰকাৰে সভাৰ সকলো মন্তব্য আগ্রহ সহকাৰে গ্রহণ কৰিছিল। চৰকাৰী খাজনা বৃদ্ধি কৰা এক আইনৰ প্ৰতিবাদত যোৰহাটত অনুষ্ঠিত বিৰাট সভাত বেজবৰুৱাই দুঘণ্টা ধৰি যি ভাষণ দিছিল, সেয়া হেনো ৰাইজে বহু দিনলৈ পাহৰিব পৰা নাছিল। খাজনা বৃদ্ধি নকৰাৰ সেই

দাবী চৰকাৰে পাছত মানি ল'বলৈ বাধ্য হৈছিল।

যি কি নহওঁক অসম আৰু অসমীয়াক বহুৱেইখন আধুনিক বিদ্যালয় দান কৰা আৰু সমগ্ৰ শিৱসাগৰ জিলাতে পঢ়া-শুনাৰ পৰিবেশ গঢ়ি তুলিবলৈ একনিষ্ঠভাৱে লাগি থকা এই গৰাকী ব্যক্তিয়ে স্থাপন কৰা স্কুলসমূহৰ বিষয়ে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই লিখিছে- "ভালেই হওঁক বা বেয়াই হওঁক, বেজবৰুৱা স্কুলতেছাত্ৰ বিলাকে ইংৰাজী ভাষাৰে কথা কৰ্বলৈ আৰু শিকিবলৈ নিশিকা হ'লে উজনি অসমৰ চাহ বাগিচাবোৰত আৰু ডিগবৈ তেল কোম্পানীত অনা অসমীয়া কৰ্মচাৰীবেই ভৰি পৰিলহেঁতেন। অইন কি জাহাজ কোম্পানী বিলাকতো যিবিলাক অসমীয়া কৰ্মচাৰী আছিল, সেইবিলাকৰ প্ৰায়েই বেজবৰুৱা স্কুলৰ পৰা গৈহে কামত সোমাইছিল। বেজবৰুৱা স্কুল কেইখনৰ পৰা যৰ পণ্ডিত আৰু বৃত্তিধাৰী ছাত্ৰ যে সৰহকৈ ওলাইছিল এনে নহয়। কিন্তু যি ওলাইছিল, সেয়ে প্ৰতিদ্বন্দিতামূলক সংসাৰত প্ৰকৃত মানুহ বোলাই জীৱন যাত্ৰা নিৰ্বাহ কৰিব পাৰিছিল।"

১৯১৯ চনত ৬৮ বছৰ বয়সত অসমত ইংৰাজী ভাষা শিক্ষাৰ বাটকটীয়া গোবিন্দ বেজবৰুৱাৰ মৃত্যু হয়।

## (৩০)

# বলিনাৰায়ণ বৰা

জীৱিকাত তেওঁ ইঞ্জিনিয়াৰ আছিল, ইঞ্জিনিয়াৰিঙৰ খুটি-নাটিত তেওঁ সিদ্ধহস্ত আছিল অথচ অসমীয়া ভাষা সাহিত্যলৈ বলিনাৰায়ণ বৰাৰ অৱদান কম নহয়। ২৫ডিচেম্বৰ ১৮৫২চন - গুৱাহাটীত জন্মগ্ৰহণ কৰা বলিনাৰায়ণ বৰাৰ পিতৃৰ নাম আছিল দত্তনাৰায়ণ বৰা আৰু মাতৃ আছিল সদাগৰ ভোলানাথ বৰুৱাৰ জ্যেষ্ঠা ভগ্নী। বলিনাৰায়ণ বৰাৰ প্ৰাথমিক শিক্ষা সম্পন্ন হৈছিল গুৱাহাটীত। গুৱাহাটীৰ কলেজিয়েট হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কলিকতালৈ উচ্চশিক্ষাৰ বাবে যায়। প্ৰেছিডেন্সী কলেজত আই.এ শ্ৰেণীত নামভৰ্তি কৰে। ১৮৭২চনত প্ৰতিযোগিতামূলক গিলক্ৰিষ্ট স্কলাৰশ্বিপ লাভ কৰি তেওঁ বিলাতলৈ যায়।

২০ বছৰীয়া বলিনাৰায়ণে বিলাতত উপস্থিত হৈ প্ৰথমে ডাক্তৰি পঢ়িব বিচাৰিছিল যদিও সেয়া পঢ়িবলৈ টকাই নুকুলাব বুলি চিভিল ইঞ্জিনিয়াৰিঙত নামভৰ্তি কৰে। ছবছৰ কাল ইঞ্জিনিয়াৰিং পঢ়ি ১৮৭৮ চনত তেওঁ অসমলৈ উভতি আহে আৰু লগে লগেই সহকাৰী অভিযন্তা হিচাপে চাকৰি পায়। ১৯০৬ চনলৈকে প্ৰায় ২৮ বছৰ ধৰি নগাঁও, গোলাঘাট, গুৱাহাটী, শিৱসাগৰ, ডিব্ৰুগড়, চৈয়দপুৰ, শ্ৰীহট্ট আদিত চাকৰি কৰে, কিন্তু শেষত মুখ্য অভিযন্তা পদটো নোপোৱাৰ বাবে তেওঁৰ আত্মসন্মানত আঘাত লাগে আৰু ইংৰাজৰ চাকৰি এৰি দিয়ে।

বলিনাৰায়ণ বৰাৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ বৰাই দেউতাকৰ জীৱনীগ্ৰন্থ এখন প্ৰণয়ন কৰি প্ৰকাশ কৰিছিল ১৯৬৭চনত। ইন্দ্ৰনাৰায়ণৰ মতে, ভাগ্যক ধিয়াই নাথাকি আত্মবলৰ ওপৰত বিশ্বাস ৰখা বলিনাৰায়ণ আছিল সৎ, সাহসী, কৰ্তব্যপৰায়ণ, প্ৰাণোচ্ছল আৰু আত্মসন্মানবোধ থকা ব্যক্তি। প্ৰথম গৰাকী ইঞ্জিনিয়াৰিং ডিগ্ৰীধাৰী এইজনা অসমীয়াই আৰ্থিক কষ্টৰ মাজেদি, পৰম আত্মবলৰ যোগেদিয়েই বিদ্যা-শিক্ষা শেষ কৰি প্ৰতিষ্ঠা লাভ কৰিছিল। অধ্যায়নশীল, সাহিত্যানুৰাগী, কৰ্তব্যপৰায়ণ এইজনা ব্যক্তি অৱশ্যে বিদ্যাভিমানী আছিল।

বলিনাৰায়ণ বৰাৰ জীৱনৰ আটাইতকৈ ডাঙৰ কৃতিত্ব আছিল 'মৌ' আলোচনীৰ প্ৰকাশ। এই মাহিলি কাকতখনত মৌ নামটোৰ লগত The Bee শব্দটোও ব্যৱহাৰ কৰিছিল। হয়তো তেওঁৰ প্ৰিয় কবি অলিভাৰ গ'ল্ডস্মিথৰ সাহিত্য আলোচনী The Bee ৰ পৰাই এই নামটো লৈছিল। বলিনাৰায়ণ বৰা তেওঁৰ ভাতৃ হৰিনাৰায়ণৰ জীৱিকাক লৈ চিন্তিত আছিল। সেইবাবেই বেকাৰ যুৱক হৰিনাৰায়ণক নামমাত্ৰ সম্পাদকৰ দায়িত্ব দি বলিনাৰায়ণে ১৮৮৬ চনৰ শেষৰ পৰা এই কাকতখন প্ৰকাশ কৰিছিল। মৌৰ প্ৰকাশৰ পূৰ্বে বলিনাৰায়ণে গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'ত লিখা-মেলা কৰিছিল আৰু গুণাভিৰামৰ স'তে তেওঁৰ যথেষ্ট সম্ভাৱো আছিল। 'আসাম বন্ধু' বন্ধ হোৱাৰ আঠমাহৰ পাছত বলিনাৰায়ণে মৰসাহ কৰি মৌৰ প্ৰকাশ আৰম্ভ কৰিছিল। 'মৌ' মাথো চাৰিটা সংখ্যাহে প্ৰকাশ পাইছিল আৰু দুটা নে তিনিটাৰ বাহিৰে সকলোবোৰ প্ৰবন্ধই বলিনাৰায়ণে নিজেই লিখিছিল। অৱশ্যে লক্ষ্মীনাথ বেজবৰুৱা সমন্বিতে কেইগৰাকীমান উঠি অহা ডেকা সাহিত্যিকে মৌৰ বিৰুদ্ধে 'বাঙালী আনুগত্য'ৰ অভিযোগ ৰবে আৰু 'মৌ'ক হত্যাৰ বাবে কংকালত টঙালি বান্ধে। অৱশ্যে পৈণত বয়সত বেজবৰুৱাই লিখিছে - " আমি ল'ৰালি কৰি তেতিয়া নুবুজিলো যে মৌৰ নিচিনা এখন ভাল কাকত বধ কৰি আমাৰ দেশৰ কি অনিষ্টকে সাধন কৰিলো।"

যিয়েই নহওক মৌৰ প্ৰকাশক আৰু একমাত্ৰ লেখক (!) বলিনাৰায়ণে কাকতখনৰ কেইটামান সংখ্যা প্ৰকাশৰ যোগেদিয়েই অসমীয়া সাহিত্য আৰু সামাজিক জীৱনলৈ প্ৰবল জোৱাৰ আনিছিল। সেইবাবেই ক্ষোভ প্ৰকাশ কৰি গৱেষক, সমালোচক, ড০ ৰাজেন শইকীয়াই লিখিছে- " মৌৰ আকস্মিক মৃত্যুৱে সমকালীন অসমীয়া বিদ্বৎ সমাজৰ দুৰ্বলতালৈ আঙুলিয়াই দিয়ে। সেই সমাজে মৌ ৰ নতুন ঠাঁচৰ বৌদ্ধিক আবেদনৰ প্ৰতি সঁহাৰি জনোৱা হ'লে অসমীয়া মানুহৰ এক সুস্থ জীৱন দৰ্শন গঢ়ি উঠিলেহেঁতেন আৰু দেশৰ স্বাধীনতাৰ লগে লগে লগেই এক নতুন গতি লাভ কৰিলেহেঁতেন।"

মৌৰ বাহিৰেও চাকৰিত থকা সময়ছোৱাত বলিনাৰায়ণ বৰাই অসমীয়া ভাষাত জৰীপ সম্বন্ধে কিতাপ এখন লিখিছিল। প্ৰায় আঢ়ৈশমান অসমীয়া প্ৰবচন সংগ্ৰহ কৰা বলিনাৰায়ণে 'Geography of India' আৰু ' ভাৰতবৰ্ষৰ বুৰঞ্জী' নামৰ দুখন কিতাপো লিখি প্ৰকাশ কৰিছিল। সঙ্গীত আৰু খেলৰ প্ৰতি ৰাপ থকা এইজনা লেখকে ফুলনি পাতি ভাল পাইছিল, আনকি ছবিও আঁকিছিল।

অৱসৰ গ্ৰহণ কৰি বলিনাৰায়ণে থাকিব লৈছিল কলিকতাত। তাৰ পাছত কেইবছৰমান ৰাঁচী আৰু চট্টগ্ৰামতো কটাইছিল। ১৯২৭ চনৰ ৯ জুলাইৰ দিনাখন এইজনা অভিজাত, পণ্ডিত আৰু পৰিশ্ৰমী অসমীয়াৰ কলিকতাত মৃত্যু হয়।

## (৩১)

# ৰাধানাথ চাংকাকতী

অসমৰ সংবাদ জগতৰ অন্যতম বাটকটীয়া ৰাধানাথ চাংকাকতীৰ জন্ম ডিব্ৰুগড়ত, ১৮৫৩ চনত। পিতৃ দুতিৰাম চাংকাকতী আৰু মাতৃ ৰূপহী। ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড় কাছাৰীত আমোলা হিচাপে তেওঁ কামত সোমায়। কিন্তু এই কামত তেওঁৰ মন বহা নাছিল। এখন ছপাখানা প্ৰতিষ্ঠা কৰি কাকত - আলোচনী প্ৰকাশ কৰাৰ ইচ্ছা মনতে পুহি ৰাখিছিল ৰাধানাথে, বিশেষকৈ ইংৰাজী ভাষাত এখন সাপ্তাহিক

কাকত। এনেতে তেওঁক ডিব্ৰুগড়ৰ পৰা ধুবুৰীলৈ বদলি কৰা হ'ল। ধুবুৰীত কিছুদিন কাম কৰি চাকৰি ইস্তফা দিলে আৰু যেনেতেনে পাঁচশ টকা যোগাৰ কৰি ১৮৮১ চনত ফুলস্কেপ আকাৰৰ কাঠৰ ছপাশাল এটি প্ৰতিষ্ঠা কৰিলে। সৰু-সুৰা ছপা কামকে কিছুদিন কৰি কাকত উলিয়াবলৈ ভাবনা-চিন্তা কৰিছিলহে, সেই সময়তে জুই লাগি প্ৰেছ ভস্মীভূত হ'ল। প্ৰথমে হতাশ হ'লেও পাছত নিজৰ কামত দুগুণ উৎসাহেৰে লাগিল ৰাধানাথ। ধাৰ-ঋণ কৰি অশেষ কষ্টেৰে দুবছৰৰ মূৰত তেওঁ সেই ঠাইতেই পুনৰ এটি লোহাৰ ছপাশাল পাতিলে। সেইটো আছিল কলিকতাৰ পৰা অনা পুৰণি ছপাশাল। এই ছপাশালৰ পৰাই ১৮৮৮ চনৰ জানুৱাৰীত অসমৰ প্ৰথমখন ইংৰাজী সাপ্তাহিক ' টাইমছ্ অব আসাম' প্ৰকাশ হৈ ওলাল আৰু ৰাধানাথেই প্ৰকাশক আৰু সম্পাদকৰ দায়িত্ব বহন কৰিলে। ডিমাই আকাৰৰ এই চাৰি পৃষ্ঠাৰ কাকতখনৰ জন্ম চনক লৈ অৱশ্যে খেলিমেলিও আছে, কিছুমানৰ মতে ১৮৮৫, আকৌ আন কিছুমানে ১৮৯৩ চন বুলিও কয়।

'টাইমছ্ অব আসাম' কাকতখন প্ৰকাশ কৰাৰ আৰম্ভণিৰে পৰা অসমত ইউৰোপীয়ান সম্প্ৰদায়, বিশেষকৈ চাহ খেতিয়ক শ্ৰেণীৰ মাজতহে বহুল প্ৰচাৰিত আছিল। সেইবাবেই 'টাইমছ্ অব আসাম'খনে জাতীয়তাবাদী ভাবধাৰাৰে প্ৰভাৱিত হৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ হকে মাত মাতিছিল বুলি কোৱাটো অনুচিত হ'ব। কিন্তু ৰাধানাথ চাংকাকতীৰ পাছত কেদাৰনাথ গোস্বামীৰ সম্পাদনাত প্ৰকাশ পোৱা ' টাইমছ্ অব্ আসাম'খনে জাতীয়তাবাদী ভাবধাৰাত দীক্ষিত হৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সপক্ষে মাত মাতিছিল।

অৱশ্যে ভাৰতৰ স্বাধীনতাৰ পোৰকতা নকৰা ব্যক্তি নাছিল ৰাধানাথ চাংকাকতী। কংগ্ৰেছৰ ভাবধাৰাত দীক্ষিত হৈ এইজনা ব্যক্তিয়ে ১৮৮৫ চনত পুণাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত অসমৰ পৰা যোগদান কৰিছিল। অসমৰ পৰা কানি উচ্ছেদ সম্পৰ্কত যি তদন্ত কমিটী বহিছিল, তাতো ৰাধানাথে কানিৰ বিৰুদ্ধে সাক্ষী দিছিল। অৱশ্যে ইংৰাজ চৰকাৰৰ নিমন্ত্ৰণত ৰাধানাথ চাংকাকতীয়ে সম্ৰাট পঞ্চম জৰ্জৰ ভাৰত পদাৰ্পণ উপলক্ষে অনুষ্ঠিত কৰা দিল্লীৰ দৰবাৰত যোগদান কৰিছিল। ১৮ শতিকাৰ ৮০ ৰ দশকতে আৰম্ভ হোৱা ' টাইমছ্ অব্ আসাম' ১৯৪৭ চনৰ ছেপ্টেম্বৰ মাহত বন্ধ হ'ল। কাকতখনৰ ৰূপালী জয়ন্তী মহা ধুমধামেৰে পতা হৈছিল। অৱশ্যে সোণালী জয়ন্তীলৈ ৰাধানাথ জীয়াই থকা নাছিল।

' টাইমছ্ অব্ আসাম' খনক ৰাধানাথে অসমৰ অন্যতম সম্পত্তি বুলি গণ্য কৰিছিল আৰু এই ক্ষেত্ৰত তেওঁৰে আটাইতকৈ বেছি কৰ্তব্য থকা বুলি ভাবিছিল, সেইবাবেই নিজৰ ১৪ বছৰীয়া পুত্ৰৰ অকাল মৃত্যু হোৱাৰ পাছদিনাও তেওঁ কাৰ্যালয়লৈ গৈছিল যাতে কাকতখন সময়মতে প্ৰকাশ পাব পাৰে।

ৰাধানাথ চাংকাকতীৰ জন্ম শতবৰ্ষত শ্ৰদ্ধাৰ্ঘ জনাবলৈ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা গ্ৰন্থখনত ভীমকান্ত বৰুৱাই লিখিছে- " চাংকাকতী বেছ চৌখিন ব্যক্তি আছিল। তেখেতে নিজে আৰু পৰিয়ালটোকো ব্ৰাহ্ম সমাজৰ আৰ্হিৰে গঢ়ি তুলিছিল। তেখেতে জীৱনত সময়নিষ্ঠা মানি চলিছিল। তেখেতে সকলো ৰাজহুৱা কামত আগভাগ লৈছিল। অসমৰ প্ৰথম ছোৱালী হাইস্কুলখনৰ গুৰিৰ ছোৱালী পঢ়াশালিখন তেখেতেই সম্পাদক ৰূপে থাকি প্ৰতিষ্ঠা কৰিছিল। ডিব্ৰুগড় পৌৰসভাৰ তেখেত প্ৰথম বেচৰকাৰী চেয়াৰমেন আছিল।"

আকৌ প্ৰসিদ্ধ সাংবাদিক সতীশ চন্দ্ৰ কাকতীয়ে লিখিছে - " অবিস্মৰণীয় সৰ্বভাৰতীয় খ্যাতিসম্পন্ন সমসাময়িক সম্পাদকসকলৰ ব্যক্তিত্বৰ তুলনাত চাংকাকতীৰ স্থান নিৰ্ণয় কৰিলে

এইজনা অসমীয়া সম্পাদকৰ স্থান বৰ নপৰিব পাৰে, কিন্তু তেওঁৰ দ্বাৰা স্থাপিত কাকত এখন যে ৫৬ বছৰ একেবাহে চলিছিল, সেইকথা চাংকাতীৰ কীৰ্তিস্তম্ভ বুলি কোনে স্বীকাৰ নকৰিব?"

১৯২৩ চনৰ সাত মাৰ্চৰ দিনাখন এইজনা সাহসী আৰু কৰ্মোদ্যমী পুৰুষৰ মৃত্যু হয়।

## (৩২)
# পদ্মাৱতী দেৱীফুকনী

অসমীয়া সাহিত্যৰ প্ৰথমগৰাকী উপন্যাসিকা হিচাপে স্বীকৃতি পাইছে পদ্মাৱতী দেৱীফুকননীয়ে। ২১০/১ কৰ্ণৱালিছ ষ্ট্ৰীট, ভিক্টোৰিয়া প্ৰেছ, কলিকতাৰ(১৮৮৪ চন) পৰা প্ৰকাশিত ছটা অধ্যায়ত বিভক্ত, চাৰি অনা মূল্যৰ ৪২ পৃষ্ঠাৰ 'সুধৰ্মাৰ উপাখ্যান' নামৰ সৰু পুথিখনেই কোনো অসমীয়া ব্যক্তিৰ দ্বাৰা ৰচিত প্ৰথম উপন্যাসৰ মৰ্য্যাদা পাইছে।

আনন্দৰাম ঢেকিয়ালফুকনৰ ঔৰষত আৰু মাহিন্দ্ৰী দেৱীৰ গৰ্ভত ১৮৫৩ চনৰ ৯ জানুৱাৰীত বৰপেটাত জন্ম হয় পদ্মাৱতীৰ। তেওঁৰ জন্ম আৰু নামাকৰণ সম্পৰ্কত গুণাভিৰাম বৰুৱাই 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' ত লিখিছে-"১৮৫৩ চনৰ ৯ জানুৱাৰী ৰবিবাৰ, ১৭৭৪ শকৰ ১৭ পৌষত, অমাবস্যাত ফুকনৰ পত্নীৰ এটি কন্যা জন্মে। এই কন্যাৰ নাম কোষ্ঠীত প্ৰকাশ্য নাম লক্ষ্মী আৰু গুপ্ত নাম ফল্গুপ্ৰভা। কলিকতাত সেই সময়ত 'মাসিক পত্ৰিকা' নামে এখনি সৰু পুথি মাহিলি প্ৰকাশিত হৈছিল। সেই পুথিত পদ্মাৱতী নামে এটি কন্যাৰ কথা আছিল। ফুকনে সেই ছোৱালীৰ নাম ভাল পাই কন্যাৰ নাম পদ্মাৱতী থলে।"

সেই কালত নাৰীয়ে পঢ়াশালিলৈ গৈ পঢ়াশুনা কৰাৰ কথা ভাবিবই পৰা নাছিল। সেইবাবেই ঘৰৰ চাৰিবেৰৰ মাজতেই পদ্মাৱতীৰ শিক্ষা গ্ৰহণৰ কাম আৰম্ভ হ'ল। পদ্মাৱতীৰ মাতৃ মাহিন্দ্ৰী দেৱী আছিল যোৰহাটৰ বিখ্যাত পশুপতি ফুকনৰ কন্যা। তেওঁ আছিল এগৰাকী শিক্ষিতা মহিলা। সেইবাবে মাহিন্দ্ৰীয়েও কন্যাৰ শিক্ষাৰ ক্ষেত্ৰত কোনো কৃপণালি কৰা নাছিল।

দহ বছৰ বয়সত (১৮৬২ চনৰ ডিচেম্বৰ) পদ্মাৱতীৰ বিবাহ সম্পন্ন হয় যোৰহাটৰ নন্দীশ্বৰ বৰুৱা চিৰস্তাদাৰৰ সৈতে। ইতিমধ্যে আনন্দৰাম ঢেকিয়ালফুকনৰ মৃত্যু হৈছিল যদিও আনন্দৰামৰ কণ্যা বিয়া কৰোৱা বাবেই নন্দীশ্বৰক এঘৰীয়া কৰা হৈছিল। কাৰণ বহু মানুহে তেতিয়া ভাবিছিল যে উচ্চ শিক্ষাৰে শিক্ষিত, সংস্কাৰ ৰীতি পালন নকৰা ফুকন বংশ 'জাত যোৱা'। গতিকে সেই ফুকন বংশৰে ছোৱালী বিয়া কৰাই নন্দীশ্বৰে জাত খেদিলে বুলি অভিযোগ উঠাত নন্দীশ্বৰ বৰুৱায়ো তেওঁলোকক প্ৰত্যাহ্বান জনালে আৰু নিজৰ 'বৰুৱা' উপাধি ত্যাগ কৰি 'ফুকন' উপাধি লৈ নন্দীশ্বৰ ফুকন হ'ল।

গতীকে এই কথাৰ অনুমান সহজেই কৰিব পৰা যায় যে নন্দীশ্বৰ অতি উদাৰ মনৰ,সাহসী লোক আছিল। পুৰুষৰ দৰেই নাৰীৰ অধিকাৰৰ প্ৰতি তেওঁ সচেতন আছিল। ১৮৬৭ চনত তেওঁ পদ্মাৱতীক শান্তি বিয়া কৰাই কৰ্মস্থান তেজপুৰলৈ নিলে আৰু পঢ়া শুনা চলাই যাবলৈ উদগাণি দিলে। তাৰ পাছত স্বামীৰ চাকৰিৰ লগে লগে পদ্মৱতীয়ে ঘুৰি ফুৰিব লগা হ'ল ছিলং, নগাঁও, শ্ৰীহট্ট আদিত। পদ্মাৱতী ১৮ টি সন্তানৰ জননী হৈছিল যদিও মূৰকত তিনিটা সন্তানহে জীয়াই থকিল।

পদ্মাৱতী সেই কালৰ শিক্ষিতা নাৰীয়েই মাথো নাছিল, তেওঁৰ গাত আছিল এগৰাকী নাৰীৰ [illegible]। এই সম্পৰ্কত চন্দ্ৰধৰ বৰুৱাই লিখিছে "খোপা কটা বন্ধা

বঢ়া. ঘৰ চলোৱা, অতিথি সৎকাৰ কৰাকে আদি কৰি আমাৰ দেশৰ ওখ খাপৰ তিৰোতাৰ গাত থাকিবলগীয়া সকলো সংগুণেই তেওঁৰ গাত প্ৰকাশ পাইছিল। পদ্মাৱতীৰ গাত পুৰণি কালৰ তিৰোতাৰ আৰু বৰ্তমান যুগৰ তিৰোতাৰ সকলো সংগুণ একেলগে বিৰাজ কৰিছিল। তেখেতৰ এফালে যেনেকৈ ঈশ্বৰত বিশ্বাস,ধৰ্মত মতি, সকলোলৈকে মৰম-চেনেহ আৰু সকলো কাৰ্যতে পাৰদৰ্শিতা আছিল,ইফালেও তেনেকৈ সংস্কাৰলৈ আগ্ৰহ , উন্নতিলৈ ধাউতি, নতুন কথালৈ কৌতূহল আৰু সকলো কথাতে সময়োচিত সুৰুচি আছিল। সেইবাবে তেখেতক আমাৰ সমাজৰ পুৰণি কালৰ আৰু বৰ্তমান কালৰ তিৰোতাৰ আদৰ্শৰ সম্মিলনৰ স্থান বুলিব লাগে।"

পদ্মাৱতী দেৱীফুকননীৰ দুখন পুথি প্ৰকাশ পাইছিল- 'সুধৰ্মাৰ উপাখ্যান' আৰু 'হিতসাধিকা'। সুধৰ্মাৰ উপাখ্যানক অৱশ্যে বহুতে সাধুকথা বুলিহে কব বিচাৰে। কিন্তু সেই কালৰ তেওঁৰ বলিষ্ঠ লেখনিয়ে সাধুৰ সীমাবদ্ধতাক ওফৰাই পেলাইছে বুলিয়েই অসমীয়া ভাষাৰ প্ৰথমখন উপন্যাস হিচাপে ইয়াক মৰ্যাদা দিয়া হ'ল। সেই সময়ৰ আধুনিক জীৱনযাত্ৰাকে লৈ সুধৰ্মাৰ উপাখ্যান ৰচিত হৈছে। ইয়াৰ সত্যবান, সুধৰ্মা, মাধৱচন্দ্ৰ, লীলাৱতী, উকীলনী, বুঢ়া নাৱৰীয়া,মনোহৰ বৰুৱা আদি বিভিন্ন চৰিত্ৰৰ মাজেৰে নাৰী-পুৰুষৰ মাজত সৃষ্টি হোৱা এফালে পৰকীয়া আৰু প্ৰতাৰণা, আনফালে প্ৰেম আৰু বিশ্বাসৰ এক চিত্ৰ অঙ্কণ কৰা হৈছে। পতি-পত্নীৰ মাজত হোৱা বিচ্ছেদ আৰু মিলনৰ এই কাহিনীটোৰ অন্তত পদ্মাৱতী দেৱীয়ে লেখিছে- 'পাঠক, ন্যায় আৰু ধৰ্মত থাকিলে কাৰো একো হানি নহয়। দেখা সত্যবান, সুৰ্ধমা, মাধৱচন্দ্ৰ, লীলা, মনোৰমা এওঁবিলাক এনে বিপদত পৰাতো ঈশ্বৰে ৰক্ষা কৰিলে। ... মানুহে ইচ্ছা কৰিলে নিজে নিজৰ স্বভাৱ সংশোধন কৰিব পাৰে।"

আনখন গ্ৰন্থ 'হিতসাধিকা' শিশুৰ চৰিত্ৰ গঠনৰ বিষয়ে বিভিন্ন পৰামৰ্শ দি তেওঁৰ এখন সৰু পুথি। স্বামীৰ চাকৰি সংক্ৰান্তত বিভিন্ন ঠাইত ঘুৰি ফুৰি, ঘৰ চম্ভালি, লৰা-ছোৱালীৰ যতন লোৱাৰ মাজতো তেওঁ সাহিত্যচৰ্চা কৰি গৈছিল। আসাম বন্ধু, বিজুলী আদি কাকতত তেওঁ কবিতা লিখিছিল আৰু সেই সময়ত কবি হিচাপে বেছ সুখ্যাতিও লাভ কৰিছিল।

১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোতে তৰুণৰাম ফুকনৰ ঘৰতে আলহী হৈ আছিল। সেইসময়ত তৰুণৰামৰ বায়েক গিৰিজা দেৱী আৰু পদ্মাৱতীয়ে গান্ধীক হিন্দীভাষাতেই অসমীয়া তিৰোতাৰ বিষয়ে বিভিন্ন কথা কৈছিল। সেই কালত হিন্দী ভাষা জনাটো সচাঁকৈয়ে আছিল কৃতিত্বৰ কথা জীৱনৰ প্ৰায় সকলোখিনি সময়তে জ্ঞান চৰ্চাত নিমজ্জিত পদ্মাৱতীয়ে দেশ বিদেশৰ প্ৰায় সকলো খবৰেই ৰাখিছিল। ১৯২৭ চনৰ ডিচেম্বৰ মাহত এইগৰাকী সাহিত্যিকৰ মৃত্যু হয়।

## (৩৩)

# ফণীধৰ চলিহা

১৮৫৫ চনৰ ১৪ ফেব্ৰুৱাৰীত জন্ম হৈছিল ফণীধৰ চলিহা বৰুৱাৰ। উত্তৰ লক্ষীমপুৰ চহৰত জন্মগ্ৰহণ কৰা ফণীধৰ চলিহাৰ পিতৃ কেশীৰাম পুৰণিমেলীয়া বৰুৱা আৰু মাতৃ আছিল পীতাম্বৰী বৰুৱানী। পাঁচ বছৰ বয়সতে লক্ষীমপুৰ টাউন স্কুললৈ ফণীধৰে অহা-যোৱা কৰিবলৈ লৈছিল যদিও সেই সময়তে পিতৃ কেশীৰাম বৰুৱাই পেস্কাৰ ৰেভিনিউ চিৰস্তাদাৰ হিচাপে লক্ষীমপুৰৰ পৰা ডিব্ৰুগড়লৈ বদলি হৈ গুচি যায়। তাৰ পাছত ডিব্ৰুগড়ত পঢ়া-শুনা কৰি ১৮৭১ চনত ডিব্ৰুগড় ইংৰাজী স্কুলৰ পৰা ফণীধৰে দ্বিতীয় বিভাগত

এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰে। তাৰ পাছত তেওঁ পঢ়া-শুনা কৰিবলৈ গুচি যায় কলিকতাৰ প্ৰেছিডেন্সী কলেজলৈ। কিন্তু এফ. এ. পৰীক্ষাৰ কেইমাহমানৰ আগতে মাতৃৰ অসুখৰ খবৰ পাই তেওঁ ঘৰলৈ উভতি আহে। তাৰ পাছত মাতৃৰ শৰীৰৰ অৱস্থা ভাল নোহোৱাত আৰু অন্যান্য ঘৰুৱা সমস্যাই বেৰি ধৰাত চলিহাই পুনৰ পঢ়িবৰ বাবে কলিকতালৈ যাব নোৱাৰিলে।

তাৰ পাছত ফণীধৰ চলিহাই স্কুলত শিক্ষকতা আৰম্ভ কৰে। তাৰ পাছত ক্ৰমে স্কুল ছাব ইন্সপেক্টৰ আৰু ডেপুটি ইন্সপেক্টৰ হিচাপে পদোন্নতি লাভ কৰে। এইদৰে ১০-১২ বছৰমান পাৰ কৰাৰ পাছত ১৮৮৫ চনত এক প্ৰতিযোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হৈ ফণীধৰ চলিহাই দৰং জিলাৰ ছাব ডেপুটি কালেক্টৰ হিচাপে চাকৰিত যোগদান কৰে। ১৮৮৬ চনৰ অক্টোবৰ মাহত ফণীধৰ চলিহাক 'কেডেষ্টেল ছাৰ্ভে' পাৰ্টিলৈ বদলি কৰা হয়। এই পাৰ্টিত থাকি তেওঁ কেইবা বছৰো কাম কৰে— কলাইগাঁও, নগাঁও, যোৰহাট, মঙলদৈ আদি ঠাইত। এই পাৰ্টিত জৰীপৰ কাম কৰাটো অতি কষ্টকৰ আছিল। দিনে প্ৰায় ৩০-৪০ কিলোমিটাৰমানকৈ খোজ কাঢ়িবলগীয়াও হৈছিল। এই কামৰ মাজতে তেওঁ বহুবাৰ বেমাৰত পৰে, আনকি কলিকতালৈকো চিকিৎসাৰ বাবে যাবলগীয়া হৈছিল। তথাপি ফণীধৰ চলিহাই দৃঢ়ভাবে কাম কৰি গৈছিল। তেওঁ জীৱন যুঁজত যুঁজি গৈছিল কিন্তু ফলাফল ফলদাতা বিভুৰ হাতত বুলিয়ে সন্তুষ্টি লাভ কৰিছিল।

১৮৯১ চনত প্ৰথমগৰাকী ভাৰ্যাৰ মৃত্যু হোৱাৰ পাছত মঙলদৈ এৰি তেওঁ শিৱসাগৰলৈ গুচি যায়। শিৱসাগৰলৈ যোৱাৰ আগৰে পৰাই বহুবোৰ ৰাজহুৱা কামত জড়িত হৈ পৰিলেও ফণীধৰ চলিহাই (বৰুৱা) এইবোৰ কাম নিয়াৰিকৈ কৰিব পৰা নাছিল। কিন্তু শিৱসাগৰত কামৰ পৰা সময় উলিয়াই 'হিন্দু ধৰ্মালোচনী সভা' নামেৰে এক অনুষ্ঠানৰ জন্ম দিছিল।

১৮৯৪ চনত ছাৰ এডৱাৰ্ড গেইট চাহাবৰ আদেশ অনুসৰি ফণীধৰ চলিহা (বৰুৱা)ই আহোম ভাষাত লিখা ভালেমান বুৰঞ্জী আৰু আহোম পুথি সংগ্ৰহ কৰে আৰু এজন বিশিষ্ট লোকক সেইবোৰ ইংৰাজীলৈ অনুবাদ কৰাৰ কামত নিয়োগ কৰে। এই অনুবাদকক সহায় কৰিবলৈ কেইবাজনো মানুহ আৰু দেওধাই-বাইলুং পণ্ডিতক আনি বহুদিনলৈ লগত ৰাখে। এইখিনিতে কৈ থোৱাটো উচিত হ'ব যে অসমীয়া ভাষা-শিক্ষা আৰু বুৰঞ্জীৰ প্ৰতি সদা আগ্ৰহী ফণীধৰ চলিহাই স্কুলৰ ছাব ডেপুটি ইন্সপেক্টৰ আৰু পাছত ডেপুটি কালেক্টৰ হৈ থাকোতে বহুকেইখন স্কুলত বঙলা ভাষাৰ ঠাইত অসমীয়া ভাষাৰ প্ৰচলন কৰাইছিল। এইক্ষেত্ৰত চলিহাৰ সাহস আৰু নিষ্ঠা দেখি আনকি ইংৰাজ বিষয়াসকলেও ভয় খাইছিল।

১৮৯৫ চনত ফণীধৰ চলিহাই এক্সট্ৰা এছিষ্টেণ্ট কমিচনাৰৰ পদ লাভ কৰে আৰু মঙলদৈ, ধুবুৰী, শিৱসাগৰ আদিত কাম কৰে।

জীৱনত বহু সংঘাত-যন্ত্ৰণা আৰু প্ৰিয়জনৰ সৈতে বিচ্ছেদৰ দুখে ফণীধৰ চলিহাক মানসিক কষ্ট দিছিল। এইবোৰৰ বাবেই তেওঁৰ পৰিশ্ৰম শক্তি লাহে লাহে হ্ৰাস পাইছিল আৰু চৰকাৰী চাকৰি কৰাৰো ইচ্ছা নাইকিয়া হৈছিল। ফলত ১৯০৩ চনত চলিহাই চাকৰিৰ পৰা স্বেচ্ছাই অৱসৰ লয়। তাৰ পাছত অৱসৰৰ সময়খিনিৰ সদ্ব্যৱহাৰ কৰিবলৈ ঘৰতে স্কুল পাতি ছাত্ৰক পঢ়ুৱাবলৈ লয় ফণীধৰ চলিহাই।

তেনেদৰে চাৰি বছৰমান পাৰ কৰাৰ পাছত অসম চৰকাৰৰ বিষয়াসকলৰ অনুৰোধত চলিহাই পুনৰ চৰকাৰী দায়িত্ব কান্ধ পাতি ল'বলগীয়া হয়। তেওঁ ১৯০৭ চনত অসম কো-অপাৰেটিভ ছ'চাইটিৰ সন্মানীয় সংগঠক হিচাপে যোগদান কৰে। তাৰ লগে লগে তেওঁক সন্মানীয় হাকিম পদতো নিযুক্তি দিয়া হয়। ১৯১৭ চনত ইংৰাজ চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ'

খিতাপ পোৱা ফণীধৰ চলিহাই কো-অপাৰেটিভত কাম কৰোঁতে শিৱসাগৰ, যোৰহাট, গোলাঘাট, ডিব্ৰুগড় আৰু লক্ষীমপুৰ মহকুমাত এশৰো অধিক সমবায় পাতে। সেই সময়তে কো-অপাৰেটিভৰ সভা-সমিতি আদিত যোগ দিয়া বা অন্যান্য কামত তেওঁ সমগ্ৰ উত্তৰ ভাৰত ভ্ৰমণ সম্পূৰ্ণ কৰে। তাৰ আগতেও অৱশ্যে তেওঁ উৰিষ্যা, উত্তৰ প্ৰদেশ আদিলৈ গৈছিল।

অসম টেক্সট্ বুক কমিটীৰ কেইবাবছৰ ধৰি সদস্য হৈ থকা ফণীধৰ চলিহাই মাণিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদিৰ সৈতে 'অসম এছ'চিয়েশ্বন'ৰ উন্নতিৰ কামতো যথেষ্ট ব্যস্ত থাকিছিল। ১৯০৪ চনত যোৰহাটত বহা এই এছ'চিয়েশ্বনৰ বাৰ্ষিক অধিবেশনত তেওঁ সভাপতিত্ব কৰিছিল। ১৯১৭ চনত শিৱসাগৰত অনুষ্ঠিত প্ৰথমখন অসম সাহিত্য সভাৰ অধিবেশনৰো তেওঁ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল।

ফণীধৰ চলিহা (বৰুৱা) অসম কাউন্সিলৰ সদস্যও (অৰ্থাৎ বিধায়ক) হৈছিল ১৯১৫ চনত। কাউন্সিলৰ সদস্য হিচাপে দুবাৰকৈ নিৰ্বাচিত হৈ চলিহাদেৱে দুটাকৈ কাৰ্যকাল কৃতিত্বৰে সম্পন্ন কৰিছিল। সেই সময়ছোৱাত বহু ক্ষেত্ৰত নিজেই উদ্যোগ লৈ কৃষক-শ্ৰমিকক সহায় কৰিছিল।

পঢ়া-শুনা বৰ বেছি নকৰিলেও ফণীধৰ চলিহাৰ অসংখ্য পণ্ডিত বন্ধু আছিল। ইংৰাজ পণ্ডিতসকলেও আনকি চলিহাৰ বন্ধুত্বক আদৰিছিল। তেওঁ আছিল প্ৰচণ্ড আত্মসন্মান থকা লোক। এই সম্পৰ্কত পদ্মনাথ গোহাঁঞিবৰুৱাই লিখিছে—"১৯১৯ চনৰ এপ্ৰিল মাহত গৱৰ্ণমেণ্টৰ আবকাৰী ব্যৱসায়টো অন্যায়, অধৰম, নীতিবিগৰ্হিত বুলি তাক উঠাই দিবলৈ ৰায়বাহাদুৰ ফণীধৰ চলিহা ডাঙৰীয়াই অসম কাউন্সিলৰ বাজেট আলোচনাৰ সময়ত তীব্ৰ সমালোচনা কৰে। সেইবাবে বিৰক্ত হৈ চীফ্ কমিচনাৰ ছাৰ বিট্‌চন বেল চাহাবে সভাপতিৰ আসনৰ পৰা অবৰ্চনীয় বচনেৰে চলিহা ডাঙৰীয়াৰ প্ৰতি অশোভনীয় ব্যৱহাৰ কৰে। সেই কথাত আত্মসন্মান প্ৰাণ, নিৰ্ভীক হৃদয়, তেজীমনা, সিংহপুৰুষ ফণীধৰ চলিহা বৰুৱা ডাঙৰীয়াই গৰ্জি উঠি ততালিকে কাউন্সিল মেম্বৰৰ পদ অকাতৰে প্ৰত্যাহাৰ কৰিলে। সেইবাবে অসমবাসী আৰু প্ৰায় ভালেমান ভাৰতবাসী আৰু ভাৰতীয় বাতৰি কাকতে ছাৰ বিট্‌চন বেল চাহাবক গৰিহণা দিয়ে আৰু চলিহা বৰুৱা ডাঙৰীয়াৰ সৎসাহস, আৰু সৎ-কাৰ্যক সদৌ ভাৰতবাসীয়ে এক কণ্ঠে প্ৰশংসা কৰিবলৈ ধৰে। স্বৰূপত, আবকাৰীৰ কানি-ভাং-ফটিকাৰ বিশেষকৈ কানি বৰবিহৰ জ্বলন্ত যম আছিল অনাৰেবল ৰায়বাহাদুৰ ফণীধৰ চলিহা বৰুৱা ডাঙৰীয়া।"

ফণীধৰ চলিহাই দুবাৰকৈ বিয়া কৰাইছিল। তেওঁৰ পুত্ৰসকলৰ ভিতৰত লেখক-সাহিত্যিক প্ৰেমধৰ চলিহা, পদ্মধৰ চলিহা, উকীল কুলধৰ চলিহা আদি অন্যতম।

বেয়া কামত কোনো শক্তিৰে সৈতে আপোচ নকৰা ফণীধৰ চলিহাৰ শেহ জীৱনত ইংৰাজৰ সৈতে সম্পৰ্ক প্ৰায় তিক্ত হৈ পৰিছিল। তেওঁ চকুৰ লগতে দেহৰ অন্যান্য বহু বিকাৰত ভুগিবলৈ লৈছিল আৰু এইবোৰেই ফণীধৰ চলিহাৰ জীৱনৰ কাল হৈ পৰিছিল। ১৯২৩ চনৰ জুলাই মাহত মাথো ৬৮ বছৰ বয়সতে ফণীধৰ চলিহাৰ দৰে তেজস্বী পুৰুষৰ মৃত্যু ঘটিছিল।

## (৩৪)

## ভুবনৰাম দাস

সাংবাদিক সতীশচন্দ্ৰ কাকতীয়ে ভুবনৰাম দাসৰ বিষয়ে এইদৰে লিখিছে—"আত্মবল পৰম বল। এই বলত যি ডাঙৰ হব পাৰে, সি ধন্য। মানুহ ডাঙৰ বা ধনী হয় নানা উপায়ে।

কিছুমানে তেওঁলোকৰ পিতৃ বা পিতামহৰ সম্পত্তিৰ সাহায্যৰে ডাঙৰ বা ধনী বোলাব পাৰে। কিছুমানে আকৌ নিজ মেধাশক্তিৰ বলত শিক্ষা লভি জীৱনত অৰ্থ উপাৰ্জন কৰি সুখেৰে দিন নিয়ায়। কিন্তু বিদ্যাত দুখীয়া এনে কম মানুহেহে নিজ বাউসিৰ বলত ধন আৰ্জি সমাজৰ নাইবা দেশৰ হিত সাধিব পাৰে। আন দেশৰ কথা নক'লেও, অসমত এনে লোকৰ সংখ্যা অতি কম। তাৰ ভিতৰত আছিল গুৱাহাটীৰ উদ্যোগী পুৰুষ ভুবনৰাম দাস।"

দৰং জিলাৰ ছিপাঝাৰ অঞ্চলৰ কুৰুৱা নামৰ এখন গাৱঁৰ দৰিদ্ৰ খেতিয়ক দিপৰু দাসৰ ঘৰত ১৮৫৩ চনত ভুবনৰামৰ জন্ম। সৰুৰে পৰা দৰিদ্ৰতাৰ মাজেৰে ডাঙৰ-দীঘল হোৱা ভুবনৰামৰ শিক্ষা লাভৰ প্ৰতি তীব্ৰ আকাংক্ষা আছিল। কিন্তু চূড়ান্ত দৰিদ্ৰতাই বিধ্বস্ত কৰা পৰিয়ালত জন্ম গ্ৰহণ কৰি কুৰুৱাৰে পাঠশালাত কিছুদিন শিক্ষা লাভ কৰে আৰু লেখিব-পঢ়িব পৰা হয়গৈ। তাৰ পাছত সম্ভৱত তেওঁ চাকৰি কৰাৰ মানসেৰে ব্ৰহ্মপুত্ৰখন পাৰ হৈ গুৱাহাটীলৈ গুচি আহে। অৱশ্যে চাকৰি কৰা নহ'ল তেওঁৰ। এগৰাকী শুভাকাংক্ষীৰ ঘৰত থাকি গুৱাহাটী হাইস্কুলত নাম ভৰ্ত্তি কৰে আৰু থাৰ্ড ক্লাছলৈ (বৰ্তমানৰ অষ্টমমান) উত্তীৰ্ণ হয়। তাৰ পাছত পঢ়া-শুনা এৰিব লগা হোৱাত জাহাজ কোম্পানীৰ চাকৰি এটাত সোমায়।

চাকৰি অতি সাধাৰণ আছিল তেওঁৰ। মাহেকত পাইছিল সাত টকাকৈ দৰমহা। কিন্তু পৰম নিষ্ঠাৰে তেওঁ কাম কৰিছিল। কোনো এটা কাম কৰিলে সেয়া শেষ নোহোৱা পৰ্যন্ত যেন তেওঁ উশাহ লবলৈকো পাহৰিছিল। তেওঁৰ এই একনিষ্ঠ কাম দেখি ওপৰৱালা বিষয়াসকল অতি সন্তুষ্ট হৈছিল। খোৱা-শোৱা পাহৰি ৰাতি দুপৰলৈ অকনো ভাগৰ অনুভৱ নকৰাকৈ নিজ কাৰ্যত ব্ৰতী এনে এজন লোকৰ ক্ষেত্ৰত পদোন্নতি পাবলৈ অধিক সময় নালাগে। ভুবনৰাম দাসেও পদোন্নতি পাই গৈ থাকিল আৰু শেষত তেতিয়াৰ দিনত তেওঁৰ দৰমহা এশ টকালৈ উঠিল। এজন সাধাৰণ কৰ্মীৰ পৰা তেওঁ আনকি জাহাজ কোম্পানীৰ পৰামৰ্শদাতাও হৈছিলগৈ। অতি দূৰদৰ্শী এইজনা লোকৰ বিভিন্ন পৰামৰ্শ তেতিয়াৰ ইংৰাজ বিষয়াসকলেও লৈছিল। আনকি ছাৰ এডোৱাৰ্ড গেইট চাহাবে অসম বুৰঞ্জীৰ তথ্য বিচাৰি ভুবনৰাম দাসৰ ওচৰ চাপিছিল। ভুবনৰামে হেমচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈ আদি তেতিয়াৰ যুৱকক গেইট চাহাবক দেখা কৰিবলৈ কৈছিল। পাছত ভুবনৰামে জাহাজ কোম্পানীৰ কাম এৰি ব্যৱসায়-বাণিজ্যত ধৰিছিল।

অতি জনপ্ৰিয় ব্যক্তি আছিল ভুবনৰাম। গুৱাহাটীত বাস কৰা তেতিয়াৰ বাঙালী, ইংৰাজ আদিয়েও তেওঁক যেন হিয়াৰ আমঠু বুলিহে ভাবিছিল। ইংৰাজ চৰকাৰে তেওঁক প্ৰথমে 'ৰায়চাহাব' আৰু পাছত 'ৰায়বাহাদুৰ' উপাধি প্ৰদান কৰিছিল। অসমৰ শাসন আৰু সংস্কাৰ সংক্ৰান্তীয় বিষয়বোৰৰ ইংৰাজৰ পৰামৰ্শদাতা ভুবনৰাম দাসক ১৯১২ চনত দিল্লীত বহা ইংৰাজ সম্ৰাটৰ দৰবাৰলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। অসমৰ অন্য কেইগৰাকীমান প্ৰতিনিধিৰ স'তে তেওঁ গৈছিল আৰু তেতিয়াৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে ভুবনৰামক মাতি নি ইংলেণ্ডৰ সম্ৰাট আৰু সম্ৰাজ্ঞীৰ স'তে পৰিচয় কৰাই দিছিল।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰত ভুবনৰামৰ উল্লেখযোগ্য অৰিহণা নাই, কিন্তু অহৰহ মুক্তি পিয়াসী এইজনা ব্যক্তিয়ে অসমীয়া সমাজক শিক্ষা আৰু সংস্কৃতিক দিশত আগবঢ়াই নিবলৈহে আপ্ৰাণ চেষ্টা চলাইছিল। গুৱাহাটীত তেতিয়া এনে এক অনুষ্ঠান নাছিল, য'ত ভুবনৰাম জড়িত নাছিল বা মোটা অংকৰ দান আগবঢ়োৱা নাছিল। বহু দুখীয়া লোক আৰু ছাত্ৰ-ছাত্ৰীলৈ আৰ্থিক সাহায্য আগবঢ়োৱা এইজনা ব্যক্তিৰ নাম সকলোৱে শ্ৰদ্ধাৰে লৈছিল। তেওঁ আছিল গুৱাহাটী পৌৰ নিগমৰ উপ-মেয়ৰ। তাৰ পাছত তেওঁ পূৰ্ববঙ্গ আৰু

অসমৰ কাউঞ্চিলৰ সদস্য নিৰ্বাচিত হৈছিল। গুৱাহাটীৰ কটন কলেজ, কামৰূপ অনুসন্ধান সমিতি আৰু বহু ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানত ওতঃপ্ৰোত ভাবে জড়িত আছিল তেওঁ। অনুষ্ঠান-প্ৰতিষ্ঠান নিৰ্মাণৰ বাবে বহুখিনি ধন নিজৰ জোলোঙাৰ পৰাই খৰচ কৰিছিল।

খুউব সম্ভব জাহাজ কোম্পানীৰ চাকৰিত সোমায়েই (১৪ বছৰ বয়সত) তেওঁ বিয়া কৰাইছিল। আৰু এটা এটাকৈ ১৯টা সন্তানৰ জনক হৈছিল। কিন্তু বৰপুত্ৰৰ বাহিৰে আন কোনো লৰা-ছোৱালীয়েই বেছিদিনলৈ জীয়াই থকা নাছিল। বহু দেৱালয় আৰু চিকিৎসালয়ো তেওঁ নিজেই নিৰ্মাণ কৰাই দিছিল। চাকৰি আৰু ব্যৱসায় বুদ্ধিৰে ঘটা ধনখিনিৰ যাতে মৃত্যুৰ পাছত অসৎ ব্যৱহাৰ নহয়, তাৰ বাবে তেওঁৰ যথেষ্ট চিন্তা হৈছিল। সেইবাবে এইজনা দূৰদৰ্শী লোকে তেওঁৰ সম্পত্তিৰ এটা অংশ ৰাজহুৱা স্বাৰ্থত খৰচ কৰাৰ বাবে উইল কৰি চৰকাৰৰ তত্ত্বাৱধানত থৈ গৈছিল। ১৯১৬ চনৰ ১২ আগষ্টত মৃত্যুবৰণ কৰা এইজনা ব্যক্তি মাথো ৬০বছৰহে জীয়াই আছিল।

## (৩৫)

# ডাক্তৰ আৰঙ্গশ্যা

আৰঙ্গশ্যাৰ যেতিয়া মাথো ছয় বছৰ, সেই সময়তে তেওঁৰ পিতৃ-মাতৃ উভয়ৰে মৃত্যু হৈছিল। ১৮৫৭ চনত ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰা আৰঙ্গশ্যাৰ দেউতাক ফিৰিঙ্গীশ্যা আছিল নিত্যান্তই দৰিদ্ৰ লোক। ঘাতমাউৰা হোৱাৰ পাছত আৰঙ্গশ্যাক মোমায়েকে লৈ যায় আৰু মোমায়েক মুঞ্চী ফিন্নতউল্লাৰ যত্নতেই আৰঙ্গশ্যাই শিক্ষাৰ পোহৰ পায়।

অৱশ্যে আৰঙ্গশ্যা আছিল নিজেই এক পোহৰ, যিয়ে মাথো জ্ঞান ৰাজ্যৰ সন্ধান আৰু বিচৰণ কৰিছিল অহৰহ। ডিব্ৰুগড়ৰ হাইস্কুলত পঢ়ি থাকোতেই আৰঙ্গশ্যাৰ বুদ্ধিমত্তাৰ কথা চাৰিওফালে বিয়পিছিল। আনকি তেওঁৰ শৰীৰত বহুতেই এক অনন্য শক্তি থকা বুলিহে বিশ্বাস কৰিবলৈ লৈছিল। ডাক্তৰি বিদ্যাৰ প্ৰতি আৰঙ্গশ্যাৰ সৰুৰে পৰাই বিৰাট ৰাপ আছিল। এই অদ্ভুত ৰাপ দেখি মোমায়েক ফিন্নতউল্লাই ভাবিলে যে সময় খৰচ নকৰাকৈ আৰঙ্গশ্যাক ভাল ঠাইলৈ ডাক্তৰি পঢ়িবলৈ পঠিওৱা উচিত। তেতিয়াৰ দিনত ডাক্তৰি কলেজেই নহয়, ডাক্তৰি স্কুলো আছিল। গতিকে হাইস্কুলীয়া শিক্ষাৰ দেওনা পাৰ নোহোৱাকৈয়ে ডাক্তৰি স্কুলত ভৰ্তি হ'ব পৰা গৈছিল।

ডিব্ৰগড়ৰ ইংৰাজী স্কুলৰ পৰা এৰুৱাই দি মোমায়েকে আৰঙ্গশ্যাক কলিকতালৈ ডাক্তৰি পঢ়িবলৈ পঠালে। কলিকতাৰ মেডিকেল স্কুলত আৰঙ্গশ্যাই নাম লিখালে। তাৰ পাছত আকৌ তেওঁ বদলি লৈ পাটনাৰ 'টেম্পল স্কুল'ত ডাক্তৰি পঢ়িবলৈ ল'লে। ১৮৭৬ চনত তেওঁ ডাক্তৰি পৰীক্ষাত উত্তীৰ্ণ হয় টেম্পল স্কুলৰ পৰা। তাৰ পাছত এই বিদ্যাত ভালদৰে প্ৰশিক্ষণ ল'বলৈ ১৫ মাহৰ বাবে পুনৰ কচৰৎ কৰে আৰু টেম্পল স্কুলৰ সৰ্বশেষ পৰীক্ষাতো তেওঁ কৃতকাৰ্যতাৰে উত্তীৰ্ণ হৈ সেই স্কুলৰে মিলিটেৰী স্কুলৰ ক্লাছত লেন্স নায়কৰ পদত কিছুকাল সুখ্যাতিৰে চাকৰি কৰে।

১৮৭৯ চনত ডাক্তৰ আৰঙ্গশ্যা অসমলৈ উভতি আহিল আৰু নগাসকলৰ সৈতে যুদ্ধ কৰা ইংৰাজ সৈন্যৰ ডাক্তৰ আৰু ঔষধৰ ভঁৰালী হিচাপে কাম কৰাৰ দায়িত্ব পালে। তাৰ পাছত শ্বিলঙৰ অসামৰিক চিকিৎসালয়ত ডাক্তৰ হিচাপে চাকৰিত সোমায়।

শ্বিলঙত বহু ওখ খাপৰ ইংৰাজ আৰু ভাৰতীয় বিষয়াৰ প্ৰীতিভাব লাভ কৰে ডাক্তৰ

আৰঙ্গশ্যাই। তেওঁ আনকি তেতিয়াৰ অসমৰ চীফ কমিচনাৰ চাৰ্লছ ইলিয়টৰ কৃপাধন্যও হৈ পৰে। শিলঙত সেই সময়ত ইঞ্জিনিয়াৰিং অফিচত কাম কৰা ওখ খাপৰ আমোলা আছিল মৌলবী মহম্মদ পীৰবকছ। এইজন লোক আৰঙ্গশ্যাৰ দূৰ সম্পৰ্কীয় ককায়েকো আছিল।

এইজন মৌলবীয়ে বুজিছিল যে দেশৰ স্কুলসমূহত পঢ়ি ডাক্তৰি বিদ্যাত উত্তীৰ্ণ হ'লেও বিদেশত ডাক্তৰিৰ উচ্চ শিক্ষা ল'বলৈ আৰঙ্গশ্যা সদায়েই আগ্ৰহী। পীৰবকছ যথেষ্ট ধনী-মানী মানুহ আছিল। গতিকে তেওঁ আৰশ্যাক সকলো ধৰণে সহায় কৰিবলৈ গাত ল'লে। আৰঙ্গশ্যাক বিলাতত ডাক্তৰি পঢ়িবৰ বাবে পীৰবকছে ৩,৫০০ টকা দিয়ে। আৰঙ্গ শ্যাবো দুহেজাৰমান টকাৰ সঞ্চয় আছিল। তদুপৰি মোমায়েক ফিন্নতউল্লা আৰু অন্যান্য সুহৃদই কিছু টকা দিয়াত আৰঙ্গশ্যাৰ হাতলৈ ছয়-সাত হেজাৰমান টকা আহে।

১৮৮৪ চনত আৰঙ্গশ্যাই বিলাতলৈ যাত্ৰা কৰি আৰু স্কটলেণ্ডৰ গ্লাছগো মেডিকেল কলেজত তিনি বছৰীয়া ডিগ্ৰী কোৰ্ছত নামভৰ্তিৰ সুযোগ উলিয়ায়। তদুপৰি চৰকাৰে উচ্চ শিক্ষাৰ বাবে যাব বিচৰা আৰঙ্গশ্যাৰ তিনি বছৰৰ বাবে ছুটী মঞ্জুৰ কৰে।

গ্লাছগোলৈ গৈ আৰঙ্গশ্যাই জানিব পাৰিলে যে তাৰ শিক্ষাবৰ্ষ তিনিবছৰীয়া নহয়, চাৰিবছৰীয়াহে। কিন্তু তেওঁ গ্লাছগোৰ শিক্ষকসকলক বহু খাটনি ধৰি বুজালে যে চাৰি বছৰৰ শিক্ষাবৰ্ষ যেন তেওঁক তিনি বছৰতে সম্পূৰ্ণ কৰাৰ অনুমতি দিয়া হয়। গ্লাছগোৰ অধ্যাপকসকলে আৰঙ্গশ্যাৰ এই আবেদন মঞ্জুৰ কৰিছিল। তাৰ পাছত একান্ত নিষ্ঠাৰে পঢ়িবলৈ আৰম্ভ কৰে ডাক্তৰ আৰশ্যাই। ১৮৮৪ চনৰ ২০ অক্টোবৰত প্ৰথম পৰীক্ষাত ভালদৰে উত্তীৰ্ণ হোৱাৰ বাবে ভাৰত চৰকাৰে তেওঁক বিলাতলৈ অহা-যোৱাৰ খৰচটো দিয়াৰ বাবে গাত লয়। ১৮৮৫ চনৰ ১৫ এপ্ৰিলত দ্বিতীয়টো পৰীক্ষাতো খুউব ভালদৰে উত্তীৰ্ণ হৈ অধ্যাপকসকলৰ প্ৰশংসা-পত্ৰ পায়। তাৰ পাছত নিৰ্দ্ধাৰিত সময়তকৈ পূৰ্বতে অনুষ্ঠিত তৃতীয় পৰীক্ষাতো (১৮৮৫ চনৰ অক্টোবৰ মাহত) আৰঙ্গশ্যাই খুউব ভাল ফল দেখুৱালে, কিন্তু অতি বেছি কষ্ট কৰাৰ বাবে তেওঁৰ স্বাস্থ্য একেবাৰে ভাঙি পৰিল। ডাক্তৰে উপদেশ দিলে যে স্বাস্থ্য পুনৰুদ্ধাৰ কৰিবলৈ হ'লে বায়ু-পানী সলাবলৈ আৰঙ্গশ্যাই কিছুদিন অন্য ঠাইত থাকিব লাগিব।

আগতে মিলিটেৰী বিভাগত চাকৰি কৰোতে আৰঙ্গশ্যাতকৈ উচ্চ পদত থকা বিষয়া চাৰ্জন জেনেৰেল ক্লাৰ্ক চাহাব সেই সময়ত স্বদেশলৈ উভতি গৈছিল আৰু ব্ৰাইটন নামৰ ঠাইত থাকিবলৈ লৈছিল। ক্লাৰ্ক চাহাবৰ সৈতে যোগাযোগ কৰি আৰঙ্গশ্যাও ব্ৰাইটনলৈ গুচি গ'ল আৰু কিছুদিন ক্লাৰ্ক চাহাবৰ পৰিয়ালৰ সৈতে মহা সুখেৰে দিন অতিবাহিত কৰিবলৈ ধৰিলে।..... যিমানেই যি নকৰক, আৰঙ্গশ্যাৰ একমাত্ৰ চিন্তা আছিল নিৰ্দ্ধাৰিত তিনি বছৰৰ ভিতৰতে তেওঁ ডাক্তৰিৰ উচ্চ শিক্ষা সম্পূৰ্ণ কৰিব। গতিকে ভগ্ন স্বাস্থ্যৰ আৰঙ্গশ্যাক পঢ়া-শুনাৰ চিন্তাই খুলি খুলি খাব ধৰিলে। সেইবাবেই তেওঁ কাৰো কথা নুশুনি পুনৰ গ্লাছগোলৈ গুচি আহিল আৰু ভালদৰে পঢ়া-শুনাত মনোনিবেশ কৰে। শেষত আৰঙ্গশ্যাৰ স্বাস্থ্যই এনে ৰূপ ল'লে যে চতুৰ্থটো পৰীক্ষা দিবলৈ তেওঁ পৰীক্ষা গৃহত উপস্থিত হোৱাটোৱেই কঠিন হৈ পৰিল। আৰঙ্গশ্যাৰ বিনীত আবেদনৰ প্ৰতি সম্মতি জনাই কৰ্তৃপক্ষই তেওঁক নৰিয়াপাটীৰ পৰাই পৰীক্ষা দিবলৈ অনুমতি দিলে। নৰিয়াপাটীত শুই শুয়েই আৰঙ্গশ্যাই শেষৰটো পৰীক্ষা দিলে আৰু পৰীক্ষাত ভাল ফল পাব বুলি বিশ্বাস কৰি আৰঙ্গশ্যাই পৰীক্ষা শেষ কৰি হাঁহি এটা মাৰিলে। তাৰ পাছত আৰু হাঁহি মৰাৰ শক্তি নাথাকিল ডাক্তৰ আৰঙ্গশ্যাৰ। আৰঙ্গশ্যা ভৰ্তি হ'ব লগা হ'ল গ্লাছগো হাস্পতালত। সেই সময়ছোৱাত অসংখ্য শুভাকাংক্ষীয়ে তেওঁক

সকলো ফালেদি সহায় কৰিছিল। কিন্তু কোনো সহায়ে কাম নিদিলে। ১৮৮৬ চনৰ দুই আগষ্টত মাথো ২৮ বছৰ বয়সতে ডাক্তৰ আৰঙ্গশ্যাৰ উচ্চাকাংক্ষাৰ জীৱন বন্তি নুমাই থাকিল।

অধিক পৰিশ্ৰমেই আৰঙ্গশ্যাৰ বাবে কাল হ'ল আৰু আমি হেৰুৱালো অসমৰ এগৰাকী সম্ভাৱনাময় চিকিৎসক, যিগৰাকীয়ে বিলাতত থাকিও ভোগ-বিলাসৰ পৰা, পাশ্চাত্যৰ বতাহৰ পৰা মুক্ত হৈ মাথো অসমৰ মানুহৰ কথাহে চিন্তা কৰিছিল।

## (৩৬)

# ভোলানাথ দাস

প্ৰাক্-জোনাকী যুগৰ এগৰাকী শ্ৰেষ্ঠ কবি ভোলানাথ দাসৰ জন্ম ১৮৫৮ চনত,নগাঁৱত। পিতৃ বাপীৰাম দাস আৰু মাতৃ পদ্মাৱতী দেৱী। নগাঁৱত প্ৰাথমিক শিক্ষা লাভ কৰি তাৰেই চৰকাৰী হাইস্কুলৰ পৰা ২১ বছৰ বয়সত প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উৰ্ত্তীণ হয় আৰু কলিকতাত গৈ মেট্ৰ'পলিটান কলেজৰ এফ এ শ্ৰেণীত ভৰ্তি হয়। এই এফ এ পঢ়ি থকা কালছোৱাত মাকৰ টান অসুখ বুলি খবৰ পাই ঘৰলৈ উভতি আহিল আৰু তাৰ পাছত কলিকতালৈ পঢ়িবলৈ যোৱা নহ'ল। পিতৃ-মাতৃৰ একমাত্ৰ সন্তান ভোলানাথ কিছুদিন ঘৰতে থকাৰ পাছতে তেওঁ নগাঁৱতে জিলা ছাৰ্ভেয়াৰৰ পদ লাভ কৰে। এই কামৰ বাবে কঠোৰ পৰিশ্ৰম কৰিব লাগিছিল, সেইবাবে তেওঁৰ শৰীৰ ভাঙি পৰিছিল। গতিকে দুমাহমানৰ পাছতেই ছাৰ্ভেয়াৰৰ চাকৰি এৰিবলৈ তেওঁ বাধ্য হ'ল। ১৯৮০ চনৰ আগষ্ট মাহত নগাঁও হাইস্কুলৰ শিক্ষক হিচাপে অস্থায়ীভাৱে নিযুক্তি পালে। কেইমাহমানৰ পাছত এই কাম গ'লত তেওঁ শিক্ষা বিভাগৰ কেৰাণীৰ চাকৰিত অস্থায়ীভাৱে যোগ দিলে। এই চাকৰিও শেষ হ'লত ক্ৰমে নগাওঁ আৰু শিৱসাগৰৰ ছাৰ্ভে স্কুলত শিক্ষকতা কৰে।

অৱশেষত এই অস্থায়ী কামবোৰ কৰি থকাৰ পৰা মুক্তিপাবলৈ ভোলানাথ ছাবোৰ্ডিনেট ছিভিল ছাৰ্ভিচৰ পৰীক্ষা দিলে আৰু তাত সুখ্যাতিৰে উৰ্ত্তীণ হৈ এছ. ডি.চিৰ কাম পালে। শেষত গুৱাহাটীত সহকাৰী ছেটেলমেন্ট বিষয়া হৈ ২৪ বছৰ কাল চাকৰি কৰি ১৯১২ চনত অৱসৰ ল'লে। চাকৰি কালত গুৱাহাটী চহৰৰ জৰীপ আৰু মাটিৰ বন্দোবস্তি কামৰ দায়িত্বলৈছিল।

ভোলানাথ দাস আছিল এগৰাকী কবি আৰু হাতৰ কাম জনা সুনিপুণ শিল্পী। আধুনিক অসমীয়া কবিতাৰ সূৰ্য উদয় হোৱাৰ সময়তে বা তাৰো আগতে এখন এখনকৈ পাঁচখন কবিতাৰ পুথি উপহাৰ দি অসমীয়া কবিতাৰ জগতক এক উল্লেখযোগ্য মৰ্যদা দিছিল ভোলানাথ দাসে। কবিতা মালা (প্ৰথমঃ ৮২ চন আৰু দ্বিতীয়ঃ ৮৩ চন) চিন্তা-তৰঙ্গিনী (প্ৰথম আৰু দ্বিতীয় ৮৪ চন) আৰু সীতাহৰণ কাব্য (১৯০২ চন) এই পাঁচখন গ্ৰন্থ তেওঁ সেই সময়ত অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়াইছিল, যি সময়ত কিতাপ এখন তাতে কবিতাৰ(!) প্ৰকাশ কৰাটো অতি মৰ্যদাৰ কথা আছিল। অসমত তেতিয়ালৈ মুঠ কেইখন পুথি ওলাইছিল, সেয়া সহজেই আঙুলিৰ মূৰত লেখিব পৰা গৈছিল। 'চিন্তা তৰঙ্গিনী'ৰ বাহিৰে চাৰিওখন কিতাপেই অসমীয়া ছাত্ৰ- ছাত্ৰীৰ পাঠ্যপুথি হিচাপে মনোনীত হৈছিল। মাথো কবিতাই নহয়- লংকাৰ সম্বাদ কি, মঞ্জুৰ, মেতোৰৰ সাধু আৰু হোজা বেঙাসিং নামেৰে চাৰিটা গল্পও তেওঁ লিখিছিল। তদুপৰি 'মোৰ জীৱন- স্মৃতিৰ টোকা' নামেৰে চমুকৈ আত্মজীৱনীও লিখিছিল।

আত্মজীৱনীত তেওঁ লেখিছে যে, তেওঁৰ পিতৃ বাপিৰাম দাস বিখ্যাত বাখৰ বৰাৰ

বংশধৰ হোৱা সত্ত্বেও তেওঁ ৰবা নিলিখি দাস লিখিছিল। (কাৰণ অতি ধৰ্মনিষ্ঠ এইজন লোকে নিজকে ভগৱানৰ 'দাস' বুলি গণ্য কৰিছিল।) তেওঁ নগাঁৱৰ দেৱানী চিৰস্তাদাৰ নাজিৰ আছিল আৰু তেতিয়াই মাহে ২৫ টকাকৈ দৰমহা পাইছিল।

ভোলানাথ দাসে চাবিবাৰকৈ বিয়া কৰাইছিল। প্ৰথমা আৰু দ্বিতীয়া পত্নীয়ে কোনো সন্তান জন্ম নিদিয়াকৈ ইহলীলা সম্বৰণ কৰাৰ পাছত গোলাঘাটৰ যজ্ঞেশ্বৰী বাজখোৱাক বিয়া কৰায়। তিনিটা সন্তান জন্ম দি তেওঁৱো ১৯০০ চনত মৃত্যু হয়। তাৰ ছয় বছৰৰ পাছত উত্তৰ গুৱাহাটীৰ মজিন্দাৰ বৰুৱাৰ বংশৰ ৰজনীগন্ধাক বিয়া কৰায়।

চৰকাৰী চাকৰিৰ পৰা ১৯১২ চনত অৱসৰ লোৱাৰ পাছত চৰকাৰে ১৯১৩ চনৰ এপ্ৰিল মাহৰ পৰা তেওঁক পুণৰ অনাৰেৰী মেজিষ্ট্ৰেট হিচাপে নিযুক্তি দিছিল। এই পদত ১২ বছৰ কাম কৰাৰ পাছত তেওঁক অকলে বিচাৰ কৰাৰ ক্ষমতাও চৰাকাৰে দিছিল। ১৯১৫ চনৰ পৰা তেওঁ চাৰিবছৰ কাল গুৱাহাটী পৌৰ নিগমৰ উপমেয়ৰ আৰু তাৰ পাছত আঠবছৰ কাল মেয়ৰ হৈ আছিল। তদুপৰি ১৯১৪ চনত স্থাপিত লতাশিল কো-অপাৰেটিভ বেংকৰো তেওঁ প্ৰথম চেয়াৰমেন আছিল।

১৯২৭ চনত তেওঁ স্বাস্থ্য বেয়া হোৱাৰ বাবে সকলোবোৰ দায়িত্ব এৰি ঘৰতে থাকিব ললে আৰু তাৰ দুবছৰৰ পাছতে ৭১বছৰ বয়সত (২৯ চনৰ দুই জুলাই) ভোলানাথ দাসৰ মৃত্যু হ'ল।

ভোলানাথ দাসে বঙলা ভাষাত শিক্ষা গ্ৰহণ কৰিছিল বাবেই কৈশোৰ কালৰে পৰা লিখিবলৈ আৰম্ভ কৰা তেওঁৰ কবিতাবোৰত দুই এটা বঙলুৱা শব্দ সোমাই পৰিছিল। তদুপৰি খণ্ড কবিতা লিখা ভোলানাথৰ ওপৰত বাঙালী কবি মাইকেল মধুসুদন দত্তৰ প্ৰভাৱ পৰিছিল। সেইবাবেই কুৰি শতিকাৰ প্ৰথমছোৱাত 'আসাম বিলাসিনী' কাকতত তেওঁৰ কবিতাৰ ভাষাক লৈ কটু সমালোচনা কৰা হৈছিল, যাৰ ফলত চৰম হতাশাগ্ৰস্ত হৈ পৰিছিল ভোলানাথ দাস। সেইবাবেই সীতাহৰণ কাব্য লিখাৰ পাছত তেওঁ সাহিত্য সাধনাৰ পৰা একপ্ৰকাৰ আঁতৰি থাকিল বুলি কব পাৰি। অবশ্যে শেষত তেওঁ সুভদ্ৰা হৰণ নামৰ কাব্যপুথি এখন লিখিবলৈ লৈছিল যদিও সেয়া সম্পূৰ্ণ নহ'ল।

'পৰিমিতি আৰু জৰিপ' নামেৰে পুথি এখনো লিখিছিল তেওঁ। তেওঁক কেবাবাৰো সাহিত্য সভাৰ সভাপতি হ'বলৈ অনুৰোধ কৰা সত্ত্বেও সেই সন্মান গ্ৰহণ কৰা নাছিল। আচলতে 'আসাম বিলাসীনী'ত প্ৰকাশিত সেই কটু সমালোচনাই সাহিত্যিক দাসক হত্যা কৰিছিল। কিন্তু তথাপি ভোলানাথ দাসৰ কবিতাৰ গুৰুত্ব থাকিব। কাৰণ যি সময়ত তেওঁ কবিতা লিখাত হাত দিছিল, সেয়া আছিল অসমীয়া সাহিত্যৰ উষালগ্ন। সেই উষালগ্নতেই কবিতাৰ শিখা জ্বলাই পোহৰ বোৱাই অনাটো কম কৃতিত্বৰ কথা নহয়। ভোলানাথক এই কৃতিত্বৰ পৰা বঞ্চিত কৰাটো উচিত নহয়।

## (৩৭)

# কালীচৰণ ব্ৰহ্ম

১৮৬০চনৰ এপ্ৰিল মাহত গোৱালপাৰা জিলাৰ টিপকাই অঞ্চলৰ কাজিগাঁৱত কালীচৰণ ব্ৰহ্মৰ জন্ম। পিতা খৌলাৰাম আৰু মাতৃ ৰাংদিনী। টিপকাই প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা গ্ৰহণ কৰাৰ পাছত উচ্চশিক্ষাৰ বাবে পুঠিমাৰী স্কুলত নামভৰ্তি কৰে।

তাত চতুৰ্থ শ্ৰেণীলৈ পঢ়ি (বৰ্তমানৰ অষ্টমমান) পঢ়া-শুনা এৰি দেউতাকৰ কাঠৰ ব্যৱসায়ত ধৰে। ৪৩বছৰ বয়সলৈ কাঠৰ ব্যৱসায়ৰ লগতে বিভিন্ন বিষয়ত পঢ়া-শুনাও চলাই যায়। নিয়মিতভাৱে বিভিন্ন শাস্ত্ৰও অধ্যয়ন কৰি থকা কালীচৰণ ব্ৰহ্ম ৰামকৃষ্ণ পৰমহংসৰ শিষ্য শিৱনাৰায়ণ পৰমহংসই প্ৰচাৰ কৰা ব্ৰাহ্মধৰ্মৰ প্ৰতি আকৰ্ষিত হয় আৰু পৰমহংসৰ শিষ্যত্ব গ্ৰহণ কৰে। তাৰ পাছত এই ব্ৰহ্মধৰ্ম বড়োসকলৰ মাজত প্ৰচাৰ কৰিবলৈ ধৰে।

প্ৰথমতে তেওঁ ব্ৰহ্মধৰ্মত দীক্ষিত কৰিছিল গছকটা বাজাৰি অঞ্চলত তেতিয়া অস্থায়ী কেম্পত থকা লোকসকলক। পাছত অসমৰ বহুলোকে তেখেতৰ শিষ্যত্ব গ্ৰহণ কৰি ব্ৰহ্মধৰ্মত দিক্ষিত হৈছিল ; বিশেষকৈ গোৱালপাৰা, কোকৰাঝাৰ, কামৰূপ, দৰং, শোণিতপুৰ, লক্ষীমপুৰ আদি জিলাত তেওঁৰ শিষ্যৰ সংখ্যা অধিক।

একাডেমিক শিক্ষাৰ ফালৰ পৰা নহ'লেও কালীচৰণ ব্ৰহ্ম আছিল অধ্যয়ন পিপাসু তথা উচ্চশিক্ষিত ব্যক্তি আছিল। বৈদিক ধৰ্মৰ প্ৰতি তেখেতৰ আছিল গভীৰ জ্ঞান। ঘণ্টাৰ পাছত ঘণ্টা বক্তৃতা দিব পৰা এইগৰাকী ব্যক্তিবাগ্মী পুৰুষ হিচাপেও স্বীকৃত হৈছিল। আনকি বহুবাৰ অসমৰ বাহিৰলৈকো গৈ এইগৰাকী ব্যক্তিয়ে বিভিন্ন ঠাইৰ পণ্ডিত মণ্ডলীৰ স'তে শাস্ত্ৰ বিষয়ক কথা আলোচনা কৰিছিল। তেওঁ আছিল নিৰামিষভোজী আৰু অহৰহ পৰিধান কৰিছিল গেৰুৱা বস্ত্ৰ।

'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি' নামৰ গ্ৰন্থখনত ভবেন নাৰ্জ্জীয়ে লিখিছে, "ব্ৰহ্মধৰ্মীৰ মাত-কথা বড়ো-কছাৰীৰ আদিম ভাষা, গীত-মাতৰ লগত অভিন্ন। আদিম বড়ো-কছাৰীসকলে সংস্কৃতিত যিবোৰ ব্যৱহাৰ কৰে ব্ৰহ্ম ধৰ্মত দীক্ষিত হোৱা বড়ো- কছাৰীসকলেও তাকেই কৰে : কেৱল তেওঁলোকে বিয়া, জন্ম, মৃত্যু,উৎসৱ আদি পৰ্বদিনত হোম যজ্ঞ কৰি সমাধা কৰে। অপায়-অমঙ্গলৰ পৰা ৰক্ষা পাবলৈ তেওঁলোকে পুৰণি বড়ো-কছাৰীৰ লোকবিশ্বাসমতে দেৱ-দেৱীক পূজা-পাতল দি সন্তুষ্ট নকৰে। তেওঁলোকেও খেৰাই দি খেৰাই উৎসৱ পালন কৰে ; কিন্তু বড়ো-কছাৰীৰ পুৰনি প্ৰথামতে বলি বিধান নকৰে। প্ৰসাদ আৰু ফলমূলৰ দ্বাৰা পূজা কৰে। পূজাৰ মন্ত্ৰ বড়ো-কছাৰীৰ লোকবিশ্বাসৰ মন্ত্ৰৰেই গোৱা হয়। ব্ৰহ্ম ধৰ্মত দীক্ষিত হোৱা প্ৰায় মানুহবোৰেই অধ্যাত্মবাদী। তেওঁলোকে খেৰাইৰ দেৱ-দেৱীবোৰক নিজৰ দেহাত্মা আৰু পৰমাত্মাৰ লগত খাপ খুৱাবলৈ চেষ্টা কৰে।" আকৌ ব্ৰহ্ম ধৰ্মত দীক্ষিতসকলৰ বিবাহৰ নিয়ম সম্পৰ্কে ভবেন নাৰ্জ্জীয়ে লিখিছে—'ব্ৰহ্ম ধৰ্মত দীক্ষিত হোৱা বড়ো-কছাৰীসকলে দৰাই কন্যাৰ ঘৰত বিয়া কৰাৰ নিয়ম। আদিম ধৰ্মী বড়ো-কছাৰীৰ মতে দৰাই বিয়া কৰিবলৈ কন্যাৰ ঘৰত যোৱাৰ নিয়ম নাই। ব্ৰহ্ম ধৰ্মৰ বড়ো-কছাৰীসকলে আৰ্যৰ সংস্কৃত মন্ত্ৰৰে হোম পুৰি বিয়া কাৰ্য সম্পাদন কৰে। আজিকালি সংস্কৃতৰ ভাঙনি বড়ো ভাষাৰ দ্বাৰা মন্ত্ৰ মাতি হোম পুৰে। আদিম ভাৱী বড়ো-কছাৰীসকলে 'হাথাচুনি' প্ৰথাৰে বিবাহ কাৰ্য সম্পাদন কৰে।....."

বড়ো-কছাৰী সমাজৰ হিন্দুকৰণ প্ৰক্ৰিয়াত মুখ্য ভূমিকা লোৱা কালীচৰণ ব্ৰহ্মাই বড়ো-কছাৰী সমাজত প্ৰচলিত নাৰীহৰণ প্ৰথা বন্ধ কৰা, মদ-কানি নিবাৰণ কৰা, মহাত্মাৰ অহিংসা নীতি প্ৰচাৰ কৰা, আদি কামত আত্মনিয়োগ কৰিছিল। এনে ধৰণৰ ধাৰ্মিক-সামাজিক দিশৰ বাহিৰেও অন্যান্য ক্ষেত্ৰতো কালীচৰণ ব্ৰহ্মৰ ভূমিকা আছিল অনবদ্য। গোৱালপৰা জিলাৰ জমিদাৰ আৰু জোটদাৰ সকলৰ স্বেচ্ছাচাৰিতা আৰু শোষণৰ পৰা দৰিদ্ৰ জনসাধাৰণক মুক্ত কৰিবলৈকো ব্ৰহ্মাই এক বিপ্লৱৰ সূচনা কৰিছিল আৰু সেই কামত সফলতা পাইছিল।

১৯১৯ চনতে কালীচৰণ ব্ৰহ্মৰ যত্নতে সদৌ অসম বড়ো ছাত্ৰ সন্মিলন গঠিত হৈছিল।

এই ছাত্ৰ সন্মিলনে বড়ো সমাজৰ শিক্ষা আৰু সাহিত্য চৰ্চাৰ লগতে সামাজিক-ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত বিশিষ্ট ভূমিকা গ্ৰহণ কৰি আহিছে। বড়ো অধ্যুষিত অঞ্চলত আধুনিক শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কামত আত্মনিয়োগ কৰা কালীচৰণ ব্ৰহ্মাই ১৯২৯ চনত বড়ো- কছাৰী ৰাইজৰ প্ৰতিনিধিত্ব কৰি চাইমন কমিচনৰ ওচৰত স্মাৰক-পত্ৰ দিছিল। বড়ো সমাজৰ লগতে অসমীয়া জাতিৰ অৰ্থনৈতিক উন্নয়নৰ বাবে অহৰহ চেষ্টা কৰা কালীচৰণ ব্ৰহ্মাই 'ব্ৰহ্ম কোম্পানী' গঠন কৰিছিল। অৰ্থনৈতিক সমৃদ্ধিৰ বাবে কাৰিকৰী শিক্ষাৰ প্ৰতি আগ্ৰহী এইজনা ব্যক্তিয়ে উইভিং এণ্ড কাৰ্পেণ্ট্ৰি স্কুলো স্থাপন কৰিছিল।

১৯৩৮ চনৰ মে' মাহত এইগৰাকী মহান অসমীয়াৰ পৰলোক প্ৰাপ্তি ঘটে। অৱশ্যে তেওঁ অসংখ্য শিষ্যক এৰি থৈ গৈছিল, যিসকলে বড়ো সমাজৰ শিক্ষা- সংস্কৃতি,ৰাজনৈতিক আৰু অৰ্থনৈতিক সমৃদ্ধিৰ বাবে কাম কৰি গৈছে।

## (৩৮)
## কৃষ্ণকান্ত ভট্টাচাৰ্য

১৮৬৩ চনত যোৰহাটত জন্মগ্ৰহণ কৰা কৃষ্ণকান্ত ভট্টাচাৰ্যই অসমৰ সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত, বিশেষকৈ সংবাদ জগতত বিশেষ চিহ্ন এৰি থৈ গৈছে। সাংবাদিক হিচাপে তেওঁ যি নিৰ্ভীক আৰু নিৰপেক্ষভাবে কাম-কাজ কৰিছিল আৰু স্বদেশপ্ৰেমৰ মন্ত্ৰেৰে উদ্বুদ্ধ হৈছিল, সেয়া শলাগিবলগীয়া।অনুন্নত পৰিবহন ব্যৱস্থা, উন্নতমানৰ ছপাশালৰ অভাৱ, সাহসী সাংবাদিকৰ অভাৱ আৰু বিশেষকৈ ইংৰাজ চৰকাৰৰ স্বেচ্ছাচাৰিতাৰ দৰে এনে-এবুৰি সমস্যাৰ মাজতো অসমৰ সংবাদ জগতখনক এক বিশেষ ধৰণৰ মৰ্য্যদাপূৰ্ণ স্থানত উপনীত কৰাবলৈ কৃষ্ণকান্ত ভট্টাচাৰ্যই অহৰহ চেষ্টা চলাইছিল।

কৃষ্ণকান্ত ভট্টাচাৰ্য আছিল ইংৰাজ চৰকাৰৰ অধীনৰ পেস্কাৰ। নিম্ন মধ্যবিত্ত ঘৰৰ সন্তান কৃষ্ণকান্তই একমাত্ৰ জীৱিকাৰ স্বাৰ্থতহে পেস্কাৰৰ চাকৰি কৰিছিল। কিন্তু তেওঁৰ মুখ্য চিন্তা আছিল দেশ আৰু জাতিৰ উন্নতিটোহে। তেওঁৰ বিশ্বাস আছিল মানুহ শিক্ষিত হ'লেহে চিন্তা কৰিবলৈ শিকিব আৰু উন্নত চিন্তা-চৰ্চাইহে জাতি এটাক ক্ৰমশঃ ওপৰলৈ তুলি নিব। এইক্ষেত্ৰত মুখ্য ভূমিকা ল'ব পাৰে বাতৰি কাকতে। সেইবাবেই অহৰহ তেওঁৰ ইচ্ছা আছিল পেস্কাৰৰ চাকৰিটো ত্যাগ কৰি বাতৰি কাকত এখন উলিওৱাৰ। কিন্তু ইচ্ছা থাকিলেইতো নহ'ব, পুঁজিও লাগিব।

অৱশেষত কৃষ্ণকান্ত ভট্টাচাৰ্যৰ আশা এদিন পূৰণ হ'ল। 'আউনীআটী' সত্ৰত 'ধৰ্ম প্ৰকাশ যন্ত্ৰ' নামেৰে পুৰণি প্ৰেছ এটা এনেয়েই পৰি আছিল, যৰ পৰা উক্ত সত্ৰৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীয়ে বহুকেইখন ধৰ্মগ্ৰন্থ ছপোৱাৰ লগতে 'আসাম বিলাসিনী' নামৰ কাকতখনো ছপাইছিল। দত্তদেৱ গোস্বামীৰ পুত্ৰ কমলদেৱৰ পৰা ১৯১২ চনত খুজি আনি কৃষ্ণকান্তই প্ৰেছটো যোৰহাটৰ নিজা ঘৰত বহুৱালে আৰু কমলদেৱক কথা দিলে যে প্ৰেছৰ নাম ধৰ্মপ্ৰকাশ যন্ত্ৰই থাকিব আৰু মৃত 'আসাম বিলাসিনী'ৰ জীৱনদান কৰি পুনৰ ছপাব।

ইতিমধ্যে ইংৰাজ চৰকাৰৰ শিক্ষা বিভাগে এক নতুন নিয়ম কৰিলে যে যিসকল হাইস্কুলীয়া ছাত্ৰই একেটা শ্ৰেণীত দুবাৰকৈ ফেইল কৰিছে, তেওঁলোকৰ নাম কাটি দিব লাগে। ভট্টাচাৰ্যই চিন্তা কৰিলে যে, অভাৱী বহু ল'ৰাই সুবিধা নোপোৱাৰ বাবেই পৰীক্ষাত ফেইল কৰে. আৰু তেনে ছাত্ৰক পুনৰ পঢ়িবলৈ উৎসাহ দিয়াৰ সলনি চৰকাৰে নাম কাটিবহে

বিচাৰে? ইয়াৰ উচিত প্ৰত্যুত্তৰ দিয়াৰ বাবেই কৃষ্ণকান্ত ভট্টাচাৰ্যই উপেন্দ্ৰনাথবৰুৱাক প্ৰধান শিক্ষক হিচাপে নিযুক্তি দি নতুন স্কুল এখন যোৰহাটত খুলিলে, য'ত কোনো ছাত্ৰৰে নাম কটা যোৱাৰ কোনো চিন্তা নাই।...... ১৯১৩ চনৰ পৰা 'আসাম বিলাসিনী'ৰ ছপাৰ কামো আৰম্ভ হ'ল।

নিৰ্ভীক, স্পষ্টবাদী কৃষ্ণকান্ত ভট্টাচাৰ্যই ইংৰাজৰ বিৰুদ্ধে বহু কথা খোলোচাকৈ কৈছিল, কিন্তু এইবাৰ স্কুল আৰু ছপাখানা খোলা কামটো ইংৰাজে আৰু সহ্য কৰিব নোৱাৰিলে। কথা আৰু কামৰ মাজত মিল দেখা পোৱাৰ পাছত কৃষ্ণকান্ত ভট্টাচাৰ্যৰ বেমাৰৰ চেলু লৈ ইংৰাজ চৰকাৰে তেওঁক জোৰ-জবৰদস্তিকৈ অৱসৰ দিলে। ১৯১৬ চনত কৃষ্ণকান্তই অৱসৰ পালে। পেঞ্চাৰ থকাৰ বাবে 'আসাম বিলাসিনী'ৰ দ্বিতীয় পৰ্য্যায় ছপা হোৱাৰ তিনিবছৰলৈ তেওঁ কাকতৰ কামত বৰকৈ লগিব পৰা নাছিল। তদুপৰি তেওঁ যোৰহাটত থাকিলে বিপদ হ'ব পাৰে বুলি ইতিমধ্যে তেওঁক শিৱসাগৰলৈ বদলি দিয়া হৈছিল। সেইবাবে সেই কেইবছৰ ঘনকান্ত ভট্টাচাৰ্যই 'আসাম বিসাসিনী'ৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছিল। ১৯১৬ চনত অৱসৰ পাই 'আসাম বিলাসিনী'ৰ সম্পাদনাৰ কামখিনি কৃষ্ণকান্ত ভট্টাচাৰ্যই নিজেই গ্ৰহণ কৰিলে।

এইবাৰ 'আসাম বিলাসিনী'য়ে মৰ্যাদাপূৰ্ণ কাকত হিচাপে প্ৰাণ পাই উঠিল। কাকতখন মাথো জাতীয়তাবাদী ভাবধাৰাৰেই নাছিল, ইংৰাজ শাসক আৰু বিষয়া-কৰ্মচাৰীৰ দুৰ্নীতি-কু-কীৰ্তিবোৰ স্পষ্ট ৰূপত প্ৰকাশ কৰাৰ ক্ষেত্ৰত কাকতখনৰ স্থান সদায় আগত আছিল। সেয়ে 'আসাম বিলাসিনী' বুলিলেই সাধাৰণ ৰাইজৰ পৰা স্বাধীনতা বুঁজাৰু, ইংৰাজৰ আমোলা-বিষয়া সকলোৱে পঢ়িছিল। আনকি ইংৰাজ চাহাবসকলেও হেনো কাকতখন নি তলতীয়া অসমীয়া কৰ্মচাৰীক পঢ়িবলৈ দি তাৰ সাৰাংশখিনি ইংৰাজীত বুজি লৈছিল।

এই কথা ঠিক যে প্ৰথমছোৱাত বিলাসিনীয়ে স্বাধীনতাৰ সপক্ষে বেছিকৈ লিখা-মেলা কৰা নাছিল, কিন্তু মহাত্মা গান্ধীয়ে যোৰহাটত ভৰি দিয়াৰ পাছৰে পৰা কাকতখনে অন্য ৰূপ ল'লে। মহাত্মাৰ অহিংসা নীতিৰ প্ৰতি অনুপ্ৰাণিত হৈ বিলাসিনীত অসহযোগ আন্দোলন সম্পৰ্কীয় প্ৰবন্ধ, বিভিন্ন ঠাইত হোৱা চৰকাৰ বিৰোধী সভা-সমিতিবোৰৰ বিষয়ে সম্পূৰ্ণ বিৱৰণ আৰু নেতাসকলৰ বক্তব্যৰ বিষয়ে প্ৰতিটো সংখ্যাতে প্ৰকাশ পাবলৈ ধৰে। শিৱসাগৰৰ উপায়ুক্ত ক্ৰিল ছাহাবে কৃষ্ণকান্ত ভট্টাচাৰ্যক 'ত্ৰাস' হিচাপে গণ্য কৰিব ল'লে। কৃষ্ণকান্ত ভট্টাচাৰ্যক শাৰীৰিক আৰু মানসিকভাবে বিধ্বস্ত কৰিবলৈ ইংৰাজে কৃপণালি নকৰিলে। আনকি শেষত পৈতৃক সম্পত্তিও নিলামত হেৰুৱাই সৰ্বশ্ৰান্ত হ'ল এইগৰাকী সাংবাদিক-সম্পাদক। প্ৰেছৰ দৰমহা আদি সময়মতে দিব নোৱৰাত কৰ্মচাৰীসকলে চাকৰি এৰি গুচি গ'ল। তথাপিও হাৰি যোৱা নাছিল কৃষ্ণকান্তই, নিজেই কম্প'জ কৰি, প্ৰুফ চাই, মেচিন চলাই কাকত উলিয়াই বিভিন্ন জনলৈ পঠিয়াইছিল। কিন্তু শেষত তেওঁ নোৱাৰিলে। ডিম্বেশ্বৰ বৰুৱা নামৰ এজন লোকৰ হাতত প্ৰেছ বিক্ৰী কৰিলে। পাছত ভট্টাচাৰ্যই 'সুপ্ৰভাত' আৰু 'জননী' নামেৰে দুখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিবলৈ লৈছিল। শেষ জীৱনত অশীতিপৰ কৃষ্ণকান্তই যোৰহাটত এখন সংস্কৃত কলেজ স্থাপন কৰিবলৈ বিভিন্নজনৰ দুৱাৰে-দুৱাৰে, অফিচে-কাছাৰীয়ে দান-বৰঙণি তুলি ফুৰিছিল। কিন্তু সংস্কৃত কলেজে গঁজালি মেলাৰ আগতে ১৯৫১চনৰ ১৮ জানুৱাৰীৰ নিশা ৮৮ বছৰ বয়সত কৃষ্ণকান্ত ভট্টাচাৰ্যই ইহলীলা সম্বৰণ কৰিলে। অসমৰ সংবাদ জগতৰ অন্যতম পথ নিৰ্দেশক, সাহসী, পৰিশ্ৰমী এগৰাকী অসমীয়াই এইদৰেই মহৎ কৰ্মৰে ভৱিষ্যত পুৰুষৰ বাবে প্ৰেৰণাৰ প্ৰতীক হৈ ৰ'ল।

## (৩৯)

# মাধৱ চন্দ্ৰ বৰদলৈ

স্বদেশ আৰু মাতৃভাষাৰ প্ৰতি থকা প্ৰবল অনুৰাগে মাধৱ চন্দ্ৰ বৰদলৈৰ কৰ্মস্পৃহা বঢ়াইছিল। পুৰণি অসমীয়া সাহিত্য উদ্ধাৰৰ বাবে তেওঁ অহৰহ চেষ্টা চলাইছিল আৰু তাৰ বাবে শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰাৰ উপৰি তেওঁ অজস্ৰ টকা-পইচা খৰচ কৰিছিল। অথচ তেওঁৰ শৈশৱ, কৈশোৰ আৰু যৌৱনকাল পাৰ হৈছিল চূড়ান্ত দৰিদ্ৰতাৰ মাজত। উত্তৰ গুৱাহাটীৰ কল্পনাথ শৰ্মা বৰদলৈৰ সন্তান মাধৱ চন্দ্ৰৰ জন্ম হৈছিল ১৮৬৪ চনত। কল্পনাথ আছিল কমিচনাৰ অফিচৰ এগৰাকী সাধাৰণ কেৰাণী।

আনন্দৰাম বৰুৱাৰ সহপাঠী মাধৱচন্দ্ৰ বৰদলৈয়ে ১৮৬৪ চনত গুৱাহাটীৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ বহু কন্দা-কটা কৰিহে পিতাকৰ পৰা অনুমতি লৈ কলিকতালৈ উচ্চ শিক্ষাৰ বাবে গৈছিল। কাৰণ অতি নীতিনিষ্ঠ ব্ৰাহ্মণ হিন্দু কল্পনাথ বৰদলৈয়ে বিশ্বাস কৰিছিল যে কলিকতালৈ যোৱা মানেই জাতিভ্ৰষ্ট আৰু ধৰ্মভ্ৰষ্ট হোৱা। গতিকে ইয়াতে চাকৰি-বাকৰি কৰি ঘৰ-সংসাৰ কৰিবলৈ পুত্ৰ মাধৱ চন্দ্ৰক পৰামৰ্শ দিছিল। কিন্তু উচ্চ শিক্ষাৰ প্ৰতি অতিকৈ আগ্ৰহ থকা উচ্চাকাংক্ষী মাধৱ চন্দ্ৰই বহু কষ্টৰ মূৰত দেউতাকক সৈমান কৰিহে কলিকতালৈ যায়।

প্ৰচণ্ড ব্যক্তিত্ব আছিল মাধৱ চন্দ্ৰৰ চেহেৰা আৰু চৰিত্ৰত। তেওঁ অতি সহজেই মানুহক তেওঁৰ প্ৰতি আকৃষ্ট কৰিব পাৰিছিল। তেওঁৰ এই ব্যক্তিত্বৰ বাবেই কলিকতাত তেওঁ বহু অনুৰাগী বন্ধু গোটাইছিল। তেওঁৰ এই অমায়িক আৰু ভদ্ৰ ব্যৱহাৰে সকলোকে আকৰ্ষিত কৰিছিল।

কলিকতাত এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হ'লেও মাধৱ চন্দ্ৰই বি. এ. পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। দ্বিতীয়বাৰ পুনৰ বি. এ. পৰীক্ষাৰ বাবে টকা-পইচাৰ অভাৱ হোৱাত কলিকতাৰ পৰা উভতি আহি নগাঁৱৰ কোনোবা এটা অফিচত কেৰাণীৰ চাকৰিত সোমাল। তাৰ পাছত গুৱাহাটীৰ জাহাজ কোম্পানীৰ এজেণ্ট এজনৰ ওচৰত হেড ক্লাৰ্কৰ চাকৰি কৰিবলৈ ল'লে।

জাহাজ কোম্পানীৰ কাম কৰি থাকোতে এটা ঘড়ী ক্ৰয়ৰ কথাত কন্দৰ্পেশ্বৰ সিংহ (স্বৰ্গদেৱ) আৰু আউনীআটি সত্ৰৰ সত্ৰাধিকাৰৰ সৈতে জেদত লাগি তেওঁ ৯০০ টকা দিবলৈ বাধ্য হ'ল। সেইখিনি টকা পৰিশোধ কৰিবৰ বাবে দুবছৰৰ সময় লৈ জাহাজৰ কাম ইস্তফা দি বৰদলৈ কলিকতালৈ গুচি গ'ল। তেওঁ কলিকতীয়া বন্ধুসকলৰ সহযোগত বৰিশালত মাষ্টৰৰ চাকৰি এটা যোগাৰ কৰিলে। বৰিশালত তেওঁ তিনি বছৰ মাষ্টৰী চাকৰি কৰিলে আৰু কলিকতাতেই পঢ়া-শুনা কৰি এল. এল পৰীক্ষাত উত্তীৰ্ণ হৈ অসমলৈ উভতি আহি কন্দৰ্পেশ্বৰ সিংহৰ টকাখিনি দি গুৱাহাটীত ওকালতি কৰি চৰকাৰৰ কৃপাধন্য হ'ল আৰু তেওঁ এক্সট্ৰা এছিষ্টেণ্ট কমিচনাৰৰ চাকৰি এটাও পালে। তাৰ পাছৰ পৰা অসম আৰু বঙ্গ দেশৰ বিভিন্ন ঠাইত কৃতিত্বৰে চাকৰি কৰিলে।

তেওঁ আছিল অতি পৰিশ্ৰমী ব্যক্তি। যিমান পাৰে তেওঁ সাধাৰণ মানুহৰ স্বাৰ্থৰ হকে কাম কৰিছিল আৰু অতি জনপ্ৰিয় ব্যক্তি হিচাপে জনাজাত হৈ পৰিছিল। চিলেটত কাম কৰি থাকোতে তেওঁৰ কাৰ্যদক্ষতা দেখি সকলো আচৰিত হৈছিল আৰু 'চিলেট ক্ৰনিকেল' নামৰ

কাকতখনে বহুবাৰ তেওঁক দক্ষ আৰু বিবেচক বিচাৰক আখ্যা দিছিল।

মাধৱ চন্দ্ৰ বৰদলৈ ৬১ বছৰহে জীয়াই আছিল। সুন্দৰ-সুঠাম মানুহজন আৰু কেইবছৰমান জীয়াই থকাৰ থল আছিল, কিন্তু তেওঁৰ হাড় ভঙা পৰিশ্ৰমেই অৱশেষত মৃত্যুৰ কাৰণ হ'লগৈ। প্ৰয়োজনতকৈ অধিক পৰিশ্ৰমী এইজন লোকৰ চাকৰিত থকাকালতে স্বাস্থ্য পৰি আহিবলৈ লৈছিল বাবেই ডেৰ বছৰৰ অধিক সময় তেওঁ পেঞ্চন ভোগ কৰিবলৈ নাপালে। তেওঁ যেতিয়া নৰিয়াত পৰি আছিল, তেতিয়া বিভিন্ন ঠাইৰ পৰা অহা সাধাৰণ মানুহে তেওঁক এবাৰ চাই প্ৰণাম জনাবলৈ তেওঁৰ ঘৰৰ বাৰাণ্ডাত কন্দা-কটা কৰিছিল। এই মানুহবোৰক হয়তো বৰদলৈ ডাঙৰীয়াই বহুবাৰ উপকাৰ কৰি থৈছিল। দুখীয়া লোককেই নহয়, দুখীয়া বহু ছাত্ৰকো তেওঁ বহু সময়ত পঢ়াৰ খৰচ-পাতি যোগাইছিল।... তেওঁৰ মৃত্যুৰ সময়ত শ শ মানুহ গোট খাইছিল আৰু শ্মশানলৈ নিওঁতে এই মানুহবোৰে কান্দি-কাটি, খোল-মৃদঙ্গ বজাই কীৰ্তন গাই সমদল কৰি গৈছিল।

সাধাৰণতে দেখা যায় যে পৰিশ্ৰমী, কষ্ট সহিষ্ণু মানুহৰ কিছু হ'লেও খং থাকে। কিন্তু মাধৱ চন্দ্ৰ বৰদলৈৰ ভিতৰি জেদ থাকিলেও খং মুঠেই নাছিল। ওকালতি বা চাকৰি কৰি থকা অৱস্থাতো তেওঁৰ বহু প্ৰতিদ্বন্দ্বীয়ে ঈৰ্ষাত টান কথা শুনাইছিল, বিভিন্ন ধৰণেৰে বেদনা দিছিল। কিন্তু মাধৱ চন্দ্ৰই কাহানিও কাৰোবাক বেয়াকৈ কথা কৈছিল বুলি শুনা নাযায়। সততাৰ প্ৰতি নিষ্ঠাবান এইজনা লোকক ইংৰাজে 'ৰায়বাহাদুৰ' খিতাপ দিছিল।

মাধৱ চন্দ্ৰ বৰদলৈৰ সাহিত্যত যথেষ্ট ৰাপ আছিল। তেওঁ লিখা-মেলাও কৰিছিল। মাতৃভাষাক অতিকৈ ভাল পোৱা এইজনা লোকে পুৰণি অসমীয়া সাহিত্যৰ পুথি উদ্ধাৰৰ বাবে বহু অৰ্থ ব্যয় কৰিছিল। আনকি মাধৱ কন্দলিৰ লুপ্তপ্ৰায় ৰামায়ণখন বহু অৰ্থ ব্যয় কৰি নিজেই ছপাইছিল। শুদ্ধ অসমীয়া লিখাৰ বাবে তেওঁ সকলোকে প্ৰেৰণা দিছিল। তেওঁ এই কথা সদায় বিশ্বাস কৰিছিল যে ভাষা-সাহিত্যৰ উন্নতি হ'লেহে অসমীয়া জাতিৰ উন্নতি হ'ব। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনৰ এণ্ট্ৰেন্স আৰু এফ. এ. পৰীক্ষাৰ অসমীয়া বিভাগৰ প্ৰশ্নকাৰ আৰু পৰীক্ষক আছিল। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে এই দায়িত্ব গ্ৰহণ কৰিছিল।

মাধৱ চন্দ্ৰৰ বাবে সকলো মানুহ সমান আছিল। কি জাতি, কি ধৰ্ম, কি ভাষা— এই সকলোবোৰ কথাই গৌণ আছিল। মানৱপ্ৰেমী এইজন লোকে সঁচাকৈয়ে সকলো সময়তে জাত-পাতৰ উৰ্দ্ধত থাকি কাম কৰিছিল, আনকি অসমীয়া লোকতকৈ আন জাতিৰ লোকসকলহে বেছিকৈ তেওঁৰ বন্ধু আছিল। ১৯০৭ চনৰ ১০ অক্টোবৰৰ পুৱা এইগৰাকী মহান ব্যক্তিৰ মৃত্যু ঘটিছিল।

## (৪০)

# ৰত্নেশ্বৰ মহন্ত

মাথো ২৯ বছৰেই জীয়াই আছিল প্ৰসিদ্ধ লেখক ৰত্নেশ্বৰ মহন্ত (১৮৬৪-৯৩)। 'ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী'ৰ সম্পাদক ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাই তেওঁৰ 'মহাফেজখানাৰ খিড়িকীয়েদি' নামৰ গ্ৰন্থখনত লিখিছে- "ৰত্নেশ্বৰ মহন্তৰ সাহিত্য-কৰ্মৰ সৰহ ঠাই আগুৰিছে তেওঁৰ ঐতিহাসিক অনুসন্ধিৎসাই। তেওঁ একাধিক ঐতিহাসিক সিদ্ধান্ত ভ্ৰান্ত বুলি এতিয়া হয়তো অনেকেই প্ৰমাণ কৰিব পাৰিব। কিন্তু বাটকটীয়াৰ ভ্ৰান্তিয়েও যদি অনুসৰণকাৰীক

নতুন পথৰ সন্ধান দিয়ে, তাতো বাটকটীয়াৰ কৃতিত্ব।.... ৰত্নেশ্বৰ মহন্তই আজিৰ সমাজত স্বকীয় যোগ্যতা লাভ কৰিব এইবাবেই যে তেওঁৰ তেনে ধ্যান-ধাৰণাৰ মাজত থকা ছবিখনেও উনবিংশ-শতিকাৰ অসমৰ সমাজ-জীৱনৰ গতিপথৰে সন্ধান দিব পাৰিছে। তদুপৰি, যি কেইজন সীমিত সংখ্যক ব্যক্তিয়ে যোবাটো শতিকাৰ অসমৰ সাংস্কৃতিক ক্ষেত্ৰত এক বৌদ্ধিক পৰিমণ্ডল গঢ়ি তুলিছিল,নিৰ্বিবাদে আৰু নিঃসন্দেহে সেইকেইজন ব্যক্তিৰ ভিতৰৰে বিশিষ্ট নাম হ'ল ৰত্নেশ্বৰ মহন্ত।"

ৰত্নেশ্বৰ (শৰ্মা) মহন্ত উনবিংশ শতিকাৰ এগৰাকী অগ্ৰণী কবি, নাট্যকাৰ, বুৰঞ্জীবিদ আৰু প্ৰবন্ধকাৰ। তেওঁ 'জোনাকী' আৰু 'আসাম-বন্ধু'ক কেন্দ্ৰ কৰি গঢ় লৈ উঠা লেখকসকলৰ ভিতৰত অন্যতম। ৰত্নেশ্বৰ মহন্তৰ পিতৃ আছিল উত্তৰ লক্ষীমপুৰৰ কলিয়াগুৰু সত্ৰৰ অধিকাৰ থানেশ্বৰ শৰ্মা মহন্ত আৰু মাতৃ আছিল জয়ন্তী দেৱী। মানৰ আক্ৰমণৰ সময়ত থানেশ্বৰ মহন্ত কামৰূপলৈ পলাই আহি ক্ৰমে বেতনা, সোণকোৰী আদিত থাকি পলাশবাৰীত বসতি কৰিব লৈছিল। পাছত তেওঁ গুৱাহাটীলৈ উঠি আহি নগাঁৱৰ পুৰণিগুদামৰ বগা খাউণ্ডৰ কন্যাক বিয়া কৰায়। ৰত্নেশ্বৰ মহন্তৰ শৈশৱস্থাতে দেউতাকৰ মৃত্যু হৈছিল। মাতৃয়ে তেওঁক অশেষ যত্নেৰে ডাঙৰ-দীঘল কৰিলে আৰু গুৱাহাটীতে পঢ়ি প্ৰবেশিকা পৰীক্ষাত মহন্ত উত্তীৰ্ণ হ'ল। অৱশ্যে ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ মতে, মহন্তই নগাঁৱৰ পৰাহে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তাৰ পাছত মাতৃ-সন্তান দুয়ো পুৰণিগুদামৰ মোমায়েকৰ ঘৰলৈ উঠি আহে(১৮৮০), কাৰণ এক মোকৰ্দ্দমা সূত্ৰে তেওঁলোকে গুৱাহাটীৰ ঘৰ-বাৰী হেৰুৱালে।

সেই সময়ত গুণাভিৰাম বৰুৱা আছিল নগাঁৱৰ ই. এ চি। কৈশোৰতে সাহিত্য-চৰ্চাৰ প্ৰতি ধাউতি জন্মা মহন্তই নগাঁৱত গুণাভিৰাম বৰুৱাৰ সান্নিধ্য লাভ কৰে। মহন্ত এইবাৰ নগাঁৱৰ কাছাৰীত অস্থায়ীভাবে মহৰীৰ কামত সোমায় আৰু পাছলৈ একাউণ্টেণ্ট হয়গৈ। নগাঁৱৰ বাপুৰাম শৰ্মাৰ কন্যাক ৰত্নেশ্বৰ মহন্তই বিয়া কৰাইছিল। এই বাপুৰাম শৰ্মা আছিল আকৌ (পণ্ডিত) হেমচন্দ্ৰ গোস্বামীৰ মহাৰু। গোস্বামীয়ে এওঁৰ ঘৰতেই থাকি পঢ়া-শুনা কৰিছিল। এইদৰেই গোস্বামী আৰু মহন্ত ঘনিষ্ঠ হৈ পৰিছিল। হেমচন্দ্ৰ গোস্বামীৰ বাবেই পাছলৈ কলিকতাৰ সাহিত্যপ্ৰেমী ছাত্ৰসমাজৰ চিন্তা-চৰ্চাৰ সান্নিধ্য লাভ কৰিছিল ৰত্নেশ্বৰ মহন্তই।

১৮৮৫ চনৰ পৰা গুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'আসাম-বন্ধু' নামৰ মাহেকীয়া কাকত ছপা হৈছিল। প্ৰথম সংখ্যাৰ পৰা শেহলৈ আসাম-বন্ধুৰ নিয়মীয়া লেখক আছিল ৰত্নেশ্বৰ মহন্ত। 'গাৰো-বৃত্তান্ত' নামৰ ধাৰাবাহিক নিবন্ধৰ উপৰিও 'স্বাধীনতা নে স্বেচ্ছাচাৰ', 'অসমীয়া আৰু বিদেশী সাজ', ' ঘৈণীৰ কৰ্তব্য আৰু স্ত্ৰী শিক্ষা', ' জান্তৱ-জীৱন' আদি তেওঁৰ প্ৰবন্ধ আৰু বহু কবিতা আসাম-বন্ধুত প্ৰকাশ পাইছিল। ১৮৮৯ চনত কলিকতাৰ পৰা প্ৰকাশিত 'জোনাকী' আলোচনীৰ এগৰাকী অগ্ৰণী লেখক আৰু পৃষ্ঠপোষক আছিল ৰত্নেশ্বৰ মহন্ত। নগাঁৱত জোনাকীৰ গ্ৰাহক সংগ্ৰহ কৰা, বৰঙণি তোলা আৰু কলিকতালৈ পঠিওৱা তথা কাকতখনৰ স'তে যুক্ত অন্য বহু কাম কৰিছিল তেওঁ। 'মনোবৃত্তি', ' ভাৱনা' , 'বিবাহ' , ' মোৱামৰীয়া বিদ্ৰোহ', 'ৰাম সৰস্বতী', 'মিনাৱতী', 'তুলাৰাম সেনাপতি', 'জয়মতী কুঁৱৰী', ' লাঙি গদাপাণি' আদি প্ৰবন্ধ জোনাকীত প্ৰকাশ পাইছিল।

এগৰাকী নিপুণ অভিনেতা হিচাপে স্বীকৃতি পোৱা মহন্তই নাটকো লিখিছিল ভালেকেইখন। 'অসম নাট্য সমিতি' স্থাপন কৰি উদ্বোধনৰ দিনাখন অভিনয় কৰা নাটক 'জয়মতী' ৰ নাট্যকাৰো আছিল মহন্ত নিজেই। এই ৰত্নেশ্বৰ মহন্তই 'জয়মতী কুঁৱৰী' বা 'লঙ্গি গদাপাণি' শিৰোনামাৰে জয়মতী উপাখ্যানটো উদ্ধাৰ কৰোঁতা বুলি বেণুধৰ শৰ্মাই

কৈছে। ডিম্বেশ্বৰ নেওগৰ মতে, "স্বৰূপত অসমীয়াত বৰ্তমান চলিত জয়মতীৰ কাহিনীৰ বাবে অকল এৰেঁই প্ৰশংসাৰ আগভাগ পায়।" কৈ আহিছো, নাট্যকাৰ ৰত্নেশ্বৰ মহন্তৰ কথা। জয়মতীৰ বাহিৰেও তেওঁ ৰচনা কৰা অন্য নাটক সমূহ জয়দ্ৰথ বধ, দ্ৰৌপদী হৰণ, বেণী-সংহাৰ, ৰজা হৰিচন্দ্ৰ আদি।

বহুকেইখন পুথিও লিখিছিল ৰত্নেশ্বৰ মহন্তই। ১৮৯৫ চনত ৰমাকান্ত বৰকাকতী আৰু কনকলাল বৰুৱাই যুটীয়াভাবে সম্পাদনা কৰিছিল এখন পুথিৰ তালিকা। এই 'পুথিৰ তালিকা'ত সেইপৰ্যন্ত অসমীয়া ভাষাত প্ৰকাশ পোৱা বা পাণ্ডুলিপি আকাৰে থকা পুথিৰ বিস্তৃত তালিকা এখন লেখক তথা অনুবাদকৰ নামসহ কৃতোৱা হৈছিল। সেই তালিকা অনুসৰি ৰত্নেশ্বৰ মহন্তই লিখা গদ্য পুথিকেইখন হ'ল, 'গাৰো বৃত্তান্ত', 'গোপ-লীলা', 'পাঠাৱলী' (তিনিটা ভাগ); আৰু একমাত্ৰ কবিতাৰ পুথি হ'ল, 'কবিতাৰ হাৰ'। ওপৰত আমি উল্লেখ কৰি অহা নাটক কেইখনৰ নামো এই তালিকাত সন্নিবিষ্ট কৰা হৈছে।

ৰত্নেশ্বৰ মহন্তৰ নিবন্ধবোৰত অভিজ্ঞতা, অধ্যয়ন আৰু অনুসন্ধানৰ চাপ স্পষ্ট। প্ৰকৃত জ্ঞান নথকাকৈ ওপৰা-ওপৰিকৈ তেওঁ কোনো কথা লিখা নাছিল বা সেই সম্পৰ্কত মন্তব্য দিয়া নাছিল। গাৰো বৃত্তান্ত নামৰ পুথিখনিকে এই কথাৰ উদাহৰণ হিচাপে আমি ল'ব পাৰো। পুথিখনিত গাৰো জাতিৰ আচাৰ-নীতি, খোৱা-পিন্ধা, বিবাহ, ধৰ্মোৎসৱ, আদি সকলোধৰণৰ কথাই খুলমূলকৈ আলোচনা কৰা হৈছে। তেওঁ এই পুথি লিখা সময়লৈ (১৮৮৫ চন) সকলো গাৰোৱে যে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা প্ৰৱণতা হৈ গা কৰি উঠিছে সেই কথা তেওঁ স্পষ্টভাবে উপলব্ধি কৰিছিল। সেইবাবেই মহন্তই আক্ষেপ কৰি লিখিছিলঃ '-গাৰোবিলাক যিমানলৈকে খ্ৰীষ্টান হব লাগিছে বোধকৰো অৰ্দ্ধশতিকা মানৰ পাছত প্ৰকৃত গাৰোৰ সঁচ এটিও নাথাকিব।' ৰত্নেশ্বৰ মহন্তৰ এই কথা পাছলৈ আখৰে আখৰে ফলিয়ালে।

১৮৯১ চনত নগাঁৱত কলাজ্বৰে মহামাৰী ৰূপ ধাৰণ কৰিছিল। সেই কলাজ্বৰে আক্ৰান্ত কৰিছিল ৰত্নেশ্বৰ মহন্তকো। সেইবাৰ কলিকতালৈ নি তেওঁক চিকিৎসা কৰি আৰোগ্য কৰা হৈছিল। কিন্তু তাৰ দুবছৰৰ পাছত আকৌ কলাজ্বৰ মহামাৰীত আক্ৰান্ত হ'ল তেওঁ। এইবাৰ কিন্তু ৰক্ষা নপৰিল। বিধবা মাতৃ, পত্নী আৰু দুই কন্যাৰ মৰম নেওচি ৰত্নেশ্বৰ মহন্তই পৰলোকলৈ গতি কৰিলে। তেওঁৰ অকাল মৃত্যুৰ কথা শুনি দুখত কাতৰ হৈ হেমচন্দ্ৰ গোস্বামীয়ে এটি ছনেট লিখিছিল—*"দুখীয়া দেশৰ বত্ন দুখৰ সোদৰ/বহুত আশাৰ কুমলীয়া ঢোপকলি/নৌহওঁতেই হায় পাহিটি মুকলি/হ'লা বলি অকালতে কাল তক্ষকৰ।"*

## (৪১)
# ঘনশ্যাম বৰুৱা

মাণিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদিতকৈ বহু কনিষ্ঠ হ'লেও বিভিন্ন কামত এওঁলোকৰ অন্যতম সহযোগী আছিল ঘনশ্যাম বৰুৱা। ১৮৬৭ চনৰ ১৫ এপ্ৰিলত গোলাঘাটৰ খুমটাইত ঘনশ্যাম বৰুৱাৰ জন্ম। তেওঁৰ পিতৃ কান্তি বৰুৱা খুমটাইৰ মৌজাদাৰ আৰু শিক্ষানুৰাগী ব্যক্তি আছিল।

ঘৰতেই পঢ়া-শুনাৰ আৰম্ভণি কৰি পাছত গুৱাহাটীলৈ আহি কৰি ১৮৮২ চনত ঘনশ্যাম বৰুৱা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কলিকতালৈ গৈ প্ৰেছিডেন্সী কলেজৰ পৰা বি. এ. পৰীক্ষা পাছ কৰে। আইনৰ প্ৰতি আগ্ৰহ থকা বাবে তেওঁ বি. এ.ত উত্তীৰ্ণ

হোবাৰ পাছত বি. এল. পৰীক্ষা দিয়ে আৰু সুখ্যাতিৰে উত্তীৰ্ণ হয়।

সেই সময়ছোৱাতে কলিকতাত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ জন্ম হৈছিল। এই সাহিত্য সেৱক ছাত্ৰৰ দলত তেঁৱো আছিল আৰু প্ৰবন্ধ আনকি নাটকো লিখিবলৈ তেওঁ বাধ্য হৈছিল।... বি. এল. পৰীক্ষাত উত্তীৰ্ণ হোবাৰ পাছত ঘনশ্যাম বৰুৱাই নিজ ঠাই গোলাঘাটলৈ উভতি আহে আৰু ওকালতি আৰম্ভ কৰে। ঘনশ্যাম বৰুৱাই আছিল গোলাঘাটৰ প্ৰথমগৰাকী অসমীয়া বি. এল. উকীল। সেই সময়ত গোলাঘাটহে নালাগে সমগ্ৰ অসমতে অসমীয়া উকীলৰ সংখ্যা তেনেই কম আছিল। তদুপৰি তেওঁ কলিকতাতে নহ'লেও গুৱাহাটীত বিশেষ সুবিধাও পালেহেঁতেন এইক্ষেত্ৰত। তথাপি তেওঁ গোলাঘাটলৈকে উভতি যোৱাৰ নেপথ্যত তেওঁৰ জন্ম ঠাইৰ প্ৰতি একপ্ৰকাৰ মোহেই ক্ৰিয়া কৰিছিল।

মাথো ওকালতিতেই ব্যস্ত নাথাকি তেওঁ গোলাঘাটত তেতিয়া নতুনকৈ স্থাপিত হাইস্কুলখনত ইংৰাজী, অঙ্ক আৰু সংস্কৃত পঢ়ুৱাইছিল। গোলাঘাটৰ মিউনিচিপাল বোৰ্ডৰ চেয়াৰমেন হিচাপে সুখ্যাতি পোৱা ঘনশ্যাম বৰুৱাই ওকালতি আৰু শিক্ষকতাৰ বাহিৰেও জ্যোতিষ চৰ্চা আৰু চিকিৎসা বিদ্যাৰো চৰ্চা কৰিছিল। ফলত তেওঁ লাভ কৰিছিল প্ৰভূত জনপ্ৰিয়তা। বহু ৰোগীৰ ঘৰলৈ নিজেই গৈ তেওঁ চিকিৎসা কৰিছিল।

সমাজ সেৱাৰ নানা কামত ব্যস্ত থকা ঘনশ্যাম বৰুৱাই লাহে লাহে ৰাজনীতিৰ মাজলৈও সোমাই পৰিছিল আৰু ১৯:৩ চনত অসম কাউন্সিলৰ সদস্য হৈছিল। তাৰ পাছতে তেওঁ ভাৰতীয় কাউন্সিলৰ প্ৰতিনিধি হিচাপেও মনোনীত হৈছিল। ১৯১৪ চনত মাণিক চন্দ্ৰ বৰুৱাৰ পাছত তেওঁ 'অসম এছ'চিয়েশ্বন'ৰ সম্পাদক হয়গৈ। অসমৰ ৰাজহুৱা জীৱনত এই এছ'চিয়েশ্বনে যি ভূমিকা লৈছিল, সেয়া সৰ্বজন স্বীকৃত। ১৯১৫ চনত ঘনশ্যামক ইংৰাজ চৰকাৰে 'ৰায়বাহাদুৰ' উপাধি প্ৰদান কৰে।

১৯২১ চনৰ পৰা 'ৰিফৰ্ম কাউন্সিল'ৰ সৃষ্টি হয়। এই কাউন্সিল সৃষ্টি হোৱাৰ আগতে এই সম্পৰ্কত আলোচনা কৰিবলৈ ব্ৰিটিছ চৰকাৰে 'মণ্টেগু-চেমচফোৰ্ড প্ৰস্তাৱনা কমিটী' আৰু 'চাউথ-বুৰো কমিটী' নামেৰে যি দুখন কমিটী পাতি দিছিল, এই দুয়োখনৰে ঘনশ্যাম বৰুৱা আছিল সদস্য। ৰাজনীতিৰ পৰিপক্ক জ্ঞান থকা আৰু অতি জনপ্ৰিয় ব্যক্তি হিচাপে সুখ্যাতি থকা ঘনশ্যাম বৰুৱা 'ৰিফৰ্ম কাউন্সিল'ৰ বাছনিত উঠি মন্ত্ৰী হয়। তেওঁ লাভ কৰিছিল স্বায়ত্ত শাসন আৰু স্বাস্থ্য বিভাগৰ মন্ত্ৰিত্ব। অতি দক্ষ এইজনা মন্ত্ৰীৰ দিনতেই বৰ্তমানেও চলি থকা 'মিউনিচিপাল আইন'খন প্ৰণয়ন কৰা হৈছিল।

সকলো ক্ষেত্ৰতেই অতি পৰিশ্ৰমী আছিল ঘনশ্যাম বৰুৱা। বাহিৰত তেওঁ যিমানেই ডাঙৰ বিষয়বাবত নাথাকক কিয়, ঘৰত কিন্তু এজন অতি সাধাৰণ মানুহ হিচাপে জীৱন-যাপন কৰিছিল। ঘৰুৱা আৰু বাৰীৰ সকলোবোৰ কামেই তেওঁ শৃঙ্খলাবদ্ধভাৱে কৰিছিল। জ্ঞানৰ প্ৰতি আছিল তেওঁৰ তীব্ৰ হেঁপাহ। সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধাৰ ভাব থকাৰ বাবেই 'কোৰাণ শৰীফ'তনো কি লিখা আছে, তাকে বুজিবলৈ মৌলবীসকলৰ পৰা উৰ্দু ভাষাও শিকিছিল। চাহ খেতিয়ক হিচাপেও তেওঁৰ সুখ্যাতি আছিল। তেওঁ নিজেই গোলাঘাটত দলৌজান বাগিচা স্থাপন কৰিছিল।

ঘনশ্যাম বৰুৱা মাথো ৫৬ বছৰহে জীয়াই থাকিল। ১৯২৩ চনত মন্ত্ৰী হৈ থকা অৱস্থাতে অসমৰ ৰাজধানী শ্বিলঙত তেখেতে এই পৃথিৱীৰ পৰা চিৰ বিদায় ল'লে। তেওঁৰ মৃত্যুত আমি এগৰাকী দক্ষ সমাজ সেৱক, ৰাজনীতিক, উকীল আৰু চিকিৎসকক হেৰুৱালো।

## (৪২)

# দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা

১৮৬৭চনত গুৱাহাটীত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম। দুৰ্গাপ্ৰসাদৰ পূৰ্বপুৰুষ কামৰূপ জিলাৰ যদিও পাছত তেওঁৰ পিতৃ নৰোত্তম মজিন্দাৰ বৰুৱাই কামৰূপ এৰি প্ৰথমতে গোলাঘাট আৰু তাৰ পাছত শিৱসাগৰত থাকিবলৈ লয়। দুৰ্গাপ্ৰসাদে শিৱসাগৰতে প্ৰাথমিক শিক্ষা সাং কৰি যোৰহাট চৰকাৰী হাইস্কুলত পঢ়িব লৈছিল। অৱশ্যে হাইস্কুলৰ শিক্ষা ল'লেও কলেজীয়া শিক্ষা গ্ৰহণ কৰা নহ'ল। তেওঁ পঢ়া-শুনা এৰি ব্যৱসায়ত লাগিছিল। ককায়েক ডাঃ মণিৰাম মজিন্দাৰ বৰুৱাৰ সৈতে যুটীয়াকৈ 'কহনা' নামৰ এখন সৰু চাহ বাগিচা খুলি চাহৰ ব্যৱসায়ত নামিছিল যদিও তেওঁৰ এই ব্যৱসায়ত কৃতকাৰ্য হ'ব নোৱাৰিলে।

এইগৰাকী দুৰ্গাপ্ৰসাদ বৰুৱাৰ বিষয়ে নন্দ তালুকদাৰে তেখেতৰ 'জীৱন স্মৰণ' নামৰ গ্ৰন্থখনত লিখিছে - "দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা জোনাকী যুগৰ এগৰাকী কবি, নাট্যকাৰ, শিশু সাহিত্যিক, সাংবাদিক আৰু অভিনেতা। মজিন্দাৰ বৰুৱা কবি-নাট্যকাৰ-অভিনেতা ৰূপে পৰিচিত যদিও প্ৰকৃতপক্ষে তেওঁৰ কৃতিত্ব প্ৰকাশ পাইছে শিশু সাহিত্য আৰু প্ৰহসন ৰচনাৰ মাজেৰেহে।"

অসমীয়া সাহিত্যলৈ মেটমৰা ৰচনা সম্ভাৰ দান কৰি দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই যথেষ্ট গুৰুত্বপূৰ্ণ কাম কৰিছে। গল্প- উপন্যাসৰ বাদে সাহিত্যৰ এনে এক বিষয় নাই, য'ত তেখেতে হাত দিয়া নাই আৰু এই কথাও কব পাৰি যে সকলোবোৰতে তেখেতে যথেষ্ট কৃতিত্ব প্ৰদৰ্শন কৰিছে। 'উজু কবিতা' আৰু 'ল'ৰা কবিতা' এই দুখন মজিন্দাৰ বৰুৱাৰ কবিতাৰ পুথি। আকৌ 'ফুল' নামৰ পুথিখন আছিল তেওঁৰ গদ্য আৰু কবিতা- উভয়ৰে সংকলন। তেওঁৰ কবিতাবোৰ উপদেশমূলক, প্ৰকৃতি সম্বন্ধীয় আৰু বৰ্ণনাত্মক। ছন্দ মাধুৰ্য আছিল তেওঁৰ কবিতাৰ এক বৈশিষ্ট্য। কবিতাখিনিৰ প্ৰায়বোৰেই শিশুৰ বাবে লিখা।

মজিন্দাৰ বৰুৱাৰ প্ৰথমখন নাটকৰ নাম আছিল 'মহৰী'। স্বাধীনভাবে কাম কৰি জীৱিকা অৰ্জনৰ পথ এৰি চাহ বগিচাত চাকৰি কৰিবলৈ গৈ এজন ব্যক্তি কেনেধৰণৰ লঘু-লাঞ্ছনাৰ চিকাৰ হৈছিল, সেই কথাটোকেই মজিন্দাৰ বৰুৱাই 'মহৰী' নামৰ এই ব্যঙ্গ তিনি অঙ্কীয়া নাটকত উপস্থাপন কৰিছিল অতি সুন্দৰকৈ। আন এখন নাটক 'নিগ্ৰো'ত দুই চাৰিজন অসমীয়া লোক চাহাব বনিবলৈ যোৱাৰ বিষয়ে ব্যঙ্গ কৰা হৈছে, ঠিক ৰসৰাজ বেজবৰুৱাই লিখা ভোকেন্দ্ৰ বৰুৱাৰ দৰে। 'বৃষকেতু', 'গুৰুদক্ষিণা' আদি বৰুৱাৰ পৌৰাণিক নাটক। সেইদৰে 'কলিযুগ' নামেৰে এখন অতি ধেমেলীয়া নাটক লিখিছিল বেণুধৰ ৰাজখোৱাৰ সহযোগত।

স্বাস্থ্য-চৰ্চা আৰু চিকিৎসাৰ ক্ষেত্ৰতো মজিন্দাৰ বৰুৱাৰ আছিল যথেষ্ট ৰাপ। তেওঁ প্ৰাকৃতিক চিকিৎসাৰে আনকি বহু লোকৰ ৰোগ আৰোগ্যও কৰিছিল। 'প্ৰাকৃতিক চিকিৎসা', 'সজ চিকিৎসা', স্বাস্থ্যপাঠ আদি তেওঁৰ চিকিৎসা বিষয়ক জ্ঞানৰ পুথি। তেওঁৰ 'জ্ঞান মঞ্জৰী' হ'ল শিশুৰ বাবে লিখা আন এখন হাতপুথি। এইখন পুথিত পৃথিবীৰ সৃষ্টি, মানুহৰ দেহ, জীৱ,মস্তিস্ক, ভাষা আৰু জ্ঞান আদি বিভিন্ন বিষয়ৰ ওপৰত বৈজ্ঞানিক মতবাদৰ জানিবলগীয়া কথা প্ৰকাশ কৰিছিল। তেওঁ আছিল এগৰাকী দক্ষ অভিনেতা। তেওঁ বহু সময়ত বিভিন্ন ধৰণৰ নাটকত অভিনয় কৰিছিল। 'ঘৰ জেউতী' নামৰ আলোচনী এখনো তেওঁ সম্পাদনা কৰিছিল। বহু বছৰ ধৰি যোৰহাট লোকেল ব'ৰ্ডৰ সদস্য আৰু সভাপতি

হিচাপে কাৰ্যনিৰ্বাহ কৰা মজিন্দাৰ বৰুৱাই অসহযোগ আন্দোলনত যোগদান কৰি দেশ আৰু জাতিৰ প্ৰতি থকা ৰাজনৈতিক দায়িত্বখিনিও নিষ্ঠাৰে পালন কৰিছিল। ১৯২৮চনৰ ২৯ মে'ত দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই শেষ নিশ্বাস ত্যাগ কৰে।

## (৪৩)

# মফিজুদ্দিন আহমেদ হাজৰিকা

জ্ঞানমালিনী কবি মফিজুদ্দিন আহমেদ হাজৰিকাৰ জন্ম ১৮৮০ চনৰ ৩০ আগষ্টত, ডিব্ৰুগড়ত. মফিজুদ্দিনৰ পিতৃ হিমতুদ্দিন আছিল বিখ্যাত বাঘ হাজৰিকাৰ বংশৰ। বাঘ হাজৰিকাৰ প্ৰকৃত নাম আছিল মহম্মদ ইচমাইল চিদ্দিকী। ২৫ বছৰ বয়সত দিল্লীৰ পৰা অসমলৈ আহি ইয়াতেই নিগাজিকৈ থকাৰ ইচ্ছা কৰি আহোম ছোৱালী এজনীক বিয়া কৰাই তেওঁ গড়গাঁৱতেই থাকিবলৈ লয়। আহোম ৰজাই চমু ৰা হাজৰিকাৰ খিতাপ দিয়া, বাঘ হাজৰিকাৰূপে বিখ্যাত হোৱা এইজনা লোকে শৰাইঘাটৰ ৰণত এগৰাকী পালি সেনাপতিৰূপে মোগলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল।

মফিজুদ্দিন হাজৰিকাই পঢ়া-শুনাৰ পাতনি মেলে ডিব্ৰুগড়তেই। তাৰে চৰকাৰী হাইস্কুলৰ পৰা তেওঁ ১৮৯২ চনত এন্ট্ৰেন্স পৰীক্ষা দিয়ে যদিও কৃতকাৰ্য হ'ব নোৱাৰিলে। পঢ়া-শুনা সিমানতে সামৰি মফিজুদ্দিন হাজৰিকাই লক্ষীমপুৰত ফৰেষ্টাৰৰ কামত সোমায়। তিনি বছৰমান এই কাম কৰাৰ পাছত লক্ষীমপুৰতে কাছাৰীৰ আমোলা হয়। ছবছৰকাল সেই কাম কৰি ১৯০২ চনত তেওঁ ডিব্ৰুগড় কাছাৰীলৈ আহে আৰু তাৰ পৰাই চিভিল পেস্কাৰৰূপে ১৯২৬ চনত অৱসৰ লয়।

১৯০৪ চনৰ পৰা ১৯৩৪ চনলৈ সুদীৰ্ঘ ৩০ বছৰ কাল ধৰি ডিব্ৰুগড় সাহিত্য সভাৰ সভাপতি হৈ থকা এই কবি গৰাকী ১৯২৯ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল। তদুপৰি ১৯১৩ চনত শিৱসাগৰত অনুষ্ঠিত ছাত্ৰ সন্মিলনত সভাপতিত্ব কৰিছিল।

মফিজুদ্দিন আহমেদ হাজৰিকাৰ বিখ্যাত কবিতা পুথি 'জ্ঞানমালিনী' ছপা হৈ ওলাইছিল ১৮৯৬ চনত। তেওঁৰ আন এখনি কবিতা পুথি 'তত্ত্ব পাৰিজাত'। এই পুথিখন অৱশে এতিয়া সম্পূৰ্ণকৈ পোৱা নাযায়। জ্ঞানমালিনীৰ দৰে মাথো এখন কবিতা পুথি লেখিলেও অসমীয়া সাহিত্যত নিজৰ স্থান চিৰ যুগমীয়া কৰি ৰাখিব পৰা কৃতিত্বৰ অধিকাৰী এইজনা কবিৰ বিষয়ে সাহিত্যিক, বুৰঞ্জীবিদ কনকলাল বৰুৱাই লিখিছিল—"কোন ধাৰি মালাত কি কি ফুল বাছিলৈ কেনে ধুনীয়াকৈ গাঁথিব লাগে তাক তেওঁ ভালকৈ জানে। এনে কাৰিকৰৰ হাতৰ বস্তুৱে যে য'তে ত'তে যাৰে তাৰে পৰা আদৰ পাব তাত মোৰ অকণো সন্দেহ নাই কবিৰ ৰচনা যেনে শুৱলা আৰু মিঠা, ভাৱও তেনে ওখ। নিখুঁত ঘৰুৱা অসমীয়া শব্দৰে যে ইমান গূঢ় ভাববিলাক ভালকৈ প্ৰকাশ কৰিব পাৰি, তাক বোধকৰো বহুতে আগেয়ে নাভাবিছিল।" হাজৰিকাৰ এই 'জ্ঞানমালিনী' সেই সময়ত কলিকতা আৰু ঢাকা বিশ্ববিদ্যালয়ৰ বি.এ আনকি এম. এ শ্ৰেণীৰো পাঠ্যপুথি হিচাপে সমাদৃত আছিল। পাছত অসমৰ হাইস্কুলতো এই পুথিৰ কবিতাই পাঠ্য তালিকাত স্থান লভিছিল।

সাহিত্যিক পেঞ্চনাৰ হিচাপে তেতিয়াৰ চৰকাৰৰ বিশেষ মৰ্য্যাদা পোৱা মফিজুদ্দিন আহমেদ হাজৰিকাই অসম বুৰঞ্জী আৰু প্ৰত্নতত্ত্বানুসন্ধানী বিভাগৰ কৰেস্পণ্ডিং মেম্বৰ

অসমীয়া ভাষাৰ বানান কমিটীৰ সদস্য, ডিব্ৰুগড় কো: অপাৰেটিভ টাউন বেংকৰ সঞ্চালক পদ অলংকৃত কৰাৰ বাহিৰেও অন্য বহু বাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানৰ স'তে জড়িত আছিল।

হিন্দু-মুছলমানৰ মাজত সমন্বয়ৰ সেতু স্বৰূপ এইজনা ব্যক্তিয়ে কৈছিল—"আমি দুয়ো মিলি সকলো বিৰোধ নেওচা দি এৰি মনে মুখে এক কৰি সাহিত্যৰ ভিতৰেদি ধৰ্ম,অৰ্থ, কাম, মোক্ষ, লাভলৈ কাচি পাৰি লাগি যাওঁহক।" নিখুঁত শব্দ প্ৰয়োগ আৰু নিভাঁজ অসমীয়া বাক্যবিন্যাসৰ ওপৰত অহৰহ গুৰুত্ব দিয়া এই কবিগৰাকীৰ মৃত্যু হয় ১৯৫৮ চনৰ ২৯ অক্টোবৰত।

## (৪৪)

## পানীন্দ্ৰনাথ গগৈ

পদ্মনাথ গোহাঞিবৰুৱাৰ শৈশৱ আৰু পাছতো নলে-গলে লগা বন্ধু আছিল পণ্ডিত পানীন্দ্ৰনাথ গগৈ। ১৮৭১ চনৰ নৱেম্বৰ মাহত উত্তৰ লক্ষীমপুৰৰ চেতিয়া গাঁৱত পানীন্দ্ৰনাথৰ জন্ম। তেওঁৰ পিতৃ আছিল সামান্য বেতনভোগী বেণ্টৰ কটীয়া গগৈ আৰু মাতৃ চন্দ্ৰা আইদেও। পদ্মনাথ আৰু পানীন্দ্ৰনাথে লক্ষীমপুৰ নগৰৰ প্ৰাথমিক বিদ্যালয়ত একেলগে পঢ়া-শুনা কৰিছিল। শৈশৱতে পিতৃৰ মৃত্যু হোৱাৰ পাছত অশেষ কষ্টৰ মাজেদি পানীন্দ্ৰনাথে দিন যাপন কৰিব লগা হৈছিল। সৰুৰে পৰা অতি নম্ৰ ল'ৰা হ'লেও তেওঁ চোকা বুদ্ধিৰ ছাত্ৰ আছিল। প্ৰাথমিক বিদ্যালয়ৰ পৰা বঙলা ভাষাৰ মাধ্যমত শিক্ষা লাভ কৰি পানীন্দ্ৰনাথে গুৱাহাটীৰ নৰ্মাল স্কুলত ১৮৮৪ চনত ভৰ্তি হয়গৈ। প্ৰাথমিক বিদ্যালয়ত পঢ়া-শুনা কৰাৰ পৰা পানীন্দ্ৰনাথৰ বঙলা ভাষাত বৰ ৰাপ আছিল। তেওঁ 'আসাম বিলাসিনী', 'আসাম নিউজ' আদি কাকত নিয়মীয়াকৈ পঢ়িছিল আৰু তেতিয়াৰ পৰাই তেওঁ বাতৰি আৰু সৰু-সুৰা প্ৰবন্ধ লিখিবলৈ লৈছিল।

নৰ্মাল স্কুলৰ তৃতীয় বাৰ্ষিক মহলা উত্তীৰ্ণ হৈ পানীন্দ্ৰনাথে উত্তৰ লক্ষীমপুৰলৈ উভতি গ'ল আৰু প্ৰথমে ঢকুৱাখনা গৱৰ্ণমেণ্ট মধ্য-বঙ্গলা ছাত্ৰ বৃত্তি স্কুলত দহটকীয়া দৰমহাত শিক্ষকৰ কামত যোগ দিয়ে। তাৰ পাছত উত্তৰ লক্ষীমপুৰ মজলীয়া স্কুলৰ হেড মাষ্টৰৰ পদটো খালী হোৱাত সেই পদত কুৰিটকীয়া দৰমহাত যোগ দিয়ে।

লক্ষীমপুৰত চাকৰি কৰিবলৈ লোৱাৰে পৰা তেওঁ বেছিকৈ লিখিবলৈ সুবিধা পায় আৰু 'জোনাকী', 'বিজুলী' আদি আলোচনীত প্ৰায় নিয়মীয়াকৈ তেওঁৰ বিভিন্ন লিখা ছপা হ'বলৈ ধৰে। অতি চুটি চুটি সেইবোৰ লিখনিৰ জৰিয়তে গগৈয়ে সোনকালেই এগৰাকী জনপ্ৰিয় লেখক হিচাপে সুনাম পায়। মাথো সেয়াই নহয়, তেওঁৰ অসমীয়া ভাষাৰ ওপৰত গৱেষণাপূৰ্ণ কেইটামান লিখনিও উক্ত দুখন আলোচনীত ওলাইছিল। যাৰ বাবে ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই গগৈৰ ভূয়সী প্ৰশংসা কৰিছিল।

২৩ বছৰ বয়সত পানীন্দ্ৰনাথে উত্তৰ লক্ষীমপুৰ কাছাৰীৰ আমোলা বনমালী গগৈৰ কন্যা তাৰাৱতীক বিয়া কৰায় আৰু কালক্ৰমত তেওঁ তিনিটা সন্তানৰ পিতৃ হয়।

কৈ থোৱা উচিত হ'ব যে গুৱাহাটীৰ নৰ্মাল স্কুলত পঢ়ি থাকোতেই পানীন্দ্ৰনাথ গগৈ হেমচন্দ্ৰ বৰুৱাৰ সান্নিধ্যলৈ আহিছিল। তেওঁ প্ৰায়েই বৰুৱাৰ ওচৰলৈ গৈ অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে আলোচনা কৰিছিল। সেই সময়ত বঙলা ভাষাৰ মাধ্যমত পঢ়িব লগা হোৱা বাবে পানীন্দ্ৰনাথে বৰ দুখ পাইছিল আৰু ভাষাৰ ওজাৰ অনুপ্ৰেৰণাত ঢকুৱাখনাৰ

স্কুলত শিক্ষকতা কৰি থাকোতে অসমীয়া ভাষাত স্কুলৰ পাঠ্যপুথি লিখিছিল।

পদ্ম নাথ গোহাঞিবৰুৱাই কলিকতাৰ পঢ়া এৰি থৈ অহাৰ পাছত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ আৰ্হিৰে উত্তৰ লক্ষীমপুৰতো এখন সাহিত্য সভা গঠন কৰিলে। তাৰ লগতে আহোম সভাবো জন্ম দিয়া হ'ল। কোৱা বাহুল্য যে এই দুয়োখন সভাৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিব লগা হৈছিল পানীন্দ্ৰনাথ গগৈয়ে।

ঢকুৱাখনাত থাকোতেই অসমীয়া ভাষাত পাঠ্যপুথি লিখাৰ কাম আৰম্ভ কৰিলেও সেই কামে পূৰ্ণৰূপ পোৱা নাছিল। লক্ষীমপুৰৰ 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ত আলোচনা আৰম্ভ হ'ল অসমীয়া পাঠ্যপুথিৰ বিষয়ে। অসমীয়া ভাষাৰ পাঠ্যপুথি লিখি এই অভাব পূৰণ কৰিবলৈ গগৈয়ে প্ৰতিজ্ঞা কৰিলে আৰু সেই কামৰ বাবে নেপথ্যৰ পৰা তেওঁক প্ৰেৰণা যোগালে সেই সময়ৰ স্কুলৰ উপ-পৰিদৰ্শক ফণীধৰ চলিহা আৰু পৰিদৰ্শক জে. উইলচন চাহাবে। গগৈ আৰু গোহাঞিবৰুৱাই যুগ্মভাৱে অসমীয়া ভাষাৰ এখন সাহিত্য সংকলন প্ৰস্তুত কৰাৰ কামত আগবাঢ়িল আৰু তাৰেই ফচল হিচাপে সৃষ্টি হ'ল 'সাহিত্য সংগ্ৰহ' নামৰ সংকলনখনৰ। তাৰ পাছত তলৰ শ্ৰেণীৰ বাবে গোহাঞিবৰুৱাই লিখিলে 'নীতিশিক্ষা' আৰু গগৈয়ে লিখিলে 'ল'ৰা শিক্ষা' নামৰ পুথি দুখন। 'ল'ৰা শিক্ষা'ৰ পাছতেই পানীন্দ্ৰনাথ গগৈয়ে লিখি উলিয়ালে 'অসমীয়া ল'ৰাৰ ভূগোল'। মাথো ইমানতে শেষ নহয়, পানীন্দ্ৰনাথ গগৈয়ে তেওঁৰ আন এগৰাকী সহপাঠী কনকনাথ গগৈৰ লগত মিলি 'অসমীয়া ব্যাকৰণ' এখন লিখি উলিয়ালে আৰু তাৰ লগতে গণিত বিষয়ক আন দুখন পুথিৰ কামো শেষ কৰিলে। সেই দুখন হৈছে 'ধাৰাপাত' আৰু 'গণনাৰ আদিপুথি'।

'ল'ৰা শিক্ষা' আছিল গগৈদেৱৰ অতি সুন্দৰ সহজ-সৰল পুথি। শিশুৰ মনস্তত্ত্বৰ ওপৰত লক্ষ্য ৰাখি এইখন পুথি তেওঁ লিখি উলিয়ায়। সম্পূৰ্ণ শিশুসুলভ অনুভূতিৰে লিখা এই পুথিখনৰ কবিতা কবিতা লগা শব্দ আৰু বিন্যাসবোৰ উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। মাথো শিশুৰ মনস্তত্ত্ব সোমাই পৰাকৈ অসমীয়া জাতীয় জীৱনৰ বহু কথাই সহজ ৰূপত পুথিখনত লিপিবদ্ধ কৰিছে—

| | | | |
|---|---|---|---|
| গপ | এৰ | তপ | কৰ |
| ক'ত | গ'ল | চ'ত | হ'ল |
| বৰ | ঘৰ | লৰ | চৰ |
| চিকা | মাত | নিকা | ভাত |
| বাচি | লৰা | সাঁচি | ধৰা |
| আজলী | বিজুলী | বতৰ | মুকলি |
| কেৰেলা | কপাহী | লেতেৰা | মদাহী |
| শৰাই | পাতিছে | ভকত | আহিছে |
| গগৈদেউ | অসহনি | গামখাৰু | ওলগনি |
| ছন পৰা | আহতলী | বাংকৰা | বহুৱালী |

আখৰ জোটনিত নিটোল-নিভাঁজ শব্দবোৰৰ সৈতে ছাত্ৰ-ছাত্ৰীক চিনাকি কৰাই দিয়াৰ উপৰি বহু কথাৰে তেওঁ জ্ঞান দিছে। তদুপৰি তেওঁ নীতি কথাতো গুৰুত্ব দিছে যাতে ছাত্ৰ-ছাত্ৰীয়ে সৰুৰে পৰা পাঠ্যপুথিৰ মাজেদি উচিত শিক্ষা পাই ভৱিষ্যতে একোগৰাকী সৎ নাগৰিক হৈ উঠে। এই উপদেশবোৰ আছিল এনে ধৰণৰ— 'বৰঘুণ দিছে বাজলৈ নোলাবা',

'মাৰা বাপেৰাৰ কথা শুনিবা', 'ভায়েৰা ভনীয়েৰাক মৰম কৰিবা', 'বৰ খৰকৈ বা ঘেঁহাই নামাতিবা' ইত্যাদি।

অতি শ্ৰুতিমধুৰ শব্দৰ প্ৰয়োগেৰে তেওঁ কবিতা লিখিছিল ছাত্ৰ-ছাত্ৰীক সৎ শিক্ষা দিবলৈ। তেওঁ আছিল সঁচা অৰ্থত এগৰাকী ভাবাবিদ আৰু স্বদেশপ্ৰেমী।

*সোণাময় ল'ৰাকাল। শিকাৰ সময় ভাল।।*
*শিকে যেয়ে মন পাৰি। উঠে সেয়ে ঘোঁৰা গাড়ী।।*
*যতে ততে মান পায়। সদায় সুখত থায়।।*
*হেন জানি হেৰা ল'ৰা। সজ্জ উপদেশ ধৰা।।*

আকৌ—

*ভাই অসমীয়া কিমাননো শোৱা/উঠি এটিবাৰ চকু মেলি চোৱা।। নাই স্বাধীনতা নাই বীৰ্য বল/নাই বেহা-কৃষি নাই শিক্ষা বল।।* ইত্যাদি

পদ্মনাথ গোহাঞিবৰুৱাই পানীন্দ্ৰনাথ গগৈৰ সাহিত্য প্ৰতিভা সম্পৰ্কত লিখিছে— "গগৈৰ সাহিত্য প্ৰতিভা অতি বিচক্ষণীয়া আছিল। তেওঁৰ ভাব গধুৰ আৰু মধুৰ ভাষা, নিভাঁজ আৰু প্ৰাঞ্জল; ব্যাখ্যা সৰল আৰু সুগম; শব্দ-যোজনা নিভাঁজ অসমীয়া; লিখা প্ৰণালী বিতোপন। অসমীয়া সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা পানীন্দ্ৰনাথৰ আদৰ্শ আছিল। ওজাদেৰে 'হেমকোষ'ৰ পাতনিত লিপিবদ্ধ কৰি লিখাৰ নিয়মকৰণ আৰু উপদেশ গগৈদেৱে নিৰীহ-নিপানীকৈ পালন কৰি সাহিত্যৰ ক্ষেত্ৰত আগবাঢ়িছিল। নিজৰ মনোভাব ফুটাবলৈ নিজৰ মাতৃভাষাৰ অসমীয়া শব্দৰ নিতান্ত নাটনি নপৰালৈকে তেওঁ কোনো বিদেশী বা সংস্কৃতীয়া বঙলা শব্দাদি ৰচনালৈ ধাৰ নকৰিছিল। অনুস্বাৰ-বিসৰ্গ বৰ্জিত বঙলুৱা-সংস্কৃতীয়া সাহিত্যৰ বহল অধিকাৰ থকা সত্বেও গগৈদেৱে কাৎচিতো অবাবত সংস্কৃতীয়া শব্দ তেওঁৰ ৰচনাত প্ৰয়োগ কৰা নাছিল। সেয়েই পানীন্দ্ৰনাথৰ অসমীয়া লিখাৰ বিশেষত্ব। সেই বিশেষত্ব আজিকোপতি কেৱে নিয়াৰিকৈ অনুকৰণ কৰিব পৰা নাই। সেই বিশেষত্বৰ গুণতে পানীন্দ্ৰনাথে তেওঁৰ তাকৰীয়া সমলেৰেই আন আন সৰহীয়া সমলৰ গৰাকী প্ৰখ্যাত সাহিত্যৰথীসকলৰ শাৰীত নিৰ্বিবাদে আসন পাইছে।"

অসমীয়া ভাষাৰ নীৰৱ সাধক পণ্ডিত এইগৰাকী ব্যক্তিৰ কিন্তু ২৯ বছৰীয়া জীৱনতে আয়ুবেলি মাৰ গ'ল। শাৰীৰিকভাৱে নিশকটীয়া এইগৰাকী ব্যক্তিক সামান্য জ্বৰৰ চেলু লৈয়ে নিয়তিয়ে আমাৰ পৰা কাঢ়ি নিলে ১৯০০ চনৰ আঘোণ মাহত। পুৰণি অসমীয়া ভাষা-সংস্কৃতিৰ উদ্ধাৰৰ কামত ব্যস্ত, অসমৰ সম্পূৰ্ণ বুৰঞ্জী লিখাৰ বাবে উদ্যোগ লোৱা, অহৰহ মাথো অসমীয়া ভাষা-সাহিত্যক টনকিয়াল কৰিবলৈ চেষ্টা চলোৱা এইগৰাকী ব্যক্তিৰ মৃত্যুৱে জাতিটোক বহু সাহিত্য-সম্পদৰ পৰা বিচ্যুত কৰিলে।

## (৪৫)

# স্বৰ্ণলতা দেৱী

১৮৭১চনৰ ফেব্ৰুৱাৰী মাহত জন্ম স্বৰ্ণলতা দেৱী( বৰুৱা)ৰ। স্বৰ্ণলতাৰ পিতৃ স্বনামধন্য গুণাভিৰাম বৰুৱা আৰু মাতৃ বিষ্ণুপ্ৰিয়া দেৱী। লম্বোদৰ কটকীৰ কন্যা বিষ্ণুপ্ৰিয়াও শিক্ষিতা মহিলা আছিল। 'সাধুকথাৰ পুথি' আৰু 'নীতিকথা' নামৰ দুখন কিতাপ লিখিছিল বিষ্ণুপ্ৰিয়াই। বিষ্ণুপ্ৰিয়াৰ অকাল মৃত্যুৰ পাছত গুণাভিৰামে তেওঁৰ স্মৃতিত কলিকতা বিশ্ববিদ্যালয়ৰ বি.এ

পৰীক্ষাত সবাতোকৈ বেছি নম্বৰ পোৱা অসমীয়া ছাত্ৰৰ বাবে 'বিষ্ণুপ্ৰিয়া দেৱী বঁটা' ঘোষণা কৰিছিল। এই বঁটাত মানপত্ৰৰ লগতে নগদ ধন দিয়া হৈছিল।

স্বৰ্ণলতাৰ জন্মৰ সময়ত পাশ্চাত্য আৰু কলিকতীয়া নৱজাগৰণে অসমতো ক্ৰিয়া কৰিছিল। অসমত এই সংস্কাৰমুক্ত নৱজাগৰণৰ অন্যতম হোতা আছিল গুণাভিৰাম বৰুৱা। এওঁ নাৰীক শিক্ষা-দীক্ষা আৰু স্বাধীন চিন্তা-চেতনাৰে সমৃদ্ধ কৰাৰ ক্ষেত্ৰত আপোচহীন সংগ্ৰাম কৰিছিল। ভাৰতৰ ইতিহাসৰ সেই বিৱৰ্তনৰ সময়ছোৱাত উদাৰ পিতৃ-মাতৃৰ আদৰ-যত্নত স্বৰ্ণলতাই শিক্ষা-দীক্ষা লাভ কৰি ডাঙৰ-দীঘল হৈছিল। স্বৰ্ণলতাৰ শিক্ষা-দীক্ষাৰ বিষয়ে তেওঁৰ কনিষ্ঠ ভাতৃ জ্ঞানদাভিৰাম বৰুৱাই 'মোৰ কথা' নামৰ আত্মজীৱনীমূলক প্ৰবন্ধত লিখিছিল, "নগাঁৱত ছোৱালীৰ নিমিত্তে ভাল স্কুল সেইখিনি সময়ত নাছিল। বাইদেউ স্বৰ্ণলতা দেৱীক ঘৰতে অসমীয়া পণ্ডিতৰ হতুৱাই পঢ়ুৱাই আই আৰু দেউতাই কলিকতালৈ গৈ বেথুন স্কুলত ভৰ্ত্তি কৰাই দিলে (১৮৮০ খ্ৰীষ্টাব্দত)। মই আই আৰু দেউতাৰ সাহ দেখি আচৰিত হওঁ। প্ৰায় ন বছৰীয়া ছোৱালী এটিক ইমান দূৰৈত থৈ অহাটো কম সাহসৰ কথা নহয়; বিশেষকৈ তেতিয়া। কিন্তু কলিকতাৰ বন্ধু-বান্ধৱে বাইদেউক মৰম কৰিছিল আৰু ইংৰাজ প্ৰধান শিক্ষয়িত্ৰী আৰু আমাৰ দেশী শিক্ষয়িত্ৰীসকলে বাইদেউক বিশেষ মৰম কৰিছিল। তেৱেঁই তাত প্ৰথম অসমীয়া ছোৱালী।"

ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰে প্ৰতিষ্ঠা কৰা বেথুন স্কুলত ৯ বছৰৰ পৰা ১৬ বছৰ বয়সলৈ পঢ়িছিল স্বৰ্ণলতাই। তেওঁ তাত বৰ্ডিঙত থাকিয়েই পঢ়া-শুনা কৰিছিল। সেই সময়ত পিতৃৰ যোগেদি কলিকতাৰ বহু নামী-দামী লোকৰ স'তে স্বৰ্ণলতাৰ পৰিচয় হৈছিল। জ্ঞান-চৰ্চা কৰিছিল সৰুৰে পৰা। লাহে লাহে স্বৰ্ণলতাৰ মন সাহিত্যৰ প্ৰতি ঢাল খালে। কলিকতাত পঢ়ি থাকোতেই স্বৰ্ণলতাই লিখা-মেলা আৰম্ভ কৰিছিল আৰু ১৮৮৫ চনৰ জানুৱাৰীৰ পৰা ১৮৮৭ চনৰ এপ্ৰিল মাহলৈ দেউতাকে সম্পাদনা কৰা 'আসাম-বন্ধু' কাকতখনত প্ৰবন্ধ লিখিছিল। উনবিংশ শতাব্দীৰ শেষৰফালে স্বৰ্ণলতাই 'আৰ্হি তিৰোতা' নামৰ এখন পুথিও লিখি প্ৰকাশ কৰিছিল।

বেথুন স্কুলৰ পঢ়া-শুনা সাং কৰিয়েই ১৮৮৭ চনৰ মে' মাহত স্বৰ্ণলতাৰ বিয়া হৈছিল এডিনবৰাৰ পৰা এম.বি.বি.এছ পাছ কৰা ডাক্তৰ নন্দকুমাৰ ৰায় নামৰ এগৰাকী বাঙালী ভদ্ৰলোকৰ সৈতে। তদুপৰি জ্ঞানদাভিৰাম বৰুৱাৰ আত্মকথাৰ পৰা জনা গৈছে যে স্বৰ্ণলতাৰ বিবাহ প্ৰায় ঠিক হৈছিল কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ সৈতে। কিন্তু ৰবীন্দ্ৰৰ পিতৃয়ে সেই বিয়া হ'ব নিদিলে; কাৰণ তেওঁ জানিছিল যে গুণাভিৰামে বিধৱা বিষ্ণুপ্ৰিয়াক (তেতিয়া প্ৰয়াত পৰশুৰাম বৰুৱাৰ পত্নী আছিল) বিয়া কৰাইছিল, যিটো ৰবীন্দ্ৰৰ পিতৃ দেবেন্দ্ৰনাথৰ অপছন্দ আছিল। নহ'লে আজি কবিগুৰু ৰবীন্দ্ৰনাথ অসমৰ জোঁৱাই হ'লহেঁতেন।

বৈবাহিক জীৱন বেছিদিন স্থায়ী নহ'ল স্বৰ্ণলতাৰ, কাৰণ দুজনী কন্যা সন্তানৰ জন্ম হোৱাৰ পাছতেই ডাক্তৰ নন্দকুমাৰ ৰায়ৰ মৃত্যু হৈছিল। দুটি শিশু কন্যাৰে সৈতে স্বৰ্ণলতা পিতৃগৃহলৈ উভতি আহিল। ইতিমধ্যে চাকৰিৰ পৰা অৱসৰ লৈ গুণাভিৰাম কলিকতাতে থাকিব লৈছিল। অৱশ্যে তাৰ পাছৰ ১০ বছৰত স্বৰ্ণলতাৰ জীৱনলৈ আৰু ধুমুহা আহিল। পিতৃ-মাতৃৰ মৃত্যু হ'ল, ভায়েক দুজন কমলা আৰু কৰুণাৰো মৃত্যু ঘটিল। স্বৰ্ণলতাৰ লগত থাকিল মাথো শিশু কন্যা দুটি আৰু ভাতৃ জ্ঞানদাভিৰাম। ১৮৯৯ চনৰ ফেব্ৰুৱাৰী মাহত যুৱতী স্বৰ্ণলতা পুনৰ দ্বিতীয় বিবাহত বহিল। হুগলী কলেজৰ অধ্যক্ষ ক্ষীৰোদ চন্দ্ৰ ৰায়চৌধুৰীৰ লগত স্বৰ্ণলতাৰ ৰেজিষ্ট্ৰি বিয়া হ'ল, য'ত সাক্ষী আছিল লক্ষ্মীনাথ বেজবৰুৱা।

ক্ষীরোদ চন্দ্র ৰায়চৌধুৰীয়েও সাহিত্য চৰ্চা কৰিছিল। বিয়াৰ কিছুদিন পাছৰে পৰা স্বৰ্ণলতা স্বামীৰে সৈতে কটকত থাকিব লৈছিল। ১৯৩২ চনত স্বৰ্ণলতা দেৱীৰ মৃত্যু হয়।

## (৪৬)

# বেণুধৰ ৰাজখোৱা

অসমৰ এগৰাকী প্ৰসিদ্ধ সাহিত্যিক বেণুধৰ ৰাজখোৱাৰ জন্ম ডিব্ৰুগড়ৰ জিলাৰ ওচৰৰ খোৱাঙত। ১৮৭২চনৰ ১১ডিচেম্বৰত জন্ম লাভ কৰা বেণুধৰ ৰাজখোৱাৰ পিতৃ সুচান্দৰাম ৰাজখোৱা আৰু মাতৃ হীৰাৱতী। খোৱাঙতে পাঠশালাত প্ৰাথমিক শিক্ষা লাভ কৰি জয়পুৰ মধ্য ইংৰাজী স্কুলত কিছুকাল পঢ়ি বেণুধৰ ৰাজখোৱাই ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৮৯চনত সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায় আৰু প্ৰেছিডেন্সী কলেজত নামভৰ্ত্তি কৰে। অৱশ্যে পাছত তেওঁ ৰিপন কলেজলৈ বদলি হৈ তাৰ পৰা ১৮৯২ চনত এফ.এ পৰীক্ষাত উত্তীৰ্ণ হয়। বি. এ পৰীক্ষাত প্ৰথমবাৰ অকৃতকাৰ্য্য হয় বেণুধৰ ৰাজখোৱা। সেইবাবেই কলিকতাতে তেওঁ এটা চাকৰি যোগাৰ কৰি নিজৰ খৰচবিনি উলিয়ায় আৰু পঢ়াশুনা চলাই যায়। তাৰ পিছত তেওঁ ৰিপন কলেজৰ পৰাই বি. এ পৰীক্ষাত উত্তীৰ্ণ হয়। বেণুধৰ ৰাজখোৱাই কিছুকাল এম এ ও পঢ়িছিল। অৱশ্যে ইতিমধ্যে এছ.ডি.চিৰ চাকৰি পোৱাত পাঠক্ৰম সামৰিলে আৰু একনিষ্ঠভাৱে চৰকাৰী কামত লাগিল। তাৰ পাছত পদোন্নতি পাই তেওঁ এক্সট্ৰা এছিষ্টেন্ট কমিচনাৰ, মহকুমাধিপতি, জিলাধিপতি আদি হৈ বিভিন্ন ঠাইত চাকৰি কৰে আৰু ১৯৩১চনত ৫৯বছৰ বয়সত চৰকাৰী কামৰ পৰা অৱসৰ লয়। একনিষ্ঠভাৱে চৰকাৰী চাকৰি কৰাৰ বাবে তেতিয়াৰ ইংৰাজ চৰকাৰে বেণুধৰক 'ৰায়চাহাব' উপাধি প্ৰদান কৰিছিল।

কিশোৰ কালৰে পৰা, আচলতে শৈশৱৰে পৰা সাহিত্যচৰ্চা কৰিছিল ৰাজখোৱা ডাঙৰীয়াই। মাথো আঠ বছৰ বয়সতে 'সঞ্জীৱনী' নামৰ কলিকতাৰ পৰা প্ৰকাশিত কাকতখনত তেওঁৰ প্ৰথম লেখা প্ৰকাশ পাইছিল। বঙলীয়া ভাষাত স্কুলীয়া শিক্ষা লাভ কৰা বেণুধৰ ৰাজখোৱাই শৈশৱৰে পৰা ভাল বঙালী লিখিছিল আৰু সেইবাবেই 'সঞ্জীৱনী' কাকতখনে তেওঁৰ বহু লেখা ছপাইছিল। পাছত 'জোনাকী'ত তেওঁ প্ৰায় নিয়মীয়াকৈ অসমীয়া ভাষাত লিখিছিল। কলিকতাত গঠিত হোৱা অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ এগৰাকী অন্যতম সংগঠক ৰাজখোৱাই অসমীয়া ভাষাক নিজৰ প্ৰাণতকৈয়ো অধিক ভাল পাইছিল আৰু ইয়াৰ উন্নতিৰ বাবে দেহে-কেহে খাটিছিল। যি সময়ত অসমীয়া বঙালী ভাষাৰ অপভ্ৰংশ বুলি বহু বঙালীলোকে কোৱা-মেলা কৰিছিল, আনকি এই ক্ষেত্ৰত বহু বিদ্বান অসমীয়াও মনেমনে আছিল, সেই সময়তে বিদেশী ভাষাবিদ সকলৰ মন্তব্যবোৰ যুক্তিৰে নশ্চাৎ কৰিছিল বেণুধৰ ৰাজখোৱাই। অসমীয়া ভাষা যে স্বতন্ত্ৰ আৰু শক্তিশালী ভাষা,সেই সম্পৰ্কত বিভিন্নজনে কোৱা কথাবোৰ তেওঁ নিজ খৰচত পুস্তিকাৰে প্ৰকাশ কৰি বিভিন্নজনক বিলাইছিল।

কুৰি শতিকাৰ প্ৰথমটো দশকতে মঙ্গলদৈত চাকৰি কৰি থকা অৱস্থাত 'মঙ্গলদৈ অসমীয়া মজলিচ' নামেৰে এখন দেশহিতৈষী সভা ৰাজখোৱাই স্থাপন কৰিছিল। পদ্মনাথ গোঁহাঞিবৰুৱাও সেই সময়ত মঙ্গলদৈতে আছিল। ৰাজখোৱাৰ যত্নতে মঙ্গলদৈত এখন নাটঘৰ স্থাপন হৈছিল আৰু তাকে কেন্দ্ৰ কৰি বিভিন্ন সময়ত নাটক, সাহিত্যৰ সভা আৰু

সঙ্গীতৰ বিভিন্ন কাৰ্য্যসূচী আদি অনুষ্ঠিত হৈছিল।

এগৰাকী চৰকাৰী বিষয়া হৈয়ো তেওঁ পাছুত ১৯২৬ চনত বহু কংগ্ৰেছ অধিবেশনলৈ গৈছিল। পাছত কংগ্ৰেছত যোগদানো কৰিছিল। স্বাধীন মনোবৃত্তিৰ এইজনা ব্যক্তিয়ে নিজৰ কৰ্মক শ্ৰদ্ধা কৰিছিল আৰু নিজৰ স্বাধীনতাৰ আকাংক্ষাকো মূৰ্তৰূপ দিব বিচাৰিছিল। অৱশ্যে ভাৰতৰ স্বাধীনতাতকৈয়ো তেওঁ অধিক গুৰুত্ব দিছিল অসমীয়া ভাষা-সংস্কৃতি চৰ্চাৰ প্ৰতিহে। তেওঁৰ বিশ্বাস আছিল অসমীয়া বুলি এটা জাতি তেতিয়ালৈকেহে এই পৃথিবীত বৰ্ত্তি থাকিব, যেতিয়ালৈ ভাষা-সংস্কৃতিয়ে উন্নতিৰ পথত আগুৱাই গৈ থাকিব।

৮৩ বছৰীয়া সুদীৰ্ঘ জীৱনকালত বেণুধৰ ৰাজখোৱাই বহুবিধ অৱদান অসমীয়া সাহিত্যলৈ আগবঢ়াই থৈ গৈছে। পঞ্চ কবিতা, চন্দ্ৰসম্ভৱ, সকলোৰে বাবে গীত, দশগীত, অসমীয়া ভাই, বাঁহী, জীৱন সন্ধিয়া, দেহৰ প্ৰলয়, পুনৰুত্থান, সিপুৰীৰ বাতৰি আদি কবিতাপুথি; সেউজী কিৰণ, দুৰ্য্যোধনৰ উৰুভংগ, দক্ষযজ্ঞ, কুৰি শতিকাৰ সভ্যতা, চোৰৰ দৃষ্টি, তিনিবেণী, কলিযুগ আদি নাটক তেওঁ ৰচনা কৰিছিল। ৰাজখোৱাৰ প্ৰবন্ধ পুথিবোৰৰ ভিতৰত ইংৰাজীত লিখাই আছিল সৰহ।

Assamese Demonology ; Notes on sylhet Dialect, Short Account of Assam,Historical sketches óf old Assam, Some popular Superstitions of Assam, বিহু, খণ্ডকাব্য কোষ আদি তেখেতৰ উল্লেখযোগ্য প্ৰবন্ধৰ সংকলন। তেওঁ আদিকাণ্ড ৰামায়ণখন সম্পাদনা কৰি প্ৰকাশ কৰাৰ লগতে নামঘোষা, বিপ্ৰ দামোদৰ, গুণমালা,কাণখোৱা আদি ইংৰাজীলৈ অনুবাদ কৰিছিল। এইবোৰৰ বাহিৰেও স্কুলীয়া পাঠ্যপুথিৰ বাবে অনেক পুথি লিখা বেণুধৰ ৰাজখোৱা সাহিত্য সভাৰ জন্মকালৰে পৰা জড়িত আছিল। ১৯২৬ চনত ধুবুৰীত অনুষ্ঠিত হোৱা সাহিত্য সভাৰ মুকলি অধিবেশৰ সভাপতি আছিল তেওঁ। বেণুধৰ শৰ্মাই লিখিছিল - " বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই মৌলিক মৰ্যাদা অটুট ৰাখিছিল। অমায়িকতা, ধৰ্ম প্ৰাণতা, কৰ্ত্তব্য পৰায়ণতা, সাধুতা, পৰিমিতচাৰিতা আৰু সৰলতাই আছিল অভিলাষিত। সেইবিলাক গুণৰ তলে তলে বশিষ্ঠী-গঙ্গাৰ সোঁতৰ দৰেই বৈ আছিল অসম আৰু অসমীয়া ভাষাৰ প্ৰতি অচলা ভক্তি আৰু নিচ্ছিদ্ৰ সেৱাৰ ধাৰা"।

'মোৰ জীৱন দাপোন'ত তেওঁৰ জীৱনৰ সুদীৰ্ঘ অধ্যায় আৰু অভিজ্ঞতা- উপলব্ধিৰ কাহিনী নিহিত হৈ আছে। ১৯৫৫ চনত ৮৩ বছৰ বয়সত বেণুধৰ ৰাজখোৱাৰ মৃত্যু হয়।

## (৪৭)
# চন্দ্ৰধৰ বৰুৱা

অসম সাহিত্য সভাৰ দ্বিতীয়গৰাকী সভাপতি সাহিত্যৰথী চন্দ্ৰধৰ বৰুৱাৰ জন্ম ১৮৭৪ চনৰ ১৫ অক্টোবৰত, যোৰহাটৰ বজালীদোমত। পিতৃৰ নাম দুৰ্গাধৰ আৰু মাতৃ প্ৰেমাৱতী। ১৮৯২ চনত যোৰহাট হাইস্কুলৰ পৰা উত্তীৰ্ণ হৈ কলিকতালৈ গৈ পঢ়া-শুনা কৰে আৰু ১৯০০ চনত আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ আহি যোৰহাটত ওকালতি আৰম্ভ কৰে। কেইবছৰমানৰ পাছত ওকালতি এৰি শহুৰেক জগন্নাথ বৰুৱাৰ সহযোগী হৈ চাহ ব্যৱসায়ত নামে।

সাহিত্যত সৰুৰে পৰা ধাপ থকা চন্দ্ৰধৰ বৰুৱা অসম সাহিত্য সভাৰ প্ৰথম গৰাকী পত্ৰিকা সম্পাদক হোৱাৰ লগতে ১৯১৮ চনত গোৱালপাৰাত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনৰ সভাপতি হয়গৈ। তেতিয়াৰ দিনত মাথো অধিবেশনত সভাপতিত্ব কৰাৰ পাছতেই

সভাপতিৰ দায়িত্ব শেষ হৈছিল অৰ্থাৎ সাহিত্য সভাৰ প্ৰধান সম্পাদকগৰাকীহে আছিল লাইখুটা স্বৰূপ। সেইবাবে ১৯১৮ চনত ৪৪ বছৰীয়া চন্দ্ৰধৰ বৰুৱা সাহিত্য সভাৰ সভাপতি হোৱাৰ পাছতো ১৯৩৪ চনত তেওঁ পুনৰ সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল।

মূলতঃ নাট্যকাৰ হিচাপে খ্যাতি লাভ কৰা চন্দ্ৰধৰ বৰুৱা প্ৰবন্ধকাৰ, কবি আৰু গীতিকাৰো আছিল। মেঘনাদ বধ (১৯০৪), ভাগ্য পৰীক্ষা-প্ৰহসন (১৯১১), তিলোত্তমা সম্ভৱ (১৯২৬), আহোম সন্ধ্যা (১৯৩৬), মোগল বিজয় (১৯৩৬), ৰাজৰ্ষি (১৯৩৭), পুনৰ্জন্ম (১৯৩৭) আদি ভালেকেইখন নাটকৰ লগতে বিলাতৰ কথা, জিৰণিৰ চিন্তা আদি প্ৰবন্ধ সংকলন; ৰঞ্জন, কামৰূপ জীয়াৰী, মুক্তাৱলী আদি কাব্যপুথি প্ৰকাশ কৰিছিল। তদুপৰি উজু সাহিত্য, নতুন পাঠমালা আদি পাঠ্যপুথি লিখাৰ লগতে 'শান্তি' নামেৰে এখন উপন্যাস আৰু ২৫ টা মান গীতো লিখিছিল। চন্দ্ৰধৰ বৰুৱাৰ জীৱনৰ সবাতোকৈ ডাঙৰ কৃতিত্ব হ'ল 'ৰত্নকোষ' প্ৰণয়ন কৰাটো। ৰত্নকোষত ঠাই পাইছিল অসমৰ বিভিন্ন প্ৰান্তৰ ফকৰা-যোজনাই।

মাথো সাহিত্যৰ ক্ষেত্ৰতেই নহয়, ৰাজহুৱা জীৱনতো চন্দ্ৰধৰ বৰুৱাৰ ভূমিকা কম নহয়। 'সাৰ্বজনীন সভা' আৰু 'অসম এছোচিয়েছন'ৰ স'তে তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯২০ চনত তেওঁ অসম ব্যৱস্থাপক কাউন্সিল আৰু ১৯২৮ চনত দিল্লীৰ কাউন্সিল অব ষ্টেটছৰ সদস্য হয়গৈ। ১৯৩০ চনত ইংলেণ্ডত অনুষ্ঠিত ঘূৰণীয়া মেজমেলত যোগ দিবলৈ অসমৰ একমাত্ৰ প্ৰতিনিধি স্বৰূপে বৰুৱা তালৈ গৈছিল।

অসমৰ প্ৰথমখন বেচৰকাৰী মহাবিদ্যালয় জগন্নাথ বৰুৱা কলেজ স্থাপনৰ ক্ষেত্ৰতো চন্দ্ৰধৰ বৰুৱাৰ অৱদান যথেষ্ট। বিভিন্ন ৰাজহুৱা ক্ষেত্ৰত জড়িত এইজনা ব্যক্তিয়ে যোৰহাট পৌৰসভাৰ উপ-সভাপতি আৰু অসম অলিম্পিক এছোচিয়েছনৰ সভাপতি হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৩৪ চনত যোৰহাটত শক্তিমেলা আৰু জাঁজীত লাচিতমেলা অনুষ্ঠিত কৰাৰ ক্ষেত্ৰত চন্দ্ৰধৰ বৰুৱা আছিল আগৰণুৱা। পৰাধীন অসমৰ ডেকাসকলৰ সাহস, শক্তি আৰু দেশপ্ৰেম জগাই তুলিবলৈ এনে মেলাৰ আয়োজন কৰা হৈছিল।

চন্দ্ৰধৰ বৰুৱাৰ আছিল অভিনয়ৰ প্ৰতি দুৰন্ত হেঁপাহ। কিন্তু অভিনয়ৰ বাবে যথেষ্ট নাটক নথকাত তেওঁ নিজেও নাটক লিখাৰ ক্ষেত্ৰত আগবাঢ়িছিল আৰু আনকো পৰামৰ্শ দিছিল। নতুন অভিনেতা আৰু নাট্যকাৰৰ পিতৃতুল্য এইগৰাকী ব্যক্তি যোৰহাট ৰঙ্গমঞ্চৰ বহুবছৰ ধৰি সম্পাদক হৈ আছিল। অভিনেতা হিচাপেও যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰা চন্দ্ৰধৰ বৰুৱাই ভাবিছিল যে, তেতিয়াৰ অশিক্ষিত সমাজৰ লোকসকলক সচেতন কৰিবলৈ একমাত্ৰ পন্থাই হ'ল নাটকৰ মঞ্চায়ন কৰা।

১৯২৬ চনত কামৰূপ সঞ্জীৱনী সভাৰ বাৰ্ষিক অধিবেশনত সভাপতিত্ব কৰিছিল। আসাম সংঘৰ তৃতীয় বছৰেকীয়া অধিবেশনৰো তেওঁ সভাপতি আছিল। ১৯২৯ চনত কামৰূপ সঞ্জীৱনী সভাই তেওঁক 'সাহিত্য ৰত্ন' উপাধি প্ৰদান কৰিছিল। ১৯৬১ চনৰ ২৬ অক্টোবৰত ৰবৈয়াৰ বাগিচাৰ বাসভৱনত এইজনা বিশিষ্ট ব্যক্তিৰ মৃত্যু হয়।

## (৪৮)

## আনন্দচন্দ্ৰ আগৰৱালা

অসমীয়া সাহিত্যত উল্লেখযোগ্য অৰিহণাৰে যি সকল ব্যক্তিয়ে ভাষা-সাহিত্যক প্ৰতিষ্ঠিত কৰাত সহায় কৰিছে সেইসকলৰ ভিতৰত আনন্দচন্দ্ৰ আগৰৱালা অন্যতম। অসমীয়া

ভাষা-সাহিত্য-সংস্কৃতি, ৰাজনীতি-ব্যৱসায় আদি বিভিন্ন ক্ষেত্ৰত বিটো 'আগৰৱালা' পৰিয়ালৰ অৰিহণা অদ্বিতীয়, তেনে এক পৰিয়ালতে বৰ্তমান শোণিতপুৰ জিলাৰ গহপুৰৰ ওচৰৰ ব্ৰহ্মাজানত আনন্দচন্দ্ৰৰ জন্ম। ১৮৭৪ চনত জন্ম গ্ৰহণ কৰা এইজনা ব্যক্তিৰ ককাক নৱৰঙ্গ ৰাম আগৰৱালা ৰাজস্থানৰ পৰা অসমলৈ আহিছিল ভাগ্যৰ সন্ধানত। প্ৰথমে তেওঁ গোৱালপাৰা আৰু বিশ্বনাথ চাৰিআলিত আনৰ ব্যৱসায়িক সহযোগী হিচাপে থাকি পাছত নিজেই স্বাধীনভাবে ব্যৱসায়ত ধৰিছিল আৰু অসমীয়া ছোৱালী বিয়া কৰাই গহপুৰৰ গমিৰি অঞ্চলত থাকিব লৈছিল আৰু সফল ব্যৱসায়ী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল। এই নৱৰঙ্গ ৰামৰে দ্বিতীয়া পত্নীৰ গৰ্ভত কাশীৰামৰ জন্ম। এই কাশীৰামেই হ'ল আনন্দচন্দ্ৰৰ পিতৃ। কাশীৰাম আছিল কলংপুৰ মৌজাৰ মৌজাদাৰ।

হাইস্কুলত পঢ়ি থাকোতেই আনন্দচন্দ্ৰৰ পিতৃ বিয়োগ ঘটে। সেইবাবেই তেওঁ ৰবদেউতাক হৰিবিলাস আগৰৱালাৰ তত্বাৱধানত থাকি তেজপুৰৰ চৰকাৰী হাইস্কুলত পঢ়া-শুনা কৰে। এই হাইস্কুলৰ পৰাই ১৮৯১ চনত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ, কুৰিটকীয়া বৃত্তি লাভ কৰি কলিকতালৈ পঢ়িবলৈ যায়। কেইজনমান ছাত্ৰৰে স'তে মেছত থাকি তেওঁ মেট্ৰপলিটান কলেজত পঢ়া-শুনা আৰম্ভ কৰে। পাছত হৰিবিলাস আগৰৱালাৰ কলিকতাৰ ঘৰত লক্ষ্মীনাথ বেজবৰুৱাৰ স'তেও কিছুদিন আছিল।

আনন্দচন্দ্ৰ কলিকতালৈ যোৱাৰ দুই তিনি বছৰৰ আগতেই অসমীয়া ভাষা উন্নতি সাধিনী সভা গঢ়ি উঠিছিল, জোনকী কাকতখন প্ৰকাশ পাবলৈ লৈছিল। অসমীয়া সাহিত্যলৈ ৰমন্যাসবাদৰ আমদানি কৰা সাহিত্যৰ নৱজাগৰণৰ সেই কাণ্ডাৰীসকল চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ, হেমচন্দ্ৰ আদিৰ পৰা প্ৰেৰণা লাভ কৰি তেওঁ কাকত প্ৰকাশ কৰা আৰু সাহিত্য চৰ্চাৰ সহযোগী হয়গৈ। অৱশ্যে হাইস্কুলীয়া জীৱনৰে পৰা তেওঁৰ সাহিত্য চৰ্চাৰ প্ৰতি প্ৰবল ধাউতি আছিল।

অংকত ৰবাকৈ কেঁচা হোৱাৰ বাবে আনন্দচন্দ্ৰই এফ. এ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। তদুপৰি তেওঁৰ শৰীৰো দুৰ্বল হৈ আছিল। কলিকতাৰ বতাহ-পানীয়ে বোধহয় তেওঁক নুগুজিলে। সেইবাবে পঢ়াশুনা বাদ দি হৰিবিলাস আগৰৱালাৰ ব্যৱসায়ৰ সহকাৰী হৈয়ো কলিকতাত বেছি দিনলৈ তেওঁ নাথাকিল।

অসমলৈ উভতি আহি প্ৰথমতেতেওঁ দীননাথ বেজবৰুৱাই শিৱসাগৰ দিখৌ নদীৰ পাৰত স্থাপন কৰা ইংৰাজী স্কুলখনতে শিক্ষকতা আৰম্ভ কৰে। এই স্কুলৰ তত্বাৱধায়ক আছিল গোবিন্দ বেজবৰুৱা। আনন্দচন্দ্ৰই শিক্ষকতা কৰি থকা অৱস্থাতে এবাৰ শিৱসাগৰ পুখুৰীত হতেৰে পানী খোৱা বাবে পুলিচ এটাই তেওঁক নি আদালতত হাজিৰ কৰালে। বিচাৰকে আনন্দচন্দ্ৰক বাপ এটকাৰ জৰিমনা বিহিলে। এইকথাত আনন্দচন্দ্ৰই বৰ দুখ পালে আৰু শিৱসাগৰ এৰি ঘৰলৈ উভতি আহিল। এদিন হৰিবিলাস আগৰৱালাই তেওঁক ক'লে যে, ঘৰত এনেয়েই বহি থকাতকৈ তেজপুৰত খালি হোৱা হেড্ কনিষ্টবলৰ পদটোৰ বাবেই দৰ্খাস্ত নকৰে কিয়? আনন্দচন্দ্ৰয়ো কথাটো ভাবিছিল। যি পুলিচে এদিন সামান্য কথাতে আনন্দচন্দ্ৰক অপমান কৰিছিল, জৰিমনা বিহিছিল; সেই পুলিচৰ চাকৰিয়েই তেওঁ কৰিব আৰু ইংৰাজৰ অধীনত থাকিও সৎ পুলিচ বিষয়া হিচাপে পৰিচয় দিব। হয়তো এনে নোহোৱা হলে আঢ্যৱন্ত পৰিয়ালৰ সন্তান আনন্দচন্দ্ৰই কাহানিও পুলিচ বিভাগৰ চাকৰিত নোসোমালেহেঁতেন।

যিয়েই নহওক, আনন্দচন্দ্ৰই হেড কনিষ্টবলৰ চাকৰিটো পালে। তাৰ ছমাহৰ পাছতেই

তেওঁ ছাব- ইনচপেক্টৰলৈ পদোন্নতি লাভ কৰে আৰু লাহে লাহে পুলিচৰ জিলা পৰ্য্যায়ৰ বিষয়াৰ পদলৈ উন্নীত হয়। এনে পদ পোৱা তেৱেঁই প্ৰথম অসমীয়া। পুলিচৰ চাকৰিত দিনে-ৰাতিয়ে ব্যস্ত থাকিও তেওঁ কিন্তু কলম নেৰিলে। তেওঁ সদায়েই হাতত লাঠিডাল থকাতকৈ কলমটো থাকিলেহে ভাল পাইছিল। ছাত্ৰাবস্থাৰে পৰা তেওঁৰ অন্তৰত সাহিত্য চৰ্চাৰ যি বীজ ৰোপিত হৈছিল,সেয়া আমৃত্যু আছিল। তেওঁ বহু মৌলিক কবিতা, বহুকেইটা প্ৰবন্ধ আৰু ইংৰাজী কবিতাৰ ভাঙনিৰে অসমীয়া সাহিত্যক চহকী কৰি গৈছে। ইংৰাজ চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ' উপাধি লাভ কৰা আনন্দচন্দ্ৰই ছাত্ৰাবস্থাতে কেইজনমান বন্ধুৰে লগলাগি ১৪১টা গীতি কবিতাৰ 'ধৰ্ম সঙ্গীত' নামেৰে পুথি এখন ছপাইছিল। তাৰ পাছত জিলিকণি, আদিপাঠ, কোমল পাঠ আদি ভালেমান পুথি ৰচনা কৰে। উল্লেখ কৰি থোৱা ভাল হব যে, জিলিকণি নামৰ কাব্য সংকলনখনৰ কবি হোৱা বাবে তেওঁক 'জিলিকণি কবি' আৰু বহুকেইটা ইংৰাজী কবিতা উৎকৃষ্ট অসমীয়া ( প্ৰায় মৌলিক বুলিবই পাৰি) লৈ ভাঙনি কৰাৰ বাবে তেওঁক 'ভাঙনি কোঁৱৰ' আখ্যাও বিদ্বৎ সমাজে দিছে।

মহামহা পুৰুষৰ/চানেকীৰে জীৱনৰ/আমিও কৰিব পাৰো জীৱনগঢ়িত, অভিনয় শেষ হ'লে/আয়ুবেলি মাৰ গ'লে/থই যাব পাৰো খোজ সময় বালিত।। এই কবিতা ফাঁকি ৰচোঁতা আনন্দচন্দ্ৰৰ মৃত্যু হৈছিল ১৯৩৯চনত,তেজপুৰত।

## (৪৯)

## ৰাধানাথ ফুকন

প্ৰথম অসমীয়া স্নাতকোত্তৰ অৰ্থাৎ এম.এ ডিগ্ৰীধাৰী আছিল ৰাধানাথ ফুকন। ১৮৭৫ চনৰ ১৫ জুনৰ দিনাখন যোৰহাট নগৰত ৰাধানাথৰ জন্ম হৈছিল। তেওঁৰ পিতৃৰ নাম কৃপানাথ ফুকন আৰু মাতৃ ৰুক্মিণী। কৃপানাথ আছিল কাশীনাথ তামুলীফুকনৰ বংশধৰ। কাশীনাথ দ্বিজ তামুলীফুকন আছিল আহোম ৰজা পুৰন্দৰ সিংহৰ ৰাজবিষয়া। অসমখন ইংৰাজে লোৱাৰ পাছত তেওঁ শিৱসাগৰৰ মুন্সিফ হৈছিলগৈ। কাশীনাথে 'আসাম বুৰঞ্জী' লিখিছিল, যিখনৰ ভিত্তিতে হৰকান্ত সদৰামীনে 'অসম বুৰঞ্জী'খন লিখিছিল। কাশীনাথৰ এই বুৰঞ্জীখন ১৮৪৪চনত শিৱসাগৰৰ বেপ্তিষ্ট মিছনে প্ৰকাশ কৰিছিল।

সৰুৰে পৰা শিক্ষাৰ প্ৰতি ধাউতি থকা ৰাধানাথ ফুকনে শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ কুৰিটকীয়া বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়িবলৈ যায়। প্ৰেছিডেন্সী কলেজৰ পৰা তেওঁ ১৮৯৩ চনত আই. এ আৰু ১৮৯৫ চনত বি.এ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। ১৮৯৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ পৰীক্ষাত দ্বিতীয় শ্ৰেণী লাভ কৰি উত্তীৰ্ণ হয়। এম. এ পাছ কৰি অন্য চাকৰি কৰাৰ ইচ্ছা নাছিল ৰাধানাথৰ, সেইবাবেই তেওঁ কলিকতাতে পুনৰ আইন পঢ়িবলৈ লয়। ১৮৯৮ চনত সুখ্যাতিৰে আইন পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছতে তেওঁ যোৰহাটলৈ আহে আৰু ওকালতি কৰিবলৈ লয়। পাঁচ বছৰমান ওকালতি কৰাৰ পাছত তেওঁ চৰকাৰী চাকৰিত সোমায় আৰু এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰৰ পদ লাভ কৰে।

কলিকতাত পঢ়া-শুনা কৰোঁতে তেওঁ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিল। সেই সময়তে তেওঁ সাহিত্য চৰ্চাও কৰিব ল'লে। ১৮৯৫ চনত তেওঁ আঃ ভাঃ উঃ সাঃ ৰ সম্পাদকো নিৰ্বাচিত হৈছিল। তেওঁ নাটকো কৰিছিল।

সঙ্গীতৰ প্ৰতি ধাউতি থকাৰ বাবে ভালেমান গীতো ৰচনা কৰিছিল। 'কিয়নো পাহৰা অসমীয়া হেৰা, চিৰকাল তুমি আছিলা স্বাধীন' নামৰ গীতটিয়ে সেই সময়ত বা তাৰ পাছতো যথেষ্ট জনপ্ৰিয়তা লাভ কৰিছিল।

এক্সট্ৰা এছিষ্টেণ্ট কমিছনাৰ পদত চাকৰি জীৱন আৰম্ভ কৰা ৰাধানাথ ফুকনে পাছত লোকপিয়ল বিভাগৰ উপ-অধীক্ষক, মহকুমাধিপতি, উদ্যোগ বিভাগৰ সঞ্চালক, সমবায় বিভাগৰ পঞ্জীয়ক আদি বিভিন্ন পদত চাকৰি কৰিছিল। শেষ সময়ত জিলা ন্যায়াধীশ হিচাপে নিজৰ কাৰ্যদক্ষতা দেখুৱাই ১৯৩১ চনত তেওঁ চাকৰি জীৱনৰ পৰা অৱসৰ লৈছিল। অৱসৰ লোৱাৰ পাছত তেওঁ পুনৰ ওকালতি কৰিছিল আৰু শেষত চাহ বাগিচা এখন কিনি তাকে চলাবলৈ লৈছিল। ১৯৫৪ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ তেওঁ সভাপতি আছিল। অৱসৰৰ পাছত তেওঁ পুনৰ সাহিত্য সাধনাত লাগিছিল। অতি চিন্তাপুষ্ট জ্ঞান চৰ্চাৰে ৰাধানাথ ফুকনে সাংখ্য দৰ্শন (১৯৪৯),বেদান্ত দৰ্শন (১৯৫১), শ্ৰীমদ্ভাগৱত গীতা (১৯৫২), কথা উপনিষদ (১৯৫৪), জন্মান্তৰ ৰহস্য (১৯৫৭), আদি গ্ৰন্থ লিখিছিল।

এগৰাকী দাৰ্শনিক হিচাপে দৰ্শনক জনসাধাৰণৰ ওচৰ চপাবলৈ যত্ন কৰাৰ লগতে বিজ্ঞানৰ লগত অধ্যাত্মবাদক সম্পৃক্ত কৰিছিল। তেওঁ ইংৰাজী ভাষাতো গ্ৰন্থ লিখিছিল। তাৰ ভিতৰত The Theory of Rebirth (১৯৬২),The Sankhya karika, Iswar Krishna (১৯৬০) আদিয়েই প্ৰধান।

১৯৫৪ চনত নলবাৰীৰ সংস্কৃত সঞ্জীৱনী সভাই ৰাধানাথ ফুকনক 'বেদান্ত বাচস্পতি' সন্মান প্ৰদান কৰিছিল। ব্ৰিটিছ চৰকাৰে তেওঁৰ চৰকাৰী কাম-কাজৰ প্ৰতি থকা আনুগত্যৰ স্বীকৃতিস্বৰূপে ১৯২৪চনতেই ৰায়বাহাদুৰ উপাধি প্ৰদান কৰিছিল আৰু ১৯৬৪চনত গুৱাহাটী বিশ্ববিদ্যালয়ে ৰাধানাথ ফুকনক 'ডক্টৰ অৱ লিটাৰেচাৰ' সন্মান যাঁচিছিল।

১৯৬৪চনৰ জুন মাহৰ ২৩ তাৰিখে ৰাধানাথ ফুকনে ইহলীলা সম্বৰণ কৰে।

## (৫০)

# হিতেশ্বৰ বৰবৰুৱা

প্ৰথম শ্ৰেণীৰ অসমীয়া সাহিত্যিক হিতেশ্বৰ বৰবৰুৱাই আহোম বংশৰ সাতঘৰীয়া কৈদৰ সন্দিকৈ বংশত জন্ম লাভ কৰিছিল। যোৰহাট নগৰৰ পৰা দুই মাইলমান দূৰৈত সৰুচলাইৰহী নামে এখন গাঁৱত ১৮৭৬ চনত। হিতেশ্বৰ বৰবৰুৱাৰ ১২ জন উপৰি পুৰুষে বৰবৰুৱা আৰু আঠজনে বৰফুকনৰ বিষয়বাব পোৱাৰ উপৰিও বিভিন্নজনে বৰুৱাৰৰ বিষয়বাব পাইছিল। অৱশ্যে এওঁৰ পিতৃ চিকৌ বৰবৰুৱা আছিল এগৰাকী অতি দুখীয়া খেতিয়ক। সেইবাবে হিতেশ্বৰ বৰবৰুৱাই যোৰহাট বেলৰে কাৰখানৰ স্কুল, তৰাজান বৃত্তি স্কুল আৰু যোৰহাট হাইস্কুলত বৰ্তমানৰ অষ্টমমান (কাৰোবাৰ মতে দশমমান) শ্ৰেণীলৈ পঢ়ি ধনৰ দুৰৱস্থাৰ বাবে স্কুল এৰে। তাৰ পাছত বেজবৰুৱাই হাইস্কুলত কেইমাহমান তলৰ শ্ৰেণীক পঢ়ায় আৰু সেই চাকৰি এৰি চাহ বাগিচাৰ সাধাৰণ কেৰাণীৰ কামত সোমায়।

স্কুলীয়া অৱস্থাতে পাঠ্যপুথিতকৈয়ো বাহিৰা কিতাপ-পত্ৰ পঢ়াৰ ক্ষেত্ৰত বেছিকৈ মনোযোগ দিয়া হিতেশ্বৰ বৰবৰুৱাই সৰুৰে পৰা কবি, সাহিত্যিক হোৱাৰ আকাংক্ষা কৰিছিল। স্কুলৰ গ্ৰন্থাগাৰৰ পৰা বিভিন্ন ধৰণৰ কিতাপ-পত্ৰ আনি পঢ়া-শুনা কৰা বৰবৰুৱাই 'জোনাকী'

আৰু ' বিজুলী' কাকত দুখনৰ জৰিয়তে প্ৰথমছোৱাত কবিতা চৰ্চাত মনোনিবেশ কৰিছিল। হিতেশ্বৰ বৰবৰুৱাই অসমীয়া কবিতালৈ নতুন মাত্ৰা আনে। তেওঁৰ পূৰ্বৰ কবিসকলৰ সৰহ সংখ্যকেই বঙালী কবিৰ কবিতাৰ অনুকৰণ কৰিছিল আৰু বঙালী শব্দৰ ব্যৱহাৰো কৰিছিল কিন্তু বৰবৰুৱাৰ ভাষা আছিল নিখুঁত অসমীয়া, বিজতৰীয়া ভাষাৰ ধাৰে - কাষেও তেওঁ নিজৰ কবিতাবোৰক এক বিশেষ মৰ্যাদা দিব বিচাৰিছিল। ১৯০৮চনত তেওঁৰ প্ৰথমখন কাব্যগ্ৰন্থ ঢোপকলি প্ৰকাশ পায়। তাৰ পাছত তেওঁৰ গ্ৰন্থ ক্ৰমে কমতাপুৰ ধ্বংস (১৯১০) , তিৰোতাৰ আত্মদান আৰু বিৰহিণীৰ বিলাপ (১৯১৩) , আভাস কাব্য (১৯১৪), ডেচডিমোনা আৰু আঙ্গিলা (১৯১৭),যুদ্ধক্ষেত্ৰত আহোম ৰমণী (১৯১৮), মালচ (১৯১৮), চকুলো (১৯২২), আদি প্ৰকাশ পায়। এইবোৰৰ প্ৰতিখনেই কাব্যাকাৰে লিখা সাহিত্য। কমতাপুৰ ধ্বংসে আছিল অমিত্ৰাক্ষৰ ছন্দত লিখা অসমৰ তৃতীয়খন কাব্য আৰু মালচ হ'ল প্ৰথমখন অসমীয়া চনেট পুথি।

বৰবৰুৱা এগৰাকী বুৰঞ্জীবিদো আছিল। এটা বুৰঞ্জী খ্যাত বংশত জন্মগ্ৰহণ কৰাৰ বাবেই তেওঁৰ অন্তৰত হয়তো বুৰঞ্জীৰ প্ৰতি আছিল তীব্ৰ স্পৃহা। শিক্ষা- দীক্ষা কম থাকিলেও গভীৰ অধ্যায়ন, অনুসন্ধিৎসা আৰু পৰিশ্ৰমী গুণৰ বাবে তেওঁৰ বুৰঞ্জী জ্ঞান আছিল পৰিপক্ক আৰু বিস্তৃত। কম বয়সতে এগৰাকী বুৰঞ্জীবিদ হিচাপে খ্যাতি লাভ কৰা বৰবৰুৱাই প্ৰাচীন বুৰঞ্জীৰ আলম লৈ বিজ্ঞানসম্মত ৰীতিৰে, যুক্তিবাদী চিন্তাৰে প্ৰকৃত কাহিনী উদ্ভাৱনৰ চেষ্টা কৰিছিল। বৰবৰুৱাৰ এই পৰিশ্ৰমৰে ফচল আছিল ' আহোমৰ দিন' নামৰ ৬২৩পৃষ্ঠাৰ (অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা) বুৰঞ্জীখন। ছশ বছৰ ধৰি আহোম ৰাজবংশই অসম শাসন কৰিছিল। সেই ছশ বছৰকে ধৰি ইংৰাজে শাসন কৰা ১৯২২খ্ৰীষ্টাব্দৰ সময়ছোৱালৈ ৰজা, শাসক, মন্ত্ৰী-বিষয়াসকলৰ বিষয়ে তন্ন তন্নকৈ লিখি উলিয়াইছিল তেওঁ। তদুপৰি আহোমৰ পূৰ্বৰ ধৰ্ম আৰু সংস্কৃতি আদিকো বিস্তৃতভাৱে ব্যাখ্যা কৰা এই গ্ৰন্থখনত সেই সময়ছোৱাৰ বৃহৎ অসমৰ ভিতৰত শাসন চলোৱা ৰজাসকলৰ বিষয়েও আমাক জানিব দিছে। হিতেশ্বৰ বৰবৰুৱাৰ বুৰঞ্জী আৰু বিশ্লেষণ পদ্ধতি দেখি ক'ব পাৰি যে সুশৃংখলাবদ্ধ অধ্যায়ন আৰু অন্তহীন পৰিশ্ৰম শক্তি নাথাকিলেও এনে বুৰঞ্জী লিখিব নোৱাৰি আৰু অসমীয়া ভাষাত এনে শক্তিশালী আৰু বিস্তৃত বুৰঞ্জী আজি পৰ্যন্ত প্ৰকাশ পোৱা নাই।

অসম সাহিত্য সভাৰ দ্বিতীয়গৰাকী সভাপতি সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জন্ম ১৮৭৪ চনৰ ১৫ অক্টোবৰত, যোৰহাটৰ ৰজামৈদামত। পিতৃৰ নাম দুৰ্গাধৰ আৰু মাতৃ প্ৰেমাৱতী। ১৮৯২ চনত যোৰহাট হাইস্কুলৰ পৰা উত্তীৰ্ণ হৈ কলিকতালৈ গৈ পঢ়া-শুনা কৰে আৰু ১৯০০ চনত আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ আহি যোৰহাটত ওকালতি আৰম্ভ কৰে। কেইবছৰমানৰ পাছত ওকালতি এৰি শহুৰেক জগন্নাথ বৰুৱাৰ সহযোগী হৈ চাহ ব্যৱসায়ত নামে।

সাহিত্যত সৰুৰে পৰা বাপ থকা চন্দ্ৰধৰ বৰুৱা অসম সাহিত্য সভাৰ প্ৰথম গৰাকী পত্ৰিকা সম্পাদক হোৱাৰ লগতে ১৯১৮ চনত গোৱালপাৰাত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনৰ সভাপতি হয়গৈ। তেতিয়াৰ দিনত মাথো অধিবেশনত সভাপতিত্ব কৰাৰ পাছতেই সভাপতিৰ দায়িত্ব শেষ হৈছিল অৰ্থাৎ সাহিত্য সভাৰ প্ৰধান সম্পাদকগৰাকীহে আছিল লাইখুটা স্বৰূপ। সেইবাবে ১৯১৮ চনত ৪৪ বছৰীয়া চন্দ্ৰধৰ বৰুৱা সাহিত্য সভাৰ সভাপতি হোৱাৰ পাছতো ১৯৩৪ চনত তেওঁ পুনৰ সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল।

মূলতঃ নাট্যকাৰ হিচাপে খ্যাতি লাভ কৰা চন্দ্ৰধৰ বৰুৱা প্ৰবন্ধকাৰ, কবি আৰু গীতিকাৰো আছিল। মেঘনাদ বধ (১৯০৪), ভাগ্যপৰীক্ষা- প্ৰহসন (১৯১১), তিলোত্তমা

সম্ভৱ (১৯২৬) , আহোম সন্ধ্যা (১৯৩৬), মোগল বিজয় (১৯৩৬), ৰাজৰ্ষি (১৯৩৭), পুনৰ্জন্ম (১৯৩৭) আদি ভালেকেইখন নাটকৰ লগতে বিলাতৰ কথা, জিৰণিৰ চিন্তা আদি প্ৰবন্ধ সংকলন; ৰঞ্জন, কামৰূপ জীয়াৰী, মুক্তাৱলী আদি কাব্যপুথি প্ৰকাশ কৰিছিল। তদুপৰি উজু সাহিত্য, নতুন পাঠমালা আদি পাঠ্যপুথি লিখাৰ লগতে 'শান্তি' নামেৰে এখন উপন্যাস আৰু ২৫ টা মান গীতো লিখিছিল। চন্দ্ৰধৰ বৰুৱাৰ জীৱনৰ সবাতোকৈ ডাঙৰ কৃতিত্ব হ'ল 'ৰত্নকোষ' প্ৰণয়ন কৰাটো। ৰত্নকোষত ঠাই পাইছিল অসমৰ বিভিন্ন প্ৰান্তৰ ফকৰা-যোজনাই।

মাথো সাহিত্যৰ ক্ষেত্ৰতেই নহয়, ৰাজহুৱা জীৱনতো চন্দ্ৰধৰ বৰুৱাৰ ভূমিকা কম নহয়। 'সাৰ্বজনীন সভা' আৰু 'অসম এছোচিয়েছন'ৰ স'তে তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯২০ চনত তেওঁ অসম ব্যৱস্থাপক কাউন্সিল আৰু ১৯২৮ চনত দিল্লীৰ কাউন্সিল অৱ ষ্টেটছৰ সদস্য হয়গৈ। ১৯৩০ চনত ইংলেণ্ডত অনুষ্ঠিত ঘূৰণীয়া মেজমেলত যোগ দিবলৈ অসমৰ একমাত্ৰ প্ৰতিনিধি স্বৰূপে বৰুৱা তালৈ গৈছিল।

অসমৰ প্ৰথমখন বেচৰকাৰী মহাবিদ্যালয় জগন্নাথ বৰুৱা কলেজ স্থাপনৰ ক্ষেত্ৰতো চন্দ্ৰধৰ বৰুৱাৰ অৱদান যথেষ্ট। বিভিন্ন ৰাজহুৱা ক্ষেত্ৰত জড়িত এইজনা ব্যক্তিয়ে যোৰহাট পৌৰসভাৰ উপ-সভাপতি আৰু অসম অলিম্পিক এছোচিয়েছনৰ সভাপতি হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৩৪ চনত যোৰহাটত শক্তিমেলা আৰু জাজীত লাচিতমেলা অনুষ্ঠিত কৰাৰ ক্ষেত্ৰত চন্দ্ৰধৰ বৰুৱা আছিল আগৰণুৱা। পৰাধীন অসমৰ ডেকাসকলৰ সাহস, শক্তি আৰু দেশপ্ৰেম জগাই তুলিবলৈ এনে মেলাৰ আয়োজন কৰা হৈছিল।

চন্দ্ৰধৰ বৰুৱাৰ আছিল অভিনয়ৰ প্ৰতি দুৰন্ত হেঁপাহ। কিন্তু অভিনয়ৰ বাবে যথেষ্ট নাটক নথকাত তেওঁ নিজেও নাটক লিখাৰ ক্ষেত্ৰত আগবাঢ়িছিল আৰু আনকো পৰামৰ্শ দিছিল। নতুন অভিনেতা আৰু নাট্যকাৰৰ পিতৃতুল্য এইগৰাকী ব্যক্তি যোৰহাট ৰঙ্গমঞ্চৰ বহুবছৰ ধৰি সম্পাদক হৈ আছিল। অভিনেতা হিচাপেও যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰা চন্দ্ৰধৰ বৰুৱাই ভাবিছিল যে তেতিয়াৰ অশিক্ষিত সমাজৰ লোকসকলক সচেতন কৰিবলৈ একমাত্ৰ পন্থাই হ'ল নাটকৰ মঞ্চায়ন কৰা।

১৯২৬ চনত কামৰূপ সঞ্জীৱনী সভাৰ বাৰ্ষিক অধিবেশনত সভাপতিত্ব কৰিছিল। আসাম সংঘৰ তৃতীয় বছৰেকীয়া অধিবেশনৰো তেওঁ সভাপতি আছিল। ১৯২৯ চনত কামৰূপ সঞ্জীৱনী সভাই তেওঁক 'সাহিত্য ৰত্ন' উপাধি প্ৰদান কৰিছিল। ১৯৬১ চনৰ ২৬ অক্টোবৰত ৰবৈয়াৰ বাগিচাৰ বাসভৱনত এইজনা বিশিষ্ট ব্যক্তিৰ মৃত্যু হয়।

অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণ কৰা হিতেশ্বৰ বৰবৰুৱাৰ লিখনিত জাতীয় প্ৰেম গভীৰ ভাৱে শিপাই আছে, সেয়া লাগে কবিতাই হওক বা বুৰঞ্জী সাহিত্যাই হওক।

'মোৰ ক্ষুদ্ৰ জীৱনৰ সোঁৱৰণ' নামৰ আত্মজীৱনী লিখা শক্তিশালী লেখক হিতেশ্বৰ বৰবৰুৱাৰ মৃত্যু হয় ১৯৩৯ চনৰ ফেব্ৰুৱাৰী মাহত।



## সহায়ক গ্ৰন্থপঞ্জী


১) আহোমৰ দিন : হিতেশ্বৰ বৰবৰুৱা
২) অসমৰ বুৰঞ্জী : পদ্মনাথ গোহাঞিবৰুৱা
৩) আসাম বুৰঞ্জী : গুণাভিৰাম বৰুৱা
৪) A History of Assam : Sir Edward Gait
৫) কথা গুৰু চৰিত : সম্পাদনা : ড° মহেশ্বৰ নেওগ
৬) Early History of Kamrup : Kanak Lal Baruah
৭) শ্ৰীশ্ৰীশঙ্কৰদেৱ : ড° মহেশ্বৰ নেওগ
৮) Sankardeva and His Times : Dr. Moheswar Neog
৯) গুৰু চৰিতৰ ইতিকথা : ড° মহেশ্বৰ নেওগ
১০) শ্ৰীশ্ৰীমাধৱদেৱ : ড° মহেশ্বৰ নেওগ
১১) শ্ৰীমন্ত শঙ্কৰদেৱ : কৃতি আৰু কৃতিত্ব : ড° শিৱনাথ বৰ্মন
১২) যুগান্তৰত শঙ্কৰদেৱ : বাপচন্দ্ৰ মহন্ত
১৩) অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত : ড° সত্যেন্দ্ৰনাথ শৰ্মা
১৪) অসমীয়া সাহিত্যৰ ৰূপৰেখা : ড° মহেশ্বৰ নেওগ
১৫) History of Assam: Country and People : Dr.Moyidul Islam Borah
১৬) বেণুধৰ শৰ্মা ৰচনাৱলী (দ্বিতীয় খণ্ড) : (বুৰঞ্জীৰ সঁফুৰা)
১৭) বেণুধৰ শৰ্মা ৰচনাৱলী (তৃতীয় খণ্ড) : (চন্দন চ'ৰা)
১৮) বৈষ্ণৱ প্ৰদীপ : সম্পাদকঃ সোমনাথ তালুকদাৰ
১৯) অসমৰ চাৰিজনা মহাপুৰুষ : সুৰেন্দ্ৰ কুমাৰ দাস
২০) হৰিভক্তি তৰঙ্গিনী : সম্পাদকঃ ড° দীপক কুমাৰ শৰ্মা
২১) দেৱ দামোদৰ গুৰুদৰ্শন : নাৰায়ণচন্দ্ৰ দেৱগোস্বামী
২২) দামোদৰ দেৱৰ জীৱন চৰিত : খগেন্দ্ৰনাথ পাঠক
২৩) মথুৰাদাস বুঢ়া আতাৰ জীৱন চৰিত্ৰ : শ্ৰীজগন্নাথ মহন্ত আতৈ বুঢ়াভকত
২৪) মথুৰাদাস বুঢ়া আতাৰ জীৱন চৰিত আৰু বৰপেটা সত্ৰৰ ইতিহাস : অৰ্জুন চন্দ্ৰ দাস
২৫) মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন : অৰ্জুন চন্দ্ৰ দাস
২৬) বৈষ্ণৱবাদৰ পৰা মাৱামৰীয়া বিদ্ৰোহলৈ : ড° অমলেন্দু গুহ
২৭) ভট্টদেৱ : জীৱন আৰু সাহিত্যকৃতি : ড° নাৰায়ণ দাস
২৮) Atan Buragohin and His Times : Dr.Surya Kr.Bhuyan
২৯) শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা : সম্পাদক : অক্ষয় কুমাৰ মিশ্ৰ

| | | |
|---|---|---|
| ৩০) | আজান ফকীৰ আৰু সুফীয়া জিকিৰ | : চৈয়দ আব্দুল মালিক |
| ৩১) | শ্ৰীশ্ৰী চণ্ডী | : ড° পৰীক্ষিত হাজৰিকা |
| ৩২) | অসমীয়া সাহিত্যৰ বুৰঞ্জী (দ্বিতীয় খণ্ড) | : সম্পাদনাঃ ড° শিৱনাথ বৰ্মন |
| ৩৩) | অসমীয়া জিকিৰ-জাৰী সাৰ | : সম্পাদকঃ এছ্ এম ছুছেইন |
| ৩৪) | আউনীআটী সত্ৰৰ বুৰঞ্জী | : তীৰ্থনাথ শৰ্মা |
| ৩৫) | প্ৰাচ্য শাসনাৱলী | : ড° মহেশ্বৰ নেওগ |
| ৩৬) | অসমীয়া কথা সাহিত্য | : ড° বিৰিঞ্চি কুমাৰ বৰুৱা |
| ৩৭) | কীৰ্তন আৰু নামঘোষা | : ড° মহেশ্বৰ নেওগ সম্পাদিত |
| ৩৮) | সংগ্ৰামসিংহ চিলাৰায় | : অম্বিকাচৰণ চৌধুৰী |
| ৩৯) | বুৰঞ্জীয়ে কথা কয় | : ড° লীলা গগৈ |
| ৪০) | কোঁচ-ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি | : অম্বিকাচৰণ চৌধুৰী |
| ৪১) | জয়মতী কুৱঁৰী | : সম্পাদনা : হেম বুঢ়াগোহাঞি |
| ৪২) | বুৰঞ্জী আৰু বিতৰ্ক | : লক্ষ্মীনাথ তামুলী |
| ৪৩) | Report on the Province of Assam | : A. J. Moffatt Mills |
| ৪৪) | বেলি মাৰ গ'ল | : ড° লীলা গগৈ |
| ৪৫) | মৰাণ, মটক, মায়ামৰা | : শ্ৰীকুমাৰ দহোতীয়া |
| ৪৬) | লাচিত বৰফুকন | : ড° সূৰ্য কুমাৰ ভূঞা |
| ৪৭) | জয়মতী উপাখ্যান | : ড° সূৰ্য কুমাৰ ভূঞা |
| ৪৮) | মীৰজুমলাৰ অসম আক্ৰমণ | : ড° সূৰ্য কুমাৰ ভূঞা |
| ৪৯) | যুদ্ধক্ষেত্ৰত আহোম ৰমণী | : হিতেশ্বৰ বৰবৰুৱা |
| ৫০) | মোৰ ক্ষুদ্ৰ জীৱনৰ আত্মসোঁৱৰণী | : হিতেশ্বৰ বৰবৰুৱা |
| ৫১) | মায়ামৰা সত্ৰ-সমাজ | : সুশীল কুমাৰ গগৈ |
| ৫২) | অসমৰ পদ্য বুৰঞ্জী | : সম্পদনাঃ ড° সূৰ্য কুমাৰ ভূঞা |
| ৫৩) | ত্ৰিপুৰা বুৰঞ্জী | : সম্পাদনাঃ ড° সূৰ্য কুমাৰ ভূঞা |
| ৫৪) | অসম বুৰঞ্জী | : সম্পাদনাঃ ড° সূৰ্য কুমাৰ ভূঞা |
| ৫৫) | তুঙ্গখুঙীয়া বুৰঞ্জী | : সম্পাদনা ড° সূৰ্য কুমাৰ ভূঞা |
| ৫৬) | অসম বুৰঞ্জীৰ কথা | : ড° সূৰ্য কুমাৰ ভূঞা |
| ৫৭) | অসম বুৰঞ্জী | : হৰকান্ত বৰুৱা সদৰামীন |
| ৫৮) | অসম বুৰঞ্জী | : শৰৎ কুমাৰ দত্ত |
| ৫৯) | অসম বুৰঞ্জী সাৰ | : প্ৰতাপচন্দ্ৰ চৌধুৰী |
| ৬০) | কামৰূপৰ বুৰঞ্জী | : সম্পদনাঃ ড° সূৰ্য কুমাৰ ভূঞা |
| ৬১) | মধ্যযুগৰ সাহিত্য | : ড° বসন্ত কুমাৰ ভট্টাচাৰ্য |
| ৬২) | মঙলদৈৰ বুৰঞ্জী | : দীনেশ্বৰ শৰ্মা |
| ৬৩) | অসমীয়া জীৱনী অভিধান | : ড° শিৱনাথ বৰ্মন |
| ৬৪) | টাই সংস্কৃতিৰ ৰূপৰেখা | : ড° লীলা গগৈ |

৬৫) বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি : ভৱেন নাৰ্জি
৬৬) Moniram Dewan and The Contemporary Assamese Society : Dr. Ajit Kr. Dutta
৬৭) Planter Raj to Swaraj : Dr. Amalendu Guha
৬৮) মণিৰাম দেৱান : বেণুধৰ শৰ্মা
৬৯) অসমৰ ধৰ্মৰ বুৰঞ্জী : ড° মহেশ্বৰ নেওগ
৭০) অৰুনোদই : সম্পাদকঃ ড° মহেশ্বৰ নেওগ
৭১) শ্ৰীশ্ৰীগোপলদেৱৰ চৰিত : সম্পাদকঃ মোহনচন্দ্ৰ মহন্ত আৰু নবীন চন্দ্ৰ বৰদলৈ
৭২) অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী : যতীন্দ্ৰনাথ গোস্বামী
৭৩) ৰাজনীতিজ্ঞ কীৰ্তিচন্দ্ৰ বৰবৰুৱা : যোগেন দত্ত
৭৪) মোৰ সোঁৱৰণী : পদ্মনাথ গোহাঞিবৰুৱা
৭৫) জীৱনী সংগ্ৰহ (পৰিবৰ্ধিত সংস্কৰণ) : সম্পাদকঃ পদ্মনাথ গোহাঞিবৰুৱা
৭৬) মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ : প্ৰফুল্ল দত্ত গোস্বামী
৭৭) সংমিশ্ৰণত অসমীয়া সংস্কৃতি : আব্দুছ ছাত্তাৰ
৭৮) বিস্মৃত ব্যতিক্ৰম : মুনীন বৰকটকী
৭৯) জগন্নাথ বৰুৱা : যতীন্দ্ৰনাথ গোস্বামী
৮০) ওজা হেমচন্দ্ৰ বৰুৱা : যতীন্দ্ৰনাথ গোস্বামী
৮১) ভোলানাথ দাস ৰচনাৱলী : অসম প্ৰকাশন পৰিষদ
৮২) ৰাধানাথ ফুকন ৰচনাৱলী : অসম প্ৰকাশন পৰিষদ
৮৩) হৰকান্ত সদৰামীনৰ আত্মজীৱনী : সম্পাদক কুমুদচন্দ্ৰ বৰদলৈ
৮৪) আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ : গুণাভিৰাম বৰুৱা
৮৫) আনন্দৰাম ঢেকিয়াল ফুকন : আজলীতৰা নেওগ
৮৬) অৰ্ঘ্যাৱলী : বেণুধৰ শৰ্মা
৮৭) বাহাদুৰ গাওঁবুঢ়া স্মৃতিমাল্য : সম্পাদকঃ আব্দুছ ছাত্তাৰ
৮৮) গুণাভিৰাম বৰুৱা : আজলীতৰা নেওগ
৮৯) আসাম বন্ধু : সম্পাদকঃ ড° নগেন শইকীয়া
৯০) ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া : নকুলচন্দ্ৰ ভূঞা
৯১) বেজবৰুৱা গ্ৰন্থাৱলী (প্ৰথম খণ্ড) : সাহিত্য প্ৰকাশ
৯২) লম্বোদৰ বৰা ৰচনাৱলী : সম্পাদকঃ নন্দ তালুকদাৰ
৯৩) কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী : সম্পাদকঃ ড° প্ৰফুল্ল দত্তগোস্বামী
৯৪) ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী : সম্পাদকঃ ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
৯৫) পদ্মনাথ গোহাঞিবৰুৱা : হৰিপ্ৰসাদ নেওগ
৯৬) ৰাধাকান্ত সন্দিকৈ : হৰিপ্ৰসাদ নেওগ
৯৭) প্ৰসঙ্গঃ ঊনবিংশ শতিকাৰ অসমীয়া সাহিত্য : ড° উমেশ ডেকা
৯৮) জীৱনীমালা : সতীশচন্দ্ৰ কাকতী

৯৯) মহাত্মেজখানাৰ খিৰিকীয়েদি : ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
১০০) দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা ৰচনাৱলী : সম্পাদকঃ ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
১০১) আনন্দৰাম বৰুৱা : ড° সূৰ্যকুমাৰ ভূঞা
১০২) ভাষা সাহিত্যৰ সুবাস : ড° লীলাৱতী শইকীয়া বৰা
১০৩) জোনাকীৰ আলোড়ন : বিজনলাল চৌধুৰী
১০৪) ব্যক্তি আৰু দেশপ্ৰেম : উপেন্দ্ৰ বৰকটকী
১০৫) পণ্ডিত হেমচন্দ্ৰ গোস্বামী : শশী শৰ্মা
১০৬) আধুনিক বিশ্বৰ এশগৰাকী মহৎ ব্যক্তি : সম্পাদকঃ কনকসেন ডেকা
১০৭) সদাগৰ ভোলানাথ বৰুৱা : ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
১০৮) মফিজুদ্দিন আহমেদ হাজৰিকা ৰচনাৱলী : সম্পাদকঃ আব্দুছ ছাত্তাৰ
১০৯) ৰাধানাথ চাংকাকতী : সম্পাদকঃ চন্দ্ৰপ্ৰসাদ শইকীয়া
১১০) সাহিত্যৰ বেদীত নগএগ পূজাৰী : সম্পদকঃ ৰতিমোহন নাথ
১১১) অসমৰ বাতৰি কাকত-আলোচনীৰ
ডেৰশ বছৰীয়া ইতিহাস : সম্পাদকঃ চন্দ্ৰপ্ৰসাদ শইকীয়া
১১২) অসম সাহিত্য সভাৰ সভাপতিসকলৰ
জীৱন সমীক্ষা : সম্পাদক মদনচন্দ্ৰ মেধি
১১৩) স্বৰ্গদেও ৰাজেশ্বৰ সিংহ : ড° সূৰ্য কুমাৰ ভূঞা
১১৪) জীৱনী চয়ন (প্ৰথম খণ্ড) : দুৰ্গেশ্বৰ শৰ্মা
১১৫) ৰামচৰণ ব্ৰহ্ম ৰচনাৱলী (প্ৰথম খণ্ড) : সম্পাদকঃ প্ৰশান্ত কুমাৰ স্বৰ্গীয়াৰী
১১৬) তৰুণৰাম ফুকন : গোপীনাথ বৰদলৈ
১১৭) সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা : ডিম্বেশ্বৰ শৰ্মা
১১৮) নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী : ডিম্বেশ্বৰ নেওগ
১১৯) সত্যনাথ বৰা : দীননাথ শৰ্মা
১২০) সীতানাথ ব্ৰহ্মচৌধুৰী : নন্দ তালুকদাৰ
১২১) নবীন চন্দ্ৰ বৰদলৈ ৰচনাৱলী : সম্পাদকঃ নন্দ তালুকদাৰ
১২২) অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙণি : পদ্মধৰ চলিহা
১২৩) নবীনচন্দ্ৰ বৰদলৈ : প্ৰভাত গোস্বামী
১২৪) সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা : বিশ্বনাৰায়ণ শাস্ত্ৰী
১২৫) অসম সাহিত্য সভাৰ ভাষণাৱলী
(প্ৰথম আৰু দ্বিতীয় খণ্ড) : সম্পাদকঃ অতুল চন্দ্ৰ হাজৰিকা
১২৬) মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ : লক্ষ্মীনাথ ফুকন
১২৭) মৌ : সম্পাদকঃ সত্যেন্দ্ৰনাথ শৰ্মা
১২৮) সত্যনাথ বৰাৰ জীৱন চৰিত : সৰ্বেশ্বৰ শৰ্মা কটকী
১২৯) চন্দ্ৰকুমাৰ আগৰৱালা : হৰিপ্ৰসাদ নেওগ
১৩০) স্বৰ্ণলতা : তিলোত্তমা মিশ্ৰ
১৩১) ভাৰতৰ স্বাধীনতা সংগ্ৰাম আৰু অসম : আদ্যনাথ চক্ৰৱৰ্তী আৰু
নৰেন্দ্ৰনাথ শৰ্মা

১৩২) লেখিকাৰ জীৱনী (প্ৰথম খণ্ড) : সম্পাদনাঃ শীলা বৰঠাকুৰ
১৩৩) অমৃতাস্য পুত্ৰঃ : কনকচন্দ্ৰ ডেকা

ইয়াৰ ওপৰিও— (১) দৈনিক অসম, অগ্ৰদূত, প্ৰতিদিন, আজিৰ বাতৰি, আজিৰ অসম, আমাৰ অসম, নীলাচল কাকতৰ কেবাটাও সংখ্যা; (২) প্ৰকাশ, গৰীয়সী আৰু প্ৰান্তিকৰ কেবাটাও সংখ্যা।



চিত্ৰলেখা পাব্লিকেশ্বনচে প্ৰকাশ কৰা

হেমন্ত কুমাৰ ভৰালীৰ অন্যান্য জনপ্ৰিয় গ্ৰন্থসমূহ

- মামণি ৰয়ছম— স্বপ্ন-দুঃস্বপ্নৰ ডায়েৰী
- এশ বছৰ—জীয়াই থাকে কেনেকৈ
- অলপ স্পৰ্শ দিয়া

